HITESWAR BORBORUAH RACHANAVALI : A collection of Complete Works (excluding AHOMOR DIN) of Hiteswar Borboruah in Assamese, edited by Dr. Purnananda Saikia and published by Dilip Kr. Dutta, Secretary In-charge, Publication Board Assam, Guwahati, Assam, India.

First edition December 1997. Pp. 16 + 607 Price Rs. 500.00



প্ৰকাশক

**দিলীপ কুমাৰ দত্ত**

সচিব (ভাৰপ্ৰাপ্ত)

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

প্ৰথম সংস্কৰণ ডিছেম্বৰ ১৯৯৭

মূল্য ঃ ৫০০ ০০ টকা

মুদ্ৰক

এলাইড্ ইণ্ডাষ্ট্ৰিজ

বামুণীমৈদাম, গুৱাহাটী ৭৮১ ০২১

# পাতনি

হিতেশ্বৰ বৰবৰুৱা (১৮৭৬-১৯৩৯) অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী শ্ৰেষ্ঠ কবি। আধুনিক শিক্ষাৰে তেওঁ তথাকথিত শিক্ষিত নাছিল যদিও দেশ-বিদেশৰ সাহিত্য-অধ্যয়নেৰে তেওঁৰ মন পুষ্ট আছিল। প্ৰখ্যাত ইংৰাজ কবি, সংস্কৃত কবি আৰু বাংলা শ্ৰেষ্ঠ কবিৰ ৰচনাৰ সৈতে থকা তেওঁৰ পৰিচয়ে ৰচনাসমূহত এক বিশিষ্ট আয়তন প্ৰদান কৰিছে। হিতেশ্বৰ বৰবৰুৱাই কেইবাখনো দীঘলীয়া বৰ্ণনাত্মক কাব্য ৰচনা কৰিছে আৰু আটাইকেইখন কাব্য জাতীয় বিষয়-বস্তুৰে ৰচিত। এই ফালৰ পৰা দীঘলীয়া বৰ্ণনাত্মক কাব্য ৰচনাত তেওঁ অতি সিদ্ধহস্ত আৰু অপ্ৰতিদ্বন্দ্বী। বৰবৰুৱাৰ 'মালচ' অসমীয়া সাহিত্যৰ প্ৰথম ছনেট-পুথি। তেওঁৰ কাব্য-কবিতাৰ দুটি বৈশিষ্ট্য সাধাৰণতে পৰিলক্ষিত হয় — করুণ ৰস আৰু জাতীয় ভাবৰ অনুপ্ৰেৰণা। তেওঁ বৰ্ণনাত্মক কাব্য ৰচোতা, নিটোল ছনেট ৰচনাকাৰ আৰু পৈণত অমিত্ৰাক্ষৰ ছন্দ-শিল্পী হিছাপে আমাৰ ভাষা-সাহিত্যত চিৰ-স্মৰণীয় হৈ থাকিব।

হিতেশ্বৰ বৰবৰুৱাৰ প্ৰকাশিত আৰু অপ্ৰকাশিত ৰচনাৱলী সংগ্ৰহ-কাৰ্যত পৰিয়াল আৰু অনেক ব্যক্তিয়ে আমাক সহায়-সহযোগিতা আগবঢ়াইছে। তেওঁলোক আটাইলৈ পৰিষদৰ তৰফৰ পৰা কৃতজ্ঞতা জনোৱা হ'ল। ৰচনাৱলী অনেক কষ্ট কৰি সম্পাদনা কৰি দিয়া বাবে আমি বিশিষ্ট সমালোচক ডঃ পূৰ্ণানন্দ শইকীয়াৰ শলাগ ল'লো।

'হিতেশ্বৰ বৰবৰুৱা ৰচনাৱলী'ত বৰবৰুৱাৰ বৃহৎ 'আহোমৰ দিন' গ্ৰন্থখন সন্নিৱিষ্ট কৰা হোৱা নাই। গ্ৰন্থখন ইতিমধ্যে পৰিষদে সুকীয়াকৈ প্ৰকাশ কৰিছে।

বৰবৰুৱাৰ অনেক ৰচনা অতি জৰাজীৰ্ণ ৰূপত পোৱা হেতুকে ভালেমান ক্ষেত্ৰত আমি অসুবিধাৰ সন্মুখীন হ'ব লগীয়াত পৰিছো। তদুপৰি শব্দ আৰু বানান-পদ্ধতিতো ক'ৰবাত ক'ৰবাত হেৰ-ফেৰ দেখা গৈছে।

অসমীয়া ভাষা-সাহিত্যৰ পাঠক, প্ৰাবন্ধিক আৰু গৱেষকসকল এই ৰচনাৱলীৰ দ্বাৰা প্ৰভূত পৰিমাণে উপকৃত হ'ব বুলি আমাৰ বিশ্বাস। পৰিষদৰ অন্যান্য ৰচনাৱলীৰ দৰে এইখনেও পাঠক সমাজৰ সমাদৰ লাভ কৰিব বুলি আশা কৰিলো।

**দিলীপ কুমাৰ দত্ত**
সচিব (ভাৰপ্ৰাপ্ত)
অসম প্ৰকাশন পৰিষদ

ডিছেম্বৰ ১৯৯৭

# ভূমিকা

**কবি-পৰিচয়**

একালৰ বিশেষ প্ৰতিপত্তিশালী আহোম ৰাজমন্ত্ৰী ভদৰি বৰবৰুৱাৰ বংশত যোৰহাট নগৰৰ পৰা প্ৰায় দুমাইল নিলগৰ সৰুচৰাই খাতত ১৮৭৬ খৃষ্টাব্দত কবি-বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃ চিকৌ গঁগে আছিল ব্ৰিটিছৰ দিনৰ মৌজাদাৰ; আৰু মাতৃ উষা আইদেউ আছিল স্বৰ্গদেও যোগেশ্বৰ সিংহৰ পুত্ৰ ডম্বৰুধৰৰ প্ৰথমা কন্যা। পিতৃ-মাতৃ দুয়োজনাৰ পৰাই কবি বৰবৰুৱাই লাভ কৰিছিল ৰজা আৰু মন্ত্ৰী পৰিয়ালৰ সংমিশ্ৰিত ৰক্ত-কণিকা। সেয়েহে, কথাই-কামে, চলনে-ফুৰণে, পিন্ধনে-উৰণে, খাৱনে-শোৱনে, আনকি পঢ়নে-লিখনেও সিংহপুৰুষ হিতেশ্বৰে বংশ-মৰ্যাদা অটুট ৰাখিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। বৰবৰুৱাৰ অতিকে প্ৰিয়, প্ৰখ্যাত বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ মতে, আনকি হস্তাক্ষৰতো বৰবৰুৱাৰ বিশাল ব্যক্তিত্বৰ ছাপ আছে। কবিৰ বৰজোঁৱাই প্ৰাক্তন জিলা ন্যায়াধীশ উমাকান্ত গোঁহাইৰ মতে হিতেশ্বৰ বৰবৰুৱাৰ স্বদেশ-প্ৰেমৰ তুলনা নাই। এবাৰ কলিকতালৈ যাওঁতে এজন বঙালী ভদ্ৰলোকে কথা-প্ৰসঙ্গত 'অসম ক'ত ?' বুলি প্ৰশ্ন কৰাত বৰবৰুৱা হঠাতে অগ্নিশৰ্মা হৈ ৰাজআলিত সকলোৰে সমুখত হাতত থকা মোটোহা লাঠীডালেৰে ভদ্ৰলোকৰ প্ৰশ্নৰ সমুচিত উত্তৰ দিবলৈ চোঁচা লৈছিল। সেই সময়ত ঘটনাস্থলীত বৰবৰুৱাৰ লগত আছিল উমাকান্ত গোঁহাই প্ৰমুখ্যে কলিকতাত উচ্চ শিক্ষাৰ্থে থকা কেইজনমান অসমীয়া ছাত্ৰ। এনে দুঃসাহসিক কাৰ্যত ব্ৰস্তমান ছাত্ৰকেইজনে এহাতে বৰবৰুৱাক বাধা প্ৰদান কৰিছিল, আনহাতে স্বদেশ-প্ৰেমৰ চাক্ষুষ প্ৰমাণ পাই বৰবৰুৱাৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁৱাইছিল। মুঠ কথা, অসমীয়াৰ জাতি সত্তা আৰু স্বাৰ্থৰ বিপৰীতে কৰা কোনো কৰ্মকে বৰবৰুৱাই চকু মুদি সহ্য নকৰিছিল। ইয়াৰ উজ্জ্বল দৃষ্টান্ত তেওঁৰ কাব্যৰ পাতে পাতে, ৰচনাৰ আঁহে আঁহে বিয়পি আছে।

মৌজাদাৰৰ ঘৰৰ ল'ৰা হৈও পিতৃৰ ধোঁৱাখুলীয়া স্বভাৱৰ কাৰণে সৰ্বস্বান্ত হোৱা পৰিয়ালত হিতেশ্বৰ বৰবৰুৱাৰ ছাত্ৰাৱস্থা অতীৱ কৰুণ। আত্মজীৱনীত কবিয়ে এই কৰুণতা প্ৰকাশ কৰি লিখিছে : "মোৰ জোতা-মোজা, জেপ ঘড়ী যে নাছিলেই, পিন্ধিবলৈ ভাল চুৰিয়া এডোখৰো নাছিল। ঘৰত বোৱা খনিয়া বা চেলেং কাপোৰ এখন, মাৰ্কিনৰ চুৰিয়া আৰু বজাৰৰ সাধাৰণ কামিজ চোলা এটাই মোৰ স্কুললৈ যোৱা পোছাক আছিল। ...... মই সদায় ভাত খাই স্কুললৈ যাবলৈ নাপাওঁ, আই-দেউতাই ভাত ৰান্ধোতে কোনোদিন পলম হয়, মই নোখোৱাকৈয়ে গুচি যাওঁ, আৰু মাজে মাজে ঘৰত ধান-চাউল নথকাত তিনি-চাৰি সাজকৈও লঘোন হয়। মই কিন্তু স্কুল খতি নকৰো, একেৰাহে তিনি-চাৰি সজীয়া লঘোনেৰেও মই স্কুললৈ গৈ থাকো।" এনে দাৰিদ্ৰ্যৰ কবলত পৰি মেধাবী ছাত্ৰ হিতেশ্বৰে 'এন্ট্ৰেন্স'ৰ দেওনা পাৰ নৌহওঁতেই ছাত্ৰ-জীৱনৰ অকাল সামৰণি পেলায়। বিশ্ববিদ্যালয়ৰ বাহ্যিক ডিগ্ৰী নাথাকিলেও বৰবৰুৱাৰ অধ্যয়নৰ পৰিসৰ অতি বিস্তৃত আৰু গভীৰ আছিল। সৰুতে আই-দেউতাৰ পৰা মহাভাৰত, ৰামায়ণৰ শিক্ষা লাভ কৰি বৰবৰুৱাই ধৰ্ম-শাস্ত্ৰ গীতা, সংস্কৃত কাব্য, ভাৰত বুৰঞ্জী, অসম বুৰঞ্জী, ইংৰাজী সাহিত্য, বঙালী সাহিত্য, হোমাৰৰ ইলিয়াড আৰু ওডিছি পুংখানুপুংখভাৱে অধ্যয়ন কৰিছিল। মহাকবি শেক্সপীয়েৰৰ প্ৰভাৱ বৰবৰুৱাৰ কাব্য-ৰচনাত সবাতোকৈ অধিক। বৰবৰুৱাই অধ্যয়ন-পুষ্ট প্ৰতিভাৰ আলমত স্বতঃস্ফূৰ্তভাৱে কাব্য আৰু ছনেট্ ৰচনা কৰিবলৈ সক্ষম হৈছিল। কাব্যবোৰ প্ৰধানতঃ কৰুণ ৰসাত্মক, আৰু ইয়াৰ মূল কাৰণ হৈছে কবিৰ জীৱনত নিয়তিৰ নিঠুৰ পৰিহাস। আদবয়সতে প্ৰাণাধিকা পত্নীৰ বিয়োগ, অগা-পিছাকৈ দুটি পুত্ৰ সন্তান – জিতেন আৰু বিপিনৰ আকস্মিক বিয়োগ, সহোদৰ ভাতৃ-ভগ্নীৰ বিয়োগ – বৰবৰুৱাৰ বাবে জীৱন হলাহল স্বৰূপ। সেয়েহে, বিৰহৰ আতিশয্যই কাব্য ৰচনাক বহু সময়ত বাধাগ্ৰস্ত কৰি তুলিছে, আৰু pure poetryত ব্যক্তিগত হা-হুতাশে ৰস ভঙ্গ কৰিছে। কবিৰ ভাষাতে বিৰহৰ আতিশয্য পৰিস্ফুট হৈছে : "পত্নীৰ জীৱিতাৱস্থাতে জিতেন ঢুকায়। সিহঁতৰ অকাল-মৃত্যুত মই একেবাৰে অন্তসাৰশূন্য হৈ পৰিলো।...... বিপিন মৰে 'কালাজ্বৰ'ত; নগাঁৱত পঢ়িবলৈ থাকোতে তাতে 'কালাজ্বৰ' হৈ আছে। তাৰ মৃত্যুতে 'চকুলো'ৰ জন্ম, আৰু তেতিয়াৰে পৰা মই সাহিত্য-চৰ্চা এৰি দিলো। বিপিন গ'ল – মোৰ সাহিত্যিক জীৱনৰো অন্ত পৰিল, আৰু মোৰ জীৱনৰ আশা-ভৰসা সকলোটি লোপ পালে। সম্প্ৰতি মই জীৱিত

সাজেৰে মৰা মানুহ ।" (১৯৩৪ চনৰ বক্তব্য)

এইজনা প্ৰখ্যাত কবিয়ে যুগজয়ী প্ৰতিভাৰে দি যোৱা অমিত্ৰাক্ষৰ ছন্দৰ তিনিখনি দীৰ্ঘাবয়বী বুৰঞ্জীমূলক সাহিত্যিক কাব্য (literary epic) হৈছে : 'কমতাপুৰ ধ্বংস', 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী', আৰু 'তিৰোতাৰ আত্মদান'; ভিন্নসুৰী এলানি ক্ষুদ্ৰাবয়বী কাব্য হৈছে– 'বিৰহিণী বিলাপ', 'আভাস', 'অঙ্গিলা', 'ডেচ্‌দিমোনা' আৰু 'চকুলো'। ইয়াৰে শেষৰ দুখনি হ'ল চতুৰ্দশপদী গুচ্ছ কাব্য। চতুৰ্দশপদী কবিতাৰ পুথি 'মালচ' আৰু 'ঢোপাকলি'ৰ ১ম খণ্ড; ৰোমান্টিক কবিতাপুঞ্জ – 'ঢোপাকলি'ৰ ২য় খণ্ড; শোক কবিতাপুঞ্জ– 'সন্তুৰ হামৰাও' – অসমীয়া কাব্য-সাহিত্যলৈ বৰবৰুৱাৰ অপূৰ্ব অৰিহণা। তেওঁৰ একমাত্ৰ উপন্যাস 'মালিতা' আৰু একমাত্ৰ নাটক 'বৈদিহীৰ নিৰ্বাসন' (অসম্পূৰ্ণ) সাৰ্থক সৃষ্টি নহ'লেও তেওঁৰ কাব্যানুগত প্ৰয়াস বুলি ক'ব পাৰি। তদুপৰি, বৃহৎ বুৰঞ্জী গ্ৰন্থ 'আহোমৰ দিন' আৰু এলানি বুৰঞ্জীমূলক প্ৰবন্ধই বুৰঞ্জীবিদ ৰূপে বৰবৰুৱাক যুগমীয়া আসনত অধিষ্ঠিত কৰিছে।

'শেষ ভিক্ষা' নামৰ আত্মপৰিচয়মূলক এটি ছনেটত কবিয়ে কৰা উক্তি অতীৱ মৰ্মস্পৰ্শী :

'নক'বা নক'বা কাকো (মৃত্যুৰ পাছত)
কি আছিলে কি নাছিলে সদ্ বদ্ গুণ।
ক'বা মাথোঁ "দুচকুত আছিল দুধাৰি
তপত চকুৰ পানী, শোকৰ কান্দোন"।
"আছিল এখনি হিয়া"– কোৱা যদি ক'বা
"বলিয়া ভাৱেৰে ভৰা, নিৰাশাৰ চিন
নিৰস মুখত, আৰু এটি হুমুনিয়া,
অন্তৰত জ্ঞান-চক্ষু দূৰ-দৃষ্টি-হীন" ॥
আৰু ক'বা, "চাৰিফালে ঘোৰ বিষাদৰ
আছিল আবৰি ছায়া; হিয়াৰ মাজত
উথলি আছিল সদা শোক সাগৰৰ
থউকি-বাথৌকি ঢউ চিৰ জীৱনত ॥"
আৰু ক'বা, "ভাৰতীৰ ভাবি শ্ৰীচৰণ
উছৰগ কৰিছিল গোটেই জীৱন ॥"

('মালচ'ৰ পৰা)

"ভাৰতীৰ ভাবি শ্ৰীচৰণ" "গোটেই জীৱন" উছৰগ কৰি নগাঁৱৰ বৰজোঁৱাইৰ গৃহত ১৯৩৯ খৃষ্টাব্দত এইজনা প্ৰখ্যাত কবি-বুৰঞ্জীবিদে ইহলীলা সম্বৰণ কৰে।

**কাব্য-সৃষ্টি : স্বদেশ-প্ৰীতি**

ঊনবিংশ শতিকাৰ সামৰণি আৰু বিংশ শতাব্দীৰ প্ৰাৰম্ভণি কাল আধুনিক অসমীয়া সাহিত্যৰ মৌচাক নিৰ্মাণৰ কাল। এই কালৰ অসমীয়া সাহিত্যৰথী-মহাৰথীসকলে সাহিত্যৰ বিশেষ বিশেষ বিভাগ, চুটি গল্প, উপন্যাস, নাটক, 'ৰোমান্টিক' কবিতা– বাছি লৈ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছিল। এই যুগসন্ধিৰ কালছোৱা অসমীয়া সাহিত্যৰ আধুনিক ৰূপত প্ৰাণৱন্ত হোৱাৰ কালেই নহয়, ই এক নব্য-নবন্যাসৰ বিশ্বজোৰা জোৱাৰত প্ৰতিযোগিতাৰো কাল। এনে এটি কালত কবি বৰবৰুৱাই নিৰ্বাচন কৰি লোৱা সাহিত্য বিভাগ মূলতঃ কবিতা হ'লেও, ই আচলতে সাহিত্যিক মহাকাব্য (literary epics) আৰু 'ছনেট্' বা চতুৰ্দশপদী কবিতা সৃষ্টিৰ এক কালজয়ী প্ৰয়াস, যাৰ বাবে তিনিটি বস্তুৰ যোগসূত্ৰৰ নিতান্ত প্ৰয়োজন : গভীৰ অধ্যয়ন, কাব্য-কলাৰ ঐকান্তিক সাধনা আৰু ঐশ্বৰিক প্ৰতিভা। সৌভাগ্যৰ কথা, বৰবৰুৱা এই তিনিটি বস্তুৰ অধিকাৰী আছিল, আৰু কাব্য সৃষ্টিক এক প্ৰত্যাহ্বান ৰূপে ল'ব পাৰিছিল। কবিৰ প্ৰত্যাহ্বানৰ কথা আছিল এনে ধৰণৰ : "তেতিয়া আমাৰ ভিতৰত এনে এটা 'মত' আছিল যে অসমীয়া ভাষা বৰ কঠুৱা, – কবিতাৰ (বিশেষকৈ কাব্যৰ) উপযোগী নহয়। মই ভাবিলো যে চেষ্টা কৰিলে, নিশ্চয় অসমীয়া ভাষাতো কাব্য লিখিব পৰা হ'ব। সেই উদ্দেশ্য লৈয়েই মই কাব্য আৰু কবিতা ('ছনেট্' ইত্যাদি) লিখিবলৈ আৰম্ভ কৰিলো।" (১৯৩৪ খৃষ্টাব্দৰ মন্তব্য)

স্মৰণযোগ্য কথা হ'ল – সাহিত্যিক মহাকাব্য ৰচনাৰ বাবে ইয়েই আছিল উপযুক্ত সময়। প্ৰখ্যাত সমালোচক চি এম বাওৰাৰ মতে : "Literary epic, if we judge by its best examples, flourishes not in the heyday of a nation, or of a cause, but in its last days or in its aftermath ...... Periclean Athens, Elizabethan England, France under Louis X1V had their superb literature, but not literary epic." (From Virgil to Milton). এই মন্তব্যৰ পৰা এই কথা সুস্পষ্ট যে কাব্য সৃষ্টিৰ উৰ্বৰ কাল হ'ল – এটা জাতিৰ অধঃপতন তথা দুৰ্দিনৰ কাল। অসমীয়া জাতিৰ বাবে আছিল ই এক উভয় সংকটৰ কাল : সপ্ত শতবৰ্ষৰ মহাপ্ৰতাপী আহোম ৰাজত্বৰ অৱসান আৰু সাম্ৰাজ্যবাদী ব্ৰিটিছ শাসনৰ তলত অসমীয়াৰ পৰাধীন জীৱন-যাপন; অসমীয়া ভাষা-সাহিত্যৰ অস্তিত্ব বিলোপৰ আশংকা আৰু ইয়াৰ পুনৰুদ্ধাৰৰ বাবে আপ্ৰাণ প্ৰচেষ্টা। সাহিত্যিক মহাকাব্য সৃষ্টিৰ অন্তৰালত দেশৰ সোণালী অতীতৰ বীৰ-বীৰাঙ্গনাসকলৰ শৌৰ্য-বীৰ্য, আত্মোৎসৰ্গ, স্বদেশ-প্ৰীতি আদিয়ে কবিক কাব্য-কাহিনী নিৰ্মাণত প্ৰেৰণা যোগায়। হিতেশ্বৰ বৰবৰুৱাৰ সাহিত্যিক মহাকাব্য সৃষ্টিৰ মূল প্ৰেৰণাও আছিল এইয়ে :

"যোৱা, মাতৃ ! হে ভাৰতি ! ধৰিছো পাৰত, –
গোৱাঁ বীৰ কীৰ্তি-গীত, – বজোৱা বীণাত
বীৰ-ৰস। ব'লা, দেবি ! কবা কাণে কাণে
আসামৰ প্ৰতিজনে, – শোভেকি তোমাক
'পাণৰ খোলাত' আজি ? চকু দুটি মুদি
আলস্য সাবটি থাকা ? নাসাধি নিজৰ
জাতীয় উন্নতি, যাৰ জাতিত এদিন
যুঁজিছিলে বীৰাঙ্গনা, ত্যজিছিলে প্ৰাণ
দেশৰ মঙ্গল হেতু,– ৰাখিব দেশৰ
স্বাধীনতা,– কীৰ্তি যশ,– আছিল যি জাতি
স্বাধীন একাদিক্ৰমে সপ্ত শত বৰ্ষ
কৰিলে ৰাজত্ব ? তাৰ সন্ততি সন্তান
'পাণৰ খোলা'ত আজি ? কি লজ্জা ! হা ধিক !!"

('যুদ্ধক্ষেত্ৰত আহোম ৰমণী)

বৰবৰুৱাৰ তিনিওখনি দীৰ্ঘাবয়বী সাহিত্যিক কাব্য মূলতঃ বুৰঞ্জীমূলক : তিনিগৰাকী বীৰাঙ্গনাৰ শৌৰ্য-বীৰ্য, ৰণচণ্ডী ৰূপ, স্বদেশৰ বাবে কৰা আত্মোৎসৰ্গ আৰু এৰি যোৱা অক্ষয় কীৰ্তি আৰু কালজয়ী প্ৰেৰণা কাব্যত সাৱলীল অমিত্ৰাক্ষৰ ছন্দত জাতীয় চৈতন্য জাগ্ৰত কৰিবৰ প্ৰয়াসেৰে অঙ্কিত কৰা হৈছে। শত্ৰু আক্ৰমণ প্ৰতিহত কৰিছে ৰাণী সাদৰীয়ে (কমতাপুৰ ধ্বংস), বীৰ-স্বামীহন্তাৰ সতে সমুখ ৰণত মুখামুখি হৈ ৰণচণ্ডী মূৰ্তি ধাৰণ কৰি যোগ্য প্ৰত্যুত্তৰ দিছে বীৰাঙ্গনা মূলাই (যুদ্ধক্ষেত্ৰত আহোম ৰমণী) আৰু স্বামীৰক্ষা-দেশৰক্ষাৰ পণ লৈ অত্যাচাৰী কুশাসক ৰজাৰ নাৰকীয় শাস্তি নিৰৱে সহ্য কৰি আত্ম-বলিদান দিছে সতী সত্যাগ্ৰহী জয়মতীয়ে (তিৰোতাৰ আত্মদান)। কাব্যত স্বদেশ-প্ৰীতি তথা স্বদেশ ৰক্ষাৰ অৰ্থে কৰা আত্মোৎসৰ্গৰ মূল্যায়ন কৰা হৈছে সৰ্বকালৰ মানৱৰ বাবে :

"স্বদেশৰ স্বাধীনতা, তাৰ অৰ্থে যিটে
জীৱন উৎসৰ্গ কৰি, মৰে সমৰত,–
মৃত্যু তাৰ হয় শান্তি, মহানিদ্ৰা তাৰ
অনন্ত বিশ্ৰাম মাথোঁ, বিশ্বজননীৰ
কোলাত (শান্তিৰে ভৰা), অগ্নি তাৰ কাষে
সুধাংশুৰ ৰশ্মি যেন, ভূমি শয্যা তাৰ
ফুলৰ কোমল শয্যা, শেলশূল গাত
মাথোঁ পুষ্প বৰিষণ;........"

(যুদ্ধক্ষেত্ৰত আহোম ৰমণী)

কেৱল বিদেশী আক্ৰমণে এটা জাতিৰ স্বাধীনতাৰ বিলোপ সাধন কৰিব নোৱাৰে, যদিহে থাকে সেই জাতিৰ জাতীয় ঐক্য আৰু সংহতি। আত্মকলহ, অন্তৰ্বিপ্লৱ, ৰাজসিংহাসন আৰু ডা-ডাঙৰীয়াৰ পদ-মৰ্যাদা লৈ খোৱা-কামোৰা, আভ্যন্তৰীণ ষড়যন্ত্ৰ আৰু প্ৰতিহিংসাই এটা জাতিৰ কলিজাৰ শিৰা-উপশিৰা ছিঙি পেলায় আৰু এনে সুযোগতে বিদেশীয়ে স্বাধীনতা অনায়াসে হৰণ কৰি নিয়ে। স্বদেশপ্ৰাণ কবিয়ে অসমীয়াৰ এনেবোৰ অনৈক্যৰ বীজৰ কথা কাব্যত সদৰী কৰি জাতীয় চৈতন্য জাগ্ৰত কৰাৰ প্ৰয়াস কৰিছে :

"........................ ... .. ............ .

পিয়লীকে, নুমলীকে পিজউ জন্মীকে
অভয়ক আৰু সেই বৰফুকনক
ৰাজকন্যা তুলসীকো যাৰ কু চক্ৰত
আসামত অকালত লাগিল সন্ধিয়া
আহোমৰ জীৱনৰ; স্বাধীনতা বেলি
মাৰ গ'ল দুপৰতে চিৰকাললই,
দেখুৱাবা যেন, নাথ ! হে করুণাময় !
সি সবকো। গাব কবি, ভগ্নপ্ৰাণো যদি,
যদিওবা ভগ্নোৎসাহ, যদিওবা তাৰ
নাই আৰু সেই সুখ-শান্তি হৃদয়ত,
অন্তৰ্হিত যদিওবা সুখ জীৱনৰ
তাৰ নাথ। কৰা কৃপা, বাগ্‌দেৱী-পাৱত,
পূজি ভাৰতীৰ পদ, যেন শান্তি পায়
জীৱনত একণিকা; দুৰাকাংক্ষা তাৰ
'আহোম-জীৱন সন্ধ্যা' গাব এই সুৰে
গাঁথি নানা ছন্দে কাব্য, হে মঙ্গলময় !"

(তিৰোতাৰ আত্মদান)

### সাহিত্যিক মহাকাব্যৰ ভাষা

সাহিত্যিক মহাকাব্যৰ ভাষা সম্পৰ্কে বিভিন্ন মত চালিজাৰি চাই বৰবৰুৱাই এটি নিজা সুস্থিৰ সিদ্ধান্ত দিছে, আৰু সেইমতে তেওঁৰ দীৰ্ঘাবয়ৱী সাহিত্যিক কাব্য তিনিখনিৰ ভাষাশৈলী নিৰূপিত হৈছে। 'যুদ্ধ-ক্ষেত্ৰত আহোম-ৰমণী' কাব্যৰ ইংৰাজীত লিখাৰ পাতনিৰ তলৰ উদ্ধৃতাংশ বিশেষভাৱে প্ৰণিধানযোগ্য : "Most writers of the present age hold that the use of the simplest words of our language is of universal acceptance. The writer also holds the same view. But in some cases, specially in writing poems in epic form and having also to the nature of the plots, neglect of such a strict observance of the rule becomes necessary. Moreover, in the opinion of the author, our mother language will get poorer in time, if we leave out of use in places where it seems fit to use, the words of Sanskrit derivation."

গতিকে বৰবৰুৱাৰ কাব্য-ভাষাত সংস্কৃতমূলক শব্দৰ ব্যৱহাৰ কাব্য-কাহিনীৰ প্ৰয়োজন অনুসৰি হোৱাই স্বাভাৱিক। স্মৰণযোগ্য কথা এইয়ে যে সংস্কৃতমূলক শব্দৰ লগত নিভাঁজ অসমীয়া শব্দৰ সমন্বয়ৰক্ষী ব্যৱহাৰে কাব্যভাষাক এক অপূৰ্ব মৰ্যাদা প্ৰদান কৰিছে। কাব্যৰ পৰা দুই-এফাকি উদ্ধৃতি দিলেই আলোচনা সদৰী হৈ পৰিব :

(ক) "মলহানি মাজে মাজে গৰুৰ জাকত
গৰখীয়া সৰে যৰে শুনিব তোমাৰ
ই বীৰত্বৰ কীৰ্তি-গীত কাৰোবাক গোৱা
প্ৰফুল্লিত হ'ব মন,– ক'ব মনে মনে
জনম তোমাৰ ধন্য, ধন্য সেই জাতি
যি জাতিত জন্মিছিল এনে বীৰ নাৰী,–
ধন্য দেশ ধন্য আমি গৰখীয়া ল'ৰা
ই দেশৰ, – জন্ম য'ত বীৰাঙ্গনা মূলা ।"

(সপ্তম সৰ্গ : 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী')

(খ) "সজালে-পৰালে গছ, বহিল তলতে
সখীয়ে সইতে দুয়ো, হৰিষ মনত,–
উলিয়ালে 'দৰা-কন্যা' (ওমোলা পুতলি ।)
বিয়া দিলে দুয়োটিৰ কত আনন্দত ।
কুঁৱৰী 'কন্যা'ৰ মাক, গোলাপী 'দৰা'ৰ
সখী হৈও, দুয়ে আজি 'বিয়নী' পাতিলে;
বহু হাবিয়াস কৰি, অতি যতনেৰে
'কনীয়া দানৰ ভোজ' বালিৰে ৰান্ধিলে
ৰান্ধি-বাঢ়ি 'বালি-ভাত' সাদৰী কুঁৱৰী
জী-জোঁৱাই দুয়োটিকে খুৱালে মেলিলে,
জীয়ৰী দিবৰ হ'লে, মাকে যেনেকই
কান্দে,– সেইদৰে ৰাণী বহুত কান্দিলে ।"

(দ্বিতীয় সৰ্গ : 'কমতাপুৰ ধ্বংস')

(গ) "আঁতৰিলে ফেঁহুজালি (ৰঙ্গচুৱা উষা)
ৰঙ্গা ৰ'দ লই পূবে ওলালে বেলিটি;
নাই আৰু দোকামোকা, ভৰিলে জগৎ
সোণালী কিৰণে স'তে, অনন্ত জেউতি ॥
ওলালে আকউ গদা আন বেশ ধৰি,
(সহিব নোৱাৰি দুখ প্ৰাণ প্ৰেয়সীৰ)
পুনু ক'লে,– 'কিয়, আই ! খাৱ মিছা দুখ ?
কিয়নো নকৰ তই কথা স্বোৱামীৰ ?'
ৰাণীয়ে ক'লে পুনু, – 'জানো কেনি গ'ল
ক'ম কেনৈকে, পেহা ? মই দেখা নাই;
গুচি যোৱা তুমি মাথোঁ, তিৰী বধ লাগে !
মাৰে মোক চাউদাঙ্গে মাৰক কোবাই ॥"

(নৱম সৰ্গ : 'তিৰোতাৰ আত্মদান')

ওপৰৰ উদ্ধৃতাংশত তলত আঁচ টনা শব্দ আৰু বাক্যাংশলৈ মন কৰিলেই ৰবৰুৱাৰ কাব্যভাষাৰ স্বৰূপ নিৰ্ণয় কৰিব পাৰি । তদুপৰি অমিতাক্ষৰ ছন্দৰ সাৱলীল গতি সম্পৰ্কেও এটি স্পষ্ট ধাৰণা কৰিব পাৰি । ৰবৰুৱাই কাব্য-ছনেটত ব্যৱহাৰ কৰা কিছুমান শব্দ আধুনিক কালত ব্যৱহৃত নহ'লেও কাব্য-ৰচনাৰ কালানুক্ৰম ৰক্ষাৰ হেতু তাত হাত ফুৰোৱা অনুচিত বিবেচনা কৰো : যেনে – 'স্বোৱামী' । সম্বোধনত 'ই'কাৰান্তৰ প্ৰয়োগ– 'হে দেবি !' 'হে ৰাণি !' 'হে প্ৰেয়সি !' ইত্যাদি, 'আসাম' (অসম নহয়) । আৰু সেয়েহে ৰচনাৱলী পাৰ্যমানে মূলানুগত কৰি

সম্পাদন কৰা হৈছে

## চতুৰ্দশপদী কবিতা (ছনেট) আৰু 'গুচ্ছ' কাব্য ঃ

বৰবৰুৱাই চতুৰ্দশপদী কবিতাৰ পুথি 'মালচ'ত সুদক্ষ 'ছনেট'কাৰ (sonneteer) হিছাপে এখনি আছুতীয়া আসন অধিকাৰ কৰিছে। তদুপৰি এলানি 'ছনেট'ৰ মাজেদি ধাৰাবাহিকতা ৰক্ষা কৰি– যাক ইংৰাজীত Sonnet-sequence (অসমীয়াত 'গুচ্ছ' আখ্যা দিয়া হৈছে) বোলা হয় – , বৰবৰুৱাই দুখনি কাব্য 'ডিচদিমোনা' আৰু 'চকুলো' ৰচনা কৰি এই বিশেষ কাব্য-কলাত অপূৰ্ব পাৰদৰ্শিতা প্ৰদান কৰিছে। গোটেইখিনি ছনেট খৰচি মাৰি পঢ়িলে দেখা যায়ঃ পেট্ৰাৰ্কীয় আৰু শ্যেক্সপীয়েৰীয় দুয়োটা আৰ্হিৰ সমন্বয়ৰ এটি মিশ্ৰ ৰীতিৰ ছনেট ৰচনা কৰাৰ অভিনৱ প্ৰয়াস। কিন্তু, সামগ্ৰিকভাৱে বৰবৰুৱাৰ ছনেটখিনি শ্যেক্সপীয়েৰীয় আৰ্হিৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰতি ছনেটতে তিনিটিকৈ নিৰ্দিষ্ট চতুষ্ক আৰু এটিকৈ পয়াৰ যুগ্মক আছে। 'মালচ'ৰ মাত্ৰ দুটি ছনেট– 'কবি' আৰু 'নিলাজী' পূৰ্ণমাত্ৰাই পেট্ৰাৰ্কীয় আৰ্হিৰ। নিজস্ব মিশ্ৰ ৰীতিৰ বশৱৰ্তী হৈ ছনেটৰ মিলবিন্যাসত আংশিকভাৱে পেট্ৰাৰ্কীয় আৰু আংশিকভাৱে শ্যেক্সপীয়েৰীয় দুই ৰীতিৰ ব্যৱহাৰ কৱিয়ে কৰি গৈছে।

আনহাতে, গুচ্ছধৰ্মী কাব্য 'চকুলো'ৰ ছন্দ-সজ্জালৈ মন কৰিলে দেখা যায় যে বাহ্যিক দৃষ্টিত 'চকুলো'ৰ ছনেটখিনি 'মালচ'ৰ ছনেটখিনিৰ অনুৰূপ। হ'লেও, 'চকুলো'ত ছনেটৰ মিলবিন্যাসৰ সমধৰ্মিতা ৰক্ষিত হোৱা নাই। অনুমান হয়, কবিৰ বেদনাসিক্ত কাপে ভাৱৰ অত্যুৎসাহত ছনেটৰ কটকটীয়া ৰীতি বহু পৰিমাণে উলংঘা কৰিছেঃ ভাৱে বাধাহীন গতিত ছনেটৰ ৰূপ দান কৰিছে। সি যি কি নহওক, এইলানি ছনেটক আমি শিথিল শ্যেক্সপীয়েৰীয় আৰ্হিৰ ছনেট আখ্যা দিব পাৰো। ভাৱৰ ফালৰ পৰা এইখিনি অতি উৎকৃষ্ট আধ্যাত্মিক কবিতা। স্মৰণযোগ্য কথা হ'লঃ বৰবৰুৱাৰ পূৰ্বৱৰ্তী কোনো কবিয়ে অসমীয়াত ছনেট-গুচ্ছ বা গুচ্ছ-কাব্য ৰচনা কৰা নাইঃ এই দিশত তেওঁ নিঃসন্দেহে অদ্বিতীয়।

'মালচ'ৰ ছনেটসমূহ বিভিন্ন বিষয়ক হ'লেও, কবিৰ কল্পনাৰ অভিনৱত্বহে মূল কথা। চৈধ্য শাৰীৰ এটি ছনেটত কিমানখিনি ভাৱঘনত্ব প্ৰদৰ্শন কৰিব পাৰি তাৰ ওপৰতে এজন ছনেটকাৰৰ সাৰ্থকতা বহু পৰিমাণে নিৰ্ভৰ কৰে। উদাহৰণ স্বৰূপে, এডালি অতি নগণ্য 'উটি যোৱা বনে'ও সুগভীৰ আধ্যাত্ম ভাৱৰ সৃষ্টি কৰিব পাৰে। 'কাণৰ থুৰীয়া' এটিয়ে কবিৰ অন্তৰত প্ৰেমৰ জোৱাৰ-ভাটাৰ সৃষ্টি কৰিব পাৰে। ছনেট দুটিৰ আংশিক উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ ঃ

"যোৱা বন ! যোৱা তুমি, যোৱা উটি বুৰি
নইৰ সোঁতত। এই জগত অসাৰ।
পদুম পাতৰ পানী অনিত্য সংসাৰ !
মায়াৰ পাকত আমি ফুৰোঁ মাথোঁ ঘূৰি !!
... . .. ... .. .. ..
নোহোৱা কেৱল তুমি উটিছা সোঁতত,
কালৰ সোঁতত উটে গোটেই জগত ॥" (উটি যোৱা বন)

"পূৰ্ব জনমৰ জানো কত পুণ্য বলে
থুৰীয়া জনম পালি এই জগতত;
শোওঁতে খাওঁতে কিম্বা উঠোতে বহোঁতে
চুমা দিয় প্ৰেয়সীৰ কোমল গালত ॥
যি চুমাৰ হেঁপাহত আতুৰ প্ৰেমিক

প্ৰেমৰ ৰাজ্যৰ যিটো অমূল্য ৰতন,
যাক লই সংসাৰৰ সকলো বলিয়া,
অনায়াসে তই কিন্তু পাৱ সেই ধন ॥
... ... ... ... ... ...
নহ'ল আমাৰ কিয় থুৰীয়া জনম ।
পালোঁ হয় নিতে কত মধুৰ চুম্বন ॥" (কোণৰ থুৰীয়া)

**'ৰচনাৱলী' সম্পাদন সম্পৰ্কে একাষাৰঃ**

প্ৰকাশন পৰিষদে ১৯৮১ খৃষ্টাব্দতে হিতেশ্বৰ বৰবৰুৱাৰ বৃহৎ বুৰঞ্জী গ্ৰন্থ 'আহোমৰ দিন' প্ৰকাশ কৰি অসমীয়া ৰাইজৰ আশীষ লাভ কৰাৰ লগতে স্বৰ্গগত কবি-বুৰঞ্জীবিদজনাৰ প্ৰতি যথাৰ্থ সন্মান আৰু স্বীকৃতি প্ৰদান কৰিছে । পুনৰ অৱশিষ্ট ৰচনাৱলী সংগৃহীত কৰি প্ৰকাশৰ প্ৰয়াস কৰা কাৰ্যই অসমীয়া সুধী সমাজক নথৈ সুখী কৰিব ঃ কালৰ কৰাল গ্ৰাসত বিনষ্ট হ'বৰ উপক্ৰম কৰা অসমীয়া কাব্য-ছনেটৰ (ধোঁৱা-চাঙত ওলমি থকা) টোপোলা এটি জাকজমকীয়াকৈ ছপা হৈ আমাৰ পুথিভঁৰাল শুৱনী কৰিব ঃ নতুন পুৰুষে পুৰণি কাব্য-ছনেটৰ মধু পান কৰিব পাৰিব । এই সম্পাদনাৰ ভুল-ত্ৰুটিবোৰ শুধৰাওঁতে আমি আমাৰ হাতত থকা হাতেলিখা গ্ৰন্থখিনিৰ লগত প্ৰকাশন পৰিষদে হাতে লিখোৱা পাণ্ডুলিপিৰ লগত মিলাইছো । ছপাৰ ভুল শুধৰাইছোঁ; বাদ পৰি থকা অংশ অ'ত-ত'ত পুৰাই দিছোঁ । কিন্তু কবিজনাই উপৰ্য্যুপৰি ব্যৱহাৰ কৰা শব্দ-গাঁথনিত, ছন্দ-সজ্জাত ক'তো হাত ফুৰোৱা নাই । সময় বাগৰি যায়, ভাষাই মোট্ সলায় । শ্যেক্সপীয়েৰৰ ইংৰাজী আজি সহজে বোধগম্য নহয় বুলি আমি শব্দ সলনি কৰিব নোৱাৰোঁ । বৰবৰুৱাই বিংশ শতাব্দীৰ প্ৰাৰম্ভ কালত ৰচনা কৰা কাব্য-কবিতাৰ ভাষা প্ৰায় এটা শতিকা নৌ হওঁতেই কিছু পুৰণি পুৰণি লাগিছে ঃ পাঁচশ-ছশ বছৰৰ অন্তত বহু বেছি পুৰণি হ'বগৈ, আৰু শ্যেক্সপীয়েৰৰ ইংৰাজীৰ দৰে বৰবৰুৱাৰ অসমীয়াৰো অৱস্থা হ'বগৈ ।

'ভূমিকা'ত কাব্য-ছনেটৰ বিস্তৃত আলোচনা সম্ভৱ নহয় । আমাৰ গৱেষণা-গ্ৰন্থ 'হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস'ত ইয়াৰ বিস্তৃত আলোচনা আছে । এই ৰচনাৱলীত বৰবৰুৱাৰ কাব্য, ছনেট, অন্যান্য ৰচনাসমূহ থুপতে পোৱাৰ যি সুবিধা কৰি দিলে তাৰ বাবে প্ৰকাশন পৰিষদ অসমীয়া ৰাইজৰ শলাগৰ পাত্ৰ । সম্পাদনাত হৈ যোৱা ভুল-ত্ৰুটিৰ বাবে ৰাইজৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা কৰিলোঁ ।

পূৰ্ণানন্দ শইকীয়া

# সূচীপত্ৰ

# প্ৰথম খণ্ড

(দীৰ্ঘাবয়বী বুৰঞ্জীমূলক কাব্য)

*To The Muse*

*........... I sing*
*'Tho' with faltering voice aid Great Muse,*
*In this unequal task ; but one kind word*
*O Goddess, from thy lips, hath power to lead—*
*........ ......... ...........*
*Inspire my song, thy blessing I invoke.*
*O strengthen where I fail.'*

*—R. V. R.*

# কমতাপুৰ ধ্বংস
## (কাব্য)

*'Hold fast thy truth, Young Soldier,*
*Gentle Maiden, Keep you your*
*Promise, plight, leave age*
*its Subtle ties.'*
*— The Trial*

# সমৰ্পণ

*'Dear Mother, let thy tender care*
*Be graven on my heart...........*
*— Anonymous.*

**মৰমৰ আইতা,**

তোমাৰ স্নেহৰ ইটো নহয় সুজনি ;
"কমতাৰ ধ্বংস" মাথোঁ পুৰণি কালৰ
আভা মাত্ৰ সোঁৱৰণি । ই যে বনফুল,
তলসৰা ফুলে গথাঁ মালা পলাশৰ ;
তোমাক যদিও দিওঁ হাৰ সুবৰ্ণৰ
মণি মুক্তাময় মালা গজ মুকুতাৰ
ধন ৰত্ন হীৰকাদি, হয় কি সুজনি
বাৎসল্য স্নেহৰ মাতৃ ? –স্নেহৰ তোমাৰ ?
সকলো কৰিব পাৰে, – শুনা নাই ক'তো
ঋণমুক্ত হয় পুত্ৰ সুজি মাতৃ-ঋণ !
নহয় "কমতা" মোৰ নহয় সুজনি
মাতৃ ভকতিৰ মাথোঁ আভা মাত্ৰ চিন ॥
সাদৰে হাতত তুলি লোৱা মালাধাৰ,
হৰষিত হব "সৰুমইনা" তোমাৰ ॥

**সৰুমইনা**

ইতি । ১লা জানুৱাৰী ১৮৯৯

বিঃ দ্ৰঃ–এই 'সমৰ্পণ'টি ৰঙা চিয়াঁহীৰে লিখা । কিন্তু তলত আঁচ টনা সৰুমইনা শব্দটি ক'লা চিয়াঁহীৰ ।

–সম্পাদক

# পাতনি

*পুথি লিখিলেই বোলে পাতনি লিখিব লাগে। আমিও পাতনি স্বৰূপে কেইশাৰীমান লিখিলো, মৰমিয়াল পাঠক-পাঠিকাসকলে যেন দাই দোষ নধৰে, ইয়াকে গোহাৰি কৰিলো।*

'বিৰহিণী বিলাপ কাব্য'ৰ 'ওপৰঞ্চি' আৰু 'সমৰ্পণ' অংশটি বাদ দিলে 'তলসৰা ফুল'ৰ সমুদায়খিনি লিখোতাৰ চেঙ্গেৰা কালৰ লিখা। 'বিৰহিণী বিলাপ কাব্য' ইং ১৮৯৬ চনত, আৰু 'কমতাপুৰ ধ্বংস কাব্য' ইং ১৮৯৯ চনত।

অসমীয়া সাহিত্যত এনেকুৱা পুথিৰ কিবা বিশেষ আৱশ্যক আছেনে নাই, সেইটো লিখোঁতাই এতিয়ালৈকে থিৰাং কৰিব পৰা নাই। সেই বুলি তেওঁ ইমান দিনে তেওঁৰ 'তলসৰা ফুল' প্ৰকাশ কৰিবলৈ আগবঢ়া নাছিল। সম্প্ৰতি তেওঁৰ কেইজনমান পঢ়াশলীয়া বন্ধুৰ বিশেষ আগ্ৰহ দেখি 'তলসৰা ফুলৰ দুটি' প্ৰকাশ কৰিলে। এই সম্পৰ্কে আমাৰ পঢ়াশলীয়া বন্ধু সৰুচৰাই বাগিছাৰ ম্যানেজাৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱাৰ নাম বিশেষকৈ উল্লেখযোগ্য। মৰমিয়াল পাঠক-পাঠিকাসকলৰ পৰা এই দুটিয়ে মৰম চেনেহ পালে, 'তলসৰা ফুল'ৰ বাকী কেইটিও লাহে লাহে প্ৰকাশ কৰা যাব।

বৰ্তমান সময়ত লিখোঁতা পৰাধীন, সময়ৰ বৰ নাটনি; পুথিখনি ঘূৰাই এবাৰ চাবলৈ নাপালে, এই বিষয়ে তেওঁ অশেষ দুঃখিত।

লিখোঁতা সাহিত্য সমাজত একেবাৰেই নতুন আৰু এই ধৰণৰ কাব্যও সম্ভৱতঃ বৰ্তমান যুগৰ অসমীয়া সাহিত্যত এয়ে প্ৰথম; তাতে বিদেশত ছপা হওঁতে, তেওঁ নিজে আৰ্হি-কাকত চাব নোৱৰাত ও ছপা হৈ থকা অৱস্থাতে লেখকৰ পত্নী বিয়োগ ঘটি মনোশান্তিৰ ব্যাঘাত জন্মি বিশেষ মনোযোগ দিব নোৱৰাত, পুথি দুখনিত অনেক খুঁত থাকি গ'ল। এই বিষয়ে মৰমিয়াল পাঠক-পাঠিকাসকলে যেন দাই দোষ ক্ষমা কৰে, ইয়াকেহে খাটিলো।

শেহত কওঁ যে কলিকতাত ছপা হওঁতে 'তলসৰা ফুল দুটি'ৰ লগত শ্ৰীযুত বোধনাথ পটঙ্গীয়া বি এ ডাঙ্গৰীয়াই অনেক পৰিশ্ৰম কৰিছিল। তেখেতৰ যত্ন নথকা হলে 'তলসৰা ফুল দুটি'য়ে এনেকুৱা অৱস্থা বোধহয় কেতিয়াও নাপালেহেঁতেন। সেই নিমিত্তে লিখোঁতা তেওঁৰ ওচৰত চিৰঋণী থাকিল।

চকলাটিঙ্গা — ইতি

২০।২।১২ — **শ্ৰীহিতেশ্বৰ**

# প্ৰস্তাৱনা

এনে এটি জন-প্ৰবাদ আছে, এজন বামুণৰ এটা বৰ দুষ্ট গৰখীয়া ল'ৰা আছিল। এদিন সেই ল'ৰাটো পথাৰৰ পৰা ঘৰলৈ উলটি নহাত বামুণজনে বিচাৰি গৈ দেখিলে, সি এজোপা গছৰ তলত শুই আছে আৰু মুখত অলপ ৰ'দ পৰাত এটা ফেটী-গোম সাপে ফেট মেলি তাক ছাঁ দিছে। বামুণজনে ইয়াকে দেখি বৰ ভয় খালে। তেওঁক দেখা পাই সাপটো লৰ মাৰি পলাল। পাছে বামুণজনে ল'ৰাটোৰ ওচৰলৈ গৈ দেখিলে, তাৰ ভৰিত অষ্টদল পদ্ম, ত্ৰিশূল আৰু পদ্মৰেখা আছে। ইয়াকে দেখি বামুণজনে ল'ৰাটোক জগাই ঘৰলৈ লৈ গ'ল আৰু সেই দিনাৰে পৰা গৰু গাই ৰখা ইত্যাদি হীন কৰ্মবিলাক তাক কৰিবলৈ নিষেধ কৰিলে। পাছে এদিন তেওঁ তাক এইবুলি প্ৰতিজ্ঞা কৰালে যে যদি সি কেতিয়াবা ৰজা হয় তেনেহ'লে তেওঁক মন্ত্ৰী পাতিব। কালক্ৰমে সেই বামুণৰ মন্ত্ৰণাতেই পালবংশৰ শেষ জন ৰজা অতিশয় দুৰ্বল হোৱাত তেওঁক ভাঙি সেই গৰখীয়া ল'ৰাটোৱেই ৰজা হ'ল।

এইটি সম্পূৰ্ণ কাল্পনিক কথা। প্ৰকৃতপক্ষে ভাবি চাবলৈ গ'লে, ৰাজ্যৰ দুৰ্বলতাৰ বাবে আৰু প্ৰজাবিলাক পৰস্পৰ বিৰোধা-বিৰোধি হোৱাত এজন অজ্ঞাত কুলশীল মানুহ ৰজা হোৱা কথাই এই কাহিনীৰ মূল বুলি বিশ্বাস হয়।

এই জনা ৰজাই পূৰ্বৰ প্ৰতিজ্ঞা অনুসাৰে সেই বামুণজনকে মন্ত্ৰী পাতিলে আৰু নিজে নীলধ্বজ নাম লৈ 'কমতাপুৰ' নামে নগৰ স্থাপন কৰিলে। কামৰূপৰ পশ্চিম অঞ্চলত ১২৫০-৬০ শকত এই নগৰ স্থাপন হোৱাৰ অনুমান হয়। নগৰৰ নাম অনুসাৰে নিজে "কমতেশ্বৰ" উপাধি লৈ সেই ৰজাই আপোনাৰ কুলীয়া "খেন"[১] বিলাক "সচ্ছূদ্ৰ" বা ভাল শূদিৰ বুলি প্ৰকাশ কৰি দিলে। নীলধ্বজৰ পাছত ক্ৰমান্বয়ে চক্ৰধ্বজ আৰু নীলাম্বৰ ৰজা হয়। নীলাম্বৰ ৰজাৰ মন্ত্ৰীজন এজন বামুণ। এই নীলাম্বৰেই আমাৰ বৰ্তমান কাব্যৰ প্ৰধান নায়ক। এওঁকেই "নিলাম" আৰু কেতিয়াবা "নীল ৰজা"ও বোলে আৰু এওঁৰ কুঁৱৰীয়েই আমাৰ কাব্যৰ প্ৰধান নায়িকা। সম্ভৱতঃ ১৩৮৮-৯০ শকত নীলাম্বৰ ৰজাই ৰাজত্ব কৰে। এওঁ আহোমৰ "চুচেনফা" ৰজাৰে সমসাময়িক ৰজা। এই সময়ত আহোম ৰজাই উজনি খণ্ডত ৰাজত্ব কৰে।

নীলাম্বৰ ৰজাৰ ৰাণীৰে সতে মন্ত্ৰীৰ পুতেকৰ আসক্তি আছিল বুলি সন্দেহ হোৱাত এদিন মন্ত্ৰীৰ পুতেকক ধৰাই বধ কৰালে আৰু তাৰ মাংস পহুৰ মঙহ বুলি মন্ত্ৰীক খাবলৈ দিলে।

---

*ৰায় গুণভিৰাম বৰুৱা বাহাদুৰৰ বুৰঞ্জী চাওক

[১]এই "খেন" বংশৰ বিষয়ে গেইট চাহাবে তেওঁৰ History of Assamত এইদৰে লিখিছে :

To what race the khens belonged it is impossible to say. The great majority of them have now been absorbed in the ranks of other communities.The few who still retain the tribal names claim to be Kayasths, and are said to betray in their physiognomy a considerable infusion of aryan blood, but this was probably received after their rise to power and affords no clue to their Origin.

Gait's "History of Assam" Page- 41.

তাৰ পাছত, ৰজাই মন্ত্ৰীক মতাই আনি পুতেকৰ মূৰটো উলিয়াই আনি দেখুৱালে আৰু মন্ত্ৰীয়ে কি খালে আৰু পুতেকৰ অপৰাধৰ কথা ভাঙি পাতি কই দিলে। পাছে মন্ত্ৰীয়ে শোকে-বেজাৰে, পতিত সংসৰ্গৰ নিমিত্তে প্ৰায়শ্চিত হই, সেই পাপ মোচনৰ অৰ্থে গঙ্গাতীৰলৈ গ'ল।

এই তীৰ্থ-যাত্ৰা কেৱল ছল মাত্ৰ আছিল। মন্ত্ৰীয়ে গৌৰ নগৰৰ নবাব হুচেন ছাৰ তালৈ গই মিছা মিছিকৈ ৰাজ্যৰ দুৰ্বলতা জনাই, পুত্ৰহন্তা নীলাম্বৰ প্ৰতিফল দিবৰ নিমিত্তে ভালেমান মুছলমান সেনা লই আহিলগৈ। সেই সৈন্যৰে সতে নীলামক ৰজাৰ ঘোৰ যুদ্ধ হ'ল। বাৰ বছৰ এই ৰণ থাকে, তথাপি মুছলমানবিলাকে কমতা সেনাক পৰাস্ত কৰিব নোৱাৰিলে।

পাছে মুছলমানবিলাকে কেতবিলাক দোলাৰ ভিতৰত অস্ত্ৰে সইতে বহুত চিপাহী সুমাই থই নীলাম্বৰ ৰজালৈ এই বুলি কৈ পঠালে বোলে, "এতিয়া আমি এই ৰণ এৰি ভাটিলৈ যাওঁগে, কিন্তু যোৱাৰ আগতে আমাৰ তিৰুতাবিলাকে ৰাণীৰ সইতে চিনা পৰিচয় হ'ব খোজে।"

নীলাম্বৰে এই কথাত মান্তি হোৱাত পাছদিনা নগৰৰ ভিতৰলৈ দোলাবোৰ আহিবলৈ আজ্ঞা দিয়া হ'ল। পাছে যেতিয়া সকলোবিলাক দোলা আহিল তাৰ পৰা অস্ত্ৰধাৰী সৈন্যবিলাক ওলাই একেবাৰে নগৰ অধিকাৰ কৰি ৰজাক বন্দী কৰি পেলালে। ৰজাৰ লগে লগে কমতাপুৰ ধ্বংস পালে, ১৪২০ শকত কমতাপুৰত মুছলমানৰ জয় পতাকা উঠিল। বিভীষণৰ দোষত লংকা আৰু ৰাক্ষস বংশ ধ্বংস পোৱাদি, মন্ত্ৰীৰ দোষত কমতাপুৰ আৰু "খেন" বা "কমতেশ্বৰ" বংশ ধ্বংস পালে। ঠিক এই দৰেই ১৭৩৮-৩৯ শকত (ইং ১৮১৬-১৭ খৃঃ) বদন বৰফুকনৰ দোষত আহোম ৰাজ্য ধ্বংস পালে।

এই ঐতিহাসিক প্ৰকৃত ঘটনাটিক অৱলম্বন কৰি "কমতাপুৰ ধ্বংস বা সাদৰী" কাব্য ৰচনা কৰা হ'ল। নীলাম্বৰ ৰজাৰ ৰাণীৰ নাম সাদৰী। সময়ত বহুত কথা নতুনকৈ সৃজন কৰা হৈছে।

কিমধিকমিতি

**শ্ৰীহিতেশ্বৰ বৰবৰুৱা**

# কমতাপুৰ ধ্বংস কাব্য

## প্ৰথম সৰ্গ

Poesie, thou sweet'st content,
That are Heaven to mortals lent :

*  *  *  *  *

Though, thou be to them a Scorn
That to naught but earth are born:
Let my life no longer be
Than am in love with thee.
—— Dryden.

দুখময় সংসাৰৰ দাৰুণ দুখত
জ্বলা-কলা প্ৰাণ মোৰ–আই বীণাপাণি !
কি ৰাতি কি দিন হায় ! সৰে দুচকুত
শোকৰ চকুলো ঘনে তিয়াই পৃথিবী ।
জ্বলিছে নিতউ জুই হিয়াৰ মাজত
দপ্ দপ্ কৰি, মাতৃ নাপাওঁ তৰণি !
তোমাৰ কাষত মই ললোঁহি আশ্ৰয়
সিকাৰণে, দয়াময়ি ! চোৱা চকু মেলি ।
পাৰিছোঁ জানিব দেবি ! – যদি ত্ৰিলোকত
আছে ক'তো শান্তিভৰা সুখময় ঠাই,–
তেনে, সেই ঠাই কৰিছে বিৰাজ মাথোঁ
তোমাৰ কাষতে তযু পদৰ ছায়াত ।
কবিৰ ঈশ্বৰী তুমি, কবিৰ জননী,
শোকাকুল হিয়া যেৱে দুৰ্ভগা কবিৰ
কান্দে বিয়াকুল হই, তুমি সি কালত
ঢালি দিয়া শান্তিপানী, শোকভৰা হিয়া
হয় পুনু শান্তিভৰা, শান্তিৰ নিজৰা ।
শান্তিৰ ঝৰণা, দেবি ! তোমাৰ কৰুণা
কুল্ কুল্ কুল্ কৰি বয় চিৰকাল;
অনন্ত অক্ষয় তাৰ শান্তিৰূপী পানী
তাপিত নৰৰ কৰে শাঁত মনপ্ৰাণ ।
চেপিছে সঘনে টেঁটু দাসত্বৰ দোলে,
সতিনীৰ পুত্ৰ বুলি নাচায় কমলা
চকু মেলি মোক, মাতৃ ! জ্বলিছে হিয়াত
"দৰিদ্ৰ-দুখৰ জুই,"– বিৰহ অগনি
ভাই-ভনী বান্ধৱৰ, চেনেহী মাতৃৰ;
কি ৰাতি, কি দিন, হায় ! নাপাওঁ তৰণি ।
কৰুণা-চকুৰে মাতৃ ! চোৱাঁ চকু মেলি
দীনহীন প্ৰবাসীক, অযোগ্য পুত্ৰক ।
দিয়া ঢালি কৃপা কৰি শান্তিৰূপী পানী
তাপিত হিয়াত মোৰ, জ্বলে যি ঠাইত
দুখ শোক ধিক্কাৰৰ দাৰুণ অগনি ।
বিতৰাঁ কৰুণা আই ! লওঁ নুমুৱাই
অন্তৰৰ জ্বলা জুই ভুলি দুখ-শোক
শান্তিৰে ভৰাওঁ মোৰ বিয়াকুল হিয়া ।
কৰা মাতৃ ! কৃপা মোকো, মুচো দুচকুৰ
দুধাৰি চকুলো আজি, হৰিষ মনত
দেশীয় বনৰ পৰা তুলি বন-ফুল,
কাব্যৰূপী সূতে গাথোঁ মালা আলসুৱা ।
নহওঁ মালীয়া আই ! নাজানো গাঁথিব
ভালকই মালা মই, নাজানো গাঁথনি
মন-প্ৰাণ মুগ্ধকৰ । তুমি দয়া কৰি
শিকাই দিয়াহে, আই ! মই যাওঁ গাঁথি ।
গাঁথিম নতুন মালা, যদি কৃপা কৰা
তুমি আজি অধমক । কওঁ সকাতৰে,
কৰা মাতৃ ! কৃপা মোকো, মোকো সি চকুৰে
চোৱাঁ, চালা যি চকুৰে কবিকুল-গুৰু
বাল্মীকিক, আৰু মাতৃ ! ছাদি হাফেজক ।
দিয়া আই ! সেই সুধা,– যি সুধা ঢালিলা
কালিদাস চেক্সপীৰ কবিৰ মুখত

অতি চেনেহৰে সতে, মাকে যেনেকই
স্তন দিয়ে সন্তানক সন্তোষ মনত ।
যদিও অযোগ্য মই, যদিওবা মোৰ
নাই তেনে গুণ আই ! কিন্তু যে তোমাৰ
মাতৃ-স্নেহে ভৰা হিয়া, সকলো পুত্ৰতে
সম স্নেহ জননীৰ, জ্ঞানী বা অজ্ঞানী ।
নানা জাতি গজে গছ্ নইৰ পাৰত
কোনো দিয়ে সুধাফল,- কোনো বিষময়,
কোনো সুগন্ধেৰে ভৰা, কিন্তু চোৱা, নই
ৰস দিবলই কাকো হয় কি বিমুখ ?
হীন ভাবি যদি দেৱী ! দয়া নকৰিবা
আজি মোক, হায় ! তুমি ৰাখিবা কি কৰি
"সন্তান-বৎসলা" নাম ? দিবা কি প্ৰমাণ
মহত গুণৰ তয়ু ? মহতৰ হিয়া
নোহে ভৰা পক্ষপাতে- সকলো সমান ।
চোৱা মাতৃ ! চন্দ্ৰ সূৰ্য জ্বলিছে নিতউ
আকাশ-মাৰ্গত, আহা ! ঢালিছে কিৰণ
সমভাৱে সকলোতে (ৰাজ-মন্দিৰত,
দৰিদ্ৰৰ চোতালত, সুন্দৰ ফুলনি
কিম্বা হায় ! মৰিশালি, অগাধ বননি,
সকলোতে একে ভাবে) । মলয়া বতাহ
ৰিব্ ৰিব্ ৰিব্ কৰি বলে যেনেকই
ফুলনি-মাজত দেৱী ! সেই একেদৰে
ধীৰে ধীৰে থাকে বলি গহীন শ্মশানে ।
সি কাৰণে কওঁ মাতৃ । কৃপা কৰা তুমি,
পুৰণি কলীয়া কথা আজি মই গাঁও
নানা ছন্দোময় সুৰে কমতাপুৰৰ ।
নোগোৱালে তুমি আই ! গাম কেনেকই ?
মই যে নাজানো একো, কৰিব ঈশ্বৰি !
অধমক কৃপা কৰা চাই চকু মেলি ।

## দ্বিতীয় সৰ্গ

Nor hath love's mind of any judgment taste,
Wings, and no eyes, figure unheedy hasts;
And therefore is love said to be a child,
Because in choice he is so oft beguil'd.
— Shakespeare

ৰিব্ ৰিব্ ৰিব্ কৰি বলিছে মলয়া
কমতাপুৰৰ সেই ৰাজ উদ্যানত ।
গোলাপী সখীয়ে স'তে সাদৰী কুঁৱৰী
লইছে সন্ধিয়া বায়ু আনন্দ মনত ।
ফুলৰ গোন্ধেৰে আজি ভৰিছে ফুলনি,
কুঁৱৰীয়ে ছিঙ্গে ফুল এপাহি দুপাহি,
গোলাপ, মালতী, জাতি বকুল বন্দুলী,
গাঁথে মনোৰম মালা অন্তৰ উলাহি ।
মিচিকিয়া হাঁহি মাৰি সুৱলা মাতেৰে
গোলাপী সখীৰ সতে কৰিছে ধেমালি;
আনন্দেৰে ভৰা ৰাণী, বয়স কোমল,
বিষাদৰ ৰেখা তাত নেদেখি সমূলি ।
ৰাণীও আজিও আহা ! কৰিছে বিৰাজ
ছোৱালী কালৰ সেই সৰল হৃদয়;
সৰলতা ভৰা মুখ আজিও শোভিছে,
কালৰ চক্ৰতো একো হোৱা নাই লয় ।
ছোৱালী কালৰ ৰঙ্গ এতিয়াও আছে,
ফুল ছিঙ্গি, মালা গাঁথি পিন্ধালে গছক
ঠালে মূৰে, গোট গাই ধাৰ ধাৰ কৰি,
অপূৰ্ব সাজেৰে গছ্ ৰমক জমক ।
সজালে পৰালে গছ,- বহিল তলতে
সখীয়ে সইতে দুয়ো হৰিষ মনত,
উলিয়ালে "দৰা-কন্যা" (ওমোলা পুতলি !)
বিয়া দিলে দুয়োটিৰ কত আনন্দত ।

কুঁৱৰী "কন্যা"ৰ মাক,– গোলাপী "দৰা"ৰ,
সখী হৈও, দুয়ো আজি "বিয়নী" পাতিলে;
বহু হাবিয়াস কৰি, অতি যতনেৰে
"কনীয়া দানৰ ভোজ" বালিৰে ৰান্ধিলে।
ৰান্ধি-বাঢ়ি "বালি-ভাত" সাদৰী কুঁৱৰী
জী-জোঁৱাই দুয়োটিকে খুৱালে– মেলিলে,
জীয়ৰী দিবৰ হলে মাকে যেনেকই
কান্দে, সেই দৰে ৰাণী বহুত কান্দিলে।
এৰি দিলে "মায়া-কন্দা" হাঁহিলে মিচিকি,
হাঁহি এৰি পুনু, তেওঁ ক'লে গোলাপীক,
"আজলী ছোৱালী মোৰ, জানিবা বিয়নী!
শিকাই বুজাই তুমি ল'বা বোৱাৰীক।
একোকে নাজানে মোৰ কোমল ছোৱালী,
পুতেৰাক ক'বা যেন নামাৰে নাকাটে,
যদিহে মাৰিব, মই পাম বিৰকতি,
তোমাকো পাৰিম গালি, য'তে পাওঁ তাতে।
আনিম ছোৱালী কাঢ়ি, নাক-কাণ কাটি
পুতেৰাক ষাঁড় মেলি থ'ম দলনিত,
তেতিয়া জানিবা মই কেনুৱা বিয়নী;
নকৰিবা অভিমান মোৰ ছোৱালীত।"
এই বুলি– হাহি পুনু ক'লে কনীয়াক
(পুতলি জীয়ৰীটিক) "নাকান্দিবি, আই!
জী হ'লে যে দিব লাগে শাস্ত্ৰৰে যুগুত,
নোৱাৰে মাৰিব তোক ভেকোলা জোঁৱাই"।
এই বুলি খিল্ খিল, হাঁহিলে কুঁৱৰী
খিল্ খিল্ শব্দত ভৰিলে ফুলনি;
উলাহেৰে ভৰা ৰাণী, – কিন্তু গোলাপীৰ
নোলাল মুখত হাঁহি অলপো একণি।
নহঁহা নমতা দেখি চেনেহী সখীক
সুধিলে ৰাণীয়ে,– "সখি! কোৱা কিনো হ'ল?
হঁহা দেখোঁ আনকাল, কিয় আজি নাই
সেই হাঁহি? চকু দুটি কিয় ছল-ছল?
কান্দো-কান্দো কিয় মুখ? কোঁৱা সখি! কোঁৱা,
কি দুখত হ'ল আজি বেজাৰ মনত?
নেভাবিবা, বধ লাগে! কোৱা সঁচাকই
কি শোকৰ ছবি আজি খেলে অন্তৰত?"
"কিনো ক'ম, সখি?" দুখে ক'লে গোলাপীয়ে,
"জানা সকলোটি তুমি, কি ক'ম দুনাই?
কবলই লাগে লাজ, হৃদয়ৰ পৰা
নন্দৰ ছবিটি মোৰ আঁতৰি নাযায়।
কিনো যে মোহনী মাৰি মোহিলে নন্দই,–
নোৱাৰো বৰ্ণাব, সখি! কতনো যতন
কৰিছো ৰাতিয়ে দিনে তেওঁক ভুলিব,
নোৱাৰি ভুলিব,– ভুলি নাথাকে জীৱন।"
এই বুলি টোপাটোপে টুকিলে চকুলো
দুখে শোকে গোলাপীয়ে হুমুনিয়া কাঢ়ি
ৰাণীৰ কোমল হিয়া,– সখীৰ দুখত
বিষাদে পৰিল ভৰি, শুনি কথাষাৰি।
বিষাদ মনেৰে তেওঁ ক'লে গোলাপীক,
"কিয় কান্দা সখি? তুমি দুখ নকৰিবা,
নকলোঁ তোমাক মই সেই দিনাখনে,
পাহৰা তেওঁক তুমি আৰু নাভাবিবা।
নন্দযে বামুণ, সখি! মন্ত্ৰীৰ পুতেক,
অতুল ঐশ্বৰ্যে-ভৰা, তুমি শূদ্ৰিৰণী,
বিশেষত ধনহীনা; পাবা কেনেকই
তাক তুমি? কিয় সখি! এনুৱা ভাবনী?
তুমি যে বাওনা সখি! কিয় আশা কৰা
ধৰিব আকাশী জোন? লেঙ্গেৰা যে ভৰি,
পৰ্বত লংঘিব তুমি খোজা কেনেকই?
মিছাতে দুৰাশা এনে কিয় থাকা কৰি?
প্ৰণয় পৰম ধন স্বজাতি য'তে
যদি হয়;– নতু সখি! বিহ হলাহল!
নন্দৰে সইতে প্ৰেম পবিত্ৰ নহয়,
তাকে ভাবি কিয় তুমি এনুৱা চঞ্চল?

নন্দয়ে বামুণ সখি ! তুমি শূদ্ৰিৰণী,
তোমা-দুয়োটিৰ প্ৰেম পানীৰ লিখন
নাথাকে সদায় ইটো,– শেষ হ'ব সখি !
নাকান্দিবা অকথাত,– নহবা বিমন ।"
"গালি পাৰা, পাৰা সখি ! মাৰা যদি মাৰা,"
দুখে হুমুনিয়া কাঢ়ি গোলাপীয়ে কয়,–
"সখিহে ! নকবা কিন্তু পাহৰিবলই
প্ৰাণৰ নন্দক মোৰ হৃদয়ে নসয় ।
তেওঁক পাহৰোঁ সখি ? কি সতেৰে ক'লা ?
শেল মাৰি কিয় মোৰ হৃদয় বিন্ধিলা ?
দেখুৱাব পৰা হ'লে হিয়াখনি ফালি
কৰিলোহেঁতেন আজি হৃদয় ৰাঙ্গলী ।
দেখালোহেঁতেন, তুমি পালা হয় দেখা,
তেওঁৰ ছবিটি মোৰ হাড়ে হাড়ে লেখা ।
পাহৰে নলিনী যদি সূৰুযক,– সখি !
কুমুদিনী পাহৰেবা প্ৰাণৰ জোনাই,
তথাপি নোৱাৰোঁ সখি ! পাহৰিব মই
প্ৰাণৰ নন্দক মোৰ পৰাণ নৰয় ।
কি ঘটিব সখি ! মোৰ যদিহে নন্দক
নোৱাৰোঁহে পাহৰিব, কিবা হ'ব গতি"
হতভাগী গোলাপীৰ ? কোৱা সখী মোৰ !
বধ লাগে ! নাভাৰিবা আজলী সখিক,
উত্ৰাৱল হিয়া মোৰ চিন্তাত বিভোৰ ।
"নোৱাৰিবা যদি সখি ! পাহৰিব তুমি
নন্দক" ধীৰেৰে মাতি কুঁৱৰীয়ে কয়,
"কান্দিব লাগিব তুমি– চিৰ জীৱনত,
নোপোৱা তেওঁক কিন্তু, জানিবা নিশ্চয় ।
শূদ্ৰিৰণী তুমি সখি ! বামুণক পতি
নোপোৱা; তোমাৰ হ'ব তপোবনে গতি,–
কিম্বা মৃত্যু (আত্মহত্যা); জ্বলিব হিয়াৰ
বিৰহৰ জুই, হ'ব অৰণ্যে তোমাৰ
গতি, তপসিনী বেশে আশ্ৰম তলত
কটাব লাগিব কাল শোক সঙ্গীতত
সাধ্বী যি উপেক্ষা কৰি সুখ ভোগ ধ্বনি
সিদৰে সাজিব পাৰে যৌৱনে যোগিনী ।
জগতত ধন্য সেই, যি পুষ্প ৰতন
নিৰ্জনে বনত বহি
নিজে ফুলি নিজে জহি
গোন্ধত মোহিত কৰে মানুহৰ মন ।
কিন্তু সখি ! কথা শুনা, পাহৰা নন্দক,
নেলাগে পিন্ধিব তুমি বেশ যোগিনীৰ;
কেঁচুৱা নোহোৱা তুমি, জনা বুজা সখি !
কিয় হোৱা বিয়াকুল, এনুৱা অধীৰ ।
কিয় অ'ত চিন্তা কৰা ? আপোনা-আপুনি
চিন্তা পিশাচীৰ তুমি কিয় হোৱা বলি ?
চিন্তা অগনিত কিয় পেলোৱা লেৰেলা
অকালত হায় সখি ! ফুল ঢোপাকলি ?"
"হায় সখি ! কোনে বাৰু"– কয় গোলাপীয়ে-
"নিজে ইচ্ছা কৰি দিয়ে আপোনাক বলি
চিন্তাৰূপী পিশাচীৰ ভয়ংকৰ মুখে ?
কোনে পৰে অগনিত নিজে মিজে হলি ?
কিন্তু সখি ! মন মোৰ নহয় অধীন,
মনৰ অধিনী মই; খোজোঁ পাহৰিব,
নোৱাৰোঁ একোতে কিন্তু; পাওঁ বা নাপাওঁ
তেওঁক,–হে প্ৰাণ সখি ! চিৰ জীৱনত
মেৰিলেও সিপুৰীতো) থাকিব উজলি
মূৰ্তিমান সেই চিত্ৰ এই হৃদয়ত ।
তেওঁৰ ছবিটি মোৰ নিতউ থাকিব ।
যি যি ক'লা তুমি সখি ! মিছাও নহয়,
নেমানে মাথোন মোৰ অবোধ হিয়াই
শুনিছিলোঁ কিন্তু হায় ! তাহানি কালত
কইছিলে তেওঁ মোক ফুলনি মাজত
প্ৰণয়ে মনেৰে চায় চকুৰে নাচায়,
কামদেৱ জানো অন্ধ চকু তাৰ নাই ।
নাই প্ৰণয়ৰ ৰুচি, নাই সবিচাৰ,

পাখি আছে, চকু নাই আকৃতিটি তাৰ,
কেঁচুৱা ল'ৰাৰ দৰে প্ৰণয় সৰল,
বাছি লোৱা শক্তি তাৰ নিচেই দুৰ্বল।
বিধাতাৰ বিধি সখি! বুজিব নোৱাৰোঁ,
ইতিহাস, উপন্যাস, যেতিয়া যি পঢ়োঁ,
য'তে চাওঁ ত'তে পাওঁ নিতউ প্ৰমাণ
প্ৰকৃত প্ৰেমৰ সোঁত নবলে সমান।
নপৰে সমান বংশ কিম্বা জাতিকুল,
প্ৰকত প্ৰেমত সখি! চিৰকালে ভুল।
তুমিও যে পঢ়িছিলা তাহানি কালত,
প্ৰকৃত প্ৰেমত নাই ৰূপহ কুচ্ছিত,
নাই জাতি, নাই কুল, নাই ভাল-বেয়া
নাই তাত সৰু-বৰ জ্ঞান হিতাহিত।
যদি সেয়ে হয় সখি! কিয় নাকান্দিম?
নন্দক সুঁৱৰি কিয় নহ'ম অধীৰ?
কিয়নো এৰিম আশা? কিয় অকালত
ভাঙ্গিম স্নেহৰ মোৰ সুখৰ মন্দিৰ?
কাব্য কবিতাৰ কথা যদি সঁচা হয়,
কিয়নো এৰিম আশা? কিয় অকালত
ভাঙ্গিম স্নেহৰ মোৰ সুখৰ মন্দিৰ?
কাব্য কবিতাৰ কথা যদি সঁচা হয়,
কিয়নো নাপাম মই স্বোৱামী নন্দক?
কি কৰিব জাতি কুলে? পাৰিবনে সখি!
বাধা দিব কিবাৰূপে প্ৰকৃত প্ৰেমক?"
"নকৰা বিশ্বাস্ সখি! কাব্য কবিতাক"
সুৱলা মধুৰ সুৰে কুঁৱৰীয়ে কয়,
কবি যে বলিয়া হায়, বলিয়ালি ভৰা
হিয়া তাৰ, তাৰ কথা কোনেনো বা লয়?
মিছাৰ ভঁড়াল কবি, মিছা মিছি কই
আঁকে কত ছবি সখি। কৰি মনোহৰ,
এনুৱা সৌন্দৰ্য দিয়ে, নোপোৱা বিচাৰি
যেনেকুৱা শোভা হায়! ক'তো জগতৰ।
যেনুৱা প্ৰকৃত ৰূপ, তেনে শত গুণ
বঢ়াই যে আঁকে কবি মোহকৰী ছবি
তেনুৱা ছবিত তুমি কিয় ভুলা সখি?
কবি যে বলিয়া হায়! মিছলীয়া কবি
বৰ্ণাব এনুৱা সুখ, অমৰাপুৰতো
নাই যিটো ক'তো; সখি! কবি মিছলীয়া!
তেনুৱা সুখত তুমি কিয় যোৱা মোহ?
জনা-বুজা তুমি সখি। থিৰ কৰা হিয়া।"
কুঁৱৰীৰ কথা শুনি ক'লে গোলাপীয়ে
যি যি ক'লা, সখি! তুমি সকলো বুজিলোঁ
কি যে কি কৰি মই পাহৰোঁ নন্দক,
সেই ছবি, সেই মূৰ্তি গোলাপীৰ ধ্যান,
নহয় পাহৰা যাৱে যি অৱধি প্ৰাণ,
মৃত্যুৰ পাছতো হব চিতাৰ অগ্নিত
দেখা সেই মূৰ্তি সতে হব সি পুৰীত।
যিমানে বুজোৱা সখি, যিমানে শিকোৱা,
নুবুজে, নিশিকে একো অথিৰ হৃদয়ে।
পাওঁ বা নাপাওঁ হায়! স্বোৱামী তেওঁক,
পৰাণ ত্যজিম মই সেই নাম লৈয়ে।
নিৰ্জ্জন বনত ফুলি নীৰলে জহিম,
কঙ্গালিনী বেশে কান্দি বনত ফুৰিম
তেওঁ সখি পাহৰিব নোৱাৰোঁ তেওঁক
হক যেনে হব লাগে মোৰ দুখ ভোগ
একো হানি নাই সখি! নেদেখিব বিয়া
জগতে তেওঁৰে মোৰে, অন্তৰে অন্তৰে
বিয়া যে গইছে হই আমা দুয়োটিৰ!
ভাবিলে সি কথা হাঁয় চকুলো ওলায়!!
তেওঁকে স্বোৱামী ভাবি দেৱী–মন্দিৰত;
চিৰ তপসিনী বেশে ভ্ৰমিম বনত।
বিৰহৰ গাম গীত শোক-তাপ হৰা;
প্ৰকৃত প্ৰণয় সখি! বিপদেৰে ভৰা।
প্ৰেমত কাঁইট আছে, লিখা বিধতাৰ;

মিছাতে ব্যাকুল হয় হৃদয় আমাৰ ।
জানিলোঁ বিপদহীন সুখ নাইকিয়া,
প্ৰেমত কাঁইট সখি ! চিৰ লগৰীয়া
যেতিয়া তেওঁৰে সতে দেখা-দেখি নাই,
আছিলে নগৰ মোৰ অমৰাৰ ঠাই ।
নাজানো প্ৰেমত কিনো আছে বিদ্যমান,
কৰিলে সি স্বৰ্গ মোৰ নৰক সমান ।
কিনো যে সোমাল সখি ! অন্তৰত মোৰ,
নাই শান্তি, নাই সুখ, চিন্তা দোৰঘোৰ ।
ইয়াত নবহে মন তোমাৰ লগত
পৰোঁগই উৰি যেন তেওঁৰ কাষত ।
বসন্ত কালত সখি ! বলিলে মলয়
কৰিলে কুলিয়ে 'কুউ' কেনে সুধাময় ।
তাতো কৰি সুমধুৰ সখি হে ! তেওঁৰ
সুৱলা সুৱলা কথা অমিয়া মধুৰ ।
এতিয়াও আছে বাজি দুখনি কাণত
তেনুৱা মধুৰ কথা । হৃদয়-ফলিত
আছে সেই ছবি অঁকা,– কিৰূপে মুচিম ?
ভাবিলে তেনুৱা কথা কান্দে মন-চিত ।
কিবা বাজ ভিতৰত, অৰণ্য, পথাৰ
শীতল ছায়াৰে ভৰা নদীৰ তীৰত
সকলোতে নিতে সখি ! তেওঁ মোৰ ধ্যান,
তেওঁ ইষ্টদেৱ ধন, তেওঁ মোৰ প্ৰাণ ।
পৰিছে মনত সখি ! তাহানি এদিন
শুনিছিলোঁ সুখে মই সুৱলা সংগীত
তেওঁৰ মুখত, বহি নইৰ পাৰত
সন্ধিয়া বেলিকা দুয়ো আনন্দ মনত ।
থউকি-বাথুকি ঢউ সি সুৱলা গানে
ধৰিলে প্ৰশান্ত ভাব, আকাশৰ তৰা
পৰিছিল যেন খহি উন্মত্তৰ দৰে
তেওঁৰ মুখৰ শুনি মধুৰ সঙ্গীত ।
আৰু কত কথা সখি ! পৰিছে মনত,
ভাবিলে পৰাণ মোৰ বিয়াকুল হয় !
জনমে এনুৱা ভাব, লই দুটি পাখি
তেওঁৰ কাষত যেন উৰি পৰোঁ গই ।
নহ'লোঁ চৰাই সখি ! হলোঁ যে মানুহ,
নাইকিয়া পাখি হায় ! নোৱাৰো উৰিব ।
তীৰ্থলই গই তেওঁ আছে বিদেশত,
কেনেকই পাম সখি ! তেওঁক দেখিব ?
গইছিলে কই তেওঁ যাবৰ কালত
ফুৰাই লাহৰী হাত দুখানি গালত,
চিঠি দি থাকিবা প্ৰিয়ে ! যদি কাকো পোৱা,
(তীৰ্থ-যাত্ৰী কমতাৰ) গঙ্গালই যোৱা ।
পমিলী বুঢ়ীয়ে ক'লে– কাইলই হেনো
কোনোবা কোনোবা বোলে যায় গঙ্গালই ।
সিবোৰৰ কাৰোবাক দিম সখি মই
চিঠিখনি যদি তুমি লিখা মোৰ হই
"একো কথা নাই সখি !" ক'লে কুঁৱৰীয়ে,
দিম মই চিঠি লিখি তুমি কই যোৱাঁ
কি লিখিব লাগে মাথোঁ এটি দুটি কই;
অথিৰ নহবা সখি ! থিৰ হই কোঁৱা ।"
দুধাৰি চকুলো মুচি ধীৰ ধীৰ কই
গোলাপীয়ে কুঁৱৰীক কৱলৈ ধৰিলে
এটি দুটি কৰি কথা, একান্ত মনেৰে
কাণপাতি ৰাণীয়েও সকলো শুনিলে ।
শুনি বুজি ল'লে কথা ক'লে কুঁৱৰীয়ে
"বাৰু সখি ! আজি ৰাতি মই লিখি থ'ম
চিঠিখনি, ৰাতি পুৱা লই যাবা তুমি,–
যোৱা ঘৰলৈ আজি নহবা বিমন ।"
এই বুলি দিহা-দিহি গ'ল দুয়ো সখী
নিজা নিজা ঘৰলই তিয়াগি ফুলনি ।
যেন দুটি দেৱকন্যা আপোন ৰূপত
কৰিছিল ফুলবাৰী ৰূপত-শুৱনী ।

## তৃতীয় সৰ্গ

Oh! had I the wings of a dove
How soon would I taste you again
—Cowper

নীৰৱ দুপৰ নিশা, কমতা নগৰ
নীৰৱতা ভৰা, নাই কাৰো ক'তো মাত,
সকলো নীৰল, মাথোঁ নিশাৰ বতাহ,
এটি দুটি মাজে মাজে লৰাইছে পাত ।
গোটেই নগৰবাসী, কি ৰজা কি প্ৰজা,
সকলোটি টোপনিৰ কোলাত মগন,
ৰজাৰ চ'ৰাত মাথোঁ আছে "নিশা-চোৰা"
ইফালে সিফালে কৰি সাৰেৰে দুজন ।
শোৱনি কোঠাত আজি ৰজাৰে সইতে
শুই আছে কুঁৱৰীয়ে কোমল শয্যাত ।
কিবা মনোহৰ শোভা, কিবা অপৰূপ,
দেবেন্দ্ৰ সইতে শচী যেন অমৰাত ।
অপূৰ্ব সৌন্দৰ্য যদি চাব খোজা আজি,
আমাৰে সইতে তুমি আহা, হে পাঠক !
চোৱাহি সোমাই কোঠা, লাৱণ্য মধুৰ,
চাই কৰা আপোনাৰ নয়ন সাৰ্থক ।
ৰজা ঘৰ বুলি তুমি নকৰিবা ভয়,
লেখক, পাঠক পাৰে আহিব ইয়াত ।
কি স্বৰগ, কি নৰক, কি পাতালপুৰী
যাওঁ আমি সকলোতে, পৰ্বত-গুহাত ।
নাই ক'তো এনেকুৱা গোপনীয় ঠাই,
নোৱাৰে যলই যাব লেখক পাঠক ।
নিৰ্ভয় মনেৰে তুমি চোৱাহি সোমাই
মনোহৰ ৰূপ, কৰা জীৱন সাৰ্থক
ৰাতি হ'ক দিন হ'ক, যেতিয়াই হয়,
আমি দুয়ো পাৰোঁ যাব সকলো ঠাইতে ।
কাৰো সাধ্য নাই ক'তো বাধিব আমাক,
কিয় কৰা ভয় তুমি, পাঠক ! মিছাতে ?
এনেকুৱা ভয়াতুৰ নহ'বা পাঠক !
সাহসে ভৰোৱা হিয়া পুৰুষৰ দৰে ।
লেখক, পাঠক পাৰে আহিব ইয়াত
"নিশা-চোৱা" ৰখীয়াই একোকে নকৰে ।
আহাছোঁ পাঠক ! তুমি সৌৱা চোৱাহিছোঁ,
ধীৰে ধীৰে ভয়মনে উঠিল কুঁৱৰী
ৰজাৰ কাষৰ পৰা, লেখনী চিয়াঁহী,
এডোখৰ সাঁচি-পাত আনিলে বিচাৰি ৷
জানো, ৰজা সাৰ পায়, এই ভয় মনে,
শংকাৰে ভৰাই হিয়া কৰি লৰালৰি,
(গইছিলে যি যি কই গোলাপী সখীয়ে)
লিখিব ধৰিলে চিঠি তেনেকুৱা কৰি —
"পৰাণৰ প্ৰাণ নন্দ ! হৃদয় দেৱতা !
কিয় হলা প্ৰাণনাথ এনুৱা নিৰ্দয় ?
নেদেখি তোমাক মোৰ কান্দিছে পৰাণ,
বিৰহ অগ্নিত নিতে দহিছে হৃদয় !!
যি দিনা গ'লা নাথ ! তুমি তীৰ্থলই
সি দিনা অবধি সুখ নাই অভাগীৰ !
মৰিশালি যেন লাগে এই ৰাজপুৰী,
নবহে একোতে মন হৃদয় অথিৰ !!
চৰাইৰ দৰে হায় ! যদি দিলে হয়
আমাকো ঈশ্বৰে পাখি, তোমাৰ কাষত
উৰা মাৰি গই মই পৰিলোঁহেঁতেন
আকাশত কৰি ভৰ, উলাহ মনত ।
নহলোঁ [illegible] নাথ, অৱলা তিৰুতা,
কেনেকই [illegible]াম গই তোমাৰ কোষৰ,
অমিয়া শান্তিৰে ভৰা সুখময় ঠাই ?
সি শোকত কান্দে মন, ব্যাকুল অন্তৰ
কিন্তু যে নাজানো নাথ ! মই যেনেকই
কান্দিছোঁ ইয়াত আজি তোমাক সুঁৱৰি,
কান্দিছা কি সেই দৰে ভাবি অভাগীক

তুমিও সি বিদেশত বিৰহত পৰি ?
নহয়, নহয় নাথ ! মই ভবা ভুল,
পুৰুষৰ হিয়া হায় ! শিলেৰে বন্ধোৱা
বিৰহৰ জুয়ে তাক নোৱাৰে দহিব,–
সি কাৰণে তুমি একো সঁতাপ নোপোৱা ।
ভাবা বা নাভাবা মোক, পোৱা বা নোপোৱা
বিৰহৰ তাপ তুমি শিল হৃদয়ত,
সি কথা নালাগে মোক ! কিন্তু মই নাথ ?
তোমাকে নিতউ পূজা কৰিছোঁ মনত ।
তুমি আকাশৰ জোন মই যে চাকই,
চাকইক জোনে ভাল প'ক বা নপ'ক,
চিৰকাল চাকয়েতো অন্তৰে সইতে
ভাল পাব তেওঁকেই (আকাশী জোনক) ।
কোনো কোনো লোকে, সঁচা, কওঁতেই কয়,
চকুৰ আঁতৰ হ'লে মনৰো আঁতৰ,
কিন্তু প্ৰাণনাথ ! তুমি জানিবা নিশ্চয়,
সি কথা যি কয়, তাৰ নিৰ্বোধ অন্তৰ ।
যদি সেয়ে হয় নাথ ! আছাতো আঁতৰি
দাসীৰ চকুৰ পৰা আজি অত দিনে
নাই হোৱা কিয় তেনে মনৰো আঁতৰ ?
কিয় আনে সোঁৰৰণি সঘনে সঘনে ?
মানস ফলিৰ পৰা কি কাৰণে নাথ ?
নুগুচে তোমাৰ ছবি পট মনোহৰ ?
কিয় কান্দে মনপ্ৰাণ সুঁৱৰি তোমাক,
জ্বলে কিয় দিন নিশা জুই বিৰহৰ
য'তে থাকা ত'তে থাকা যিমানে আঁতৰি,
নোৱাৰো একোতে মই তোমাক ভুলিব,
যেতিয়ালইকে প্ৰাণ থাকিব দেহাত,
তোমাৰেই ছবি আঁকা হিয়াত থাকিব ।
আকাশত থাকে সূৰ্য, চন্দ্ৰ মনোহৰ,
পদুম ভেটৰ ফুল থাকে মৰতত,
কিন্তু নাথ ! সেই বুলি, কমিছে, কি কাৰো
ভালপোৱা কিহবাত, কাৰো অন্তৰত ?

যত দিন ই দেহাত থাকিব জীৱন
যত দিন মই নাথ ! থাকিম মৰ্ত্যত,
শিৰৰ মাজেদি ব'ব যত দিন মোৰ
বিন্দুমাত্ৰ তেজ, তুমি থাকিবা মনত ।
আহাহা ! জানিলো নাথ ! বুজিলো এতিয়া,
লোৰ শিকলিত কই প্ৰেমৰ বন্ধন
শত গুণে গুৰুতৰ, যাক অনায়াসে,
প্ৰেমিকে ডিঙ্গিত পিন্ধি আনন্দ মগন ।
লাহৰী গোলাপ ভাবি বহু হাবিয়াসে,
আজলী তিৰিয়ে তাকে পিন্ধে যে ডিঙ্গিত,
মনে মনে ভাবে সুখ থাকিব নিতউ,
কিন্তু পাছে বিৰহত দহে মন চিত ।
নেৰিম তোমাৰ সংগ, আহিলে মনত
নিতে নিতে চাম মুখ তোমাৰ বিৰলে ।
এতিয়া সি আশা মোৰ গ'ল ছিগি-ভাগি,
নেদেখি তোমাক নাথ ! হিয়া নিতে জ্বলে !
তোমাৰ বিৰহ ৰূপী জ্বলা অগনিত
হিয়া পুৰি ছাই কৰি নিয়াইছোঁ কাল ।
তিল মাত্ৰো নাই সুখ খাওঁতে শোওঁতে
অমৃততো নাই ৰুচি,– নালাগে যে ভাল ।
কিন্তু নাথ ! এটি কথা,– সেই দিনা তুমি
এৰি গ'লা দুৰ্ভাগীক অকলে অকলে;
সি দিনা অৱধি হায় ! গোটেই জগতে
শতুৰুৰ দৰে মোক হিংসিছে বিৰলে ।
চন্দ্ৰ বোলে সুধাকৰ, চন্দ্ৰৰ কিৰণ
সুশীতল বুলি দেখো জগতেই কয়.
কিন্তু সেই জোনে আজি দিছে নানা দুখ
ছল পাই, প্ৰাণনাথ ! দহিছে হায় !
জগতৰ চকু সূৰ্য,– গোটেই জগত
সুৰুযে পোহৰ কৰে; সিদিনা অৱধি
অলপো পোহৰ হায় ! দেখা নাইকিয়া ।
বসন্ত কালৰ নাথ । দুৰন্ত ঋতুত

কুউ কুউ কৰি কুলি কৰে উপহাস
হাঁহি মনে চাই মোক,– জ্বলিছে পৰাণ !
নেদেখোঁ উপায় ! হলো আশাত নিৰাশ ।
দক্ষিণ ফালৰ পৰা বলিছে মলয়া
ৰিব্ ৰিব্ কৰে, লই সুগন্ধ ফুলৰ ।
দিছে শান্তি সুধা ঢালি কাৰো অন্তৰত,
মুঠতেই কওঁ নাথ ! আপদ কালত
ওঁৰে খজুৰায় মোৰ অভাগীৰ গলা ।
নিতউ জ্বলিছে মোৰ বিৰহ অগনি,
অথিৰ-অধীৰ মন, হিয়া জ্বলা-কলা ।
বলিয়ানী মই আজি, মনো যে অথিৰ,
যিহকে আহিছে তাকে লিখিছোঁ চিঠিত,
নধৰিবা দোষ যেন এয়েই গোহাৰি
কৰিলোঁ তোমাৰ নাথ ! চৰণ দুটিত ।
অন্ত হ'ল চিঠি মোৰ, আৰু কি লিখিম ?
আশা কৰোঁ যেন নাথ ! শীঘ্রে ঘৰলই
আহাঁ তুমি ভালে কালে, মোৰ অন্তৰৰ
বিৰহ এন্ধাৰ ঘোৰ আঁতৰাই থই ।
নাপাহৰাঁ যেন নাথ ! অভাগী দাসীক,
এয়েই প্রার্থনা মোৰ, ইয়াকেই সাধোঁ ।
জীৱনত আৰু মোৰ একো আশা নাই,
প্রাণৰ দেৱতা বুলি চাব খোজো মাথোঁ ।"
চিঠি লিখা অন্ত হ'ল,– ভাবিলে কুঁৱৰী
লিখোঁনে নিলিখোঁ নাম সখীৰ তলত ?
দিওঁ যদি নাম লিখি জানো বেয়া হয়,
(ৰজাই শুনিলে পাছে) সখীৰ শেহত ।
নালাগে নিলিখোঁ নাম, জানিব এনেই
সখীয়ে লিখিছে বুলি মন্ত্রীৰ পুতেকে ।
এই ভাবি কুঁৱৰীয়ে সামৰিলে চিঠি
ভয় ভয় ভয় কৰি, জানো ৰজা দেখে ।
যদিও ৰজাৰ ৰাণী, আজলী তিৰুতা,
এফালে মাথোন দেখে, নাচায় সিফালে ।
নাভাবিলে আগ পাছ, ইয়ে যে কৰিব
অনিষ্ট তেওঁৰ হায় ! নিজৰ একালে ।
সাৱধান হবা ৰাণী ! ভবিষ্যত ভাগ্য
তোমাৰ ডাৱৰে ঢকা ! জানোবা সখীৰ
বেয়া হয়, এই ভাবি আজলী তিৰুতা ।
লিখি যে নিদিলা নাম তলত চিঠিৰ,
এয়ে যে তোমাৰ হায় ! কন্দাব এদিন,
এদিন ইয়াকে ভাবি চকুলো টুকিবা,
লোকৰ লগত পাবা বেজাৰ কেলেশ,
কোমল হিয়াত তাপ মিছাতে সহিবা ।
সামৰি সুতৰি চিঠি, ৰিহাৰ আগত
থ'লে বান্ধি কুঁৱৰীয়ে, শুলে ধীৰে ধীৰে
আকউ কাষতে গই নিজা স্বোৱামীৰ,–
ধৰিলে টোপনি পুনু আহি জুৰে জুৰে ।
শান্তিময়ী নিদ্রাদেৱী নিলে আঁতৰাই
ৰাণীৰ মনৰপৰা গোলাপী সখীৰ
বিষাদৰ ছবিখনি,– পাহৰিলে ৰাণী
আঁচলত বন্ধা সেই গুপ্ত চিঠিখনি ।

## চতুর্থ সর্গ

My wife! My wife! What wife ?
I have no wife:
O, insupportable! O, heavy hour!
Methinks it should be now a huge eclipse
of Sun and Moon, and that the affrighted globe
Did Tawn at alteration.

— Shakespeare

বসন্ত কালৰ ধীৰ পুৱতি বতাহ
ৰিব্ ৰিব্ কৰি বলে প্রাণ শীতলাই ।
দেখা দিলে পূবফালে ৰঙচুৱা বেলি,

সাৰ পালে জীৱ জন্তু ন পৰাণ পাই।
নিৰ্জীৱ জগত হ'ল আকউ সজীৱ,
আকউ পোহৰ হ'ল পৃথিৱী এন্ধাৰ।
জুৰিলে চৰায়ে গান সুললিত সুৰে,
শুনি সি সংগীত ভাগে টোপনি ৰজাৰ।
সাৰ পাই চকু মেলি দেখিলে ৰজাই,
এতিয়াও আছে ৰাণী ঘোৰ টোপনিত।
(নাই সাৰ নাই সুৰ, নাই কাটি কুটা)
নিমাত অচল হই কোমল তুলীত।
আহা! কি মধুৰ ৰূপ! লাৱণ্য অতুল।
মৰ্ত্যৰ সৌন্দৰ্য যেন একে ঠাই হই,
পৰি আছে সুকোমল সুন্দৰ শয্যাত,
লাৱণ্যে ভৰাই কোঠা মনোহৰ কই।
ফুলৰা সুন্দৰী যেন তিয়াগি ফুলনি
শুইছে বিভোৰ হই নীৰৱ নিমাত।
আহা! কি মাধুৰী আহা মধুৰ অতুল!
কৰিছে বিৰাজ এই শোৱনি কোঠাত।
জোন যেন মুখখনি, ৰঙ্গচুৱা গাল,
পৰিছে মুকলি হই খোপা মনোহৰ,
মুদা মুদা চকু দুটি; যদিও টোপনি
তথাপি হাঁহিছে যেন আনন্দ অন্তৰ॥
কোমল গাৰুত মূৰ বাঁওফালে হলা
চন্দ্ৰহাৰ বাঁওফালে ওলমি পৰিছে।
সোঁ কাণত জিলিকিছে মিনাকৰা কেৰু,
বাঁও কাণে পিন্ধা কেৰু গাৰুত লাগিছে।
আছিলে খোপাত বহু ফুল ঢোপা কলি,
পুৱাৰ বতাহ পাই ফুলিছে উলাহি।
কিবা অনুপম ৰূপ! আজি কুঁৱৰীৰ,
চাৰু কাষে বিৰাজিছে মিচিকিয়া হাঁহি।
ৰমক জমক কৰি জিলিকি উঠিছে
মুগাৰ ডোলেৰে গঁথা বাখৰুৱা মণি
ধাৰে ধাৰে কুঁৱৰীৰ সুন্দৰ ডিঙ্গিত।
আহা! কি মধুৰ ৰূপ! কেনুৱা লৱনী!

'মণিমৰা' খাৰু জ্বলে পোহৰাই কোঠা
মৃণাল সদৃশ, আহা! হাতত ধুনীয়া।
আঙ্গুলিত জিলিকিছে লাহৰ আঙ্গঠি
জেঠি-পটা গৰু-চকু বাৰৰি ফুলীয়া॥
বদলাৰে বনকৰা পিন্ধি আছে ৰিহা
ন মেখেলা শিংখাপৰ (ভমকা ফুলীয়া);
জিলিকিছে সেন্দূৰৰ ফোট কপালত,
কেনে মনোহৰ শোভা, মধুৰ, অমিয়া
জোলাৰ-হাতেৰে বোৱা গুণাৰ ফুলীয়া
পাৰি দিয়া কাপোৰত বুটা জিলিকিছে।
এনেয়ে ধুনীয়া, তাতে কুঁৱৰীক পাই,
সোণোৱালী বুটা আৰু দুগুণে জ্বলিছে।
মিহলি হইছে যেন সুৱগা সোণত,
কিম্বা পদুমৰ গাত অগৰু চন্দন,
কিম্বা শোভাদেৱী নিজে আহিছে ইয়াত
(ৰাণীৰ কাষত) লই শোভা অতুলন।
দেখিছোঁ অনেক ৰূপ এই দুচকুত
বহু সুন্দৰীৰ বহু ফটোগ্ৰাফ ছবি,
পঢ়িছোঁ কাব্যত বহু নায়িকাৰ ৰূপ,
মনোহৰ কৰি যাক আঁকিছিলে কবি।
দেখিছোঁ বিয়াত কত ৰূপহী ছোৱালী
লানি লানি পিন্ধে ফুল খোপা ভৰি ভৰি,
ৰঙ্গা চন্দনৰ ৰেখা লয় কপালত,
সেন্দূৰ নীলৰ ফো ৰী শাৰী কৰি
ডিঙ্গি ওপচাই কত ন্ধ মণি বিৰি,
কাণলতি-ছিঙ্গা কে খনি কাণত।
মুগা, পাট্ৰি, শিংখাপৰ নতুন মেখেলা
উলহ-মালহ কৰি পিন্ধে আনন্দত।
এই বয়সত হায়! দেখিলো বহুত,
বহু ৰূপহীয়ে মুখ চাই দাপোণত
তিনি ভেঞ্জুৰীয়া কৰি ভাঙ্গে পেঁচটাৰি,
আটক-ধুনীয়া কৰি উলাহ মনত।

(নোহে কিন্তু কুভাবেৰে) ই ঘৰে সি ঘৰে
দেখিলো গাভৰু বহু মুখ সুন্দৰীৰ ।
সিলোকো ৰূপহী সঁচা, লাৱণ্যেৰে ভৰা
তুলনা একোতে কিন্তু নহয় ৰাণীৰ ।
ৰাণীৰ অতুল ৰূপ স্বৰ্গীয় সৌন্দৰ্য
ৰজাই আছিল বহু বেলিলকে চাই,
ৰিহাৰ আগত পাছে দেখিলে গাঁঠিটি,
কিনো আছে বুলি তেওঁ চালে মোকোলাই ।
মোকোলালে ৰিহা গাঁঠি পৰিলে ওলাই
চিঠিখনি (কুঁৱৰীয়ে কালি ৰাতি লিখা);
পঢ়ি চালে আদি অন্ত, ক'লে মনে মনে,
"শেষ হ'ল আজি মোৰ হৃদয়ৰ আশা ।
উস !–
পৰাণতো বেছি বুলি যাক ভাবিছিলোঁ"
দুখে হুমুনিয়া কাঢ়ি ভাবিলে ৰজাই,
"তাৰে কি এনুৱা ভাব ? এনুৱা স্বভাৱ ?
তিৰুতাত নেকি হায় ! বিশ্বাসেই নাই ?
ভোগাইছে ৰাজ-ভোগ ৰাণীয়ে এতিয়া,
আছে ক'ত সুখ হায় ! ই ৰাজ পুৰত !
পৰাণে সইতে মই কত ভাল পাওঁ,–
তথাপিও আশা উস্ পৰ পুৰুষত !
ধিক্ ধিক্ শত ধিক্ ! তিৰীৰ প্ৰেমত !
আৰু ধিক্ শত ধিক্ ! প্ৰেম শবদত !!
ধিক্ ধিক্ ! লক্ষ্য ধিক্ ! প্ৰণয় সলনি
আত্ম বিসৰ্জন কৰা নাভাবি নুগুণি
একমনে ৰাতিদিন যাক পুজিছিলোঁ
হৃদয়ৰ দেৱী ভাবিহিয়া মন্দিৰত,
যাৰ মুখখনি দেখি, লাৱণ্য সুন্দৰ,
অপাৰ আনন্দ পাওঁ জগত মাজত ॥
দুৰ্ভাগ্য ফেৰত হায় ! হৃদয়ৰ দেৱী
পিশাচিনী ! হৃদয়ত জ্বলালে অগনি !
মৰু সমনীয়া আজি শান্তি সৰোবৰ !
বুৰিলে শোকৰ মন, নাপাওঁ তৰণি ॥
উস্ !
প্ৰকৃতি দেৱীৰ, হায় ! কোমল কোলাত
কেঁচুৱা ল'ৰাৰ দৰে আছিলো যে শুই !
কোনেনো জগাই মোক কিয় কন্দুৱালে
জ্বলালে কোনেনো এনে হৃদয়ত জুই ?
দিম বুলি প্ৰতিমাক সাদৰে পিন্ধাই,
জীৱনৰ তুলি ফুল গাঁথিছিলো মালা !
অকালতে হই গ'ল, হায় ! অকস্মাত
দশমী দিনাৰ, উস্ ! সন্ধিয়াৰ বেলা !!
মৰহি যে গ'ল ফুল, শুকালে যে পাহি !
ফুল গুচি হ'ল, হায় ! চকুলো চকুৰ !
উঘালিলে আশালতা কাল বতাহত–
ভাগিলে লাহৰী বীণ শুৱলা মধুৰ ॥
সুখৰ সুন্দৰ ছবি দেখোঁতে দেখোঁতে
লুকালে মিহলি হই ঘোৰ অশান্তিৰ
ক'লা ডাৱৰত হায় ! কান্দিছে পৰাণ
কিযে বিষাদত আজি ! হৃদয় অথিৰ
প্ৰাণেশ্বৰি ! প্ৰিয়তমা ! হৃদয়ৰ দেৱি !
কিয়নো জ্বলালা মোৰ জুই হৃদয়ত ?
অত ভাল পাওঁ মই, কিন্তু নে কি তুমি
কৰা অত আশা, হায় ! পৰ পুৰুষত ?
পতিব্ৰতা ধৰ্ম প্ৰিয়ে ! এয়ে কি তোমাৰ ?
এয়েকি তোমাৰ, হায় ! সতীত্বৰ চিন ?
এয়েকি তোমাৰ হায় ! পবিত্ৰ প্ৰণয় ?
সৰলতা সানি থোৱা স্বভাৱ গহীন ?
বামুণ নন্দক তুমি অত ভাল পোৱা ?
পৰপুৰুষত, হায় ! এনেকুৱা আশা ?
নিৰ্মল হিয়াত এনে অপবিত্ৰ ভাব ?
ভাঙিলা হঠাত কিয় সুখময় "বাসা" ?
কিনো কুক্ষণত, প্ৰিয়ে ! লিখিছিলা চিঠি ?
জ্বলালা হিয়াত মোৰ দাৰুণ অগনি !
শোক সাগৰত মোৰ বুৰিলে হৃদয়,

অনন্ত, অপাৰ, হায় ! নাপাওঁ তৰণি !
এই দৰে নীলাম্বৰে (কমতা ৰজাই)
দুখে শোকে কত ভাবি আপোন মনত,
শোৱনি-কোঠাৰ পৰা আহিলে ওলাই
অথিৰ অবিৰ হই মনৰ দুখত ।
এনেতে আহিল সখী (গোলাপী আইটি)
জগালেহি কুঁৱৰীক ধীৰে ধীৰে কই,
সাৰ পাই কুঁৱৰীয়ে চালে চকু মেলি,
উঠিলে সখীক দেখি হৰষিত হই ।
"অত বেলি লই শুলা" কয় গোলাপীয়ে,-
কিয় সখি ! আজি তুমি ? শুলা বেলিকই
নালাগেনে গাটি বেয়া ? মোৰ হলেঁ, সঁচা,
লাগে দেখো বৰ বেয়া, গা বেয়া হয় ।"
"এৰা সখি ! আন দিনা উঠো সোনকালে",
মধুৰ মিচিকি হাঁহি কুঁৱৰীয়ে কয়,
লাগে মোৰো গাটো বেয়া, বেলি কৰি শুলে
ৰাই-জাঁই লাগে দেখোঁ, জুৰ জুৰ হয় !
কিন্তু, সখি যোৱা ৰাতি বহু পৰলকে
সাৰেৰে আছিলোঁ মই, টোপনি গলত
মহাৰাজ, চিঠিখনি লিখিলো তোমাৰ ।"
এই বুলি চালে ৰাণী ৰিহাৰ আগত ।
ৰিহাৰ আগত চাই হ'ল আচৰিত,
নাই তাত চিঠিখনি, ৰাণীয়ে মনত
কোনে নিলে, থলে ক'ত ? এই দৰে ভাবি
বিচাৰিলে গাৰু আৰু তুলীৰ তলত ।
নাপালে, নোলালে চিঠি,- ক'লে কুঁৱৰীয়ে,
"চিঠিখনি চুৰ কৰি নিলে কোনোবাই !
নতু থলোঁ ক'ৰবাত,- কিন্তু পাহৰিলোঁ,
বিচাৰি নাপাওঁ দেখো ! ক'তো সখি ! নাই
যদি কোনোবাই পালে বৰ বেয়া হ'ল !
গোপনীয় কথা, সখি ! তেনেই ওলাল !
থলোঁ যদি ক'ৰবাত, পাহৰিহে আছোঁ,
তেনে একো কথা নাই- সেয়ে হ'লে ভাল ।
"থলা, সখি ! ক'ৰবাত, পাহৰিলা তুমি,
পাছে বিচাৰিলে পাবা," গোলাপীয়ে কয়,
"নাই পোৱা কোনোবাই আছে চিঠিখনি
ইয়াতেই কেনিবাদি, নকৰিবা ভয় ।
কিন্তু সখি ! পুনু মোক চিঠি লিখি দিয়াঁ
মানুহ নাপাম পাছে, আজি দিন গ'লে
চিঠি দিবলই আৰু; আজি যাব গই
সকলোটি খাই বই, পৰেকীয়া হলে ।"
সখীৰ কথাটি শুনি, পুনু কুঁৱৰীয়ে
লিখিলে এখনি চিঠি সেই একেই দৰেই,
একে ভাব একেদৰে পদ্য সতে গঁথা ।
চিঠি লিখা অন্ত হ'ল, সুধিলে কুঁৱৰী
"নামটি তোমাৰ সখি ! দিমনে নিদিম
চিঠিৰ তলত কোৱা, যদি দিব লাগে,
নহলে নিদিওঁ নাম এনেয়ে ৰাখিম ।"
"নালাগে নিদিবা, সখি ! এনেয়েই থোৱাঁ
চিঠিৰ তলত নাম লাগিছে কেলেই ?
পোৱা মাত্রে চিঠিখনি পাৰিব বুজিব,
মই দিছোঁ বুলি তেওঁ জানিব এনেই ।"
সখীৰ কথাতে ৰাণী নিলিখিলে নাম,
সামৰি সুতৰি দিলে সখীৰ হাতত
লৰালৰি কই চিঠি; চিঠিখনি লই
ওলাই আহিলে সখী আনন্দ মনত।

## পঞ্চম সৰ্গ

"— What committed?
Heaven's stops the nose at it and the
moon winks.
The bawdy wind that kisses all it meets,
Is hush'd within the hollow mine of earth.
And will not hear it, what committed."

— Shakespeare

ধোঁৱা বৰণীয়া সাজ পিন্ধি সন্ধ্যা দেৱী
আহি উপস্থিত হ'ল ধীৰে মৰতত ।
এটি দুটি কৰি চাকি উঠিলে উজলি,
উঠিলে জগত মাতি "সন্ধ্যা প্ৰসংগত ।"
ৰিব্ ৰিব্ কৰি বলে মলয়া বতাহ
নইৰ বুকত ধীৰে ঢউ নচুৱাই,
নাচিছে গছৰ পাত ওলমি ডালত
ঘনে ঘনে তললই মূৰটি দোঁৱাই ।
আধাফুলা ঢোপাকলি মালতী যুতিৰ
গাভৰুবিলাকে মালা গাঁথে আনন্দত
হাবিয়াস কৰি কোনে আঁৰিছে ডিঙ্গিত,
খোপা বান্ধি কোনোৱেবা পিন্ধিছে মূৰত ।
কাউৰী শালিকা পখী বাঁহে বাঁহে গ'ল,
হইছে মাথোন ফেঁচা ধোন্দৰ বাহিৰ ।
কুউ কুউ গীত আৰু নাগায় কুলিয়ে
বজায় জিলিয়ে বীণা মাথোঁ জিৰ জিৰ ।
তিয়াগি পদুমবন অবোধ ভোমোৰা,
মধুৰ লোভত পৰে কেতেকী ফুলত ।
কিন্তু মধু পাব ক'ত ? পায় মাথোঁ দুখ,
ছিগিছে মাথোন পাখি পৰি কাঁইটত ।
হৰিষত ভেঁটা ফুলে চকু দুটি মেলি
আকাশৰ ফালে চায় জোন মনোহৰ,
জিকি-মিকি জ্বলে তৰা উলাহ মনত,
জোনাকী পৰুৱা দুখে তাপিত অন্তৰ ।
কাজ-কৰমৰ পৰা আহিলে সকলো,
পঢ়ি শুনি আহি ঘৰ পালেহি ছাত্ৰ ।
বিমল আনন্দ তাৰ ভৰিলে হৃদয়,
পোৱা মাত্ৰে ঘৰ, হ'ল হৰিষ অন্তৰ ॥
"দাইতা ! দাইতা !" বুলি হাত দুটি মেলি
মউ-সনা কথা কই উঠিলে কোলাত
আনন্দ মনেৰে সোণ (প্ৰাণৰ ভতিজা) !
দাইতাৰ যত দুখ লুকালে হিয়াত ॥
লাহে লাহে হ'ল নিশা পৃথিৱী নীৰৱ,
অথিৰ-অবিৰ হিয়া হইছে সুথিৰ ।
ধীৰে ধীৰে সোঁৱৰণি আনে তাৰ ছবি,
যি জ্বলালে অকালত হিয়া দাইতিৰ ॥
চুবুৰীয়া, পেহী, মাহী, চিনাকি বন্ধুৱে
(হ'ল আজি বহু দিন ।) তাক পাহৰিলে ।
হিয়াৰ মাজত কিন্তু, আছে দাইতিৰ
তাৰ সেই ছবি অঁকা, নাযায় ঘঁহিলে ॥
সুঁৱৰি লাহৰী মুখ পোৰ- নাতিনীৰ
বুঢ়ী মাকে কান্দে হায় ! এনুৱা কালত !
পুতেকৰ শোকে কান্দে অভাগিনী মাকে,
চকুত চকুলো টুকি শোক-বিষাদত ॥
এনে সময়তে বহি চ'ৰাৰ মাজত
শোকে-দুখে খঙ্গে ৰজা জৰ্জ্জৰিত হই,
দাৰুণ ক্ৰোধত আৰু শোক সন্তাপত
বুলিব' ধৰিলে চাই কটোৱাললই
"মন্ত্ৰীৰ পুতেক নন্দ, বিশ্বাসঘাতক,
নৰাধম, পাপমতি গইছে তীৰ্থত ।
উলটিছে জানো, যাছোঁ বিচাৰি তইঁতে,
য'তে পাৱ কাটি তাক পেলাবি বাটত ॥
দেখিবি নোৱাৰে যাতে সোমাব ৰাজ্যত
জীয়াই থাকোতে দুষ্ট ! পাপ মুখ তাৰ
নেদেখোঁ চকুৰে যেন; যেনে তেনে কৰি

বধিবই লাগে তাক, কুলৰ এঙ্গাৰ ॥”
এই বুলি আৰু কিবা ক'লে (মনে মনে)
কটোৱাল সব হ'ল ৰজাত বিদায়
ৰজাও সোমাই গ'ল শোৱনি-কোঠাত,
বুলিব ধৰিলে ক্ৰোধে কুঁৱৰীক চাই ॥
“বিশ্বাসঘাতিনী তই কলংকিনী তিৰী,
আনিলি কলংক তই পৱিত্ৰ কুলত ।
পিশাচিনী তই দুষ্টা ! তিৰুতা জাতিৰ,
নোৱাৰ থাকিব আৰু ই ৰাজপুৰত ॥
ডাকিনী সাপিনী তই মিছাতেই, হাঁয় !
গাখীৰ খুৱাই তোক পালিলোঁ যত্নত ।
এৰিব নোৱাৰি কিন্তু জাতীয় স্বভাৱ,
বিৰলে দংশিলি মোক হিয়াৰ মাজত ॥
কলংকিনী তই হায় ! নকৰিবি আৰু
কলংকিত ৰাজপুৰী পৱিত্ৰ নিৰ্মল ।
আৰু নাসানিবি মলি ই ৰাজ-বংশত
(চিৰ গৌৰৱেৰে ভৰা, উজ্জ্বল, বিমল) ॥”
এই বুলি, মাতি ৰজা ক'লে পমিলীক,
(ৰাণীৰ লগৰ বেটী) “যদি লাগে ভয়,
লই যা মানুহ আৰু এই পাপিনীক
ৰাজ্যৰ বাহিৰ কৰি থই আহগই ॥
মাটিয়ে মাটিয়ে নিবি খোজ কাঢ়ি যাব,
পাপিনীৰ মুখ আৰু নাচাওঁ চকুত ।
এই মুহূৰ্ততে যক, এই ৰাতিয়েই ।
দাৰুণ ক্ৰোধৰ জুই জ্বলিছে বুকুত ॥”
অকস্মাতে স্বোৱামীৰ এনে কথা শুনি
আজলী কুঁৱৰী, হাঁয় ! হ'ল বিমূৰ্চ্ছিত ।
জ্ঞান পাই পুনু, পাছে বুলিব ধৰিলে
কাতৰে ৰজাৰ ধৰি চৰণ দুটিত;
“এনেকুৱা ভাবান্তৰ কিয় হ'ল, নাথ ?
কি দোষত দোষী মই ! কিয় অকস্মাত
পিশাচী, সাপিনী বুলি গালি পাৰা মোক?
কলংকিনী বুলি শেল মাৰিলা হিয়াত !
অত দিন হ'ল হাঁয় ! কোনো দিনে মোক
নাই কোৱা এনে কথা তুমি, প্ৰাণনাথ ।
কেনে কলংকত মই আজি কলংকিনী ?
কেনুৱা দোষত মোক ত্যজিছা হঠাত ।
জ্ঞান বিশ্বাসত, নাথ ! নাই কৰা দোষ,
নাই কৰা কোনো পাপ, কলংকিত কাম ।
এনুৱা নিৰ্দয় তুমি কিয় হ'লা আজি ?
কোৱা প্ৰাণনাথ ! মোৰ জ্বলিছে পৰাণ ॥”
“কোন তোৰ প্ৰাণনাথ, কুল কলংকিনী ?”
কঠোৰ মাতেৰে চাই বুলিলে ৰজাই,
“যি দহিলি, সেয়ে হ'ল আৰু নুপুৰিবি
হৃদয়ৰ বন মোৰ অগনি জ্বলাই ॥
যি কৰিলি, সেয়ে হ'ল, আৰু কলংকিত
নকৰিবি দেহা মোৰ বুলি প্ৰাণনাথ ।
পিশাচীৰ মুখে শুনি তেনুৱা শব্দ,
ক্ৰোধ অগ্নি জ্বলে মোৰ তাপিত হিয়াত ॥”
“কি কৰিলোঁ প্ৰাণনাথ ?” সোধে কান্দি কান্দি
সৰলতা ভৰা হাঁয় ! আজলী কুঁৱৰী ।
“তুমি মোৰ প্ৰাণপতি, হৃদয়-দেৱতা,
নুবুলি তোমাক নাথ থাকো কেনে কৰি ?
তিয়াগিলে মোক নাথ ! পোৱা যদি সুখ
একো কথা নাই, মই এৰি গুচি যাম,
ৰাজ্যৰ বাহিৰ হই, কিন্তু কোৱা শুনো
কি দোষ কৰিলোঁ ? উস্ ! জ্বলিছে পৰাণ ॥
শুনি যাওঁ, কোৱা, নাথ ! কি দোষত আজি
কৰিছা তিয়াগ মোক ভাবি কলংকিনী !
মনৰ খুকুৰি ভাঙ্গি, দিয়া যাবলই,
আছে মনে খু-দুৱাই, নাপাঁও তৰণি ॥”
“অতকথা আৰু তোৰ শুনিব নোখোজোঁ,
জ্বলিছে অগনি মোৰ হিয়াৰ মাজত !
চাবলই মুখ তোৰ আৰু নাই ইচ্ছা

এই জনমত, আৰু এই নগৰত ॥
যি কৰিলি, কলংকিনী ! দেখিছে ঈশ্বৰে
নকওঁ সি কথা মই, নোলায় মুখত ।
আকাশৰ চন্দ্ৰ সূৰ্যে দেখিছে চকুত
কৰবৈ জ্বলে জুই অথিৰ বুকুত ॥"
এই বুলি ক্ৰোধে ৰজা ক'লে পমিলীক
লই যা ই পাপিনীক এই খন্তেকতে
ৰাজ্যৰ বাহিৰ কৰি কাইলই পুৱা
নেদেখো ই মুখ যেন এই নগৰত ॥"
এই বুলি খঙ্গে ৰজা আহিলে ওলাই
কোঠাৰ বাহিৰ হই বুলনিৰ ফালে ।
কান্দি কাটি বহু ৰাণী ইনাই বিনাই
পমিলীক লই পাছে যাবলৈ ওলাল ॥
সোলোকালে মণি বিৰি বাখৰুৱা খাৰু
বালিচৰী সিংখাপৰ সাজ বন্ কৰা;
এলাহ্মুৱা সাজ পিন্ধি, তপসিনী বেশে
সাজু হ'ল যাবলই ৰাণী শোক-ভৰা ॥
"লাহৰী দেহৰ পৰা" ক'লে পমিলীয়ে
কিয়নো হৰিছা, আই ! এনুৱা সুন্দৰ
অলংকাৰ, সাজ-পাৰ ? এই বয়সত
যোগিনীৰ বেশ কিয় ? কান্দিছে অন্তৰ ॥
খঙ্গত কইছে ৰজা কিবা দোষ পাই;
মাৰ গলে খঙ্গ তেওঁ পুনু হ'ব ভাল ।
সি কথাত খঙ্গ খাই নালাগে ওলাব
যাবলই, আই । পিছে ঘটিব জঞ্জাল ॥
স্বোৱামীয়ে গুৰু আই ! গুৰুৱে তোমাক
খঙ্গত কইছে কিবা, নালাগিবা তাত ।
এদিনত খঙ্গ কৰি, যদি কাটা পেট
ছমাহ শুকনি দিব লাগিব মিছাত ॥
মোৰ কথা শুনা আই ! নালাগে ওলাব
যাবলই কলইকো, থাকাছোঁ ঘৰত
আজি ৰাতি, চোৱা বাৰু, কাইলই পুৱা
কয়নে নকয় কথা তেওঁ মৰমত ॥"
"স্বামী মোৰ গুৰু বাই ! স্বোৱামী দেৱতা,
তিৰুতাৰ স্বামী ধন স্বামী অলংকাৰ,
জানো মই সকলোটি, স্বামী কাৰণে
তিয়াগিম আজি মই স্বাৰ্থ আপোনাৰ,
যদি মই থাকোঁ হায় ! তেওঁ পাব দুখ
দুখ দি তেওঁক মই নাথাকো স্বৰ্গত ।
আঁতৰিলে মই যদি তেওঁ সুখ পায়
থাকি কি কৰিম আৰু ই ৰাজপুৰত ?
তিয়াগিলো সাজ-পাৰ, মণি–অলংকাৰ,
ইটো তুচ্ছ কথা,– বাই ! পাৰোঁ তিয়াগিব
পৰাণকো আপোনাৰ, যদি পায় সুখ
স্বোৱামীয়ে মোৰ, পাৰোঁ আত্মবলি দিব ॥
সংসাৰৰ সুখ ভোগ নিচেই অসাৰ !
তেনুৱা সুখত লাগি দিম স্বোৱামীৰ
মনত কেলেশ, বাই ! নোহো তেনে মই,–
নোহে ধৰ্ম তেনেকুৱা আদৰ্শ তিৰীৰ ॥
তপসিনী বেশে যাম তিয়াগি নগৰ,
সেই বুলি মোৰ একো দুখ নাই বাই ।
কিন্তু কি দোষত আজি মোৰ এনে দশা !
তাক যে নাপালোঁ মই শুনি যাব হাঁয় !
এই দুখে মাথোঁ মোৰ দহিছে অন্তৰ !
এই দুটি কথা মাথোঁ থাকিলে মনত !
বেলি নকৰিবা আৰু ব'লা যাওঁ বাই !
ৰাজ্যৰ বাহিৰ হওঁ ঘোৰ এন্ধাৰত ॥
নহয় কইছোঁ কিনো ! লাগিছে কেলেই
তোমাক লগত বাই ? তুমিতো সদায়
নাথাকিবা ৰাখি মোক ? অকলে অকলে
যাম মই, আছে মোৰ ঈশ্বৰ সহায়
ৰাখিলে ৰাখিব তেওঁ মাৰিলে মাৰিব
ৰখা মৰা সকলোটি তেওঁৰ হাতত !
কেলেই লাগিছে বাই ? মিছা-মিছিকই

যাব তুমি মোৰ সতে নিশা দুপৰত ?
মোত লাগি কিয় খাবা এনুৱা কেলেশ ?
চকুৰে নমনা তুমি, বুঢ়ী হলা বাই ।
অকলে অকলে যাম নালাগে তোমাক
নাই ভয় বাই ! মোৰ ঈশ্বৰ সহায় ।"
এই বুলি শোকে ৰাণী ওলালে বাহিৰ
শোৱনি-কোঠাৰ পৰা অকলে অকলে
সাজু হ'ল যাবলই বেজাৰ মনত
চকুৰ চকুলো টুকি নিৰলে নিৰলে ॥
"অকলে নালাগে যাব, ময়ো যাওঁ আই !"
কান্দি কান্দি অতি শোকে পমিলীয়ে কয়,
এই মহা নিশা হায় অকলে তোমাক
কিৰূপে পঠাওঁ ? মোৰ পৰাণে নসয় !
আজলী ছোৱালী তুমি ৰজাৰ কুঁৱৰী
সজাৰ মইনা যেন থাকা ভিতৰত,
দেখা নাই বাট পথ, যাবা কেনেকই
অকলে অকলে তুমি এই এন্ধাৰত ?
ময়ো যাম, আই মোৰ ! তোমাৰ লগত,
কাৰ মুখ চাই আৰু ইয়াত থাকিম ?
কোনেনো কৰিব আৰু বুঢ়ীক মৰম
তোমাৰ যেনুৱা দশা মোৰো হব তেনে,
তুমি যোৱা বনলই, ময়ো তাতে যাম !
কি কৰি থাকিম মই ৰাজপুৰত ?
কি সুখত ? আৰু আই ! কাৰ মুখ চাম ?
নাগিনী ৰাখিবলই লাগে শৰ-যাঠি
নগাক, নাগিনী যদি নাইকিয়া তাৰ
কি কৰিব শৰ-যাঠি ? লাগিছে কেলেই
শৰ-যাঠি অকথাত, মিছা মিছি ভাৰ ?
তোমাক ৰাখিবলই দিছিলে লিগিৰী
তোমাৰ লগত মোক, যদি তুমি যোৱাঁ
ই ৰাজপুৰত আৰু লাগিছে কেলেই
দুখুনী বুঢ়ীক ? আই ! ভাবি তুমি চোৱাঁ
দুখ হক সুখ হক, তোমাৰ লগতে
যাম মই, আহা ! মোক নেৰিবা বুঢ়ীক ।
অপুত্ৰকা মই, মোৰ কোনোৱেই নাই
যোৱা লগতেই লই বুঢ়ী লিগিৰীক ।'
এই বুলি শোকে বুঢ়ী কান্দিব ধৰিলে
ইনাই বিনাই, হায় ! মনৰ বেগত !
বুঢ়ীলই চাই পুনু ক'লে কুঁৱৰীয়ে
থোকা-থুকি ধীৰে ধীৰে, বেজাৰ মনত,—
"মাইকীৰো এনে স্নেহ, এনুৱা মৰম
জীয়েকত আছে নাই নাপালো বুজিব !
সৰুতে মৰিলে আই ! মাউৰী ছোৱালী
তোমাৰ মৰম বাই ! নোৱাৰো ভুলিব ।
তোমাৰ এনুৱা স্নেহ পৰজীয়ৰীত ?
চেনেহেৰে ভৰা জানো তোমাৰ অন্তৰ ।
চেনেহে ভৰাই জানো গঢ়িলে বিধিয়ে
তোমাক, জানোবা তুমি মূৰ্তি চেনেহৰ ।
উপৰি জন্মত তুমি জানোবা আছিলা
মোৰ আই ! সেই বুলি স্নেহ এনেকুৱা
তোমাৰ মোলই বাই ! সেই বুলি জানো
অন্তৰে সইতে মোক এনে ভাল পোৱা ।
ব'লা বাই ! যদি তুমি থাকিবা লগত ।
স্বৰ্গ সুখ ভোগ মোৰ ঘটিব বনত ।"
এই বুলি কুঁৱৰীয়ে পমিলীক লই
ঘৰৰ বাহিৰ হ'ল ধীৰ ধীৰ কই ।

## ষষ্ঠ সৰ্গ

We Hermia, Lie two artificial gods,
Have with our needles created both one flower,
Both on one sample, sitting on one cushion,
Both warbling on one song, both in one Key;
As if our hands, our sides, voice and minds
Had been incorporate. So we grew together
Like to a double cherry, seeming parted,
But yet a union in partition,
Two lovly berries moulded on one stem:
So with two seeming bodies but one heart,"
— Shakespeare

গহীন দুপৰ নিশা । ঘোৰ অন্ধকাৰ,
নাই কাৰো ক'তো মাত নিজম, নিতাল !
নিশাৰ বতাহ মাথোঁ বলে ধীৰে ধীৰে
লৰাই গছৰ পাত, সৰু সৰু ঠাল ।
আহা কি গহীন ভাব ধৰিছে পৃথিবী
নাই কাৰো ক'তো খঙ্গ নাই দ্বন্দ্ব-হাই ।
নাই ক'তো শোক তাপ বিষাদৰ জুই
নাকান্দে শোকত্ কেৰে ইনাই বিনাই ।
পাহৰিছে বিৰহিণী বিৰহৰ জুই,
পুত্ৰ শোকাতুৰা মাকে শোক পুতেকৰ !
দুৰ্ভগীয়া পাহৰিছে বিষয়ৰ জ্বালা,
দাসত্ব ডোলৰ চেপা, তাপ সংসাৰৰ ।
আহা ! কি মধুৰ ভাব ! সকলো সমান,
সকলোটি একাকাৰ, নাই একো ভিন
কি অৰণ্য কি নগৰ ওখৰা-ওখৰি
অনন্ত এন্ধাৰে ভৰা, সকলো অচিন
অনন্ত ব্ৰহ্মাণ্ড, আহা! নীৰৱতা ভৰা !
জগতৰ প্ৰাণী আজি ঘোৰ টোপনিত !
নাই ক'তো কোনো কাৰো সবে অচেতন ।
এনুৱা কালত হায় ! এনে মহা নিশা
পমিলীয়ে সতে যায় দুখুনী কুঁৱৰী
বাজ হই নগৰৰ, বিষাদ মনত
হৃদয়ৰ শোক তাপ সুঁৱৰি সুঁৱৰি ।
আগে আগে যায় ৰাণী পাছত পমিলী
পকিমূৰী কুঁজী বুঢ়ী কুঁজা কুঁজ কই
লাখুটিত দি দি ভেঁজা, কঁকালত বিষে
মাজে মাজে ধৰে, পুনু ৰয় পোন হই ।
কাঢ়িব নোৱাৰে খোজ, বল নাইকিয়া
হাবাথুৰি খালে বুঢ়ী ফোঁপাই জোঁপাই !
"বহোঁছো অলপ তেনে" ক'লে কুঁৱৰীয়ে,
"ভাগৰ লাগিছে যদি বুঢ়া গাত বাই ।"
"নবহো ইয়াত আই ! বহোঁগই ব'লাঁ
গোলাপহঁতৰ তাত,* পমিলীয়ে কয়,
"সখীক নোযোৱাঁ জানো চাই আজি তুমি ?
ব'লা যাওঁ গোলাপক চাই লওঁ গই ।"
"এৰা বাই ! আহাঁ যাওঁ তাতে বহোঁগই
সখীক আজিয়ে দুয়ো দেখিশুনি লওঁ ।
আৰুতো নাপাম ? আৰু নেদেখোঁ সখীক
হেঁপাহ গুচাই আজি কথা-বাৰ্তা হওঁ ।"
এই বুলি কই ৰাণী পমিলীয়ে সতে
আকউ ধৰিলে যাব । লাহে লাহেকই;
অলপ দূৰই হই, অলপ পাছতে
গোলাপী সখীৰ দুয়ো ঘৰ পালে গই ।
ঘোৰ টোপনিত সখী গোলাপী আইটী,
মাকো ঘোৰ টোপনিত সাৰ-সুৰ নাই।
"সখি ! সখি ! উঠাছোন !" চিয়ঁৰি চিয়ঁৰি
ৰাণীয়ে সখীক পাছে তুলিলে জগাই ।

---

* গোলাপীক পমিলী বুঢ়ীয়ে 'গোলাপ' বুলি মাতে

সাৰ পালে গোলাপীয়ে চালে চকু মেলি
কুঁৱৰীৰ বেশ দেখি হ'ল আচৰিত !
সুধিলে," কি কথা সখি ! কিয় দেখোঁ আজি
এনুৱা তোমাৰ হায় ! বেশ বিপৰীত ?
হাঁহিমুৱা মুখখনি কান্দো-কান্দো হ'ল
কিনো বিষাদত আজি ? কোৱা সখি মোক;
কিয়নো আনন্দ, হায় ! নাই অন্তৰত ?
বিষাদেৰে ভৰা কিয় , পোৱা কেনে শোক ?
তোমাক এনুৱা দেখি; এনেকুৱা বেশ,-
কঁপিছে পৰাণ মোৰ, থিৰেৰে নৰয় !
কোৱাঁ সখি ! আজি কিয় যোগিনীৰ দৰে
আহিছা ই মহা নিশা অন্ধকাৰময় ?"
গোলাপীৰ কথা শুনি টুকি চকু পানী
কুঁৱৰীয়ে ক'লে কথা এটি দুটি কৰি;
(আদি অন্ত সকলোৰে) বিষাদ মনত
হৃদয়ৰ শোক তাপ সুঁৱৰি সুঁৱৰি ॥
শুনি কুঁৱৰীৰ কথা (সখীৰ স্নেহত)
গোলাপীয়ে দুখে শোকে কান্দিব ধৰিলে !
"এয়েকি আছিলে, সখি ! তোমাৰ ভাগ্যত,"
এই বুলি টোপা টোপে চকুলো টুকিলে ॥
"নাকান্দিবা আৰু তুমি," ক'লে কুঁৱৰীয়ে,-
আছিলে ভাগ্যত যেনে, ঘটিছে তেনুৱা ।
বিধাতাৰ ইচ্ছা, সখি ! নোৱাৰি খণ্ডাব,
নকৰা মিছাতে আৰু শোক এনেকুৱা ॥
এৰি দিয়া শোক সখি ! মাগিছোঁ বিদায় ।
এয়ে শেষ দেখা দেখি, আৰু নেদেখিম ।
শোক দুখ বেজাৰত অৰণ্য মাজত
সুঁৱৰি তোমাক মাথোঁ বিৰলে কান্দিম
দুৰ্ভাগ্যৰ ফেৰ সখি ! আজি শেষ হ'ল
হৃদয়ৰ আশা মোৰ ! সখীৰ প্ৰেমত
বান্ধিছিলোঁ কত কথা মিলি দুয়োজনে
কত ৰঙ্গে কতদিন বহি গোপনত ।

কত সময়ত সখি ! কত যে ধেমালি
কৰিছিলোঁ দুয়ো মিলি আনন্দ মনত
একে লগে পঢ়ি পঢ়ি কত হাঁহিছিলোঁ
ছোৱালী কালৰ হায় ! সখীৰ প্ৰেমত ।
গন্ধৰ্ব লোকৰ দুটি ছোৱালীৰ দৰে
বাছিছিলোঁ একে ফুল একে কাপোৰত !
কত সুখে একে লগে বহি দুয়োটিয়ে
গাইছিলোঁ কত গীত সুৱলা সুৰত !
হায় সখি ! যেন একে হাত একে সুৰ
একে প্ৰাণ, একে দেহ একেই সকলো
সেই দৰে, একে লগে ধৰা ধৰি কই
আমি দুয়ো সখী সখি ! একেই বাঢ়িলোঁ !
যেন দুটি কলপুলি সৰল কোমল,
স্বতন্ত্ৰ, অথচ, দুয়ো গঁথা মূলে মূলে !
একেটি ঠাৰিতে যেন দুটি ফুলা ফুল,
একে প্ৰাণ, তথাপিও ভিনে ভিনে ফুলে !
বাঢ়িলো ইদৰে, সখি ! আমা দুয়োটিয়ে
কিন্তু সি সপোন মোৰ আজি হ'ল শেষ !
শেষ দেখা আজি ! মোক নিদিবা কেলেশ !"
এই বুলি কুঁৱৰীয়ে ৰ'ল মনে মনে
তপত চকুলো টুকি নিৰলে চকুত ।
দুখ বেজাৰৰ তাপ সহিব নোৱাৰি
কান্দিব ধৰিলে মূৰ সুমাই বুকুত ।
"হায় ! সখি ! ৰজা নেকি এনুৱা নিৰ্ম্মম,"
ৰাণীলই চাই কান্দি গোলাপীয়ে কয়,
"নাই কি তেওঁৰ, হাঁয় ! একো বিবেচনা !
ত্যজিলে তোমাক ! তেওঁ এনুৱা নিৰ্দয় ?"
"কিয় সখি ! দিছা দোষ মিছাতে ৰজাক ?
আপোনাৰ ভাগ্য বেয়া কি হ'ব দোষিলে
মিছাতে লোকক সখি ! আছিলে ভাগ্যত"
সেই বুলি মোৰ আজি এনুৱা ঘটিলে ।
এই বুলি কুঁৱৰীয়ে ধৰিলে সাবটি
চেনেহেৰে গোলাপীক কান্দি কান্দি ক'লে

"যাওঁ, সখি। দিয়াঁ মোক সাদৰে বিদায়,
আৰু বেয়া হ'ব মোৰ ৰাতিপুৱা হ'লে।"
"কিয় যাবা সখি! তুমি অকলে অকলে?
তোমাৰ লগতে যাম ময়ো বনলই।
একেলগে হ'লোঁ বৰ, বাঢ়িলোঁ দুজনে,
এতিয়া কি যোৱা তুমি মোক এৰি থই?
তুমি এৰি গ'লে সখি! আজিৰ পৰা আৰু
হৃদয়ৰ কথা কাক ক'ম উদিয়াই?
কোনেনো কৰিব মোক মৰম সাদৰ
এই নগৰত? মোৰ আৰু সখী নাই।"
"অকলে অকলে থই দুখুনী মাৰাক
কিয় যাবা মোৰে সতে তুমি বনলই?
কিৰূপে থাকিব মাৰা অকলে ঘৰত?
তোমাক নেদেখি তেওঁ ৰব কেনেকই?
তোমাক নেদেখি; সখি। কান্দিব মাৰাই
আউলী-বাউলী হই দাৰুণ শোকত
নালাগে, নোৱৰা তুমি যাব বনলই
মোৰে সতে আজি সখি! মনৰ বেগত।"
"আকউ আহিম, সখি।" কয় গোলাপীয়ে
"উলটি আহিম থই তোমাক বনত।"
এই বুলি, তুলি আনি টোপনিৰ পৰা
সকলোটি ক'লে কথা, মাকৰ আগত।
দিলে মাকে অনুমতি। চেনেহী গোলাপী
গ'ল পমিলীয়ে সতে ৰাণীৰ লগত,
এখুজি দুখুজি কৰি অৰণ্যৰ ফালে
শোক দুখ তাপ লই হিয়াৰ মাজত।

## সপ্তম সৰ্গ

Remote, unfriended, melancholy, slow
Or by the lazy ́scheld or Wandering Po,

*　　*　　*

Wherever I roam　whatever realms to see,
My heart untravell'd fondly turns to thee.
— Goldsmith

পুৱতি হাঁহিছে পূবে, পলাইছে নিশা
লুকুৱাই আপোনাৰ মুখ বিষাদিত;
ডাৱৰেৰে স'তে মিলি ৰশ্মি সূৰুযৰ
জিলিকিছে আকাশৰ চাৰিও দাঁতিত।
জুই বৰণীয়া ৰথ চলে সূৰুযৰ
ধীৰে ধীৰে একেৰাহে আকাশ পথত।
আঁতৰি আঁতৰি যায় বাট এৰি এৰি
মহাঘোৰ অন্ধকাৰ বিষাদ মনত;
ধীৰে ধীৰে আহে যায় পুৱাৰ বতাহ
কুউ কুউ কৰি কুলি গায় মিঠা গীত।
কোনো হাঁহে কোনো কান্দে, কাৰো জ্বলে প্ৰাণ,
শুনি সি অমিয়া গীত কোনো বিষাদিত।
এনে সময়তে এটি পুখুৰী পাৰত
(কমতাপুৰৰ পৰা আঁতৰি বহুত)
বহি আছে এটি ডেকা বিষাদ মনত
শোকেৰে চকুলো টুকি দুয়োটি চকুত।
ভাবি ভাবি মাজে মাজে হুমুনিয়া কাঢ়ে,
তললই কৰে মূৰ বিষাদ মনত।
ক'ৰ ডেকা? কিয় এনে ভাবি বিয়াকুল?
চকুপানী টোকে কিয়? কিহৰ দুখত
প্ৰবাসী কি এওঁ হায়? নিজৰ ঘৰত
মৰমৰ বাই-ভনী তিয়াগি আহিছে?
হ'ল আজি বহুদিন, দেখা-শুনা নাই,

সি দুখতে নেকি এই চকুলো টুকিছে ?
হাত ধৰা ধৰি কৰি কত চেনেহত
ভাই ককায়েৰে সতে জানো উঠিছিলে ।
কিন্তু আজি বহুদিন, আছেহি আঁতৰি,
সেই বুলিনে কি আজি বিষাদে ধৰিলে ?
কান্দিছে হৃদয় নেকি আজি দুৰ্ভগাৰ
অতি চেনেহৰ, হায় ! মাকক সুঁৱৰি–
হিয়া ঢাকুৰাই যাক গাইছে তিয়াগি
অকলে ঘৰত, প্ৰাণ শোকাকুল কৰি ?
কিম্বা দুৰ্ভগীয়া আজি টুকিছে চকুলো,
ভাবি এৰি-থই-যোৱা প্ৰতিমা প্ৰাণৰ ?
পৰাণৰ প্ৰাণ বুলি যাক ভাবিছিলে .
তেওঁকেই ভাবি নেকি কান্দিছে অন্তৰ ?
ক'ৰ ডেকা ? কিয় আজি এনে বিয়াকুল ?
পাঠক ! পোৱা বা চিনি ? চোৱাছোঁ খন্তেক ।
যদি নাই পোৱা চিনি, কওঁ শুনা মই,–
এওঁৰেই নন্দ নাম,– মন্ত্ৰীৰ পুতেক ॥
গোলাপী সখীৰ এওঁ প্ৰাণৰ প্ৰণয়ী,–
গইছিলে এওঁৱেই গঙ্গাতীৰলই,
বিৰহৰ সাগৰৰ ঢউৰ মাজত
প্ৰণয়িণী গোলাপীক উটুৱাই থই ।
আহিছে গঙ্গাৰ পৰা উলটি এতিয়া
কত ভাবি কত চিন্তি পুখুৰী পাৰত
বহিছে দুখে ভাগৰে, কান্দিছে নিৰলে
ভাবি আপোনাৰ দশা বিষাদ মনত ।
এটি হুমুনিয়া কাঢ়ি, দুখিত মনেৰে
তললই কৰি মূৰ ভাবিলে মনত
“ক'তা ? দেখোঁ নোৱাৰিলোঁ ভুলিব একোতে ?
কত আশা কৰি পিতা দিছিলে পঠাই
গঙ্গাতীৰলই মোক, তেওঁ ভাবিছিলে,
ভুলিব পাৰিম মই সেই মুখখনি
আঁতৰি বহুত দিন দূৰত থাকিলে ।
ফুৰিলোঁ ইমান দিন ! আজি এবছৰ ।
ক'তা ? দেখোঁ নোৱাৰিলোঁ ভুলিব সি মুখ ?
হৃদয়ত আঁকা দেখোঁ, সেই একে ছবি ?
ভাবিলে ‘ভুলাৰ কথা’ বাঢ়ে মাথোঁ দুখ !
য'তে ফুৰোঁ, য'তে গ'লো দেশ বিদেশত
সেই একে ছবি দেখোঁ হিয়াৰ মাজত ?
সেই মূৰ্তি, দেখোঁ, মোৰ চিৰ লগৰীয়া ?
অলপো আঁতৰ ক'তো হোৱা নাইকিয়া ।
হায় ! পিতা, মই অতি পাপী নৰাধম ।
একোতেই নোৱাৰিলো তোমাৰ আদেশ
পালন কৰিব মই ! কিৰূপে দেখাম
তোমাক ই মুখ মোৰ ? জন্মিছে কেলেশ ।
কত ক'লা, পিতা ! তুমি (ভালৰ কাৰণে)
পাহৰিব সেই মুখ, হৃদয়ৰ পৰা
আঁতৰাব সেই ছবি, একো নোৱাৰিলো ।
সেই মুখ, পিতা ! মোৰ শোক-তাপ-হৰা
মিছা তীৰ্থলই গ'লোঁ, মিছা অতদিন
বিদেশ ফুৰিলোঁ, পিতা ! একোকে নহ'ল ।
পাহৰা থাওক পৰি নিতে সোঁৱৰণি
আনি সেই মূৰ্তি মোক কৰিলে বিকল ।
উস্ !–
জ্বলিছে হিয়াত বিষম যাতনা
পৰি প্ৰণয়ৰ ঘোৰ প্ৰমাদত !–
জ্ঞান বুদ্ধি আজি গ'ল-সকলোটি,
জ্বলে মাথোঁ হিয়া নিতে বিষাদত ।
ভুলিছোঁ জগত, ভুলিছো সংসাৰ
ভুলিছোঁ আকাশ, অমৰা নগৰ ।
ভুলিছোঁ অদৃষ্ট ভাগ্য আপোনাৰ,
জীৱন মৰণ নৰ জীৱনৰ,
ভুলিছোঁ ধৰম, ভুলিছোঁ কৰম;
ভুলিছোঁ যে আজি আপোনাৰ পৰ,
ভুলিছোঁ প্ৰতিজ্ঞা ভুলিছোঁ চেনেহ,

আপোন পিতাৰ কথা মৰমৰ ।
পাহৰিছোঁ বিয়া, ভুলিছোঁ সমাজ
ভুলিছোঁ নিজৰ হৃদয় পৰাণ ।
ভুলিছো ভাইটি ভুলিছো ভনীটি
ভুলিছোঁ সকলো জাতীয় সন্মান !!
কলংকৰ থালি বোজা বান্ধি লম,
কলংকৰ ভয় নকৰো মনত ।
কলংকিত বুলি জগতে নিন্দিব,
নিন্দোক জগতে, কি হানি নিন্দাত ?
বিৰহ ৰাক্ষস নিজে বলি দিম,
সুখেৰে পূৰাম হেঁপাহ মনৰ !
গুচি যাম গৈ দূৰ দেশলই,
জনমভূমিৰ বহুত আঁতৰ ।।
নিৰ্জন বনত কটাম জীৱন
হিয়াৰ মাজত ভৰাই পৰাণ !
কোনেও নাজানে, কোনেও নুশুনে
আমা দুয়োটিৰ প্ৰেম ভৰা গান ।"
এইদৰে কত ভাবি আপোন মনত
আছিলে অকলে ডেকা পুখুৰী পাৰত,
এনে সময়তে, হায় ! বহু কটোৱালে
তেওঁক ধৰিলে গই বেৰি চাৰো ফালে ।
বেঢ়ি ললে কটোৱালে, ধৰিলে হাতত,
বিয়াকুল হ'ল ডেকা প্ৰাণৰ ভয়ত ।
সুধিলে কাতৰ সুৰে "কিয় ধৰা মোক ?
নাই কৰা একো মই, নাই কোনো দোষ ।
হাতে হাতে তৰোৱাল দেখি লাগে ভয় !
কি দোষত আজি মোক কাটিব খুজিছাঁ ?
মন্ত্ৰীৰ পুতেক মই, নাই অপৰাধ,
আহিছোঁ তীৰ্থৰ পৰা কিয়নো ধৰিছাঁ ?"
এই বুলি কই নন্দ চকু-পানী টুকি
কান্দিব ধৰিলে, হায় ! প্ৰাণৰ ভয়ত !
নন্দলই চাই ক্ৰোধে ক'লে কটোৱালে,
"ৰজাৰ আদেশ তোক কাটিব বাটত ।
পাপী নৰাধম তই ! ব্ৰাহ্মণ কুলত
জন্ম লই, কৰ তই পৰস্ত্ৰীত আশা ?
সেই দোষে নেকি তোৰ দোষেই নহয় ?
সি পাপতে আজি তোৰ এনেকুৱা দশা ।
খন্তেকৰ পাছে আৰু নাথাকে পৰাণ,–
অধম দেহাত তোৰ !– ইষ্ট-দেৱ-নাম
সুঁৱৰিব খোজ যদি, সুঁৱৰি ল তই,–
নহলে, নাপাবি আৰু এনুৱা সময় ।"
"বিশ্বাস নহয় মোৰ," বুলিলে নন্দই,–
"নকৰে কদাপি ৰজা ব্ৰহ্ম-বধ পাপ !
খঙত যদিও তেওঁ কইছে সিদৰে
এতিয়া,– পাছত পাব ঘোৰ মনস্তাপ ।"
"ব্ৰহ্মবধ পাপ ? দুষ্ট !" কয় কটোৱালে,
শূদ্ৰিৰণী সংসৰ্গত তেজ ব্ৰাহ্মণৰ
নষ্ট পালে তোৰ গাৰ ! পতিত ব্ৰাহ্মণ !
কলংক এতিয়া তই ব্ৰাহ্মণ কুলৰ ।
তোক কাটি থ'লে, আৰু ব্ৰহ্ম-বধ পাপ
নালাগে ৰজাৰ গাত কিম্বা কাটোতাৰ !
পতিত ব্ৰাহ্মণ তই ! শূদ্ৰিৰণী লোভী !
ব্ৰাহ্মণ কুলৰ তই কুলৰ এঙ্গাৰ ।"
"যদি সেয়ে হয়," ধীৰে বুলিলে নন্দই,–
"একো কথা নাই, যদি আদেশ ৰজাৰ,–
কাটি থবা মোক, আৰু নাই আশা মোৰ
এই পাপ পৰাণত, অনিত্য, অসাৰ !
মিনতি কৰিছোঁ, কিন্তু নাকাটি এতিয়া,
লই ব'লা মোক মোৰ আপোন ঘৰত,–
শেষ দেখা দেখি লওঁ পিতাদেৱে স'তে,–
আৰু পৰাণৰ দেৱী, যাৰ সংসৰ্গত
কলংকিত বুলি সবে নিন্দিছাঁ নন্দক ।
হেঁপাহ পূৰাই লওঁ সেই মুখ চাই ।
আৰু যে নহব দেখা এই জনমত ।
দেখুৱাঁ এবাৰ মাথোঁ, আৰু আশা নাই !

মাৰা, কাটা, যেই কৰা কৰিবা পাছত,-
এবাৰ দেখুৱাঁ মাথোঁ সেই মুখখনি
প্ৰেমময়ী প্ৰতিমাৰ, যাৰ বিৰহত
জ্বলিছে হিয়াত মোৰ দাৰুণ অগনি ।
যদি দেখোঁ সেই মুখ এবাৰ মাথোন
যমো যদি নিজে আহে নকৰোঁ যে ভয় ।
নৰকতো পৰো যদি, তাতো পাম সুখ
সেই মুখখনি ভাবি, ব'লা মোক লই ।"
কত ক'লে এইদৰে, কিন্তু কটোৱালে
একো নুশুনিলে, হায় ! শিলাময় মন ।
দাঙ্গি ল'লে তৰোৱাল ! 'অষ্টমীৰ দিনা'
কাটে যেনেকই ছাগ, কাটিলে ব্ৰাহ্মণ !
ইকি ভয়ংকৰ দৃশ্য ! পুখুৰীৰ পাৰ
তেজেৰে ৰাঙ্গলী হ'ল ! নিষ্ঠুৰ কোটাল !-
ব্ৰহ্মবধ কৰি হায় ! নালাগেনে বেয়া ?
মানুহক কাটি নে কি পাৱ বৰ ভাল ?
শিলেৰে বন্ধাই নেকি পঠালে ঈশ্বৰে,
নিৰ্দয় নিষ্ঠুৰ হায় ! হিয়া তইঁতৰ ?
নালাগে পাপৰ ভয়, করুণা মনত
অকালত প্ৰাণ বধ কৰোতে নৰৰ ?
আহা নন্দ ! কান্দে প্ৰাণ ! ভাবিলে তোমাৰ
এনেকুৱা দশা আজি পুখুৰী-পাৰত !
বিদেশৰ পৰা তুমি কত আশা কৰি
আহিছিলা দেশলই কত হেঁপাহত !
আছিলে হেঁপাহ কত পাম বুলি সুখ
আকউ দেশত দেখি প্ৰণয়িনী মুখ;
কিন্তু সেই আশা হায় ! নউ- পূৰোতেই
ৰাক্ষসৰ হাতে প্ৰাণ এৰিলা নিজেই !
এনুৱাই ঘটে যদি প্ৰকৃত প্ৰেমত
প্ৰেমক বিচাৰি কিয় ফুৰে জগতত
নিৰ্বোধ মানুহে হায় ! নাভাবি নুগুণি ।
এয়ে নেকি প্ৰতিফল প্ৰেমৰ সলনি ?

ইকি কাণ্ড ভয়ানক ! নিষ্ঠুৰ কোটালে
কুটি-বাছি ল'লে হায় মাংস ব্ৰাহ্মণৰ !
মূৰটিও ল'লে বান্ধি ! নৰমাংস খোৱা
আছে কি মানুহ হায় ! কতো জগতৰ ?
এতিয়াও আছেনে কি লংকাৰ ৰাক্ষস ?
বকাসুৰ, বঘাসুৰ ঘোৰ অৰণ্যত ?
সিহঁতৰে পো-নাতিনী নেকি কটোৱাল ?
কাটিলি বামুণ আজি মাংসৰ লোভত ?
পঢ়িছোঁ পুথিত বহু আগৰ কালৰ,
(ইতিহাস পুৰাণত প্ৰাচীন যুগৰ)
বহু আচৰিত কথা, সত্য দ্বাপৰত
পশুৰ সন্তান হয় নাৰীৰ গৰ্ভত !
তইঁতেও নে কি হায় নিৰ্দয় কোটাল !
পশুৰ সন্তান- মাথোঁ সাজ মানৱৰ ?
পশুৰো যে আছে দয়া মায়া অন্তৰত;
নাই মাথোঁ কণামাত্ৰ দয়া তইঁতৰ !
মূৰটিয়ে স'তে লই মাংস ব্ৰাহ্মণৰ
নগৰৰ ফালে গ'ল বেগে কটোৱাল ।
পৰেকীয়া সময়ত পালেগই গই
ৰজাৰ নগৰ, আৰু ৰজাৰ কোটাল
দেখুৱালে উলিয়াই মূৰটি নন্দৰ,
মাংসৰ টোপোলা থলে ৰজাৰ আগত
মাংস দিলে খাবলই মন্ত্ৰীৰ ঘৰত
হৰিণাৰ মাংস বুলি !
মূৰটি সুমাই থলে লুকাই ৰজাই,
আহাহা ! আকাশ !!
বজ্ৰহীন আজি তই !- নতুবা বজ্ৰত
নাই সেই তেজ আজি, যি তেজৰ স'তে
ত্ৰিলোক কঁপাইছিলে তাহানি কালত ।

## অষ্টম সৰ্গ

There is no union here of hearts
That finds not here an end :
* * *
Beyond the flight of time,
Beyond this vale of death,
There surely is some blessed clime
Where life is not a breath,
* * *
There is a World above
Where parting is unknown;
A whole eternity of love,
Form'd for the good alone.
— Montgomery

"ক'তা সখি ! এতিয়াও নাহিলে পমিলী ?
পুৱাতেই গ'ল বুঢ়ী, কিয় অ'ত বেলি ?"
কমতাপুৰৰ পৰা বহুত দূৰই
এখন বনত ধীৰে গোলাপীয়ে কয় ।
"এৰা সখি ! অত বেলি পাব লাগিছিল–"
ধীৰে ধীৰে কুঁৱৰীয়ে গোলাপীক কয়,–
"জানো সখি! আহি নন্দ নাই পোৱাহি বা ?
সি কাৰণে, জানো বুঢ়ী আছে তাতে ৰই ?"
" কিয় সখি ! নাপাবহি তেওঁ আহি ঘৰ ?
কেবা দিনো হ'ল আজি, দেখিছিলে হেনো
তেওঁক বহুতে সখি ! বাটতে এদিন;
কিয় বুঢ়ী অহা নাই ? তাকে মাথোঁ গুণো ।
নে, সখি ! খুজিছে তেওঁ আহিব সন্ধিয়া
পমিলীৰে স'তে দুয়ো এই বনলই ?
দেখা নাই বাট-পথ ক'ত আছোঁ আমি,–
সি বুলি বা বুঢ়ী সখি ! আছে তাতে ৰই ?"
"জানো সখি ! ৰ'বাচোন" ক'লে কুঁৱৰীয়ে,–
"গধূলি হ'লেতো বুঢ়ী আহিব উলটি ?
উতলা নহ'বা সখি ! থিৰভাৱে ৰোৱাঁ,
নহ'বা মিছাতে তুমি বিয়াকুল অতি ।"
এই বুলি কুঁৱৰীয়ে ৰ'ল মনে মনে;–
সূৰুযক চাই খন্তে গোলাপীয়ে কয়;–
"যোৱাঁ দেৱ ! যোৱাঁ তুমি, লুকুৱাঁ আঁৰত
আকাশ পথৰ পৰা বেগা-বেগি কই ।
তোমাৰ-ৰথৰ ঘোঁৰা খেদোৱাঁ বেগাই,
জুই বৰণীয়া ছঁয়া পৰোক মেঘত;
যোৱাঁ দেৱ । যোৱাঁ তুমি, নাথাকিবা আৰু
আকাশ মাৰ্গত; যোৱাঁ অস্ত– অচলত ।
ৰথৰ সাৰথি তুমি নিজেই, অৰুণ !–
কোবাই কোবাই ঘোঁৰা কিয় নেখেদোৱাঁ ?
পলম কিয়নো কৰা ? বেগাবেগিকই
সূৰুযক লই তুমি কিয়নো নোযোৱা ?
নিতে নিতে তুমি সখি ! চলাইছা ৰথ,–
বিষালে বা হাত ঘোঁৰা খেদোঁতে খেদোঁতে ?
অৰুণ ! তোমাৰ নেকি লাগিছে ভাগৰ
সূৰুযে সইতে নিতে ফুৰোঁতে ফুৰোঁতে ?
এদিনো আজৰি নাই,– নিতে পুৱা হ'লে,
এহাতেৰে ডোল ধৰা,– এহাতে এছাৰি;
'এক চক্ৰ ৰথ'খনি নিতউ চলোৱাঁ
আকাশেদি– পশ্চিমৰ ফালে মুখ কৰি ।
সি বুলি অৰুণ ! যদি লাগিছে ভাগৰ
আকউ আনিবা ৰথ ৰাতিপুৱাকই !
আহাঁ হে সন্ধিয়া সখি ! দিয়া ঢালি তুমি
ধোঁৱা বৰণীয়া আহা ! শীতল কিৰণ !
দেশ এৰা প্ৰবাসীয়ে ভুলক খন্তেক
হৃদয়ৰ শোক, তাপ বিৰহ দহন !"
এনে সময়তে আহি পালেহি পমিলী
শোকত চকুলো টুকি কান্দো কান্দো হই !

পমিলীক এনে দেখি সুধিলে গোলাপী,
"কিয় বাই ! চকু-পানী টোকা এনেকই ?
সৰ্বনাশ নেকি, বাই ! ঘটিছে তেওঁৰ ?
আহি তেওঁ নেকি হায় ! পোৱাহিয়ে নাই
অথিৰ অবিৰ মোৰ হইছে হৃদয়,–
কি ঘটিছে ? কিয় কান্দা ? কোৱা মোক বাই!"
"অদৃষ্ট তোমাৰ আই !" ক'লে পমিলীয়ে,–
"মুখত নোলায় কথা, তেওঁ আৰু নাই !
সাৰিলে সংসাৰ হাত ! তেওঁৰ শোকত
নাকান্দিবা মিছা-মিছি আৰু তুমি আই ।"
"ফাটি যা হৃদয়" কান্দি গোলাপীয়ে কয়,
ঈশ্বৰো কি হায় বাই ! এনুৱা নিৰ্দয় !
আধাফুলা ঢোপাকলি ছিঙ্গে বতাহত
দয়া-মায়া বাই ! তাৰ নাইনে মনত ?"
"নহয় ঈশ্বৰ আই ! মানুহে কৰিলে ।"
চকুপানী টুকি টুকি পমিলীয়ে কয়,
"অকাল মৃত্যুত তেওঁ এৰিলে সংসাৰ ।
কিৰূপেনো কওঁ আই ! পৰানে নসয় ।
পমিলীৰ কথা শুনি কয় গোলাপীয়ে
হৰিণীৰ চকু যেন দুচকু পকাই;
"পিশাচিনী ! দিছ কিয় দুখ নৰকৰ !
দয়া, মায়া, স্নেহ তোৰ একোৱে কি নাই !
নন্দ নেকি আত্মঘাতী হ'ল তেনে বুঢ়ী !
কচো মোক মাথোঁ হায় ! হয়নে নহয় ?
যদি কৱ হয় বুলি, তেনেহলে তোৰ
বিন্দু মাত্ৰ নাই দয়া, নিৰ্দয় হৃদয় ।
হয় কথা বিষময়, তক্ষকৰো বিষ
অতি তুচ্ছ তাৰ ঠাই নানিবি মুখত ।
যদি কৱ হয় বুলি, পিশাচিনী তই !
জিবা জ্বলি যাব তোৰ দাৰুণ বিষত ॥"
"কিয় কৰা খঙ্গ মোক" কয় পমিলীয়ে
"কিবা দোষ মোৰ আই ? যদি খঙ্গ কৰা
নকওঁ একোকে আৰু মনে মনে থাকা,
মিছাতে ফুৰিলো মাথোঁ ৰাতিপুৱা পৰা ॥"
"বেজাৰত কওঁ কিবা, নালাগিবা তাত,"
ইনাই বিনাই কান্দি গোলাপীয়ে কয়,
"কোৱা তেওঁ নেকি, বাই ! হ'ল আত্মঘাতী ?
নকৰিবা বেলি মোৰ দহিছে হৃদয় ।"
"আত্মঘাতী নাই হোৱা" কয় পমিলীয়ে,
"কিবা দোষ পাই হায় ! কটালে ৰজাই,
কিন্তু কি দোষত হায় ! নাপালো শুনিব !
শুনা হ'লে, ক'লো হয় তাকো মই আই !"
এইবুলি পমিলীয়ে টুকিলে চকুলো !
হিয়ামুৰ ভুকুৱাই গোলাপী কান্দিলে !
বাৰিষা কালত যেনে বৰষুণ পানী,
চকুপানী দুচকুত সিদৰে সৰিলে !
"ফাটি যা হৃদয় !" কান্দি কয় গোলাপীয়ে
কাটি যা দুচিটা হই । হতভাগ্য প্ৰাণ
সৰ্বস্ব ঢুকালি তই কালৰ চক্ৰত !
যা বাহিৰ হই ! তোৰ নলওঁ যে নাম ।
অসাৰ অনিত্য দেহা ! যা মিহলি হই
মাটিৰে সইতে । আৰু কিয় থাক তই
বল শক্তি শৰীৰৰ ? শ্মশান মাজত
যা অ' দেহা ! তেৱেঁ স'তে আনন্দ মনত ।"
বিষাদত কান্দি কান্দি ক'লে কুঁৱৰীয়ে
সখীলই চাই ধীৰে, "নাকান্দিবা সখি !
কান্দিলে নোপোৱা আৰু দেখিব সি মুখ;
এই জগতত আৰু তেওঁক নেদেখি !
নেদেখা ৰাজ্যত সখি তেওঁ আছে গই
কান্দিলে নুশুনে তেওঁ, নোপোৱা তেওঁক !
যেনুৱা ভাগ্যত, সখি ! তেনেকুৱা হ'ল !
নাকান্দা মিছাতে, আৰু নকৰিবা শোক ।"
সখীক ইদৰে বুলি সাদৰী কুঁৱৰী
পমিলীৰ ফালে চাই সোধে ধীৰে ধীৰে,
"ইকি কথা বাই ! হায় ! কি হ'ল ৰজাৰ ?

হিতাহিত নিবিচাৰি ব্ৰহ্মবধ কৰে ?
উস্ ! কোনে জানে কালসৰ্প থাকিব ফুলত ?
ৰাক্ষসে কৰিব বাস দেৱ-মন্দিৰত !
মুখনি সুন্দৰ যাৰ– হিয়া এনেকুৱা ?
কোনে জানে জুই ৰ'দ হ'ব ৰাতিপুৱা ?"
"কেৱলে কি ব্ৰহ্মবধ ?" কয় পমিলীয়ে,
তাতো বেছি পাপ আই কৰিলে ৰজাই,
হৰিণাৰ মাংস বুলি মাংস পুতেকৰ
মন্ত্ৰীক খুৱালে উস্ । ছল কৰি আই !
খাই-বই উঠিলত অনোৱালে মাতি
ৰজাই মন্ত্ৰীক হেনো ৰাজ সভালই
পুতেকৰ মূৰ আনি দেখালে মন্ত্ৰীক
মাংসৰো যে কথা হেনো দিলে ভাঙ্গি কই ।
কান্দিলে মন্ত্ৰীয়ে হেনো বহুত বিনাই;
বহু ধন ভাঙ্গি বোলে হ'ল পৰাচিত !
এতিয়া ৰাজ্যত নাই, গ'ল তীৰ্থলই;
নাহিব উলটি; হেনো থাকিব কাশীত ।"
পমিলীৰ কথা শুনি , সুধিলে গোলাপী
কান্দি কান্দি,–"কচো বাই ! সঁচা-সঁচিকই
আছেনে তেওঁৰ মূৰ ৰজাৰ হাতত ?
এতিয়া তালৈ গ'লে দেখিমনে মই ?"
"এতিয়াও আছে আই ! ৰজাৰ হাততে"
চকুপানী টুকি টুকি পমিলীয়ে কয়,
"যদি যোৱা, পাবা দেখা, যদি চাব খোজা,
সোনকালে যোৱা আই ! ৰজাৰ তালই ।"
কথা শুনি পমিলীৰ, ইনাই-বিনাই
গোলাপীয়ে ক'লে কান্দি ৰাণীলই চাই
"দশা বেয়া মোৰ সখি ! যি হ'বৰ হ'ল ।
দুপৰ নউ হওঁতেই বেলি মাৰ গ'ল ।
যি আছিল সেয়ে হ'ল । কান্দিছো মিছাতে
পমিলীৰ স'তে আজি থাকাছোঁ বনত ।
আহোঁছো মই এবাৰ নগৰৰ পৰা,
আকউ আহিম; চিন্তা নানিবা মনত ।"
"এনে বেজাৰত সখি ! মনৰ বেগত
নালাগে তালই যাব, যদি যোৱা সখি !
হৃদয়ৰ জুলা জুই উজুলি উঠিব।
(ভাবিলে পৰাণ কান্দে !) সেই দৃশ্য দেখি !
যোৱা যদি, পাছে যাবা আন দিনলই;
এতিয়া নালাগে যাব, কথা শুনা সখি !
কটাঘাত চেঙ্গা তেল দিলে কিবা লাভ ?
জুলিব পৰাণ মাথোঁ, হবা মাথোঁ দুখী ॥"
"আতোকই আৰু সখি কি জুলিব জুই ?"
কান্দি কান্দি গোলাপীয়ে কুঁৱৰীক কয়,
জুলিবৰ আছে যদি, চাওঁ জুলায়েই;
নাবাধিবা সখি ! মোৰ জুলিছে হৃদয় ।"
এইবুলি গোলাপীয়ে নগৰৰ ফালে
বেগেৰে ধৰিলে খোজ, সন্ধিয়া লগাত
পালেহি নগৰ আহি, দেখিলে ৰজাক
বহি থকা দুখ মনে অকলে চ'ৰাত!
"মহাৰাজ ! পতিঘাতী তুমি অভাগীৰ ।"
কান্দি কান্দি গোলাপীয়ে বুলিলে ৰজাক,
"ফুলতে কৰিলা মোক অনাথ বিধৱা;
শিলেৰে গঢ়িলে নেকি ঈশ্বৰে তোমাক ?
এপাত পাণৰ বহ (?) নউ পাওঁতেই
স্বোৱামীক বধি মোক বিধৱা কৰিলা ।
এয়ে কি ৰজাৰ ধৰ্ম ? ব্ৰহ্মবধ কৰি
পবিত্ৰ বংশত কিয় কলঙ্ক আনিলা ?
সেই যেই হক ৰজা ! কৰিছোঁ মিনতি,
দিয়া অভাগীক মোক মূৰটি স্বামীৰ,
হেঁপাহ পূৰাই লই হিয়াৰ মাজত,
জুৰাওঁ হৃদয় মোৰ অথিৰ-অবিৰ ॥
বেলি নকৰিবা, ৰজা ! মাতিছো তোমাক
মূৰটি তেওঁৰ মোক দিয়া উলিয়াই !
শেষ চোৱা লওঁ চাই এই জনমত

লওঁ দেখি আজি মই হেঁপাহ পূৰাই !"
"কি কইছা সখি তুমি ! একো বুজা নাই !"
গোলাপীক ধীৰে ধীৰে বুলিলে ৰজাই,
বিয়া নউ দিওঁতেই, বাঁৰী হ'লা তুমি !
মানে কি ইয়াৰ, সখি ? নাপালো যে গুণি !"
"নাই দিয়া বিয়া সঁচা ! বিয়া দেশাচাৰ
নিদিলেও বিয়া, তেওঁ স্বামী অভাগীৰ·
বৰিছিলো মনে মনে মিলিছিলে মন
অন্তৰে অন্তৰে ৰজা ! আমা দুয়োটিৰ ।
দেশাচাৰ মতে হায় ! দেখনিয়া বিয়া
যদিও নহ'ল ৰজা আমা দুয়োটিৰ,
ইটে সিটে দুয়োটিকে ভাল পাইছিলোঁ,
নহ'লেও বিয়া, তেঁৱে স্বামী অভাগীৰ !
তেওঁকেই ভাবি ভাবি নিয়াম জীৱন,
বেলি নকৰিবা, দিয়া মূৰ উলিয়াই;
হিয়াৰ মাজত লই শাঁত কৰো প্ৰাণ,
হেঁপাহ পূৰাই হায় ! লওঁ আজি চাই !"
"ইকি আচৰিত সখি ?" বুলিলে ৰজাই
"তোমা দুয়ো সখি নেকি একেই বিধীয়া ?
গুপ্ত প্ৰেম তাৰে সতে দুয়োৰে আছিলে !
আছিলে কি নন্দ হায় ! এনুৱা পপীয়া ।
একে কলংকৰে নেকি দুয়ো কলংকিনী ?
দুয়ো সখী একেদৰে পাপত মজিলা ?
চিৰ পবিত্ৰতা ভৰা কমতাপুৰত
কলংকৰ পানী দুয়ো সখীয়ে ঢালিলা ?"
"কি কইছা তুমি ৰজা ! দুয়ো সখী বুলি ?
একো নুবুজিলো হায় ।" গোলাপীয়ে কয়,
"মই বাৰু কলংকিনী আৰু কোন সখী
আছে এই নগৰত কলংকিনী হই ?
মোৰ সতে ভাল পোৱা আছিলে তেওঁৰ,
গুপ্ত প্ৰেম তেঁৱে সতে আৰু কাৰো নাই !
তোমা দুয়ো সখী বুলি কোৱা কি ভাৱত
একো বুজা নাই মই দিয়াছো বুজাই ।"
"কিয় কোৱা মিছা কথা ?" বুলিলে ৰজাই
"জানা তুমি সকলোটি নন্দৰ লগত
কুঁৱৰীৰো গুপ্ত প্ৰেম আছিলে নিশ্চয়
কিয় মিছা কোৱা তুমি মোৰ সন্মুখত ?"
"এনুৱা মিছা সন্দেহ কিয় কৰা ৰজা ?"
আচৰিত হই শোকে গোলাপীয়ে কয় ঃ
"কিহত জানিলা তুমি ? কিয় অবিশ্বাস ?
সতী পতিব্ৰতা ৰাণী, অসতী নহয় ॥"
"অসতী নহয় ? সখি ! অসতী কুঁৱৰী,
প্ৰমাণ দেখালে তুমি পাৰিবা বুজিব,"
এইবুলি চিঠিখনি (মোকোলাই লোৱা
ৰিহাৰ গাঁথিৰ পৰা) ধৰিলে পঢ়িব।
চিঠি পঢ়া অন্ত হ'ল— ক'লে গোলাপীক
" ইমানতো নেকি তুমি বিশ্বাস নকৰা
ৰাণীকো তোমাৰ দৰে বামুণ নন্দৰ
গুপ্ত প্ৰণয়িনী বুলি কলংকেৰে ভৰা ?"
"কি কাম কৰিলা ৰজা ?" কয় গোলাপীয়ে
দুখে হুমুনিয়া কাঢ়ি ৰজালই চাই;
"এই চিঠিয়েই নেকি দুৰ্দশা ৰাণীৰ ?
ইয়াতেই নেকি তেওঁ বনলই যায় ?
এয়েই প্ৰমাণ নেকি আৰু আছে ৰজা ?
ইয়াতে ৰাণীক নেকি ভাবিছা অসতী ?
আৰু যদি পোৱা নাই একোতে প্ৰমাণ,
তেনে কুঁৱৰীৰ হ'ল মিছাতে দুৰ্গতি ।"
"প্ৰমাণ চিঠিত বাজে আৰু মোৰ নাই ।"
বিয়াকুল মনে ৰজা গোলাপীক কয়,
"কিবা যদি জানা সখি ! কোৱা শীঘ্ৰে মোক
কুঁৱৰীক ভাবি মোৰ কান্দিছে হৃদয় ।"
"বহুদিনাৱধি মোৰ আছিলে প্ৰণয়
মন্ত্ৰীৰ পুতেকে সতে" গোলাপীয়ে কয়,
"পাছে হায় ! সেই কথা গম পালেগই

নন্দৰ বাপেক মাকে লাহে লাহে কই ।
কত চেষ্টা কৰিছিলে কত যত্ন কৰি
নোৱাৰিলে এৰুৱাব কিন্তু পুতেকক,
সেইবুলি, ছল কৰি দিলে পঠিয়াই
গঙ্গাতীৰলই হায় ! পাছত নন্দক ।
তীৰ্থলই গ'ল তেওঁ থাকিলোঁ ইয়াতে
বিৰহৰ জ্বলা জুই ফুঁৱাই ফুঁৱাই ।
তেওঁল'কে দিবলই এই চিঠিখনি
লেখোৱাইছিলো মই সখী-হতুৱাই
তুমি দেখা বুলি ৰাণী ভয় ভয় কৰি
লিখিছিলে চিঠি তুমি টোপনি গ'লত;
লিখি অঁটালত, পাছে থইছিলে বান্ধি
সামৰি-সুতৰি হায় ! ৰিহাৰ আগত ।
পাছদিনা ৰাতিপুৱা চিঠি খুজিছিলোঁ,
বিচাৰি নেপালে তেওঁ ৰিহাৰ আগত !
এতিয়া জানিলো ৰজা ! তুমি চিঠি চোৰ;
মোকোলাই নিলা তেওঁ টোপনি গলত !
এতিয়া জানিলো তুমি মিছা সন্দেহত
ব্ৰহ্মবধ মহাপাপ কৰিলা বংশত ।
মিছাতে ৰাণীক দিলা দুখ দুৰগতি,
নিশ্চয় জানিবা ৰাণী নহয় অসতী ।"
"সত্য কৰি কোৱা সখি !" বুলিলে ৰজাই,
"কান্দিছে হৃদয় মোৰ দাৰুণ শোকত !
নোহে কি অসতী ৰাণী ? চিঠি কি তোমাৰ ?
ত্যজিছোঁ তেওঁক নেকি মিছা সন্দেহত ?
ইচ্ছাময় ! জগদীশ ! গুচোৱা সন্দেহ
হৃদয়ৰ পৰা মোৰ । কৰা দৈৱবাণী,
অসতী নহয় ৰাণী, নাই চোৱা পাপে
কুৱৰীৰ দেহা, সতী পতিব্ৰতা ৰাণী ।
গুচোৱা সন্দেহ মোৰ পুনু আজি যাওঁ
আনোগই মাতি বুলি দেৱী হৃদয়ৰ,
কমতাৰ ৰাজলক্ষ্মী, যাৰে সদগুণত
মোহিত আছিল হায় ! কমতা নগৰ ।

মই অতি নৰাধম ! নাভাবি নাচাই,
সতী তিৰোতাক দিলো দুখ হৃদয়ত ।
হৃদয়ৰ ৰত্ন হায় ! দিলো দলিয়াই;
ঠাই আৰু নাই মোৰ ক'তো নৰকত ।"
"সত্য কৰি কওঁ ৰজা !" গোলাপীয়ে কয়
"সতী পতিব্ৰতা ৰাণী অসতী নহয় ।
সাক্ষী আছে মহাৰাজ ! সৌৱা জোন তৰা ।
সেই চিঠি মোৰ, ৰাণী সতীত্বৰে ভৰা ।
সেই যেই হ'ক হায় ! যিহকে কৰিলা,
উলিয়াই দিয়া মোক মূৰ স্বোৱামীৰ !
হেঁপাহ পূৰাই লৈ হিয়াৰ মাজত
শাঁত কৰো মন প্ৰাণ, হৃদয় অথিৰ ।"
এই বুলি গোলাপীয়ে কান্দিব ধৰিলে,
ৰজাই নন্দৰ মূৰ দিলে উলিয়াই ।
ইনাই-বিনাই কান্দি অতি হেঁপাহত
হিয়াৰ মাজত ললে অভাগী সুমাই ।
"প্ৰাণেশ্বৰ ! প্ৰাণনাথ ! অভাগীক লাগি
অকালতে হায় ! তুমি ত্যজিলা পৰাণ ।
নাকান্দো সি বুলি আৰু ! সুখী তাত দাসী
ত্যাজিম পৰাণ আজি সইতে তোমাৰ ।
ব'লা নাথ ! ব'লা যাওঁ দুয়ো একেলগে,
নুমাওঁ দুয়োৰে আজি হৃদয়ৰ জুই ।
বিষময় ই সংসাৰ এৰি ব'লা নাথ !
নিত্য ধামলই যাওঁ, সেই স্বৰ্গপুৰ।
পৃথিৱীৰ ভালপোৱা দুদিনীয়া মাথোঁ
নহয় চিৰকলীয়া প্ৰেম সংসাৰৰ ।
কিন্তু নাথ ! আছে তাত সিপাৰে মেঘৰ
স্বৰ্গ নামে দেশ এক অনন্ত সুখৰ ।
নাই ভিন সি দেশত বামুণ শূদিৰ,
নাই তাত জাতি কুল ধনী ধনহীন ।
বিৰহ বিচ্ছেদ তাত নাই শোক তাপ,
কি ৰজা কি প্ৰজা তাত নাই একো ভিন ।

ব'লা নাথ । দুয়ো আজি যাওঁ সি দেশত,
ভিন-পৰ ঘিণা-ঘিণি থকা ঠাই এৰি,
তিয়াগী সংসাৰ ঘোৰ শোক-তাপ ভৰা
য'ত নাই শোক তাপ সন্তাপ এফেৰি ।
সি ঠাইত দুয়ো আমি নোহো এৰা-এৰি,
বিৰহৰ গোন্ধো নাই;— নিতউ মিলন ।
'কলংকিত' বুলি নাথ নোৱাৰে নিন্দিব,
প্ৰকৃত প্ৰেমত তাত সবেই মগন।
মহাৰাজ !
অকলে আইতা আছে ঘৰত দুখুনী ।
দেখা যদি পোৱা হায় ! কেতিয়াবা তুমি,
ক'বা (মোৰ হই) হেনে, তিয়াগি সংসাৰ
নন্দৰ সইতে গ'ল গোলাপী তোমাৰ !
যদি সোধে কুঁৱৰীয়ে প্ৰাণৰ সখীয়ে—
ক'বা মহাৰাজ হেনে আজি শেষ হ'ল ।
তোমাৰ সখীটি সেই ছোৱালী কালৰ
নন্দে স'তে দুৰ্ভাগিনী স্বৰ্গলৈই গ'ল ।
অনুৰাগ সুখে হায় ! মাধৱী লতাই
ভুজ—ফাঁহে তমালক যি ৰূপে মেৰাই,
বিৰহ ব্যাকুলা হায় ! দুখুনী গোলাপী
নন্দকেই মেৰিয়াই সি দৰে পলায় ।
এইবুলি গোলাপীয়ে ল'লে উলিয়াই
হাতৰ কটাৰিখনি ফুলাম ডাবৰ !
আপোনাৰ ডিঙিতেই দিলে তিনি ৰেপ !
লুটি খাই পৰি হায় ! কৰে ধৰ্-ফৰ্ ।
ইকি কাণ্ড হায় ! দেখি কান্দে যে পৰাণ,
তেজেৰে ৰাঙলী হ'ল দুখুনী গোলাপ ।
নাই মাত নাই বোল নিমাত অচল ।
ভুলিছে দুখুনী আজি বিৰহৰ তাপ ।
প্ৰণয়ীৰ মৃত্যু শোক ভুলিছে দুখুনী
ভুলিছে দুখুনী ছবি শোক বিষাদৰ ।
প্ৰণয়ীত লাগি কৰি আত্ম-বিসৰ্জন,
দেখুৱালে আজি চিন প্ৰকৃত প্ৰেমৰ ।
যোৱা তুমি সুখে যোৱা গোলাপী সুন্দৰি !
প্ৰণয়ীৰে স'তে আজি যোৱা স্বৰ্গলই,
গুচাই মনৰ দুখ বেজাৰ সন্তাপ,
বিৰহৰ জ্বলা জুই নুমুৱাই থই ।
প্ৰকৃত প্ৰেমৰ তুমি দেখুৱালা চিন
প্ৰণয়ত লাগি দিলা আত্ম-বিসৰ্জন ।
সুন্দৰি ! তোমাৰ দৰে প্ৰেমৰ নিমিত্তে
জগতত প্ৰাণ দিব পাৰে কেইজন ?
বলিয়ানী, উন্মাদিনী বুলিব জগতে
তোমাক সুন্দৰি ! কিন্তু যদি প্ৰণয়ত
আপোনাক পাহৰিব নোৱাৰে প্ৰেমিকা,
কিবা সুখ ভালপোৱা তেনুৱা প্ৰেমত ?
নিজৰ অস্তিত্ব যদি নোৱাৰে ভুলিব,
প্ৰেমিক-প্ৰেমিকা যদি পগলা নহয়,
সেই প্ৰেম ভালপোৱা নিতান্ত অসাৰ
তেনুৱা প্ৰেমক কোনে প্ৰেম বুলি কয় ?
আহাহা জানিলে হায় ! যেতিয়া জুলীয়া[১]
ৰোমিওৰে স'তে হ'ব নোৱাৰে বিবাহ ।
মণ্টাগো কেপুলেটৰ শত্ৰু চিৰকাল
উভয় বংশৰে কাৰো নাই আহ-যাহ,
হৃদয়ৰ বেগ হায় সহিব নোৱাৰি
জুলীয়া ধৰিলে ক'ব নিজকে পাহৰি,—
"ৰোমিও ! ৰোমিও ! কোৱা ৰোমিও ! নোহোৱা
বিপক্ষৰ পুত্ৰ তুমি, অন্য নাম লোৱাঁ
সলাব 'ৰোমিও' নাম যদিহে নোখোজা,
কোৱা মাথোঁ তুমি মোক বুলি ভাল পাওঁ,
তেন্তে এই খন্তেকতে পিতৃ-মাতৃ এৰি
নিজৰে 'জুলীয়া' নাম আপুনি গুচাওঁ ।"
প্ৰেম-বলিয়ানী হায় জুলীয়া সুন্দৰী
নোৱাৰিলে পাহৰিব ৰোমিও ধনক ।
শেহত দুয়োটি গই দিলে বিসৰ্জন

[১] Juliet

প্ৰণয়ত লাগি হায় আপোন প্ৰাণক ।
আহাহা পৰাণ কান্দে ! আজলী ওফিলী[২]
শুনিলে দুখুনী যেৱে প্ৰাণ পৰাণৰ
হেমলেটে আৰু বোলে নকৰে বিবাহ,-
কান্দিব ধৰিলে কত দুঃখিত অন্তৰ
উন্মাদিনী হ'ল হায় ! শুনিলে দুঃখিনী
হেমলেট আৰু বোলে নাই সংসাৰত
কত কান্দি কত নাচি উন্মাদিনী দৰে
ত্যজিলে পৰাণ গই লাগি প্ৰণয়ত !
প্ৰণয়ত লাগি কৰে আত্ম-বিসৰ্জ্জন ।
সি দৰে তুমিও আজি গোলাপী সুন্দৰি !
পাহৰিলা আপোনাক অস্তিত্ব নিজৰ,
ত্যজিলা পৰাণ নিজে প্ৰণয় সুঁৱৰি !
আত্মঘাতী হ'লে বোলে কাৰো মুক্তি নাই,-
কোনে কয় এনে কথা ? কেনুৱা শাস্ত্ৰত ?
যদি সেয়ে হয় হায় ! প্ৰকৃত প্ৰণয়
নেদেখিব কোনোৱে যে আৰু জগতত
মিছা কথা ! যোৱা তুমি গোলাপী সুন্দৰী !
মন সুখে যোৱা তুমি বৈকুণ্ঠ পুৰত,
কবিৰ ঈশ্বৰী আৰু লক্ষ্মীয়ে সইতে
বিৰাজিছে য'ত প্ৰভু সন্তোষ মনত ।
আয়ে বজাইছে বীণা, গাইছে সংগীত
মণি মৰকত আদি পিন্ধি অলংকাৰ,
মাহী আয়ে শুৱাইছে সোণালী দুৱাৰ ।
সুন্দৰি ! তালই তুমি গুচি যোৱাগই
বিৰহৰ জ্বলা জুই নুমুৱাই থই,
নন্দৰে সইতে তাত কৰা স্বৰ্গ ভোগ
আঁতৰাই দুখ তাপ, সংসাৰৰ শোক ।

## নৱম সৰ্গ

Ah what a life were this! how sweet! how lovely!
Gives not the hawthorn bush a sweeter shade,
To shepherds looking on their silly sheep,
Than doth a rich embroidered canopy
To king that fear their subjects treachery ?

— *SHAKESPEARE*

ওলাইছে ৰঙ্গা বেলি পুব আকাশত
নিশাৰ এন্ধাৰ ঘোৰ দূৰতে খেদাই ।
জুৰিলে চৰায়ে গান মধুৰ সুৰত,
সাৰ পালে সকলোটি ন পৰাণ পাই ।
শোৱা ঢাৰি-পাটী এৰি উঠিল সকলো,
গঁয়ালী তিৰুতা উঠি কৰে বাহী-বন,
ঠাই সাৰে পানী আনে, বিচাৰিছে শাক,
ৰঙ্গা বেলি দেখি ল'ৰা আনন্দিত মন ।
কাষত কলহ লই দলে দলে যায়
গঁয়ালী গাভৰুহঁত নই ঘাটলই,
কোনোৱেবা গা ধুইছে, কোনো ভৰাইছে
কলহত পানী, কোনো আছে তাতে ৰই ।
খিল্ খিল্ খিল্ কৰি হাঁহে কোনোজনী
অন্তৰৰ গোপনীয় ভাব উলিয়াই;
কোনো নাচে কোনো বায় দুহাতে চাপৰি,
কোনোৱেবা ৰঙ্গমনে প্ৰেমগীত গায় ।
কি ৰজা, কি প্ৰজা, হায় ! কি ধনী দুখীয়া
কমতাপুৰৰ আজি সবে সাৰ পায়;
বনৰ মাজত কিন্তু ৰাণী স'তে থকা
পমিলী বুঢ়ীৰ সাৰ এতিয়াও নাই ।
অচেতন ভাবে বুঢ়ী আছে টোপনিত,
উঠিলে বহুত বেলি সাৰকে নাপায় ।

---
[২] Ophelia

পাছে কাষলই গই সাদৰী ৰাণীয়ে
ধীৰে ধীৰে পমিলীক তুলিলে জগাই
কুঁৱৰীয়ে জগালত সাৰ পালে বুঢ়ী
চকু মেলি চাই ধীৰে ক'লে কুঁৱৰীক;
ল'ৰালৰি কৰি মোক কিয়নো জগালা ?
দেখিছিলোঁ মই আই ! এটি সমাজিক ।"
"কিনো দেখিছিলা বাই কেনুৱা সপোন ?"
বুঢ়ীলই চাই ধীৰে কুঁৱৰীয়ে কয়,
"কিনো হ'ল জগালত ? কিয় পালা বেয়া ?
কোৱা বাই ! কি দেখিলা, শুনোচোন মই ।"
"ৰাতি পুৱাইছে যেন", পমিলীয়ে কয়,
"আহিছে ৰজাই হেনো এই বনলই,
আনিছে দোলা, দুলীয়া, ঢুলীয়া, গায়ন,
মানুহে পৰিলে ভৰি যেন এই বন
সুঁৱৰি সুঁৱৰি যেন অকাৰ্য নিজৰ
তোমাৰে আগত ৰজা কান্দিলে বহুত
সাদৰে তোমাৰ ধৰি দুটি হাত আই !
উলিয়াই চকুপানী দুয়োটি চকুত ।
তুমিও কান্দিলা হেনো চকুপানী টুকি,
সাদৰে ৰজাৰ ধৰি দুটি চৰণত,
তাৰ পাছে যেন তুমি উঠিলা দোলাত
ৰজাই সইতে হেনো আনন্দ মনত ।
আৰু নেদেখিলোঁ একো জগাই তুলিলা
টোপনিৰ পৰা মোক তুমি আহি আই !
ইয়াকে প্ৰভুক খাটো, সমাজিক মোৰ
আজি যেন তালে তিলে শীঘ্ৰে ফলিয়ায় ।"
সপোনৰ কথা শুনি বুঢ়ীৰ মুখত,
হুমুনিয়া কাঢ়ি ক'লে ৰাণীয়ে শোকত–
"সি সুখৰ দিন নেকি আৰু বাই হ'ব ?
মৰুৰ মাজত মোৰ নই নেকি ব'ব ?
ভেকুলী পিঠিত হায় ? গজিব কি নোম ?
বেলি কি ওলাব মোৰ ভাগ্য আকাশৰ ?
দুখৰ কলীয়া মেঘ থই আঁতৰাই,
ৰাঙলীৰ'দে কি আৰু কৰিব পোহৰ ?
ভাগ্য ফুল আৰু বাই ! ফুলিব কি মোৰ ?
সেই সুখ আৰু নেকি পাম জীৱনত ?
ফুটা কপালৰ মোৰ গুচিব কি দুখ ?
পাম কি বহিব আৰু স্বামীৰ কাষত ?"
এই বুলি কুঁৱৰীয়ে কান্দিব ধৰিলে,
বুকুৰ মাজত হায় ! মুৰটি সুমাই ।
ৰাণীৰ কান্দন দেখি বিয়াকুল হই,
বুলিব ধৰিলে বুঢ়ী দুহাত ফুৰাই;
"নকৰিবা শোক আই ! নাভাবিবা তুমি
সমাজিক মিছা বুলি, ফলিয়াব পাৰে ।
আহিলেও পাৰে ৰজা আহিব ইয়াত,
কেতিয়া কি ঘটে, ক'ব কোনেও নোৱাৰে ।
অকস্মাতে খঙ্গ কৰি, নাভাবি নাচাই
ত্যজিলে তোমাক হায় ! মহাৰাজে আই !
অনুতাপ বেজাৰত আকউ এতিয়া
কান্দিব ৰজাৰ পাৰে মন প্ৰাণ হিয়া ।
আকউ তোমাক তেওঁ নিব পাৰে আই !
নিব যে নোৱাৰে এনে অসম্ভৱ নাই ।
তোমাৰ ভাগ্যৰ ফুল ফুলিবও পাৰে,
ফুলিলে কোনেও আই ! জপাব নোৱাৰে ।
পুৱাৰ সপোন দেখোঁ, সঁচা বুলি কয়,
ঘটিব তোমাৰ ভাল সেয়ে যদি হয় ।
সমাজিক মিছা বুলি নাভাবিবা আই !
কেতিয়াবা সমাজিক ঠিক ফলিয়ায় ।"
"সপোন মনৰ ভ্ৰান্তি," কয় কুঁৱৰীয়ে
"সঁচা হোৱা হ'লে, কত অভাগীয়ে বাই !
পালে হয় ওলোটাই প্ৰাণৰ পুতেক
গইছে যি অকালত হিয়া ঢাকুৰাই ।
কত বিধৱাই হায় পালে হয় পতি
(গইছে যি অভাগীক থই কন্দুৱাই)

কত বিৰহীয়ে, পালেহেঁতেন প্ৰণয়ী
সমাজিক যদি সঁচা হ'ল হয় বাই !
কত দীন দুখী হায় ! হ'ল হয় ৰজা
সপোনত পোৱা সেই ৰাজ্যভাৰ লই
কত ৰজা হ'ল হয় দৰিদ্ৰ কঙ্গাল
সপোনত ৰাজ ভোগ হেৰুৱাই থই ।
হায় বাই –
সপোনত পোৱা সুখ খন্তেকীয়া মাথোঁ,
যি পায় তেনুৱা সুখ, কিবা সুখ তাৰ ?
টোপনিত যত বেলি, তত বেলি সুখ,
সাৰ পাই কান্দে টুকি চকুলো দুধাৰ ।
বিজুলীয়ে যেনেকৈ খন্তেক পোহৰি
ডকা-ডোমা কৰি পুনু বঢ়ায় এন্ধাৰ;
খন্তেক লগাই ৰঙ্গ, সপোন সিদৰে
বেছি কৰে মানুহৰ সন্তাপৰ ভাৰ ।
সপোন মনৰ ভ্ৰান্তি,– একেবাৰে মিছা,
সেই সুখ আৰু মোৰ নঘটে ভাগ্যত !
নিতে তাকে ভাবি থাকা সেই বুলি বাই ।
তাকেই দেখিলা তুমি ঘূৰি সপোনত ।
সপোন মনৰ ভ্ৰান্তি অকস্মাতে দেখে,
যদিও বা মাজে মাজে কেতিয়াবা হায় !
ফলিওৱা যেন দেখি, কিন্তু প্ৰকৃততে,
ভ্ৰান্তি মাথোঁ একো ঠিক সপোনত নাই ।"
"হওঁতেও হায় আই ! নিতে তাকে ভাবোঁ,
যোগীৰ নিচিনা কই তাকে কৰো ধ্যান,
তাকেই দেখিলো আজি ঘূৰি সপোনত,
ফলেকি নফলে আজি চাওঁ পৰমাণ ।"
এই বুলি কই বুঢ়ী ৰ'ল মনে মনে,
কুঁৱৰীয়ে দুখে শোকে বহিলে কাষত
আপোন ভাগ্যৰ আৰু সপোনৰ কথা
ভাবি ভাবি মনে মনে ব্যাকুল মনত ।–
ভাগ্যৱতী তুমি অতি, যিহকে ধিয়োঁৱা,
যিহকে মনত ভাবা, তাকে দেখা ঘূৰি
সপোনত তুমি, মোৰো ভাগ্যখনি তেনে
হোৱা হ'লে, কত সুখী হলো হয় বুঢ়ী !
হ'লে আজি বহু দিন ! হেৰুৱালে এটি
পৰাণৰ ৰত্ন মোৰ (ভতিজা স্নেহৰ)
কত তাকে ভাবি থাকো কতনো ধিয়াওঁ
দেখিম দেখিম বুলি মুখনি সুন্দৰ !
এদিনো নেদেখোঁ কিন্তু হায় ! সপোনতো,
সেই মুখখনি মোৰ লাহৰী সোণৰ
দেখোঁ মাথোঁ কিবা কিবি, আৰ তাৰ মুখ,
যাৰ মুখ চাব মোৰ নোখোজে অন্তৰ ।
যাক চাবলই কৰোঁ মনত হেঁপাহ,
সপোনৰ পৰা সিটো থাকে আঁতৰত;
যাক দেখি নাই লাভ (বৰঞ্চ হানিহে) !
সিটো মাথোঁ দেখা দিয়ে আহি সপোনত ।
যাক ভাবোঁ, তাৰ ছবি, মূৰ্তি মনোহৰ
দেখালেহেঁতেন যদি আনি টোপনিত,
সকলোকে এৰি আজি পূজিলোহেঁতেন
স্বপ্নকে দেৱতা ভাবি, হই একচিত ।
কিন্তু হায় ! সমাজিক নহয় দেৱতা,
কিবা কিবি দেখুৱায় পাগলামি কৰি;
সপোন মনৰ ভ্ৰান্তি,– পগলা মগজ
টোপনিত ভাও দিয়ে নানা মূৰ্তি ধৰি ।
ইনো কি আকউ ! দেখো গোটেই অৰণ্য
ঢুলীয়া গায়েনে আহি পৰিলেহি ভৰি ।
আহে দোলা, আহে হাতী, বহুত ছোৱালী
কপালত ফোট পিন্ধা শাৰী শাৰী কৰি ।
এনে আড়ম্বৰ কৰি কোন আজি আহে
অকস্মাতে এই মহা অৰণ্য মাজত ?
যেয়েই আহোক,– কিম্বা পাছেও শুনিম,–
এটি কথা সুধি মাথোঁ চাওঁ প্ৰথমত ।
গাভৰুসকল ! মোক নাপাৰিবা গালি,–

কোৱাচো খন্তেক ৰই, লেহেৰী খোপাত
কিয় পিন্ধা অত ফুল খোপা উপচাই ?
ভাৰ যেন নালাগেনে লাহৰী দেহাত ?
ধৰিছা গাভৰু বল, নালাগিব পাৰে
ভাৰ যেন,– মূৰ জানো নাই কৰা ভৰ ?
কিন্তু কি কৰিবা যদি ছিগি পৰে খোপা
সহিব নোৱাৰি ভৰ ইমান ফুলৰ ?
'ইউদিকোলন' আৰু 'লেভেণ্ডাৰ' তেল
চিচাই চিচাই যদি ঘহঁাহি নিতউ,–
গজিবনে চুলি আৰু ? নগজে, নোপোৱা
লেহেৰী খোপাটি হায় ! মূৰত আকউ ।
জীয়াৰী কালতে ল'ব লাগিব ওৰণি;
চকু বন্ধা ঘোঁৰা যেন ফুৰিবা বাটত ।
পিন্ধিব নোৱাৰি ফুল কান্দিবা তেতিয়া,
উলিয়াব নোৱাৰিবা মূৰটি লাজত ।
ডিঙি উপচাই তাত মণি বিৰি পিন্ধা
দুধাৰি পিন্ধিলে জানো গাটিকে নৰয় ?
ধুনত পিন্ধোতে মণি যদি ভাগে ডিঙি,
তেতিয়ানো কি কৰিবা কি হ'ব বিলয় ?
কোৰ নাল যেন কেৰু পিন্ধিছা কাণত,
কাণ-লতি ছিগে যদি কেৰুৰ ভৰত,
কি কৰিবা তেতিয়ানো ? কি ৰূপে পিন্ধিবা
বাখৰুৱা কেৰু আৰু ? এনেই থাকিবা ।
বিয়ালই নিবলই যি দৰে হাতীক
সেন্দূৰ পিন্ধাই দিয়ে আঁক-বাঁক কৰি,
আঁকিলা কপালখনি সিদৰে দেখোন ?
কপাল ভৰাই লোৱা ফোট শাৰী শাৰী ?
কিয় এনেকুই আঁকা লাহৰী কপাল ?
পথৰা-থাখৰী কৰি পোৱা নেকি ভাল ?
ভাৱনাত ভাও দি কি আহিছা ওলাই ?
যদি সেয়ে হয় ফোট পেলোৱা গুচাই ।
ইনোকি আকউ ! দেখো কমতাৰ ৰজা
নামিলে দোলাৰ পৰা ধীৰে ধীৰে কই,–
সন্তাপ মনেৰে চাপি ৰাণীৰ কাষৰ,
ধৰিলে চকুলো টুকি কথা ক'বলই ঃ
"প্ৰাণেশ্বৰী ! প্ৰিয়তমা ! ক্ষমা কৰাঁ দোষ,
নাভাবি নিচিন্তি দিলো তোমাক কেলেশ !
মই অতি নৰাধম ! তোমা হেন সতী
তিৰুতাক দিলো হয় ! যাতনা অশেষ !
কমতাৰ ৰাজলক্ষ্মী । তিয়াগি কমতা
আছাহি বনত তুমি,– ব'লা ঘৰলই
ক্ষমা কৰি অপৰাধ মই অধমৰ,
হৃদয়ৰ শোক তাপ আঁতৰাই থই ।"
এই বুলি শোকে ৰজা কান্দিব ধৰিলে,–
বুলিব ধৰিলে ৰাণী সাদৰে ৰজাক--
"কিয় কান্দা প্ৰাণনাথ ! নকৰিবা শোক,
নোৱাৰে বাধিব কেৱে প্ৰভুৰ ইছাক ।
ঈশ্বৰৰ ইছা নাথ ! দুখ পাব লাগে,
দুখ পালো দুখুনীয়ে,– কি দোষ তোমাৰ
কিয় কান্দা ? কিয় তুমি টুকিছা চকুলো
পেলোৱা মচিহে নাথ ! চকুলো দুধাৰ ।
কিন্তু নাথ !
সকলো আহিছে আজি দেখিছোঁ সবকে
কিয়নো নাহিল সখী এনুৱা কালত ?
শোক বিষাদতো তেওঁ আছিলে লগতে,
কিয়নো নাহিল তেওঁ এনে আনন্দত ?
সখীক নেদেখি মোৰ কান্দিছে হৃদয়,
কোৱা নাথ ! কিয় মোৰ সখীটি নাহিলে।"
এই বুলি কুঁৱৰীয়ে ৰ'ল মনে মনে,
কিবা ভাবি টোপা-টোপে চকুলো টুকিলে ।
কুঁৱৰীৰ কথা শুনি বুলিলে ৰজাই,–
"নাকান্দিবা প্ৰিয়তমা ! কালি শেষ হ'ল
তোমাৰ সখীটি সেই ছোৱালী কালৰ ।
নন্দ সতে দুৰ্ভাগিনী স্বৰ্গলই গ'ল ।

অনুৰাগ সুখে হায় ! মাধই লতাই
ভুজ-ফাঁহে তমালক যিৰূপে মেৰাই,
বিৰহ-ব্যাকুলা হায় ! দুখুনী গোলাপী
নন্দকেই মেৰিয়াই সিদৰে পলায় !"
এই বুলি ধীৰে ধীৰে ক'লে সকলোটি,
আদি অন্ত সকলোৰে– তেওঁ কেনেকই
কটালে নন্দক আৰু কি কৰি সখীয়ে
তিয়াগিলে প্ৰাণবায়ু আত্মঘাতী হই ।
"এয়ে আছিলে সখি ! ভাগ্যত তোমাৰ !"
চকুপানী টুকি শোকে কুঁৱৰীয়ে কয়,
"বিৰহ জুইত নউ ছাই হওঁতেই,
প্ৰণয়ীৰে সতে তুমি গ'লা স্বৰ্গলই
আত্ম-বিসৰ্জন কৰি প্ৰণয় সলনি,
আনন্দ মনেৰে সখি, গ'লা স্বৰ্গলই
জগতত ৰাখি কীৰ্তি অমূল্য অমৰ,
তোমাৰ নিমিত্তে আৰু নাকান্দো মনত,
একে থিৰে চাম নিতে সি দেশৰ ফালে,
প্ৰণয়ীয়ে সতে তুমি য'ত আছা সখি !
জীৱনৰ সাঁজ মোৰো লাগিব যেতিয়া,
তুমি সইতে পুনু হম দেখা দেখি ।"
এই বুলি কুঁৱৰীয়ে টুকিলে চকুলো,
দুহাত ফুৰাই ক'লে সাদৰে ৰজাই,–
"নাকান্দিবা আৰু প্ৰিয়ে ! ব'লা ঘৰলই,
শোক তাপ হৃদয়ৰ থোৱাঁ আঁতৰাই ।"
"তুমি ইষ্টদেৱ নাথ।" বুলিলে ৰাণীয়ে,
"তোমাক যেতিয়া আজি পালো ওলোটাই,
কিবা দুখ আছে আৰু বেজাৰ সন্তাপ ?
সকলোটি আজি মই থলো আঁতৰাই ।
মায়াৰ অধীন কিন্তু মানৱৰ হিয়া,
দুদিন থাকিলে জন্মে মায়া অন্তৰত,
য'তে থাকে সেয়ে ঘৰ তেনে ভাব হয়,
জনমিছে মায়া মোৰো এই অৰণ্যত ।

শোক বেজাৰত টোকা নাই চকুপানী,
লাগিছে মনত বেয়া এৰি যাবলই
এই বনখনি নাথ– সুন্দৰ নগৰ
ইয়াৰ সইতে যেন তুলনা নহয় ।
শুৱলা সুৰেৰে পখী কত গান গায়,
অপেশ্বৰী গাব নেকি পাৰে তেনে গীত ?
পাৰেনে কি সেই গীতে মোহিব পৰাণ,
পখীৰ গীতত কৰে যি দৰে মোহিত ?
কুউ কুউ কৰি কুলি মিঠা গীত গায়,
কুউৰ সুৰত সুৰ মিলাই মিলাই,
কত গীত গাই বহো গছৰ ছঁয়াত
বুঢ়ী বায়ে সতে কৰোঁ মন প্ৰাণ শাঁত
চিৰ্ চিৰ্ চিৰ্ কৰি বয় সৰু জান,
শীতল বতাহ বলে ৰিব্ ৰিব্ কৰি;
ৰঙ্গা বগা ভেট ফুলে কত কুৱুৰাত,
মনোহৰ কত ফুল ডাল ভৰি ভৰি ।
কত গছে কেউফালে ফেৰ মেলি মেলি,
ঘৰ যেন ছঁয়া দিছে পেলাই তলত !
তাত বহি যেনে সুখ, পায়নে কি নাথ ।
তেনে সুখ নগৰৰ সুন্দৰ ঘৰত
ঠায়ে ঠায়ে কত গছ ধৰিছে মেৰাই
ডালপাত নাইকিয়া আকাশী লতাই;
ঘৰৰ চালত যেন উজ্জ্বল সুন্দৰ
মেৰাই থইছে বহু শিকলি সোণৰ ।
গছতেই গছ গজি, কত ফুলি ফুল
কৰিছে বনৰ শোভা সুন্দৰ অতুল ।
তল ভৰি ভৰি সৰে ৰূপহী মদাৰ
গুচাই বনৰ নাথ ! দোৰ্ঘোৰ এন্ধাৰ ।
গোন্ধত আমোল-মোল মাধই ফুলিছে;
হিতেশা লতাই কত জোপা মেৰাইছে,
নাই পাত, নাই ফুল মাথোঁ ঠাৰি ডালি,
বতাহত কেউফালে থাকে হালি জালি ।

কতদিন বহি বহি অউৰ[১] তলত
থোপা থোপে পকা জামু লেতেকু কঁঠালে,
লেলেঙ্গ টেঙ্গাৰ গুটি কত যে চুপিলো ।
কপউ ফুলৰ গছ দাড়েৰে খহাই
চাপৰত ৰুলো আনি গছৰ খাঁকিত ।
কি সতেৰে ত্যজো আজি এনেকুৱা বন !
তাকে ভাবি মাথোঁ নাথ ! হইছো চিন্তিত ।
ভাবিলে বনৰ শোভা এনে ভাব হয়,
নাযাম উলটি যেন ঘৰলই মই, -
সংসাৰৰ শোক তাপ নাথাকে মনত,
ভালেতো যোগীয়ে নাথ ! থাকে অৰণ্যত
"যিটো ক'লা প্ৰিয়তমা ! সঁচা প্ৰকৃততে,
যদি ক'তো থাকে শোভা, তেনে অৰণ্যত,
আৰু যদি শান্তি বুলি আছে ক'তো কিবা,
তেন্তে সেই শান্তি প্ৰিয়ে ! বনৰ মাজত ।
কিন্তু যে সংসাৰী আমি; আমাৰ নিমিত্তে
নহয় বনৰ শোভা, শান্তি অৰণ্যৰ;
সি কাৰণে, ব'লা প্ৰিয়ে ! বেলি নকৰিবা,
যাওঁ ব'লা ঘৰলই সন্তোষ অন্তৰ ।"
ধীৰে ধীৰে কুঁৱৰীও উঠি থিয় হ'ল,
তুলিলে দোলাত, ধৰি ৰজাই হাতত ।
আহিল পমিলী বুঢ়ী দোলা কাষলই
আনন্দ মনেৰে আজি আনন্দ দিনত ।
দুপৰ ভাটি দিয়াত পালেহি নগৰ,
(কমতাৰ ৰাজলক্ষ্মী পালেহি কমতা) ।
গোলাপীৰ মাক আহি এনে সময়তে
সুধিলে ৰাণীক, "আই ! মোৰ ক'তা ?
তোমা স'তে গইছিলে বনলই আই,
উলটি আহিলা তুমি, আই কিয় নাই ?
আইক নেদেখি মোৰ বিয়াকুল হিয়া,
কোৱাঁ আই ! আই কিয় অহা নাইকিয়া ?"
সখীৰ মাকক দেখি এনে বিয়াকুল
চকুপানী টুকি ৰাণী কান্দিব ধৰিলে;
মাঘৰ মাহত যেনে টোপা নিয়ৰৰ,
চকুপানী টোপা টোপে সি দৰে পৰিলে ।
ধীৰে ধীৰে ক'লে ৰজা- "নাকান্দিবা আই ।
তোমাৰ গোলাপী আৰু জগতত নাই !
প্ৰণয়ত লাগি হায়! তিয়াগি সংসাৰ
নন্দৰ সইতে গ'ল গোলাপী তোমাৰ ।"
এই বুলি আদি অন্ত ক'লে সকলোটি;
বিমূৰ্ছিত হই বুঢ়ী পৰে ঢাল খাই !
নাই মাত, নাই বোল, নাই কাটি-কুটা;
প্ৰাণ পখী উৰি হায় গ'লগৈ পলায় !
তিয়াগিলে পুত্ৰশোকে প্ৰাণ দশৰথ;
জীয়েকৰ শোকে এৰে বুঢ়ীয়ে পৰাণ !
চেঁচা পানী কুঁৱৰীয়ে দিলে ঢালি ঢালি,
নামাতিলে আৰু বুঢ়ী হেৰুৱালে প্ৰাণ ।

## দশম সৰ্গ

— O Conspiracy!
Sham'st thou to show thy dangerous brow by night,
When evils are most free? O, then, by day
Where will thou find a cavern dark enough
To mask thy monstros visage ?
— *SHAKESPEARE*

গউৰ নগৰ অতি মনোহৰ
দেখিলে সন্তোষ মন ।
কিনো চাবা ঘৰ, কি চাবা দুৱাৰ
কি চাবা ফুলনি বন ॥
বাটৰ কাষত শাৰী শাৰী গছ
ডাল ভৰি ভৰি ফুলে ।

১ অউৰ-ঔৰ অৰ্থাৎ ঔ-টেঙা গছৰ

কিনো চাবা ডাল কিনো চাবা পাত
বতাহত হালে জালে ॥
ৰাজ-সভাখনি  কিনো চাই যাবা,
দেখিলে দুচকু তধা !
প্রতি খুঁটাটিতে শোভে ফুল-মালা
'ৰেচেমী' ডোলেৰে গঁথা ॥
ওপৰে ঢাকিছে বগা চন্দ্রতাপে
ইন্দ্রজালে চাৰু কাষে ॥
তলে দি শোভিছে দলিছা বনতে
মিহি পাটী আশে-পাশে ॥
এনুৱা সভাত বহিছে নবাব
চাৰিওকাষে 'উজিৰ' ।
ৰাজনীতি সবে কৰে আলোচনা
কৰি মন প্রাণ থিৰ ॥
এনেতে দুৱৰী আহি কৰিলে 'চেলাম'
তাৰ পাছে ধীৰে ধীৰে বুলিব ধৰিলে,-
"খোদাবান্দা! কমতাৰ ৰাজমন্ত্রী আহি
আছে দুৱাৰতে ৰই, আনো আজ্ঞা দিলে ।
হুজুৰে সইতে দেখা হবৰ কাৰণে
অকলে অকলে তেওঁ আহিছে ইয়াত,
আজ্ঞা পালে আনো মাতি ৰাজ সভালকে;
কৰিব পাৰে তেওঁ ইয়াতে সাক্ষাৎ ।"
"মাতি আনা তেনেহলে এই সভালকে"
দুৱৰীক ধীৰে ধীৰে নবাবে বুলিলে,
"ইয়াতেই তেওঁৰে সতে কথা বার্তা হওঁ,
অকস্মাতে গৌড়লই কিয়নো আহিলে ।"
এই বুলি মনে মনে থাকিলে নবাব,
দুৱৰী মন্ত্রীক আহি নিলে সুমুৱাই,
মন্ত্রীও সোমাই গ'ল ধীৰে সভালই,
বিষাদৰ চকুপানী ধাৰি উলিয়াই ।
"বিষাদিত কিয় মন্ত্রী ? সুধিছে নবাবে
কিয় চকুপানী আজি টোকা দুচকুত ?
আহিলা গৌড়লৈ কিয় অকলে অকলে ?
কি দুখ মনত মন্ত্রী ? জ্বলিছে বুকুত
কেনুৱা শোকৰ জুই ? অৱস্থা ৰাজ্যৰ
কোৱা কেনেকুৱা ।ৰজা আছে নে কুশলে ?
আছে ভালে সকলোটি ঘৰতো তোমাৰ ?
কিন্তু, কি শোকত আজি চকুপানী বলে ?"
"নবাব চাহাব !" ধীৰে বুলিলে মন্ত্রীয়ে,
"কিনো কম আৰু হায় ! ঘৰৰ কুশল ?
তুলিছিলোঁ এটি ল'ৰা, তাকো হেৰুৱালো !
অকালত সিও মোক এৰি গুচি গ'ল !"
এই বুলি শোকে মন্ত্রী কান্দিব ধৰিলে,
চকুৰ চকুলো টুকি (বাপেকীৰ মন !)
"কিনো হইছিলে মন্ত্রী ?" সুধিলে নবাবে,
"কি ৰোগত তিয়াগিলে পুতেৰে জীৱন ?"
"নাই হোৱা একো তাৰ, নবাব চাহাব !
পাপিষ্ঠ ৰজাই তাক কটালে মিছাত !
অদোষত, সেই বুলি জ্বলিছে অগনি
পুৰি দেই আজি মোৰ ব্যাকুল হিয়াত !
ঘোৰ অত্যাচাৰী হ'ল নীলাম্বৰ ৰজা,
উপদ্রৱ কৰে নিতে মিছাতে প্রজাক !
আঁতৰিলে শান্তিদেৱী নগৰৰ পৰা,
হৰিলেহি ক'লা মেঘে সুখৰ জোনাক ।
মিছা অত্যাচাৰ আৰু সহিব নোৱাৰি,
সকলো প্রজাই মোক দিছে পঠিয়াই,
অশেষ মিনতি সতে জনাব তোমাত,
ৰাখিব কমতাপুৰ নতু ধ্বংস পায় !"
"তোমাৰ নিজৰ ৰজা কৰে উপদ্রৱ,"
বুলিলে নবাবে ধীৰে মন্ত্রীলই চাই,
"কি কৰি বাধিম মই ? কি ৰূপে ৰাখিম
উপদ্রৱ পৰা মন্ত্রী ! হাত সৰুৱাই ?"
"নৱাব চাহাব !" ধীৰে বুলিলে মন্ত্রীয়ে,
"কিয় নোৱাৰিবা  ? যদি তুমি ইচ্ছা কৰা

ফউজ পঠাই দিয়া সেনাপতি স'তে,
কাঢ়ি লোৱাঁ ৰাজ্যভাৰ নীলামৰ পৰা ।
অত্যাচাৰী খেন-ৰজা থোৱাঁ বন্দী কৰি,
ৰাজ্যভাৰ লোৱাঁ তুমি নিজ হাতলই
আপুনি চলোৱা ৰাজ্য, নিজে কৰা ভোগ;
কৰা যদি তাকে, তেন্তে ৰাজ্য ৰক্ষা হয় ।"
কমতাৰ সৈন্য সেনা অতি পাৰগত"
মন্ত্রীলই চাই পুনু নবাবে বুলিলে,
"আমাৰ ফউজে জয় নোৱাৰে কৰিব,
হ'ব পাছে অতি লজ্জা, যুদ্ধত হাৰিলে !"
"নবাব চাহাব ! যুদ্ধ হবই বা ক'ত ?
কোনেনো কৰিব ৰণ নীলামৰ হই ?
তলে তলে সৈন্য সেনা, সকলোটি প্রজা,
সকলোটি নীলামৰ ঘোৰ বিপক্ষই ।
তুমি সৈন্য পঠিয়ালে, কিম্বা তুমি গ'লে,
কমতা নগৰ-বাসী সকলোটি প্রজা
ল'বহি তোমাৰ পক্ষ, কৰিব সহায়,
তিয়াগিব আপোনাৰ খেনবংশী ৰজা ।"
"কি কৰি বিশ্বাস মন্ত্রী ! কৰিম তোমাক ?
পুত্রশোকে তুমি আজি আছা জৰ্জ্জৰিত ?
সেই শোক বেজাৰতে জানোবা আহিছা
নিবলই সৈন্য ? জানো, ঘটে বা অহিত ?"
"সত্য কৰি কওঁ মই, নবাব চাহাব !"
ধীৰে ধীৰে নবাবক মন্ত্রীয়ে বুলিলে,
সকলো প্রজাই মোক দিছে পঠিয়াই;
নীলামৰ অত্যাচাৰ কমতা ভৰিলে ।
কমতা নগৰবাসী বিয়াকুল প্রাণ,
সহিব কিমান আৰু ? নসহে পৰাণ;
সৈন্য পঠিয়াই যদি নাৰাখা প্রজাক,
সকলো পলাই যাব এৰি কমতাক ।"
মন্ত্রীৰ কথাতে মাতি অনালে নবাবে,
জামাল সেনাপতিক ফউজেৰে স'তে ।
ধীৰে ধীৰে ক'লে, তুমি "যোৱাঁহে, জামাল !
কমতাপুৰলৈ এই মন্ত্রীৰ লগতে ।
নীলাম ৰজাই বোলে ঘোৰ উপদ্রৱ
কৰিছে ৰাজ্যত নিজা আপোন প্রজাক ।
যোৱা তুমি সেই লই, ৰাজ্য কৰি জয়
গৌড়লই ধৰি বান্ধি আনিবা ৰজাক ।
কমতাৰ প্রজা আৰু সৈন্য সেনাদিয়ে
কৰিব তোমাক বহু সহায় জামাল !
নকৰিবা একো শংকা, যোৱাঁ সেনা লই,
বেলি নকৰিবা আৰু কৰাঁ সোনকাল ।"
নবাবৰ কথা মতে পিন্ধি যুদ্ধ-সাজ
ফউজে সইতে শীঘ্রে ওলাল জামাল !
বান্ধি বান্ধি ল'লে যাঠি, পচা, ধেনু কাঁড়
চক্ মক্ কৰি জ্বলি থকা তৰোৱাল !
মন্ত্রীয়ে সৈতে ল'লে কমতাৰ ফালে
গৌড়ীয়া সেনাই খোজ ঘোৰ উৎসাহত ।
হায় মন্ত্রি ! কি কৰিলা ? চৰাইয়ে যেনে
মাতি আনে কালসৰ্প আপোন বাঁহত;
গৰুড় পখীক যেনে সাপে মাতি নিয়ে
নিজৰে অনিষ্ট হেতু আপোন গাঁতত;
কিম্বা ভেকুলীয়ে যেনে ৰঙ্গে নিয়ে মাতি
কালসৰ্প নিজে থকা গভীৰ নাদত ।
কি কাম কৰিলা মন্ত্রী ! এয়ে কি তোমাৰ
সুমন্ত্রণা ? দেশলই শত্রুক মাতিলে ?
লাগিছে ভিতৰি হাই আপোন ঘৰত,
শতুৰুক দেখুৱাই কিয় আশ দিলা ?
ভায়ে-ভায়ে ঘৰতেই যদি লাগে হাই,
মৰা-মৰি যত হয়, কৰিব ঘৰত !
পৰে কিন্তু আহি যদি মাৰে কোনোটিক,
আনটিৰ সিটো হায় ! সহে কি প্রাণত ?
ইটে-সিটে ভায়ে ভায়ে কৰে মৰামৰি
সি বুলি এৰি কি দিব পাৰে পৰলই ?
মই যত মাৰোঁ, বাৰু মাৰিম ভাইক,

আনে যদি মৰা শুনো সহে কি হৃদয় ?
কিম্বা তুমি নেকি মন্ত্ৰী ! হ'লা বিভীষণ ,
ত্ৰেতাযুগে যি কৰিলে ধ্বংস জ্ঞাতিবোৰ ?
সংহৰিলে নিজ বংশ, পুত্ৰ আপোনাৰ,
লংকাৰ অতুল শোভা অমিয়া মধুৰ ।
আহা ! প্ৰাণ উঠে জ্বলি ভাবিলে সি কথা,
জাতি-দ্ৰোহী বিভীষণে ছল বুদ্ধি কই
সংহৰিলে জ্ঞাতি, বন্ধু লংকা নগৰৰ,
তুমিও কি দেশ-দ্ৰোহী হ'লা তেনেকই ?
বিভীষণ ধৰ্মী হেনো, কয় সকলোৱে,
জ্ঞাতি হিংসা কেনে ধৰ্ম বুজোঁ কেনেকই ?
যদিও বা ধৰ্ম হায় ! কিবা আছে কাম ?
নৰ'ল জ্ঞাতিয়ে যদি ধৰ্মনো কেলেই ?
তেনেকুৱা লাখ ধৰ্ম পাৰি তিয়াগিব,
জ্ঞাতিৰ নিমিত্তে, যদি জ্ঞাতি ভালে ৰয়,
লাখ ধৰ্ম তেনেকুৱা পাৰি এৰি দিব,
দেশৰ মংগল যদি ঘটে কিবা কই ।
নালাগে তেনুৱা ধৰ্ম যি ধৰ্ম কৰিলে
জ্ঞাতি বন্ধু পায় নাশ, দেশ আপোনাৰ !
তেনুৱা ধৰম কৰি কিবা হ'ব লাভ ?
জ্বলে মাথোঁ পাছে হায় ! অগনি হিয়াৰ ।
কোৰোধত ভাহি জ্ঞাতি-দ্ৰোহী বিভীষণে
কৰালে সবংশে নাশ বংশ আপোনাৰ;
কিন্তু. কিবা পালে লাভ পাছে সন্তাপত,
টুকিলে জীৱন ব্যাপী চকুলো দুধাৰ ।
প্ৰতিহিংসা ! প্ৰতিহিংসা ! প্ৰতিহিংসা হেতু
আনিছিলে মাতি 'মান' আহোম বংশৰ
কোৰোধত অন্ধ বৰ-ফুকনে তাহানি;
কিবা লাভ কিন্তু হায় ? কি হ'ল দেশৰ ?"
পৰে মাথোঁ বুজি ল'লে ভিতৰুৱা বল,
শতৰুৱে মাথোঁ আশ পালে আহোমৰ !
বাৰে বাৰে আহি 'মানে' লুটি নিলে দেশ;
নিলে যত ধন ৰত্ন ঐশ্বৰ্য দেশৰ !
এয়ে সূত্ৰপাত ! শেষে ধ্বংস আসামৰ !
গ'ল আহোমৰ ৰাজ্য স্বাধীনতা ধন !
সি দৰে নিশ্চয় মন্ত্ৰী ! এই সূত্ৰতেই
কমতাৰ ধ্বংস পাব ঐশ্বৰ্য ৰতন ।
কমতাৰ স্বাধীনতা পৰে নিব কাঢ়ি,
পৰৰ ঐশ্বৰ্য হ'ব ধন কমতাৰ ।
পুৰুষানুক্ৰমে ৰ'ব কলংক মহত
ঘোষিব জগতে মন্ত্ৰী ! দুৰ্যশ তোমাৰ !
মনে মনে আহি আজি কৰিছাহি তুমি
যড়যন্ত্ৰ বিনাশিব, নিজ জন্মভূমি ?
কিন্তু এই কথা মন্ত্ৰি ! হবতো প্ৰচাৰ ?
জগতে ঘোষিব হায় ! কলংক তোমাৰ !"

## একাদশ সৰ্গ

— Being fed by us, you use us so
As ungentle gull, the cuckoo's bird.
Useth the sparrow: did oppress our nest,
Grew by our feeding to so great a bulk.

— *SHAKESPEARE*

ৰাণীৰ কাষত বহি আকউ ঘৰত
আছে কমতাৰ ৰজা সন্তোষ মনত
গছৰ ডালত যেন শালিকীক লই
শালিকা চৰাই বহে আনন্দিত হই ।
যেনুৱা সুখত সুখী আজি দুয়োজন,
কি ৰূপে বৰ্ণাব কবি ? নাই এনে মুখ,
বৰ্ণাব যি মুখে পাৰে হৃদয়ৰ ভাব,
আনন্দ নইৰ ঢউ, দুয়োটিৰ সুখ !
এনেতে আহিলে এটি নগৰ ৰখীয়া,

আঁঠু কাঢ়ি, সেৱা কৰি কবলই ধৰে–
"দোৰ্ঘোৰ বিপদ ৰজা ! দুৱাৰত শত্ৰু !
দুৰ্জন গৌড়ীয়া সেনা আক্ৰমণ কৰে !
শীঘ্ৰে কৰি সৈন্য সেনা দিয়া পঠিয়াই,
নতুবা, কমতাপুৰ আজি ধ্বংস পায় !
শুনা ৰজা ! শুনা কৰে শত্ৰুৱে গৰ্জন
হৰি নিব কমতাৰ স্বাধীনতা ধন !"
এই বুলি কয়ে ৰ'ল নগৰ ৰখীয়া,
ৰাণীলই চাই পাছে বুলিলে ৰজাই –
"দুৱাৰত গৰ্জে আহি দাৰুণ শত্ৰুৱে,
যুদ্ধ লই যাওঁ মই, দিয়াঁহে বিদায় ।
জনা বুজা তুমি প্ৰিয়ে ! ৰজাৰ কুঁৱৰী,
ৰাজধৰ্ম সকলোটি বিদিত তোমাৰ;"
ৰখাব নোৱাৰোঁ যদি স্বাধীনতা ধন,
কি বিলই হ'ব হায় ! পাছত আমাৰ !"
স্বোৱামীৰ কথা শুনি ক'লে কুঁৱৰীয়ে
"বুজাব নালাগে মোক, জানো নাথ ! মই !
যোৱাঁ যুদ্ধলই তুমি, বিপক্ষক জিনি
অতি শীঘ্ৰে জয়ী হই ঘূৰি আহাঁ গই ।
যোৱাঁ নাথ ! যোৱা তুমি, ৰাখিব ঈশ্বৰে
মঙ্গলে তোমাক ঘোৰ শত্ৰুৰ মাজত !
ৰক্ষা কৰাঁ কমতাৰ স্বাধীনতা ধন,
নতুবা কলঙ্ক হায় ! থাকিব মৰ্ত্যত ।"
"যেনুৱা উৎসাহ বল দিলা হৃদয়ত,"
ৰাণীলই চাই ধীৰে বুলিলে ৰজাই –
"নিশ্চয়ে শত্ৰুক জিনি ৰণজয়ী হ'ম,
সন্দেহ ইয়াত প্ৰিয়ে ! আৰু এঁকো নাই ।"
এই বুলি ৰণ-সাজ পিন্ধিলে ৰজাই,
বেগা-বেগিকৈ গ'ল সেনাৰ কাষত ।
সাজি পাৰি সৈন্য সেনা সবে সাজু হ'ল
বুলিব ধৰিলে ৰজা উৎসাহ মনত –
"কমতাৰ সৈন্য সেনা ! কমতাৰ আশা !
সাজু হোৱা সবে, লাগে যুদ্ধ দিবগই
গৌড়ীয়া সেনাৰ স'তে; পাপিষ্ঠ যৱনে
আহিছে ৰাজ্যৰ লক্ষ্মী হৰি নিবলই !
অকালত উঠে আজি কলীয়া ডাৱৰ !
বীৰ বেশে কমতাত পাপিষ্ঠ যৱন !
মনত বাসনা জানো, পৰাজয় কৰি
কমতা সেনাক, হৰে স্বাধীনতা ধন !
সাজু হোৱাঁ, সৈন্য সেনা ! নতু, জন্মভূমি
মাতৃ সম কমতাক লুটিব যৱনে !
পুত্ৰ সম তোমালোকে কি কৰি সহিবা
মাতৃৰ কেলেশ ? হায় ! হৃদয়ে স'বনে ?
হেৰুৱাই স্বাধীনতা, দাস যৱনৰ
হ'বলই নেকি হায় ! কাৰো ইচ্ছা যায় ?
স্বৰ্গাদপি গৰীয়সী জনমভূমিক,
মাতৃসম কমতাক শোকত বুৰাই ?
সৈন্য সেনা সবে চাই বুলিলে ৰজাক,
বীৰোচিত সুৰে কৰি গভীৰ গৰ্জন –
"স্বাধীনতা মহাৰত্ন, তেনে ৰতনক
পাৰে কি শত্ৰুৱে নিব থাকোঁতে জীৱন
কমতাবাসীৰ নাম থাকে যত বেলি,
যেতিয়ালইকে প্ৰাণ থাকিব আমাৰ,
পাৰে কি গৌড়ীয়া সেনা লুটিব মাতৃক,
বীৰ পুত্ৰ এতিয়াও ভৰি আছে যাৰ ?
ব'লা মহাৰাজ ! যাঁও এই মুহূৰ্ততে
গৌড়ীয়া সেনাৰ নাম সমূলে নুমাওঁ !
শিয়াল-পোৱালি হই সিংহ স'তে যুঁজে ?
কোন সাহসত মাথোঁ ভাবিয়ে নাপাওঁ ।"
"কৃতজ্ঞ সন্তান যদি হোৱা কমতাৰ"
সেনালই চাই পুনু বুলিলে ৰজাই
ৰাখিব খোজাহে যদি জাতীয় সন্মান,
সাজু হোৱা আজি হিয়া সাহসে ভৰাই ।
ৰাখিবৰ মন যদি স্বাধীনতা ধন,

যৱনক কৰা ধ্বংস কৰি প্ৰাণপণ ।
ৰাখা মান, জন্মভূমি কমতা নগৰ,
নতুবা, কমতা আজি হ'ব যৱনৰ ।"
"কি বুলিলা মহাৰাজ ! হ'ব যৱনৰ
স্বৰ্গাদপি গৰীয়সী কমতা নগৰ ?
যেতিয়ালইকে ৰ'ব তেজ শৰীৰত,
নোৱাৰে সোমাব শত্ৰু নগৰ মাজত ।
ইচ্ছা কৰি নেকি হায় ! দিম মহাৰাজ !
কলংকৰ ছাই সানি কুল গৌৰৱত
স্বাধীনতা মহাধন অমূল্য ৰতন ?
দিম নেকি তেনে ধন শত্ৰুৰ হাতত ?
পৰাধীনতাৰ হায় ! বিষাক্ত শিকলি
কমতাবাসীয়ে নেকি পিন্ধিব ডিঙিত ?
নাভাবিবা এনে বুলি তুমি মহাৰাজ !
কমতা সেনাৰ নোহে এনেকুৱা চিত ।
সকলো সুখৰ ঠাই জনমৰ ভূমি
ৰাখিব নোৱাৰো যদি কিয় হাতে হাতে
লইছো মিছাতে আমি চোকা তৰোৱাল ?
দুখনি যে আছে হাত, সিও কি মিছাতে ?"
এই বুলি সৈন্য সেনা সবে সাজু হ'ল,
উঠিলে শব্দ "জয় ! কমতাৰ জয় !"
গ'ল সবে যুদ্ধলই ৰজাৰে সইতে
ত্যাগ কৰি আপোনাৰ পৰাণৰ ভয় ।
নগৰৰ বাজ হই পালে যৱনক
ইদলে সিদলে হ'ল বহু বেলি ৰণ,
মৰা-মৰি, কটা-কটি হ'ল দুদলৰে
তিষ্ঠিব নোৱাৰি পাছে পলাল যৱন ।
শত্ৰুৰ মাজত দেখি আপোন মন্ত্ৰীক,
আচৰিত হই ৰজা ধৰিলে বুলিব,—
"এতিয়া জানিলো মন্ত্ৰী ! কেনেকই পালে
কমতাপুৰত আজি যৱন আহিব !
তীৰ্থলই যাওঁ বুলি গ'লা গৌড়লই,
শত্ৰুক দেখালা আনি আপোনাৰ ঘৰ ?
এয়ে কি তোমাৰ মন্ত্ৰী ! ভাল বিবেচনা ?
দেশদ্ৰোহী হ'লা— ল'লা পক্ষ বিপক্ষৰ ?
জনাবুজা তুমি মন্ত্ৰী ! পবিত্ৰ ব্ৰাহ্মণ
কুলত তোমাৰ জন্ম, কিন্তু কি কাৰণ
দেশদ্ৰোহী হই, কৰা ধ্বংস জন্মভূমি ?
এনুৱা ধৰম হায় ! ক'ত পালা তুমি ?"
ৰজাৰ কথাটি শুনি বুলিলে মন্ত্ৰীয়ে,
"নিন্দিছা যে মোক তুমি দেশদ্ৰোহী বুলি,
তুমি কি নোহোৱা ৰজা ! ব্ৰহ্মবধী পাপী ?
তোমাক সি পাপে নেকি নোচোৱে সমূলি?
বিপদত পৰি আজি বিচাৰিছা ধৰ্ম ?
নিবিচাৰি তুমি কিন্তু বামুণ মাৰিলা !
নিশ্চয় জানিবা তুমি সি মহাপাপত
আপোনাৰ সুখ শান্তি আপুনি নাশিলা ।"
"নিবিচাৰি সঁচা মন্ত্ৰী ! মাৰিলোঁ ব্ৰাহ্মণ,
সি পাপৰ প্ৰতিফল আপুনি ভুগিম
কিন্তু কি কাৰণে তুমি আনিলা বিদেশী
কমতাপুৰত ? হায় ! কি ৰূপে সহিম ?
মই পাপী ব্ৰহ্মবধী, মোক ৰজা ভাঙি
আন এজনক ৰজা কিয় নাপাতিলা ?
এটাৰ দোষত লাগি, কিয় জন্মভূমি
শত্ৰুৰ হাতত আজি ধ্বংসিব খুজিলা ?
মোৰ পাপতেই কিয় যাব কমতাৰ
স্বাধীনতা মহাধন,- অমূল্য ৰতন ?
এনে নীতি পালা ক'ত ? কেনুৱা শাস্ত্ৰত ?
এয়ে কি তোমাৰ হায় ! পৱিত্ৰ ধৰম ?
বিপদত পৰি আজি বিচাৰিছোঁ ধৰ্ম,
কিয় এনে ভাব মন্ত্ৰী ! ভাবিছা মনত ?
পলাইছে শত্ৰুসেনা তিষ্ঠিব নোৱাৰি ;
নাই পৰা আজি মই একো বিপদত ।
কিন্তু প্ৰকৃততে তুমি অকাৰ্য কৰিলা,
ঘৰুৱা দ্বন্দ্বত মাতি শত্ৰুক আনিলা ;

দেশদ্ৰোহ মহাপাপ কৰি আচৰণ,
কলঙ্কিত কৰি ল'লা পৱিত্ৰ জীৱন ।
যাৰ খাই হ'লা তুমি ডাঙ্গৰ দীঘল,
কোমল কোলাত যাৰ হ'লা অত বৰ,
তেনুৱা জন্মভূমিৰ চিন্তিলা অহিত ?
এয়ে কি তোমাৰ মন্ত্ৰী ! চিন ধৰমৰ ?
নাভাবিবা মন্ত্ৰী ! তুমি, মই ভয় পাই
কইছো ইদৰে আজি ; মোৰ শঙ্কা নাই ;
নাই ভয় নাই চিন্তা, থাকোঁতে জীৱন
কমতা কৰিব জয় নোৱাৰে যৱন ।
মোৰ দোষতে যে তুমি শত্ৰুক মাতিলা,
জনমভূমিৰ হিয়া শেলেৰে বিন্ধিলা ! "
সি কাৰণ মাথোঁ মন্ত্ৰী ! পাইছো বেজাৰ,
মোৰ দোষতেই কিয় দুখ কমতাৰ ?"
নুদুষিবা ৰজা ! মোক ; ৰজাৰ দোষত
ৰাজ্য নাশ, অমঙ্গল ঘটেই ৰাজ্যত ।
উলুৰ লগত পোৰে জুটুলা বগৰি,
কি হ'ব এতিয়া আৰু নিয়ায় বিচাৰি ?"
"বিধতাৰ ভুল মন্ত্ৰী! যদি সেয়ে হয়,"
ধীৰেৰে মন্ত্ৰীক চাই নীলাম্বৰে কয়,
"বিধতাৰ অবিচাৰ ! লোকৰ লগত
পুৰি দেই ছাই হ'ব লোকে অদোষত !"

* * * *

আকউ গৌড়ীয়া সেনা আহিল উলটি,
ৰজাক ধৰিলে আহি চাৰুকাষে বেৰি ;
কমতা- সেনাৰ কিন্তু যাঠিৰ খোঁচত
তিষ্ঠিব নোৱাৰি তাত, পুনু গ'ল এৰি ।

* * * *

আকউ পলাই গ'ল যৱনৰ সেনা ;
পাছে পাছে নিয়ে খেদি কমতা-সেনাই ।
এইদৰে শত্ৰু সেনা ঘনে ঘনে হাৰে ;
প্ৰাণৰ ভয়ত যায় সঘনে পলাই ।

## দ্বাদশ সৰ্গ

— I will not yield,
To kiss the ground before young
Malcolm's feet,
And to be baited with the rabble's curse.

— *SHAKESPEARE*

নিৰলে নিৰলে যায় নিতউ সময়
একেৰাহে, নাই যেন আমনি ভাগৰ,
কত দিন, কত পক্ষ, কত মাহ যায়
এমাহ দুমাহ কৰি কতনো বছৰ ।
তথাপি খন্তেক ৰই ক'তো নুজুৰায়,
আমনি ভাগৰ জানো অলপকে নাই ।
কাকুতি মিনতি কৰি কত মাতে নৰে,
অলপো নৰয়, জানো, কাণতো নপৰে ।
যেনেকই বলে নই নিতে একেৰাহে,
সময়ৰো গতি, হায় ! যায় তেনেকই,
নইৰো ভাগৰ নাই, নাই সময়ৰো,
সময়ো নৰয় ক'তো, নইও নৰয় ।
সময়, নইৰ গতি একেই বিধীয়া,
কিন্তু ভেটা দিলে পাৰি নইক ৰখাব ;
নাইকিয়া মাথোঁ ভেটা বুদ্ধি এনেকুৱা
সময়ক যিটে হায় ! পাৰিব ভুলাব ।
নইও নিতউ যায়, সময়ো নিতউ -
নই যায় একেৰাহে ফালে সাগৰৰ ;
বুজিব নোৱাৰোঁ মাথোঁ সময়ৰ গতি,
কোনফালে যায় ? চাপে কিহৰ কাষৰ ?
কোন আছে সময়ৰ ? কোনফালে ? কেনি ?
নিতে একেৰাহে যায় ? অলপো নৰয় ?
কাৰ কাষলই যাওঁ ? কোনেনো বুজাব
সময় ক'লই যায় ? কোনে দিব কই ?

কালৰ গৰ্ভত যায় সময়ৰ গতি,
এই কথা মাথোঁ হায় ! ল'ৰাক ভুলোৱা ।
কেনি আছে কাল গৰ্ভ ? নিতে চাই থাকোঁ
নেদেখিলো কেনি যায় ! মিছা হ'ল চোৱা ।
দিনৰ পাছত ৰাতি, ৰাতিৰ পাছত
আহিলে আকউ দিন ; এনেকুৱা কৰি
কত দিন, কত পক্ষ, কত মাহ গ'ল,
কত যুদ্ধ হই গ'ল বছৰি বছৰি ।
বহু যুদ্ধ হই গ'ল বাৰ (১২) বছৰত
কমতা সেনাৰে স'তে গৌড়ীয়া সেনাৰ,
কমতা কৰিব জয় নোৱাৰি যৱন,
সকলোৱে বহি আজি কৰিছে বিচাৰ ।
খঙ্গমনে ক'লে এটি যৱনৰ যোদ্ধা ঃ
পূৰ্বে কইছিলে মন্ত্ৰী – "কমতাৰ প্ৰজা,
কৰিব সহায় বহু আমাৰ সেনাক,
ত্যাগ কৰি আপোনাৰ খেনবংশী ৰজা ।
আৰু কইছিলে, বোলে সকলো প্ৰজাই
ৰজাৰ বিপক্ষ হই, পঠাইছে মোক
কবলই নবাবক কমতাবাসীয়ে
সহিব ৰাতিয়ে দিনে আৰু কত দুখ ।
কমতা পোৱা মাত্ৰকে ফউজে আমাৰ,
কইছিলে মন্ত্ৰী, বোলে, সকলো প্ৰজাই
ত্যজিব আপোন ৰজা, নকৰে কদাপি
আমাৰ বিপক্ষে যুদ্ধ, কৰিব সহায় ।
কিন্তু চোৱা সেনাপতি ! ভাবাছোঁ এতিয়া,
সকলো কমতাবাসী লই তৰোৱাল,
অতুল বীৰত্ব আৰু সাহসে সইতে,
কৰিছে আমাৰে যুঁজ আজি অতকাল ।
এই বাৰ (১২) বছৰত জানিব পাৰিলোঁ
প্ৰজাই মন্ত্ৰীক দিয়া নাই পঠিয়াই ;
আপোনাৰ স্বাৰ্থ মাথোঁ পূৰাবৰ মনে,
মিছাতে আমাক দুষ্টে আনিলে ভুলাই ।

পঠিয়াই দিছে মোক সকলো প্ৰজাই,
এইবুলি কোৱাতেহে পঠালে আমাক
নবাবে, নহ'লে, তেওঁ নপঠালে হয়,
কেতিয়াও কমতালে যৱন সেনাক ।
যি হবৰ হই গ'ল, অত যুদ্ধ হ'ল,
এতিয়া মন্ত্ৰীক কোৱাঁ, মিতাই দিয়ক
যেনে তেনে উপায়েৰে, ভালেৰে বুজাই
কমতা ৰজাৰে স'তে আমাৰ সৈন্যক ।
সেনাপতি নিমিতালে কমতা ৰজাৰে,
নহ'ব আমাৰ ৰক্ষা, জানিবা পাছত ।
অত সেনা ধ্বংস পালে ! যি কেইটা আছোঁ
সি কেটাৰো নষ্ট পাব প্ৰাণ অকালত ।"
এই বুলি যোদ্ধাজন ৰ'ল মনে মনে,
একেষাৰে সকলোৱে দিলে তাতে ৰায় ;
বহুপৰ ৰই থাকি, বুলিলে জামালে,
"মিতা য'ক তেনেহ'লে একো কথা নাই ।"
"আপোনাৰ স্বাৰ্থ মন্ত্ৰী ! পূৰাবৰ মনে,"
মন্ত্ৰীক মতাই আনি বুলিলে জামালে,
"ছলেৰে ভুলাই আনি আমাৰ সেনাক
বহু কষ্ট বহু ক্লেশ দিলা অতকাল !
তোমাৰ কথাতে কৰি নবাবে বিশ্বাস,
আমাক পঠাই দিলে কমতাপুৰত !
তোমাৰ ছলতে মাথোঁ বহুত সেনাই
তিয়াগ কৰিলে প্ৰাণ শত্ৰুৰ হাতত ।
যি হবৰ হই গ'ল ! যোৱা ঘটনাৰ
নিমিত্তে নকৰোঁ মন্ত্ৰী ! সঁতাপ মনত
কিন্তু মিলা-প্ৰীতি তুমি দিয়া কৰোৱাই
কমতাৰ নীলাম্বৰ ৰজাৰ লগত ।
শিকাই বুজাই তুমি কোনো উপায়েৰে,
ৰজাৰে সইতে দিয়া আমাক মিলাই ।
নকৰোঁ আকউ যুদ্ধ কি হব মিছাতে
নিতে নিতে যুদ্ধ কৰি ? মিছা, কাজ নাই ।

"বীৰ পুৰুষৰ ৰীতি নহয় এনুৱা,"
জামালৰ ফালে চাই মন্ত্ৰীয়ে বুলিলে–
"শত্ৰুক আশ দিয়া নহয় যুগুত
উপহাস সকলোৱে কৰিব মিতিলে ।
আশঙ্কা মনত তুমি নকৰা জামাল !
কমতা সেনাই আৰু যুঁজিব কিমান
লাহে লাহে বৰ ভয় পাইছে সিহঁতে
এদিন পলাই যাব, চোৱাছোঁ প্ৰমাণ ।
পলাব এদিন সবে ৰজাক তিয়াগি,
ৰাজ্য এৰি যাব গুচি আন দেশলই ;
পৰিব এদিন ৰজা আমাৰ হাতত
নালাগে মিতিব ব'লা যুদ্ধ কৰোঁগই ।
"কাফেৰ ! যুদ্ধৰে কথা মাথোঁ থাক কই,
মিতাবৰ কথা ক'লে নোখোজ মিতাব ;
তোৰ ইচ্ছা মাথোঁ তোৰ স্বাৰ্থ পূৰাবৰ,
নতু অকালত হায় আমাক মৰাব ।
অভিসন্ধি তোৰ দুষ্ট ! পাৰিছোঁ বুজিব,
কিন্তু টেঙ্গৰালি তোৰ নাখাটে আমাত
যি ৰূপে লগালি যুদ্ধ, আজিও সিদৰে
মিতাই দে, কোনোমতে ৰজাৰ লগত !
নহ'লে, নহ'ব তোৰ কোনোমতে ৰক্ষা,
মৰিবি নিশ্চয় আজি মোৰ ওচৰত ।"
"মাৰা যদি মাৰা মোক," বুলিলে মন্ত্ৰীয়ে
ৰজাৰে সইতে মই নোৱাৰোঁ মিতাব
ই মুখৰে আৰু মই নকৰোঁ কাবউ,
পুত্ৰহন্তা নীলামক নোৱাৰো বুজাব্ ।"
মন্ত্ৰীৰ উত্তৰ শুনি জ্বলিলে জামাল
খঙ্গমনে ক'লে চাই এজন যোদ্ধাক,
"লই যোৱাঁ বেগে চুজা[১] এই কাফেৰক !
শাস্তি কৰি মাৰাঁ গই এই পাপাত্মাক ।
টুকুৰা-টুকুৰে কাটি মাংস দুৰাত্মাৰ,
মাতি মাতি কুকুৰক দিবা খাবলই !
বলেৰে খুৱাবা ধৰি গো-মাংস দুষ্টক
এনে কাম যেন আৰু নোহে আগলই ।
মুঠা মুঠে খেৰ বান্ধি পাছে গোট গাই,
অগনি লগাই দিবা জীয়াই জীয়াই ।
এনেকই শাস্তি কৰি মাৰিবা দুষ্টক,
ৰাজ-দ্ৰোহী, দেশ-দ্ৰোহী নীচ কাফেৰক ।"
জামালৰ কথা শুনি, ধৰিলে মন্ত্ৰীক
যোদ্ধা কেইজনমানে হাত দুখনত,–
আঁতৰাই লই গ'ল বুলিলে চুজাই
মন্ত্ৰীলই চাই পাছে অতি কোৰোধত
"আপোনাৰ স্বাৰ্থ তোৰ পূৰাবৰ মনে,
দেশ-দ্ৰোহী, ৰাজদ্ৰোহী হ'লি দুৰাচাৰ ।
লোকলই হুল পাতি নিজেই পৰিলি,
এনুৱাই প্ৰতিফল ঘটে এনুৱাৰ !
নানা শাস্তি কৰি তোৰ বধিম পৰাণ,
নকৰে কোনেও যেন আৰু এনেকুৱা
আগলই দেশ দ্ৰোহ পাপ আচৰণ,
ৰাজ-দ্ৰোহ যেন আৰু নহয় এনুৱা ।
এই বুলি গাৰ মাংস কাটিলে মন্ত্ৰীৰ,
টুকুৰা-টুকুৰ কৰি দিলে কুকুৰক ।
কটাঘাত দিলে সানি লোণ জলকীয়া ।
আৰু কত শাস্তি নানা দিলে বামুণক ;
সেইবোৰ কথা আৰু কি কৰি লিখিম ?
লেখনী নিলিখে নিজে কঁপিছে হাতত !
হিন্দুৰ পৰাণ মাত্ৰে কান্দি কান্দি উঠে
অমানুষী অত্যাচাৰ দেখি বামুণত ;
গোট গাই খেৰ বান্ধি জীয়াই জীয়াই
মাৰিলে মন্ত্ৰীক পাছে অগনি লগাই !
পৱিত্ৰ কুলত জন্মি, যৱন হাতত
এৰিলে পৰাণ মন্ত্ৰী আপোন দোষত !
কোনে ক'ব পাৰে হায় ! কোনেবা দেখিব,
স্বৰ্গল'কে যাব নেকি, যাব নৰকত

দেশদ্ৰোহ মহাপাপ কৰি আচৰণ
মন্ত্ৰীয়ে পৰাণ এৰি যৱন হাতত ।
য'লইকে য'ক হায় ! নালাগে সি কথা,
কিন্তু ৰ'ব দেশ জুৰি কলঙ্ক মন্ত্ৰীৰ !
ইতিহাস লেখকেও লিখিব কলঙ্ক,
অমানুষী অত্যাচাৰ ৰাজ বিদ্ৰোহীৰ
মাতিলে চুজাক পুনু বুলিলে জামালে,
"যোৱাঁ তুমি চুজা ! পুনু ৰজাৰ কাষত,
কোৱাগই মিত্ৰ কৰোঁ তেওঁৰে সইতে
একো কাজ নাই আৰু যুদ্ধ বিগ্ৰহত ।
আৰু ক'বা ভালকই বুজাই ৰজাক,
আমালোক দেশলই গুচি যাওঁগই ।
যোৱাৰ কালত কিন্তু ৰাণীয়ে সইতে,
আমাৰ বেগমে যেন দেখা দেখি হয় ।
ক'বা তুমি আছে বহু তিৰুতা লগত,
সি সকলে কুঁৱৰীক খোজে চাই যাব,
যদি দিয়ে অনুমতি মিত্ৰ ভাব কৰি,
তেনেহ'লে, নবাবেও বৰ ভাল পাব ।
যোৱা তুমি, যোৱা চুজা ! বেগাই তালই,
কোনোমতে নীলামক কৰিবা সন্মত,
যদি মান্তি হই তেওঁ মিত্ৰ ভাব কৰি,
দেখা হ'বলই কয় ৰাণীৰ লগত,–
ভাল ভাল যোদ্ধা বহু বাছি বাছি লই,
তিৰুতাৰ সাজ পাৰ পিন্ধাই দেহত
দোলাত ভৰাই দিম তালই পঠাই,
অস্ত্ৰ-শস্ত্ৰ লুকুৱাই কাপোৰ তলত ।
এনে নকৰিলে চুজা ! নোৱাৰি জিনিব
কমতাবাসীক আৰু কমতা সেনাক ;
শত্ৰু ধ্বংসিবৰ বুদ্ধি এয়েই প্ৰধান,
এয়ে হ'লে পৰা হব ধৰিব ৰজাক ।
যদি মান্তি হয় ৰজা ক'বা ভালকই,
তিৰুতা মানুহ মাথোঁ আহিব আমাৰ
তোমাৰ মানুহে জানো দুৰ্ঘট ঘটায় ?
তেনেহ'লে, সিটো জানা কলঙ্ক তোমাৰ ।"
এই বুলি মনে মনে থাকিলে জামাল,
নগৰৰ ফালে গ'ল চুজা ধীৰে ধীৰে,
পালেগই নগৰত কমতা ৰজাক,
অকলে অকলে থকা চ'ৰাৰ বাহিৰে
ৰজাক চেলাম কৰি বুলিলে চুজাই,
"গৌড়ৰ নবাবে মোক দিছে পঠিয়াই
তোমাৰ কাষত ৰজা ! মিত্ৰ ভাব কৰি,
যদি কৰা মিলাপ্ৰীতি, যাব যুদ্ধ এৰি ।
শত্ৰুভাব এৰি যদি মিত্ৰ ভাব কৰা,
আমালোক সৈন্য সেনা গুচি যাওঁগই ;
যাবৰ কালত কিন্তু ৰাণীয়ে সহিতে
বেগম চাহাবে খোজে যাব দেখাকই !
সৈন্য সেনাদিৰো আছে বহুত তিৰুতা,
সি সকলে কুঁৱৰীক খোজে চাই যাব ;
অনুমতি দিলে পাৰে আহিব সকলো,
সেয়ে হ'লে নবাবেও বৰ ভাল পাব ।"
"যুদ্ধ এৰি যায় যদি নবাবে তোমাৰ,"
চুজালই চাই ধীৰে বুলিলে ৰজাই,
"গুচি যক ; বাৰু তুমি ৰ'বাছোঁ অলপ,"
এই বুলি গ'ল ৰজা ভিতৰ সোমাই ।
ভাঙ্গি-পিটি সকলোটি ক'লে কুঁৱৰীক,
আনন্দিত হই ক'লে ৰাণীয়ে পাছত,–
"মিলা-প্ৰীতি কৰা নাথ ! নালাগে বিগ্ৰহ
গৌড়ীয়া সেনাৰে স'তে আৰু অকাৰ্যত ।"
"মিলা-প্ৰীতি কৰো প্ৰিয়ে একো কথা নাই,"
ৰাণীলই চাই ধীৰে বুলিলে ৰজাই,
"আশঙ্কা অলপ কিন্তু হইছে মনত,
বেগম আহিব খোজে তোমাৰ কাষত ।"
"কিহৰ আশঙ্কা নাথ ? বহু দিনাবধি,
মোৰো ইচ্ছা আছে বৰ বেগম চাবৰ,

কেনেকুৱা সাজপাৰ, কেনে পিন্ধা উৰা
তিৰুতাবোৰৰ নাথ ! গউৰ দেশৰ ।
কেনেকুৱা অলঙ্কাৰ পিন্ধেনো বেগমে
সাধাৰণ তিৰুতাই পিন্ধে কেনেকুৱা ;
কেনেকুৱা মাত-কথা, কেনুৱা ৰূপত,
চাবলই আছে আশা, চাওঁছো অনোৱা ।"
কুঁৱৰীৰ কথা শুনি বুলিলে ৰজাই–
"আহোক 'বেগম' তেনে, একো কথা নাই ।
তোমাৰ যেনুৱা ইচ্ছা, যাকে ভাল পোৱা
নকৰি তেনুৱা প্ৰিয়ে ! কৰিম কেনুৱা ?"
ই বুলি আকউ ৰজা আহিলে ওলাই
ধীৰে ধীৰে ক'লে পুনু চুজালই চাই–
"যোৱাঁ দূত ! তুমি গই কোৱা নবাবক,–
মিত্ৰ হ'লো, আহে যদি 'বেগম' আহক ।"
ৰজাৰ কথাতে পুনু বুলিলে চুজাই,–
"তিৰুতা মানুহ মাথোঁ আহিব আমাৰ,
তোমাৰ মানুহে জানো দুৰ্ঘট ঘটায় ?
তেনেহ'লে সিটো ৰজা ! কলঙ্ক তোমাৰ ।"
"সিকাৰেণে ভয় একো কৰিব নিদিবা,"
চুজালই চাই ধীৰে বুলিলে ৰজাই,–
"হিন্দু ৰজা নোহে তেনে বিশ্বাসঘাতক ;
ক'বা তুমি নবাবক, একো শঙ্কা নাই ।"
মনোৰথ সিদ্ধি হ'ল ; আনন্দ মনত
উলটি আহিল চুজা আপোন কোঠাত ।
হ'ব ভাবি ষড়যন্ত্ৰ অচিৰে সফল,
আনন্দ মগন হ'ল যোদ্ধাৰ সকল ।

## ত্ৰয়োদশ সৰ্গ

She with all a monarchi's pride
Felt them in her bosom glow,
Rushed to battle, fought and
.......hurled them at the foe
Ruffians, pitiless as proud
Heaven awards the vengence due:
...... ...... ...... ......

Shame and ruin wait for you.
— Cowper

শ্ৰীপঞ্চমী তিথি আজি সৰস্বতী পূজা
কমতাপুৰৰ ৰজা প্ৰজাৰ ঘৰত,
বহু হাবিয়াস কৰি পূজিছে আইক
সাদৰী ৰাণীয়ে কত ভকতি মনত ।
ভাৰতীৰ পূজা আজি, দিন আনন্দৰ !
কোনো খেলে দবা 'পাশা কোনো খেলে কড়ি,'
কোনোৱে বাইছে বীণ (অতি চেনেহৰ
আইৰ বজোৱা যন্ত্ৰ) উলাহেৰে ধৰি ।
ৰজাৰ চ'ৰাত আজি বহু মানুহৰ
সমাগম ভাৰতীৰ পূজা চাবলই ;
ভৰাই ভক্তি ফুলেৰে হৃদয়ৰ তোড়া
আইৰ পাৱত দিছে হাবিয়াস কই ।
ভূমি লুটি সেৱা কৰি, ভকতি ভাৱেৰে
কৰিছে আইক আজি কত তুতি-নতি !
দেখি এনেকুৱা ভাব, আইৰ প্ৰতিমা,
আছে কি এনুৱা যাৰ নোপজে ভকতি ?
বাজিছে পাৱত আহা ! এপাহি পদুম,
ত্ৰিভঙ্গ মূৰতি আই, ধৱলবৰণা ;
সেউজীয়া সাজ তাতে জিলিকিছে গাত
অপূৰ্ব বিভাৰে লই জেউতিৰ কণা ।
"কছ্পী" বাজিছে আহা ! হাতত ধুনীয়া

অতি সাদৰৰ বীণা ভাৰতী আইৰ
বাজে বাজে যেন লাগে অমিয়া সুৰেৰে,
দুৰ্ভগা কবিৰ কৰি অন্তৰ সুথিৰ।
সৰস্বতী পূজা আজি, – যাৰ কৰুণাত
আৰ্জিলে অক্ষয় কীৰ্তি কবি চেক্সপীৰ,
ভাৰ্জিল, হোমাৰ, দান্তে, অন্ধক মিল্টন,
কমতাত পূজা আজি সেই ভাৰতীৰ।
কৰিব নোৱাৰি হায় ! ঠিক উচ্চাৰণ
"উষ্ট্ৰ" শবদৰ নিজ প্ৰিয়াৰ কাষত
পাই মহা অপমান, ত্যজি গৃহবাস,
অৰণ্যত গই পাছে দুখ বেজাৰত
যাক পূজা কৰি পালে "কবিত্ব শকতি"
ভাৰতীয় কালিদাসে, যাৰ চেনেহত
'শকুন্তলা', 'মেঘদূত', 'কুমাৰ সম্ভৱ'
'ৰঘুবংশ' আদি কাব্য ৰচিলে পাছত ;
যাক পূজা কৰি আজি মৰিও অমৰ
কালিদাস, চেক্সপীৰ, কবি ভৱভূতি,
সেই ভাৰতীৰ আজি পূজা কমতাত !
কৰিছে আইক ৰাণী ভকতিৰে তুতি ;–
নোহোৱা কেৱল আই ! কবিৰে ঈশ্বৰী,
বীৰৰো ঈশ্বৰী তুমি, সমৰ জয়িনী !
তুমি বিষ্ণু, তুমি শিৱ, তুমি প্ৰজাপতি,
তুমি আদি, তুমি অন্ত, তুমি শক্তি, বাণি !
তুমিয়ে বধিলা মাতৃ ! শুম্ভ নিশুম্ভক,
দশভুজা ৰূপ ধৰি মহিষাসুৰক,
ৰামৰূপে ৰাৱণক, কৃষ্ণৰূপে কংস,
যমদগ্নি ৰূপ ধৰি ক্ষত্ৰিয়ৰ বংশ।"
এইদৰে কৰে তুতি ৰজা আৰু ৰাণী ;
পূজাৰীয়ে কৰে পূজা সাদৰে আইক ;
এনেতে আহিলে এটি দুৱাৰৰখীয়া–
হাতযোৰ কৰি ক'লে ৰজা কুঁৱৰীক –
"আহিছে 'বেগম' বহু দোলাৰে সইতে ,
দুৱাৰতে আছে ৰই, আহিব খুজিছে ;
অনুমতি দিয়ে যদি, যাওঁ আনোগই ;
ৰ'দত 'বেগমে' বহু কেলেশ পাইছে।"
দুৱৰীৰ কথা শুনি, সুধিলে কুঁৱৰী,–
"দেখিছিলা নেকি ? কোৱাঁ, কেনুৱা 'বেগম' ?
কেনেকুৱা সাজ পাৰ ? কেনুৱা ৰূপত ?
কথাবাৰ্তা কেনেকুৱা ? কেনুৱা আয়ম ?"
"পেৰোৱাই মৰা দোলা" ক'লে দুৱৰীয়ে,
নাই পোৱা দেখা হলে মই 'বেগম'ক,
আহিছে বহুত দোলা লগত তেওঁৰ,
আজ্ঞা পালে আনোগই শীঘ্ৰে সি লোকক।"
"যোৱা তুমি আনাগই শীঘ্ৰে 'বেগম'ক
দুৱৰীক চাই পাছে বুলিলে কুঁৱৰী।
অনুমতি দিলে ৰজা ৰাণীৰ কথাতে ;
নিবলই বেগমক আহিল দুৱৰী।
আনন্দ মনত গ'ল কুঁৱৰী সোমাই,
পমিলী বুঢ়ীক মাতি ক'লে উলাহত ;
"আহিছে 'বেগম' বাই ! পাবহি এতিয়া,
বহুত মানুহে স'তে আছে দুৱাৰত।"
তামুলী-চ'ৰাত গই পাৰোঁ ঢাৰি কঠ,
দলিচা, বানত্ আদি বহাৰ সঁজুলি !
এই সাজ এৰি তুমি পিন্ধা আন সাজ,
বেলি নকৰিবা বাই ! বান্ধা চুলি-টুলি।"
"ধুন-পেঁচ আৰু আই ! লাগিছে কেলেই ?
নহওঁ গাভৰু আমি। এই সাজে হব ;
তোমাৰ বয়স আছে তুমি পিন্ধাগই
ভাল সাজ অলঙ্কাৰ তেতিয়া শুৱাব।"
"বুঢ়ী হ'লে নেকি বাই !" ক'লে কুঁৱৰীয়ে,
"ভালকই সাজ-পাৰ নাপায় পিন্ধিব ?
খোপা মাথোঁ বান্ধে নেকি গাভৰু কালত ?
বুঢ়ীৰ বুলিলে চুলি মুকলি থাকিব
দেখিলে তোমাক বাই ! বেগমে ভাবিব,

কমতা নগৰ বাসী তিৰোতা মানুহ
ভালকই পিন্ধি উৰি নাজানে থাকিব ।"
এই বুলি কুঁৱৰীয়ে পিন্ধিলে উৰিলে,
বুঢ়ীয়েও সাজপাৰ পিন্ধিলে সলাই ;
দলিছা, বানত ঢাৰি-কঠ মিহি পাটী
তামুলী-চ'ৰাত পাৰে কোঠালি ভৰাই ।
লাগিছে ৰাণীৰ গাত উলহ-মালহ
বেগমক চাবলই গউৰ দেশৰ ;
আহিব আহিব বুলি কত আশা কৰি
আছে তেওঁ উলাহেৰে ভৰাই অন্তৰ ।
কিন্তু অকস্মাতে হায় ! বজ্ৰাঘাত হ'লে
যি ৰূপে নৰৰ প্ৰাণ কম্পমান হয়,
হঠাতে বাজত শুনি সেনাৰ কোহাঁল,
সিৰূপে ৰাণীৰ কঁপি উঠিলে হৃদয় ।
বেগা বেগিকই ৰাণী আহিলে ওলাই
পমিলী বুঢ়ীয়ে স'তে দেখিলে বাজত ;
আছে দোলা শুদা হই নহয় বেগম,
আহিছিল যোদ্ধা মাথোঁ দোলা-ভিতৰত ।
মেলেচৰ ফাঁকি মাথোঁ, পাৰিলে বুজিব,
বুদ্ধি ছলনেৰে মাথোঁ ছলিলে যৱন ।
তিৰোতা পঠাম বুলি পঠিয়াই সেনা
পেৰোৱাই ভিতৰত কৰে আক্ৰমণ ।
দেখিলে ৰাণীয়ে বহু নিৰস্ত্ৰ সেনাৰ
নাশ কৰি প্ৰাণ দুষ্ট গৌড়ীয়া সেনাই,
বিশ্বাস-ঘাতক কৰি কমতা ৰজাক
বন্দী কৰি বেৰি-কুৰি ধৰি লই যায় ।
স্বোৱামীক নিছে ধৰি যৱন সেনাই
তিৰোতাৰ প্ৰাণে হায় ! পাৰে কি সহিব ?
বীৰাঙ্গনা ৰূপ ধৰি যুদ্ধ সাজ পিন্ধি
যৱনক চাই ৰাণী ধৰিলে বুলিব ।
দুৰাত্মা যৱন ! আহা ! কৰিলি কি কাজ ?
ছলেৰে ভুলাই আজি বধিলি ৰজাক ?
নিৰস্ত্ৰ কালত হায় ! বধিলি বহুত
কমতাৰ সৈন্য সেনা বহুত যোদ্ধাক ।
লঙ্কা নগৰৰ যেনে বীৰ ইন্দ্ৰজিত,
ৰাক্ষস গৌৰৱ ৰবি বধিলে লক্ষ্মণ
সোমাই যজ্ঞৰ ঘৰ নিৰস্ত্ৰ কালত,
তেনেকুৱা ছল আজি কৰিলি যৱন ।
মিলা-প্ৰীতি কৰোঁ বুলি ছলেৰে ভুলালি ;
তিৰোতা পঠাম বুলি যুঁজাৰু পঠালি ।
নিৰস্ত্ৰ কালত হায় ! নাশিলি সেনাক,
অনিয়ায় মতে বন্দী কৰিলি ৰজাক ।
ই পাপৰ প্ৰতিফল পাবিহে যৱন ।
প্ৰকৃততে যদি হওঁ ৰাণী কমতাৰ ।"
এই বুলি ল'লে দাঙ্গি এহাতেৰে যাঠি
এহাতেৰে তৰোৱাল তীক্ষ্ণময় ধাৰ ।
সহিব নোৱাৰি হায় ! ৰোমীয় সেনাৰ
দুৰ-ব্যৱহাৰ, যেনে ৰাণী ব্ৰিটনৰ,-
বোডেচীয়া- যুদ্ধ সাজে সাজি পাৰি পাছে
মনৰ বেগত গ'ল কৰিব সমৰ,-
কিম্বা যেনেকই হায় ! লঙ্কাৰ ঈশ্বৰী,
মন্দোদৰী - শুনি মৃত্যু ৰামৰ হাতত
পৰাণৰ স্বোৱামীৰ, যুদ্ধ-সাজ পিন্ধি
আহিছিলে যুদ্ধ দিব মনৰ বেগত ;
সিৰূপে কুঁৱৰী আজি বীৰাঙ্গনা সাজি,
যাঠি তৰোৱাল লই ওলাল যুদ্ধত,
পৰাণৰ আশা এৰি স্বামী উদ্ধাৰিব
কমতাবাসীক চাই বুলিলে পাছত ;
"কমতা নগৰ বাসী, কি ল'ৰা কি বুঢ়া !
ওলোৱা সকলো আজি পিন্ধি যুদ্ধ-সাজ ।
নিৰস্ত্ৰ কালত আহি, তিৰোতা বেশেৰে
ধৰিলে ৰজাক দুষ্ট যৱনে নিলাজ ;
অনিয়ায় কৰি বহু বধিলে সেনাক,
কমতাৰ স্বাধীনতা হৰিব খুজিছে

বিশ্বাস-ঘাতক দুষ্ট যৱন মেলেছে !
এই শোকে মোৰ আজি হৃদয় জ্বলিছে ।
ওলোৱাঁ ওলোৱাঁ সবে বেলি নকৰিবা,
যুদ্ধ সাজ-পাৰ পিন্ধি, নতুবা হৰিব
কমতাৰ ৰাজ লক্ষ্মী নিলাজ যৱনে,
স্বাধীনতা সুখ বেলি অকালে ডুবিব !
মেলেছৰ পদানত হ'ব জন্মভূমি !
এই দুখ তোমালোকে কি কৰি সহিবা ?
স্বাধীনতা মহাৰত্ন চোৰক বিলাই,
কিবা লই আৰু হায় ! ঘৰত থাকিবা ?
এদিনৰ স্বাধীনতা স্বৰগৰ সুখ,
পৰাধীনতাতে নিতে দুখ নৰকৰ ।
সেই দুখ তোমালোকে কি ৰূপে সহিবা ?
কেনেকই 'পদানত' হ'বা যৱনৰ ?
পৰাধীনতাতকই মৰাই মঙ্গল !–
আহা আহা সৈন্য-সেনা ! যাওঁ সমৰত ।
উদ্ধাৰিম নিজ ৰাজ্য, আপোনাৰ ৰজা,
নতু, সকলোৱে প্ৰাণ ত্যজিম যুদ্ধত !
জনম ভূমিৰ অৰ্থে তিয়াগি পৰাণ,
সন্মুখ যুদ্ধত মৰি যাম স্বৰ্গলই ।
ওলোৱাঁ ওলোৱাঁ সবে, নকৰিবা বেলি,
নকৰিবা একো আজি পৰাণৰ ভয় !–
কৰিলো প্ৰতিজ্ঞা কমতা নগৰ
শত্ৰুৰ তেজেৰে ৰাঙ্গলী কৰি,
বিনাশি যৱন মেলেছৰ সেনা
আপোন স্বোৱামী আনিম কাঢ়ি ।
ৰজাৰ জীয়ৰী ৰজাৰ কুঁৱৰী
স্বামীৰ স্নেহৰ তিৰোতা মই
দেখাম বীৰতা দেখাম ক্ষমতা
যৱন সেনাক বিনাশ কই ।
পূৰ্বে নাই ধৰা যাঠি তৰোৱাল,
নাই দেখা আগে যুদ্ধনো কেনে,
আজি সি হেঁপাহ লওঁ পূৰুৱাই ;
ওলোৱাঁ সকলো যুঁজাৰু তেনে ।
কত বল ধৰে কমতাৰ ৰাণী,
যৱন সেনাক দেখাওঁ আজি ;
মৰে কি নমৰে তিৰীয়ে মাৰিলে,
চাওঁ গই তাত, ওলোৱা সাজি
নেদেখে যৱনে আকউ গই ।
আজি মোৰ পণ, ৰাজ-সিংহাসন .
ৰখাম নিশ্চয় স্বাধীন কই ।
কৰিলো প্ৰতিজ্ঞা , কমতা নগৰ
শত্ৰুৰ তেজেৰে ৰাঙ্গলী কৰি,
বিনাশি যৱন মেলেছৰ সেনা
আপোনাৰ স্বামী আনিম কাঢ়ি ।
কমতা নগৰ-বাসী সকলো তিৰোতা !
আহা, আজি সকলোটি যাওঁ সমৰত ;
উদ্ধাৰিম নিজ ৰাজ্য, ৰজা আপোনাৰ,
নতু সকলোৱে প্ৰাণ ত্যজিম যুদ্ধত ।
জনম ভূমিত লাগি তিয়াগি জীৱন,
সন্মুখ যুদ্ধত পৰি যাম স্বৰ্গলই,
ওলোৱা সকলো আজি কমতা-বাসিনী !
পৰাণৰ ভয় কৰি নাথাকিবা ৰই ।
নতু–
কৰিলোঁ প্ৰতিজ্ঞা আজি কমতা নগৰ
শত্ৰুৰ তেজেৰে স'তে ৰাঙ্গলী কৰিম ;
বিনাশি যৱন, দুষ্ট মেলেছৰ সেনা,
আপোনাৰ স্বোৱামীক উদ্ধাৰি আনিম ।
কুঁৱৰীৰ কথা শুনি, কমতাপুৰৰ
ল'ৰা বুঢ়া সকলোটি ওলাল যুদ্ধত ;
ওলাল সকলো আৰু তিৰোতা দেশৰ
যাঠি, তৰোৱাল লই সবে দুহাতত ।
"জয় কুঁৱৰীৰ জয় !" উঠিলে শবদ
কমতাপুৰৰ হায় ! গগন উধাই,

ভীমা মূৰ্তি ধৰি আজি সাদৰী কুঁৱৰী
যৱন সেনাক পাছে পাছে খেদি যায়।
আগে আগে যায় দুষ্ট যৱনৰ সেনা
কমতা ৰজাক লই নিজা কোঠালই,
পাছে পাছে যায় খেদি সাদৰী কুঁৱৰী
যৱনক ধৰ, ধৰ, মাৰ মাৰ কই।
নাচায় উলটি দুষ্ট যৱন মেলেছ,
কোঠাত সোমাব মাথোঁ গইছে বেগাই।
দেখি যৱনৰ এনে কাপুৰুষ-ভাব,
সাদৰী ৰাণীয়ে পাছে ক'লে ৰিঙিয়াই ;-
কাপুৰুষ ! ভীৰু ! দুষ্ট মেলেছ যৱন !
নকৰি সমৰ কিয় গইছ পলাই ?
আৰু পলা আৰু সোমা কোঠাৰ মাজত,
ৰাণীৰ হাতত কিন্তু ক'তো ৰক্ষা নাই !'
এই বুলি গই ৰাণী সেনাৰে সইতে
যৱন সেনাৰ কোঠ কৰি আক্ৰমণ,
ভীমা-মূৰ্তি চণ্ডী যেনে দৈত্যৰ যুদ্ধত,
খণ্ড খণ্ড কৰি বহু কাটিলে যৱন।
যৱনৰ তেজে হ'ল কোঠ পঙ্কাকুল ;
তিষ্ঠিব নোৱাৰি পাছে ৰাণীৰ যুদ্ধত,
যেনিয়ে তেনিয়ে গ'ল অৱশিষ্ট সেনা
যৱনৰ ভয় পাই প্ৰাণৰ ভয়ত।
ধন্য ধন্য তুমি ৰাণি ! কমতা ঈশ্বৰী !
দেখালা বীৰতা আজি নাৰীৰ মৰ্ত্যত।
শত্ৰুক ধ্বংস কৰি অতুল সাহসে,
ৰাখিলা অক্ষয় কীৰ্ত্তি তুমি জগতত।
বীৰতা তোমাৰ দেখি, পুৰণি কালৰ
অতীত ঘটনা কত পৰেহি মনত ;
সত্য, ত্ৰেতা দ্বাপৰৰ কত কথা আনে
সোঁৱৰণি ধীৰে ধীৰে কত উলাহত।
ব্ৰিটনৰ সেনা হায় ! তাহানি কালত,
কৰিছিলে অৱৰোধ আৰ্লিন নগৰ ;
ষোল বছৰীয়া এটি ফৰাচী ছোৱালী
জোৱানে* পাছত আহি কৰিলে সমৰ
হেৰুৱালে বিপক্ষক, ব্ৰিটন সেনাক,
আৰ্লিন কৰিলে ৰক্ষা ভীমা মূৰ্তি ধৰি ;
তুমিও সি ৰূপে আজি আহি সমৰত,
হেৰুৱাই যৱনক ধ্বংসিলা কুঁৱৰি !
ফৰাচীৰ ইতিহাস থাকে যত দিন,
থাকিব সিমান দিন নাম জোৱানৰ,
আসামত যত দিন থাকে অসমীয়া,
থাকিব উজলি যশ তোমাৰো নামৰ !

* * * * *

ৰাণীৰ বীৰতা দেখি পলালে যৱন,
বিচাৰি বিচাৰি পালে ৰাণীয়ে ৰজাক,
কিন্তু যেনে অৱস্থাত দেখিলে ৰজাক,
কান্দে ৰাণী ভুকুৱাই আপোন-হিয়াক।
"হায় ! হায় ! প্ৰাণনাথ ! এয়েকি আছিল
ভাগ্যত তোমাৰ ? দুষ্ট মেলেছ যৱনে
কৰিলে ক্ষত-বিক্ষত শৰীৰ তোমাৰ।
কৰিলো মিছাতে নেকি অত চেষ্টা তেনে ?
তোমাৰ কাৰণে নাথ ! প্ৰাণভয় এৰি
যৱন সেনাক বহু নাশিলো যুদ্ধত,
কিন্তু হায় ! কান্দে প্ৰাণ, দেখিলে তোমাৰ
অমানুষী অত্যাচাৰ শত্ৰুৰ হাতত !"
এই বুলি শোকে ৰাণী কান্দিব ধৰিলে,
থোকা থুকি কই মাতি বুলিলে ৰজাই,
"ব্ৰহ্মবধী মই প্ৰিয়ে ! সি মহাপাপত
ঘটিলে এনুৱা মোৰ ; উস্ ! প্ৰাণ যায় !
নাকান্দিবা তুমি প্ৰিয়ে ! নকৰিবা শোক,
কান্দিলেও আৰু তুমি নেদেখিবা মোক
এই জগতত হায় ! হইছে অৱশ

মন, প্ৰাণ, দেহা ক্ৰমে ! প্ৰাণ পখী যাব
দেহা সজা এৰি থই, তুমি না-কা-ন্দি-বা ।
শুকাইছে ঘনে ঘনে মুখ খনি মোৰ !
দিয়াছোঁ এটোপা পানী শো-ক ন-ক-ৰি-বা !"
এই বুলি চকু দুটি মুদিলে ৰজাই !
কুঁৱৰীয়ে দিলে আনি পানী একাঁজলি ;
পানী খাবলই কিন্তু নেমেলিলে মুখ ।
নাচালে ৰাণীক আৰু তেওঁ চকু মেলি !
পলালে ৰজাৰ প্ৰাণ দেহা এৰি থই,
কান্দিব ধৰিলে ৰাণী (মনৰ বেগত)
আঁকোৱালি ধৰি মৃত দেহা স্বোৱামীৰ
ইনাই বিনাই হায় ! দাৰুণ শোকত ।
"উঠা উঠা প্ৰাণনাথ ! এবাৰ সম্ভাষা কৰাঁ
চকু মেলি চোৱাহে এবাৰ ।
তোমাৰ প্ৰেয়সী আজি, কান্দে অভাগী কুঁৱৰী
চৰণত ধৰিহে তোমাৰ ।
চোৱাঁ চকু মেলি নাথ ! কমতা এন্ধাৰ আজি,
লয় পালে সকলো ভৰসা !
কোনে জানে, এনে হ'ব, সুখ-বেলি অস্ত যাব
অভাগীৰ কৰি এনে দশা ॥
স্বামী কমতাৰ ৰজা, ৰজাৰ কুঁৱৰী মই,
আজি যেন নিশাৰ সপোন !
আঁতৰি আঁতৰি গ'ল সুখৰ সুন্দৰ ছবি,
কেলেশত কৰি নিমগন ॥
আৰু অভাগী কুঁৱৰী কাৰ পদ-সেৱা কৰি
জীৱ এই সংসাৰ-মাজত !
য'লই গইছা তুমি, তলইকে যাম মই,
ছুঁয়া হায় ! থাকিব দেহত ॥"
এইদৰে শোকে বহু কান্দিলে কুঁৱৰী
স্বামীৰ শোকত হিয়া-মুৰ ভুকুৱাই !
বিয়াকুল হই হায় ! পমিলী বুঢ়ীয়ে
বুলিব ধৰিলে পাছে ৰাণীলই চাই
"কি হ'ব কান্দিলে আই ! আৰু নাকান্দিবা ;
কান্দিয়ে কটালে কাল, একোকে নহয় ।
ৰজাৰ দেহটি নিব লগে শ্মশানত ;
কি হব থাকিলে আৰু ৰই এনেকই ।"
এই বুলি পমিলীয়ে দোলা অনোৱাই,
ঢুলীয়া গায়নে স'তে, তুলিলে দোলাত
ৰজাৰ দেহাটি নিলে শ্মশানৰ ফালে
দুখে শোকে কান্দি কান্দি তুলিব চিতাত ।
কান্দি কান্দি কুঁৱৰীও গ'ল লগে লগে,
কমতাৰ ল'ৰা-বুঢ়া বেজাৰ মনত ।
সুখ-সূৰ্য কমতাৰ ঢাকিলে ডাৱৰে
ভৰাই নগৰ হায় ! ঘোৰ এন্ধাৰত ।

"Nilambar was taken prisoner and it was intended to carry him to Gour, but on the way he made his escape and was never heard of again." – Gait's 'History of Assam' Page 43.

## চতুৰ্দ্দশ সৰ্গ

All was ended now, the hope, and the fear, and the sorrow,
All the aching of heart, the restless, unsatisfied longing,
All the dull, deep pain, and constant anguish of patience !

— Longfellow

All are such, when life the body leaves :
No more the substance of the man remains,
Nor bounds the blood along the purple veins,
These the funeral flames in atoms bear
To wander with the wind in empty air;
While the impassive soul reluctant flies,
Like a vain dream to these * * skies

— Homer's Odyssey

" Farewell to life , but not adieu to thee."

—Lord Byron

অসাৰ মানৱ-দেহা অনিত্য পৰাণ,
পদুম পাতৰ পানী অকস্মাতে পৰে ;
কিবা কাম আছে হায় ! কি বিশ্বাস তাত !
কাল বতাহত নিতে টল-বল কৰে ।
নিতে নিতে নই পানী যায় সাগৰত,
সেই পানী আৰু হায় ! আকউ নোলটে !
নিতে নিতে ক্ষয় পায় নৰৰ জীৱন,
লুকাই লুকাই যায়, পুনৰ নোভতে ।
নিতে নিতে ফুলে ফুল কত ফুলনিত,
নিতে নিতে কত ফুল জহি সৰি যায় ;
সেই ফুলে নেকি পুনু ফুলি উলাহত
ফুলনি পোহৰ কৰে সংসাৰত হায় ?
তোমাৰ আমাৰ আৰু সকলো লোকৰ
শোক, দুখ, হৃদয়ৰ বিষাদ, যন্ত্ৰণা,
দয়া, মায়া, হাঁহি-কন্দা, চকুলো চকুৰ,
ভালপোৱা-পোৱি আৰু মনৰ মন্ত্ৰণা,
আনন্দ, ধেমালি আৰু উলাহ মনৰ,
বেজাৰ, সন্তাপ, হায় ! মান অপমান,
কাম, ক্ৰোধ, লোভ, মোহ ৰিপুৰ তাড়না
মনৰ হেঁপাহ আৰু বায়ুময় প্ৰাণ,
সকলোটি নিতে নিতে গইছে নিৰলে
কালৰ গৰ্ভৰ ফালে লয় পাবলই ।
যি গইছে গ'ল সিটি একেবাৰে গ'ল !
কুঁৱৰীৰ প্ৰাণ আজি কুঁৱৰীৰ জ্ঞান,
কুঁৱৰীৰ অন্তৰৰ হেঁপাহৰ ধ্যান,
একেবাৰে গই আজি লুকাল আঁৰত
অনন্ত অপাৰ হায়! কালৰ গৰ্ভত ।
কুঁৱৰীত নাই আৰু এতিয়া কুঁৱৰী,–
সংসাৰ ভৰিলে আজি ঘোৰ এন্ধাৰত !
দেখিছা পোহৰ তুমি সূৰ্যৰ কিৰণ,
সেই দেখা কুঁৱৰীৰ গুচিল ভাগ্যত ।
পৰাণৰ স্বোৱামীৰ জীৱনৰে স'তে
মৰিলে কুঁৱৰী হায় ! আজি জীৱন্মৃত ।
ইকি কথা ? অসম্ভৱ ; কোনে বা শুনিব ?
কিৰূপে মৰিছে প্ৰাণ থাকোতে দেহাত ?
যদিহে পাঠক ! তুমি বিশ্বাস নকৰা,
কি কৰি বুজাম মই, নিজে নুবুজিলে ?
কিন্তু চোৱাঁ ভাবি তুমি পাৰিবা বুজিব,
পৰাণ থাকোতে ৰাণী কিৰূপে মৰিল ॥
আহাহা পাঠক হায় ! পাৰিছোঁ বুজিব,
কথা কোৱা, লৰা-চৰা, এই সবকেই
ভাবানেকি তুমি বুলি জীৱন্ত জীৱন ?
যদি ভাবা তেনে হায় ! মিছাই তেনেই,
জীৱন্ত জীৱন হায় ! নাই জগতত ।
স্বৰগত বাজে মাথোঁ "জীৱন্ত জীৱন",
নিৰ্জীৱ জীৱনে ভৰা গোটেই পৃথিৱী,
পলে পলে থাকে ঘটি নিতউ মৰণ ।

শোকৰ ক্ষমতা য'ত বিৰাজে নিতউ,
বিষাদৰ দোলে য'ত বান্ধিছে জীৱন,
নিৰাশা ডাৱৰ আৰু নিদাৰুণ ৰোগ
মন্ত্ৰণা নৰকে য'ত মাতিছে মৰণ,
জীৱন্ত-জীৱন হায় এনুৱা ঠাইত
পাৰে কি থাকিব ? থাকে নেকি ক'ৰবাত ?
তুমি আমি কথা কওঁ লৰোঁ চৰোঁ সঁচা,
সি বুলি জীৱন্ত প্ৰাণ আছে কি দেহাত ?
নাই নাই ক'তো নাই এই জগতত
'জীৱন্ত জীৱন' হায় ! আহি ই ঠাইত,
জীৱনত দুখ পাই 'নিৰ্জীৱতা' পালে ।
সি কাৰণে কওঁ আজি অভাগী কুঁৱৰী
মৰিছে নিশ্চয় হায় ! সঁচা ভাবি চালে ।
কুঁৱৰীৰ দৰে হায় ! আমিও সকলো
এই মৰ জগতৰ শোক-বিষাদত
(নিতে নিতে পাই বহু বেজাৰ সন্তাপ)
মৰি আছো, মৰি আছোঁ নিতে জীৱন্তত ।
নাম মাত্ৰ আছোঁ আমি মৰ্ত্যত জীয়াই,
নাম মাত্ৰ কথা কোৱা নামে লৰা-চৰা,
নাম মাথোঁ আছে হায় ! নাকত নিশ্বাস,
কাজে কিন্তু সকলোটি প্ৰাণহীন মৰা ।
জীৱন্ততে মৰা আমি । অনিত্য জীৱন ।
অনিত্য ই দেহা-সজা প্ৰাণ-পখী গ'লে ।
পঞ্চভূত পাব লয় পাঁচোটা ভূতত,
নাকৰ নিশ্বাস বলি থাকে যত বেলি,
তত বেলি মানৱক লাগে ভাল ভাল,
সাজ-পাৰ, ধন-বস্তু, লাগে ভাই-ভনী,
পৰাণৰ প্ৰণয়িনী, পুত্ৰ পৰিয়াল ।
নাকত নিশ্বাস থাকে যত বেলি বলি,
তত বেলি মানৱৰ খিয়লা খিয়লি,
তাক কাটি মই খাওঁ, মই হওঁ বৰ,
থাকে এনেকুৱা ভাব অবোধ নৰৰ ।
নাকত নিশ্বাস থাকে যত বেলি বলি,
তত বেলি মানৱৰ থাকে ভিন পৰ,
সিটি পৰ ইটি মোৰ ঘৰৰে আপোন,
এনে ঘৃণনীয় ভাব থাকে মানৱৰ ।
থাকে বলি যত বেলি নাকত নিশ্বাস,
তত বেলি থাকে হায় ! দাৰুণ হেঁপাহ,
মানৱৰ ধন-সোণ বস্তু ঐশ্বৰ্যত,
মৰে কটা-কটি কৰি ধনৰ লোভত ।
অবোধ মানুহ ! কিন্তু নাভাবে খন্তেক,
এদিন নিশ্বাস মাৰ যাব যে নাকত ।
সি কালত ভাই ভনী ঐশ্বৰ্য ৰতন
তিয়াগি লাগিব যাব শ্মশান মাজত ।
শ্মশান মাজত হায় ! পঞ্চভূতি দেহা
লয় পাব মিল হই পাঁচোটা ভূতত !
পানীত মিলিব পানী, অগনি অগ্নিত,
ধূলিয়ে ধূলিয়ে, বায়ু বায়ুৰ লগত ।
আকাশত হব মিল তেতিয়া আকাশ,
সিকালত ক'তো আৰু শেষ নাথাকিব ।
ধন সোণ ৰত্ন আৰু প্ৰাণৰ প্ৰেয়সী
পুত্ৰ পৰিয়াল আদি লাগিব ত্যজিব ।
ভিন পৰ, সৰু বৰ, নাথাকিব চিন,
একেলগে শ্মশানত লাগিব থাকিব ।
এই কথা ভাবি যদি চায় এখন্তেক,
বদ্ ভাব মানুহৰ পাৰে কি আহিব ?
আহাহা ! পৰাণ কান্দে, চোৱাছোঁ পাঠক !
সৌৱা শ্মশানত আনি-তুলিছে চিতাত
কমতা ৰজাক আহা ! – থাকোতে নিশ্বাস ?
নহয় কেৱল শয্যা, সিকালৰে স'তে
আজিৰ অৱস্থা হায় ! কৰিলে তুলনা,
সংসাৰত মানুহৰ জন্মে কি হেঁপাহ ?
থাকে ঐশ্বৰ্যত নেকি দাৰুণ কামনা ?
ভাই-ভনী তিৰোতাক আপোনাৰ বুলি

জনমে কি ভাব হায় ! নৰৰ মনত ?
যদি ভাবে এই কথা, হৰিলে নিশ্বাস,
আই ভাই কোনোৱেই নাযায় লগত ।
আহা পৰাণ কান্দে ! জীৱন্তুতে মৰা
কুঁৱৰীয়ে কান্দি কান্দি তুলিলে চিতাত
আপোনাৰ স্বোৱামীক (কমতা ৰজাক)
চকুলো বোৱাই হায় ! – পুৰণি কালত
(অশ্বমেধ যি কালত আছিলে চলিত)
জ্বলিছিলে যেনেকই যজ্ঞৰ কুণ্ডত !
জ্বলিলে চিতাৰ জুই দপ্ দপ্ কৰি,
অগনি লাগিলে গই উঠি স্বৰগত ।
পমিলী বুঢ়ীক চাই চকুপানী টুকি,
বুলিব ধৰিলে ৰাণী পাছে বিষাদত,–
"জীৱনৰ লীলা বাই ! আজি শেষ হ'ল
অভাগীৰ, মোত লাগি নকৰিবা শোক !
সতী যাওঁ আজি মই স্বোৱামীৰ স'তে !
কিৰূপে সহিম আৰু বিধৱাৰ দুখ !
কি সঁতেৰে বাই ! মই মচোঁ কপালৰ
সেন্দূৰৰ ফোট জুৰি ? কি সঁতেৰে যাওঁ
স্বোৱামীক এৰি থই চিতাৰ জুইত
অকলে অকলে হায় ! বৰ শোক পাওঁ !
স্বামীৰ তিৰোতা মই, স্বামী মোৰ প্ৰাণ,
স্বামীৰ জীৱনে বাই ! মোৰ যে জীৱন !
মোত লাগি বাই ! তুমি নকৰিবা শোক,
স্বামীৰ মৃত্যুত মোৰো ঘটিল মৰণ !
কত আশা বাই ! তুমি কৰিছিলা মোত,
কৰিছিলা কত স্নেহ, – মাকৰ মৰম
তেনেকুৱা হয় বুলি, নোপজে বিশ্বাস ।
নিমৰম কালে কিন্তু কৰিলে হৰণ !
কুটিল বিধতা ! তাৰ কুটিল চক্ৰত
পৰি আজি তিয়াগিলোঁ তোমাহেন বাই ;
স্বোৱামী যে গ'ল এৰি কিৰূপে থাকিম
এই জগতত আৰু কিবা সুখ খাই ?
সতী যাওঁ বাই ! মোক নকৰিবা বাধা,
নগৰৰ সকলোকে তুমি ক'বা গই,
কুঁৱৰীয়ে গ'ল এৰি দুখৰ সংসাৰ
স্বোৱামীৰে সইতে আজি অনুমৃতা হই ।
যাওঁ বাই ! যাওঁ আজি তিয়াগি সংসাৰ
ত'লই ৰাজিছে য'ত আত্মা স্বোৱামীৰ,
য'ত আছে সখী মোৰ ছোৱালী কালৰ,
বিৰাজিছে আত্মা য'ত পিতৃ মাতিৰীৰ ।
যাওঁ বাই ! যাওঁ আজি, যাওঁ সি দেশত,
বিৰাজিছে য'ত প্ৰভূ অনাদি কাৰণ,
একমেব অদ্বিতীয়, পৰম ঈশ্বৰ ।
স্বোৱামীয়ে স'তে কৰি চিতা-আৰোহণ !
যাওঁ আজি সি দেশত, য'ত বিৰাজিছে
আই মাহী আইয়ে স'তে জগতৰ পিতা,
অপূৰ্ব বিভাৰে কৰি গোলোক পোহৰ,–
ৰঙ্গে কৰি আলিঙ্গন স্বোৱামীৰ চিতা ।"
এই বুলি কুঁৱৰীয়ে প্ৰজালই চাই
বুলিব ধৰিলে হায় ! হিয়া ফাটি যায় !
"অষ্টাঙ্গে পৰিছে আজি দুখুনী কুঁৱৰী,
আশীৰ্বাদ দিয়াঁ সবে দোষ ক্ষমা কৰি ।
দিয়া আশীৰ্বাদ, যেন গই সি দেশত
আনন্দ মনেৰে থাকোঁ স্বামীৰ লগত ।
প্ৰভুৰ পাৱৰ যেন নহওঁ আঁতৰ,
পাওঁ যেন নিতে তাত আইৰ সাদৰ ।"
এই বুলি কুঁৱৰীয়ে কান্দি বেজাৰত
পৰিলে দীঘল হই প্ৰজাৰ আগত ।
কিন্তু আশীৰ্বাদ হায় ! দিয়া থ'ক পৰি,
উঠিল সকলো প্ৰজা শোকত চিয়ঁৰি ।
সকলো প্ৰজাই ক'লে কান্দি বেজাৰত –
"কমতাক এৰি আই ! যাবা তুমি ক'ত ?
ক'ত এৰি থই যাবা কমতা-বাসীক ?
পাহৰিবা কেনেকই পমিলী বুঢ়ীক ?

তোমাৰ মৰম আৰু তোমাৰ সদগুণ,
তোমাৰ বীৰতা আমি কি কৰি ভুলিম ?
নাযাবা আই ! তিয়াগি আমাক
আদৰৰ কমতাক ! কি ৰূপে সহিম ?
তুমি যদি এৰি যোৱা কি হব বিলয়
কমতাবাসীৰ আৰু কমতাপুৰৰ ?
যৱনৰ পদানত হব জন্মভূমি,
সি দুখে তোমাৰ নেকি নদহে অন্তৰ ?
মেলেছে কৰিব বাস কমতাপুৰত,
কি কৰি ই দুখ হায় ! সহিবা মনত ?
নাযাবা নাযাবা আজি তিয়াগি কমতা
জনম ভূমিৰ আই ! পাহৰি মমতা ।"
"জনম ভূমিৰ ভাবি ভৱিষ্যত দুখ,"
কুঁৱৰীয়ে ক'লে কান্দি প্ৰজালই চাই–
"মোৰো বিদাৰিছে হিয়া কান্দিছে পৰাণ !
কিন্তু কি কৰিম ? হায় ! নেদেখো উপায় !
জানিলো এতিয়া
ভাললই ক'লী গৰু নজগে ভাদত
ভাললই দ্বন্দ্ব হাই নালাগে ঘৰত,
ভাললই ভায়ে ভায়ে নকৰে বিৰোধ,
ভাললই ৰাজমন্ত্ৰী নহয় নিৰ্বোধ ।
ভাললইনে কি হায় ! দেশৰে মানুহে
বিদেশীক মাতি আনে আপোন দেশত ?
চোৰক দেখায় আনি আপোনাৰ ধন,
শুনিছা কি এনে কথা কোনোবা ৰাজ্যত ?
বিধতাৰ ইচ্ছা হায় ! আছে যে ভাগ্যত
বহুত কেলেশ জানো, জনম ভূমিৰ !
যৱনৰ পদানত হ'ব জন্মভূমি !
কোনে পাৰে বাধা দিব ইচ্ছাত বিধিৰ ?"
এইদৰে ক'লে বহু প্ৰজাক কুঁৱৰী
উলিয়াই দুচকুত চকুলো দুধাৰি ।
এনে সময়তে আহি দুখুনী পমিলী
আউলী বাউলী হই, – মনৰ বেগত
ৰাণীক সাবটি ধৰি দুয়োটি হাতেৰে
বুলিব ধৰিলে বুঢ়ী অতি বেজাৰত ।
আছিল মনত আশা, অন্তিম কালত
মুদিম দুচকু চাই তোমাৰ আগত ।
কিন্তু নিদাৰুণ বিধি ! কি কৰি বুজিম
তাৰ লীলা ? সি সুখত কৰিলে বঞ্চনা !
আছিলে মনত হায় ! ৰজাৰে তোমাৰে
সুখ দেখি পাহৰিম সংসাৰ যাতনা ।
কিন্তু হায় ! বৃথা আশা ! পূৰ্ব জন্মফলে,
যিটো ভাবিছিলো সিটো গ'ল দূৰলই ।
ভবা নাই যিটো হায় ! স্বপ্নতো এদিন,
সিটো যে আহিলে চাপি আজি কাষলই !
কৰিলে ৰাহুৱে গ্ৰাস বেলি কমতাৰ !
চিৰকাললই হায় ! আজি অকালত !
কান্দিছে পৰাণ মন, হিয়া বিয়াকুল !
কি সঁতেৰে যাওঁ আজি উলটি ঘৰত ?
যদি সোধে নগৰৰ তিৰোতাসকলে,
কুঁৱৰীক ক'ত থাই ! তিয়াগি আহিলা ?
কি ক'ম তেতিয়া মই ? কি কই বুজাম ?
কান্দিছে পৰাণ প্ৰভু ! ইয়াকে কৰিলা ?
স্বামীৰ লগত কৰি চিতা আৰোহণ
প্ৰাণ এৰি যাব তুমি খুজিছা স্বৰ্গত,
কি কৰি বাধিম আই ? নাবাধো তোমাক,
থাকাঁ বৈকুণ্ঠত গই অনন্ত সুখত ।
পুণ্যৰ নিমিত্তে তুমি তিয়াগিবা প্ৰাণ !
কিয়বা বাধিম আই ! বাধিৰ নাপায় ।
স্বামীয়ে সইতে গই প্ৰভুৰ কাষত
প্ৰাণৰ সখীক লই থাকা গই আই ।
কিন্তু যে কইছা আই ! 'নাকান্দিবা' বুলি,
কান্দিব নোখোজোঁ, – কিন্তু কান্দোন ওলায়
আপোনা-আপুনি হায় ! নোৱাৰো ৰাখিব,

অথিৰ অবিৰ হিয়া, মনক বুজাই ।
ইচ্ছাক্রমে কান্দো বুলি কান্দ কি মানুহে ?
আপোনা আপুনি আহি ওলায় কান্দোন
দুখ পালে হৃদয়ত ; নোৱাৰি বাধিব
অশেষ চেষ্টাতো, কৰি অনেক যতন ।
সেই যেই হোক আই ! নাবাধোঁ তোমাক,
স্বোৱামীয়ে স'তে তুমি যোৱা স্বৰগত ;
তোমাৰ ভালৰ অৰ্থে পূজিম প্ৰভুক
জীয়াই যিমান দিন থাকিম মৰ্ত্যত ।"
কান্দিব ধৰিলে বুঢ়ী মনৰ তাপত,
ল'লে তুলি কুঁৱৰীক সাদৰে কোলাত ।
পুনু ক'লে কুঁৱৰীয়ে,– "নাকান্দিবা বাই !
এৰি দিয়াঁ যাওঁ মই নকৰাঁ বিষাদ ।"
এই বুলি কুৱৰীয়ে বুঢ়ীক বুজাই,
বুলিব ধৰিলে পাছে চিতাৰ অগ্নিক –
"অগ্নিদেৱ ! তুমি মাথোঁ গতি অভাগীৰ ;
চৰণৰ এদাঁতিত ৰাখিবা দাসীক ।
অন্তিম কালত আজি তোমাৰ কোলাত
খন্তেক সোমাই লওঁ তাপ আঁতৰাই,
নকৰিবা ঘৃণা দেৱ ! অভাগিনী বুলি
দীনহীনা বুলি মোক নিদিবা পেলাই ।"
এই বুলি কুঁৱৰীয়ে চিতাৰ জুইত
জাঁপ দি পৰিলে হায় ! প্ৰদক্ষিণ কৰি ;
তাহানি কালত আহা ! 'অগ্নি-পৰীক্ষা'ত
পৰিছিলে যেনেকই জনক জীয়াৰী ।
নতুবা, যিৰূপে (ভাবি দুষ্ট যৱনৰ
মহাঘোৰ অত্যাচাৰ) ৰাজপুত নাৰী
কৰিছিলে প্ৰাণ ত্যাগ 'অগনি- কুণ্ডত'
আপুনি জ্বলাই জুই, নিজে নিজে পৰি ;
সেইৰূপে আজি ৰাণী ত্যজিলে পৰাণ ;
শোক বেজাৰত সবে হই ম্ৰিয়মান
ঘৰলই গ'ল প্ৰজা,– দশমীৰ দিনা
যায় যেনে ৰূপে গৃহী উটাই প্ৰতিমা ।
দামুৰি হেৰালে যেনে বিয়াকুল গাই,
কুঁৱৰীক এৰি আজি তেনেকুৱা বাই !
কান্দি কান্দি বেজাৰত গ'ল ঘৰলই
ইনাই বিনাই হায় ! বলিয়ানী হই ।
লাহে লাহে কমি গ'ল চিতাৰ অগনি,
দেখিলো উলটি চাই ৰাণী আৰু নাই ;
জ্বলা অগনিত পৰি তিয়াগিলে প্ৰাণ,
জুইয়ে কৰিলে হায় ! পুৰি দেই ছাই ।
কত চালো চাৰুফালে কত বিচাৰিলো,
নেদেখিলো কুঁৱৰীৰ "শেষ" আজি হায় ।
কেনি গ'ল আজি ৰাণী কমতা ঈশ্বৰী ?
ক'তো দেখোঁ কুঁৱৰীৰ একো চিন নাই ।
সেই জোন, সেই বেলি, সেই তৰা আছে
সেই নই, সেই মেঘ (কলীয়া ডাৱৰ)
সেই জুই সেই পানী, সেই শ্মশানেই,
সেই সকলোটি আছে নাই হোৱা লৰ ।
সেই গছ, সেই পাত, সেই লতা ফুল,
সেই সকলোটি আছে ৰাণী কিয় নাই ?
এই প্ৰশ্ন কত বাৰ উঠিলে মনত,
মনতেই পুনু হায় ! লয় হই যায় ।
অবাক ! অবাক হই চালো কেওফালে,
নাপালো যে কুঁৱৰীক,– কতো দেখা নাই
কেনি গ'ল আজি ৰাণী ? কোনফালে ? কেনি ?
কোনে ক'ব ? কোনে হায় ! দিব দেখুৱাই ?
গ'ল ৰাণী তাত, – মানৱৰ ভাবে
ভাবিব নোৱাৰে যাৰ ছবি মনোহৰ,
কল্পনা নোৱাৰে যাক আঁকিব তুলিৰে,
সি ৰাজ গ'ল ৰাণী কমতা পুৰৰ ।

## পঞ্চদশ সৰ্গ

Father of all! in every age,
In every clime adored,
By saint, by savage, and by sage
Jehovah, Jove or Lord.

— Pope

বহুত দিনৰ হায় ! পাছত এদিন
কল্পনা সখীৰে স'তে গ'লো শ্মশানত !
দেখিলো পমিলী বুঢ়ী চকুলো টুকিছে
কুঁৱৰীক ভাবি ভাবি দাৰুণ শোকত ।
টোপাটোপে চকুপানী কতবা সৰিছে,
তপত বুকুত বই কতবা সৰিছে,
তপত বুকুত বই কতবা পৰিব ;
ওলাই গইছে কত, কত ওলমিছে ;
আৰুবা ওলাব কত, কোনেনো জানিব ?
এইদৰে আৰু বুঢ়ী শ্মশান মাজত,
কান্দিব লাগিব কত দাৰুণ শোকত,
জানে কোনে ? - জানে মাথোঁ দয়াৰ সাগৰ
সৰ্বশক্তিমান প্ৰভু পৰম ঈশ্বৰ ।
দয়াৰ সাগৰ প্ৰভু, পৰম ঈশ্বৰ ?
তেৱেঁ যদি হয় 'প্ৰভু দয়াৰ সাগৰ'
পূৰ্ণিমাৰ জোনে কিয় নিতে পায় ক্ষয় ?
আঁউসীৰ দিনা কিয় পুনু পায় লয় ?
যদি প্ৰভু ! তুমি দয়াময়
এজনে ভোগায় কিয় ৰাজ- সিংহাসন ?
কিয়বা এজনে কৰে ধূলিত শয়ন ?
এজন কিয়নো প্ৰভু ! সুখী সন্তোষত ?
কিয়নো এজন দুখী দুখ বেজাৰত ?
দয়াময় যদি তুমি ;–
কিয়নো এজন প্ৰভু ! ধনৰ কুবেৰ
এজন কিয়বা দুষ্ট, দুৰ্ঘোৰ বলিয়া ?
যদি কোৱা, – মানৱৰ নিজৰ দোষত
দীনদুখী মগনীয়া হয় জগতত ।
নিজৰ দোষত কান্দে শোক বেজাৰত,
শোকত ব্যাকুল হই বিষাদ মনত ।
তেনেহ'লে সিও প্ৰভু ! দোষ তোমাৰেই ;
তুমি সৰ্বশক্তিমান, – কিয়নো নিদিলা
সেই বুদ্ধি, সেই ভাব ? যাৰ প্ৰভাৱত
বহুতক ধনী, মানী, সুখীয়া কৰিলা ?
তুমি প্ৰভু ! জগদীশ ! জগতৰ পিতা !
জগতৰ নৰ-নাৰী সন্তান তোমাৰ ;
কিন্তু সকলোকে হায় ! কিয় নকৰিলা
সম অংশে অংশভাগী তোমাৰ দয়াৰ ?
যদি কোৱাঁ সেয়ে জ্ঞানী, যিজনে তোমাৰ
নিতে কৰে প্ৰিয় কাম, কাচিতো নকৰে
যি কৰিলে পোৱা তুমি দুখ হৃদয়ত ;
সেয়ে সুখী, ভোগী হই মৰ্ত্যত বিহৰে ।
পালন নকৰে যিটে তোমাৰ আদেশ,
নিতে নিতে কৰে কাম অপ্ৰিয় তোমাৰ,
সেয়ে হয় দীনদুখী জগত মাজত,
মূৰত নিতউ তাৰে কেলেশৰ ভাৰ ।
এই কথা কিন্তু প্ৰভু ! নোশোভে তোমাত !
কিয়নো,– সৰ্বজ্ঞ তুমি, সৰ্বশক্তিমান.,
স্ৰজোতা সবৰে, তুমি জানা সকলোকে
কিয়নো নিদিলা তেনে সকলোকে জ্ঞান ?
সৃজন কৰোতে হায় ! সকলো নৰকে
ভালভাৱে জ্ঞানে স'তে কিয় নিসৃজিলা
অজ্ঞানতা অন্ধকাৰ কিয় বহুতৰ
অন্তৰত সুমুৱাই দুৰ্দশা কৰিলা ?
সৰ্বশক্তিমান তুমি জগতৰ পিতা,
কিন্তু কি কাৰণে কৰা এনুৱা অন্যায় ?
দয়াৰ সাগৰ বুলি সকলোৱে কয়,

নামে মাথোঁ তেনেকুৱা, কিন্তু দয়া নাই ।
পক্ষপাতে ভৰা যাৰ মানস অন্তৰ,
কোনে বোলে সিজনক দয়াৰ সাগৰ ?
বুঢ়ীয়ে যে কান্দে আজি চকুপানী টুকি,
কি কাৰণে জগদীশ ! কোন তেনে দোষী ?
এই যে দেখিছা প্ৰভু ! শ্মশান মাজত
শোক বিষাদৰ ছবি– যদিহে নোহোৱা
দোষী তুমি, তেনেহলে, কাৰ দোষতনো
কোৱাঁ মোক জগদীশ ! হ'ল এনেকুৱা ?
অমৰাৱতী পুৰী সম কমতা-নগৰ
কাৰ দোষতেনো আজি লণ্ডভণ্ড হ'ল ?
কাৰ দোষে কমতাক কন্দুৱাই থই,
ৰজা-ৰাণী দুয়োজনে প্ৰাণ এৰি গ'ল ?
কোৱাঁ প্ৰভু ! কাৰ দোষে হ'ল এনেকুৱা ?
তোমাৰে কি দোষ নেকি ৰজা কুঁৱৰীৰ ?
কোৱাছোঁ বুজাই মোক মই আজি বুজোঁ,
কাৰ দোষে এনে দশা পমিলী বুঢ়ীৰ ?
যদি কোৱাঁ, তই অতি ক্ষুদ্ৰ বুদ্ধি নৰ,
কি ৰূপে বুজিবি আজি বিধি ঈশ্বৰৰ ?
শকতি কিমান তোৰ ক্ষুদ্ৰ হৃদয়ত ?
ঈশ্বৰৰ গতি তই বুজিবি কিহত ?
যদি কোৱা সেই বুলি, তথাপি তুমিয়ে
দেৱী প্ৰভু ! (ভাল কথা) কিয়নো নিদিলা
শকতি বুজিব পৰা মোৰ হৃদয়ত ?
সেই শক্তিহীন মোক কিয়নো কৰিলা ?
দিয়া হ'লে সেই শক্তি, তন্ন তন্ন কৰি
বুজিলে হেঁতেন মৰ্ম তোমাৰ সৃষ্টিৰ,
বুজিলে হেঁতেন কিয় কান্দিছে পমিলী ?
কিয় হ'ল এনে দশা ৰজা কুঁৱৰীৰ ?
কিন্তু হায় ! কান্দে প্ৰাণ, নিৰ্দয় ঈশ্বৰ !
অজ্ঞান-এন্ধাৰে মোৰ ঢাকিলা অন্তৰ ;
সি কাৰণে কওঁ, তুমি অগতিৰ গতি
নোহোৱা 'কৰুণাময়', তুমি পক্ষপাতী ।
মোট কথা জগদীশ ! সকলো গুণেৰে
নোহোৱা শোভিত তুমি, সকলো গুণেৰে
নোহোৱা শোভিত তুমি, সকলো দোষত
দোষীও নোহোৱা, দোষ গুণ দুয়ো আছে,
প্ৰধান সাক্ষী যে তাৰ তোমাৰ জগত !
সুখ দুখ, ভাল বেয়া, আনন্দ বেজাৰ,
আশা নিৰাশাৰ ছবি, পোহৰ এন্ধাৰ,
বলৱন্ত বলহীন, দয়ালু নিষ্ঠুৰ,
মান আৰু অপমান, সুৱলা কঠোৰ,
মিলন বিৰহ, আৰু বন্ধুতা শত্ৰুতা,
হঁহা-কন্দা, লাভ হানি, জীৱন মৰণ,
দুটি-দুটি কৰি দেখোঁ সৃষ্টিত তোমাৰ
প্ৰতি মুহূৰ্ততে প্ৰভু ! অনাদি কাৰণ ।
সি কাৰণে কওঁ প্ৰভু ! বিৰাজে তোমাত
দোষ গুণ দুয়ো, – কিন্তু ভাগটি দোষৰ
বহু পৰিমাণে বেছি, – ক'লো সঁচা কথা,
নাশাপিবা প্ৰভু ! মোক নধৰাঁ জগৰ ।
সেই যেই হোক প্ৰভু ! তথাপি তোমাকে
'জগতৰ পিতা' বুলি পূজিম মনত ।
নধৰিবা দোষ মোৰ, ক'লো বহু কথা,
অথিৰ অবিৰ মন দুখ বেজাৰত ।
কিন্তু তুমি যেনে পিতা, আজিও তেনুৱা
আমা-সকলোৰে পিতা জীৱনে মৰণে,
নক'লে তোমাকে আৰু কাক ক'ম প্ৰভু !
ক্ষমা কৰাঁ দোষ মোৰ, পশিলো শৰণে ।
ৰজাৰো যে ৰজা তুমি, আমি হীন প্ৰজা,
তুমি সৰ্বশক্তিমান, বলহীন আমি,
সি কাৰণে ভয় কৰি পূজোঁ কি তোমাক
অন্তৰত, ভাব কৰি জগতৰ স্বামী ?
ঈশ্বৰ নিন্দুক বুলি জানো নিন্দা কৰে,
নাস্তিকতা জানো পায় প্ৰকাশ লোকত,

সি কাৰণে ভয় কৰি 'জগদীশ' বুলি
পূজো কি তোমাক প্ৰভু ! আমি অন্তৰত ?
নহয় নহয় প্ৰভু ! নহয় ভয়ত ;
পূজিছো তোমাক কৰি 'সত্যত' নিৰ্ভৰ,
সদায়ো নহয় যদি, বিপদ কালত,
অকস্মাতে মাতে প্ৰভু ! তোমাক অন্তৰ ।
সঙ্কটত হায় ! প্ৰভু ! জ্বলিলে পৰাণ
শোক বিষাদত আৰু অৰণ্য মাজত,
যেতিয়া দেখায় ভয় দোৰ্ঘোৰ এন্ধাৰে,
তোমাক নিজেই মনে মাতে বিপদত
'জগতৰ পিতা' বুলি হঠাতে তোমাক,
সি কাৰণে পূজোঁ প্ৰভু ! তোমাক মনত ।
জগতৰ পিতা তুমি অনাদি কাৰণ,
সকলোৰে পূজ্য তুমি সকলো দেশত ;
সৰ্বশক্তিমান তুমি আছা সকলোতে ;
সি কাৰণে নিতে প্ৰভু ! পূজোঁ অন্তৰত ।
খ্ৰীষ্ট ধৰমীৰ লৰ্ড, যিহোভা হিব্ৰুৰ,
বেদৰ ঈশ্বৰ তুমি, আল্লা কোৰাণৰ,
লাটীনত যোভ তুমি, অদ্বিতীয় প্ৰভু ;
সিহেতু নিতউ পূজে তোমাক অন্তৰ ।
বৈষ্ণৱৰ বিষ্ণু তুমি, শৈৱৰ ত্ৰিশূলী,
শাক্তৰ চণ্ডিকা, তুমি কবিৰ বাগ্দেবী,
নানাভাবে, নানা ভাগে পূজেহে তোমাক,
সি কাৰণে থাকো প্ৰভু ! তযু পদ সেৱি ।
এক হয়ো তুমি প্ৰভু ! নানা মূৰ্তি ধৰি
নানা দেশে, নানা ভাৱে হইছা পূজিত,
সিহেতু তোমাকে বুলি জগতৰ পিতা
আঁকিছো তোমাৰ ছবি হৃদয়-ফলিত ।
আহাহা কল্পনা ! তুমি সানিলা কি কথা
কিহৰ লগত আনি ? কি কাম কৰিলা ?
ঈশ্বৰৰ কথা হায় ! ভাবোঁতে ভাবোঁতে
পমিলী বুঢ়ীক তুমি কিয় পাহৰিলা ?
আহাহা ! পৰাণ কান্দে আকউ দুখত,
পমিলী বুঢ়ীৰ শোক দেখি শ্মশানত ।
তিয়াই তলৰ ঠাই চকুৰ পানীৰে
ধৰিলে কান্দিব বুঢ়ী পুনু ধীৰে ধীৰে ।
"অতি চেনেহৰ মোৰ কমতা নগৰ ।"
কান্দি কান্দি পমিলীয়ে বুলিব ধৰিলে,
"ৰৌ ৰৰ্ নৰক যেন লাগিছে মনত !
কি কাজ ইয়াত থাকি ? কি হ'ব থাকিলে ?
বিধাতা ! এয়েই নেকি আছিলে মনত ?
পূৰ হক তযু প্ৰভু ! কামনা মনৰ ।"
এই বুলি পুনু বুঢ়ী কিবা কিবি ভাবি
কান্দিব ধৰিলে হায় ! ব্যাকুল অন্তৰ !
কান্দি কান্দি পাছে বুঢ়ী ব্যাকুল মনেৰে,
ধীৰে ধীৰে কিবা ভাবি গ'ল অৰণ্যত !
গ'ল বুঢ়ী গ'ল হায় ! নাহিলে আকউ
ওলাই বনৰ পৰা পুনু শ্মশানত ।

* * * *

* * * *

সেই সুখ, সেই হাঁহি নাই আজি কমতাৰ
কালৰ চক্ৰত পৰি টোকে চকুলো দুধাৰ !
নাই সি কুঁৱৰী আজি
সমৰ সাজেৰে সাজি
ভীমা মূৰ্তি ধৰি কৰিছিলে যি শত্ৰু সংহাৰ !
নাই তেনেকুৱা প্ৰজা,
নাই আৰু নীলৰজা,
ৰাজপুৰী হায় ! আজি 'পদানত' গৌড়ীয়াৰ ।

# "কমতাপুৰ ধ্বংস"ৰ ওপৰঞ্চি

আছিলে পাঠক হায় ! মনৰ হেঁপাহ,
নানা সাজে সাজ-পাৰ আৰু অলঙ্কাৰ
পিন্ধাই উৰাই আমি কমতা ৰাণীক
সমৰপি দিম বুলি হাতত তোমাৰ ।
কিন্তু সি কামনা মোৰ নহ'ল পূৰণ,
যিৰূপে সজাম বুলি আশা কৰিছিলোঁ,
তেনেকুৱা সাজ-পাৰ, তেনে অলঙ্কাৰ
নাপালোঁ বিচাৰি ক'তো, কত বিচাৰিলোঁ ।
নিতান্ত দুখীয়া হায় ! পাম কেনেকই
ভাল ভাল সাজ-পাৰ, ভাল অলঙ্কাৰ ?
দুখীয়াৰ হাতে পৰি দুৰ্ভাগ্য বলত
কঙ্গালিনী হ'ল আজি ৰাণী কমতাৰ !
এনেয়ে দৰিদ্ৰ হায় ! কত তুতি কৰি
খাটিছিলোঁ ভাৰতীক, দয়া নকৰিলে
সেইদৰে, যেনেকই আশা কৰিছিলোঁ,
মিছা আশা দেখুৱাই ছলেৰে চলিলে ।
ভাৰতি ! ঈশ্বৰী তুমি মূৰ্খতা নাশিনী,
তোমাৰ ছলনা দেখি কান্দি উঠে চিত !
পঢ়া বয়সৰ কত সুৱলা কল্পনা
উটুৱাই দিলা মোৰ, নিৰাশা-নইত ।
কত আশা কৰিছিলোঁ, কত যে পঢ়িম,
বেচি পঢ়ি, বেচি কই জ্ঞান উপাৰ্জিম ।
কিন্তু সেই আশা-ফুল ফুলতে ছিঙিলা !
তুমি মাথোঁ, আই ! মোৰ এনুৱা কৰিলা !
তুমি জগতৰ আই, কিয় সকলোকে
নকৰা সমানে স্নেহ কবিৰ ঈশ্বৰী ?
নকৰিলে সেইদৰে সমানে কৰুণা,
জগতৰ আই নাম ৰাখিবা কি কৰি ?
কত তুতি নতি কৰি বুলিলো তোমাক,
"লিখোঁ আজি দিয়াঁ আই ! শব্দ অলঙ্কাৰ,"
দিম দিম বুলি মাথোঁ আশা দেখুৱাই,
কিয়নো দহিলা তুমি হিয়া অভাগাৰ ?
দীনদুখী বুলি নেকি কৰা মোক ছল ?
আশা দেখুৱাই কৰা নিতউ ছলনা ?
বাৰু আই ! থাকা তুমি, তোমাৰ চৰণ
নেৰোঁ, দেখোঁ, কেনেকই নকৰা কৰুণা ?
পঢ়া বয়সত তুমি বহু ছল কৰি,
এৰুৱালা পঢ়া মোক, কবিৰ ঈশ্বৰী !
এতিয়াও নেকি তুমি তেনে ছল কৰা ?
নকৰিবা, মাতোঁ আই ! চৰণত ধৰি !
কৰানে নকৰা দয়া, দেখোঁ বাৰু আই !
উঘালি মূৰৰ চুলি যেতিয়া বান্ধিম
দুখানি চৰণ তয়ু, কৰানে নকৰা
এই হিতেশকো দয়া, তেতিয়া দেখিম ।

# যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলা গাভৰু
## ( কাব্য )

I perch upon an humbler promontory.
Amidst life's infinite variety ,
With no greater care for what is nicknam'd glory
But speculating as I east mine eye
On what may suit, or, may not suit, my story
And never straining hard toversifty,
I rattle on exactly as I'd talk
With anybody in a ride or walk.

— *Lord Byron's 'DON JUAN' Canto xv.*

## মূলা গাভৰু

"সমীৰণে স'তে মিলি তযু কীৰ্তি-গীত
আকাশ-মাৰ্গত উঠি ক'ব দিগন্তক–
ধন্য সেই জাতি, যাৰ কুলত জনম
মূলা বীৰ ৰমণীৰ, মুহিলা সখীৰ,
ৰণোন্মত্তা অঙ্গনাৰ, – স্বদেশৰ হেতু
কৰিলে যি প্ৰাণত্যাগ যৱন-যুদ্ধত ।"

– সপ্তম সৰ্গ

শ্ৰীহিতেশ্বৰ বৰবৰুৱা

# প্ৰাৰ্থনা

তুমি আদি, তুমি অন্ত, মাজতে মাথোন
ক্ৰীড়া মন্দিৰত তযু খেলিছিলো খেলা,
তোমাৰে খেলনা লই, আপোন পাহৰি
জীৱনত, দয়াময় ! দুপৰৰ বেলা ॥
খেলোঁতে খেলোঁতে খেলা, হ'ল বিনা মেঘে
বজ্ৰাঘাত, অকস্মাতে ভাগিল পুতলা–
(তুমি গঢ়া খেলনাটি !) চালোঁ চকু মেলি,-
শেষ হ'ল জীৱনত সপোনৰ খেলা !!
খেলা শেষ হ'ল, সঁচা, – আছে কিন্তু বাকী
জীৱনত, দয়াময় ! পৰীক্ষা মহত
ই মানৱ জনমৰ ; কৰ্ম ক্ষেত্ৰৰূপী
এয়ে পৰীক্ষাৰ ঠাই মৰ জগতত ।
দয়া কৰি পৰীক্ষাত উদ্ধাৰিবা, নাথ !
নিমাখিত অতি মই, কৰোঁ প্ৰণিপাত ॥

"মালচ" ( অপ্ৰকাশিত )

# DEDICATION

THIS
LITTLE POETICAL VOLUME
CONTAINING
THE ROMANTIC STORY OF THE HEROIC DEEDS
OF AN
AHOM LADY
IS
MOST RESPECTFULLY DEDICATED
TO
The Hon'ble Lt. Col. P.R.T. Gurdon, C.S.I. I.A.;
FORMERLY, OFFG. CHIEF COMMISSIONER OF ASSAM
AND NOW, THE COMMISSIONER,
ASSAM VALLEY DIVISION
AS
AN HUMBLE TRIBUTE OF LOVE AND GRATITUDE
FROM
THE MEMBERS OF THE AHOM COMMUNITY
FOR
HIS LOVE AND SYMPATHY
AND
NEVER FAILING INTEREST
IN THEIR WELFARE
The 14th May, 1915

# PREFACE

Like the ever memorable incident of the self sacrifice of the well known Queen Joymotee, of Rajah Godadhar Singh of Assam, the story of the heroic widow of Chao-Fracheng-Moong Bor Gohain, is also another national asset of the Assamese race, and this little work is an attempt to present before the reading public, a description of the heroic deeds of that Assamese lady, known as Moola Gabhoroo. During the Ahom supremacy in Assam, in April 1532 A.D., Turbak, a Muhammadan Commander (according to Mr. Gait, -- " with 30 elephants, 1000 horses and a large park of artillery, as well as a great number of foot - soldiers") invaded the country, and treacherously put to death the Ahom commander, Cha o - Fracheng-Moong Bor Gohain.

Moola Gabhoroo, the devoted wife of Cha o -Frcheng-Moong Bor Gohain, went out to the battle field to revenge the death of her beloved husband and to defend freedom of her country. She fought bravely in the battle field, near Dui-moonisila, and killed with her own hand two Muhammadan commanders, Bongal and Toujee, together with a large number of common soldiers. Although, however, in a subsequent engagement, she was slain by the Muhammadans, the latter were not yet the victorious. Subsequently, the Ahoms, under the command of Koncheng Bor-Patro Gohain, defeated the Muhammadans near the Bhorolee river. Mr Gait says, "that a number of elephants and horses on the Musalman side got bogged in a morass, and their line of battle was thus thrown into confusion. Turbak tried to save the day by leading a cavalry change in person, but invain." Koncheng Bor-Patro Gohain severed his head with his own sword, — though, there are conflicts of opinions as to the manner of his death, e.g., Mr. Gait says that he was transfixed by a spear, while, according to another version, he was treacherously stabbed by an assasin, sent by the Ahom king. The death of Turbak, however, turned the tide of the battle and threw the Muhammadan soldiers into disorder; and the Ahoms followed hard on them as far as the Korotuya river, — here (the history says) Koncheng Bor-Patro Gohain had a temple erected and a tank excavated as a sign of the victory in this battle and also to commemorate the name of the illuslrious

lady. It may be that the course of time has thrown this tank and the temple into oblivion, which (as the poet sings :

" — like the baseless fabric of this vision,
The cloud - capp'd towers, the gorgeous palaas,
The solemn temples, the great globe itself,
Yea, all which it inherit, shall dissolve,
And, like the insubstantial pageant faded,
Leave not a rack behind.—")*

is the common lot of many things on earth but the memory of the heroic deeds of Moola Gabhoroo, which she displayed for the sake of her country and at the cost of her own life, is yet fresh in the minds of all Assamese, and it, surely fears no erasure.

Our mother country, although very poor, is yet rich with many historical episodes of this nature, of which the whole Assamese Race — can justly take pride. The Author will deem his labour amply rewarded, if this little book of his be successful in inducing our young and older writes to take up these subjects and bring them to light from the womb of obscurity.

Although the subject of this poem is purely a historical fact, slight deviations have been made at some points, in order that it may suit the convenience of the author who, on his part, prays that the generous readers will excuse him for such deviations.

Most writers of the present age hold that the use of the simplest words of our language is of universal acceptance. The author also holds the same view, but is some cases, especially in writing poems is epic form and having regard also to the nature of the plots, neglect of such a strict observance of the rule becomes necessary. Moreover, in the opinion of the author, our mother language will get poorer in time, if we leave out of use in places where it seems fit to use, the words of Sanskrit derivation under the impression,the author has used in this present work of his, some such words of Sanskrit origin , although, however, he is not quite confident as to how far his view is correct.

---

* The Tempest : Act iv scene 1.

Before concluding the forewords of his, the author deems it proper to mention that his young friend Srijute Poornanand Sharmah Pathak B.T. of the local Bar, kindly went through the book, while in manuscript, and made many valuable suggestions, but for which the book would not have attained the shape in which it is at present, and for which act of his the author will remain ever thankful. His name will remain associated with the book, as long as it will be remembered in the field of Assamese literature

**H. Bor Boruah**
Bhodoree Bor Boruah Road
Jorhat
The 14th May, 1915

## পাঠকসকললৈ

১

ভাঙ্গি চূৰমাৰ হোৱা
হিয়াখনি পুনু ধৰি,
পৰ্বতৰ শিল আনি
গাঁথিলো পুনৰ ।
নতুন গাঁথনি গাঁথি
ভঙ্গা হিয়া পুনু গঢ়ি
গাঁথিলো ই মালাধাৰি
অতি আদৰৰ ॥

২

বীৰাঙ্গনা বীৰ কন্যা
আহোম ৰমণী মূলা
হ'বনে – পাঠক ! জানো
হ'ব চেনেহৰ ?
কৰিবা কি তুমি, হায় !
চেনেহ মূলাকো আজি
লেখা বুলি দুৰ্ভগাৰ,
দীন হিতেশৰ ?

৩

দুৰ্ভগা হিতেশ, হায় !
সম্বল চকুলো তাৰ,
চকুলোবিহীন কিন্তু
দেখি ই গাঁথনি,–
নকৰিবা অবিশ্বাস,
ল'বা কৰি সমাদৰ,
হিতেশে বান্ধিছে আজি
লো-ৰে হিয়াখনি ॥

৪

হিতেশৰ হিয়া আজি
নহয় ফুলেৰে গঢ়া,
হিতেশৰ হিয়া আজি
নহয় ফুলৰ ।
হিতেশৰ হিয়া আজি
কঠিন শিলেৰে বন্ধা,
শিলাময় হিয়া আজি
অভেদ্য বজ্ৰৰ ॥

**হিতেশ**

# প্ৰস্তাৱনা

ইং ১৫২৮ চনৰ পৰা ১৫৩২ চনলৈকে এই কেইবছৰৰ ভিতৰতে মুছলমানবিলাকে দুবাৰ (৫ম আৰু ৬ষ্ঠ বাৰ) আসাম দেশ আক্ৰমণ কৰেহি। নবাব খছল খা-ই তুৰ্বক নামেৰে এজন পাঠানক সেনাপতি কৰি পঠিয়াইছিল। এই সময়ত আহোম সিংহাসনত চুহুমুঙ্গ (হিন্দুমতে স্বৰ্গনাৰায়ণ) স্বৰ্গদেৱে ৰাজত্ব কৰে।

প্ৰথমতে আহোম ৰজাৰ সেনাৰে সৈতে কলিয়াবৰত এখন যুদ্ধ হয়। এই যুদ্ধত আহোমৰ ফলীয়া খুনলুঙ্গ খামপেঙ্গ বুঢ়াগোহাঁই ডাঙৰীয়াকে আদি কৰি ৭ জন প্ৰধান সেনাপতিয়ে মুছলমানৰ হাতত প্ৰাণ হেৰুৱায়। তাৰ পাছত, চাও ফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঁই ডাঙৰীয়া সেনাপতিৰূপে যুদ্ধলৈ যায়। তেওঁক মুছলমানবিলাকে কেনেকৈ হত্যা কৰিলে, এই কাব্যখনিত যথাৱত বৰ্ণনা কৰা হৈছে।

মূলা গাভৰু চাওফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঁই ডাঙৰীয়াৰ প্ৰিয়তমা পত্নী। মূলা বীৰাঙ্গনা, পতিবৈৰী তুৰ্বকক প্ৰতিশোধ দিবলৈ, আৰু স্বদেশৰ নিমিত্তে প্ৰাণ উৎসৰ্গ কৰি, কেনেকৈ অসীম সাহসেৰে যুদ্ধ কৰি তাজু আৰু বঙ্গাল সেনাপতিক দুইমুনি শিলৰ যুদ্ধত হত্যা কৰিলে আৰু অৱশেষত সেই যুদ্ধক্ষেত্ৰতে নিজেও কেনেকৈ প্ৰাণ ত্যাগ কৰিলে, সেইবিলাক এই কাব্যখনিত যথাসাধ্য বৰ্ণনা কৰিবলৈ চেষ্টা কৰা গৈছে ; কাজেই, সেইবিলাকৰ আৰু এইখিনিত পুনৰুক্তি কৰা নহ'ল।

মূলা গাভৰু ৰণত পৰিলত, কন্‌চেঙ্গ বৰপাত্ৰ ডাঙৰীয়া সেনাপতি হৈ, লগত ভালেমান আহোমৰ তেজী সেনা লৈ, তুৰ্বকৰে সৈতে ৰণ দিবলৈ গ'ল। দিকৰাই মুখতে দুয়োদলৰ দেখা দেখি হ'ল, আৰু তাতে দুয়োদলৰ ঘোৰতৰ ৰণ লাগিল। এইখন ৰণকে, আসামৰ ইতিহাসত "দিকৰাই মুখৰ ৰণ" বোলে। এই যুদ্ধত মুছলমানবিলাকৰ পৰাজয় হয়। কন্‌চেঙ্গ ডাঙৰীয়াৰ বিক্ৰমত মুছলমানবিলাকে তিষ্ঠিব নোৱাৰি, ফিৰিঙ্গতি ওফৰা দি উফৰি পলাবলৈ ধৰিলে, আৰু ডাঙৰীয়াই নিজৰ হাতৰ হেঙ্গদাঙেৰে তুৰ্বকক কাটি দু-ডোখৰ কৰি অৱশেষত মুছলমানবিলাকক কৰতোৱা নৈ পাৰ কৰি খেদি থ'লৈগে। মিঃ গেইট্ (Mr. Gait) চাহাবৰ মতে, এই যুদ্ধত মুছলমানবিলাকৰ ২৮ টা হাতী, ৪৫০ টা ঘোঁৰা, ভালেমান বন্দুক, বহুত ধন সোণ আৰু ভালেখিনি যুদ্ধৰ আহিলা-পাতি আহোমবিলাকৰ হস্তগত হয়। এই যুদ্ধৰ অনেক পূৰ্বেই যদিও আহোমবিলাকে খাৰ বাৰুদৰ আৱিষ্কাৰ কৰিছিল,* তেওঁলোকে কিন্তু এই যুদ্ধতেইহে প্ৰথম বন্দুক ব্যৱহাৰ কৰে।

---

* আহোমবিলাকেই যে বাৰুদৰ আৱিষ্কাৰ কৰোঁতা, এই সম্পৰ্কে "মিৰজুমলাৰ আসাম আক্ৰমণ" ৰ কথা লিখোঁতে মিঃ টেভাৰণিয়াৰ (Mr. Tavernier) চাহাবে লিখিছে :

"'Tis Thought that these (Ahoms) were the people that formerly invented gun powder, which spread itself from Assam to Pegu; and from Pegu to China from where the invention has been attributed to the Chinese."

এই যুদ্ধতেই হুচেন খাঁ নামেৰে এজন মুছলমান সেনাপতিয়েও কন্‌চেঙ্গ বৰপাত্ৰ ডাঙ্গৰীয়াৰ হাতত প্ৰাণ হেৰুৱায় আৰু প্ৰায় এহেজাৰমান পাঠান সেনা আহোমৰ হাতত বন্দী হয়। বন্দী কৰি অনা পাঠানবিলাকক পোন প্ৰথমে ৰজাৰ হাতী-ঘাঁহী পতা হয়। সিহঁতে, সম্ভৱতঃ আজল মঠালি কৰি, হাতীৰ নেগুৰৰ ফালৰ পৰা ঘাঁহ গুঁজিবলৈ ধৰে। পাছে, হাতীৰ কাম নাজানে বুলি ঘাঁহীৰ কামৰ পৰা নি, সিহঁতক ৰজাৰ খাতত খেতি কৰিবলৈ দিয়া হয়। তাতো ইহঁতে নিলগৰ পৰা বোকা আনি, কঠীয়াৰ গুৰিত দি এবছৰ খেতি কৰে। সেই বছৰৰ ভিতৰত সিহঁতে কৰা খেতিত ছশ পূৰা মাথোন ধান পালে। সেই বুলিয়েই আসামত আজিও নশ মৰীয়াৰ খেতিত ছশ পূৰা ধান পোৱাৰ প্ৰবাদ চলিত আছে। অৱশেষত অকামিলা যেন দেখি ৰজাই সিহঁতক এৰি দিলে। ইহঁতে পাছলৈ পিতলৰ লোটা, কলহ আদি সাজি ভাত মোকোলাবলৈ ধৰিলে। সিহঁতৰ পো-নাতি বিলাককেই আজিকালি 'মৰীয়া' বোলে।

বুৰঞ্জীত কয় যে এই যুদ্ধজয়ী হোৱাৰ স্মৃতি স্বৰূপে কন্‌চেঙ্গ ডাঙ্গৰীয়াই কৰতোৱা নৈৰ দাঁতিত পুখুৰী আৰু দৌল কৰাইছিল। কালৰ সোঁতত পৰি সেই পুখুৰী আৰু দৌল হয়তো বিলুপ্ত হৈ গৈছে, তেনেকুৱা পুখুৰী আৰু দৌল হয়তো কালৰ গতিত কত বিলুপ্ত হ'ব,–

"সৌৱা যে দূৰত দেখা পৰ্বতৰ চূড়া
শিলেৰে বন্ধোৱা ঘৰ, দেৱৰ মন্দিৰ
কিম্বা ৰাজ-নিকেতন উন্নত-শৰীৰ
(কি সুন্দৰ ৰত্নময়) চূৰ্ণ হ'ব সবে।
এই যে পৃথিৱী, * * ! বাসুকী-শিৰত
পৰ্বত, সাগৰ, পুষ্প, তৰুলতা আদি
সকলোটি হ'ব ধ্বংস নাথাকিব চিন॥"

এই অনিত্য জগতত অনেক ধ্বংস পাইছে, আৰু অনেক ধ্বংস পাবও। কিন্তু কৰ্ম ক্ষেত্ৰৰূপী এই বিশাল বিশ্বত মূলা-গাভৰুৱে যি কৰ্ম কৰি গৈছে তাৰ কীৰ্তি• জগতত চিৰস্থায়ী, – তাৰ ধ্বংস নাই। আসামবাসীৰ মনত সেই যুদ্ধৰ স্মৃতি আৰু মূলা-গাভৰুৰ বীৰত্ব কাহিনী আজিও জাগৰিত আছে,– আৰু চিৰকাললৈ থাকিব। এইখিনিতে পাঠক-পাঠিকা সকলক আৰু এটি কথা জনাই থ'ব লগা হ'ল। এই পুথিখনি কলিকতাত ছপা হৈ থাকোঁতেই ডিব্ৰুগড়ৰ পৰা প্ৰকাশ হোৱা "আলোচনী" নামেৰে মাহেকীয়া কাকতখনিৰ, ৫ম বছৰৰ ৯ম সংখ্যাত "বুদ্ধিমতী আহোম কন্যা" শীৰ্ষক এটি প্ৰবন্ধ বাহিৰ হয়। প্ৰবন্ধটিৰ সাৰাংশ এই চুহুংমুং বা দিহিঙ্গীয়া ৰজাৰ দিনত, আহোম ৰজাৰ বলবীৰ্য., আৰু বিশেষকৈ, প্ৰথমতে বুদ্ধি পৰীক্ষা কৰিবৰ অভিপ্ৰায়েৰে বঙ্গদেশৰ নবাব খছল খাঁই একে গড়ৰ আৰু একে ধৰণৰ, একে

• অনাৰেবল্ শ্ৰীযুত পদ্মনাথ বৰুৱাৰ 'আসামৰ বুৰঞ্জী'।

সাজপাৰ পিন্ধা দুজনী তিৰোতা, দুজনী ঘোঁৰা, দুজনী মাছ, আগগুৰি চিন নথকা এখন বাঁহৰ ধনু আৰু এখন চিঠি দি আহোম ৰজাৰ ওচৰলৈ এটা কটকী পঠায়। চিঠিখনত নবাবে লিখি পঠাইছিল যে ৰজাই তিৰোতা দুজনীৰ বেটী, ঘৈণী, ঘোঁৰা দুজনীৰ মাক-জীয়েক চিন ধৰি দিব লাগে,– মাছ দুটাৰ কোনটো বিলৰ কোনটো খাৰৈৰ বাছি দিব লাগে,– ধনুখনৰ আগগুৰি স্থিৰ কৰিব লাগে। ইয়াকে নোৱাৰিলে, ৰজাই নবাবক বছৰি কোনো এটা নিৰ্দ্ধাৰিত হিছাপে কৰ শোধাব লাগিব। ৰজাই পৰীক্ষাৰ সঁজুলি দেখি আচৰিত হ'ল। অনেক পৰিযত্ন কৰিও নিজে যে একো থিৰাং কৰিব নোৱাৰিলেই, পাত্ৰ-মন্ত্ৰী বিলাকে সৈতে অনেক পৰামৰ্শ কৰাতো একো স্থিৰ নহ'ল। শেষত স্বৰ্গদেৱৰ অতি বিচক্ষণ আৰু বুধিয়ক মন্ত্ৰী ফ্ৰাচেংমুঙ্গ বা সুন্দৰ গোহাঁইৰ ৰূপৱতী জীয়েক কাঞ্চন আইদেৱে* সেই সমস্যাটি পূৰণ কৰে।

আইদেৱে প্ৰথমতে তিৰোতা দুজনীক বোকা বাটেদি যাবলৈ দিলে,– বেটীজনীয়ে কাপোৰ-কানি কোচাই লৈ নিঃসঙ্কোচ মনেৰে বোকাৰ ওপৰে যাবলৈ ধৰিলে,– আৰু যি জনী প্ৰকৃত ঘৈণী তাই কানি-কাপোৰ নাদাঙ্গি ধীৰে ধীৰে বোকা বাটে খোজ ল'লে। সেই দুটা বিশেষত্বৰ পৰাই আইদেৱে কোনজনী বেটী আৰু কোনজনী ঘৈণী, ততালিকে স্থিৰ কৰিলে। ঘোঁৰা দুজনী দুটা ঘোঁৰা-চোৱাৰক দি চেকুৰাই অনালে। পশুৰ স্বাভাৱিক মনোবৃত্তিৰ উদগনিত জীয়েকে তৎক্ষণাত মাকৰ ওহাৰলৈ মুখ মেলিলে। তাৰ পৰায়ে আইদেৱে ঘোঁৰা দুজনীৰ মাক-জীয়েক স্পষ্টকৈ চিনি পালে। মাছ দুটা বেলেগ দুটা পাত্ৰত তপত পানীত পেলাই থ'লে,– কিছু সময়ৰ পাছত দেখিলে এটা পাত্ৰৰ পানী নিৰ্মল,– আনটোৰ কিছু মলিন। গতিকে তাৰ পৰাই স্থিৰ কৰিলে, যে মলিন পানীৰ পাত্ৰত থকাটোৱেই খাৰৈৰ আৰু আনটো বিলৰ। ধনুখন পানীত পেলাই দিলে– দেখিলে, যিমূৰে গুৰি সেই মূৰ বেছি গধুৰ হোৱাত আগেয়ে বুৰ গ'ল। এইদৰে এটা এটাকৈ কেয়োটা বস্তু পৰীক্ষা কৰি বুদ্ধিমতী কাঞ্চন আইদেউ সুন্দৰ ৰূপে কৃতকাৰ্য হ'ল।

আইদেওৰ কাৰ্যকলাপ আৰু বুদ্ধিৰ প্ৰখৰতা নবাবৰ কাণত পৰিলগৈ। কাঞ্চন আইদেউক লাভ কৰি নিজৰ বাসনা তৃপ্ত কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হৈ ইং ১৫২৭ চনত তুৰ্বক সেনাপতিক আসাম জয় কৰিবলৈ পঠায়। এই যুদ্ধলৈ বৃদ্ধ মন্ত্ৰী সুন্দৰ গোহাঁয়ো যায়, আৰু তেওঁ যুদ্ধতেই মৰা পৰে। তাৰ পাছত এক সন্ধিৰ স্থিৰ হয়। এই সন্ধিৰ প্ৰস্তাৱমতে, কাঞ্চন আইদেউক নবাবলৈ সালঙ্কৃতাকৈ বিয়া দিম বুলি প্ৰতিজ্ঞা কৰাত, তুৰ্বক সসৈন্যে দেশলৈ উলটি যায়।

ৰজা কিন্তু এই সন্ধিত সম্পূৰ্ণ অমত হ'ল, – আৰু কাঞ্চন আইদেউক নবাবলৈ দিবলৈ অস্বীকাৰ কৰিলে। নবাবে লাজ পাই, পুনৰ যুদ্ধ ঘোষণা কৰিলে। (এয়েই মুছলমানৰ ষষ্ঠ আক্ৰমণ)। এই যুদ্ধত কাঞ্চন আইদেউ আৰু তেওঁৰ মাক (সুন্দৰ গোহাঁইৰ বিধবা গাভৰু)

* এওঁৰ নাম "কাঁচনমলা" আইদেও। শ্ৰুতিমধুৰ কৰিবলৈ লিখকে "কাঞ্চন আইদেও" কৰিছে।

দুয়ো গৰাকীয়ে মুছলমানৰ লগত যুদ্ধ কৰে। কাঞ্চন আইদেউক মুছলমানবিলাকে বন্দী কৰে। পাছত কন্‌চেঙ্গ বৰপাত্ৰ ডাঙ্গৰীয়াই নিজহাতে তুৰ্বকক বধ কৰাত বাকী মুছলমান সেনাবিলাকে কাঞ্চনক লৈ নিজৰ দেশৰ ফালে ব্ৰহ্মপুত্ৰই দি নাও মেলি পলাবলৈ ধৰিলে, সিহঁতে ভাবিছিল – কাঞ্চনক নি নবাবক দিবগৈ, – কিন্তু সিহঁতৰ আশা ফলৱতী নহ'ল। যাওঁতে যাওঁতে নাৱৰ পৰা জঁাপ দি পৰি ব্ৰহ্মপুত্ৰৰ গৰ্ভত কাঞ্চন আইদেও অদৃশ্য হ'ল।

কাঞ্চন আইদেওৰ আহোম নাম 'খাম্ পটগাভৰু,' – তেওঁ যি অসাধাৰণ বুদ্ধি আৰু বীৰত্বৰ চিন দেখুৱাই গ'ল তাৰ গুণত আজিও তেওঁৰ নাম প্ৰাচীন আহোম পুৰোহিত দেওধাই মোহন আদিৰ মাজত জ্বলি আছে, – আজিও তেওঁৰ অমৰ আত্মাই আহোম 'শুবেচনী' অৰ্থাৎ*

*শক্তি উপাসনাত সেইসকলৰ পৰা এখনি শৰাই আৰু এভাগি পূজা পাইছে।

এয়েই হ'ল 'বুদ্ধিমতী আহোম কন্যা' প্ৰবন্ধৰ সাৰাংশ। প্ৰবন্ধটি পঢ়ি আমাৰ পাঠকসকলৰ মনত অৱশ্যে এনেকুৱা ধাৰণা হ'ব, (১) যে ফ্ৰাচেংমুঙ্গ বৰগোহাঁই আৰু সুন্দৰ গোঁহাই একেজনা মানুহেই, (২) সুন্দৰ গোঁহাই তুৰ্বকৰ যুদ্ধত (মুছলমান পঞ্চম আক্ৰমণত) মৰা পৰে, আৰু (৩) কাঞ্চন আইদেও আমাৰ মূলা-গাভৰুৰ আপোন সন্তান, আৰু মাকে সৈতে তেওঁ তুৰ্বকৰ লগত যুদ্ধ কৰিছিল।

পুৰণি সাঁচিপতীয়া আৰু আজি কালিৰ ছাপা হোৱা যি দুখন - চাৰিখন বুৰঞ্জী আমাৰ হাতত পৰিছে, তাৰ পৰা বুজিব পাৰিছোঁ যে সুন্দৰ গোঁহাই তন্‌খাম্ বৰগোঁহাই ডাঙ্গৰীয়াৰ ভতিজাক। তেওঁৰ আচল নাম আপচু গোঁহাই। ইংৰাজী ১৫৬২ চনত খোৰাৰজা স্বৰ্গদেৱৰ দিনত কোচানৰ নৰনাৰায়ণ ৰজাৰ ভায়েক শুক্লধ্বজ বা চিলাৰায়ে আসাম আক্ৰমণ কৰে। যুদ্ধত তিষ্ঠিব নোৱাৰি খোৰাৰজা পৰ্বতলৈ পলাই যায়। তাৰ পাছত এক সন্ধিৰ প্ৰস্তাৱ হয়। সেই সন্ধিৰ চৰ্তমতে চিলাৰায়ে ৰজাৰ পুতেক আকুত্যাং, ভায়েক চুগম কোঁৱৰ, বুঢ়া গোঁহাইৰ পুতেক ত্যাওতিত্, – বৰগোঁহাইৰ পুতেক ত্যাওপেত্, – আৰু ভতিজাক আপচু গোহাঁই, এই কেইজনকে মুখ্য কৰি, সকলো পাত্ৰমন্ত্ৰীৰ ঘৰৰে ল'ৰা একোটা লৈ, নিজ দেশলৈ গুচি যায়। আপচু গোহাঁই দেখিবলৈ বৰ সুন্দৰ আছিল, সেই দেখি কোচানত সকলো মানুহে তেওঁক সুন্দৰ গোহাঁই বুলিছিল।[১] ৰূপত যেনে, তেওঁ গুণতো তেনে আছিল। তেওঁৰ গুণত চিলাৰায় ইমান মুগ্ধ হৈছিল যে তেওঁক চিলাৰায়ে তোলনীয়া পো বুলি লৈছিল।

এদিন কোচানৰ নৰনাৰায়ণ ৰজাই সুন্দৰ গোহাঁইৰ লগত পাশা খেলিছিল। নৰনাৰায়ণ ৰজাই সুন্দৰ গোহাঁইক ক'লে, – "যদি তুমি ২০ চাল জিকিব পাৰা, তেনেহ'লে তোমাৰ দেশৰ অনা মানুহখিনিয়ে সৈতে তোমাক দেশলৈ যাবলৈ এৰি দিম।" সুন্দৰ গোঁহাই ১৯ চাল জিকিল

• " বুদ্ধিমতী আহোম কন্যা" প্ৰবন্ধৰ লিখকে তেখেতৰ প্ৰবন্ধৰ সাৰাংশ গ্ৰহণ কৰি লৈ, আৰু আৱশ্যকমতে তেখেতৰ লিখা উদ্ধৃত কৰিবলৈকো অনুগ্ৰহ পূৰ্বক আমাক দিয়াত, আমি এইখিনিতে তেখেতৰ নথে শলাগ লৈছোঁ।

১ আসামত মানুহে এওঁক "সুন্দৰ গোঁহাই" বুলিছিল। স্বৰ্গীয় কাশীনাথ তামুলি ফুকনৰ বুৰঞ্জী ......... ২০ পিঠি।

পাছৰ ঢালৰ যোৰ দহত লাগিল। ৰজাই বোলে এই যোৰ দহ ঢালিব পাৰিলে, মোৰ দেশৰো যি যি মানুহ যায়, সিহঁতকো এৰি দিম।" সুন্দৰ গোঁহায়ে একে যোৰ দহে গ'ল বুলি বিমুখে যোৰ দহ ঢালি পাশা জিকিলে[২]। কোৱামতেই নৰনাৰায়ণ ৰজায়ো আমাৰ ৰজালৈ বুলি তেওঁৰ গজসিংহীকা জীয়েকক লগত দি আমাৰ দেশৰ নিয়া সকলোখিনি মানুহে সৈতে সুন্দৰ গোঁহাইক দেশলৈ বিদায় দিলে। তেওঁৰ লগত তাৰ পৰাও তাঁতী, সোণাৰী আৰু ভালেমান বৃত্তিয়াল মানুহ আহিছিল। প্ৰথমতে সিহঁতক নামডাঙত পাতে ; তাৰ পাছত লাহে লাহে সেইবিলাক মানুহে আসামৰ নানা ঠাইত বসতি কৰৈগে।

সুন্দৰ গোঁহাইৰ মুখে কোচানৰ ৰজাই নিজ নামেৰে হিন্দু আখৰুৱা মোহৰ মৰা শুনি, আমাৰ চুচেঙফা (বা বুদ্ধিস্বৰ্গনাৰায়ণ) ৰজায়ো হিন্দু পণ্ডিতসকলেৰে মীমাংসা কৰি, যোগিনী তন্ত্ৰৰ -

"অষ্ট কোণঞ্চ সৌমাৰং যত্ৰ দিক্কৰবাসিনী।
তস্মিন্বিশন্তি যে লোকা জ্ঞানাদজ্ঞানতোঽপিবা॥
তেওপি দেব্যাঃ প্ৰসাদেন সিদ্ধিং গচ্ছন্তি নান্যথা।"

এই শ্লোক অনুসৰি 'স্বৰ্গনাৰায়ণ' নামেৰে আঠচুকীয়া সোণৰ আৰু ৰূপৰ মোহৰ মৰায়। আসাম ৰজাৰ এয়েই প্ৰথম মোহৰ।

সুন্দৰ গোঁহায়ে দেশত আহি বিয়া কৰায়হি। তেওঁৰ প্ৰিয়তমা পত্নীক প্ৰাচীন বুৰঞ্জীবিলাকত খাঁৰৰ জীয়েক বুলি উল্লেখ কৰিছে। সুন্দৰ গোঁহাইৰ ঔৰসত খাঁৰৰ জীয়েকৰ গৰ্ভত তিনিটি সন্তান হয়, দুটি ল'ৰা (আঁখেক আৰু কেঁৰা গোহাঁই) আৰু এটি ছোৱালী। এই ছোৱালীটিৰ নামেই কাঁচনমালা আইদেও (যাক প্ৰবন্ধ লিখকে কাঞ্চন আইদেও বুলিছে)।

ইং অনুমান ১৬১২-১৩ চনত (মিঃ গেইটৰ মতে ইং ১৬০৬-৭ চনত) আমাৰ ৰজাৰে কছাৰী ৰজাৰ এখন ৰণ হয়। এই ৰণলৈ কপিলী নইৰ বাটেদি খামচিং বৰগোঁহাই আৰু অভয়ৰাম সলাল গোঁহায়ে সৈতে সুন্দৰ গোঁহায়ে ৰণলৈ গৈ সাত গাঁৱত কোঠ দি থাকৈগে।[৩]

"সেইবেলা ভাণ্ডাৰী গোঁহায়ে বিশেষকৈ মানুহ পঠাই সোন্দৰ গোঁহাইলৈ কৈ পঠালে,- বোলে তেওঁহে আছে ৰণক সমুখে, এখেত ৰজাই খাঁৰৰ জীয়েক সহিতে লেনা-দেনা বাঢ়িছে, চাঙৈলে আনিবলৈ হৈছে, নিশ্চয় কথা। সোন্দৰ গোঁহায়ে শুনি মনত দুখকৈ অসন্তুষ কৰি আছিল। সেইবেলা বৰগোহাঁঞীয়ে সোন্দৰ গোহাঁঞীলৈ কৈ পঠালে, কছাৰী ৰজা চৈধ্য দিনলৈ দিন ললে- তাতকৈ দেখো দিন বাঢ়িল, কথা দেখো বিড়ম্বনা দেখো। তাকে চাই সন্টম হব লাগে। পাছে সোন্দৰ গোহাঁঞীয়ে বৰ গোহাঁঞীলৈ বুলি গ'ল, আপুনি সন্টম হ'ক,- মই যি সন্টম হ'লোৱেইহে তিৰী ভাৰ্য্যাকি ৰাখিবৰ নিমিত্তেহে দেহপ্ৰাণ উৰ্সৰ্গি মহাৰাজৰ কাৰ্য্য কাম

২ স্বৰ্গীয় কাশীনাথ তামুলি ফুকনৰ বুৰঞ্জী ২১ পিঠি।

৩ আমাৰ লিখা "মালিতা" উপন্যাস চাওক।

কৰা যায়,- তিৰীভাৰ্য্যা ৰাখিব নোৱাৰিলে ইয়াত কি কাম ? মই চাৰি কড়া দি মাটি ইয়াতেহে কিনিলো- গোহাঁঞীয়ে মাত্র সপ্তম হ'ক,- গৰ্গাৱঁলৈ ফিৰি মুখ নকৰো। সোন্দৰ গোহাঁঞীয়ে অসাৱধান হ'বৰ জানি কছাৰীবোৰে হিলৈৰ মুখত পানী বাকিলে। এনে সময়তে ৰাতি ভীমবলকুমৰে দুই হাতিৰে কছাৰী সহিতে দুয়োজনাৰ কোঠ বেৰি ধৰিলে। শত্ৰুমৰ্দ্দন হাতীয়ে বৰ গোহাঞীৰ কোঠৰ গড় ভাঙ্গিলে,- সেইপোনে কছাৰী সোমাব ধৰিলে,- 'পমনা' হাতীয়ে সোন্দৰ গোহাঁঞীৰ গড় ভাঙ্গিলে, সেই পোনে কছাৰী সোমাব ধৰিলে। পাছে আমাৰ লোকে হিলৈত জুই দিয়ে,- পাছে জুই নালাগে,- আমাৰ লোক বেবুৰা লাগিল। পাছে কছাৰীয়ে যাকে য'তে পালে কাটিব ধৰিলে। আমাৰ লোকজন যেয়ে সেইপোনে পাই ভাগিব ধৰিলে। বৰ গোহাঁঞীক বৰছাৰে খোচ্ মাৰিলে,- সোন্দৰ গোহাঞীও তেওঁৰ তামুলী পৰীয়া পজাঁত সোমাই আছিল,- পাছে কছাৰীয়ে ধৰাই শেলেৰে খুচি মাৰিলে।" *

ওপৰত তুলি দিয়া কথাফাকি এখনি পুৰণি সাঁচিপতীয়া বুৰঞ্জীৰ পৰা সেই সময়ৰ গদ্য ৰচনাৰ নমুনা স্বৰূপে পাঠকসকলে পঢ়ি চাবলৈ তুলি দিলোঁ। ইয়াৰ পৰা পাঠকসকলে বেছকৈ বুজিব পাৰিছে যে সোন্দৰ গোহাঁই (বা সুন্দৰ গোহাঁই) এই যুদ্ধতেই (আহোম কছাৰীৰ দ্বিতীয়খন যুদ্ধত) মৰা পৰে।"শ্ৰীযুত গেইট চাহাবেও এই মতকে সমৰ্থন কৰিছে।*

এতিয়া পাঠকসকলে ভাবি চাব যে ইংৰাজী ১৫৬২-৬৩ চনত সুন্দৰ গোহাঁইক চিলাৰায়ে ধৰি নিলে,- তাৰ বছৰ চেৰেকৰ পাছতেই তেওঁ মুক্তি পাই দেশলৈ ঘূৰি আহে। আহোম-কছাৰীৰ যুদ্ধ হয় (যি যুদ্ধত সুন্দৰ গোহাঁই মৰা পৰে) অনুমান ইং ১৬১২-১৩ চনত; ইয়াৰ প্ৰায় ৮০ বছৰৰ পূৰ্বেই (ইং ১৫৩২ চনত) চাওফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঁই ডাঙৰীয়া আৰু তেওঁৰ প্ৰিয়তমা পত্নী আহোমৰ আদৰ্শ বীৰৰমণী মূলা-গাভৰুৰ তুৰ্বকৰ যুদ্ধত মৃত্যু হয়। পাঠকসকলে বোধ কৰো বেছকৈ বুজিব পাৰিছে যে সুন্দৰ গোহাঁয়ে চাওফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঁয়ে একে গৰাকী মানুহ কেতিয়াও হ'বই নোৱাৰে - কাঞ্চন আইদেৱো মূলা-গাভৰুৰ জীয়েক নহয়,- আৰু আইদেও তুৰ্বকৰ যুদ্ধত আইতাকে সৈতে যুদ্ধলৈও যোৱা নাই। কাঞ্চন আইদেওৰ ঘটনাটি যে প্ৰকৃততে বুৰঞ্জীমূলক সেইটো সংক্ষিপ্ত বুৰঞ্জীবিলাকত বাজে সকলো বুৰঞ্জীয়ে স্বীকাৰ কৰে বুলি আমি জানিবলৈ পাইছোঁ, অৱশ্যে,- আমিও কৰিছো, - বুঢ়ী আইৰ সাধু কথাৰ দৰে ল'ৰা কালৰে পৰা আমাৰ পাঠকসকলেও শুনি আহিছে। কাঞ্চন আইদেও (বা খাম পাটগাভৰু) সুন্দৰ গোহাঁইৰ জীয়েক হয়,- কিন্তু চাওফ্ৰাচেংমুঙ্গ বৰ গোহাঁইৰ নহয়; সম্ভৱতঃ এই ঘটনা খোৰাৰজাৰ দিনত, কিন্তু চুহুমুঙ্গ সৰ্গদেৱৰ দিনত (মুছলমানৰ ৫ম বা ৬ষ্ঠ আক্ৰমণৰ সময়ত) নহয়। আমাৰ বোধ হয়,- "বুদ্ধিমতী আহোম কন্যা প্ৰবন্ধৰ লিখকে মৌখিক কথা বা অনুমানৰ ওপৰত নিৰ্ভৰ কৰি চাওফ্ৰাচেংমুঙ্গ বৰ গোহাঁইকে সুন্দৰ গোঁহাইৰে লগ লগাই কাঞ্চন আইদেউক তুৰ্বকৰ যুদ্ধত হাজিৰ কৰিছে।

শেহত কওঁ যে, কৰ্তব্যৰ অনুৰোধত পৰি আমি এই কথা কেইশাৰী লিখিলো। প্ৰবন্ধলিখকে যেন ইয়াক তেখেতৰ প্ৰবন্ধৰ প্ৰতিবাদ বুলি নাভাবে। আমি ইয়াকেহে খাটিলো।

ইতি

শ্ৰীহিতেশ্বৰ বৰবৰুৱা

* Mr. Gait's 'History of Assam', page : 04

# যুদ্ধক্ষেত্রত আহোম ৰমণী
# বা
# মূলা গাভৰু

## প্ৰথম সৰ্গ

বজালে কি হ'ব বীণা আসাম-মৰুত ?
জনশূন্য মৰুভূমি কেলেই সঙ্গীত
ভগা ই বীণাৰ ধ্বনি ? নতুবা আমাৰ
নাবাজে ই ভগা বীণা সুশ্ৰাব্য মধুৰ
(ছিন্ন তাঁৰ—কি বাজিব?) নতুবা কি আমি
শক্তিহীন ক্ষুদ্ৰ প্ৰাণী নগণ্য মানৱ,
অতি ক্ষুদ্ৰ, – ক্ষুদ্ৰকায়, কোন সাহসত
ধৰিম আকাশী জোন ? ভগ্নপদ প্ৰাণী
কি কৰি লঙ্ঘিম গিৰি ? – কি সাধ্য আমাৰ
আকাংক্ষা মনত কিন্তু হে মাতৃ ভাৰতি !–
ৰণ-বেশে সৈন্যে স'তে প্ৰবেশি যুদ্ধত,
চাম আজি ৰণ-ৰঙ্গ বীৰ ৰমণীৰ
যৱন সেনাৰে স'তে, কিন্তু লাগে খেদ
মূৰ্খ আমি,– পাম ক'ত যোগ্যবান বেশ
তেনেকুৱা ? হীনবেশে কি ৰূপে সোমাম
সমৰ-ক্ষেত্ৰত , দেৱি ! যদি দয়া কৰি
নকৰা দাসক কৃপা ? দৰিদ্ৰ—বৎসলা
জানো তুমি চিৰদিন, পূৰ্ণ কৰা আশা,
মনৰ কামনা, দেৱি ! দীন হিতেশৰ ।
আহাঁ, হে দুৰাশা ! তুমি নিত্য সহচৰী
হিতেশৰ, – দিয়াঁ বল ভগ্ন হৃদয়ত ;
ভগা বীণা পুনু আজি বাজোক উলাহে
(যদিওবা ভগ্নসুৰ) কাৰোবা যদিও
নজনমে তৃপ্তি শুনি ই ঝঙ্কাৰ-ধ্বনি ।
তুমিও আহাঁ, - হে দেৱী কল্পনা ! আমাৰ
প্ৰাণৰ আৰাধ্যা দেৱী, জীৱন-সঙ্গিনী
হিতেশৰ, - আহাঁ, দেৱি ! কৃপা কঁৰা আজি,-
তোমাৰ কৃপাত মচি চকুলো চকুৰ
প্ৰিয়তমা বিৰহৰ, বান্ধে আজি পুনু
ভগা ই বীণাৰ তাঁৰ, উঠক আকউ
সপ্তমত সুৰ তাৰ বীৰৰসে বাজি ।
দয়া কৰাঁ, দয়াময়ি ! হে কল্পনা ! তুমি
দুৰ্ভগাক, গাওঁ আজি বীৰত্ব কাহিনী
বীৰ ৰমণীৰ, সেই আহোম বংশৰ
মূলা নামে বীৰাঙ্গনা (আসাম-গৌৰৱ)
কৰিলে যি প্ৰাণত্যাগ সন্মুখ যুদ্ধত
তুৰবকে স'তে যুজি চামুণ্ডা-ৰূপিনী,
আক্ৰমোতে ষষ্ঠবাৰ যৱনে আসাম ।
দেৱী তুমি ৰঙ্গময়ী, হে কল্পনা ! তুমি
সহায় সঙ্কটে মোৰ, - শান্তি ভাগৰত
দীনহীন হিতেশৰ, - জ্যোতি এন্ধাৰত,–
স্বাধীন পক্ষীৰ ৰথ পক্ষৰূপী তুমি ।
চিৰানন্দ হাস্যময়ী তুমি, হে কল্পনা !
তুমি হে কবিৰ ধন, পথৰ সম্বল ।
শ্ৰীহীন মলিন কবি, তযু ৰূপ জ্যোতি
নপৰে কাব্যত যদি নধৰিলে বীণা
মোহকৰী, নিজে তুমি, আমি কি বজাম !
(পাৰে কি বজাব ক'তো ?) প্ৰাৰ্থনা আমাৰ, -
ত্যজি নিজ সিংহাসন কুসুম-নিৰ্মিত
লোৱাঁ তুলি বীণাখনি, খন্তেকৰ হেতু

আহা হিতেশৰে স'তে, বজোৱাঁ আনন্দে
সুমধুৰ বীণাধ্বনি বীৰৰসে মাতি ।
ৰজাৰ চ'ৰাৰ পৰা সন্ধিয়া বেলিকা
আহিল ঘৰত চাও[১] স্বোৱামী মূলাৰ,
মূলাৰ আৰাধ্য ধন, প্ৰাণৰ দেৱতা,
কিন্তু চিন্তাভৰা আজি, - সুধিলে মূলাই,-
"চিন্তাযুক্ত কিয় নাথ ? কি ভাবিছা তুমি
অন্তৰত ? কিবা ভাব খেলিছে হিয়াত ?
পদ্মিনী যিৰূপে, নাথ ! সন্ধিয়া বেলিকা
ৰবিক বিমৰ্ষ দেখি অস্ত-অচলত
নিজেও শোকত হয় বিষাদ মলিনা,-
নতু, - কিম্বা যেনেকই বলিলে ধুমুহা
তৰুক আলিঙ্গি থকা মাধৱী লতাই
তৰু স'তে হালে জালে, - হয় বিকম্পিত
প্ৰৱল ধুমুহা বেগ সহিব নোৱাৰি,-
সিৰূপে ই দাসী, নাথ ! অধিনী তোমাৰ
তোমাক চিন্তিত দেখি, হইছে ব্যাকুল ।
কৰাঁ, - নাথ ! চিন্তা দূৰ, কি ভাবিছা কোৱাঁ,-
কিয় তুমি চিন্তান্বিত ? আহোমৰ সেনা
হ'লনে কি পৰাভূত যৱন + যুদ্ধত
বিপক্ষে সহিতে যুঁজি ? যৱনে কি, নাথ !
হৰিলে সি মহাৰত্ন, স্বাধীনতা—ধন
আহোম ৰাজ্যৰ ? নে, - কি ৰাহুৰূপে আজি
কৰিলে অকালে গ্ৰাস স্বাধীনতা-বেলি ?
সিবুলি, কি তুমি, নাথ ! চিন্তাগ্ৰস্ত আজি ?"
"কিয় অমঙ্গল চিন্তা-" বুলিলে চাওৱে
কৰা তুমি, প্ৰিয়তমা ! চাওৰ পৰাণ-!
হৃদয়ৰ অধীশ্বৰি ? জনম তোমাৰ
যি কুলত, হায় ! প্ৰিয়ে ! শোভানে কি পায়
সি কুলত এনেকুৱা নিৰাশাৰ কথা ?
ভাবানে কি, প্ৰিয়ে ! তুমি থাকোতে দেহাত
দেৱবংশী বীৰবংশী আহোমৰ প্ৰাণ,
আসামৰ নিব কাঢ়ি স্বাধীনতা-ধন
বিদেশী যৱনে আহি ? সুদক্ষ মালীয়ে
সজায় যিৰূপে, প্ৰিয়ে ! সুৰম্য উদ্যান,
আনি নানাবিধ গছ, নানান ফুলৰ
নানান ঠাইৰ পৰা অশেষ যতনে,
আমিও সিৰূপে প্ৰিয়ে ! সজালো ই দেশ
কত যত্ন কৰি, হায় ! কত হেঁপাহেৰে
আনি নানা জাতি লোক নানান দেশৰ,-
দুৰ্গম অৰণ্য ভাঙ্গি পাতিলো নগৰ,
সজালো ই ৰাজপুৰী, - আজি নেকি, হায় !
হব সেই প্ৰিয় ভূমি ভোগ্য যৱনৰ ?
পৰ ভোগ্য হেতু নে কি জন্মভূমি এৰি,
আহি দূৰ-দূৰান্তত দূৰ আসামত
পাতিলো সাম্ৰাজ্যখনি অ'ত যতনেৰে
অত ক্লেশ সহি, প্ৰিয়ে ? যাত লাগি আমি
আহোম সৰ্বস্বত্যাগী, জন্মভূমি, ভাষা,
মাতৃভাষা ত্যাগ কৰি হ'লো পৰভাষী ।
আহোমৰ সেই, প্ৰিয়ে আদৰৰ দেশ
প্ৰকৃতিৰ লীলাভূমি সাম্ৰাজ্য আসাম
হ'ব ভোগ্য যৱনৰ ? - থাকোঁতে পৰাণ
বীৰবংশী আহোমৰ দেহাৰ মাজত ?"
"সুখী হ'লো শুনি, নাথ !" বুলিলে গাভৰু[২]
মূলা বীৰপত্নী, " কোন তিৰোতাৰ সুখ
নজনমে শুনি এনে বীৰোচিত কথা

১ এওঁৰ পূৰা নাম "চাও ফ্ৰুচিঙ্গমুঙ্গ বৰ গোহাঁই ডাঙ্গৰীয়া ।" এওঁ ৰাজমন্ত্ৰী আছিল । শ্ৰুতিমধুৰ আৰু ছন্দৰ উপযোগী কৰিবৰ নিমিত্তে এওঁক "চাও" বোলা হৈছে ।

২ বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, বৰবৰুৱা, বৰফুকন আদি বিষয়াসকলৰ তিৰোতাক "গাভৰু" বোলে । সম্বোধনত "গাভৰুদেও !" বোলা হয় । প্ৰথম তিনিজনা ডাঙ্গৰীয়াৰ তিৰোতাসকলক "ডাঙ্গৰীয়ানী"ও বোলা হয় ।

আপোনাৰ স্বোৱামীৰ ? কাৰ নুঠে নাচি
হিয়াখনি, শুনি এনে উৎসাহৰ বাণী
আশা পূৰ্ণ ? কিন্তু, হায় ! কিন্তু তিৰী জাতি
গছক আলিঙ্গি থকা মাধৱীৰ দৰে,
যদি লৰে গছজুপি, কঁপে অকস্মাতে
ধুমুহা আশঙ্কা কৰি, সেইৰূপে নাথ !-
আশঙ্কিত ই অধীনী, বিমৰ্ষ তোমাক
দেখি এই দুৰ্দিনত আজি অকস্মাতে ।"
"হওঁতেও হয়, প্ৰিয়ে ! বিষাদত আজি
মন প্ৰাণ মোৰ," – চাৱে ক'লে ধীৰে ধীৰে,
"কবলই লাগে শোক, নোলায় মুখত
কথা, হায় ! প্ৰিয় সখা বীৰ খুন্লুঙ্গ[৩]
আহোম - ভাৰসা, আৰু নাই জগতত ।
তুৰ্বকে স'তে যুঁজি অসীম সাহসে
অলেখ বিনাশ কৰি বিপক্ষৰ সেনা
ত্যজিলে পৰাণ বীৰ সমৰত কালি ।
নাজানো কি কুলক্ষণত আহিল যৱন
এইবাৰ, নাজানো কি বলে বলী হই
আহিলে পাঠান সেনা, নিতে জয় হয়,
নিতে আহোমৰ হাৰ, – নিতে হয় হানি
আহোমৰ বীৰবৰ্গ ! ৰাজ আদেশত
সেনাপতি ৰূপে, প্ৰিয়ে ! মাথোঁ কাইলই
যুদ্ধ দিবলৈ যাম যুৱন-যুদ্ধত ।
যদি ভাগ্য থাকে, প্ৰিয়ে ! পুনু হ'ব দেখা
তোমাৰ সহিতে, – নতু, এই জীৱনত
এই শেষ দেখা ইহ জীৱনৰ !
নশ্বৰ জীৱন এৰি, যদি ভাগ্য আছে,
কপালত লেখা সেয়ে, – সম্মুখ যুদ্ধত
প্ৰাণ এৰি যাম তাত (বিৰাজিছে য'ত
বীৰবৃন্দ আহোমৰ, স্বদেশৰ হেতু
ত্যজি প্ৰাণ অকালত যৱন-যুদ্ধত ;–
আৰু সখা খুনলুঙ্গ শৈশৱৰ মোৰ ।)"
"উত্তৰা বিৰাট কন্যা" বুলিলে মূলাই
"যদিও কোমল প্ৰাণা, ক্ষত্ৰীয় - কুমাৰী
বীৰপত্নী, বীৰকন্যা, সুখিনী কি নাথ !
নাই হোৱা শুনি ? যৱে শুনিলে অভিক
(প্ৰাণৰ স্বামীক, আহা !) কুৰুসমৰত,
অলেখ থাকোতে বীৰ, পাণ্ডৱ পক্ষৰ
কতশত মহাবীৰ ভীম পৰাক্ৰমী
যুঁজিব, কৌৰৱে স'তে, সেনাপতি ৰূপে
বৰণ কৰিছে ধৰ্মবীৰ যুধিষ্ঠিৰে ?
জানো, – নাথ ! কান্দিছিলে, চকুৰ চকুলো
টুকিছিলে উত্তৰাই, অভিমন্যু যৱে
সেনাপতি ৰূপে সাজি সমৰত যায়
কৌৰৱৰ, – কিন্তু নাথ ! নাই দিয়া নেকি
দেখা সেই চকুলোত হৰিষৰ চিনে ?
তোমাৰ মূলাও, নাথ ! (যদিওবা, হায় !
কান্দে প্ৰাণ, – দুচকুত ওলায় চকুলো
অকস্মাতে) শুনি এই বাৰ্তা আনন্দৰ
কেনুৱা সুখিনী আজি, কি কই বৰ্ণাম ?
আহোম-ৰমণী, নাথ ! বীৰৰ জীয়াৰী
বীৰৰ তিৰোতা আৰু প্ৰাণৰ অৰ্দ্ধাঙ্গী
স্বোৱামীৰ – স্বোৱামীক বীৰৰ সাজেৰে
দেখি যে কি জন্মে সুখ পত্নীৰ প্ৰাণত
আহোমৰ, – সেই সুখ নোৱাৰি বৰ্ণিব ।
ধন্য বীৰ খুনলুঙ্গ ! ধন্য শৈশৱৰ
তোমাৰ প্ৰাণৰ সখা ! দেশৰ নিমিত্তে,–
স্বাধীনতা ৰক্ষা হেতু যি কৰিলে ত্যাগ
ই অনিত্য প্ৰাণ, – নাথ ! কি কাজ প্ৰাণত ?
নালাগে যি প্ৰাণ, হায় ! দেশৰ কামত ?

৩ এওঁৰ পুৰা নাম "খুনলুঙ্গ খামপেঙ্গ বুঢ়াগোহাঁই ডাঙৰীয়া" । কলিয়াবৰৰ যুদ্ধত মুছলমানৰ হাতত এওঁ প্ৰাণ হেৰুৱায় । এওঁ এজন বীৰপুৰুষ আছিল ।

দেশৰ ই দুৰ্দ্দিনত, আসাম আকাশ
ঘোৰ মেঘাচ্ছন্ন আজি ! – শত্ৰু দুৰাৰত
ভীমৰূপী যৱনৰ অগণিত সেনা,–
এনুৱা কালত আজি বীৰৰূপে সাজি
যোৱাঁ, নাথ ! সমৰত বিপক্ষক খেদি
ৰাখাঁ আসামৰ ধন, স্বাধীনতা মণি ।
আছে কি হে নাথ ! প্ৰাণ এনে ঘৃণনীয়
কৰো এই জগতত, যি নুছৰ্গে সুখে
সেই প্ৰাণ স্বদেশৰ স্বাধীনতা হেতু ?
যোৱা, – নাথ ! ৰণদেৱী নৃ-মুণ্ডমালিনী
কৰিব তোমাক ৰক্ষা যৱন যুদ্ধত,
সেনানীক দিব বল, সাহস হিয়াত
বিজয় পতাকা, কীৰ্তি আহোম ভাগ্যত ॥"
"ধন্যবাদো, প্ৰিয়তমা ! সৌভাগ্য চাওৰ
"নহ'লে কি মিলে ভাগ্যে নিচিনা তোমাৰ
বীৰাঙ্গনা প্ৰাণপ্ৰিয়া জীৱন-সঙ্গিনী
কাৰো জীৱনত ?) তুমি যাৰ অৰ্দ্ধাঙ্গিনী
(শক্তিৰূপা মূৰ্তিমতী) তাৰ জীৱনত
কিবা পৰাজয় – ভয় ? কি ভয় মৃত্যুত ?
কি ভয় যুদ্ধত ? কিম্বা বজ্ৰ-নিনাদত ?
যি দিলা উৎসাহ আজি চাওৰ প্ৰাণত,
চাওৰ অন্তৰে আজি যি পালে সাহস,
তোমাৰ ই কথা শুনি,– আছে কি, প্ৰেয়সী !
জগতত কোনো এনে, নুছৰ্গিব প্ৰাণ
স্বাধীনতা ৰক্ষা হেতু যিটে স্বদেশৰ ?
যাম, প্ৰিয়ে ! কাইলই সমৰ ক্ষেত্ৰত
যৱনৰ, – প্ৰাণপণে কৰিম সমৰ,–
জিনিম বিপক্ষ, – কিম্বা নিজেই মৰিম
শত্ৰুৰ হাতত, – নতু, নিজে বলি দিম
আপোনাৰ এই দেহা স্বদেশৰ হেতু ।"
"যাবা, – কিন্তু আছে এটি গোহাৰি দাসীৰ
তোমাৰ কাষত, নাথ !" বুলিলে মূলাই
স্বামী মুখলই চাই,– " ই দাসী মাধৱী
লতা, তুমি তৰু নাথ ! তৰুৰ বিহনে–
কিবা গতি মাধৱীৰ ? কি শোভা তৰুৰ ?
তোমাৰ লগতে, নাথ ! ময়ো সমৰত
(যৱন যুদ্ধত) যাম, – যদিও মাধৱী
সামান্য লতিকা মাথোঁ,– তথাপি কি, হায় !
নিদিয়ে সামান্য বাধা ধুমুহা বায়ুক,
কম্পমান কৰে যৱে উদ্যানৰ তৰু ?"
"মাধৱী, প্ৰেয়সী ! তুমি," বুলিলে চাওৱে
চাও তমালৰ তৰু,– তুমি অৰ্দ্ধাঙ্গিনী,
সুখে দুখে সমভাগী, কি ঘৰে কি পৰে,
উৎসৱত, বিপদত । সমৰ - প্ৰাঙ্গন
নোহে কিন্তু কাৰ্যক্ষেত্ৰ তিৰোতা জাতিৰ ।
বিধিৰ নিৰ্বন্ধ, – গৃহক্ষেত্ৰত, প্ৰেয়সী !
নাৰীৰ কৰ্তব্য যত, – অতিথি সৎকাৰ
শাহু-শহুৰৰ সেৱা,– শুশ্ৰূষা স্বামীক,
সন্তান পালন আদি ; – কি কৰিবা গই
সমৰ-ক্ষেত্ৰত, প্ৰিয়ে ? সমৰ প্ৰাঙ্গণ
নহয় ফুলনিবাৰী, মনোৰম ঠাই ।
সঁচা, – তুমি,– প্ৰিয়তমা ! উৎসাহদায়িনী ;
শতগুণে উৎসাহিত কৰিছে চাওক
তোমাৰ উৎসাহে আজি ; কিন্তু সমৰত
দেখিলে তোমাৰ এই লাৱণ্য সুন্দৰ
মুখ- ছবি, – ভয় হয়, – জানো, – হয় চাও
নিৰুৎসাহ সমৰত, – জানো, – প্ৰিয়তমা !–
যুদ্ধত নিস্পৃহা জন্মে, মমতা প্ৰাণত,–
(জন্মে মৰণৰ ভয়) তেন্তে, হে প্ৰেয়সী !
থাকিব দুৰ্যশ বৰ, হাঁহিব জগতে
ভীৰু কাপুৰুষ বুলি চাওক তোমাৰ ।
জগত বিখ্যাত আমি, বীৰৰ সন্ততি
দেৱবংশী, – প্ৰাণপ্ৰিয়া ! ডৰালে যমক
সমৰত, অপযশ ঘোষিব জগতে

আহোমৰ, হাটে ঘাটে হ'লে সমাগম
জনতাৰ,ক'ব লোকে দেশ বিদেশত,
হীনবল, বীৰ্য্যহীন আহোম সন্তান !
কলুষিত ইতিহাস, টুকি চকুপানী
লিখিব লিখোঁতা,– মুখ কৰি তললই
পঢ়িব বিষণ্ণমনে বুৰঞ্জীপঢ়োঁতা
আহোমৰ অপযশ ! ভীৰু যি, প্ৰেয়সী !
ডৰে সি মৃত্যুক মাথোঁ, ডৰে কি চন্দ্ৰমা
কৰিলে ৰাহুৱে গ্ৰাস যদি প্ৰাণ যায়
সমৰত, পাম সৰ্গ দুৰ্ল্লভ নৰৰ ।
থাকাঁ, প্ৰিয়ে ! নকৰিবা বিষাদ মনত
চাওৰ নিমিত্তে তুমি ! তুমি বীৰপত্নী
কি ভয় তোমাৰ ? মোৰ আশঙ্কা মনত,–
যদিও তিৰোতা সঁচা জীৱন-সঙ্গিনী,
নিত্য প্ৰিয় সহচৰী, সৰ্বত্ৰে সহায়,
নোহে কিন্তু সমৰত তপস্যা ধ্যানত ।"
"বুজা ভুল, প্ৰাণনাথ !" বুলিলে মূলাই
"সমৰত গলগ্ৰহ নহয় তিৰোতা
পুৰুষৰ, – হায় ! নাথ ! সৰযু-তীৰত
ভদ্ৰাক হৰোঁতে যৱে যাদৱ সেনাৰে
অৰ্জুনৰ যুদ্ধ হয়, ভদ্ৰা সিকালত
গলগ্ৰহ নেকি ? কিম্বা পাৰ্থৰ সহায় ?
বিজুলী সঞ্চাৰে ৰথ নচলোৱা হ'লে
সিকালত সুভদ্ৰাই, নতু ভদ্ৰাদেৱী
নিদিলেহেঁতেন যদি সাহস পাৰ্থক,
কিবা গতি হ'ল হয় যুদ্ধত পাৰ্থৰ ?
ভাঙ্গিব হৰৰ ধ্যান যৱে দেৱ সবে
পঠিয়ালে মন্মথক, সিকালত ৰতি
নথকাহেঁতেন নাথ ! সহচৰী ৰূপে
স্বোৱামীৰ, কিবা সাধ্য, যায় কামদেৱ
পুৰি ভস্ম হবলই, দেৱ কাৰ্য লাগি,
হৰ-কোপ অনলত, জ্বলন্ত অগ্নিত ?"

চাও ঃ " যি যি ক'লা, প্ৰিয়তমা ! মিছাও নহয়
কিন্তু মোৰ অনুৰোধ, সমৰ ক্ষেত্ৰত
নালাগে, প্ৰেয়সী ! যাব তুমি,– ৰণভূমি
অতি ভয়ঙ্কৰ ঠাই, পাবা বৰ ক্লেশ,–
কোমল তিৰোতা জাতি, – নস'ব তোমাৰ
সমৰ-ক্ষেত্ৰৰ ক্লেশ "
বুলিলে মূলাই,–
"যদিও জগতে, নাথ ! তিৰোতা জাতিক
কোমল পৰাণ ভাবে, – কিন্তু তিৰী জাতি
বহুৰূপা (নানামূৰ্তি) অনন্ত ৰূপিণী ঃ–
ঘৰত তিৰোতা, নাথ ! স্বামীৰ প্ৰেয়সী,–
পতিব্ৰতা পতিৰতা,– স্বামী সহচৰী
সন্তানৰ জন্মদাত্ৰী, মাতৃ স্নেহময়ী
(মূৰ্তিমতী যেন স্নেহ ) কিন্তু সমৰত
দেখিবা সি তিৰোতাক নৃ-মুণ্ডমালিনী ।
হিমালয়-কন্যা, নাথ ! শিৱৰ কাষত
উমা ৰূপে বিশ্বমাতা প্ৰেয়সী প্ৰাণৰ,
গণপতি কাৰ্তিকৰ স্নেহৰ জননী
স্নেহময়ী, – কিন্তু দেখা দানৱ যুদ্ধত
সেই স্নেহময়ী মাতৃ দনুজদলিনী ।"
চাও "চামুণ্ডাৰূপিনী নাৰী, - বীৰৰ জননী
সন্তানৰ মা তিৰোতা ভ্ৰাতাৰ ভনীটি
(সহোদৰা স্নেহময়ী) – অতিথি সেৱিকা
গৃহস্থৰ গৃহলক্ষ্মী, শান্তি মূৰ্তিমতী
জগতত নাৰী জাতি সঁচা, প্ৰিয়তমা !
কিন্তু অনুৰোধ মোৰ, – গৃহলক্ষ্মী ৰূপে
চাওৰ ঘৰত থাকা,– নালাগে ধৰিব
চামুণ্ডাৰ বেশ, প্ৰিয়ে ! মোৰে স'তে আজি
নালাগে তোমাক যাব সমৰ ক্ষেত্ৰত
লক্ষ্মীহীন কৰি ঘৰ, – তৱ পুণ্যবলে
বিনাশিম শত্ৰুসেনা যুদ্ধ প্ৰাঙ্গণত,
বিলত পদুম-বন ভাঙ্গে যেনে কই

মদমত্ত কৰিবৰ" – হাঁহিলে মিচিকি
এইবুলি কই চাৰে ।
ব'লা, নাথ ! যাওঁ,–
মেল কৰাগই* তুমি, হ'ল বহুপৰ
ৰই আছে চাঙমাই," বুলিলে মূলাই
প্ৰেয়সীৰ কথা শুনি উঠি ধীৰে ধীৰে
চাঙমাই শালত চাও গ'ল মেলল'ই
প্ৰিয়তমা মূলাস'তে, ৰতি স'তে কাম,
কিম্বা ৰোহিণীৰে স'তে চন্দ্ৰমা যেনুৱা !

## দ্বিতীয় সৰ্গ

এদিন দুদিন কৰি, হ'ল সাত দিন
যৱন যুদ্ধত গ'ল স্বোৱামী মূলাৰ
(মূলাৰ প্ৰাণৰ চাও) উৎকণ্ঠিতা মূলা
স্বামীৰ সম্বাদ একো পোৱা নাইকিয়া
সমৰ-ক্ষেত্ৰৰ পৰা, – উচাটন মনে
অকলেই আছে বহি, গৃহ কৰমত
নাই যেন একো মন ! – আহা ! চাতকিনী
চাতক বিহনে যেন, কিম্বা কমলিনী
সূৰ্য বিনে বিষাদিনী সন্ধিয়া বেলিকা ॥
এনেতে আহিল সখী মুহিলা মূলাৰ,
সখীক বিমৰ্ষ দেখি, সুধিলে মুহিলা,–
"বিষাদিনী কিয় সখী ? কিয় উচাটন
আজি তুমি এনেকুৱা ? পালা কু-সম্বাদ
কিবা নেকি তুমি, সখি ? নতু, বিষাদিনী
কিয় আজি ? তুমি সখি ! সতত ৰঙ্গিনী ॥
পাইছানে কিবা তুমি বাতৰি যুদ্ধৰ ?
ডাঙৰীয়া , প্ৰিয় সখি ! আছেনে কুশলে
সমৰ-ক্ষেত্ৰত ? দেখি মন উচাটন
তোমাৰ, কান্দিছে মোৰো প্ৰাণ ঘনে ঘনে ॥"
"খাটা ঈশ্বৰক, সখি !" বুলিলে মূলাই
"কুশলে থাকোক তেওঁ, মূলাৰ জীৱন
মূলাৰ আৰাধ্য দেৱ সাপিনীৰ মণি
মস্তকৰ, – দুখিনীৰ এটি মাত্ৰ ধন ॥
কিন্তু সখি ! সাতদিন আজি হ'ল যোৱা
সমৰ-ক্ষেত্ৰত তেওঁ ; যোৱা দিনাৱধি
অথিৰ মূলাৰ মন কিয় যে এনুৱা,–
বুজা নাই একো, – সখি ! কান্দে মোৰ প্ৰাণ
অকস্মাতে ঘনে ঘনে, – মন উচাটন ।
নাজানো, – কিয় যে, সখি দেখো অহৰহ
অমঙ্গল নানাবিধ, – হায় ! যি কালত
সৌমিত্ৰীৰ যুদ্ধ হয় মেঘনাদে স'তে
নিকুম্ভিলা যজ্ঞ ঘৰে লঙ্কা নগৰত,
কালনেমী দৈত্য-কন্যা ৰক্ষ কুল লক্ষ্মী
দেখিছিলে প্ৰমীলাই যেনে অমঙ্গল
অন্তঃপুৰ মাজে থাকি, কনক লঙ্কাৰ
অকস্মাতে,– আজি, হায় ! মূলায়ো তোমাৰ
দেখে তেনে অমঙ্গল অকস্মাতে, সখি !
কিম্বা, নতু, যেনেকৈ বিৰাট কুমাৰী
সৰলা কোমল প্ৰাণা আজলী ছোৱালী
নাজানে একোকে, কিন্তু পৰাণৰ স্বামী
অভিমন্যু গই যৱে কুৰু-সমৰত
সেনাপতি ৰূপে সাজি, সপ্তৰথী স'তে
কৰিছিলে ঘোৰ যুদ্ধ, – যিৰূপে তেতিয়া
কান্দিছিলে উত্তৰাৰ অকস্মাতে প্ৰাণ
কি এক আশঙ্কা কৰি, সিৰূপে, – হে সখি !
মূলাৰো পৰাণ কান্দে অকস্মাতে আজি ।
শুনিছোঁ, – যৱন সেনা অতি পৰাক্ৰমী
যুদ্ধ-বিদ্যা বিশাৰদ, ৰণত নিপুণ,–

* আগৰ কালত আহোম ডাঙৰীয়াসকলক ভাত খাবলৈ মাতিলে "মেল কৰিবলৈ" বুলি মাতিছিল ।
অৰ্থাৎ চাও ফ্ৰাচেঙমুঙ বৰ গোহাঁই ডাঙৰীয়া ।

অতি চক্ৰী তুৰবক, নানা কৌশলেৰে
আক্ৰমে বিপক্ষ পক্ষ (শত্ৰু - পক্ষসেনা)।
এইবাৰে স'তে, সখি ! হ'ল ষষ্ঠবাৰ
যবনে ই দেশ বোলে কৰে আক্ৰমণ,-
যদিও এবাৰো আগে নাই হোৱা জয়
যৱনৰ, - কিন্তু সখি কৰিলে জুৰুলা
ই আসাম-নিবাসীক, - গইছে দেখাই
যৱনে নিজ বিক্ৰম । নাজানো বা, সখি !
নিসহায় হই আজি বিপক্ষ মাজত
মূলাৰো প্ৰাণৰ প্ৰাণ মহা শঙ্কটত
পৰে, জানো, ঘটে কিবা অমঙ্গল ঘোৰ ॥"
মুহিলা ঃ" নকৰিবা চিন্তা, সখি ! নানিবা কাচিতো
তেনে অমঙ্গল ভাৱ, - দুশ্চিন্তা মনত ।"
বুলিলে মূলাই পুনু কাঢ়ি হুমুনিয়া
"কাৰ সাধ্য খণ্ডে, সখি ! বিধাতাৰ লিখ ?
অনিবাৰ্য নিয়তিৰো ! যৱন যুদ্ধত
পালে নাশ বহু বীৰ, - জানোবা শেহত
ঘটে, সখি ! অমঙ্গল মূলাৰো নামৰ
(আৰাধ্য দেৱতামূৰ্তি স্বামী পৰাণৰ) ।
বিলৰ পানীত, হায় ! (হ'লে তৰঙ্গিত)-
নলিনী যিৰূপে কঁপে (ডুবে কেতিয়াবা,-
কেতিয়াবা বা ওলায়,- চায় মূৰ-তুলি)
সিৰূপে মূলাৰো প্ৰাণ কঁপিছে শঙ্কাত
(পৰে, - কেতিয়াবা উঠে) ; কি ৰাতি কি দিন
বাজিছে কাণত, সখি ! যৱন সেনাৰ
জয়ধ্বনি ঘনে ঘনে ! জানো, ঘটিছে
সৰ্বনাশ স্বোৱামীৰ, মূলাৰ প্ৰাণৰ ॥"
"অমঙ্গল চিন্তা, সখি ! কিয় কৰা তুমি
তোমাৰ স্বামীৰ ? তেৱোঁ যুদ্ধবিশাৰদ,
মহাবীৰ, বুদ্ধিমান্, - গইছে লগত
অলেখ আহোম সেনা,- একো একো জনে,
তাৰ, - পাৰে সংহাৰিব বিপক্ষ পক্ষৰ
দহোটা পাঠান সেনা,- যদি যুঁজে, - সখি !
ন্যায্য মতে" মুহিলাই বুলিলে মূলাক ।
"সঁচা কথা, প্ৰাণ সখি !" বুলিলে মূলাই
"সঁচা কথা, সমৰত গইছে অলেখ
আহোমৰ বীৰ, সেনা প্ৰাণনাথে স'তে
ৰাখিব' জাতিৰ মান, স্বাধীনতা ধন
স্বদেশৰ কৰি আগ আপোনাৰ প্ৰাণ ।
কিন্তু হায় !-
দূৰ-দৃষ্ট হ'লে সখি ! ফুটিলে কপাল
কি ৰাখিব পাৰে আনে ? কি কৰে সহায়ে ?
থাকে যদি লাখোবীৰ বেৰি চাৰুফালে ?
কুৰুসমৰত, সখি ! অভিমন্যু বীৰ,
মাতুল শ্ৰীকৃষ্ণ যাৰ, - পিতৃ ধনঞ্জয়
ধৰ্মবীৰ যুধিষ্ঠিৰ জ্যেষ্ঠতাত যাৰ
ভীম পৰাক্ৰমী ভীম অজেয় জগতে,
মাদ্ৰী পুত্ৰ দুই খুৰা, - আৰু অগণন
কত শত মহাবীৰ আছিল সহায়
কিন্তু ফুটা কপালৰ দোষে উত্তৰাৰ
সকলোটি বৃথা হ'ল ! চক্ৰীৰ চক্ৰত
থাকিল দূৰত সৱে, - হই অসহায়,
সপ্তৰথী স'তে যুঁজি তিয়াগিলে প্ৰাণ
অন্যায় যুদ্ধত বীৰ, বিৰাট কন্যাৰ
পৰাণতো বেছি প্ৰিয় অভিমন্যু-ধনু !
হায় ! সখি ! উত্তৰাৰ ফুটিলে কপাল !!"
এই যেই বোলে মূলা, এনে সময়তে
আহিল কটকী এটি, সজল নয়নে
বুলিলে মূলাক চাই, - "নোলায় মুখত
হে গাভৰু ! শোকবাৰ্তা সমৰ-ক্ষেত্ৰৰ,
কি সঁতেৰে কওঁ আজি ? নিবেদো কি কৰি
সি শোক কাহিনী, হায় ।" ধৰিলে কান্দিব
চকুৰ চকুলো টুকি, ৰক্ষ-কুল দূতে
কনক লঙ্কাত যেনে ৰাৱণৰ আগে

টুকিছিলে চকুপানী, নিবেদি শোকেৰে
বীৰবাহু মৃত্যু কথা ! – বুলিব' ধৰিলে
"আহোম আশা-ভাৰসা লয় পালে আজি
অকালত, – হে গাভৰু ! ডাঙৰীয়া আৰু
(মহাবীৰ চাওফ্রাচে, স্বোৱামী তোমাৰ)
নাই এই জগতত ! প্রত্যুষতে কালি,
কন্দুৱাই অকালত আহোম কুলক
আহোম সাম্রাজ্য, জাতি, তিয়াগিলে প্রাণ
অন্যায় যুদ্ধত পৰি যৱন-হাতত ॥"
শুনি কথা কটকীৰ হিয়া ভুকু মাৰি,
কান্দিলে মূলা গাভৰু, কান্দিলে মুহিলা
(মূলাৰ প্রাণৰ সখী) কান্দিলে কটকী
মূলা মুহিলাৰে স'তে, বাগৰি মাটিত ॥
বিমূর্ছিতা মূলা হ'ল লুতুৰি-পুতুৰি,–
ভাঙিলে তমাল তৰু ধুমুহা বতাহে
তাত মেৰিয়াই থকা মাধৱী লতাৰ
যেনুৱা বিলাই হয় গছে স'তে পৰি,
হ'ল ততোধিক মূলা ! ক'লে কান্দি কান্দি,–
"এয়েকি আছিল, নাথ ! ভাগ্যত মূলাৰ ?
নউ হওঁতেই শেষ দুবছৰ কাল
ঘটিব বৈধব্য-জ্বালা ? যাব কপালৰ
সেন্দূৰৰ ফেটি ? হায় ! ফুটিব কপাল ?
হৰিব মুখৰ হাঁহি ? চকুৰ চকুলো
ওলমিব দুচকুত, জ্বলিব হিয়াত
বিৰহৰ তুঁহজুই ? হতভাগী মূলা
জানিলেহেঁতেন যদি হব এনেকুৱা
অমঙ্গল, – অকালত ফুটিব কপাল
দুর্ভাগীক, তেনেহ'লে, – পাঁচেনেকি, হায় !
স্বোৱামীক, যাবলই কাল সমৰত ?"
ই বুলি মূলা গাভৰু কান্দিলে আকউ
আউলী বাউলী হই কান্দিলে মুহিলা
(সখীৰ দুখত দুখী) কান্দিলে কটকী
মূলাৰ কান্দোন স'তে হিয়া বিদাৰক ॥
"কটকী! তোমাৰ কাম" বুলিলে মূলাই
বাতৰি চলোৱা, – কিন্তু কি বাতৰি দিলা ?
বাতৰি নহয় ইটো, – ইটো বজ্রাঘাত
মূলাৰ শিৰত আজি ! নৰ দেহধাৰী
কালৰূপী সর্প তুমি,– কালজিভা স'তে
দংশিলা মূলাক, হায় ! বাতৰি বিষেৰে
জর্জৰ কৰিলা ! মূলা ওষ্ঠাগত প্রাণ !!"
"ক্ষমা কৰা, হে গাভৰু ! নোহোঁ অপৰাধী,
কোনো দোষে দোষী দাস তযু চৰণত ;
কিন্তু যদি হওঁ দোষী, অজ্ঞান দোষত
কৰি থাকোঁ কোনো দোষ" বুলিলে কটকী
"ক্ষমিবা আপোন গুণে, জ্ঞান বিৱর্জিত
সামান্য কটকী, – নাই জ্ঞান হিতাহিত ॥"
"নোহোৱা, কটকী ! তুমি" বুলিলে মূলাই
"নোহোৱা নিশ্চয় তুমি কোনো অপৰাধী
মূলাৰ কাষত, সঁচা, প্রাক্তনৰ লেখা,
কর্মফল মাথোঁ ইটো, – বিষাদ সন্তাপ
পূর্ব জন্মার্জিত ফল পূর্ব জনমত
হৰিলো জানোবা কোনো সতী তিৰোতাৰ
হিয়াত জ্বলাই জুই, পৰাণৰ পতি,
জানো সি পাপৰে ফলে মূলাৰো হিয়াত
জ্বলিছে ই মহা অগ্নি অকালত আজি !
কর্মফল জগতত নোৱাৰে খণ্ডাব,
সুখ-দুখ-দাতা কোনো নাই মানৱৰ
জগতত, – কয় যিটে অমুকে আমাক
দিছে শোক, কিম্বা সুখ, সি মূর্খ প্রধান,
অবোধৰ কথা তেনে, – স্বকর্ম আর্জিত
ভুঞ্জে ফল নৰে নিতে ! বিশ্বৰ নিয়ম
(নিয়ন্তাৰে নিয়োজিত) সৃজন, পালন,
সংহাৰ, – সংযোগ আৰু শোক বিয়োগৰ
কাৰ সাধ্য দিয়ে ৰাধা ? বিশ্ব ভাৱনাত

ভাৱৰীয়া আমি মাথোঁ, – আহিছোঁ, গইছোঁ,–
হাহিছোঁ বা কেতিয়াবা কান্দিছোঁ পুনৰ ;
কিন্তু আমি মোহমুগ্ধ নোৱাৰো বুজিব
কটকী ! বিভুৰ লীলা,– অবোধ মানৱ ॥
সেই যেই হোক কিন্তু কোৱা আজি মোক,
কি ৰূপে, কি কৌশলেৰে যৱনৰ সেনা
নতু, কিম্বা তুৰ্‌বকে কৰিলে বিনাশ,
প্ৰাণৰ নাথক মোৰ, ভীমবলে বলী
সুপণ্ডিত সমৰত অতীৱ কৌশলী ?
কটকীঃ "হিয়া ফাটি যায় হায় ! কি ক'ম গাভৰু !
সি শোকৰ কথা আৰু ? ভীম পৰাক্ৰমে
(মধ্যম পাণ্ডৱে যেনে কুৰুসেনা মাজে)
কৰিছিল ঘোৰ যুদ্ধ প্ৰথম দুদিন
যৱন সেনাৰ স'তে – কৰিলে বিনাশ
অলেখ বিপক্ষ সেনা, – পলালে তুৰ্বক
প্ৰাণ লই আপোনাৰ ; – সিংহৰ ভয়ত
পলায় শিয়াল যেনে, – পলালে যৱন ।"
"শোকত আনন্দ জন্মে" বুলিলে মূলাই
শুনি কটকীৰ কথা "কাৰ নুঠে নাচি
হিয়াখনি, হে কটকী ! শুনিলে স্বামীৰ
এনুৱা বীৰত্ব কথা ? সমৰ-ক্ষেত্ৰত
বীৰোচিত শৌৰ্য-বীৰ্য আপোন জনৰ ?"
বুলিলে কটকী পুনুঃ "তাৰ পাছদিনা,–
বিপক্ষ পক্ষৰ চিন নেদেখি, – তোমাৰ
প্ৰাণৰ স্বামীয়ে, হায় ! যুদ্ধ সাজ এৰি
নই ঘাটলৈ গ'ল সন্ধিয়া বেলিকা,
স্নান কৰোঁ বুলি জানো, - দূৰদৃষ্ট, হায় !
দুৰ্ভাগ্যৰ ফেৰ কিন্তু, আহি অলক্ষিতে
অসংখ্য যৱন সেনা ধৰিলে বেৰাই !
নিৰস্ত্ৰ তোমাৰ স্বামী,– বিপক্ষৰ দল
অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত,– তথাপিতো, – তেওঁ
নকৰি প্ৰাণৰ ভয় নকৰি ভ্ৰূক্ষেপ
বিপদৰ ফালে,– হায় ! ছদণ্ড সময়
কৰিলে মহত যুদ্ধ তুৰবকে স'তে !
কিন্তু, হায় ! কান্দে প্ৰাণ ! বলিলে ধুমুহা
অকলশৰীয়া গছে পাৰে কত বেলি
বাধা দিব গতি তাৰ ? পৰিল পাছত
নিজেই সি তৰুবৰ আপুনি হাউলি !!
কি কম, গাভৰু, আৰু ? শেষ পৰিমিত
কৰিছিলে ঘোৰ যুদ্ধ, দেখাই বিক্ৰম
অতুল, – বিনাশী বহু বিপক্ষৰ সেনা
অকলে অকলে,– যেনে সিংহৰ পোৱালি
শত শিয়ালৰ মাজে" – ৰ'ল মনে মনে
কটকী চকুলো টুকি ।
বুলিলে মূলাই ঃ
"জানিলো, কটকী ! মই বুজিলো চকুলো,–
নিৰস্ত্ৰ কালত, হায় ! বধিলে স্বামীক
নিকুম্ভিলা যজ্ঞঘৰে, সৌমিত্ৰীয়ে যেনে
বধিলে লঙ্কাৰ ৰবি বীৰ ইন্দ্ৰজিত,–
নতু – কিম্বা আৰ্জুনিক বেৰি সপ্তৰথী
অন্যায় সমৰ কৰি কুৰু সমৰত !!"

ই বুলি মূলা গাভৰু কান্দিলে আকউ
ইনাই বিনাই হায় ! স্বামীৰ শোকত,–
কালনেমি দৈত্য-কন্যা, ৰক্ষকুল-লক্ষ্মী
বীৰাঙ্গনা বীৰপত্নী প্ৰমীলা সুন্দৰী
কনক লঙ্কাত যেনে শুনিলে যেতিয়া
মেঘনাদ-মৃত্যু-বাৰ্ত্তা সৌমিত্ৰী-হাতত !
সখীৰ ডিঙ্গিত ধৰি, কান্দিলে মুহিলা
চকুৰ চকুলো টুকি অশোক বনত
বৈদেহীৰে স'তে যেনে সৰমা সুন্দৰী
ৰক্ষ-কুল-কুললক্ষ্মী বিভীষণ-প্ৰিয়া ॥

## তৃতীয় সৰ্গ

অমৃত ভাষিণী দেৱী বাণী বীণাপাণি ।
কৃপা কৰি কোৱা মোক, কি হ'ল পাছত ?
স্বামী-মৃত্যু-কথা শুনি কি কৰিলে মূলা ?
কি ৰূপে থাকিল সহি বিৰহৰ জ্বলা
স্বোৱামীৰ ? কোন প্ৰাণে সহিলে মূলাই ?
বীৰাঙ্গনা বীৰকন্যা বীৰৰ তিৰোতা
আহোম ৰমণী মূলা,- প্ৰতিহিংসা ৰূপী
দাৱাগ্নি উঠিলে যবে অন্তৰত জ্বলি
কি কৰি নুমালে সেই জুই অন্তৰৰ

কোৱা, দেৱী দয়াময়ি ! নকৰা ছলনা-
মিছা আশা দেখুৱাই আৰু হিতেশক !
নকৰিলে দয়া তুমি, কি সাধ্য আমাৰ
ই মহত কাৰ্য, দেৱি ! কৰিম সাধন
(শক্তিহীন অতি মই, বিবৰ্জিত জ্ঞান,
বিশেষতঃ জৰ্জৰিত শোকৰ জ্বলাত !!)

বিলৰ মাজত, দেৱি ! পদুম-বনত
শৰবিদ্ধ হ'লে হংস উৰে নেকি আৰু
আকাশ মাৰ্গত, হায় ? যদিও উৰায়-
মনৰ বেগত,- কিন্তু পুনু পৰি যায় !!
হিতেশো তেনুৱা আজি শৰবিদ্ধ, দেৱি !
জৰ্জৰিত প্ৰাণ-মন, কল্পনাৰে স'তে
মনৰ বেগত খোজে যদিও উৰিব,
নোৱাৰে উৰিব, হায় ! পৰে পুনু খহি !!
কিন্তু যদি দয়া কৰা, - মা সৰ্বমঙ্গলা !-
বাণীৰূপা ভগৱতী, হে বীণাবাদিনী !-
দিয়া শক্তি হিতেশক, অসাধ্য কি আছে
জগতত, হায় ! মাতৃ ! তোমাৰ দাসৰ ?
যদি তুমি কৰা কৃপা, কি অসাধ্য তাৰ ?
চিৰ দুখী অন্ধ কবি অমৰ হোমাৰ
ভিক্ষাজীৱী* ভিক্ষা অৰ্থে গাঁথি মুখে মুখে
গালে যি সঙ্গীত, - বালে যি মধুৰ বীণা
তোমাৰ প্ৰসাদে, দেৱি ! গ্ৰীচ ৰাজধানী
এথেন্সৰ বাটে পথে, দৰিদ্ৰতা-বশে,
ভিক্ষা কৰি ঘৰে ঘৰে ফুৰিছিলে যৱে,-
তথু কৃপাবলে,দেৱি ! কলে সি সঙ্গীত
মহাকাব্য "ইলিয়াড" "ওডিচী" বিখ্যাত ।
চিৰ দুখী অন্ধ কবি কবিগুৰু আজি
জগতৰ, - মাথোঁ, দেৱি ! কৃপাত তোমাৰ
কাণ্ডজ্ঞান বিবৰ্জিত দস্যু ৰত্নাকৰ
দস্যু বৃত্তিজীৱী, - কালে তোমাৰ কৃপাত
সিও কবি ভাৰতৰ, - কবীন্দ্ৰ বাল্মীকি
জগত বিখ্যাত আজি মৰ্ত্যত অমৰ ।
যদি তুমি দয়া কৰা, হে নীলবসনা !
শ্বেতাঙ্গিনী বীণাপাণি ! তোমাৰ কৃপাত,
বন্দি তথু শ্ৰীচৰণ উভালি মূৰৰ
কেশ, - বান্ধি ছিগা তাঁৰ ই ভগা বীণাৰ,
বজাম নতুন গৎ কাব্য-কাননত
আসামৰ, নৱোৎসাহে নতুন সুৰত ।
আহাঁ, দেৱি ! কৰা দয়া, দিয়া স্থিতি মোৰ
আঙুলিত, দিয়াঁ শক্তি বুলাওঁ তাঁৰত
নতুন উৎসাহে পুনু বাজোক আকউ
ভগা বীণাখনি মোৰ বীৰ নিনাদত ॥
নাৰীজাতি বহুৰূপা, দেখিবা কেতিয়া

---

* গ্ৰীক ইতিহাস লিখোতাসকলৰ মতে, কবিগুৰু হোমাৰ (Homar) নিতান্ত দৰিদ্ৰ আৰু অন্ধ আছিলে । গ্ৰীচৰ ৰাজধানী এথেন্সৰ বাটেপথে কবিতা গান কৰি, তেওঁ জীৱনৰ অৱশিষ্ট অংশ অতিবাহিত কৰিছিল । তেওঁ যিবিলাক কবিতা আবৃত্তি কৰি জীৱিকা নিৰ্বাহ কৰিছিলে, সেইবিলাকেই বৰ্তমান যুগত 'ইলিয়াড' (Iliad) আৰু (Odessy) "ওডিচী" মহাকাব্য নামে প্ৰখ্যাত আছে ।

মূৰ্তিমতী শান্তি যেন,– সহোদৰা ৰূপে,
কেতিয়াবা প্ৰেমময়ী সঙ্গিনী স্বামীৰ,
সন্তানৰ মা কেতিয়া মূৰ্তিমতী স্নেহ,–
মানিনী বা কেতিয়াবা কৰি অভিমান
প্ৰণয়ীৰ ওপৰত ; কুপিতা সিংহিনী
কেতিয়াবা কৰি ক্ৰোধ, – হয় বা কেতিয়াবা
ভীমামূৰ্তি বীৰাঙ্গনা, চামুণ্ডাৰূপিনী
গৰ্জে ঘোৰ গৰজনে,– বাৰিষা কালত
যি ৰূপে গৰজে মেঘ ভীমনাদ কৰি ॥
এৰিলে কান্দোন মূলা– মচিলে চকুৰ
চকুপানী, – হৃদয়ত জ্বলিলে অগনি
প্ৰতিহিংসা, – প্ৰতিহিংসাপৰায়ণা নাৰী ।
বুলিলে সখীক চাই,– "নিৰস্ত্ৰ কালত
অন্যায় সমৰ কৰি বধিলে স্বামীক
মূলাৰ প্ৰাণক, হায় ! দুৰন্ত যৱনে ।
ব'লা, সখি ! যাওঁ আমি,– আমিও যুদ্ধত
যাওঁ অস্ত্ৰে-শস্ত্ৰে সাজি, – স্বামীৰ বৈৰীক
পতিঘাতী তুৰ্বকক আপোন হাতেৰে
বলি দিম, – নতু প্ৰাণ ত্যাজিম যুদ্ধত
নিজেই স্বামীৰ স'তে, – যি আছে ভাগ্যত !!
আহোম-ৰমণী আমি, আমি বীৰাঙ্গনা
ভুজ-বল, হায় ! সখি ! নাইকি আমাৰ ?
কি ভয় আমাৰ ? আমি আহোম-ৰমণী
বীৰমাতা, বীৰকন্যা, বীৰৰ প্ৰেয়সী
ব'লা যাওঁ, দেখোগই কত ভুজ বল
ধৰে সি তুৰ্বকে, সখি ! কত বল ধৰে
যৱনৰ সেনাসৱে ? জগতজয়িনী
নাৰীজাতি আমি কৰোঁ কটাক্ষতে জয়
ত্ৰিজগত,– এই ভুজ, ই দুখনি হাত
দিছে কি বিধিয়ে হায় ! নাৰীক মিছাতে ?
নোহে কি নাৰীৰো সখি ! শৰীৰ গঠিত
ৰক্তমাংসে ? নাৰী নেকি নাই খোৱা স্তন,–
মাতৃ-দুগ্ধ ? তিৰোতাই কাটিলে নাকাটে
বিপক্ষ সেনাৰ শিৰ ? নিবিদ্ধে শৰীৰ
পাঠানৰ, স্ত্ৰীজাতিৰ হাতৰ যাঠিয়ে ?
ব'লা সখি ! যাওঁ ব'লা, – ব'লা সমৰত
পতিঘাতী দেশীবৈৰী তুৰ্বকক, সখি !–
নিজহাতে দিম বলি, – নতুবা নিজেই
প্ৰাণ দিম সমৰত বিপক্ষ-হাতত ॥"
ই বুলি মূলা গাভৰু আঁটিলে বুকুৰ
গাঁৰিয়লী ৰিহাখনি, – পিন্ধিলে মেখেলা
ভালকই, – টঙ্গালিৰে বান্ধিলে কঁকাল ;
পিন্ধিলে হাতত খাৰু বাখৰ পতোৱা
কৰ্দনি কঁকালত মিনাকৰা কেৰু
দুয়ো কাণে, – সাতসৰী, চাকি, কোতমণি
পিন্ধিলে ডিঙ্গিত আনি, – পিন্ধিলে আঙ্গঠি
দুয়োহাতে আঙ্গুলিত, সোণালী মুঠিৰ
ললে হেঙ্গদান তুলি, গন্ধৰ্ব জীয়াৰী
মন্দোদৰী যেনেক'ই কনক লঙ্কাত
শুনি স্বামী মৃত্যু-কথা ৰামৰ হাতত
আহিছিলে যুদ্ধ সাজি প্ৰতিহিংসাৰূপী
হিয়াত জ্বলাই অগ্নি নাশিব' ৰামক,
নতুবা মৰিব' নিজে, – কিম্বা বোডেচীয়া
আইচেনী কুলৰাণী* (ৰাণী ব্ৰিটনৰ)
যুঁজিব' ৰোমেৰে+ যেনে প্ৰতিহিংসা-হেতু ॥
"শুনা, সখি ! ক্ষান্ত হোৱা" বুলিলে মুহিলা
"সমৰ প্ৰাঙ্গণ নোহে তিৰোতাৰ ঠাই
কাৰ্যক্ষেত্ৰ ; তিৰীজাতি কৰ্ত্ৰী গৃহস্থৰ,
গৃহস্থালি কৰ্ম-ক্ষেত্ৰ, – সীমা অতিক্ৰম
কৰা নোহে নায্য, সখি ! নেদেখায় ভাল ॥"

* আইচেনী নামেৰে এটা জাতি ; "বোডেচীয়া" আইচেনীবিলাকৰ ৰাণী ।
+ ৰোমবাসীবিলাকে সৈতে, বা ৰোমৰ সেনাপতি - জুলিয়চ্ চিজাৰৰ লগৰ সৈন্য সেনাপতি বিলাকে সৈতে ।

"গৃহস্থালি কৰ্মক্ষেত্ৰ নহয় কেৱল
তিৰোতাৰ, – হায় ! সখি !" বুলিলে মূলাই
আহোম-ৰমণী আমি, বীৰৰ জননী
বীৰৰ প্ৰেয়সী, আৰু স্বামীৰ সঙ্গিনী,
অৰ্দ্ধাঙ্গিনী জীৱনত, কি সুখে কি দুখে,
উৎসৱত সমৰত কিম্বা বিপদত
ছায়াৰূপে আমি, সখি ! পুৰুষ-সঙ্গিনী ॥
ধুমুহা বতাহে, হায় ! ভাঙ্গে যদি তৰু
উদ্যানৰ, হেৰা সখি ! থাকে কি ছায়াৰ
পূৰ্ব-ৰূপ ? যেই ৰবি আকাশত দেখি
কমলিনী হাঁহে সুখে মিচিকিয়া হাঁহি,
সেই ৰবি ম্লান দেখি অস্ত অচলত
নোহে কি নলিনী, সখি ! কান্দি বিষাদিনী ?
মূলাৰো প্ৰাণৰ ৰবি অস্তাচল ৰূপী
যৱন-যুদ্ধত আজি ডুবিছে অকালে,
কমলিনী মূলা, হায় ! থাকিব কি কৰি
হাঁহিমুখে ? মূলা, সখি ! স্বামীৰ অৰ্দ্ধাঙ্গী,
স্বামীগতপ্ৰাণা মূলা, স্বামীৰ বিহনে
কি কৰি ঘৰত থাকে ? যাওঁ সমৰত,
পতিঘাতী পতিবৈৰী নাশি তুৰ্বকক
পূৰাওঁ হেঁপাহ, সখি ! ভাগ্য যদি থাকে,
নিজেই মৰিম, – নতু স্বামীৰে সহিতে,–
তমাল তৰুৰে সতে মাধৱীৰ দৰে ॥
হ'লে হত পশুৰাজ ব্যাধৰ শৰত,
সিংহিনীয়ে থাকে, হায় ! নগৰ্জি কি, সখি !
পতিহন্তা ফালে চাই ? প্ৰতিহিংসা হেতু
নেদেখে ব্যাধক নেকি মাৰি হাঁওৰণি ?
আহোমৰমণী, সখি ! বীৰপত্নী আমি,
হতস্বামী সমৰত, অন্যায় যুদ্ধত
অকালত, হায় ! সখি ! থাকিম কি কৰি
সি দুখ হিয়াত সহি ? কি কৰি ঘৰত
থাকিম হে প্ৰাণ সখি ! নিবিচাৰি তাৰ
প্ৰতিহিংসা ? –মূলা, সখি ! অৰ্দ্ধাঙ্গী স্বামীৰ ॥
কি লজ্জাৰ কথা, সখি ! আহোম-ৰমণী
ডৰায় মৃত্যুক ? শুনি বিপক্ষৰ নাম,
কৰে সমৰক ভয় ? – অস্ত্ৰ বিপক্ষৰ ?
আহোমকুলতিলক, যাৰ বিক্ৰমত
পৰাজিত কোচানৰ সুদক্ষ সেনানী,
কুণ্ডিল নগৰবাসী ৰজা চুটিয়াৰ,
হত সেই বীৰ আজি অন্যায় যুদ্ধত
যৱনৰ (হায় ! সখি ! নিৰস্ত্ৰ কালত !!)
অসহায় অৱস্থাত, মনস্তাপে পুৰি,
আসন্ন কালত যেনে প্ৰবাসীৰ মন
প্ৰবাসত, – অন্তিমত স্বজন নেদেখি !!
ফাটি যায় হিয়া, সখি ! কান্দি কি কৰিম ?
আৰু কি তেওঁক পাম ? আৰু কি আহিব
ঘূৰি তেওঁ ? প্ৰৱোধিব দুৰ্ভাগী মূলাক ?
কি হ'ব মিছাতে কান্দি ? চকুৰ পানীত
নপমে যমৰ হিয়া শিলাতো কঠিন ॥
জ্বলিছে হিয়াত হায় ! দাৰুণ অগনি
প্ৰতিহিংসা ! প্ৰতিহিংসা বিনে একো নাই
মূলাৰ মনত আজি ! নাশিম যুদ্ধত
অধৰ্মী সি তুৰ্বকক, কলঙ্ক যোদ্ধাৰ,
কপট সমৰী ! যদি বিফল যতন,
নুপূৰে মূলাৰ আশা, আকাংক্ষা মনৰ,–
নুঘূৰো ইয়াত আৰু, – আৰু পদাৰ্পণ
নকৰোঁ ইঘৰে আহি,– প্ৰতিজ্ঞা মূলাৰ ॥"
"ধন্য, সখি ! বীৰপত্নী সাহস তোমাৰ
জগতত অতুলন, – কিন্তু তিৰীমতি
নাৰী আমি, কি কৰিম সমৰ-ক্ষেত্ৰত,
অলেখ যৱন-সেনা ভীম পৰাক্ৰমী
অৱলা দুৰ্বলা আমি ? নহয় বিগ্ৰহ
তিৰোতাৰ কাৰ্য, সখি !" বুলিলে মুহিলা ।
লাহে লাহে ওচৰৰ এটি দুটি কৰি

চাপিল বহুত তাত আহোমৰমণী ;
কোনে কান্দে বিষাদত, কোনেবা মূলাক
প্ৰবোধিছে, কোনে কয়, – "অদৃষ্টৰ লেখা
নখণ্ডে, – গাভৰু !" কয় কোনোবা ৰমণী
"নালাগে যুদ্ধত যাব, – নহয় সমৰ
দুৰ্বলা নাৰীৰ কাম, – নোশোভে নাৰীক ।'
বুলিলে মুহিলা পুনু, – "সঁচা কথা, সখি !
দুৰ্বলা ৰমণী আমি, কি কৰিম গই
সমৰ-ক্ষেত্ৰত ? মিছা ! – ক্ষান্ত হোৱা আজি ।'
মূলা ঃ "নহওঁ দুৰ্বলা আমি, মিছা কথা, সখি !
নাৰীজাতি আমি কিন্তু বীৰ প্ৰসৱিনী,
বীৰপত্নী, বীৰমাতা, বীৰৰ জীয়াৰী,
আহোমৰমণী আমি দেৱ অংশ-ভূতা ।
কি লজ্জা ! হা ধিক !! সখি ! ডৰোঁনেকি দেখি
সামান্য পাঠান-সেনা, নগণ্য তুৰ্বক
যৱনৰ সেনাপতি ? ব'লা যাওঁ আজি
নাশোগই পতিবৈৰী, – নতুবা যৱনে
নাশিব মূলাক, হায় ! যি আছে ভাগ্যত !!
নখণ্ডে বিধিৰ লিখা, কৰ্মফল, সখি !
কিৰূপে সহিম, হায় ! হ'ব যৱনৰ
পদানত ই সাম্ৰাজ্য ? বীৰাঙ্গনা আমি
আহোমৰমণী হ'ম যৱন-কিঙ্কৰী ?
নাইনে কি, প্ৰাণসখি ! আমাৰো দেহত
বীৰৰ শোণিত, হায় ! নোহে কি জনম
আমাৰো বীৰবংশত ? নোহো কি নিবাসী
বীৰৰ দেশৰ আমি ? লোৱাঁ তুলি সৱে
শেল, শূল, হেঙ্গদান,– আহোমৰমণি !
সাজা সবে ৰণসাজে, দেখাওঁ বীৰত্ব
যৱন সেনাক আজি, ৰাখো ৰাজ্যমান
আহোমৰ, নতু, সখি ! কি কাজ প্ৰাণত ?
মূলাৰ উৎসাহে হই সবে উৎসাহিত
আহোম ৰমণী গ'ল সমৰ-ক্ষেত্ৰত
যুঁজিব যৱনে স'তে হাতে অস্ত্ৰ ধৰি
উঠিল বিকট ধ্বনি ৰমণী কণ্ঠত
আহোমৰ, "জয়ঘণ্টা" ধৰিলে বাজিব',–
ওলাল ৰমণী সব ৰণসাজে সাজি
উলাহত ৰঙ্গমনে – তৰঙ্গ যিদৰে
যায় সমীৰণে স'তে, নতুবা তাহানি
নাশিব' দুৰন্ত দৈত্য, সত্য যুগে যেনে
দানৱ-যুদ্ধত দেৱী নৃ-মুণ্ডমালিনী
বিশ্বমাতা শক্তিৰূপা দেৱী দিগম্বৰী
ভগৱতী মহাকালী সখী সবে স'তে ॥

## চতুৰ্থ সৰ্গ

চাওৰ মৰণ শুনি অন্যায় যুদ্ধত
বিষণ্ণ বদন সৱে আহোমৰ সেনা
আহোম-কোঠত, যেনে কুৰু সমৰত
অভিমন্যু-হত-বাৰ্তা শুনি বীৰসৱে
পাণ্ডৱৰ শিবিৰত নিৰানন্দ মনে।
এনেতে আহিল মূলা গাভৰু, মুহিলা,
আহোমৰমণী সৱে স'তে ৰণ-সাজে,
হাতে লৈ শেল শূল যাঠি তৰোৱাল,-
কৰি ভীম জয়নাদ,- সোমালেহি কোঠ
সন্ধিয়া বেলিকা আহি। হ'ল আচৰিত
যত আহোমৰ সেনা, দেখি ৰণ-সাজ
ৰমণী সৱৰ আজি মূলাৰে সহিতে ॥
বুলিলে গৰজি মূলা চুক্লেনক[১] চাই,-
"হা ধিক্! লজ্জাৰ কথা !! ডেকাৰজা,- হায়!
ধিক, হে চুৰেঙ্গ![২] ধিক! (ধিক দেওৰজা!)
বৃথাই তোমাৰ নাম! চুখ্রেঙ্গ[৩] চুতেঙ্গ !![৪]
ধিক্ তোমা দুয়োটিকে! ধিক্! শতধিক্ !!
যত আহোমৰ সেনা, দল শিয়ালৰ !!
হে চুক্লেন! সাম্ৰাজ্যৰ উত্তৰাধিকাৰী
তুমি, -শত্ৰু দুৱাৰত, হত সেনাপতি
চাওফ্ৰাচে, - আক্ৰমিছে ভীমনাদ কৰি
আহোম সাম্ৰাজ্য আজি পাঠানৰ সেনা!
আছা তোমাসৱে বহি উৎসাহবিহীন
কাঠৰ পুতলি সম? সমৰত যদি
নঘটে মৰণ, নৰ চিৰজীৱী নেকি
হয় এই জগতত? তেন্তে তোমাসৱে
এৰা বাকি মৃত্যু-ভয়, শমনৰ দায়?
দেৱ অংশে জন্ম লই, নাই তোমাসাৰ
গৌৰৱ কামনা, হায়? ধিক্! শত ধিক্ !!
তোমাসাক! নাই কিয় উৎসাহ মনত?
নাই কিয় ৰণসাজ? যৱন-সেনাক
কিয় কৰা অত ভয়? হায়! যৱন কি
অমৰ মৰ্ত্তত? নেকি পাঠানৰ দেহা
লৌহময়? অস্ত্ৰে তাক নকৰে পৰ্শন?"
বুলিলে আকউ মূলা,- "ছি ছি! হে চুক্লেন!
কি লাজৰ কথা! - তুমি ভাৰসা প্ৰজাৰ,-
হ'বা ৰজা কাইল'ই, স্বদেশ-ৰক্ষক,
তেন্তে কিয় এই ভাব? বীৰ মদে মাতি
কিয় নুঠে নাচি হিয়া? কিয় সমৰত
নোযোৱা উলাহ মনে অগ্ৰণী স্বৰূপে
শত্ৰুক নাশিব? জন্মি বীৰৰ বংশত
ডৰোৱা কি যৱনক! কি শঙ্কা তোমাৰ?
যদিবা দুৰ্বল তুমি অকলে, চুক্লেন!
আছে সেনা, আছে যোদ্ধা আহোমৰ বীৰ
ভীম পৰাক্ৰমী, - সৱে স্বদেশৰ হেতু,
ৰাখিব জাতিৰ মান, যুঁজিব নিশ্চয়
প্ৰাণপণে। পৰে যদি সি সবো ৰণত,
আছোঁ, আমি বীৰাঙ্গনা আহোম ৰমণী,
এৰি সবে অন্তঃপুৰ, উলাহত মাতি
পশিম যুদ্ধত আহি; পৰিলে তৰ্পিম

১ চুক্লেন— : এওঁ চুহুম্মুঙ্গ বা স্বৰ্গনাৰায়ণ স্বৰ্গদেৱৰ- বৰজনা কোঁৱৰ; এওঁৰ হিন্দু নাম গড়গঞাৰজা,- ইং ১৫৩৯ চনত আহোম সিংহাসনত ৰজা হয়।

২ চুৰেঙ্গ—: এওঁকে দেওৰজাও বোলে। গদাপাণিৰ দৰে এওঁ এজন বৰ বীৰ পুৰুষ আছিল। এওঁ চাৰিঙীয়া মেলৰ ৰজা হৈছিল।

৩ চুখ্ৰেঙ্গ : এওঁক দুপৰজাও বোলে, এওঁ তিপমীয়া মেলৰ ৰজা হৈছিল।

৪ চুতেঙ্গ : চুহুম্মুঙ্গ স্বৰ্গদেৱৰ এওঁ নিচেই নুমলীয়া কোঁৱৰ। চুৰেঙ্গ, চুখ্ৰেঙ্গ আৰু চুতেঙ্গ এই তিনিওজনা চুক্লেনৰ বা ডেকা ৰজাৰ সহোদৰ ভাই॥

যৱন-ৰক্তেৰে মাতৃ স্বদেশৰূপিণী,–
নতু এৰি নিজ দেহা, আত্মবলিদান
শুম সবে হৰ্ষ মনে সমৰ-ক্ষেত্ৰত ।
যোৱা তুমি, হে চুক্লেন ! গোলাপ গছত
নফুলে কেতেকী ফুল,– যমুনাৰ পানী
নহয় কদাপি ঘোলা* ; বেলিৰ পোহৰে
নিদিয়ে এন্ধাৰ ক'তো– আহোমৰ বীৰে
নকৰে নিশ্চয় ভয় যৱন-সেনাক ।
কাপুৰুষ ! কি লজ্জা ! ছি !! ধিক্ তোমাসাক
সকলো অহোম সেনা !! ধিক্ হে কুমাৰ !
ধিক্ দেওৰজা নামে ! জন্মিলে মৰণ
আছে এই জগতত ! মৰিবা নিশ্চয়
আজি নোহে কালি কিম্বা, সমৰ-ক্ষেত্ৰত
কিম্বা অন্তঃপুৰ মাজে কোমল শয্যাত ;
নহয় অমৰ কোনো,– নোৱাৰে এৰাব
কোনেও মৃত্যুৰ দায়, শমনৰ ভয়,–
পোৱা তেন্তে কিয় ভয় আশঙ্কি মৰণ ?
কি কাজ প্ৰাণত, যদি হ'বা কাপুৰুষ ?
নেদেখাবা, যদি বীৰ্য বিপক্ষ-পক্ষক
সমৰ-ক্ষেত্ৰত গই ? স্বদেশৰ হেতু
দেশৰ মঙ্গল অৰ্থে নুছৰ্গিবা প্ৰাণ ?
জন্মিলে মৰণ আছে, – বীৰ পুৰুষৰ
এবাৰ মৰণ, – কিন্তু এই জগতত
শতবাৰ মৰে ভীৰু প্ৰতি মুহূৰ্তত ॥"
"বৃথাই গঞ্জনা তুমি কৰিছা আমাক,–
হে গাভৰু !" ধীৰে ধীৰে বুলিলে চুক্লেন
ডেকাৰজা, – ই নগণ্য যৱন-সেনাক
কৰে কি চুক্লেনে ভয় ? আহোমৰ সেনা
ডৰাই মৃত্যুক নেকি সন্মুখ যুদ্ধত ?
কিন্তু পাপী, ঘোৰ পাপী যৱনৰ সেনা
মহাপাপী, অবিচাৰী তুৰ্বক পাঠান
সন্মুখ যুদ্ধত হাৰি,– তিষ্ঠিব নোৱাৰি,
চোৰৰ নিচিনাকই অলক্ষিতে থাকি
বধিলে চাওক, হায় ! স্বামীক তোমাৰ,
আহোমকুল-গৌৰৱ বীৰৰ অগ্ৰণী ॥
আছে কি কোনোবা ক'তো আহোম সেনাৰ
এনেকুৱা চিত ? যাৰ নাকান্দিছে প্ৰাণ
অকাল মৰণ শুনি অন্যায় যুদ্ধত
তোমাৰ স্বামীৰ আজি, হায় ! হে গাভৰু ?"
"কি দুখ, কুমাৰ ! তাত ? শোকৰ কাৰণ
আছে কিবা আহোমৰ ?" বুলিলে মূলাই,–
"বীৰোচিত কাৰ্য কৰি, নাশি বিপক্ষক
অকলে মূলাৰ প্ৰাণ গইছে স্বৰ্গত
সমৰত পৰি, তাত গৌৰৱ আমাৰ !
নাৰীজাতি আমি,– অতি স্তম্ভিত পৰাণ
নাৰীৰ ; – নাৰীৰো কিন্তু নাচি উঠে হিয়া
বীৰৰ বীৰত্ব দেখি, বীৰোচিত কাম ;–
পুৰুষ জনম ধৰি, পুৰুষৰ হিয়া
নানাচে কি, ডেকা ৰজা ! নজন্মে উৎসাহ ?
যদুকুল-কন্যা দেৱী সুভদ্ৰাও নাৰী
তিৰীমতি,– কিন্তু শুনি বীৰত্ব কাহিনী
প্ৰাণৰ অভিৰ, – যৱে কুৰুসমৰত
সপ্তৰথী স'তে যুঁজি তিয়াগিলে প্ৰাণ,–
বীৰমাতা ভদ্ৰাদেৱী, বীৰৰ প্ৰেয়সী
নুটুকিলে চকুপানী, দ্বিগুণ উৎসাহে
উৎসাহিলে পাণ্ডৱক পুনু সমৰত ॥"
চুক্লেন : "যি ক'লা, গাভৰু!–তুমি,–শুনি এনে বাণী
নজন্মে উৎসাহ কাৰ ? কাৰ ইচ্ছা হয়
থাকি ঘৰত হায় ! নগই যুদ্ধত ?–
নিদি প্ৰাণ ? নেদেখাই শত্ৰুক বিক্ৰম ?"
চুৰেঙ্গ : " কিবা কাম জীৱনত, জন্মি বীৰকুলে
যদি ডৰে সমৰক ? মমতা প্ৰাণত

* প্ৰবাদ আছে যে। যমুনাৰ পানী কেতিয়াও ঘোলা নহয়

জন্মে যদি ? কিবা কাজ ধৰি ভুজবল
নেদেখাই বীৰ্য যদি শত্ৰুৰ কাষত ?
কি ঘৃণাৰ কথা, হায় ! আহোম কুলত
জন্ম লই, ডৰোঁ আমি যৱন সেনাক,
সামান্য পাঠান-সেনা, নগণ্য তুৰ্বক
ক্ষুদ্ৰকায় ? বলা যাওঁ, ৰণসাজে সাজি,
সকলো আহোম-সেনা ! আহোমৰ বীৰ !
আহোম-ভাৰসা, আশা আহোম ৰাজ্যৰ !
দুৱাৰত শত্ৰু আজি ! চোৰবেশে আহি
যৱনে হৰিব খোজে আসামৰ ধন
স্বাধীনতা, – বীৰ সৱ ! কি কৰি সহিবা ?
কোন প্ৰাণে দিবা সঁপি যৱন-হাতত
আমাৰ সাম্ৰাজ্যখনি ? যাত লাগি আমি
সদৌ আহোম জাতি সৰ্বস্ব-তিয়াগী,
জন্মভূমি, মাতৃভাষা, সামাজিক ৰীতি ?
ব'লা যাওঁ, ব'লা সৱে, ভৰোৱা সাহসে
অন্তৰ, হে বীৰসৱ ! যৱন-যুদ্ধত
প্ৰাণ দিম সৱে, – নতু, বিনাশি শত্ৰুক
ৰাখিম ই সাম্ৰাজ্যৰ স্বাধীনতা ধন ॥"
"ধন্য ধন্য, হে চুৰেঙ্গ !" বুলিলে মূলাই,
"ধন্যাবাদো,– দেওৰজা ! ধন্য তুমি বীৰ
আহোম বংশত,– তযু বীৰত্ব প্ৰভাৱে
জয়-লক্ষ্মী আহোমৰ ; আহোম সেনাৰ
ভাগ্যত বিজয়-ধ্বজা বিপক্ষক জিনি ।
জয় ! আহোমৰ জয় !! জয় স্বৰ্গদেৱ !!
ধন্যবাদো, দেওৰজা ! আহোম-গৌৰৱ !
বীৰত্ব তোমাৰ ধন্য আহোম কুলত,–"
শৌৰ্য বীৰ্য আৰু তৱ সমৰ-কৌশল
বীৰকুল উপযোগী,– ৰাখাঁ ৰাজ্য মান,
স্বদেশৰ মহাৰত্ন স্বাধীনতা – মণি,–
আহোম বীৰত্ব ৰবি ! খাটিছোঁ বিভুক ।
সংসাৰ সুখৰ সাৰ স্বাধীনতা ধন,
বিভুৰ অমূল্য দান মৰ জগতত,–
জীৱৰ স্বভাৱ ধৰ্ম,– বোধশক্তি হীন
তুচ্ছ পশু পখী, সিও স্বাধীনতা-প্ৰিয়,
জানা তুমি, দেওৰজা ! কি ক'ম তোমাক ?
সোণৰ সজাত থাকে মইনা চৰাই
অৱৰুদ্ধ, – খায় নিতে মিষ্ট পৰমান্ন
সুবৰ্ণ পাত্ৰত,– কিন্তু সদা উৎকণ্ঠিত,–
স্বাধীনতা-পিয়াহত নিতউ ব্যাকুল ॥
বিষয় বিভৱ বোলা– অনিত্য অসাৰ,
অনিত্য মৰ্ত্যত পুত্ৰ কন্যা পৰিবাৰ
প্ৰিয়জন, হে চুৰেঙ্গ ! মৃত্যু মানৱৰ
চিৰ প্ৰিয় সহচৰ ; বন্ধু প্ৰিয়তম
মৰতত সৈনিকৰ, বীৰ পুৰুষৰ ॥"
"জয় আহোমৰ জয় !" উঠিলে চিয়ঁৰি
সকলো আহোম সেনা,– মূলা গাভৰুৰ
শুনি উৎসাহৰ বাণী, – যুদ্ধ সাজে পুনু
উঠিলে সকলো সেনা, আহোমৰ বীৰ ।
সাজিলে চুক্লেন আৰু সাজিলে চুৰেঙ্গ
চুখ্ৰেঙ্গ, চুতেঙ্গ দুয়ো সমৰ সাজেৰে ;–
ওলাল যুদ্ধত সৱে মূলাৰে সহিতে
যুঁজিব যৱনে স'তে তাহানি কালত
নৃ-মুণ্ডমালিনী স'তে দানৱ যুদ্ধত
লোকপাল সৱ যেন অমৰাপুৰত ॥
ওলাল আহোম সেনা অমিত বিক্ৰম
মূলা মুহিলাৰে স'তে ; বীৰমদে মাতি
যায় সৱে উলাহত । ৰণোন্মতা মূলা
মুহিলাদি স'তে যায় হেঙ্গদান্ ধৰি
কৰি ঘোৰ গৰজন,– পালে নিমিষতে
সমৰ-প্ৰাঙ্গণ গই,– দেখিলে মূলাই
কি ভীষণ ! ভয়ঙ্কৰ !! দৃশ্য ভয়ঙ্কৰ !!!
ভয়ানক ! কি ভীষণ সমৰ-প্ৰাঙ্গণ !
নাই স্নেহ, দয়া, মায়া, যেনে মৰুভূত

নাই নই জলৱতী, সুশীতল পানী !
কি ভীষণ ! চাৰুফালে বিৰাগ, বিৰোধ
লালসা জিঘাংসা হিংসা সৱৰে হিয়াত
বিৰাজিছে অবিৰাম !– মৃত্যু !– মৃত্যু মাথোঁ !
চাৰুফালে মৃত্যু-ছবি ! কি ভীষণ চিত্ৰ !!
প্লাবিত ধৰণী আজি অজস্ৰ শোণিতে
মানৱৰ - ঘূৰে দূৰে শিয়াল কুকুৰ
নৰমাংসলোভী– উৰে ওপৰে শগুনী
কৰি তললই ঠোঁট,– আছে ঠায়ে ঠায়ে
পৰি কত মৃত হস্তী, অশ্ব কত নৰ
(কত যোদ্ধা আহোমৰ, কত যৱনৰ'!!)
আছিলে হে জগদীশ ! যি দেহা এদিন
মাতৃৰ প্ৰাণতো প্ৰিয়,– কত কষ্ট সহি
নিজে,– কত যতনত কৰিলে পালন
চেনেহী মাতৃয়ে,– আহা ! যিটো প্ৰেয়সীৰ
আছিলে প্ৰাণৰো প্ৰাণ,– ভাবি প্ৰাণধন
(প্ৰাণৰ আৰাধ্য দেৱ) লইছিলে থাপি
হিয়া-থাপনাত যাক, – আজি সেই দেহা
এই দশাগ্ৰস্ত, দেৱ ? যি দেহা সজাব'
আছিল কত যে যত্ন, কত সাজপাৰ,–
কত তেল সুবাসিত, কত অলঙ্কাৰ,
হায় ! সেই দেহা আজি লুণ্ঠিত ধূলিত ?
অৱলীলাক্ৰমে মূলা মুহিলাদি স'তে
(আহোম বীৰ ৰমণী) সমৰ-ক্ষেত্ৰত
যায় খেলি বিপক্ষক (যৱন-সেনাক)
কৰি ভীম গৰজন অতুল বিক্ৰমে ।
ধন্য সেই জাতি,– মূলা ! জন্ম যি জাতিত
তোমাসাৰ,– ধন্য ধন্য, আহোম ৰমণী !
কোমল তিৰীৰ দেহা, বীৰ তেজে ভৰা
(নাৰীৰ দুৰ্লভ) হিয়া পালা ক'ত সবে ?
কোৱাঁ, সৱে কেনেকই দেখি মৰ্মভেদী
দৃশ্য এই নিদাৰুণ আছা হৰ্ষ মনে–
নুটুকি চকুৰ পানী (ৰোধি চকু- নই
শোকৰূপী বাৰিষাত) ? ৰঞ্জিলা কি স'তে
নৰৰক্তে দুটি ভৰি, ৰঞ্জিছিলা যাক,
জেতুকা - ৰসেৰে পূৰ্বে ? আহিলা কি ৰূপে
ই অশান্তি মৰুভূত, শান্তিৰূপী সৱে
নিজৰা, ই জগতৰ, শান্তিৰ পুখুৰী ?
দেখিলে নিৰৱে মূলা,– স্বোৱামীৰ দেহা
ধূলিত লুণ্ঠিত আজি ! হই ধৰাশায়ী
আছে পৰি (পাশে তাৰ যৱনসেনাৰ
মৃত দেহা আছে বহু) এৰি বৈৰ ভাৱ
আহোমে যৱনে যেন প্ৰগাঢ় প্ৰেমত
একত্ৰে লভিছে শান্তি, অনন্ত বিশ্ৰাম,
(ধূলিখেলা কৰি যেনে বালক কালত
পৰিশ্ৰান্ত শিশু কৰে মাটিত শয়ন) ॥
দেখিলে নিৰৱে মূলা,– আহোম-গৌৰৱ
চাওফ্ৰাচে-সূৰ্য আজি কাল অচলত
ডুবিল অকালে, কৰি আহোম সাম্ৰাজ্য
অন্ধকাৰে দুপৰতে । টুকিলে নিৰলে
এধাৰি চকুলো মূলা ! বাৰিষা কালত
কিবা সাধ্য দিয়ে বাধা ঢলনী পানীক
নিম্নমুখী তটিনীৰ ? দেখিলে আকউ,–
আকউ নিৰলে মূলা,– অকালে শুকাল
মোহকৰী আশা-নদী,– কামনা কল্পনা,
আঁতৰিলে দয়া মায়া, স্নেহ ভালপোৱা
স্মৃতি, শ্ৰুতি, দৃষ্টি, জ্ঞান, সবেই অজ্ঞান
মূলাৰ মনত আজি ! গুচিল মনৰ
ভিন পৰ হেয় ভাৱ,– স্বজন বান্ধৱ
পিতৃ মাতৃ, বাল্যসখী, সঙ্গিনী লগৰ
শত্ৰু, মিত্ৰ, গৃহ, যুদ্ধ ! – বিমূছিতা মূলা !
বিমূৰ্ছিত অৱস্থাতে, দেখিলে সপোন
শোক জৰ্জৰিতা মূলা,- দেখা পালে যেন,–
স্বোৱামীৰ আত্মা আহি বুলিছে সম্বোধি,

"স্বদেশৰ স্বাধীনতা, তাৰ অৰ্থে যিটে
জীৱন উৎসৰ্গ কৰি, মৰে সমৰত,–
মৃত্যু তাৰ হয় শান্তি, মহানিদ্ৰা তাৰ
অনন্ত বিশ্ৰাম মাথোঁ, বিশ্ব জননীৰ
কোলাত (শান্তিৰে ভৰা) অগ্নি তাৰ কাষে
সুধাংশুৰ ৰশ্মি যেন, ভূমিশয্যা তাৰ
ফুলৰ কোমল শয্যা, শেলশূল গাত
মাথোঁ পুষ্প বৰিষণ, কিয় কৰা শোক
তোমাৰ স্বামীৰ অৰ্থে ? কি হইছে তাৰ ?
ই নশ্বৰ জীৱনৰ নিৰ্দ্দিষ্ট দিনত
আদিষ্ট কৰ্তব্য সাধি, লইছে বিশ্ৰাম
জীৱ, - কিয় মাতা তাক ? কিয় মিছা কান্দা ?
কান্দি কিয় কন্দুৱাবা ? বিশ্ৰামৰ পাছে
উঠিব আকউ লভি নতুন জীৱন
সাধিব নতুন কাম, বিশাল বিশ্বত
কৰ্ম মাথোঁ মূলমন্ত্ৰ, – কৰ্ম ক্ষেত্ৰ বিশ্ব,
কৰ্মই জীৱন সাৰ,– বীৰপত্নী তুমি
কৰ্ম কৰা ।" – গ'ল মূৰ্চ্ছা, – উন্মাদিনী মূলা
কান্দে কেতিয়াবা শোকে, – হাঁহেবা কদাপি
ভাবি কিবা,– সেই দৃশ্য বৰ্ণিব অক্ষম
দুৰ্ব্বলা লেখনী, হায় ! নাচায় - নয়নে
চিত্ৰ সেই ভয়ঙ্কৰ, – নচলে কল্পনা
তাত,- কবি কান্দে দুখে, সন্তপ্ত শোকত ॥
মূলা কিন্তু বীৰাঙ্গনা, বিপদ কালত
নহই শোক বিহ্বলা, আনিলে চপাই
হৃদয়ৰ বল পুনু, শকতি মনৰ ।
শোক বিকাৰত পাছে বিজুলী সঞ্চাৰে
জ্বলিলে মূলাৰ পুনু হিয়াৰ মাজত
ক্ৰোধ অগ্নি দুৰ্নিবাৰ, হ'ল সঞ্চাৰিত
বীৰতেজ শিৰে শিৰে ; হ'ল চকু দুটি
ৰক্তবৰ্ণ, হুঙ্কাৰিলে বীৰমদে মূলা
"জয় আহোমৰ জয় !" আস্ফালিলে বাহু
হেঙ্গদান লই হাতে ; ধৰিলে বুলিব,–
বঁলা যাওঁ, বঁলা সৱে, আহোম ৰমণি !
বিনাশোঁ শত্ৰুক গই দেখক জগতে,
দেখালে যি দৃশ্য পূৰ্বে দানৱ যুদ্ধত
দনুজদলিনী দুৰ্গা ভীমা মূৰ্তি ধৰি,
সি দৃশ্য দেখাম আজি আসাম ভূমিত
আহোম-ৰমণী সবে যৱনক নাশি ॥
ইবুলি গৰ্জিলে মূলা, – গৰ্জিলে মুহিলা
কৰি ঘোৰ ভীমনাদ,– গৰ্জে যেন মেঘ ।
নাচিলে বিজুলী-প্ৰভা গুচাই এন্ধাৰ
সমৰ ক্ষেত্ৰৰ পৰা,– স্তম্ভিত যৱন,
জগত নিস্তব্ধ যেনে হয় কিছু আগে
ধুমুহাৰ,- জড়প্ৰায় দেহা পাঠানৰ
স্পন্দনবিহীন ভুজ,– ৰক্ত নিৰ্বাপিত
পাঠান সেনাৰ, – হ'ল অবাক যৱন
বীৰ ৰমণীক দেখি, – পৰিল মাটিত
পাঠান সেনাৰ অস্ত্ৰ, পাহৰিলে সৱে
বাহ্যজ্ঞান,– যুদ্ধক্ষেত্ৰ, – দাৰুণ সমৰ ॥
আহিল মুহূৰ্তে তাত অনঙ্গ খন্তেক
অনঙ্গ মোহিনী স'তে,– আহিল বসন্ত
হাঁহি মধুময় হাঁহি,– ক'লে কাণে কাণে,
যৱন সেনাৰ কিবা,– দেখিলে যৱনে,–
উদিল অতৃপ্ত তৃষ্ণা, লালসা প্ৰাণত
যৱনৰ,– এখন্তেক গলিল অন্তৰ
তুষাৰ যিৰূপে গলে সূৰ্য -কিৰণত
কিম্বা ঘৃত গলে যেনে কাষত অগ্নিৰ ॥
নিৰ্বাক যৱন-সেনা,– নিৰ্বাক তুৰ্বক
(পাঠানৰ সেনাপতি) দানৱ-যুদ্ধত
দেখি বিশ্বমোহিনী দেৱী ভগৱতী
সমৰ-ক্ষেত্ৰত যেনে দানৱৰ সেনা
নিস্পন্দ নিৰ্বাক,– সৱে অনঙ্গ পীড়িত,–
পঞ্চ ফুলশৰ-বিদ্ধ । হুঙ্কাৰিলে পুনু

বীৰাঙ্গনা মূলা,– ঘনে হুঙ্কাৰে ৰমণী
(আহোম বীৰ অঙ্গনা) 'আহোমৰ জয় !'
'জয় আহোমৰ জয় !' কয় প্ৰতিধ্বনি
ৰমণী সবৰে স'তে,– কয় দিগন্তই
'আহোমৰ জয় জয় !!' কয় সমীৰণে
'জয় বীৰ ৰমণীৰ !' – 'জয় আহোমৰ !'

## পঞ্চম সৰ্গ

"পাঠানকুলৰ ৰবি ! বীৰ অগ্ৰগণী
সেনাপতি আসামৰ অন্য এটি নাম
কামৰূপ, এই দেশ ইন্দ্ৰজাল-ময়ী,
ভেড়া হয় ই দেশত আহিলে বিদেশী,
কিম্বা মন্ত্ৰমুগ্ধ সৰ্প যাদুকৰ আগে,–
কথা কিন্তু নোহে মিছা"– কয় তুৰ্বকক
তাজু নামে(১৪) এটি যোদ্ধা,– "কি আশ্চৰ্য কথা !
আহোম-ৰমণী সৱে যুদ্ধ সাজে সাজি
কৰিছে মহত যুদ্ধ, কিবা যাদু বলে
নাশিছে যৱন-সেনা চকু পচাৰতে
ভীমা মূৰ্তি ধৰি আজি ! কাণ্ড কি অদ্ভুত
তিৰোতাই যুদ্ধ কৰে ! নাৰী স'তে যুঁজি
মৰে যৱনৰ যোদ্ধা, যাৰ বাহুবলে
পৰাভূত ৰাজপুত, পঞ্চনন্দ-বাসী
বীৰসৱ,– বঙ্গবাসী ভাৰত মাজত
সুকৌশলী বুলি যাক জগতে বখানে ॥
পাঠান বংশীয় আমি, যাৰ পৰাক্ৰমে
বঙ্গবাসী হতবুদ্ধি, ভীত ৰাজপুত
স্তম্ভিত পাঞ্জাব-বাসী শিখ চেত্ৰী আদি,–
কি আশ্চৰ্য কাণ্ড কিন্তু ! 'মৰ্জ্জি কি খোদাৰ !'
ই দেশত ভেড়া আমি কি মন্ত্ৰৰ বলে ?"
"হে তাজু ! তোমাৰ জন্ম পাঠান বংশত,–
হতাশৰ কথা এনে শোভে কি তোমাৰ
মুখত ? লজ্জাৰ কথা ! ছি ! লজ্জা ! হা ধিক !
মন্ত্ৰমুগ্ধ তুমি আজি ? অথবা সপোন
দেখিছা ? নতুবা, কোনে শুনিছে বা ক'তো
অৱলা তিৰোতা যুঁজে পাঠান সেনাৰে
সমৰ-ক্ষেত্ৰত ?" হাঁহি বুলিলে তুৰ্বক ॥
তাজু ঃ "নহয় সপোন ইটো,– দিঠকৰ কথা–
সেনাপতি ! ব'লা তুমি, দেখিবা চকুৰে
নিজেই,– কিৰূপে যুদ্ধ কৰিছে এটিয়ে,–
লগত বহুত আছে সহচৰী ৰূপে
তৰোৱাল হাতে কৰি ; সামান্য মানৱী
নোহে সি তিৰোতা,– কিম্বা ইন্দ্ৰজালময়ী
যাদুকৰী,– যাদু কৰি মন্ত্ৰ প্ৰভাৱত
ধৰিছে ৰমণী বেশ,– কৰিছে সমৰ
কিবা দৈৱ বল পাই,– নতু সাধ্য কিবা
পাঠান সেনাক নাশে আসামৰ নাৰী ?"
"দেখিছো অনেক নাৰী" বুলিলে তুৰ্বক
"শিখৰ তিৰোতা আৰু ৰাজপুত নাৰী,
ভাৰত বিখ্যাত যাৰ সতীত্ব-গৌৰৱ
সতীত্ব ৰক্ষাৰ হেতু বিনা আয়াসত
অক্লেশে সহাস্য মুখে কৰে আত্মদান,
জ্বলাই অগনি কুণ্ড, পুৰি অগনিত ;
নাই শুনা কিন্তু ক'তো, পাঠান যোদ্ধাৰে
সামান্য ৰমণী যুঁজে, নাশে পাঠানক ।"
তাজু ঃ " তাজুৰ গোহাৰি কিন্তু আছে, সেনাপতি
তোমাৰ কাষত এটি, – যদি অপৰাধ
ক্ষমা কৰা নিজ গুণে, – নিবেদোঁ পাৱত ।"

---

* তাজু– কোনো কোনো বুৰঞ্জী লিখকে এওঁক তৌজীও বোলে । এওঁ এজন তুৰ্বকৰ তলৰ পাঠান সেনাপতি । দুইমুনি শিলাৰ যুদ্ধত এওঁ মূলা গাভৰুৰ হাতত প্ৰাণ হেৰুৱায় ।

"কি ভয় তোমাৰ তাজু ?" বুলিলে তুৰ্বক
"কোৱা নিশঙ্কিত চিতে যি বক্তব্য আছে
তোমাৰ–"
"হে সেনাপতি !" ক'লে তাজু ধীৰে
"ই অদ্ভুত দেশ,– আৰু কাণ্ডও অদ্ভুত
ই দেশৰ ; ব'লা যাওঁ তিয়াগি সমৰ
আপোন ৰাজ্যত ঘূৰি ; বাৰে বাৰে আমি
হাৰি যাওঁ ইদেশত,– সিংহৰ নিচিনা
আহি,– যাওঁ ভেড়া সাজি ! নাজানো কি আছে
মন্ত্ৰবল ইদেশত, ইন্দ্ৰজালৰূপী ।"
তুৰ্বক ঃ "নোহে ইন্দ্ৰজাল, তাজু ! নোহে মন্ত্ৰবল
আহোম বীৰৰ জাতি,– আহোমৰ বীৰ
নহয় সামান্য যোদ্ধা, বীৰবংশী আমি
নুবুজোঁ কি বীৰমৰ্ম ? বীৰৰ গৌৰৱ ?
বিশেষত,– অতি চক্ৰী,– চক্ৰান্তেৰে ভৰা
আহোমৰ সেনাসৱ,– জিনিব' শত্ৰুক
নানান উপায় কৰে ; ছলে কিম্বা বলে–
স্বকাৰ্য সাধন কৰে" বুলিলে তুৰ্বক,–
সিৰূপে কি উদ্দেশ্যত ; নোৱাৰি বুজিব
আহোমৰ মনোভাৱ, – কিবা ছল কৰি
সজাইছে পুৰুষকে তিৰোতা সাজেৰে,–
আহিছে যুদ্ধত লই, নাজানো কি ভাবি ॥"
তাজু ঃ "যাদুময়ী কামৰূপ ! যেই দেশবাসী
ধৰে নানা মূৰ্তি, – সাজে পুৰুষে স্ত্ৰীলোক,–
স্ত্ৰীলোকে সমৰ কৰে পুৰুষৰ দৰে
সেই দেশ যাদুকৰী,– ইন্দ্ৰজালময়ী,–
নহয় ই দেশ যাদুকৰী, – ইন্দ্ৰজালময়ী,–
নহয় উচিত কিন্তু থকা সি দেশত
আমাৰ, সমৰ কৰা সি দেশবাসীৰে ।
কি আশ্চৰ্য ! যি তিৰোতা অঙ্ক-সুশোভিনী
পুৰুষৰ, সি তিৰোতা বিকট দশনা
ৰাক্ষসিনী সমৰত, মূৰ্তিমতী ভয় !!
সি কাৰণে, সেনাপতি ! মিনতি তাজুৰ
যাওঁ দেশলৈ ঘূৰি,– নালাগে সমৰ,–
থাকোক আহোম সেনা আপোন ৰাজ্যত
লই আপোনাৰ যাদু, মন্ত্ৰৰ প্ৰভাৱ ॥"
"ঠিক কথা, সেনাপতি !" বুলিলে বঙ্গালে*
(পাঠান পক্ষৰ এটি হিন্দুজাতি যোদ্ধা)
ঠিক কথা,– নাই কাজ আৰু সমৰত
আহোম সেনাৰে স'তে ;– কি লাভ বিনাশি
আপোনাৰ সৈন্য-সেনা, জ্ঞাতি পৰিজন ?
যোদ্ধা সঁচা,– নাইনে কি যোদ্ধাৰো প্ৰাণত
মমতা ? যোদ্ধাৰো নেকি নাকান্দে পৰাণ
জ্ঞাতিৰ বিনাশ দেখি ? চকুৰ পানীয়ে
আত্মীয়ৰ, যোদ্ধাৰুৰ নপমায় মন ?
হ'ল আজি বহুদিন, আহিছো সকলো
এৰি থ'ই পুত্ৰ কন্যা, – আপোনাৰ জন,–
নাজানে, কিৰূপে সৱে আছে বাট চাই
উৎকণ্ঠিত হই কত,– নাজানো, কতই
হিয়া ঢাকুৰিছে আজি মৃত্যু - বাৰ্তা পাই
সমৰত আত্মীয়ৰ প্ৰাণৰ পুত্ৰৰ,
প্ৰাণপ্ৰিয় স্বোৱামীৰ কত দুৰ্ভাগীৰ ॥"
তুৰ্বক ঃ "বুজিছোঁ,বঙ্গাল ! ময়ো,–বুজিছোঁ,হে তাজু !
বুজিছো সকলো ময়ো,– তুৰ্বকৰো হিয়া
নহয় শিলেৰে গঢ়া তুৰ্বকৰো প্ৰাণ
কান্দে,– আছে স্নেহ দয়া তাৰো অন্তৰত ।
তুৰ্বকৰো আছে পত্নী, পুত্ৰ আদৰৰ,
আহিছোঁ দেশত এৰি ! নাজানো বা কত

* সেনাপতি । এওঁৰ প্ৰকৃত নাম কি আছিল ক'ব নোৱাৰি । হাতেৰে লিখা সাঁচিপতীয়া বুৰঞ্জীতো "বঙ্গাল সেনাপতি" বুলিয়েই উল্লেখ কৰিছে । সম্ভৱতঃ এওঁ হিন্দু আছিল । (দুইমুনি শিলাৰ যুদ্ধত এওঁ মূলা গাভৰুৰ হাতত প্ৰাণ হেৰুৱায় ।)

উৎকণ্ঠিত আছে সৱে,– আছে বাটলই !
চাই ! কান্দে তাৰো প্ৰাণ, - তুৰ্বকৰো হিয়া
ফাটি যায় ! হে বঙ্গাল ! পৰিলে মনত,
শতধা বিদীৰ্ণ হয় তুৰ্বকৰো প্ৰাণ !!
"হে তাজু ! যি দিনা, হায় ! পাঠান-গৌৰৱ
অশেষ সদগুণশালী নৱাব চাহাবে *
কি এক মন্ত্ৰণা কৰি উজিৰে সহিতে
গুপ্তভাৱে,– মাতি আজ্ঞা দিলে তুৰ্বকক
তোমাসৱে স'তে আহি আক্ৰমিব' দেশ
আহোমৰ, -শুনি বাৰ্তা প্ৰাণৰ প্ৰতিমা
জীৱনৰ সহচৰী, কান্দিলে বিলাপি
চকুৰ চকুলো টুকি, ডিঙ্গিত সাবটি
একাষে কোলাত লই প্ৰাণৰ সোণক
প্ৰাণাধিক পুত্ৰটিক চকুৰ পানীৰে
তিয়াই আকুল হিয়া,– ভাবিলে সি কথা
তুৰ্বকৰো হিয়া ফাটে, কিন্তু কৰি ভয়
বিপক্ষক, যদি আমি নকৰোঁ সমৰ,–
যদিবা পলাই যাওঁ,– হাঁহিব জগতে
ভয়াতু* পাঠান বুলি, হাঁহিব দেশত
জ্ঞাতি বন্ধু সকলোৱে, – কৰিব দুৰ্নাম
পুত্ৰ কন্যা তিৰোতায়ো, ক্ৰোধিব নৱাব
খছল খাঁ, যাৰ আমি আশ্ৰিত সৱাই ॥"
"ক্ৰোধোক নৱাব, হ'ক ক্ৰোধ নৱাবৰ,
কিবা ক্ষতি আছে তাত ?" বুলিলে তাজুৱে,–
যায় যদি যাব পদ,– যায় য'ক মান,
ঐশ্বৰ্য সম্পত্তি য'ক– পৰাণতো বেছি
প্ৰিয় পুত্ৰ, প্ৰিয়তমা স্বজনত কই
আছে কিহে প্ৰিয় কাৰো ? কি ছাৰ সম্পত্তি !
কি তুচ্ছ পদ-মৰ্যাদা !! কিয় ভুঞ্জো আমি
অযথা ই ক্লেশ হায় ! কি স্বাৰ্থ আমাৰ
সেনাপতি ! - আপোনাৰ ? যদি হওঁ জয়ী ?
কিবা ক্ষতি যদি হাৰোঁ ? নকৰো সমৰ ?"
"আছে, - স্বাৰ্থ , আছে – তাজু !" বুলিলে তুৰ্বক
আছে তাত বহু স্বাৰ্থ,– কি কৰি বৰ্ণিম
সকলোটি ? যদি যুদ্ধজয়ী হওঁ আমি
এইবাৰ, – সমাদৰ বাঢ়ি আমাৰ
স্বদেশত, সসম্মানে নৱাব-সভাত
পাবা বহু পুৰস্কাৰ, বাঢ়িব মৰ্যাদা
পদৰ গৌৰৱ আৰু, – স্নেহ অভ্যৰ্থনা
লভিবা সৱাৰো পৰা, বন্ধু স্বজনৰ,–
সুখী হব পুত্ৰ কন্যা প্ৰেয়সী প্ৰাণৰ ॥
পদুমৰ পাহি লই সাদৰে বুকুত
বাটৰ কাষত যেনে সুবিমল বিলে
অভ্যৰ্থে পথিক সৱে,- অভ্যৰ্থিব সৱে
আমাসাকো সেই ৰূপে পদুলি মূৰত
আমাৰো প্ৰাণ প্ৰেয়সী, সাবটি কোলাত
পূৰ্ণ চন্দ্ৰ জিনি পুত্ৰ প্ৰাণ বিমোহন ॥
কিন্তু যদি যুদ্ধ এৰি পলাবা ভয়ত
প্ৰাণলই, পদচ্যুত কৰিব নৱাবে
ঐশ্বৰ্য বিভূতি কাঢ়ি পঠাব খেদাই
ৰাজ্যৰ বাহিৰ কৰি, হ'ব জগতত
কলঙ্ক মহত,– গাব জগতে দুৰ্যশ
ভীৰু কাপুৰুষ বুলি,– নিন্দিব সৱাই
জ্ঞাতি বন্ধু পৰিজনে,– আপোন পুত্ৰই
কিম্বা প্ৰিয়তমা পত্নী, – কৰি অভিমান
আৰু নাহাঁহিব হাঁহি লাবণ্য মধুৰ
মিচিকিয়া, – নাহানিব কটাক্ষ সুন্দৰ ॥
যতদিন ধন, – তাজু ! যতদিন পদ

* নৱাব খছল খা—— এওঁ বঙ্গদেশৰ নৱাব আছিল এওঁৰ আদেশ মতেই তুৰ্বকে আহি অসম দেশ দুবাৰ আক্ৰমণ কৰেহি ।
* ভয়াতু অৰ্থাৎ ভয়াতুৰ ।

ঐশ্বৰ্য বিভূতি থাকে যত দিনলই
ততদিন থাকে মান, গৌৰৱ সাদৰ
সমাদৰ বান্ধৱৰ, প্ৰাণৰ পুত্ৰৰ,
প্ৰিয়তমা প্ৰেয়সীৰ,– সৱে স্বাৰ্থপৰ ॥
ব'লা সি কাৰণে, তাজু ! ব'লা, বন্ধুবৰ
বঙ্গাল ! যুদ্ধত যাওঁ, যদি এইবাৰ
জয়ী হওঁ, হ'ব যশ, বাঢ়িব গৌৰৱ
আসামৰ,- পুৰস্কাৰ ঘটিব সৱাৰ
ভাগ্যত,– যদিহে কিন্তু পলাওঁ ভয়ত
প্ৰাণ লই (বিশেষত, কি ঘৃণাৰ কথা !–
কি লজ্জা ! ছি !!– তিৰোতাৰ শুনি গৰজন
পলায় পাঠান সেনা যুদ্ধত নিপুণ !)
হাঁহিব দেশত সৱে,– কোপিব নৱাব,
থাকিব দুৰ্যশ বৰ পাঠান সেনাৰ !!
ই বুলি তুৰ্বক সাজি সমৰ সাজেৰে
তাজু, বঙ্গালক লই, ওলালে যুদ্ধত,
'জয় নৱাবৰ জয় !' উঠিলে কোৰ্হাল
'জয় পাঠানৰ জয় !' বুলিলে তুৰ্বক ॥

## ষষ্ঠ সৰ্গ

বীৰ ৰমণীৰ কথা বীৰৰসে ভৰা,
ক'ত সেই ৰস, দেৱি ! পাব দুৰ্ভগাই
(দুৰ্ভগা হিতেশে, হায় !) ? জৰ্জ্জৰিত প্ৰাণ
শোকৰ জ্বালাত যাৰ,– যাৰ অন্তৰত
জ্বলিছে নিতউ জুই,– চকুৰ পানীত
নেদেখে যি বাট, দেৱি ? –কিবা সাধ্য তাৰ
সঞ্চাৰিব বীৰৰস আসাম-বাসীৰ
প্ৰাণত, – শুনাই সেই বীৰত্ব কাহিনী ?
কিবা সাধ্য হিতেশৰ ? কি মন্ত্ৰ-বলত
উঠাই জগাই, দেৱি ! নিদ্ৰিত জাতিক ?
অথবা যি জাতি আজি আলস্য সাবটি
নিশ্চিন্ত মনেৰে আছে ঘোৰ টোপনিত,
শুনাই সি বীৰ কীৰ্তি তাহানি কালৰ,–
বজাই ই ভগা বীণা (অকালত যাৰ
ছিগিলে হঠাতে তাঁৰ !) ভগা-ভগা সুৰে
সি ভগা বীণাৰ, দেৱী ! পাৰিব জগাব
পুনু কি সি আহোমক ? - আসাম-বাসীক ?
অথবা কি সাধ্য তাৰ (হায় ! হে দুৰাশা !)–
বজাব সি ভগা বীণা নতুন সুৰত
আসামৰ ঘৰে ঘৰে,– নবজালে তুমি ?
আপোনাৰ বীণাখনি বীৰৰসে তুলি ?
যোৱা, মাতৃ ! হে ভাৰতি ! ধৰিছোঁ পাৱত,
গোৱা বীৰ কীৰ্তি-গীত, – বজোৱাঁ বীণাত
বীৰৰস । ব'লা, দেৱি ! কবা কাণে কাণে
আসামৰ প্ৰতিজনে,– শোভেকি তোমাক
'পাণৰ খোলাত' আজি ? চকু দুটি মুদি
আলস্য থাকা ? নাসাধি নিজৰ
জাতীয় উন্নতি যাৰ জাতিত এদিন
যুঁজিছিলে বীৰাঙ্গনা, ত্যাজিছিলে প্ৰাণ
দেশৰ মঙ্গল হেতু,– ৰাখিব দেশৰ
স্বাধীনতা,– কীৰ্তি যশ, – আছিল যি জাতি
স্বাধীন, একাদিক্ৰমে সপ্তশত বৰ্ষ
কৰিলে ৰাজত্ব ? তাৰ সন্ততি সন্তান
'পাণৰ খোলাত' আজি ? কি লজ্জা !– হা ধিক্ !!
যোৱা, দেৱি ! গোৱা তুমি উদ্গনি গীত
প্ৰত্যেকৰ কাণে কাণে, কোৱা প্ৰতিজনে,
উন্নতি-পথত আজি গোটেই ভাৰত,
কি ধনত, কি জ্ঞানত, সাহিত্য-চৰ্চাত,
কিম্বা ৰাজনীতি, জ্ঞান, ধৰ্ম বিজ্ঞানত
সবেই উন্নত আজি ভাৰতৰ জাতি ?
কিয় তুমি থাকা শুই, হে অসমবাসী !

এইদৰে খাই কানি আলস্য সাৰটি ?
বজোৰ্ৱাঁ 'কচ্ছপী' তুমি,- গোৱাঁ তুমি নিজে
বীৰৰস, - শুনি সেই সঙ্গীতৰ ধ্বনি
উঠোক আসাম-বাসী আলস্য তিয়াগি
হিত কাৰ্যৰত হোক, সাধোক নিজৰ
জাতীয় উন্নতি দেৰি ! হিংসা দ্বেষ এৰি
পৰস্পৰে, বলী হই নতুন বলেৰে
নতুন উৎসাহে হোক উৎসাহিত পুনু ॥
যি আসামবাসী আজি (কি লাজৰ কথা !)
প্ৰখ্যাত কানীয়া নামে ! ঘৃণনীয় জাতি
অলস বীৰত্বহীন, উদ্যমবিহীন
কাক ক'ম ? শুনিব বা কোনে জগতত
সি দেশত, সি জাতিত জন্মিছিলে এটি
বীৰাঙ্গনা বীৰকন্যা বীৰৰ তিৰোতা
মূলা নামে, যুঁজিছিলে পাঠান সেনাৰে
সম্মুখ যুদ্ধত যুঁজি তুৰ্বকে সহিতে
তিয়াগিলে প্ৰাণ ?. হায় ! কোনে বা বিশ্বাস
কৰিব, যদিবা কওঁ,- ই আসামবাসী
হতবল বীৰ্যহীন এনুৱা এদিন ?
নিয়তি-চক্ৰত আজি ই আসামবাসী
হতবল । তেজোহীন, - ই দুৰ্ভগা কৰি,
হিতেশো উদ্যমহীন, শোক-জৰ্জৰিত,
নিৰুৎসাহ শৰীৰত, নাই শক্তি আৰু
গাব আজি বীৰৰস কাব্য কাননত
মনসুখে,- নাই, হায় ! নাই যে উৎসাহ
তেনেকুৱা, আছিলে যি যৌৱনৰ আগে
শৈশৱত, যি কালত শোকৰূপী কীটে
নাই কুটা দেহা ফুল ! কীটদষ্ট আজি
হীন বল, - কিবা সাধ্য গাব সি কাহিনী
মূলাৰ বীৰত্ব-কথা বীৰৰসে ভৰা ?
অথবা যি জাতি আজি চিৰপৰাধীন
পৰৰ গোলাম,- যাৰ আলস্য সম্বল
লাগিব কি সি জাতিৰ ভাল বীৰৰস
মূলাৰ কাহিনী আজি ? সাহস বিক্ৰম
যি জাতিৰ জুহালত, 'পাণৰ খোলাত'
নতুবা, পত্নীৰ কাষে গৃহ-কন্দলত,-
তাৰ কি লাগিব ভাল সমৰ-প্ৰাঙ্গণ ?
পিন্ধি ৰঙ্গচুৱা সাজ ধীৰে উষাদেৱী
দিলে দেখা পূবফালে, বিকাশি কিৰণ
সোণোৱালী,- সুধাংশুৰ কিৰণৰ ৰেখা
ধৰিলে খহিব, যেনে পদ্মৰ কেশৰ
খহে পদুমৰ পৰা সন্ধিয়া বেলিকা ।
পুৱাৰ বতাহ জাকি বলে ধীৰে ধীৰে,-
কৰিলে কোৱাই 'কা কা' মাতিলে শালিকী
ঘৰৰ ছালত পৰি, মাতিলে বিলত
ৰাজহংস, ৰণবাদ্য বাজিলে কোঠত
আহোমৰ,- সৈন্য সেনা সমৰ-সাজেৰে
সাজিলে যুদ্ধত যাব - সাজিলে চুক্লেন্
ডেকা ৰজা, যুদ্ধ সাজে সাজিলে চুৰেঙ্গ
চুখ্ৰেঙ্গ চুতেঙ্গ দুয়ো, - সাজিলে কন্‌চেঙ্গ
ৰাজমন্ত্ৰী বৰপাত্ৰ,- সাজিলে মূলাই
বীৰাঙ্গনা, - ল'লে যাঠি,- ললে হেঙ্গদান ;

* কনচেঙ্গ... বৰপাত্ৰ ডাঙ্গৰীয়াৰ এঁৱেই প্ৰথম । এওঁৰ দিনৰ পৰাইহে বৰপাত্ৰ ডাঙ্গৰীয়াৰ বিষয় সৃজন হয় । ইতিপূৰ্বে-চুপিমফা সৰ্গদেৱক নগাৰ খুনবাও এটাই পাল-সেৱা কৰোঁতে চমুৱা কুঁৱৰী এগৰাকীয়ে ভিতৰ ফালৰ পৰা জুমি চাই থাকি খুন্‌বাওটোক বৰ ৰূপহ দেখি, ৰজা ভিতৰলৈ আহিলত, খুনবাওটোৰ ৰূপৰ প্ৰশংসা কৰে । ৰজাই খুন বাওটোলৈ ৰাণীৰ আসক্তি হৈছে বুলি সন্দেহ কৰি, ৰাণীক খুনবাওলৈ এৰি দিলে । ৰাণী সগৰ্ভা আছিল খুনবাওৱে চাঙ্গলৈ নিনি ৰাণীক ভৈয়ামতে বাহৰ দি থৈ গ'ল । তাতে ৰাণীয়ে এটি সৰ্ব সুলক্ষণীয়া পুত্ৰ প্ৰসৱ কৰে । কালক্ৰমে সেই ল'ৰাটি চুপিমফা সৰ্গদেৱৰ ঔৰসজাত সন্তান বুলি জনাজাত হোৱাত, চুহুমুঙ্গ সৰ্গদেৱে তেওঁক কন্‌চেঙ্গ নাম দি বৰপাত্ৰ ডাঙ্গৰীয়া পাতিলে । তেতিয়াৰ পৰাহে তিনিজনা ডাঙ্গৰীয়া হ'ল । এই কাৰণেইহে, বৰপাত্ৰ ডাঙ্গৰীয়াৰ ঘৰক "নগা বৰ পাত্ৰৰ" ঘৰ বোলে ।

উঠিলে শব্দ 'জয় ! আহোমৰ জয় !!–'
'জয় ! স্বৰ্গদেৱ ! জয় !' 'আসামৰ জয় '
"অৱশ তোমাৰ দেহা হইছে গাভৰু !
যুদ্ধ কৰি তিনি দিন যৱনে সহিতে,
ক্ষন্তেক বিশ্ৰাম কৰাঁ, – নালাগে যুদ্ধত
যাব আজি ।" ধীৰে ধীৰে বুলিলে চুক্লেন ॥
"অৱশ হইছে মূলা ? নহয় নিশ্চয়,–
নহয় ,– হে ডেকাৰজা ! মূলাৰ ই দেহা
বজ্ৰাধিক,- নাই ক্লান্তি, – নহ'ব অৱশ
যি অৱধি থাকে প্ৰাণ, – নকৰোঁ বিশ্ৰাম
নিবিনাশি তুৰ্বকক,–" ই বুলি মূলাই
সৈন্য সেনা সৱে স'তে গ'ল সমৰত
যুঁজিব যৱনে স'তে । ভীম পৰাক্ৰমে
বিনাশি পাঠান বহু, যৱনৰ সেনা,
বিপক্ষ মাজত গই হ'ল উপনীত,
ভীমনাদ কৰি মূলা, অতুল বিক্ৰমে
আক্ৰমিলে শত্ৰুপক্ষ (বিপক্ষৰ সেনা)
ব্যাধৰ শৰত যেনে সিংহ হ'লে হত
অকালত, নিষাদক আক্ৰমে সিংহিনী
কৰি ঘোৰ গৰজন । বীৰৰ বংশত
জন্ম লই, কিবা ভয় ? খোলে কুম্ভীৰণী
ঢৌৱে স'তে সমুদ্ৰৰ নিশঙ্ক মনেৰে ॥
মূলাও বীৰ-ৰমণী,– দেখিলে তাজুক
(যৱনৰ সেনাপতি),– বুলিলে গৰজি
"হে তউজি বহুপৰ খুজিছিলো তোক
পামৰ ! পৰিলি ধৰা,– পাবি প্ৰতিফল
কৰিলি বহুত পাপ ! প্ৰতিপত্তি তোৰ
(নৰাধম যৱনৰ) ঘৃণিত কামত,
প্ৰতাৰণা ! - প্ৰতাৰণা কপট আচৰি
হৰিলি যি ৰত্ন হায় ! চাওফ্ৰাচে-ৰূপী
আহোমৰ,– ইদেশত চৌৰ্য বেশে আহি,
অমূল্য সি ৰত্ন দুষ্ট ! দণ্ড সমুচিত
তাৰ আজি ল, – পামৰ ! মৃত্যু-দণ্ড তাৰ !!"
ই বুলি মূলা গাভৰু নিক্ষেপিলে শেল
(শূল সম চামুণ্ডাৰ) বিন্ধিলে হৃদয়
ভেদ কৰি মৰ্মস্থল, মূৰ্ছাগত প্ৰাণ,–
বলে নদী শোণিতৰ,– হই অচেতন
পৰিল তউজি ! সবে পলাল যৱন ॥
আহিল আকউ এটি পাঠানৰ সেনা
আক্ৰমিব গাভৰুক তৰোৱাল স'তে
কৰি ঘোৰ গৰজন । বুলিলে গাভৰু
বীৰাঙ্গনা মূলা ক্ৰোধে,–"নিলাজ পাঠান !
কাপুৰুষ ! নাই লাজ ? যাৱ বাৰে বাৰে–
পলাই পৰাণ লই,– পলায় শিয়াল
সিংহীক দেখিলে যেনে,– পুনু আহ ঘূৰি
সমৰত ! কি লজ্জা ! ছি !! কিন্তু আজি পুনু
নোৱাৰ পলাব, দুষ্ট ! আৰু ৰক্ষা নাই
মূলাৰ হাতত আজি ! ই যাঠিৰে স'তে
সংহাৰিম,- হে পাঠান ! নিলাজ যৱন !!"
ই বুলি মূলা গাভৰু আক্ৰমিলে তাক
(আক্ৰমে সিংহিনী যেনে শিশু হৰিণৰ)
হানিলে সুতীক্ষ্ণ যাঠি, বিন্ধিলে বুকত
বলে শোণিতৰ নই,– পৰিল পাঠান
প্ৰাণ শূন্য !- "হায় ! হায় !" কৰিলে যৱন
(পাঠানৰ সেনাসব) । আহিল বঙ্গাল
তৰোৱাল হাতে কৰি । বুলিলে গাভৰু
"ভাল, ভাল, - হে বঙ্গাল ! ভাল দেখা হ'ল
তোৰ স'তে আজি, দুষ্ট ! তাজুৰ মৃত্যুত
(সহযোগী সহযোদ্ধা) সন্তাপিত যদি
অন্তৰ,-পামৰ ! তোৰ, আমি বীৰাঙ্গনা
বীৰকন্যা বীৰপত্নী পৰহিতব্ৰতা
(পৰৰ হিতৰ অৰ্থে নাৰীৰ জনম)
কৰোঁ আজি তোৰো হিত,– দিওঁ পঠিয়াই
যমৰ কাষত তোকো - চিৰশান্তি লভি

থাকিবি আনন্দে তাত তাজুৰ লগতে ॥"
নুশুনি মূলাৰ কথা নিদি যেন কাণ
সি কথাত,- ক'লে হাঁহি বঙ্গালে মূলাক,-
"হে সুন্দৰি ! কিয় তুমি এই বয়সত
আহিছা সমৰ-ভূমি কৰি পৰিহাৰ
ভোগতৃষ্ণা, সুখবাঞ্ছা ? কোমল দেহাত
কি ৰূপে সহিবা তুমি ক্লেশ সমৰৰ ?
হিন্দু আমি,- তিৰীবধ ভাবোঁ মহাপাপ,
নকৰোঁ তোমাক হত্যা,- যোৱাঁ তুমি ঘূৰি
আপোন ঘৰত পুনু,- যোৱাঁ থাকাঁ সুখে
মৰিছে যুদ্ধত স্বামী, - কিন্তু আছে কাল-
যৌৱন তোমাৰ,- তুমি পুনু পাবা পতি,
থাকিবা আনন্দে দুয়ো- নকৰাঁ বঞ্চিত
ই পূৰ্ণ যৌৱন, হায় !"
... ... ..." কলঙ্ক হিন্দুৰ ।
ধিক্ তোক শত ধিক্ !" বুলিলে মূলাই
কি লজ্জা ! ছি !! হিন্দু বুলি দিয় পৰিচয়-
ভাব পাপ তিৰীহত্যা,- কিন্তু বিধৱাক
দিয় শিক্ষা পুনু, হায় ! স্বোৱামী বৰিব' ?
দুই স্বামী তিৰোতাৰ ? কলঙ্ক হিন্দুৰ !!
নাজান নিৰ্বোধ ! তই,- নতু বিজাতিৰ,-
সংসৰ্গ দোষত, কালে, - গইছ পাহৰি,-
তিৰোতাৰ একস্বামী,- দুই স্বামী হ'লে
ৱিচাৰিণী, - হয় নষ্ট সতীত্ব-ৰতন
তিৰোতাৰ জীৱনৰ একমাত্ৰ ধন ॥
তিৰোতা মানুহ আমি, - তিৰীৰ পৰাণ-
নোৱাৰো মচিব ছবি প্ৰথম প্ৰেমৰ
হৃদয়-পটৰ পৰা তিৰী জীৱনত
থাকে জাগি স্মৃতি তাৰ স্ত্ৰীৰ অন্তৰত ।
তইঁত পুৰুষ, কিন্তু অতি নীচ হিয়া
পুৰুষৰ,- জীৱনত প্ৰাণ প্ৰিয়তমা
জীৱন-সঙ্গিনী পত্নী, - মৃত্যুৰ পাছত
সেই প্ৰিয় পত্নী হয় নিশাৰ সপোন
নতু, সপোনৰ খেলা,- ধিক্ তো-সবাক !"
"শতাধিক পুৰুষক ! কপট প্ৰেমত
পুৰুষৰ ! মৰে পত্নী, - নাযায় ছমাহ,-
পুনু পত্নী আনে ঘৰে,- পুনু পত্নী লই
আনন্দে বিহৰে, হায় ! খন্তেকৰো হেতু
নোটোকে চকুৰ পানী সুমৰি পূৰ্বৰ
স্মৃতি পূৰ্ব প্ৰেয়সীৰ প্ৰথম প্ৰেমৰ !!
সেই যেই হোক, কিন্তু কিয় আহ তই
যুঁজিব মূলাৰে স'তে ? মাৰিব' পৰাণ
অকালত ? বৈৰী তই নহৱ মূলাৰ,-
কি হব সংহাৰি তোক ? যুঁজে নে কি, হায়
সিংহিনী শিয়ালে স'তে ? কি হব নাশিলে ?
কিবা যশ মাৰি মহ আঁঠুৱা-তলৰ
(অতি ক্ষুদ্ৰ জীৱ সিটো !) কিন্তু যদি ভাঙ্গে
শান্তি আহি ঘনে ঘনে,- নুপজিব কাৰ
ৰোষ ? দুষ্ট ! এৰ গৰ্ব,- পঠা তুৰ্বকক,-
পতিহন্তা সিটো মোৰ ! যি অবধি তাক,
নকৰোঁ বিনাশ নিজে, - নুপূৰে মূলাৰ
মনৰ হেঁপাহ আৰু লালসা যুদ্ধৰ ॥"
"সামান্য ৰমণী তুমি, অত দৰ্প কৰা
সহে নেকি পুৰুষৰ ? পুৰুষৰ প্ৰাণে
সহে অত অপমান ?" ই বুলি বঙ্গালে
দাঙ্গি ল'লে তৰোৱাল,- তুলিলে মূলায়ো
হেঙ্গদান খনি । " জয় ! আহোমৰ জয় !!"
বুলিলে আহোম সেনা,- "জয় পাঠানৰ !!"
পাঠান সেনাই বোলে । মূলা বঙ্গালৰ
লাগিল তুমুল যুদ্ধ, কাৰোফালে নাই
জয় কিম্বা পৰাজয় বহু পৰলই,-
শেহত মূলাই কিন্তু কিবা ছল পাই
কাটি বঙ্গালৰ শিৰ হেঙ্গদানে স'তে
"জয় ! আহোমৰ জয় !! উঠিলে চিয়ঁৰি !!

পৰিল বঙ্গাল যোদ্ধা, পলালে পাঠান,
সকলো পাঠান সেনা যুদ্ধ ঠাই এৰি
আপোন কোঠৰ ফালে ; পলালে তুৰ্বক
প্ৰাণ লই আপোনাৰ ! আহোম কোঠত
উঠিলে শব্দ "জয় ! আহোমৰ জয় !!"

## সপ্তম সৰ্গ

'কুক্ষণত আহি আমি সোমালো ই দেশ
আহোমৰ,- কুক্ষণত লগালো বিগ্ৰহ
আহোম- সেনাৰে স'তে, সমৰ-ক্ষেত্ৰত
সোমালে কুক্ষণে জানো কৰি সহচৰী
আনিল লগত মাতি সৰ্বনাশী ৰূপী
কুলক্ষ্মীক ! তিয়াগিলে পুখুৰীৰ পানী
মীন-দলযেনে,– আজি পাঠানৰো সেনা
এই দশাগ্ৰস্ত,– হায় ! এৰি নিজ ভূমি !!
শীতৰ শেষত যেনে পত্ৰ অৰণ্যৰ ।
খহে এটি-দুটি কৰি,– খহিলে সিদৰে
পাঠানৰো সেনা আজি কাল সমৰত !
কি লই ঘূৰিম আজি ? স্বদেশত গই
কি বুলি প্ৰবোধ দিম বন্ধু বান্ধৱক
দিছিলে যি অৰ্পি, হায় ! বিশ্বাসি আমাক
আপোনাৰ জাতি বন্ধু, পুত্ৰ পৰাণৰ ?
গোলাপৰ বৃক্ষে যেনে শিৰ-শোভাৰূপী
ফুলপাহি উটুৱায় ধলনী পানীত,
আমিও সিদৰে হায় ! চিৰ কাললৈ
অকালত বিসৰ্জন দিলো ৰম্ন দুটি
পাঠান-সেনাৰ আশা, কাল-সমৰত !!
লণ্ডভণ্ড আজি কোঠ, লণ্ডভণ্ড সেনা
পাঠানৰ,– লণ্ডভণ্ড যেনে ধুমুহাত
সুৰম্য কদলী বন !" বুলিলে তুৰ্বক
কাঢ়ি এটি হুমুনিয়া অতীব শোকৰ !!
"কুক্ষণত আহি সচাঁ, পশিলো ৰণত,
সচাঁ কথা, বন্ধুবৰ !" বুলিলে হুচেন *
(এটি পাঠানৰ যোদ্ধা) "নতুবা কি আমি
বাৰে বাৰে হাৰ মানো ? বাৰে বাৰে নাশ
হয় পাঠানৰ যোদ্ধা ? স্তম্ভিত পঞ্জাবী
যাৰ বলে ৰাজপুত, শিখ পৰাজিত,–
হত বল সি পাঠান (কি আশ্চৰ্য কথা !)
আহোম সহিতে যুঁজি ? সামান্য ৰমণী
আহোমৰ, নাশে যোদ্ধা পাঠানৰ বীৰ
সম্মুখ যুদ্ধত যুঁজি ? নাই কাজ আৰু
যুদ্ধ কৰি ! বৃথা আশা ! ব'লা যাওঁ ঘূৰি
স্বদেশত । বন্ধুবৰ ! বিদৰে হৃদয় !
পাঠান সেনাৰ দেখি দুৰ্দশা বিলাই
আহি এই আসামত,– ফলিল কুফল্
ৰমণীৰ স'তে যুঁজি,– হেৰাব জীৱন
পাঠানৰ,– বৃথা চেষ্টা, – কি কাজ যুদ্ধত"
"সিংহৰ মুখত পৰি," বুলিলে তুৰ্বক
অতি ক্ষুদ্ৰ মৃগ শিশু, সিও দেখে পথ
আপোনাৰ, – চেষ্টা কৰে ৰাখিব' জীৱন
যদি পাৰে ; ক্ষুদ্ৰ বেঙ (যৱে সৰ্পে ধৰে)
যত বেলি থাকে প্ৰাণ, যুঁজে প্ৰাণপণে
সৰ্পে স'তে আপোনাৰ নিমিত্তে প্ৰাণৰ ।
অতল জলধি গৰ্ভ, ডুবে যদি তাত
তৰী,– তাৰ আৰোহীয়ে চেষ্টে প্ৰাণপণে
উঠিব তীৰত, থাকে যদৱধি প্ৰাণ,–
নুডুবে যি পৰিমিত ! আৰু ! – আমি সৱে
পাঠান কুলত জন্মি, দিম স্বইচ্ছায়ে–

* তাজু আৰু বঙ্গাল সেনাপতিৰ লগৰে এওঁ এজন পাঠান সেনাপতি । দিকৰাই মুখৰ ৰণত এওঁ কনচেঙ্গ বৰপাত্ৰ ডাঙৰীয়াৰ হাতত প্ৰাণ হেৰুৱায়

বিসৰ্জন কীৰ্তিৰূপী পাঠান-জীৱন
ই আসাম - সমুদ্ৰত (আহোম-ৰাজ্যত) ?"
হুচেনঃ "খহে যেনেকই তৰা উল্কাৰূপ ধৰি
অকালত,- সমৰত পৰিলে সিৰূপে
পাঠানৰো যোদ্ধা সব ! কি ফল বিনাশি
অৱশিষ্ট আছে যিবা ? যদি ইষ্ট সিদ্ধি
অসম্ভৱ পাঠানৰ,- যদি ভাগ্যে নাই
বিজয়-পতাকা, হায় ! কি কাজ যুদ্ধত ?"
তুৰ্বকঃ "কিবা ফল কুতৰ্কত ? কি ফল কটাই
বৃথায় সময় ? জয় মৃত্যু দুটি কথা
পাঠান কুলৰ, বন্ধু ! জয়যুক্ত হই
যাম ঘূৰি স্বদেশত,- সমৰ-ক্ষেত্ৰত
নতু, শুম সৱে মিলি, স্বদেশত লাগি ॥"
হুচেনঃ "শুম, সঁচা, সৱে মিলি সমৰ-ক্ষেত্ৰত
আহোমৰ, - নাই কিন্তু জানিবা নিশ্চয়
পাঠানৰ ভাগ্যে, বন্ধু ! ই যুদ্ধত জয় ॥"
তুৰ্বকঃ "জয় পৰাজয়, বন্ধু ! ইচ্ছা বিধাতাৰ,
কি কৰি বুজিবা তুমি ? গ'লে স্বদেশত
পলায় সমৰ এৰি, কৰিব জগতে
পাঠান সেনাৰ গ্লানি,- থাকিব মৰ্ত্যত
যাবচ্চন্দ্ৰ দিবাকৰ কলঙ্ক মহত ॥
যি থাকে ভাগ্যত হ'ব,- নোৱাৰি মচিব
কপালৰ লিখা হায় ! বলা সাজা গই
সমৰ সাজেৰে সেনা, ওলোৱা যুদ্ধত,
যাওঁ আজি পুনু সৱে, পুনু যুজোঁ গই
আহোম সেনাৰে স'তে । নাশিম যুদ্ধত
সি অদ্ভুত নাৰী আজি,- নতুবা মৰিম
নিজেই সি সমৰত, আত্মবলি দিম ॥"

* * *

কোঠৰ চৌপাশে শুনি কোহঁাল সেনাৰ
পাঠানৰ,- কি, কৰিলে বীৰাঙ্গনা মূলা ?
সাজিলে কি ৰণ সাজে ? কৰিলে কিৰূপে
তুৰ্বকে সহিতে যুদ্ধ ? সি কাহিনী আজি
(মূলাৰ বীৰত্ব-কথা) আসামবাসীক
শুনাম, হে বীণাপাণি ! কবিৰ ঈশ্বৰি !-
দাসক যদিহে আজি দয়া কৰা তুমি ॥
নাজানো ভকতি স্তুতি, নাজানো কিৰূপে
আবাধে তোমাক, আই ! নাজানো কি বুলি
নিবেদে মনৰ ভাব পাৱত তোমাৰ
অতি জ্ঞানহীন দাস, নতু, আৰাধনা
কৰিলোঁহেঁতেন, মাতৃ ! কালিদাস দৰে
তোমাক নিজম ৰাতি,- তুষ্ট হই তুমি
আহিলাহেঁতেন, জানো, ব্ৰাহ্মণী-বেশেৰে
বৰ দিব' দুৰ্ভগাকো,- পুখুৰী-পানীত
স্নান কৰি, ডুব মাৰি, লই দুয়োহাতে
দুটি পদ্ম, - কৰযুৰি বুলিলোহেঁতেন-
"পদ্মমিদং মম দক্ষিণহস্তে বামকৰাণিচ
উৎপলমেকং ব্ৰূহি কিমিচ্ছসি কৰ্ষ সনালং ।
তুমিও, কল্পনা ! আহাঁ,- কবিৰ সঙ্গিনী
অমৃতভাষিণী দেৱি ! কল্পতৰু তুমি,
কবি-মন ফুলনিত,- তোমাৰ প্ৰসাদে
শতমুক্তা ফল ফুলে মৰুভূমি মাজে ।
কৃপা কৰাঁ,- গাওঁ আজি, কিৰূপে সাজিলে
আহোম-ৰমণী মূলা সমৰ-সাজেৰে
যুজিব' তুৰ্বকে স'তে,- যি বীৰত্ব কথা
সি জাতিৰ (আহোমৰ), সি দেশ-বাসীৰ
কানীয়া উপাধিযুক্ত চিৰ পৰাধীন
আসামবাসীৰ, আজি নিশাৰ সপোন,
নতু,- গল্প ইচঁপৰ* কাহিনী পৰীৰ*
পাঠানৰ কোলাহল কোঠৰ চৌপাশে-

* AESOP'S FABLES.

* FAIRY TALES.

শুনি মূলা সখী সʼতে, পিন্ধি ৰণ-সাজ
ওলালে যুদ্ধত যাব । আহোমৰ সেনা,
সাজিলে সমৰ সাজে,– কোনো লʼলে যাঠি,–
কোনো শেল,– কোনো শূল,– কোনো তৰোৱাল,
কোনো ললে হেঙ্গদান্ ; উঠিলে হুঙ্কাৰি
বীৰাঙ্গনা মূলা, যেন কাল ভুজঙ্গিনী,
কিম্বা দৈত্য-যুদ্ধে যেনে নৃমুণ্ডমালিনী
নতু, বীৰাঙ্গনা জোনা [1] ফৰাচী কুমাৰী
ভীমামূৰ্তি ভয়ঙ্কৰা অৰ্লিন্ যুদ্ধত [2] ।
বুলিলে সেনাক চাই " আসামৰ আশা !
আহোমৰ বীৰসব ! বʼলা যুদ্ধ সাজি
যাওঁ সমৰত আমি । জন্ম বীৰকুলে
তোমাসাৰ,– বʼলা আজি বীৰৰসে ভাহি
যাওঁ সৱে,– মথি আজি সমৰ-সাগৰ
খ্যাতি-ৰত্ন লওঁ তুলি,– লোকপাল সৱে
সমুদ্ৰ মন্থন কৰি তাহানি কালত
তুলিলে যিৰূপে সুধা, বাঞ্ছিত দেৱৰ ।
তিৰোতা যদিও মূলা, যদিও অৱলা–
থাকি তোমাসাৰে সʼতে, কৰিব সমৰ
তোমাসাৰ লগে লগে,– নদংশে কি, হায় !-
সাপিনীয়ে হৰোঁতাক কুণ্ডলৰ মণি ?
যদিও সাপিনী তিৰী ? মূলাও ফণীনী
প্ৰতিহিংসা-পৰায়ণা কালভুজঙ্গিনী ॥"
ই বুলি মূলা গাভৰু ওলালে যুদ্ধত,–
ওলালে আহোম সেনা,– ললে সৱে খোজ
সমৰ-ক্ষেত্ৰৰ ফালে। পাঠানৰো সেনা
আহিল সি ফালে সাজি, – হʼল দুপক্ষৰে
সম্মুখা-সম্মুখি পুনু, – লাগিল সমৰ
দুপক্ষৰে ঘোৰতৰ, কুৰু সমৰত
যেনে কুৰু-পাণ্ডৱৰ, – নতুবা তাহানি
গ্ৰিচীয় [3] যোদ্ধাৰে সʼতে ট্ৰোজীয় [4] সেনাৰ
ট্ৰয়-সমৰত [5] যেনে, – নাই কিন্তু কাৰো
জয় কিম্বা পৰাজয় বহু পৰলকে ॥
"হে তুৰ্বক ! পালো আজি ভাগ্যে দেখা তোক,
পতিহন্তা তই মোৰ" বুলিলে মূলাই
"নাশিম স্বহস্তে আজি, কাটি তোৰ শিৰ
পূৰাম হেঁপাহ মোৰ লালসা যুদ্ধৰ ॥"
তুৰ্বক ঃ "বীৰকুলে বীৰবংশে জন্ম তুৰ্বকৰ,–
সুন্দৰি ! বুজে সি নিজ বীৰত্ব-গৌৰৱ !
নুযুঁজে সি নাৰী সʼতে । কি ঘৃণাৰ কথা !!
যুঁজিব পাঠান বীৰ অৱলা নাৰীৰে
পশুৰাজ সিংহে যেনে শিয়ালীৰে সʼতে !!"
"কি আস্পৰ্দ্ধা ! জ্বলে প্ৰাণ !! নিলাজ তুৰ্বক !
কিয় অত দৰ্প তোৰ ? লুকাই পলাই
ৰাখিছ পৰাণ মাথোঁ শিয়ালৰ দৰে
সিংহীৰ ভয়ত যেন" ই বুলি মূলাই
লʼলে দাঙ্গি হেঙ্গদান, লʼলে তুৰ্বকেও
তৰোৱালখনি তুলি,– লাগিল তুমুল
যুদ্ধ মূলা তুৰ্বকৰ । এনে সময়তে
অলক্ষিতে মাৰে শেল মূলাৰ বুকুত
এটি পাঠানৰ যোদ্ধা (কলঙ্ক যোদ্ধাৰ !
পাঠান-কুল কলঙ্ক !!) পৰিলে হাউলি

---

১ জোনা– জোৱান ডাৰ্ক (Joan D'ark) । আমাৰ "আভাস কাব্য" চাওক ।

২ Siege of Orlean.

৩ অৰ্থাৎ গ্ৰীক্ দেশৰ ।

৪ অৰ্থাৎ ট্ৰয় দেশৰ ।

৫ Trojan War, স্পাৰ্টাৰাজ মেলিনচৰ পত্নী হেলেনাক ট্ৰয়ৰাজকুমাৰ পাৰিছে চুৰি কৰি অনাত গ্ৰীক আৰু ট্ৰয়বাসী- বিলাকৰ ভিতৰত ট্ৰয়ৰ - যুদ্ধক্ষেত্ৰত যি যুদ্ধ হৈছিল ।

মূলা,– পৰে যেনেকই বলিলে ধুমুহা
ছিন্নলতা,– নতু, কিম্বা বৃক্ষ কদলীৰ ;
কিম্বা যেনেকই, হায় ! তাহানি কালত
কপিৰাজ বালী যৱে সুগ্ৰীৱে সহিতে
যুঁজিছিলে কিষ্কিন্ধ্যাত, যিৰূপে ৰাঘৱে
(কি অন্যায় !!) অলক্ষিতে প্ৰহাৰিলে বাণ
বালীলই লক্ষ্য কৰি,– অন্যায় যুদ্ধত
পৰিলে যি ৰূপে বালী, – আজিও সি ৰূপে
পৰিলে মূলা গাভৰু, আহোম-গৌৰৱ,
মূৰ্তিমতী ৰণদেৱী আহোম কুলৰ !!
হাউলি পৰিল মূলা (আহতা সিংহিনী !)
বুকুৰ তেজেৰে বলে শোণিতৰ নই
সমৰ-ক্ষেত্ৰত, হায় ! আহোমৰ সেনা
ঘোৰ গৰজনে সৱে উঠিলে গৰজি
ধৰ্ মাৰ্ কৰি পুনু ; লাগিল তুমুল
যুদ্ধ পুনু দুদলৰে, হ'ল বহু নাশ
পাঠান পক্ষৰ সেনা – তিষ্ঠিব নোৱাৰি
পলালে শেষত সৱে যুদ্ধ ঠাই এৰি ।
পলায় পৰাণ লই পাঠানৰ সেনা,
পাছে পাছে নিয়ে খেদি আহোম সেনাই
কৰি ঘোৰ গৰজন,– পলায় যৱন
সিংহৰ ভয়ত যেনে পোৱালি শহাই ॥
আহিলে মুহিলা কান্দি, সাবটি ডিঙ্গিত
মূলাৰ, বুলিলে শোকে,–"উঠাঁ, – প্ৰাণসখি !
কিয় আজি এই দশা ? তেজেৰে ৰাঙ্গলী
দেহা কিয় ? যেই দেহা বিভূষিতা নানা
অলঙ্কাৰে, কিয় সিটি লুণ্ঠিত ধূলিত ?
গাভৰু– হে সখি ! তুমি, শোভে কি তোমাৰ
ভূমি-শয্যা ? এই বেশ ? হায় ! অকালত
ফলিলে কি এই ফল আশাৰ গছত ?
উঠা, সখি ! ফাটে হিয়া,– দেখিলে তোমাৰ
এই বেশ (কান্দে প্ৰাণ !!) যাৰ বিক্ৰমত
কম্পিত পাঠান-সেনা, যাৰে স'তে যুঁজি
ত্যাজিলে তাজুৱে প্ৰাণ,– মৰিল বঙ্গাল
অকালত,– দৈত্যসৱ চণ্ডিকাৰে স'তে
যুদ্ধ কৰি যেনেকই তাহানি কালত ॥"
ই বুলি হুৰাও-ৰাৱে কান্দিলে মুহিলা
সখীৰ ডিঙ্গিত ধৰি ! বুলিলে মূলাই,–
"নাকান্দিবা, প্ৰাণ সখি ! ভৱ সংসাৰত
সকলো অনিত্য,– কাৰো কোনোৱে নহয়,–
নাই কোনো পৰ,– কোনো নহয় আপোন
তোমাৰ । ই বিশ্বৰূপী গৃহ-প্ৰাঙ্গণত
একে পৰিবাৰ আমি আহোম যৱন,–
সকলো অনিত্য আমি,– সৱৰে ভাগ্যত
আছে সখি ! মৃত্যু লিখা,– সকলোৰে দেহা
নিৰ্মিত পঞ্চভূতেৰে, – হয় পৰিণতি
সি পঞ্চভূততে পুনু,– মাথোঁ কীৰ্তি যশ
ইমৰ্ত্যত মানৱৰ অক্ষয় অব্যয় ॥
বীৰকন্যা, বীৰপত্নী আহোম ৰমণী
তুমি এনে ব্যাকুলতা নোশোভে তোমাক,
জগতৰ চিৰৰীতি জনম - মৰণ,
মুগ্ধ মাথোঁ মূৰ্খ তাত,– জ্ঞানী অবিচল
অচল পৰ্বত যেনে । ত্যাজিম নশ্বৰ
দেহা স'তে প্ৰাণ, সখি ! হেতু স্বদেশৰ ॥
কিয়, সখি ! কান্দা তুমি ? কিয় কৰা শোক ?
অনিত্য মানৱ প্ৰাণ, – জীৱনৰ লীলা
মূলাৰো সমাপ্ত আজি ! মুহূৰ্তৰ পাছে
যাব প্ৰাণ এৰি দেহা, ই অনিত্য কায়া !
কিয় মিছা কৰা শোক ? ই ৰঙ্গ-ভূমিত
(ভাৱনাৰ ছোঁ-ঘৰত) নানা বেশ ধৰি
কৰে নানা ক্ৰীড়া নৰ, ক্ৰীড়া শেষ হ'লে
পৰে আহি "যৱনিকা"– পঞ্চভূতী দেহা
হয় পঞ্চভূতে লীন, বায়ুৰ পুতলি
নিৰলে যি ৰূপে হয় অদৃশ্য বায়ুত ॥

নহয় মানৱ মাথোঁ,- গোটেই জগত
(বিভুৰ সৃজন যত) অনিত্য সৰেই ।
সৌৱা যে দূৰত দেখা পৰ্বতৰ চূড়া,
শিলেৰে বন্ধোৱা ঘৰ, দেৱৰ মন্দিৰ
কিম্বা ৰাজ নিকেতন, উন্নত শৰীৰ
(কি সুন্দৰ ৰত্নময়) চূৰ্ণ হ'ব সৰে ।
এই যে পৃথিৱী, সখি ! বাসুকী-শিৰত,
পৰ্বত, সাগৰ, পুষ্প, তৰু, লতা আদি
সকলোটি হ'ব ধ্বংস, নাথাকিব চিন ॥
অসাৰ স্বপ্নৰ দৰে টোপনি জালত
অনিত্য সকলো আমি, অনিত্য মৰ্ত্যত ।
সকলো অনিত্য- কিন্তু অনিত্যৰে মাজে,
আছে এটি 'নিত্য' সখি ! সিটি 'কীৰ্ত্তি' 'যশ'
মানৱৰ জীৱনৰ,- যদি কৰ্ম কৰি
ৰাখি যোৱা 'কীৰ্ত্তি', সখি ! নহয় বিনষ্ট
'যশ' তাৰ,- হোক নাশ গোটেই পৃথিৱী
আহোম ৰমণী তুমি, জন্মি বীৰকুলে
নাই কি যশ-লালসা হিয়াত, হে সখি !
তোমাৰ ? নাকান্দো, সখি ! যোৱা, সমৰত
হেঙ্গদান ধৰি হাতে,- কৰা শত্ৰুক্ষয়
দেশবৈৰী যত পাৰা । কি ছাৰ যৌৱন !
জীৱন, প্ৰাণ লালসা । কি তুচ্ছ সংসাৰ !
মায়াময় ই ভৱত মায়া সংসাৰ
খন্তেকীয়া সুখ-হেতু স্বদেশ-সেৱাত
পাবা সেই অমৰত্ব অমৰ বাঞ্ছিত,
ঘোষিব মৰ্ত্যত যশ যুগ যুগান্তৰে ॥
আহতা সিংহিনী মূলা যদিওবা, হায় !
কি ৰূপে নগৰ্জি থাকে, দেখি শিয়ালৰ
উদ্ভণ্ডালি, প্ৰাণসখি ? বীৰাঙ্গনা মূলা
জন্ম বীৰবংশে, - মূলা কুপিতা সিংহিনী ॥
শেষ । - কিন্তু, প্ৰাণসখি ! আৰু নাই নাই ।
নাই আৰু বহু পৰ !! হইছে অৱশ
মূলাৰ ই দেহা, সখি ! নোলায় মুখত
আৰু কথা !"
"মুহিলাও আহোম ৰমণী,
বীৰাঙ্গনা মুহিলাও" বুলিলে মুহিলা,
"নাকান্দো মিছাতে আৰু ! কি হ'ব কান্দিলে
চকুৰ চকুলো টুকি ! বীৰাঙ্গনা আমি
নাই ভয়,- কিন্তু এৰি যাওঁ কেনেকই
এনে অৱস্থাত, সখি ! অকলে তোমাক !"
"মোত আৰু নাই আশা ।" বুলিলে মূলাই
যোৱা তুমি, প্ৰাণ সখি ! নকৰিবা খেদ ।
ইচ্ছা হয়, (হা ! অদৃষ্ট !! দুৰাশা মূলাৰ !!!)
ই অন্তিম অৱস্থাতো, হেঙ্গদান ধৰি
চামুণ্ডা ৰূপেৰে নাচি সমৰ-ক্ষেত্ৰত
বিনাশোঁ পাঠান সেনা স্বদেশৰ বৈৰী
পতিঘাতী, যেনেকই বিন্ধ্যা আশ্ৰমত
নাশিলে বিন্ধ্যবাসিনী নিজ ভুজবলে
দানৱক, সেইৰূপে নাশিম যুদ্ধত
দুৰন্ত পাঠান সেনা, আপোন হাতেৰে
কাটি তুৰ্বকৰ শিৰ- উস্ ! প্ৰাণ যায় !!
নোলায় মু-খ-ত- ক-থা ! বি-দা-য়- বি-দা-য় !!"
ই বুলি মূলা গাভৰু আহোম বংশৰ
বীৰাঙ্গনা মুদি চকু, তিয়াগিলে প্ৰাণ
সুমৰি বিভুৰ নাম, বন্ধু অন্তিমৰ
মানৱ জন্মৰ সঙ্গী পথৰ সম্বল ॥
"অদৃষ্টৰ ফেৰ ! সখি ।" বুলিলে মুহিলা
"নাকান্দো মিছাতে আৰু, কি হ'ব কান্দিলে !
আৰু কি তোমাক পাম ? আৰু নেকি তুমি
কথা ক'বা সখী বুলি ? তুমি ভাগ্যৱতী
বীৰাঙ্গনা বীৰকন্যা, গ'লা ৰাখি থই
অনন্ত অক্ষয় কীৰ্ত্তি আসাম ভূমিত
পাঠানৰে স'তে যুঁজি, বিনাশি পাঠান ॥
নোটোকোঁ চকুলো আৰু, চকুৰ চকুলো

বিপদত মাথোঁ চিন ভীৰুতাৰ, সখি !"
যোৱাঁ, সখি ! যদিওবা আগে বুজা নাই,
বুজিব পাৰিছোঁ আজি, ই কৰ্ম ক্ষেত্ৰত
তাৰে মাথোঁ জন্ম সাৰ যেয়ে কৰ্ম্ম কৰি
ৰাখি যায় কীৰ্তি, সখি ! যি নকৰে কৰ্ম
ই কৰ্ম -ক্ষেত্ৰত, তাৰ অসাৰ জীৱন
সংসাৰত ! বৃথা জন্ম ! – জন্ম অসাৰ্থক ॥"
যোৱাঁ, মূলা ! যোৱাঁ দেৱি ! আহোম কুলৰ
মূৰ্তিমতী ৰণ দেৱী, শোক পৰিহৰি
যোৱাঁ তুমি স্বৰগত, প্ৰাক্তনৰ গতি
খণ্ডাব নোৱাৰে কোনো । মৰ জগতত
ভুঞ্জে নৰ পূবাৰ্জ্জিত ফল, কোনো সুখী
নিজ কৰ্মফলগুণে, ভোগী হয় কোনো,
কোনো হয় কীৰ্তিমান চিৰস্মৰণীয় ।
পূৰ্বজন্ম পুণ্যফলে আসাম ভূমিত
তুমি আজি কীৰ্তিমতী, দিগ্‌দিগন্তত
গাব সৱে কীৰ্তি তযু হ'ব গৌৰৱিত
আসাম নিবাসী আজি তোমাৰ গুণত ॥
যোৱাঁ, মূলা !–
আসামৰ ঘৰে ঘৰে বিয়া সবাহত
উৎসৱত, যি কালত গাভৰু* সকলে
ঘঁহি সুবাসিত তেল আঁচুৰিব চুলি,
ল'ব ফোট কপালত, চাই দাপোণত
আপোনাৰ মুখ ছবি হাঁহিব যেতিয়া,–
শুনিলে তোমাৰ এই বীৰত্ব-কাহিনী,
পেলাব দূৰত তেল, সুগন্ধি আতৰ,
দাপোণ, কাঁকই ফণি, হ'ব উৎসাহিত
নতুন উৎসাহে সৱে অপূৰ্ব ভাবেৰে
ভৰাই নিজৰ হিয়া ক'ব ৰিঙ্গিয়াই,–
কৰ্মক্ষেত্ৰ তিৰোতাৰ নহয় কেৱল
গৃহস্থালি সংসাৰত, দাসী বৃত্তি মাথোঁ–
নোহে কৰ্ম তিৰোতাৰ তিৰী জনমত,–
অন্তঃপুৰ নোহে মাথোঁ ৰাজ্য তিৰোতাৰ
কিম্বা তাৰ কাৰ্য নাৰী জীৱনৰ ব্ৰত ॥
যোৱা, দেৱি !
আসামৰ প্ৰতিঘৰে, 'পাণৰ খোলাত'
পোৱোঁতে "কানিৰ পাণ" কানীয়া সকলে
মুদি মুদি চকু,– যদি শুনে কিবা ৰূপে
তোমাৰ কাহিনী (এই বীৰত্বৰ কথা)
কাৰো মুখে,– চৰমত মৃতকল্প হই
পেলাব "কানিৰ হোকা"– "পাণৰ সৰ্জুলি"
এখন্তেক দূৰলই,– শোওঁতে পাটীত
সপোনত পাব দেখা যুদ্ধ ঘোৰতৰ
যবন সেনাৰে স'তে (মূলা যৱনৰ) ॥
যোৱাঁ, গাভৰু !
মলহানি মাজে মাজে গৰুৰ জাকত
গৰখীয়া সৱে যবে শুনিব তোমাৰ
ই বীৰত্ব-কীৰ্তি-গীত কাৰোবাক গোৱা
প্ৰফুল্লিত হ'ব মন,– ক'ব মনে মনে
জনম আমাৰ ধন্য,– ধন্য সেই জাতি
যি জাতিত জন্মিছিল এনে বীৰ নাৰী,–
ধন্য দেশ,- ধন্য আমি গৰখীয়া ল'ৰা
ই দেশৰ,– জন্ম য'ত বীৰাঙ্গনা মূলা ।
যোৱাঁ, দেৱি !–
তযু কীৰ্তি -গীত শুনি বন বিহঙ্গম
আসামৰ,– অৰণ্যত গাব হৰ্ষমনে
ধৰি সুমধুৰ সুৰ ; ধন্য এই দেশ
জন্মিছিলে যি দেশত বীৰ-নাৰী মূলা ।
আসাম গৌৰৱ– ধন্য ধন্য সেই নৰ
জন্ম যাৰ ইদেশত, – ধন্য সেই পখী

---

*এইখিনিত "গাভৰু মানে যুৱতী ।

বিচৰে যি ই দেশৰ আকাশ-পথত,
অৰণ্যত প্ৰান্তৰত কিম্বা নগৰত,
কি গ্ৰামত, – ধন্য আমি আসামৰ পথী ॥
যোৱাঁগই, বীৰাঙ্গনা !–
সমীৰণে স'তে মিলি তযু কীৰ্তি-গীত
আকাশ-মাৰ্গত উঠি, ক'ব দিগন্তক
ধন্য সেই জাতি যাৰ কুলত জনম
মূলা বীৰ-ৰমনীৰ ! মুহিলা সখীৰ,
ৰণোন্মত্তা অঙ্গনাৰ, – স্বদেশৰ হেতু
কৰিলে যি প্ৰাণত্যাগ যৱন-যুদ্ধত ॥
যোৱা, – মূলা ! (কয় কবি) নিমিত্তে তোমাৰ
(তোমাৰ শোকত) আৰু নাকান্দো আমিও
(যদিও আমাৰ মাথোঁ চকুলো সম্বল
হতভাগ্য জীৱনত ।) যোৱা তুমি যোৱাঁ
বীৰাঙ্গনা সৱে স'তে থাকিবা স্বৰ্গত
অনন্ত অক্ষয় কাল,– সুমৰি তোমাৰ
ই বীৰত্ব-কীৰ্তি, মূলা ! ভৱিষ্যত-বংশে
তোমাৰ, আসামবাসী হ'ব গৌৰৱান্বিত॥
তন্দ্ৰামগ্ন আজি এই আসাম-নিবাসী
"পাণৰ খোলাত" বহি চকু দুটি মুদি
শুনিব যেতিয়া এই বীৰকীৰ্তি-গাঁথা-
তোমাৰ,– গাভৰু ! হ'ব উদয় হিয়াত
কি-এক অপূৰ্ব ভাব,– পেলাব দূৰত
"পাণ-খোৱা ধোঁৱা খোৱা,' – দিব উটুৱাই
'কানি টেমা' ভাবি বিহ নইৰ সোঁতত ॥
যোৱা, মূলা ! যোৱা তুমি, থাকিবা স্বৰ্গত
চামুণ্ডাৰ পদতলে ; নিমিত্তে তোমাৰ
নাকান্দে ই কবি আৰু,– কন্দাৰ হেঁপাহ
পূৰ্ণ তাৰ জীৱনত,– জন্মাৱধি বহু
কান্দিছে ই দুৰ্ভগীয়া, – ভাঙ্গিছে হৃদয়
বহুবাৰ,– কিন্তু আজি সেই ভগ্ন হিয়া
গাঁথিছে শিলেৰে পুনু শক্ত গাঁথনিৰে
শোকৰ অভেদ্য কৰি । শোকৰূপী শৰে
নিবিন্ধেই হিয়া তাৰ, – হোক বজ্ৰাঘাত
অভেদ্য হৃদয় তাৰ, অভেদ্য শোকৰ ॥

## অষ্টম সৰ্গ

অন্ত্যেষ্টি* সমাপ্ত কৰি আপোন পুত্ৰৰ
আহে নিৰানন্দ মনে যেনে ৰক্ষৰাজ
ৰাঘৱাৰি দশানন, টুকি চকুপানী
ৰক্ষকুল বীৰ স'তে– আহিলে সিৰূপে
কন্চেঙ্গ বৰপাত্ৰ লগে লই বহু
আহোমৰ সৈন্য সেনা, সমাপ্তি অন্ত্যেষ্টি
মূলাৰ, স্বামীৰে স'তে* নইৰ দাঁতিত ॥
নিৰানন্দ আজি কোঠ ! নিৰানন্দ আজি
আহোমৰ যত বীৰ, – বিমৰ্ষ চুক্লেন
বিমৰ্ষ চুৰেঙ্গ আজি, – আজি বিষাদিত
চুখ্ৰেঙ্গ চুতেঙ্গ দুয়ো, নিৰানন্দ যেনে
হেৰুৱাই অভিমন্যু কুৰু সমৰত
পাণ্ডৱ পক্ষৰ সেনা,– নতু, দেৱ গণ
নিৰানন্দ যেনে, হাৰি দানৱ যুদ্ধত ॥
বুলিলে মুহিলা কান্দি, "কত থ'লা গই
প্ৰাণৰ সখিক মোৰ ? যাৰ বলে বলী
আহোম-ৰমণী আমি,– আহোমৰ বীৰ
যাৰ ভাগ্যে ভাগ্যৱান, – যাৰ বীৰ্যবল
মৰতত, ডাঙ্গৰীয়া ! অমৰ-বাঞ্চিত ?
কিন্তু কোৱাঁ, কেনেকই কিৰূপে থাকিম
মৃতা প্ৰায় ? কেনেকই সহিম প্ৰাণত

* অৰ্থাৎ অন্ত্যেষ্টি ক্ৰিয়া ।
* স্বামীতে স'তে– স্বামীৰে একেলগে একে ঠাইতে ।

শত্ৰুৰ ধিক্কাৰ, হায় ! পাৰে কি ফণিনী
থাকিব গাঁতত, যৱে শুনে বংশীধ্বনি ?
যি জ্বলন্ত অগ্নি আজি জ্বলিছে হিয়াত
কাক ক'ম ? হায় ! আজি কাক দেখুৱাম
হিয়াখনি ফালি,– যেনে হনুমন্ত হিয়া
দেখালে বিদাৰি মূৰ্তি ৰাম-লক্ষ্মণৰ
তাহানি কালত ? নতু, কোনেবা শুনিব
কি দেৱতা কি মানৱে ব্যথা অন্তৰৰ ?
মুহিলাৰ দুখ আজি ? নগণ্য পাঠান
সমৰত হ'ল জয়,– বধিলে সখীক
চিৰ বীৰ্যবতী মূলা ! সহে কি প্ৰাণত ?
গৰ্দভৰ পদাঘাত সহে কি সিংহিনী ?
কিৰূপে ই দুখ যাব ? কি কৰি গুচাম
এই মোৰ মনস্তাপ ? নতুবা কি লাভ
গতস্য শোচনা কৰি ? অদৃষ্ট বধিৰ !
কি হ'ব স্মৰিলে তাক ? ধৰিব কি ফল ?
ব'লা যাওঁ সমৰত,– যাওঁ ব'লা সৱে
সন্মুখ যুদ্ধত গ'ই, – আপোন হাতেৰে
কাটি তুৰ্বকৰ শিৰ, বিনাশি পাঠান
(পাঠানৰ সেনা সৱ) পূৰাওঁ মনৰ
হেঁপাহ, যুদ্ধ - লালাসা,– বিনাশি সমূলে
শত্ৰুদল, ই প্ৰতিজ্ঞা - প্ৰতিজ্ঞা অটল ॥
বীৰ কুলোদ্ভৱা আমি, বীৰৰ জীয়াৰী
প্ৰতিজ্ঞা পালনব্ৰত জীৱনৰ পণ,
কি তুচ্ছ পাঠান ? হায় ! সামান্য মানৱ ?
নডৰোঁ দেৱক আমি, নডৰো যমক
নকৰোঁ প্ৰাণৰ ভয় ? কি তুচ্ছ পৰাণ
অসাৰ অনিত্য ছায়া, মায়াময় দেহা !!"
মুহিলা নিৰৱে ৰ'ল,– ওলালে চকুৰ
ধাৰে পুনু চকুপানী,– পৰিলে মাটিত,–
পুৱাৰ বায়ুত যেনে শেৱালিৰ ফুল ॥
কনচেঙ্ "ধন্য তুমি, আইদেও ! তুমি বীৰ্যৱতী
ধন্য তজু সখী-প্ৰেম, - ধন্য সেই জাতি
যি কুলত জন্ম হ'ল মূলা মুহিলাৰ ॥
কিন্তু তুমি হোৱা ক্ষান্ত, নালাগে তোমাক
সমৰত যাব আজি, যদি যোৱা তুমি,–
হাঁহিব বিপক্ষ-পক্ষে, পাঠান সেনাই
আহোমক ভীৰু বুলি,– হ'ব জগতত
কুযশ ? আহোম হ'ল বীৰশূন্য ক'ব,–
নতু, কৰি প্ৰাণভয়, সন্মুখ যুদ্ধত
কৰে তিৰোতাক আগ, – ক'ব জগতত ॥
ই বুলি নিৰৱ হ'ল ধীৰে কন্‌চেঙ্গ
(নেতুন সৈন্য - অধ্যক্ষ আহোম সেনাৰ)
কান্দিলে মুহিলা পুনু সখীক সুমৰি,
মায়াময় সংসাৰত মায়াৱদ্ধ প্ৰাণী
কি কৰি নিবাৰে মায়া ? যদিওবা জানে
অসাৰ সংসাৰ এই, – কাল দশনত
চূৰ্ণীত ই চৰাচৰ নশ্বৰ জগত ॥
কিন্তু যেনকই মোহে মন্ত্ৰ প্ৰভাৱত
দৰ্শকক যাদুকৰে, সি ৰূপে মায়াই
মুগ্ধ কৰি মানৱক মোহে সংসাৰত !
ছায়াবাজী ই সংসাৰ, ইন্দ্ৰজালী খেলা,–
প্ৰকৃত পদাৰ্থ বুলি নৰে ভাব কৰি
তাকে, হায় ! ধৰে হাফি,– কিন্তু মহাভ্ৰম
মুহূৰ্তৰে পাছে দেখে, মিছা ছায়াবাজী !!
বুলিলে চৰেঙ্গ ক্ৰোধে " ব'লা ডাঙ্গৰীয়া !
যাওঁ পুনু সমৰত, নাজানো, কি সাহে
পশিলে পৰুৱা আহি সিংহৰ গাঁতত
কোন লাজে ? লজ্জাহীন পাঠান সেনাক
দলিম কটাক্ষে সৱে, খেদিম দূৰত
ফেৰুৱাৰ পালসম, পাঠানৰ কোঠ
ভূমিসাৎ হ'ব আজি, মিলিব ধূলিত,–
পামৰ সি তুৰ্বকক নিজে বলি দিম,
নতুবা আনিম বান্ধি, প্ৰতিজ্ঞা আমাৰ ॥"

সাজিলে আহোম সেনা পুনু যুদ্ধ সাজে
"জয় আহোমৰ জয় !" উঠিলে শব্দ
আহোম কোঠত পুনু,- সাজিলে কন্‌চেঙ্গ
(সেনাপতি আহোমৰ) চুক্লেন চুৰেঙ্গ্
চুখ্রেঙ্গ্ চুতেঙ্গ দুয়ো,- সাজিলে সোণালী
আহোমৰ যোদ্ধাসব- কঁপাই মেদিনী
গ'ল সৰে যুদ্ধ সাজি,- পাঠানৰ কোঠ
আক্ৰমিলে সৰে গই ভীমনাদ কৰি ॥
শুনি ঘনে গৰজন আহোম সেনাৰ
সাজিলে পাঠান সেনা, আহিল তুৰ্বক
তৰোৱাল হাতে কৰি । বুলিলে কন্‌চেঙ্গ ঃ
"হে তুৰ্বক ! অধৰমী ! কপট সমৰী
অৱলা তিৰোতা নাশি অন্যায় যুদ্ধত
সাহস জন্মিছে তোৰ ? কিন্তু ৰক্ষা নাই
আজি, তোক, অধৰমী ! কৰিম বিনাশ !
আপোন হাতেৰে আজি দিম তোক বলি ॥"
"লজ্জা নাই, হে কন্‌চেঙ্গ ?" বুলিলে তুৰ্বক,-
"হে আহোম ! নাই লজ্জা ? কোৱা কোন মুখে
অধৰমী পাঠানক ? বিধৰ্মী আহোম
জগতত ! কি লজ্জা ! ছি !! শুনিলেও পাপ !
পূৰ্ব পুৰুষৰ এৰি ধৰ্ম আপোনাৰ
ল'লা আহি পৰধৰ্ম, - হ'লা পৰিচিত
হিন্দু নামে ! (পৰ নামে ! - কি ঘৃণাৰ কথা !!)
শতধিক্ আহোমক ! আহোম নামক !-
বৌদ্ধধৰ্মী গুচি আজি হিন্দু সাজে সাজি
হিন্দুধৰ্মী ? কি অসভ্য ! স্বধৰ্মত থাকি
নাপায় নৰে কি মুক্তি ? স্বধৰ্মৰ পথ
নহয় প্ৰশস্ত নেকি স্বধৰ্মত কই
আছে কিবা প্ৰিয় বাৰু ? কি আশ্চৰ্য কথা !-
মাতৃভাষা পৰিহৰি পৰভাষী আজি !!
লজ্জা নাই, হে কন্‌চেঙ্গ্ ! কোৱা তথাপিও
পাঠান অধৰ্মী ? ধিক্, বিধৰ্মী আহোম !"
কনচেঙ্গ ঃ- "নাজান, তুৰ্বক ! তই, - স্বধৰ্মতিয়াগী
নহওঁ মিছাই আমি ; আছে এটি বৰ
উদ্দেশ্য নিহিত তাত,- সিটি ৰাজনীতি
যাত লাগি মাতৃভাষা ত্যাগ কৰি আজি
হ'লো পৰভাষী আমি ।"
তুৰ্বক ঃ ...... " ধিক্ ৰাজনীতি !
শতধিক্ সি নীতিক, যাৰ মোহে পৰি
ভুলে নিজ ধৰ্ম নৰ, আপোন জননী
মাতৃভাষা, - হে কন্‌চেঙ্গ ! নাজানে কোনোবা
নিজ ধৰ্ম, মাতৃভাষা, আপোন জননী
জন্মভূমি, এই চাৰি সবাতো অধিক
প্ৰিয়তৰ মানৱৰ এই জগতত ।
আমিও পাঠান জাতি নিজ দেশ এৰি
সোমাইছোঁ ভাৰতত (এৰি চ্যান* দেশ
আহিছা আহোম যেনে) পাতিছোঁ নগৰ
নানা দেশে নানা ঠায়ে, - কিন্তু নিজ ধৰ্ম
এৰিছে পাঠানে ক'তো ? এৰিছে কি ভাষা
আপোনাৰ ? এৰিছে কি ৰীতি ব্যৱহাৰ ?
কি লজ্জা ! ছি !! আহাম্মক ! নাজানেবা কেনে
নৰকৰো ৰজা শ্ৰেষ্ঠ সহস্ৰেক গুণে
স্বৰ্গৰ দ্বাৰীত কই ? স্বৰ্গৰ দুৱৰী
ক্ষুদ্ৰজন, ৰজা যেই পূজিত সবাৰ
নৰকৰ কি স্বৰ্গৰ । ৰাজনীতি ৰূপী
কুহক জালত পৰি, - হ'লা বিস্মৰণ
জাতি | ধৰ্ম, মাতৃভাষা, পিতৃ পুৰুষৰ
ৰীতি-নীতি,- কিন্তু এই মূৰ্খামি দোষত
কান্দিব যে আজীৱন ভৱিষ্যত বংশ
আহোমৰ, - অনুতাপে দহিব হৃদয়

* বৰ্মা (মোন) দেশৰ ভিতৰৰ পং ৰাজ্যৰ "শ্যান" বা "চ্যান" প্ৰদেশ । আহোমবিলাক পূৰ্বত সেই প্ৰদেশৰ মানুহ ।

চিৰকাল সি সৱৰ,– আহিব এদিন
সি সৱে বুজিব এই ভুল ভয়ঙ্কৰ ॥"
কন্‌চেঙ্গ ঃ "নালাগে তুৰ্বক ! মোক নীতিশিক্ষা তোৰ,
যৱনৰ নীতিশিক্ষা নালাগে আমাক ।
সাজু হ, নিলাজ ! আজি মৃত্যুৰ নিমিত্তে
অন্তিমত,– আজি তোৰ নাই পৰিত্ৰাণ ॥"
"নহয় তুৰ্বক ভীৰু, নকৰে তুৰ্বকে
আহোমক ভয়, হায় ! নিলাজ আহোম !-
কিয় অত গৰ্ব তোৰ ?" ই বুলি তুৰ্বকে
ললে ডাঙ্গি তৰোৱাল,– ললে কন্‌চেঙ্গ
হেঙ্গদানখনি তুলি ; লাগিল তুমুল
সমৰ দুয়োৰে পুনু,– দুয়ো সমবলী
(যেনে ভীম দুৰ্যোধন কুৰু সমৰত,–
সৌমিত্ৰী ৰাৱণী কিম্বা কনক লঙ্কাত)
নাই কাৰো পৰাজয় । শুনিছো তাহানি
গজ-কচ্ছপৰ যুদ্ধ আজিও সিদৰে
লাগিল উৎকট ৰণ দুয়োৰে ভিতৰে ॥
অস্ত গ'ল দিনমণি বিষম যুদ্ধত,–
আহিল সুন্দৰী নিশা, পিন্ধি দীপ্তমালা
তাৰকাৰ (পিন্ধি যেনে মালা হীৰকৰ
খোঁপাত পূৰ্ণ যৌৱনা সুন্দৰী যুৱতী
অমানিশা) চাওঁ বুলি, জানো সি সমৰ
(কনচেঙ্গ তুৰ্বকৰ) ; যুদ্ধ অবিৰাম,–
দুয়ো সমতুল যোদ্ধা,– দুয়ো সমবলী ।
কেশৰী যিৰূপে বহে বুকৰ ওপৰে
পেলাই ভূমিত, আহা ! মদমত্ত কৰি,
বহিল কন্‌চেঙ্গ আজি সি দৰে বুকত
তুৰ্বকৰো,– দুই খণ্ড কৰিলে শৰীৰ ।
উঠিল আনন্দধ্বনি আহোম সেনাৰ ॥
পৰিল তুৰ্বক ! খেদি আহিল হুচেন,–
হেঙ্গদানে স'তে তাৰো কাটি ল'লে শিৰ
কন্‌চেঙ্গ বৰপাত্ৰ । উঠিলে শব্দ
"জয় আহোমৰ জয় !" পলালে যৱন
যি দৰে পিয়াপি দিয়ে ফেৰুৱাৰ জাক
ভয়ঙ্কৰ শাৰ্দূলৰ দেখি পৰাক্ৰম ॥

পৰম আৰাধনীয় ঁচিকৌ গগৈ বৰবৰুৱা দেউতাৰ শ্ৰীচৰণোদ্দেশে

১

কবিতা-বনত বহি
তুলি কবিতাৰ ফুল,
কাব্য-ৰূপী সূতে গাঁথি
মালাধাৰি যত্নকই
ভৰাই ভক্তিৰ ডালি
অতি হাবিয়াহ কৰি
আনিছো ই মালাধাৰি
তোমাকে দিবলৈ ॥

২

দুহাতে চকুলো মচি
চৰণত দিলো আজি,–
‘তলসৰা ফুল’ পুনু
কৰিলোঁ অৰ্পণ ।
সৰ্বদোষ ক্ষমা কৰি
আপোন পুত্ৰৰ বুলি
সমাদৰে মালাধাৰি
কৰিবা গ্ৰহণ ॥

৩

যদিহে কেনেবা কৰি
তিতিছে ই মালাধাৰি
পুতেৰাৰ চকুলোৰে
–( অবোধ সন্তান )–
নধৰিবা তাত দোষ
কৃপা কৰি দিবা বোধ,
সজ বুদ্ধি সজ শিক্ষা
সজ তত্ত্ব-জ্ঞান ॥

৪

অবোধ ই পুত্ৰ তযু
নাই শিক্ষা নাই জ্ঞান,
সংসাৰ ‘পৰীক্ষা-ঠাই’,
পৰি ‘পৰীক্ষাত’
ব্যাকুল হইছে মন
কান্দিছে পৰাণ তাৰ,
দুচকুত চকু-পানী,
থৰ নাই গাত ॥

৫

দেৱতা এতিয়া তুমি,
কৰাঁ, দেৱ ! আশীৰ্বাদ
তযু আশীৰ্বাদ-বলে
‘মহাপৰীক্ষাত’
হওঁহে উত্তীৰ্ণ যেন
অনায়াসে বিনাক্লেশে,
তযু চৰণত, দেৱ !
কৰোঁ প্ৰণিপাত ॥

৬

জীৱনৰ বাকীখিনি
মাতৃ-ভাষা সেৱা কৰি
এটি-দুটি কৰি ফুল
মাতৃৰ পাৱত,
দিওঁতে দিওঁতে যেন
‘মা সৰ্বমঙ্গলা !’ বুলি
সৰু মইনাই লভে
শান্তি অন্তিমত ॥

**ভদৰী বৰবৰুৱাৰ আলি**
**যোৰহাট**

ইতি । ১লা আহিন ১৯১৩
**"সৰু মইনা"**

## TO THE MUSE

"সঙ্গীতং কাব্য শাস্ত্রংচ
সরস্বত্যাঃ স্তনদ্বয়ম্ ।"

" ......... **GODDESS, COME**
While weeping — implores a kind tear,
*  *  *
"And from my heart drive the dim shades of night
"With thy full day. O wake one gentle note,
"From thy many-stringed harp to still discord,
"In crude idyllic numbers as I sing
"Of some sacred relics —"

— **R. V. R.**

But though glory be gone though hope fade away,
Thy name ................. Shall live .................
Not even in the hour when his heart is most gay
Will he lose the remembrance of thee and thy wrongs !
The stranger shall hear thy lament on his plains.

—Moore

# পাতনি

আসামৰ আদৰ্শ সতী, আহোম কুলৰ গৌৰৱস্বৰূপা জয়মতী কুঁৱৰীয়ে যেনেকুৱা অমানুষিক, ভীষণ অত্যাচাৰ সহ্য কৰিও অসামান্য পতিপৰায়ণতাৰ পৰিচয় দি গৈছে, সেইটো ভাবি চালে একেবাৰে বিস্ময়াপন্ন হ'ব লাগে। স্বামীৰ মঙ্গলৰ অৰ্থে তিৰোতাৰ আত্মদান জয়মতী কুঁৱৰীৰ চৰিত্ৰত সম্পূৰ্ণৰূপে বিকাশ পাইছে। মুঠতে ক'বলৈ গ'লে, সতী চিৰস্থানীয়া জয়মতী কুঁৱৰী মঙ্গলময় পৰমেশ্বৰৰ এক অপূৰ্ব সৃষ্টি।

এই সতীৰ পৱিত্ৰ কাহিনী সৰুতে পঢ়াকালত সাধুকথাৰ দৰে আমাৰ স্বৰ্গীয়া আইদেউতাৰ মুখৰ পৰা অনেকবাৰ শুনিছিলো; ডাঙৰ হৈ ইং ১৯০২ চনত শিৱসাগৰৰ ফালে এবাৰ ফুৰিবলৈ যাওঁতে জয়মতী কুঁৱৰীৰ যশস্তম্ভস্বৰূপ 'জয়সাগৰ' পুখুৰী আৰু 'জয়দৌল' দেখা পাই মনত এক অনিৰ্বচনীয় ভাবৰ উদয় হোৱাত জয়মতী কুঁৱৰীৰ আত্মদানৰ কাহিনী লৈ, আমাৰ এখনি কাব্য লিখিবলৈ ইচ্ছা হয়। সেয়েই এই কাব্যখনিৰ প্ৰথম সূচনা। কাব্য লিখা কিন্তু মুখৰ কথা নহয়। আমাৰ নিচিনা মানুহে বৰ্তমান যুগৰ অসমীয়া ভাষাত কাব্য লিখি কৃতকাৰ্য হোৱাটো দুৰাশা যেন ভাবি, কেইবাবাৰো পুথিখনি লিখিবলৈ হাতত লৈ কেইসৰ্গমানৰ অলপ অলপ লিখিয়েই এৰি দিয়া হৈছিল। কিন্তু মনুষ্য-জীৱনত সাধাৰণতঃ মানুহৰ দুৰাশাবিলাকেই বেছি প্ৰৱল। আমাৰো অন্তৰৰ দুৰাশা বেছি প্ৰৱল হৈ উঠাত, তাৰ ফলস্বৰূপে এই কাব্যখনি পাঠক-পাঠিকাসকলৰ আগত দাঙি ধৰিলোঁ। সেইসকলে অৱশ্যে বুজিছে ঃ

মন্দঃ কবি যশঃপ্ৰাৰ্থী গমিষ্যাম্যুপহাস্যতাম্  
প্ৰাংশুলভ্যে ফলে লোভা দুদ্বাহুৰিব বামনঃ।

কিন্তু উপায় কি? 'মন যে অবোধ নামানে প্ৰবোধ'। সেই যাহক, মৰমিয়াল পাঠক-পাঠিকাসকলে আমাৰ 'কমতাপুৰ ধ্বংস' আৰু 'বিৰহিণী বিলাপ কাব্য'ক যি স্নেহৰ চকুৰে চাই লিখোঁতাক উৎসাহিত কৰিছিল,– 'তিৰোতাৰ আত্মদান বা জয়মতী কাব্য'কো সেই স্নেহৰ চকুৰে চালেই আমাৰ শ্ৰম সফল হ'ব।

বৰ্তমানে লিখোঁতাৰ মনত নিতান্ত অশান্তি গতিকে ঠায়ে ঠায়ে যদি পুথিখনিৰ লালিত্য ৰক্ষা কৰিব পৰা নাই, সেই বাবে যেন পাঠক-পাঠিকাসকলে ক্ষমা দিয়ে। লিখোঁতাৰ অনেক অসুবিধা গতিকে নিজে আৰ্হি-কাকত চাব নোৱাৰাত যোৰহাট মিউনিচিপেল অফিচৰ হেড্‌ক্লাৰ্ক আমাৰ সুযোগ্য বন্ধু শ্ৰীযুত মহেশচন্দ্ৰ শৰ্মা বৰকটকী আৰু 'ধৰ্ম প্ৰকাশ প্ৰেছ'ৰ মেনেজিং প্ৰোপ্ৰাইটাৰ শ্ৰীযুত ঘনকান্ত ভট্টাচাৰ্য, এওঁলোক দুজনে আৰ্হি-কাকত চাই দি অনেক উপকাৰ কৰিছিল, সেই বুলি তেখেতবিলাকৰ ওচৰত লিখোঁতা চিৰকৃতজ্ঞ থাকিল।

শেষত কওঁ যে অশেষ চেষ্টা কৰাতো পুথিখনিত ভালেখিনি ভুল থাকি গ'ল। পাঠক-পাঠিকাসকলৰ অনুগ্ৰহত পুথিখনিয়ে যদি কেতিয়াবা দ্বিতীয় তাঙ্গৰণ দেখিবলৈ পায় সেই ভুল-বিলাক শুধৰাবলৈ ইচ্ছা থাকিল। সম্প্ৰতি অসহনীয় কেইটামানৰ এখন শুধৰণী-পত্ৰ দিয়া গ'ল। পুথিখনি পঢ়াৰ আগতে যেন মৰমিয়াল পাঠক-পাঠিকাসকলে সেই ভুলবিলাক শুধৰাই লয়।

ইতি

**শ্ৰীহিতেশ্বৰ বৰবৰুৱা**

১ অক্টোবৰ, ১৯১৩

যোৰহাট

# প্ৰস্তাৱনা

আসামত 'জয়মতী কুঁৱৰী'ৰ নাম সকলোৱে শুনিছে। শিৱসাগৰৰ (বা ৰংপুৰৰ) 'জয়সাগৰ' পুখুৰীও অনেকে দেখিছে, কিন্তু পঢ়োতাসকলৰ বাহিৰে জয়মতী কুঁৱৰীৰ সম্পৰ্কে হয়তো সম্পূৰ্ণ ঘটনা নাজানে। সেইবুলিহে এইখিনিতে সেই বিষয়ে কেইআষাৰমান লিখিবলৈ আগবাঢ়িলোঁ।

ইং ১৬৭০ চনত আহোমৰ চক্ৰধ্বজ সিংহ (আহোম মতে 'চুপুংমুঙ্গ') স্বৰ্গী হোৱাৰ পাছৰে পৰা আহোম ৰাজ্যৰ ভিতৰত এটা ভয়ঙ্কৰ বিপ্লৱ হৈছিল। এই বিষয়ে শ্ৰীযুত গেইট্ চাহাবে তেওঁৰ 'History of Assam' ত এইদৰে লিখিছে যে "Since the death of Chakradhvaj Singh in 1670, i.e. in the short space of eleven years, there had been no less than seven kings, not one of whom died a natural death." * প্ৰকৃততে, সেই ১১ বছৰৰ ভিতৰত আহোম সিংহাসনত যি কেইজন ৰজা হৈছিল, তাৰ প্ৰথম আৰু দ্বিতীয়জনাক অৰ্থাৎ উদয়াদিত্য সিংহ (চুন্যতফা) আৰু ৰামধ্বজ সিংহক (চুক্লনফা) বৰবৰুৱাই ষড়যন্ত্ৰ কৰি বিহ খুৱাই মাৰে। এই সময়ত কোনো কাৰণবশতঃ বৰুৱা, ফুকন বিলাক ৰাজকীয় ক্ষমতাৰ বিপক্ষ হৈ উঠিছিল। কোনো কোনো লিখকৰ মতে ৰামধ্বজ সিংহ স্বাভাৱিকৰূপে নৰিয়াত পৰি মৰে[১]। তৃতীয় চুহুং ৰজা; এওঁৰ হিন্দু নাম নাছিল। ২১ দিন মাত্ৰ ৰাজ্য ভোগ কৰি এইজনা ৰজাও বৰবৰুৱাৰ গুপ্তচৰৰ হাততেই অকালত প্ৰাণ হেৰুৱায়। চতুৰ্থ আৰু ষষ্ঠ জনাক (গোবৰ আৰু চুদৈফাক) বৰফুকনে ষড়যন্ত্ৰ কৰি হত্যা কৰায়; পঞ্চমজনাক (চুজিন্‌ফাক) বুঢ়াগোহাঁয়ে গড়গাঁৱত ধৰি চকু কাঢ়ে; সেই বেজাৰতে চুজিন্‌ফাই শিলত মূৰ মাৰি আত্মঘাতী হয়। কোনো বুৰঞ্জীত তেওঁক শিলেৰে খুন্দি মাৰিলে বুলিও কয়[২]। সপ্তমজনাই পলাই প্ৰাণ ৰক্ষা কৰে। এই পলাই যোৱাজনেই আমাৰ লাঙ্গি গদাপাণি। এওঁৰ আহোম নাম 'চুপাতফা', হিন্দু মতে গদাধৰ সিংহ আৰু সাধাৰণতে গদাধৰ ৰজা বোলে।

প্ৰথমবাৰ গদাপাণিয়ে মাত্ৰ সাদিনহে ৰাজ ভোগ কৰিবলৈ পালে। মন্ত্ৰীসকলৰ ষড়যন্ত্ৰত পৰি ৰজা হোৱাৰ সাদিনৰ পিছতেই জয়মতী কুঁৱৰীয়ে সৈতে এওঁ অৰণ্যলৈ পলাই যায়। এই গদাপাণিয়েই আমাৰ কাব্যৰ নায়ক আৰু তেওঁৰ কুঁৱৰী জয়মতীয়েই আমাৰ প্ৰধান নায়িকা। জয়মতী কুঁৱৰীৰ লাই আৰু লেচাই নামেৰে দুটি ল'ৰা আছিল, কিন্তু আমাৰ কাব্যখনিত এটিৰ লগতহে সম্বন্ধ আছে; সেইটি বৰজনা কোঁৱৰ বা লাই গোহাঁই[৩]। পলাই যাওঁতে ৰজা-ৰাণীয়ে কোঁৱৰ দুটিক বুঢ়ীমাকৰ ঘৰত থৈ গৈছিল।

---

* Mr. E. A. Gaits's 'History of Assam' Page 15

১ জোনাকী– ( ৩য় বছৰ ) আৰু অনাৰেবল্ শ্ৰীযুত পদ্মনাথ গোহাঁই বৰুৱাৰ অসমৰ বুৰঞ্জী।

২ শ্ৰীযুত গেইট্ চাহাবে লিখিছে, "He was seized and his eyes were put out and he was afterwards stoned to death." — Gait's History of Assam Page 156.

৩ এই লাই গোহাঁয়েই পাছত ইং ১৬৯৬ চনত ৰুদ্ৰসিংহ নাম লৈ আহোম সিংহাসনত ৰজা হয়।

গদাপাণি পলাই গ'লত, ইং ১৬৭৯ চনত চামগুৰীয়া ফৈদৰ চুলিকফা কোঁৱৰ ৰজা হয়। এওঁ নিচেই কটাৰী নলীয়া আৰু ল'ৰামতীয়া কোঁৱৰ আছিলে। সেইদেখি এওঁক হিন্দু মতে "ল'ৰাৰজা" বোলে। এওঁ সিংহাসনত বহিয়েই কেনেবাকৈ বৰুৱা, ফুকনবিলাকৰ ষড়যন্ত্ৰত পৰি আগৰ ৰজাসকলৰ দৰে অকালত প্ৰাণ হেৰুৱাব লাগে বুলি আশঙ্কিত হ'বলৈ ধৰিলে। আহোম ৰজাসকলৰ ভিতৰত এনে এটি নিয়ম আছিল যে যদি কোনো ৰজাৰ কোঁৱৰৰ গাত অঙ্গক্ষত বা ঘা-ফোঁহোৰাৰ চিন থাকে, তেনেহ'লে তেওঁ আৰু ৰজা হ'ব নোৱাৰে।সেই কাৰণে ল'ৰা-ৰজাই গুপ্তচৰ ধৰি, তলে তলে বহুত ৰজাৰ কোঁৱৰৰ অঙ্গক্ষত কৰোৱালে। ল'ৰাৰজাৰ এই নিদাৰুণ কাৰ্যত অনেক কোঁৱৰে অকালত প্ৰাণ পৰ্যন্ত হেৰুৱালে।*

গদাপাণি বৰ বাহুবলী আছিল। সকলোতকৈ ল'ৰাৰজাৰ গদাপাণিলৈ বেছি ভয়। গদাপাণিক ধৰাবলৈ মিহি আৰু লঠা নামে দুটা কুকুৰাচোৱা চাউডাঙ্গৰ লগত ল'ৰাৰজাই কেনেকুৱা ষড়যন্ত্ৰ কৰিছিল, কেনেকৈ পতিপ্ৰাণা জয়মতী কুঁৱৰীক ধৰাই আনি, নানান তৰহৰ অমানুষিক অত্যাচাৰ কৰাই মাৰিলে, সেইবিলাক এই কাব্যখনিত যথাসাধ্য বৰ্ণনা কৰিবলৈ চেষ্টা কৰা হৈছে, সেই কাৰণে এইখিনিত সেইবিলাক আৰু পুনৰুক্তি কৰা নহ'ল।

জয়মতী কুঁৱৰীক ল'ৰাৰজাই শাস্তি কৰি মৰাৰ পাছতো, গদাপাণি আকৌ বহুত দিন নগা পৰ্বতত পলাই থাকৈগে। নগাৰ লগত মাজে মাজে পাণ, কচু, আদা, জলকীয়া ইত্যাদি লৈ ভৈয়ামত বেহা কৰিবলৈ আহে আৰু ঘৰত গোপনে গোপনে ল'ৰা দুটিক চাই যায়। এইদৰে কিছুদিন থাকি, তাৰ পাছত গদাপাণি পৰ্বত এৰি কামৰূপৰ ফালে গ'ল। গুৱাহাটীৰ বন্দৰ বৰফুকন তেওঁৰ ভিনিহিদেৱেক। ভিনিহিদেৱেকৰ ঘৰতে কিছুদিন থাকি, তেওঁ ৰহালৈ পলাই যায়। ইয়াত ৰহদৈ নামেৰে পোহাৰী এজনীৰ ঘৰত দিনদিয়েক থাকি তেওঁ তিপামলৈ যায়। তিপামত ভাদৈ নামেৰে এজনী পোহাৰীৰ ঘৰত ১০।১২ দিনমান লুকাই থাকি তাতো বিপদ-শূন্য যেন নেদেখি তেওঁ পুনৰ শলগুৰিলৈ যায় আৰু তাতে আঘোণী নামেৰে এজনী পোহাৰীৰ ঘৰত আশ্ৰয় লয়গৈ। কিন্তু তেওঁ শলগুৰিতো বেছি দিন থাকিবলৈ নহ'ল। অৱশেষত তেওঁ ৰাণী গাৱঁৰ এজনী গাৰোৱনী তিৰোতাত চাপি থাকৈগে। এই গাৰোৱনী তিৰোতাজনীয়ে তেওঁক বৰ আদৰেৰে ৰাখিছিল। এই গাৰোৱনীকেই কামৰূপৰ "ৰাণীৰজা" বংশৰ মূল বুলি অনেকে অনুমান কৰে।*

ল'ৰাৰজা কিন্তু শীঘ্ৰে বৰুৱা, ফুকনবিলাকৰ অপ্ৰিয় হৈ উঠিল। তেওঁৰ অত্যাচাৰ দিনে দিনে বেছি হ'বলৈ ধৰিলে, দেশত মহা হুলস্থূল হ'ল। গদাপাণি বাহুবলী আছিল, তেওঁ ৰাজ্যৰ হুলস্থূল গুচাব পাৰিব যেন ভাবি সকলোৱে তেওঁক বিচাৰ কৰিবলৈ ধৰিলে।

* "In other to prevent further conspiracies, by removing all possible rivals, Lara Raja determined to maim or kill all the descendants of former Kings and it is said that several hundred scions of the royal family were deprived of life or mutilated."
—Gait's 'History of Assam' Page 158.

* জোনাকী– ৩য় বছৰ।

গদাপাণিৰ ভাগ্যলক্ষ্মী আৰু সুপ্ৰসন্না হ'ল। অৱশেষত ইং ১৬৮১ চনত বন্দৰ বৰফুকনে তেওঁক ৰাণীগাঁৱৰ গাৰোৱনীৰ ঘৰত চিনি পাই অন্যান্য বৰুৱা, ফুকনে সৈতে পৰামৰ্শ কৰি তেওঁক আহোম সিংহাসনত আকৌ ৰজা পাতিলে। তেওঁ বকলাত নগৰ কৰি "শিঙৰি-ঘৰ"ত উঠি হিন্দু মতে গদাধৰ নাম ললে। যিবিলাক বৰুৱা, ফুকনে সহায় কৰি তেওঁক ৰজা পাতিলে, সেইবিলাকক তেওঁ 'ৰাজ-দ্ৰোহী' বুলি ইং ১৬৮২ চনত শালত দি ভুৰ বান্ধি, নৈত উটাই দিলে। সেই শালত দিয়া ঠাইকে আজিকালি 'শালমৰা মুখ' বোলে।

তেওঁ পলাই ফুৰা কালীনত যিবিলাক প্ৰধান প্ৰধান সত্ৰৰ গোসাঁয়ে তেওঁক আশ্ৰয় দিবলৈ অস্বীকাৰ কৰিছিল, তেওঁ ৰজা হৈ সেই সত্ৰবিলাকৰ উচ্ছেদ সাধন কৰিবলৈ চেষ্টা কৰিছিল, সেইবিলাক কথা বুৰঞ্জীত বিশদভাৱে বৰ্ণনা কৰা আছে; কাজেই এইখিনিত সেইবিলাক উল্লেখ কৰা পুনৰুক্তি মাথোন।

গদাধৰ ৰজাৰ বিষয়ে– 'বনৰ মাজত পলাই ফুৰোঁতে বনদেৱী আৱিৰ্ভাৱ হৈ লহঙাৰ মাজত সুমাই ৰক্ষা কৰা'* 'শৈলদাৰ আপুনি উদ্‌ঘাটিত হৈ সোমাবলৈ দিয়া' আদি কৰি ভালেমান আচৰিত আৰু অসম্ভৱ প্ৰৱাদ আছে। সেইবিলাক ব্যাখ্যা কৰা এই কাব্যখনিৰ উদ্দেশ্য নহয়।

বুঢ়া মানুহবিলাকে কয়, গদাপাণিয়ে হেনো ৰজা হৈয়েই ওপৰত কৈ অহা ৰহদৈ, ভাদৈ আৰু আঘোণী এই পোহাৰী তিনিজনীক ৰজাৰ চ'ৰালৈ মতাই আনিলে। সিহঁতে হেনো শাস্তি কৰাবলৈ আনিছে যেন ভাবি ভয়ত তিনওজনীয়ে ডিঙিত ধৰা-ধৰিকৈ কান্দিবলৈ ধৰিলে। সেই কাৰণে অসমত আজিও কয় –

"ৰহাৰ ৰহদৈ তিপামৰ ভাদৈ শলগুৰিৰ আঘোণী বাই;
তিনিৰো ডিঙিত ধৰি তিনিওয়ে কান্দিছে সম্বন্ধত একোয়েই নাই।"

কিন্তু গদাপাণিয়ে হেনো ভালেখিনি ধনে-সোণে সৈতে "বৰ-পোহাৰী" বিষয় দি সিহঁত তিনিওজনীকে ঘৰলৈ বিদায় দিলে।

আগতে কৈ আহিবলৈ পাহৰা হ'ল, গদাপাণি ৰজা হৈ ল'ৰাৰজাক যোগান দি নামৰূপত থৈছিল। ল'ৰাৰজা বৰ কূট স্বভাৱৰ আছিল। মানুহে কয়, "চোৰে নেৰে চোৰ প্ৰকৃতি, কুকুৰে নেৰে ছাই; যাৰ যি প্ৰকৃতি সি মৰিলেও লগত যায়।" ল'ৰাৰজা হৈছে তেনেকুৱাই। তেওঁ নিজৰ কুপ্ৰবৃত্তি এৰিব নোৱাৰি গদাপাণিক মাৰিবলৈ আকৌ তলে তলে ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। অৱশেষত খবৰ পাই গদাপাণিয়ে তেওঁক জেৰেঙাত দি মৰালে। গদাধৰ ৰজা শাক্ত ধৰ্মৰ পৃষ্ঠপোষক আছিল। তেওঁ বৈষ্ণৱবিলাকক বৰ উপদ্ৰৱ কৰিছিল।

গুৱাহাটীত উমানন্দৰ দ'ল এৱেঁই কৰায়। এওঁৰ দিনতেই প্ৰথম তামৰ ফলিত মাৰি দেৱোত্তৰ, ব্ৰহ্মোত্তৰ মাটি দিয়ে। আঁকা আলি, ধোদৰ আলি আদি কৰি ভালেমান আলি এওঁৰ দিনতেই হয়। অসমত মাটি পিয়ল কৰা প্ৰথাটো এৱেঁই প্ৰথমে উলিয়ায় আৰু সেই

* জোনাকী– ৩য় বছৰ।

পিয়ল প্ৰথম ৰংপুৰতে আৰম্ভ হয়।

ইং ১৬৮৩ চনত মুছলমানেৰে সৈতে এওঁৰ শুক্ৰেশ্বৰৰ ইটাখুলিত এখন যুদ্ধ হয়। অসংখ্য মোগল, পাঠান সেনা থাকোঁতেও, আহোম সেনাৰ লগত তিষ্ঠিব নোৱাৰি মুছলমানবিলাক পলাই গ'ল। আহোম সেনাবিলাকক লগত লৈ গদাপাণিয়েও মুছলমানবিলাকক খেদি নি মানাহ নদীৰ সিপাৰ কৰি থলৈগে। কালক্ৰমে ইং ১৬৯৬ চনৰ ১৩ ফাগুন কৃষ্ণা চতুৰ্থীৰ দিনা গদাধৰ সিংহৰ সংসাৰ-লীলা শেষ হ'ল। তেওঁৰ পাছত আহোম ৰজাৰ নিয়মানুসাৰে তাৰ পাছদিনাখন তেওঁৰ বৰজনা কোঁৱৰ লাই গোহাঁইদেও ৰজা হ'ল আৰু 'শিঙৰি-ঘৰ'ত উঠি হিন্দু মতে ৰুদ্ৰসিংহ নাম ললে। ৰুদ্ৰসিংহই ৰজা হৈয়েই তেওঁৰ সতী আইতাক জয়মতী কুঁৱৰীক ল'ৰাৰজাই যি ঠাইত শাস্তি কৰোৱাই মাৰিলে ; সেই ঠাইডোখৰৰ ঘটনা জগতত চিৰস্মৰণীয় কৰি ৰাখিবৰ মনেৰে, সেই ঠাইডোখৰকে মাজ কৰি জয়মতী কুঁৱৰী নাম অনুসাৰে "জয়সাগৰ" নাম দি পুখুৰী এটি খনাই তাৰ পাৰত এটি দৌল কৰালে। আজিও ৰংপুৰ (বৰ্তমান শিৱসাগৰ) নগৰত সেই "জয়সাগৰ" পুখুৰী আৰু "জয়দৌলে" জয়মতী কুঁৱৰীৰ যশস্তম্ভস্বৰূপ হৈ নানা দিগ্‌দেশত তেওঁৰ সুৰনাৰীসুলভ সতীত্বৰ পৰিচয় দি অমৰ বাঞ্ছনীয় অক্ষয়কীৰ্তি ঘোষণা কৰিব লাগিছে। ইতি

**শ্ৰীহিতেশ্বৰ বৰবৰুৱা**

যোৰহাট

১লা অক্টোবৰ ১৯১৩ চন

# তিৰোতাৰ আত্মদান

( কাব্য )

THY SPIRIT IS IMMORTAL AND THY NAME
SHALL BY THE COUNTRYMEN BE EVER BLEST :
E'EN FROM THE TOMB THY WORDS WITH POWER SHALL RISE,
SHALL TOUCH THEIR HEARTS AND BEAR THEM TO THE SKIES.

— MISS MARY CARPENTER

## প্ৰথম সৰ্গ

"......Now o'er onehalf world
Nature seems dead........"

*SHAKESPEARE*

১

মৰ-আঁউসীৰ নিশা, আকাশো ডাৱৰে ভৰা,
এটিও ওলোৱা নাই আজি তৰা আকাশত ।
মহা-ঘোৰ অন্ধকাৰ, নেদেখি কেনিও ক'তো,
ওচৰতে থকা বস্তু মহা-ঘোৰ এন্ধাৰত ॥
দুচকু থাকিও কণা নেদেখি নিচেই, হায় !
চিনিব নোৱাৰি আজি নিজকে নিজেই চাই ॥
নেদেখি নিজৰ দেহা আপোনাৰ হাত-ভৰি ।
নেদেখি পৰ্বত নই কিম্বা বিৰিখৰ ডাল ;
দুৰ্গম নলনি হাবি ( অগম্য বনৰ ছবি )–
সকলো সমান যেন নাই ক'তো একো খাল ॥
এন্ধাৰ পৃথিৱী আজি আকাশ এন্ধাৰে ভৰা
নাই ৰশ্মি জিকি-মিকি ( গগন-মাৰ্গত তৰা ) ॥
দেখিছিলোঁ এই মাত্ৰ জগতৰ চকু সূৰ্য
আকাশ-মাৰ্গত জ্বলা, চৰাই গছত বহা,
নিৰ্মল বিলৰ শোভা পুখুৰী শুৱনি কৰা
পদুম (ফুলৰ ৰাণী) পদুম বনত ইঁহা ॥
সি শোভা এতিয়া নাই, কেনিবাদি আঁতৰিলে,
দিনৰ সৌন্দৰ্য-শোভা কোনোবাই হৰি নিলে ।
ওলালেহেঁতেন যদি আকাশত জোন-তৰা
এই ঘোৰ এন্ধাৰতো কিছু দেখা হ'ল হয় ;
নাই কিন্তু জোন-তৰা আকাশ এন্ধাৰে ভৰা,
অন্ধকাৰ ভূমণ্ডল, মনত জন্মিছে ভয় ॥
দিনৰ সৌন্দৰ্য-শোভা নিশাৰ প্ৰতিমাখনি
দেৱকন্যা-কাষে যেন ক'লী-মলী পিশাচিনী ॥

২

নিৰৱ ব্ৰহ্মাণ্ডখনি, নিৰৱ আকাশ আজি
নিটাল বনৰ পখী, শিয়াল-বান্দৰ,
নাই কাৰো ক'তো মাত আজি ব্ৰহ্মাণ্ড নিমাত
মানৱৰ নাই মাত গাজনি মেঘৰ ॥
সকলো নিৰৱ দেখি এনেকুৱা ভাৱ হয়,
কৰিছে 'নিৰৱ-ব্ৰত' প্ৰকৃতি নিশ্চয়
নিৰৱে প্ৰকৃতি আয়ে কৰিছে ধিয়ান জানো
ঈশ্বৰৰ পাদপদ্ম ( চিৰ শান্তিময় )
একে প্ৰাণে একে ধ্যানে, দেখি এনেকুৱা ভাব
পাপীৰ হিয়াতো জন্মে ভক্তি আৰু ভয় ॥
জনমে এনুৱা ভাব – ইৰূপে ধিয়ালে পায়
সেই ঈশ্বৰৰ কৃপা ; কোৰ্হালত নাই ॥
পাঠক ! কি ভাবা তুমি ? কেনুৱা তোমাৰ ভাব ?
অন্তৰৰ ভাব যদি দুয়োৰো একেই,
আহাঁ কৰোঁ কোলাকুলি কওঁ দুয়ে ৰিঙ্গিয়াই
"হে ভকত ! কিয় তুমি চিঞঁৰা এনেই ?
কি ৰাতি কি দিন তুমি 'হৰি নাম' গাই গাই
দুৰ্ঘোৰ কোৰ্হাল কৰা চাপৰি বজাই ॥
কিয়নো চিঞঁৰা তুমি ? বাঞ্ছিত তোমাৰ কিনো ?
হে ভকত ! মুক্তিলাভ ? তেনে ধ্যান কৰাঁ ।
নিৰৱে মনতে তুমি প্ৰভুৰ চৰণ-পদ্ম,
নহ'লে, নোপোৱা মুক্তি হেজাৰো চিঞঁৰা ॥
প্ৰকৃতি আইৰ দৰে কৰি 'নিৰৱতা ব্ৰত'
ভাবা বিভুপদ মুক্তি পাবা অন্তিমত ॥"

৩

মহা-ঘোৰ অন্ধকাৰ নাই ক'তো একো ভিন
কি নগৰ কিবা বন নাই কাৰো একো চিন ॥
নগৰো এন্ধাৰ ঘোৰ বনো অন্ধকাৰময়,
উভয়েই একাকাৰ উভয়তে লাগে ভয় ॥

যদিওবা লাগে ভয় নিশা অতি ভয়ঙ্কৰ
তথাপি পিশাচী নিশা নোহে এই জগতৰ ॥
হোৱা হ'লে পিশাচিনী, পিশাচী-কোলাত কিয়
শুব জগতৰ নৰ-নাৰী সকলোটি জীৱ ?
মাতৃৰ কোলাত শোৱে মহানন্দে ল'ৰা যেনে,
ভাগৰুৱা নৰে কিয় নিশাৰ কোলাত তেনে
লভিছে বিৰাম আজি ? হোৱা হ'লে এই নিশা
পিশাচিনী ভয়ঙ্কৰা ? নহয়, নিশ্চয় মিছা ;
নহয় পিশাচী নিশা ;- এই নিশা কবি-প্ৰাণ
নাই একো শান্তিময়ী এই নিশাৰ সমান ॥

৪

এই নিশাকালে বহি কবিগুৰু বাল্মীকি
বিৰচিলে 'সপ্তকাণ্ড কাব্য ৰামায়ণ',
এয়ে সেই একে নিশা ভাৰতৰ কালিদাসে
বিৰচি কবিতা-কুঞ্জ মানস-মোহন
লভিলে অমৰ কীৰ্তি, এয়ে সেই একে ৰাতি
ৰচিলে যি ৰাতি সুখে 'ভট্টি কাব্য' কবি ভৰ্তৃ ॥
এয়ে সেই একে নিশা যেৱে কবি চেক্সপীৰে
আৰ্জিলে অক্ষয় কীৰ্তি, অন্ধক মিল্টন
লিখিলে নতুন ছন্দ অমিত্ৰ অক্ষৰ ৰূপী
সেই ৰাতি এয়ে যিটো কবিৰ জীৱন ॥
যেই নিশা বহি বহি শঙ্কৰ-মাধৱদেৱে
ভাঙিলে 'কীৰ্তন' আৰু 'ঘোষা' (বৈষ্ণৱৰ প্ৰিয়) ॥
এই ৰাতি সেই ৰাতি একে দুয়ো ৰাতি
যি ৰাতি আৰাধি কবি কল্পনা সুন্দৰী
আঁকে নানা বিধ ছবি নানা বৰণীয়া কৰি
গাঁথে মনোহৰ মালা প্ৰাণ-মনহাৰী ॥
এয়ে সেই একে ৰাতি, আহা ! যি ৰাতিৰ ফল
কাব্য-কবিতাৰ কুঞ্জে কৰে সাহিত্য উজ্জ্বল ॥

৫

হে কল্পনা ! যাৰ ভাগ্যে তোমাৰ কৰুণা-
লাভ হয়, সেয়ে, দেৱি ! অতি ভাগ্যবান,
তাৰে হৃদয়ত বয় অমৃতৰ নই,
তোমাৰ প্ৰসাদে তাৰ অমৰ পৰাণ ॥
অকবিও হয় কবি, মৰিও অমৰ,
যৱে তুমি কৃপা কৰাঁ ভাগ্যবান নৰ ॥
তোমাৰ কৃপাতে দেৱি ! বিৰহ-ব্যাকুল
যক্ষ বনবাসে থাকি প্ৰেয়সীৰ ঠাই
পঠালে মেঘক দূত ; তোমাৰে মায়াত ;
মোহ গ'ল শকুন্তলা দুষ্মন্তক পাই ।
তোমাৰ ছলতে পুনু বিৰহ-দহন
ঘটিলে দুষ্মন্তে স'তে, আকউ মিলন ॥
তোমাৰ ছলতে ; দেৱি ! শতভাই স'তে
তিয়াগিলে মৰ্ত্যলোক ৰাজা দুৰ্যোধন
কুৰুক্ষেত্ৰ সমৰত ; ছলতে তোমাৰ
বিনাশিলে দ্ৰোণপুত্ৰে দ্ৰৌপদী নন্দন ॥
তোমাৰ কৃপাতে দেৱি ! মহাশ্বেতা সতী
শুনিছিলে দৈৱবাণী,- পালে মৃত পতি ॥
তোমাকে আশ্ৰয় কৰি লঙ্কাৰ ৰাৱণে
পালে স্বৰ্ণময়ী লঙ্কা ; ছলতে তোমাৰ
হৰিলে ৰামৰ সীতা মাৰিলে সবংশে
ৰাম-লক্ষ্মণৰ বাণে- শাপত সীতাৰ ॥
তোমাৰ নিৰ্দয় ছলে সীতা গ'ল বন,
তপোবনে লৱ-কুশ-লভিলে জনম ॥
তোমাৰ কৃপাতে দেৱি ! বীৰ ৰামচন্দ্ৰে
মায়া দেৱী স'তে গ'ল যমৰ নগৰ
সম্ভাষা কৰিলে নিজ পিতৃ-আত্মা স'তে
জীয়ালে সুমিত্ৰা-পুত্ৰ লক্ষ্মণ প্ৰাণৰ ॥
তুমিয়ে দেখালা দেৱি ! সীতাক পাতাল
তোমাৰ মায়াতে জন্ম পালে মহাকাল ॥

৬

ই ঘোৰ নিশাত, দেৱি ! মায়াত তোমাৰ হায় !
পিতাকৰ প্ৰেতাত্মাৰ স'তে সম্ভাষণ

কৰিছিলে হেমলেট্ (ওফিলীৰ[১] প্ৰাণধন,
প্ৰাণৰ উপাস্য দেৱ) শেষে কৰি ৰণ
লিয়েৰটিচৰে স'তে, হায় ! দেৱি ! অকালত
কৰিলে পৰাণ ত্যাগ মাথোঁ তোমাৰ দোষত ॥
তুমিয়ে বধিলা, দেৱি ! পাতি মহা কুট-জাল
ডন্‌কেনৰ প্ৰাণ মেক্‌বেথৰ হাতত
শুনাই ভৱিষ্য-বাণী দুটি দুটি অৰ্থ থকা
পিশাচীৰ মুখে, হায় ! ঘটালা বিপদ ॥
তোমাৰ ছলতে এৰে মূৰ[২] ওথেলোৱে প্ৰাণ
সংহৰি প্ৰাণৰ প্ৰিয়া ডেচ্‌দিমোনাৰ পৰাণ ॥
দেখিলে ৰোমিও, দেৱি ! তোমাৰ মায়াতে মাথোঁ
চিৰশত্ৰু কেপুলেট-উৎসৱৰ ঘৰ,
তোমাৰ ছলতে লভি ভালপোৱা জুলিয়াৰ[৩]
উভয়ে লভিলে শেষে শান্তি স্বৰগৰ ॥
প্ৰেমিক-প্ৰেমিকা দুয়ো মিল হ'ল অন্তিমত
প্ৰেমৰ অপূৰ্ব চিত্ৰ দেখুৱাই জগতত ॥

৭

চাবাছ্ ! কল্পনা ! তুমি, তুমি কিন্তু বহুৰূপা,
অস্থিৰা চঞ্চলা তুমি, একো থিৰ নাই
তোমাৰ ভাবৰ, তুমি কাকোবা সজোৱা, দেৱি !
সুখী কৰি, কাকো তুমি খোৱা কন্দুৱাই ॥
তোমাৰ মাথোন, দেৱি ! নিৰ্মল ছলত পৰি
কান্দিছিলে শতপুত্ৰ-শোকে গান্ধাৰী কুঁৱৰী ॥
মায়াবিনী তুমি অতি– তোমাৰ মায়াতে পুনু
ভাৰত-ৰমণী ৰত্ন সাবিত্ৰী সুন্দৰী
সতীত্ব মহিমা-ভৰা কৰি এই ভাৰতক
জীয়ালে আপোন স্বামী নানা ছল কৰি ॥
তোমাৰ মাথোন মায়া কৃষ্ণে কৰি কংসভয়
আছিলে তাহানি সেই নন্দৰ ঘৰত গই ॥
মায়াবিনী তুমি যদি নহ'লাহেঁতেন, দেৱি !
কিৰূপে কৰিলে হয় পাৰিছে ট্ৰয়ৰ[৪]
মেলিনচৰ প্ৰেয়সী হেলেনা দেৱীক চুৰি ?
কি সাধ্যে তেনে, হে দেৱি ! আছে পাৰিচৰ ?
মহাযুদ্ধ 'ট্ৰয়যুদ্ধ'[৫] মহাকাব্য 'ইলিয়াদ[৬]
পালেকিহেঁতেন, দেৱি ! জগতৰ নৰে স্বাদ ?

৮

যাহোক, কল্পনা ! তুমি ই ঘোৰ ৰাতিত মোক
চেনেহি ! চেনেহ কৰি কোৱাচোঁ এবাৰ,
সৌৱা যে দূৰত কিবা জ্বলিছে পোহৰ এটি,
কিহৰ পোহৰ সিটো ? সেই ঘৰ কাৰ ?
নোহোঁ কালিদাস মই, নহওঁ ভাৰবী, দেৱি !
নোহোঁ ভৱভূতি, ভৰ্তৃ, নোহোঁ মই কোনো কবি ।
নোহোঁ চেক্সপীৰ কিম্বা ভাৰ্জিল হোমাৰ মই,
নোহোঁ ছদি, নোহোঁ স্কট, নহওঁ মিল্টন,
নোহোঁ ব্যাস, বাল্মীকি, দান্তে, ড্ৰাইদেন, মুৰ,
নোহোঁ কবি বাইৰন, ছেলী, টেনিছন ॥
নাই তেনে ভাগ্য মোৰ, মই সি সবৰ দৰে
ভুলাম জগত-জন তেনে সুললিত সুৰে ॥
মোৰ বল-বীৰ্য, দেৱি ! আকাশ-কুসুম মাথোঁ,
দুৰাশা সঙ্গিনী মোৰ সদা সৰ্বকাল,
চকু নাই, খোজোঁ চাব পূৰ্ণিমা-নিশাৰ জোন
কোন মূৰ্খ মোৰ দৰে ? কিনো ই কপাল !!
তুমি, হে কল্পনা দেৱি ! কবিৰ আৰাধ্য ধন,
কিবা পুণ্য আছে মোৰ পাম মই সি ৰতন ?

৯

কিন্তু, হে কল্পনা দেৱি ! তুমি অতি দয়াময়ী
কৃপা কৰি কোৱাঁ, সেয়া কিহৰ পোহৰ ?

১ Ophelia ৰ ২ Moor জাতীয় ৩ Juliet ৰ ৪ Troy দেশৰ ৫ Trojan war.
৬ গ্ৰীক মহাকবি হোমাৰে (Homer) লিখা 'ইলিয়াড্' (Illiad) মহাকাব্য ।

কোনেনো জ্বলায় চাকি এই ঘোৰ অৰণ্যত ?
কিহৰ পোহৰ, দেৱি ! ই নিশা দুপৰ ?
এই মহা নিশা সৰে আছে ঘোৰ টোপনিত,
কোন তেওঁ সাৰে আছে, দেৱি ! কিনো গুণনিত ?
কোৱাঁ, দেৱি ! কোন তেওঁ ? সেই চাকি পোহৰত
কি লিখিছে ? কি চিন্তিছে ? কাৰ আৰাধনা–
কৰিছে নিৰৱে আজি ? লিখিছে কাব্য, কবিতা–
মন-প্ৰাণ মুগ্ধকৰ তেওঁ কি, কল্পনা ?
যদি নাই লিখা, দেৱি ! কোনে আজি কি কৰিছে ?
কোনেনো জ্বলাই চাকি তাত টোপনি গইছে ?
কোৱাঁ, দেৱি ! দেখোঁ তাত কিহৰ পোহৰ সিটো ?
এনেয়ে 'কালিকাজুই' ? ঘোৰ এন্ধাৰত
শনি-মঙ্গলৰ নিশা (শুনিছোঁ কাণেৰে মাথোঁ)
এনেয়ে ওলায়, দেৱি ! গছৰ তলত ?
নোহে যদি, ব'লা, দেৱি ! যাওঁ তেনে দুয়োজন,
ব'লা, কিনো আছে তাত কৰোঁ গই দৰশন ॥

## দ্বিতীয় সৰ্গ

"......Tho' ours the home of want,
I never repine ;
Art thou not there, even thou a priceless jem
and mine ?"
—*Maichael M.S. Dutt*

১

পাঠক ! কেনুৱা তুমি, তোমাৰ হৃদয় কেনে ?
আছেনে তোমাৰ ভূত-পেৰেতৰ ভয় ?
যদি আছে, হে পাঠক ! দূৰ হোৱাঁ তুমি,
নতু,– হোৱাঁ নিৰ্ভয় হৃদয় ॥

সাহসে ভৰাই হিয়া আহাঁ, হে পাঠক ! তুমি
যাওঁ আজি, চাওঁ সেয়া কিহৰ পোহৰ ?
পুৰুষ জনম ধৰি যদি ভূত-ভয়
কৰা, তুমি পুৰুষ কিহৰ ?
যদি কৰা ভূত-ভয় হাঁহিব জগত-জনে,
মাইকী ছোৱালী বুলি জগতে নিন্দিব ।
থাকিব দুৰ্যশ বৰ তোমাৰ, পাঠক !
ভয়াতুৰ ! জগতে হাঁহিব ॥
নকৰিবা ভয় তুমি, সাহসী পাঠক মোৰ !
সাহিয়াল হোৱাঁ আগে আগে যাওঁ মই,
আহাঁ পাছে পাছে তুমি,–সোমাওঁ অৰণ্য,–
আহাঁ আজি নিৰভয় হই ॥

২

তুমিও আহাঁ, হে দেৱি ! কল্পনা কবিৰ প্ৰাণ !
নকৰিবা বেলা আৰু, বধ লাগে মোৰ !
ব'লা যাওঁ, সোঁৱা, দেৱি ! বনৰ মাজত
কিয় জ্বলে অগনিৰ জোঁৰ ?
ইনো কি আকউ ! কোনে উচুপি কান্দিছে, দেৱি !
সোঁৱা বনৰ মাজত ? কোৱাঁ দেৱি ! মোক
এই মহা নিশা আজি এনুৱা কালত
জনমিলে কাৰ মহাশোক ?
কিয় কান্দে ? কান্দে কোনে ? পালে কোনে পুত্ৰ-শোক
নহ'লে কান্দিছে কোন ? কোন দুৰ্ভাগিনী
হেৰুৱাই পতিধন, পৰাণ ৰতন,
কান্দে আজি হই অনাথিনী ?
মাততে জানিব পাৰি মাইকী মানুহ বুলি,
শোকাকুলা বুলি দিয়ে চিনাকি কান্দোনে ;
বৰ শোক পাওঁ, দেৱি ! দেখুৱা তেওঁক
কান্দিছে যি সঘনে সঘনে ॥
দিয়াঁ দিব্যচকু মোক মই আজি লওঁ চাই,
কোনেনো কান্দিছে এই বনৰ মাজত ?

ই ঘোৰ নিশাত, দেৰি ! ওলায়নো কাৰ
চকুপানী দুয়ো নয়নত ?

৩

ইনো কি আকউ ! এই সোণৰ পুতলা, হায় !
বনৰ মাজত দেহা লুতুৰি-পুতুৰি !!
অকলে অৰণ্য-মাজে গছৰ তলত
বিষাদত কান্দিছে ফেঁকুৰি ॥
কিয় কান্দে ? কাৰ এওঁ প্ৰেমৰ প্ৰতিমা ধন ?
কাৰ বিৰহত আজি খাটে বনবাস ?
যৌৱনেৰে ভৰা, আহা ! সুন্দৰী প্ৰতিমা
কাৰ আশে হইছে নিৰাশ ?
কেনুৱা প্ৰণয়ী সিটো ? ত্যাজিলে যিটোৱে, হায় !
এনুৱা লাৱণ্য মূৰ্তি অকলে বনত ?
কোন সিটো মহা পাপী নিৰ্বোধ পুৰুষ ?
নাই তাৰ প্ৰেম হৃদয়ত ?
ধিমিক্-ধামাক্ কৰি দুৰ্‌ঘোৰ অৰণ্যত,
গাভৰুৰ কাষে জ্বলে এটি মাত্ৰ চাকি,
এই পোহৰিলে,-এই কৰিলে এন্ধাৰ,
উঠে জ্বলি পুনু থাকি থাকি ॥
কোননো গাভৰু এওঁ ? কান্দে কি কাৰণে হায় ?
আছে কি কাৰণে বহি প্ৰাণশূন্যা-সম ?
কিয় কাঢ়ে হুমুনিয়া দীঘল দীঘল ?
কিয় পুনু কৰিছে ক্ৰন্দন ?
কান্দিছে মচিছে পানী দুয়োটি চকুৰে পৰা ;
বাটলই চায় ঘনে কিহৰ আশাত ?
আহিবনো কোন ? আছে কোনবা তেওঁৰ ?
থাকি থাকি কিয়নো নিমাত ?

৪

ইনো কি আকউ ! এটি মনোহৰ ডেকা-মূৰ্তি
এখুজি-দুখুজি আহে গাভৰুৰ ফালে ।
ক'ৰ ডেকা ? কোন এওঁ ? এই মহানিশা
আহে কিয়– ই ঠাই অকলে ?
গাভৰু তিৰোতা হায় ! তাতেই অকলে আজি ;
ই ঘোৰ নিশাত ডেকা গাভৰুৰ কাষে
আহে কি কাৰণ ? আছে কিবা অভিপ্ৰায় ?
নতু, কিয় আহে কোন আশে ?
বিৰস বদন ডেকা (আকৃতি দেখিলে, হায় !
ৰজাৰ কোঁৱৰ বুলি জনমে বিশ্বাস)
ধীৰে ধীৰে আহি, বহি গাভৰুৰ কাষে
পেলালেহি দুখৰ নিশ্বাস ॥
গাভৰুৰ হাত ধৰি বিষাদ ব্যাকুল ডেকা
উলিয়ালে চকুপানী, বাৰিষা কালত
পৰে যেন বৰষুণ, পৰিলে সিৰূপে
চকুপানী অৰণ্য-মাজত ॥

৫

কান্দি কান্দি মহা শোকে বুলিলে দুখেৰে ডেকা–
"হায় ! মোৰ প্ৰাণেশ্বৰি ! প্ৰিয়ে জয়মতি !
কিয় তুমি আহিছিলা এই ঘোৰ বন ?
কিয় ভোগ কৰা দুৰগতি ?
মই দুৰ্ভগীয়া, প্ৰিয়ে ! দুখ-কষ্ট অৰণ্যৰ
আছে অদৃষ্টত মোৰ, কঙ্গালে সইতে
অৰণ্যত আহি তুমি, হই কাঙ্গালিনী
ভুঞ্জা ক্লেশ কিহৰ নিমিত্তে ?
হায় ! প্ৰিয়ে ! তুমি মোৰ হিয়া-ফুলনিৰ ফুল
ঢোপাকলি হয়ে নেকি থাকিবা সদায় ?
নুফুলি নাহাঁহি, প্ৰিয়ে ? হায় ! অকালত
ঢোপাকলি লেৰেলি শুকায় !!
বনৰ গোলাপ প্ৰিয়ে ! নিজে ফুলে নিজে সৰে,
আপোন গোন্ধত থাকে নিজে মোহ গ'ই,
নিৰ্জনে বনত জহে–বনৰ মাজত
সি কাৰণে মমতা নহয় ॥

কিন্তু তুমি, প্ৰাণেশ্বৰি ! মোৰ ফুলনিৰ ফুল,
আদৰ-সাদৰ কৰি তোলা যতনেৰে,
তোমাৰ ই কষ্ট মই কি ৰূপে সহিম ?
হায় ! প্ৰিয়ে ! হৃদয় বিদৰে ॥
তোমাৰ কেলেশ, প্ৰিয়ে ! মোৰ হৃদয়ত শেল,
ভুঞ্জিছো যি কষ্ট মই, যদি এশ মুখ
অন্য কথা এৰি তাকে কয় নিৰন্তৰ,
নোৱাৰে বৰ্ণাব মোৰ দুখ ॥
হায় ! প্ৰিয়ে ! যাৰ মুখ দেখিলে আগেয়ে মোৰ
উঠলে আনন্দ-ঢউ, ভুলোঁ শোক-দুখ,
জনমে সন্তাপ আজি দুৰ্ঘোৰ যাতনা
কিয়, প্ৰিয়ে ! দেখি সেই মুখ ?
যাক দেখি, হায় ! প্ৰিয়ে ! হৃদয় তোমাৰ নাচে
যাক দেখি হাঁহা পূৰ্বে হাঁহি মিচিকিয়া
কিয়, প্ৰিয়ে ! কান্দা তুমি দেখি আজি তাক ?
কিয় মুখ হাঁহি নাইকিয়া ?
তোমাৰ কেলেশ, প্ৰিয়ে ! নোৱাৰোঁ সহিব আৰু,
ব'লা, থই আহোঁ গই তোমাক ঘৰত ।
মোৰ শত্ৰু ল'ৰাৰজা, মই বৈৰী তাৰ,
তুমি ভয় কৰিছা কিহত ?
দেখা পাই, প্ৰাণেশ্বৰী ! চকুলো তোমাৰ, হায় !
কান্দিছে অন্তৰ মোৰ, জ্বলিছে অগনি
হৃদয়ত, শোক-ঢউ উঠলে সঘনে,
প্ৰিয়ে ! মই নাপাওঁ তৰণি
জনমিছে যেনে কষ্ট চকুলো তোমাৰ দেখি,
ভুঞ্জিছোঁ যেনুৱা ক্লেশ তোমাৰ দুখত,
তেনুৱা শবদ নাই, যি শব্দেৰে, প্ৰিয়ে !
প্ৰকাশিম তোমাৰ আগত ।"
এই বুলি গদাপাণি নিৰৱে থাকিল শোকে,
জৰ জৰ কৰি পৰে চকুলো দুধাৰ ;
তিতে যেন ফল-ফুল নিয়ৰ-পানীত,
তিতে তেনে দুচকু গদাৰ ॥

৬

স্বামীৰ কেলেশ জানি পতিপ্ৰাণা জয়মতী
হুক্ হুক্ কৰি শোকে কান্দিব ধৰিলে,
যেনে নিয়ৰৰ পানী দুবৰি বনত,
চকুপানী তেনে ওলমিলে ॥
কান্দি কান্দি জয়মতী বুলিলে স্বামীক শোকে–
"তুমি মোৰ দুখুনীৰ একেটি ৰতন,
তুমি মোৰ প্ৰাণপতি তুমি মোৰ ধ্যান,
তুমি মোৰ জীৱৰ জীৱন ॥
প্ৰাণ এৰি, হায় ! নাথ ! থাকেনো ঘৰত কোনে
যি থাকে থাকোক, কিন্তু নাথাকে কদাপি
প্ৰাণ এৰি জয়মতী, যদি প্ৰাণ যায়,
পতিসঙ্গ নেৰিব তথাপি ॥
অৰণ্যত কিবা দুখ, হায় ! নাথ ! আছে মোৰ ?
তুমি য'ত আছা, মোৰ আছে স্বৰ্গ-সুখ,
তুমি তৰু, মই লতা, দুয়ো একে ঠাই,
তাত নাথ ! আছে কিবা দুখ ?
তুমি দেহা, মই ছায়া, দেহা য'তে থাকে, নাথ !
ছায়াও থাকিব তাতে, নতুন নহয়
এই কথা আজি, নাথ ! কিবা দুখ আছে ?
তাত মোৰ আনন্দ নিশ্চয় ॥
নাৰীৰ ভূষণ পতি, তুমি মোৰ অলঙ্কাৰ,
তুমি আছা বুলি, নাথ ! আছে সেন্দুৰৰ
ফোট মোৰ কপালত, বিধৱাৰ ক্লেশ
ভোগ কৰা নাই, প্ৰাণেশ্বৰ !
তেনুৱা ৰতন তুমি, তোমাক তিয়াগি, নাথ !
কিৰূপে ঘৰত থাকোঁ ? হায় ! কোন নাৰী
স্বামীক তিয়াগি থাকে সুখেৰে ঘৰত ?
হায় ! নাথ ! নোৱাৰি নোৱাৰি ॥
কি কৰিব ল'ৰাৰজা ? নাই সেই ভয় মোৰ,
নোহোঁ, নাথ ! মই অতি ভয়াতুৰা তিৰী,
মাৰিব পৰাণ মোৰ ? কিম্বা শাস্তি দিব ?

হায় ! নাথ ! সুখে স'ব পাৰি ॥
সকলো সহিব পাৰোঁ, নোৱাৰোঁ সহিব মাথোঁ
তোমাৰ বিলাই, নাথ ! শত্রুৰ হাতত !
নউ দেখোঁতেই মই তোমাৰ কেলেশ,
পৰোঁ যেন কালৰ মুখত ॥"
এই বুলি জয়মতী কৰিলে বিলাপ বহু,
বৰষুণ-পানী যেনে পৰে বাৰিষাত,
পৰে তেনে টোপা-টোপে চকুলো দুধাৰ
দুয়োটি চকুৰে পৰা গাত ॥

৭

ভাৰ্যাৰ কান্দোন শুনি বিয়াকুল গদাপাণি
কান্দি কান্দি ক'লে, "হায় ! প্রিয়ে জয়মতী !
পূৰ্ব জনমৰ মেৰ পুণ্যৰ বলত
তোমাক লভিলো ভাৰ্যা, সতী !
কতনো স্বামীৰ আছে কতনো তিৰোতাৰ, সতী !
কত স্বামী তিৰোতাৰ ভালপোৱা আছে,
কিন্তু, প্রিয়ে ! যেনেকেই ভালপোৱা তুমি,
সন্দেহ তেনুৱা আছে নাছে ॥
সেই বুলি কিন্তু, প্রিয়ে ! মই বৰ শোক পাওঁ,
তোমাৰ কেলেশ দেখি জীৱন নৰয়,
তিনি সাজ নাই খোৱা, আৰু কত দিন
জীবা তুমি নাখাই-নবই ?
কুমলীয়া লতা, হায় ! নিৰস মাটিত, প্রিয়ে !
নাপালে গুৰিত ৰস, জীয়ে কত দিন ?
অকালত, হায় ! মোৰ কুমলীয়া লতা
নিৰস, বিবৰ্ণ শোভাহীন !!
কাকনো খুজিম, প্রিয়ে ?কোনেনো কি দিব, হায় !
নিৰ্জন বনত এই ?– বহুকষ্টে মই
আনিছো চাউল মুঠি, নাকান্দিবা আৰু,
প্রিয়ে ! তুমি যোৱাঁ ৰান্ধাগই ॥

যদিও দৰিদ্র আজি নাই তাত দুখ মোৰ,
তুমি যাৰ আছা তাক দৰিদ্র নকয়
আছে যাৰ প্রিয় ভাৰ্যা নিচিনা তোমাৰ,
সদা তাৰ স্বৰ্গ-সুখ হয় ॥
দৰিদ্রতা দুখে নাকান্দো অলপো প্রিয়ে ?
নাপাওঁ কেলেশ মই বনৰ দুখত,
পাওঁ মাথোঁ বৰ শোক দেখিলে তোমাৰ
দুধাৰি চকুলো নয়নত ॥"
এই বুলি গদাপাণি চকুৰ চকুলো টুকি,
দিলে খুজি অনা, হায় ! চাউল টুপলি ;
ৰান্ধি-বাঢ়ি জয়মতী খুৱালে স্বামীক,
খালে ভাত চকুলো মিহলি ॥

৮

চকুলো ! কেনুৱা তই ? কেনুৱানো তোৰ, হায় !
নিৰ্দয় হৃদয় ? তই কিয়নো ওলাৱ ?
কি সুন্দৰ চকু দুটি ! নাই ক'তো বিন্ধা,
ওলাবৰ কেনি বাট পাৱ ?
নিৰ্দয়া, চকুলো ! তই, যৱে অভিমন্যু বীৰ
বিদায় মাগিব গ'ল উত্তৰাৰ ঠাই
হায় ! যুদ্ধ-যাত্রা কালে, দুৰ্ভাগী উত্তৰা
দেখিলে এন্ধাৰ তোক পাই ॥
তয়ে নে, চকুলো ঐ ? যি ধৰিলে ঢাকি, হায় !
উত্তৰাৰ দুই চকু ? যৱে দেখা হয়
শেষ দেখা স্বামী স'তে ? নেদেখিলে সতী
পতি-মুখ ? সেয়েনেকি তই ?
কত আশা কৰি দেৱী সুভদ্রা পৰাণ ভৰি
খুজিছিল চাই ল'ব অভিমন্যু-ধন,
তই কিন্তু, নিৰদয়া ! ঢাকিলি দুচকু !
নেদেখিলে প্রাণৰ নন্দন ॥
নিৰ্দয়া, চকুলো ! তই, তোৰ অতি কাঠ-চিত,

দুৰ্ভগীয়া দুৰ্ভাগীক কত বাধা দিয় !
আশাত নিৰাশ কৰ, হায় ! পাপীয়সি !
তোৰ এনে কুস্বভাৱ কিয় ?

৯

কিয় নিন্দো, হে চকুলো তুমি অতি দয়াৱতী,
মিলনৰ পাছে পাছে প্ৰেয়সী-বিৰহে,
হৃদয় ব্যাকুল হ'লে, কোনে শান্তি দিয়ে ?
তুমি তেও, আৰু কোনো নোহে ॥
হে চকুলো ! নিন্দো কিয় ? বিপত্নীক হিতেশৰ
তুমি মাথোঁ ভাৰসাৰ থল সংসাৰত,
হেৰুৱাই অকালত জীৱন-সঙ্গিনী,
তুমি তাৰ সঙ্গী জীৱনত ॥
প্ৰাণাধিকা অৰ্দ্ধাঙ্গিনী অৰ্দ্ধ অঙ্গ শূন্য কৰি
সুখৰ সপোন ভাঙ্গি গইছে স্বৰ্গত,
তুমি মাথোঁ হিতেশক শান্তি দিয়া, দেৱি !
সখীৰূপে দুখৰ কালত ॥
আৰু—
দুৰ্ভগীয়া নৰ যৱে পৰে, হায় ! বিপদত,
বন্ধুৱে তিয়াগি তাক যায় এৰি থই,
কিন্তু, হে চকুলো ! তুমি তেনুৱা কালত
থাকা তাৰ লগৰীয়া হই ॥
ই স্নেহ সামান্য নোহে, এনুৱা চেনেহ নাই ;
নাই নৰ-হৃদয়ত, হায় ! কোনজন
বিপদৰ সঙ্গী হয় ? আপদ কালত,
যৱে নৰ বিষাদ মগন ?
পৰাণৰ পুত্ৰে যৱে কৰে, হায় ! প্ৰাণত্যাগ
দুৰ্ভাগিনী জননীক কন্দুৱাই থই,
সিকালত হে চকুলো ! নিচুকায় কোনে
দুৰ্ভাগীক ? তুমিয়ে নহয় ?
জনক জীয়াৰী সীতা অশোক বনত যৱে
বন্দিনী আছিল, হায় ! তেনুৱা কালত
আছিল লগত কোন ? সৰমা ? নহয়
তুমিহে সীতাৰ লগত ॥
বিপদৰ বন্ধু তুমি, তুমি অতি দয়াৱতী,
বৰ স্নেহ কৰা তুমি বিপদ কালত,
নিচিনে তোমাক আনে, মই চিনি পাওঁ,
তুমি মাথোঁ বন্ধু বিপদত ॥

১০

কি কাম কৰিলা, দেৱি ? কিহৰ লগত আনি
মিহলি কৰিলা কাক ? হায় ! হে কল্পনা !
এৰি চকুলোৰ কথা, যাৰ কথা লাগে
কোৱাঁ তাক নকৰা ছলনা ॥
খাই-বই জয়মতী শুৱালে আপোন স্বামী,
আপুনিও শুলে তাতে অৰণ্য-মাজত,
দ্বাপৰ যুগত যেনে সতী পতিব্ৰতা,
দময়ন্তী নলৰ কাষত ॥
মাতৃৰ কোলাত যেনে ল'ৰা শোক-দুখ ভুলে
ভুলিলে সিৰূপে ক্লেশ নিদ্ৰাৰ কোলাত
দুয়োটিয়ে, নাই আৰু কোনো শোক-দুখ,
পাহৰিলে সকলো নিদ্ৰাত ॥
পাঠক ! কি কৰা তুমি ? থাকানে ইয়াতে আজি ?
থাকি কি কৰিবা ? আৰু নালাগে থাকিব ।
দুখে-শোকে দুয়োটিয়ে শুইছে খন্তেক,
সাৰ পাই আকউ কান্দিব ॥

## তৃতীয় সৰ্গ

"...........O happiness enjoy'd but of a few !
And if possess'd as soon decay'd and done
As is the morning's silver melting dew
Against the golden splendour of the sun !"

*SHAKESPEARE*

১

গ'ল অন্ধকাৰ ৰাতি, আহিল পুৱতি ঘূৰি,
জীৱ-জন্তু পালে সাৰ পাই পুনু প্ৰাণ ;
দেখা দিলে পূব ফালে ৰঙ্গচুৱা বেলিটিয়ে,
বনৰ চৰায়ে গায় নানা সুৰে গান ॥
ধীৰে ধীৰে আহে-যায় পুৱাৰ বতাহজাকি
নচুৱাই লাহে লাহে বিৰিখৰ পাত,
টোপা-টোপে টপ্ টপ্ পৰে নিয়ৰৰ টোপা
সঘনে সঘনে আই পৃথিৱীৰ গাত ॥

২

নিয়ৰ ! তুমিনো কোন ? কাৰ চকুপানী ঐ ?
পৰিছা মাটিতে ।
কোৱাঁ তুমি, কোৱাঁ আজি নিয়ৰ ৰূপ ধৰি
কিয় টোপা-টোপে পৰি থাকা নিতে নিতে ?
কান্দিছে কোনেনো, হায় ? কেনুৱা সিদেশ ঐ ?
কান্দে তেওঁ য'ত ?
যাৰ চকু-পানী তুমি, কান্দিছেনো তেওঁ আজি
কাৰ বিৰহত পৰি ? নহ'লে কিহত ?
নিয়ৰ ! স্বৰ্গীয় তুমি ; স্বৰ্গৰ চকুলো ঐ ?
আছেনে স্বৰ্গতো
দুখ শোক ৰোগ ব্যাধি বিৰহ বিচ্ছেদ ক্লেশ
চেনেহী সুৱলা দেৱকন্যাৰ মনতো ?
আছেনে স্বৰ্গতো, হায় ! দুখুনী বিধৱা ঐ
চিৰ দুৰ্ভাগিনী ?
কালৰ হাতত পৰি পলাই লুকালে যাৰ
পৰাণৰ পতি-ধন নয়নৰ মণি ?
দুৰন্ত ৰোগৰ হাত তাতো নেকি আছে ঐ ?
স্বৰ্গৰ মাজত ?
তাতো কিয় মইনা মোৰ ৰোগৰ জ্বালাত পৰি
দুধাৰি চকুলো টোকে নিৰৱে দুখত ?
সোণৰ সংসাৰখনি ভাঙ্গি অকালত ঐ
গইছে স্বৰ্গত !
চাৰিটি ল'ৰা-ছোৱালী ডিঙ্গিত দি গই বান্ধি,
চকুলো টুকিছে জানো তাতো বেজাৰত ?
মোৰো যে মইনা পাৰে সকলো সহিব ঐ
নোৱাৰে মাথোন--
দেখিব বিলাই এই দুৰ্ভগীয়া হিতেশৰ-
আজি দেখি সি বিলাই-ওলায় কান্দোন ?
মইনা কি কান্দে আজি ? টুকিছে চকুলো ঐ ?
পৰিছা মাটিত ?
চৰণত ধৰোঁ মই (যদিহে নহয়) কোৱাঁ
কাৰ চকুপানী তুমি পৰা নিত নিত ?
শুনিছোঁ স্বৰ্গৰ বোলে দেৱকন্যা সবে ঐ
সন্তাপ নাপায় !
নাই তাত দুখ শোক বিৰহ বিচ্ছেদ ক্ৰোধ,
স্বৰ্গ বোলে চিৰ সুখ মিলনৰ ঠাই ॥
কিন্তু, হায় ! পৃথিৱীৰ মানুহৰ ক্লেশ ঐ
সহিব নোৱাৰে-
স্নেহময়ী দেৱকন্যা ? হৃদয় কোমল অতি,
নৰৰ কেলেশ দেখি চকুপানী পৰে ?
সেয়ে নেকি তুমি ? সেই চকুলো দুধাৰি ঐ
স্বৰ্গীয় কন্যাৰ ?
নিচিনো, নিয়ৰ ! তুমি কাৰনো চকুৰ পানী,
কতনো মনতে ভাবি চাওঁ কতবাৰ ॥

গুৰু-পত্নী হৰি চন্দ্ৰ আকাশ মাৰ্গত ঐ
কলঙ্ক ভয়ত,
নিৰৱে টুকিছে নেকি চকুলো দুধাৰি, হায় ?
নিলাজী হাঁহিৰে হাঁহি বাহিৰে মুখত ?
নিচিনো, নিয়ৰ ! তুমি কাৰ চকুপানী ঐ ?
সদা চিন্তা হয়–
সঁচা নেকি স্নেহময়ী জগতৰ জননীয়ে
নৰৰ ক্লেশত কান্দে ? তাকে ভাবোঁ মই ॥
পৃথিৱীত নৰে কান্দে আয়ে দুখ পাই ঐ,
চকুলো টুকিছে ।
স্নেহময়ী আই বিনে কোনেনো কান্দিব আৰু ?
আইৰেহে টোপা-টোপে চকুলো সৰিছে ॥

৩

বৰষে অমৃতধাৰা কাণৰ বিন্ধাত পখী
ধৰি সুমধুৰ তান ( সুৱলা মধুৰ গান )
উথলে জগতবাসী শুনি তাৰ ধ্বনি ;
পালে সাৰ জীৱ-জন্তু জগতৰ প্ৰাণী ॥
শীতল বতাহ বলে ৰিব্ ৰিব্ ধীৰে ধীৰে,
প্ৰকৃতি মিচিকি হাঁহে, (শোভা সৌন্দৰ্যত ভাহে)
নতুন ৰূপত পুনু শোভে ত্ৰিভুবন,
জগতবাসীৰ কৰি প্ৰাণ বিমোহন ॥

৪

দুখ মনে জয়মতী সুধিলে স্বামীক ধীৰে–
"কিয় নাথ ! দেখোঁ আজি অন্য ভাব গাত ?
আগেয়ে দেখোন তুমি নিতে কথা কোৱাঁ,
আজিনো তবধ কিয় ? কিয়নো নিমাত ?"
"প্ৰিয়ে ? আজি কুসপোন" ধীৰে কয় গদাপাণি
৮ "দেখা পালোঁ টোপনিত পুৱা সময়ত
কুসপোনে মোৰ, প্ৰিয়ে ! কৰিছে হৃদয় দগ্ধ,
কুচিন্তাত বৰ দুখ পাইছোঁ মনত ॥"

"কি সপোন, হায় ! নাথ ?" সোধে পুনু জয়মতী
"কোৱা, নাথ ! কোৱাঁ মোক, দেখি কেনেকুৱা
অমঙ্গল, অলক্ষণ, পাইছা মনত ভয় ?
কি চিন্তিনো আজি, নাথ ! তধা হই ৰোৱা ?"
গদা–"ফুলনিবাৰীৰ, প্ৰিয়ে ! এজুপি গছত যেন
একেটি ডালতে, হায় ! একেটি ঠাৰিতে
ফুলিছিলে দুটি অতি সুন্দৰ গোলাপ ফুল
মিচিকি মিচিকি হাঁহি একোটি হাঁহিতে ॥
মলয়া বায়ুত যেন সেই দুয়ো পাহি ফুলে
নাচিছিলে হালি-জালি দুয়ো দুয়ে চাই,
চেঙ্গ চেঙ্গ কৰে হায় ! বহাগমহীয়া ৰ'দ
তুচ্ছজ্ঞান কৰিছিলে ইটে সিটে পাই ॥
তাকে দেখা পাই যেন কালৰূপী ধুমুহাই
নিদিলে ভুঞ্জিব আৰু সুখ মিলনৰ ;
উৰুৱাই লই গ'ল ছিঙ্গি তাৰে এটি ফুল,
পেলালে পানীত যেন দূৰ সাগৰৰ ॥
এই কুসপোনে, প্ৰিয়ে ! দহিছে হৃদয় মোৰ,
জানো, মই হেৰুৱাওঁ তোমাক প্ৰাণৰ ;
জানো, অকালত হায় ! ছিঙ্গে নিদাৰুণ পোকে
শিপা কুটি মোৰ এই চেনেহী ফুলৰ !!"

৫

সপোনৰ কথা শুনি বিয়াকুল জয়মতী
কিন্তু কৰি, কিবা ভাবি, সি ভাব গোপন,
বলেৰে মিচিকি হাঁহি, মাৰি অসত্যৰ হাঁচি,
ধীৰে ধীৰে স্বোৱামীক বুলিলে বচন ॥
"কিয়, নাথ ! মিছা ভয় ? স্বপ্ন জানো সঁচা হয়
অমূলক চিন্তা মাথোঁ তোমাৰ সপোন ।
কওঁ নাথ ! সিকাৰণে চিন্তা এৰি ৰঙ্গমনে
হোৱা আজি নিৰভয়, আনন্দিত মন ॥"
"যিটো ক'লা তুমি, প্ৰিয়ে !" বীৰ গদাপাণি কয়,
মিছা নোহে, কিন্তু মোৰ জনমিছে বৰ ভয় ॥

সপোন দেখাৰে পৰা বিয়াকুল প্ৰাণ মন,
অহা-যোৱা কৰে প্ৰাণ, কঁপে হিয়া ঘনে ঘন ॥
প্ৰিয়ে ! মোৰ এই ভয়– লোকে বোলে সঁচা হয়
পুৱতি নিশাত, হায় ! দেখে যি সপোন,
পুৱতিৰ সপোনত ৰাম গ'ল অৰণ্যত,
তাকে ভাবি কান্দে, প্ৰিয়ে ! মোৰ এই মন ॥"
"অধৈৰ্য নহ'বা, নাথ ! কৰোঁ মই প্ৰণিপাত"
বহুপৰ চিন্তি পাছে জয়মতী কয়,
"পানীতে ওপজে ঢউ পানীতে মৰে আকউ
সিটোৰ কাৰণে, নাথ ! কিয় কৰা ভয় ?"

৬

এই ৰূপে জয়মতী স্বামীক বুজালে বহু,
গদাৰ হৃদয়ে কিন্তু একো নুবুজিলে,
চিন্তা-সাগৰৰ, হায় ! অগাধ পানীত পৰি
আজি যেন গদাপাণি সমূলে ডুবিলে ॥
বহু কাল নানা ৰূপে ভাবি-চিন্তি গদাপাণি,
চিন্তা পিশাচীক কৰি সঙ্গিনী লগৰ,
প্ৰিয়াক অকলে থই নিৰজন অৰণ্যত ।
গ'ল বিচাৰিবলৈ আহাৰ পেটৰ ॥

৭

চাবাছ ! চাবাছ ॥ কাল ! ধন্য তোৰ 'কেৰামত' ।
ৰাতিটোতে কৰ তই নগৰকো বন,
ৰজাকো কঙ্গাল কৰ কঙ্গালকো ধনবান,
ধন কুবেৰকো কৰ দৰিদ্ৰ নিৰ্ধন ॥
গৰুৰ খোজকো, কাল ! কৰ তই একালত
অগাধ সাগৰ, কৰ সাগৰকো বালি-
নিৰ্জন বনকো কৰ মানুহে-দুনুহে ভৰা–
পৰ্বতো খহাই কৰ অহা-যোৱা আলি ॥
সিংহে যি নখেৰে স'তে অক্লেশে গম্ভীৰ মনে
উলিয়াই খায় হাতী-মূৰৰ মগজ,
তোৰ দাঁতে কিন্তু, কাল ! তেনুৱা সিংহৰ নখ
চূৰ্ণ কৰে, যেন হাতী খায় কলা গছ ॥
হায় ! যি বিষাল সাপ মাৰি বিষময় দাঁত,
পলতে কৰিব পাৰে প্ৰাণীৰ প্ৰলয়,
যাৰ ভয়ঙ্কৰ নাম শুনিলে পৰাণ কঁপে,
তাকো, কাল ! পৃথিৱীত লয় কৰ তই ॥

৮

স্বৰগ পৰাতো প্ৰাণ থাকে যি নৰৰ,
কৰ ক্ষয় কুশাঘাতে তাক ।
সাঁতুৰি পৰাণ যিটে সাগৰত পাই,
তাকো তই মাৰ নি পাৰত ॥
ইঁহুৱালে হাঁহে নৰ, কান্দে কন্দুৱায় যৰে,
উঠে বহে তোৰ ছলনাত ॥

৯

সৌ যে দেখিলি কাল ! ৰজা লাগি গদাপাণি
বিষাদ মনেৰে গ'ল বিচাৰি আহাৰ ।
কৰিছে ঘোষণা তেওঁ তোৰেহে সুকীৰ্তি গুণ ?
গাইছে 'নিষ্ঠুৰ কাল ! দাৰুণ দুৰ্বাৰ !!'
আৰু যে দেখিছ সৌৱা বিষাদিতা জয়মতী
অকলে অকলে আছে হাত দি গালত,
গাইছে তোৰেহে যশ ? 'নিৰ্মম হৃদয় কাল ।'
দেখিছে এন্ধাৰ আজি অৰণ্য-মাজত ॥

১০

তয়েহে কৰিছ কাল ! পাতি মহা কূট-জাল
কুঁৱৰীক জনম দুখিনী !
কৰিছ তয়ে, নিৰ্মম গদাকো দুখ-মগন
কন্দুৱাই নিদিয় তৰণি ॥
মহাবলী তই, কাল ! সকলোকে পাৰ তই
মচিব কি পাৰ
সতীত্ব-ৰত্নৰ ছবি সতী হৃদয়ৰ ?

১১

অভ্যাসত ৰাজভোগ পাহৰে ৰজাই,
দুখী ভুলে হৃদয়ৰ দুখ আপোনাৰ ;
সতী তিৰোতাই নেকি পাৰে পাহৰিব
পতিব্ৰত-মহাধন হায় ! দুৰাচাৰ ?
শালিকীয়ে তিয়াগিব পাৰে শালিকাক,
অনায়াসে হৰিণীয়ে তিয়াগে হৰিণ,
তিয়াগেনে সতী তিৰী স্বামী হেন ধন
প্ৰাণে প্ৰাণে গঁথা যাৰ হৃদয় অভিন ?

## চতুৰ্থ সৰ্গ

"................ Now I am bent to know
By the worst means, the worst for mine own good,
All cause give way ............."

— *SHAKESPEARE*

১

দিনৰ দুপৰ বেলা দিছে অতি চোকা ৰ'দ,
বলিছে বতাহ লই অগনিৰ তাপ,
গছৰ ডালত পখী লুকায় আঁৰত বহি,
সোমালে গাঁতত আহি বিষধৰ সাপ ॥
ব্যাকুল বনৰ পখী উশা লয় ঘনে ঘনে,
পাখি দুটি মেলি মেলি ঢাকিছে নিজা পোৱালি
বহুত ক্লেশত কাল কৰিছে যাপন,
নিৰৱে ডালত বহি সন্তাপিত মন ॥

২

হায় ! যেন ক্ৰোধ ভাবে আজি প্ৰকৃতি সুন্দৰী
নাশিব খুজিছে জীৱ ভৈৰৱীৰ মূৰ্তি ধৰি ॥
সহিব নোৱাৰি ৰ'দ লেৰেলিলে ফুলনিৰ
ফুলি থকা বহু ফুল, কুঁহি গছ-গছনিৰ ॥

৩

এনে সময়ত আজি চ'ৰাৰ মাজত বহি
চিন্তা-জ্বৰে ল'ৰাৰজা বিয়াকুল হই
কৰিছে মন্ত্ৰণা নানা (ষড়যন্ত্ৰ শত্ৰু-মৰা)
বৰুৱা-ফুকন আদি সভাসদ লই ॥
বুলিলে দুখেৰে ৰজা, "শুনা, হেৰা মন্ত্ৰীসৱ !
তিনি মাহ গ'ল ক'তো গদাপাণি নাই !
কেনি গ'ল ? আছে ক'ত ? জানো বনৰ মাজত
একো ঠিক নাই, মই কি কৰোঁ উপায় ?"
এই যেই বোলে ৰজা, ঠিক এনে সময়তে
এটা চাউডাঙ্গে আহি কৰিলে প্ৰণাম ;
বুলিলে হৰিষ মনে, "আৰু একো চিন্তা নাই,
সৰ্গদেও ! অতি শীঘ্ৰে গদাপাণি পাম ॥
গদাপাণি-জয়মতী বনৰ মাজত দুয়ো
লুকুৱাই আছে দেহা (প্ৰাণ আপোনাৰ)
আৰু দুটা পালে লগ, যাওঁ পুনু এতিয়াই
আনোগই ধৰি মই গদাক তোমাৰ ॥"
বুলিলে আনন্দে ৰজা "দিওঁ, মিহি ! ধন্যবাদ !
পুনু ধন্য দিওঁ তোক ! দিলোঁ লগ তোৰ
যত লাগে, শীঘ্ৰে তই যা সেই বনত আজি,
ধৰি আন চিৰশত্ৰু গদাপাণি মোৰ ॥
দিম তোক মণি-মুক্তা সুন্দৰ পোৱাল বহু,
বহুমূল্য ভাব যাক সকলোৱে কৰে,
পাতি ল'ম হাজৰিকা গাঁৱৰ মাজত তোক,
আচৰিম মিত্ৰভাব দুয়ো পৰস্পৰে ॥"

৪

এই বুলি ল'ৰাৰজা ৰ'ল কিবা ভাবি-চিন্তি,
আচৰিত হ'ল সবে বৰুৱা-ফুকন,
ৰজাৰ বচন শুনি কৰুণ সুৰেৰে
বুলিব ধৰিলে সৰ্বজন ঃ
"কি কৰিলে গদাপাণি ? অপৰাধ কি তেওঁৰ ?

কোৱাঁ, মহাৰাজ ! কিয় হিংসা কৰা তুমি
তেওঁক ইদৰে ? তেওঁ নিহিংসে তোমাক,
গদাপাণি সৰলতা-ভূমি ॥"

৫

"তুমি ৰজা হ'লা বুলি গদাৰ মনত কিন্তু
নাই একো দুখ, তুমি মাৰিবৰ মনে
বিচৰা তেওঁক, হায় ! সিকাৰণে গদাপাণি
পলাই লুকাই আছে বনত গোপনে ॥
থাক'ক থাকিব দিয়া লুকাই গদাপাণিক
ফুৰ'ক পৰ্বতে-বনে পলাই পলাই
ৰাজ্য-সুখ কৰা ভোগ নিশ্চিন্ত মনত তুমি,
কিয় ভয় ? কি অনিষ্ট কৰিছে গদাই ?
কি কৰিব পাৰে গদা ? কি ভয় তোমাৰ আছে ?
নিৰ্দোষী গদাৰ প্ৰাণ কিয় মাৰা তুমি ?
নিশ্চয় নহয় গদা কোনো দোষে দোষী, ৰজা !
তেওঁক কিয়নো শাস্তি দিবা ধৰি আনি ?
মিনতি কৰিছোঁ, তুমি এৰাঁ এই দ্বেষ ভাব,
মহাৰাজ ! দুৰ্ভগীয়া গদাৰ লগত,
নিহিংসে তোমাক গদা, হিংসিছা সদায় তুমি
গদাক, ঘৰত কিম্বা ঘোৰ অৰণ্যত ॥"

৬

"কিয় বাধা, মন্ত্ৰীসৱ !" বোলে ল'ৰাৰজা,
"তোমাসৱে আৰু মোক নকৰিবা বাধা,
ৰাজ্য-সুখ ৰাজ-ভোগ একোৱে নহয়
জীয়াই থাকোঁতে মোৰ চিৰশত্ৰু গদা ॥
গদা মোৰ মহাশত্ৰু, জীয়াই থকাত,
ৰাজ-ভোগ সুখ-শান্তি নোৱাৰি ভুঞ্জিব,
যেনে-তেনে উপায়েৰে লাগিব নিশ্চয়,
মন্ত্ৰীসৱ ! চিৰশত্ৰু গদাক মাৰিব ॥"
মন্ত্ৰীসৱ ঃ "কুলক্ষণে ল'লে লগ ! নধৰিবা দোষ,
মহাৰাজ ! ধৰ্ম কথা নোৱাৰি নকই,
নসহে ঈশ্বৰে এনে কূট অত্যাচাৰ
অদোষত, ৰজা ! তুমি জানিবা নিশ্চয় ॥"

৭

এই বুলি সকলোটি ৰ'ল পুনু মনে মনে,
উঠিল ৰজাৰ খঙ্গ অগ্নি-মূৰ্তিমান,
সভা ভাঙ্গি গ'ল সৱে নিজা নিজা ঘৰে
অথিৰ ব্যাকুল মন-প্ৰাণ ॥
লাহে লাহে সূৰ্যদেৱ ল'লে ভাটীফালে ঢাল,
হ'ল আহি ধীৰে ধীৰে আবেলি সময়,
ওলালে এনেতে মিহি বিচাৰি গদাক
অৰণ্যৰ ফালে আজ্ঞা লই ॥
পোন্ধৰ কি ষোলজন গ'ল তাৰ লগ লাগি,
মদৰ জ্বালত সৱে উন্মত্ত প্ৰায় !
নগণে কাঁইট বন, নগণে অৰণ্য
হাবি-বন ছিঙ্গি-ভাঙ্গি যায় ।

## পঞ্চম সৰ্গ

"......... Oh spare my flower, my gentle flower
The slender creature of a day !
Let it bloom out its little hour
And pass away ......................."

— *ANONYMOUS*

" ...........Her tears began to turn their tide
Being prison'd in her eye,like pearls in glass
Yet sometimes falls an orient drop beside
Which her cheek melts, as scorning it should pass
To wash the foul face of the sluttish ground."

— *SHAKESPEARE*

১

দিনৰ আবেলি বেলা দুখমনে আছে বহি
গদাপাণি জয়মতী বনৰ মাজত,
কি সাধ্য কবিৰ ? হায় ! পাৰে কি বৰ্ণাব কবি
আহিছে যতনা চিন্তা খন্তেকৰ পাছে পুনু
আহিলে আকউ এটি, মহাসাগৰত
যিদৰে উথলে ঢউ দুয়োটিৰে সেইৰূপে
চিন্তা ঢউ উঠি উঠি খেলিছে মনত ॥
চিন্তা সাগৰত পৰি গদাপাণি-জয়মতী
উটি উটি যায়, হায় ! হেৰুৱালে পাৰ !
কেনেকই পায় পাৰ ? সাগৰ অপাৰ ॥

২

সকলোৰে আছে পাৰ, প্ৰশান্ত সিন্ধুৰ
এটলাণ্টিক সাগৰৰ দেখা যায় পাৰ ।
নাই মাথোঁ একো পাৰ চিন্তা-সমুদ্ৰৰ,
উটি গ'লে ৰক্ষা নাই, মাথোঁ হাহাকাৰ ॥
এনে সাগৰত পৰি ঢউৰ মাজত
গদাপাণি-জয়মতী জলা-কলা হ'ল,
নাই সুখ নাই শান্তি সদা বিয়াকুল,
চকুলো টোকোঁতে নিতে বেলি মাৰ গ'ল ॥

৩

পিন্ধি সাজ ধোঁৱাময় মুখ হাঁহিমুৱাকই
সন্ধিয়া আইটি আহি হ'ল উপস্থিত ।
বাজে দবা দেৱালত আৰু ৰজাৰ ঘৰত,
গৰখীয়া বান্ধে গৰু আনি গোহালিত ॥

৪

দেখোঁতে দেখোঁতে গ'ল সন্ধিয়া সুন্দৰী,
ক'লা ৰিহা-মেখেলাৰে আহি নিশা আই
দিলেহি মৰ্ত্যত দেখা, তেওঁৰ কোলাত
শুলে জগতৰ প্ৰাণী সুকোমল পাই ॥
চিন্তা-সাগৰত উটি দুখ-ভাগৰত
গদাপাণি-জয়মতী দুয়োটিয়ে শুলে ।
ধন্যবাদোঁ, হে টোপনি ! তোমাৰ স্নেহত
জগতৰ পৰাণীয়ে শোক-দুখ ভুলে ॥
আৰু দিওঁ ধন্যবাদ তোমাক, টোপনি !
অতি চেনেহেৰে ভৰা তোমাৰ হৃদয় ;
নেৰা তুমি বিপদতো, হায় ! যিকালত
মানুহক বন্ধুসৰে যায় এৰি থই ॥
কি সুখত কি দুখত, শোক-বেজাৰত,
প্ৰাণ এৰি পুত্ৰে যৰে যায় এৰি থই,
অতুল ঐশ্বৰ্য লোপ পায় যিকালত,
সিকালতো নেৰা তুমি, কোমল হৃদয় ॥

৫

নিৰৰ দুপৰ নিশা, ঘোৰ অন্ধকাৰ
গদাপাণি-জয়মতী ঘোৰ টোপনিত,

পোন্ধৰ কি ষোলজন মানুহে সইতে
এনেতে মিহিয়ে বন কৰে পিতা-পিত্ ॥
বিচাৰিছে অৰণ্যত তন্ন তন্ন কৰি,
গদাক বিচাৰি বন ছিঙ্গি-ভাঙ্গি চায়,-
জপ্ জপনীয়ে কিন্তু তুলিলে গদাক,
সাৰ পালে গদাপাণি চক্‌মক্ খাই ॥
চকু মেলি চাই গদা পাৰিলে বুজিব
ধীৰে ধীৰে কুঁৱৰীক তুলিলে জগাই,
বুলিলে আতুৰভাৱে "দুৰ্ঘোৰ বিপদ !
উঠাঁ প্ৰিয়ে, উঠাঁ ! আহি হ'ল পায় পায় ॥"
-"মহাৰাজ ! কিনো হ'ল ?" সুধিলে কুঁৱৰী,
"দুৰ্ঘোৰ বিপদ কিনো ? বুজা নাই মই ।"
অলপ নিটাল মাৰি, ক'লে গদাপাণি ঃ
"শুনা, প্ৰিয়ে ! কাণ পাতি একেথিৰ হই ॥"
জয়মতী-"কি শুনিম কাণ পাতি ? হ'লোঁ একেথিৰে,
ক'তা, একো নাই শুনা ? ভাঙ্গি কোৱাঁ মোক,
আজলী তিৰোতা, নাথ ? কিনো জানো মই ?
ভাঙ্গি কোৱাঁ শীঘ্ৰে মোক, দিয়া কিয় শোক ?
বিপদ যদিহে মোৰ, একো হানি নাই ,
নালাগে তোমাৰ মাথোঁ বিপত্তি ঘটিব,
মৰিলে মৰিম মই, তৰিলে তৰিম,
তোমাৰ বিলাই মাত্ৰ নোৱাৰোঁ দেখিব ॥
'দুৰ্ঘোৰ বিপদ' বুলি বিয়াকুল চিত
কিয় হ'লা, প্ৰাণনাথ ? কোৱাঁ অভাগীক,
তোমাক ব্যাকুল দেখি দহিছে পৰাণ,
কোৱাঁ, নাথ ! কি বিপদ ? নবধা দাসীক ॥"

৬

গদা - "শুনানো নাইনে, প্ৰিয়ে ! মানুহৰ মাত ঐ
নিৰ্জন বনত এই ৰাতি দুপৰত ?
পঠাইছে কোটোৱাল[১] ল'ৰাৰজা জানো
ধৰিব গদাক, প্ৰিয়ে ! এই অৰণ্যত ॥
কতনো যতন কৰি প্ৰাণৰ মায়াত ঐ
পলাই ফুৰিলোঁ, কিন্তু, ক'তা ? নাসাৰিলোঁ !
কিজানি পৰিলোঁ ধৰা ইমান দিনত,
জানো আজি, প্ৰিয়তমা ! পৰাণে মৰিলোঁ ॥"

৭

স্বোৱামীৰ কথা শুনি বিয়াকুল জয়মতী
হুকহুক্ কৰি শোকে কান্দিব ধৰিলে,
ধৰি-বান্ধি চাউডাঙ্গে নিব স্বোৱামীক
এই ভাবি শোকে ৰাণী বুলিব ধৰিলে ঃ
"সাৰাঁহে পলাই, নাথ ! আৰু নকৰিবা বেলা,
আহি পায় পায় হ'ল নিষ্ঠুৰ কোটাল,
পলোৱাঁ পলোৱাঁ, নাথ ! বধ লাগে মোৰ !
আত্মৰক্ষা কৰাটোৱে সকলোতে ভাল ॥
পলোৱাঁ পলোৱাঁ, নাথ ! গুচি তুমি যোৱাগই,
নগা পৰ্বতত থকা কাঠনি মাজত
(বাট-পথ য'ত একো চিন-বান নাই)
থাকিবা লুকাই তুমি নিৰ্ভয় মনত ॥
যদিও পৰ্বত ভৰা ডালোৱা নগাৰে,
যদিও পৰ্বত-বন বাঘে-ঘোঙে পূৰ,
তথাপি ডালোৱা নগা আৰু বাঘ-ঘোঙ
ল'ৰাৰজা সম জানা নহয় নিষ্ঠুৰ ॥"

৮

গদা ঃ "পলাই সাৰিম বাৰু, কিন্তু, হায় ! কেনেকই
সাৰিবা, প্ৰেয়সী ! তুমি ? কি হ'ব তোমাৰ ?
ভাবিছা মোলই তুমি, কিন্তু ভবা নাই
কি হ'ব নিজৰ গতি, নিজ অৱস্থাৰ ?
পলাই সাৰিলোঁ বাৰু, কিন্তু কেনেকই তুমি
সাৰিবা, প্ৰেয়সী ! পাছে ? তুমি নোৱাৰিবা ;

১ 'চাউডাঙ্গ'ৰ সলনি ব্যৱহৃত হৈছে ।

কোমল তোমাৰ দেহা, ভৰি সুকোমল,
অৰণ্যৰ মাজে মাজে কিৰূপে ফুৰিবা ?
পলাই সাৰিম মই, উঠিম গছত গই
পৰ্বতৰ টিঙ্গে টিঙ্গে ফুৰিম বগাই ;
কিন্তু, প্ৰাণেশ্বৰী ! তুমি কিৰূপে উঠিবা ?
কি কৰি লুকাবা দেহা শত্ৰু দেখা পাই ?"
জয়মতী ঃ"বেটীৰ নিমিত্তে,নাথ !নালাগে ভাবিব তুমি
অৱলা তিৰোতা মোক একোকে নকৰে ;
তোমাৰ শতুৰু ৰজা, তুমি বৈৰী তাৰ
শত্ৰুৱেহে শতৰুক লগ পালে ধৰে ॥"

৯

এইদৰে কতৰূপে কত ক'লে জয়মতী
গদাপাণি কিন্তু, হায় ! নাযায় পলাই,
দুৰ্ঘোৰ বিপদ দেখি ক'লে কুঁৱৰীয়ে
স্বামীৰ পাৱত ধৰি ইনাই-বিনাই ঃ
"নবধিবা প্ৰাণনাথ ! মোৰ (চিৰ দুখিনীৰ)
ইমানতে সাৰা তুমি, মোৰে মূৰ খোৱা !
আহি পায় পায় হ'ল, চোৱা চাউডাঙ্গ,
ৰাখা প্ৰাণ তুমি, নাথ ! পলোৱা পলোৱা ॥
তিৰীবধ লাগে মোৰ ! যোৱাঁহে পলাই নাথ !
শিশুবধ লাগে !! তুমি আৰু নাথাকিবা
ইঠাইত-ইবনত, লুকুৱা লুকুৱা,
নিদিবা আপুনি ধৰা, মোক নবধিবা ॥
ভাবিছা মোলই কিয় ? মৰোঁ যদি মই আজি
মৰোঁ, তাত কিবা, হায় ! আছে নাথ ! হানি ?
ৰাখাঁ প্ৰাণ আপোনাৰ, থাকিলে জীয়াই
বেটীৰ নিচিনা বেটী পাবা লক্ষজনী ॥
বেলি তুমি উঠি অহা তুংখুঙ্গীয়া[২] ফইদৰ
(ইন্দ্ৰবংশী ৰাজবংশ) জাতিৰ গৌৰৱ,
তোমাৰ মৃত্যুত, নাথ ! হানি আহোমৰ
(আহোম-ৰাজ্যৰ) কোনে দমাব বিপ্লৱ ?
পলোৱাঁ, নাথ ! অকালত হায় ! তুমি
জীৱনৰ ৰঙ্গা বেলি নিনিয়াবা মাৰ ।
গোলাপ গছৰ, হায় ! গোলাপ কলিটি
নউ ফুলোঁতেই, ঠাৰি নিছিঙ্গিবা তাৰ ॥"

১০

কুঁৱৰীৰ কথা শুনি বিয়াকুল গদাপাণি
কি কৰিব-নকৰিব হ'ল যে বিমোৰ ।
কিৰূপেনো যায় এৰি পৰাণৰ প্ৰাণ
জয়মতী আঁউসীৰ জ্বলি থকা জোঁৰ ?
অনায়াসে সকলোকে যাব পাৰি ত্যাগ কৰি,
সহজেই তিয়াগিব পাৰি জানো, হায় !
পৰাণৰ প্ৰিয়তমা ? হৃদয়ৰ ধন
যাতকই শ্ৰেষ্ঠধন জগতত নাই ?

..............................................

লাহে লাহে চাউডাঙ্গে পালেহি ওচৰ আহি !
কুঁৱৰীৰ কাকুতিত প্ৰাণৰ মায়াত
বিয়াকুল মনে, টুকি চকুলো চকুত
পলাই লুকালে গদা বনৰ মাজত ॥
স্বোৱামী সাৰিল জানি দুখিনী কুঁৱৰী ধীৰে
এৰিলে কান্দোন, হায় ! নিৰৱে মনত
হৃদয়ৰ তুঁহজুই ফুঁৱাই ফুঁৱাই
ওলোমালে চকুপানী চকুত শোকত ॥

২ আহোম ৰজাৰ প্ৰধানতঃ পাঁচ ফৈদ বা পৰিয়াল, যেনে, তুখুঙ্গীয়া, দিহিঙ্গীয়া, চাৰিঙ্গীয়া, চামগুৰীয়া আৰু নামৰুপীয়া । তুংখুঙ্গীয়া ফৈদ কেউ কেউ ফৈদতকৈ "নামজাদী", গদাপাণি তুংখুঙ্গীয়া ফৈদৰ । এই পাঁচ ফৈদৰ বাহিৰেও তিপমীয়া আৰু পৰ্বতীয়া বুলি দুই ফৈদ আছিল ।

## ষষ্ঠ সৰ্গ

"...... Now chose your deed, to save or to destroy."

— *GEORGE ELIOT*

"Unless thou yoke thy liking to my will
I will murder straight, then I will slaughter thee,"

— *SHAKESPEARE*

১

নাই আৰু গদাপাণি, নাই ক'তো চিন-বান,
অকলে অকলে কান্দি আছে জয়মতী ;
এনেতে মিহিয়ে আহি ধৰিলে হাতত,
নেৰিলে, কতনো ৰাণী কৰিলে মিনতি ॥
কাকূতি-মিনতি কৰি ক'লে কুঁৱৰীয়ে কান্দি ঃ
"তিৰোতা মানুহ মই, কিয় ধৰ মোক ?
মইতো নহওঁ তোৰ শতৰু ৰজাৰ ?
এৰিদে, এৰিদে মোক, মাতোঁ মই তোক ॥
অৱলা তিৰোতা মই কাৰো ক'তো একো হানি
নাই কৰা কোনোকালে জ্ঞান-বিশ্বাসত ;
কিয় মিছা ধৰ মোক ? কৰিছোঁ মিনতি
কটা ঘাত চেঙ্গা তেল নিদিবি প্ৰাণত ॥
জনম অৱধি মই ভুঞ্জিলোঁ বহুত দুখ,
নুশুকালে চকুপানী সৰু বয়সৰ !
ভাগ্য আকাশৰ পৰা নুগুচিলে মোৰ
দুখ-শোক-সন্তাপৰ কলীয়া ডাৱৰ
আজি দিনাৱধি, মিহি ! ভাগ্যৰ ফেৰত মোৰ
নাই দেখা দুচকুৰে শান্তি সংসাৰৰ ॥
অমিয়া মাধুৰী সুখ কাকেই বা বোলে,
পোৱা নাই আজিল'কে মোৰ জীৱনৰ ॥
কান্দোতে কান্দোতে, হায় ! টোকোঁতে চকুৰ পানী
অন্তৰত তুঁহ-জুই থাকোঁতে ফুঁৱাই
জীৱনৰ আদখিনি শেষ হ'ল মোৰ !
তথাপি নাপালোঁ সুখ কপালত নাই ॥
ৰজাৰ তিৰোতা হ'লোঁ কুঁৱৰীৰ নাম ললোঁ
ৰাজ ভোগ কিন্তু, হায় ! নহ'ল ভাগ্যত ;
তথাপি নকৰি দুখ, দূষি কপালক ;
স্বামীয়ে সইতে আহি সোমালোঁ বনত ॥
কিন্তু, হায় ! অভাগীৰ (অদৃষ্ট দোষতে জানো)
পতি-সঙ্গ-সুখ তাকো নাপালোঁ নহ'ল !
পলাই লুকালে নাথ এৰি দুৰ্ভাগীক ;
দময়ন্তী এৰি যেনে সত্যযুগে নল ॥
কাবউ কৰিছোঁ, মিহি, এৰিদে ই অভাগীক ;
জুৰিছে ইমানে, আৰু দুখ কিয় দিয় ?
কাৰো নোহো অপকাৰী অৱলা তিৰোতা,
ধৰি-বান্ধি আজি মোক কি কাৰণে নিয় ?
বনৰ হৰিণী মই, এৰিদে বনত চৰোঁ
বনে বনে ফুৰি মই কটাওঁ জীৱন ;
নোহে কাৰো অপকাৰ অভাগীৰ পৰা ;
মিছা অত্যাচাৰ মোক কৰ কি কাৰণ ?
এৰিদে বনত, মই গছৰ ডালত বহি
বনৰ পখীৰ সুৰে সুৰটি মিলাই,
শোক-গীত গাই গাই বনৰ মাজত
হৃদয়ৰ শোক-তাপ থওঁ আঁতৰাই !
এৰিদে নকৰোঁ মই কাৰো ক'তো অপকাৰ
আহোম ৰাজ্যত আহি আৰু নোসোমাওঁ ;
ৰাজ্য-সুখ ৰাজ-ভোগ আৰু নিবিচাৰোঁ,
কিয় মিছা ধৰ মোক ? এৰ গুচি যাওঁ ॥"

২

এই বুলি কুঁৱৰীয়ে কৰুণ সুৰেৰে কত
কাকূতি-মিনতি কৰি বুলিলে মিহিক,

কিন্তু, হায় ! তাৰ সেই কঠুৱা হৃদয়
নহ'ল কোমল ! এৰি নিদিলে ৰাণীক ॥
পৰ্বতৰ শিলগুটি কতনো বছৰ থাকে
পৰি পৰি পৰ্বতৰ নইৰ পানীত
তথাপি অলপো, হায় ! নহয় কোমল,
পমিব কি কান্দোনত কঠুৱাৰ চিত ?
দেখিলে কি চকুপানী লোকৰ চকু দুটিৰ
কঠুৱা দুচকুৱে চকুলো টুকিব ?
ইননি-বিননি শুনি কঠুৱা মিহিয়ে
আজি নেকি কুঁৱৰীক ধৰি এৰি দিব ?

৩

খঙ্গেৰে গৰ্জন কৰি কঠুৱা মাতেৰে
কঠুৱা মিহিয়ে চাই বুলিলে ৰাণীক ;
"এৰি দিব পাৰোঁ তোক, যদি তই দিয়
ধৰি আনি গদাপাণি তোৰ স্বোৱামীক ॥
নহ'লে, দে দেখুৱাই গ'ল কেনি তোৰ
গদাপাণি কুলাঙ্গাৰ ৰাজ্যৰ কাঁইট ;
নতুবা, জানিবি তোৰ আদৰৰ দেহা
ওলমিব কাইলই পুৱা বৰশীত ॥
যদি দিয় দেখুৱাই স্বামী আপোনাৰ
আদৰৰ প্ৰাণ লই থাকিবি জীয়াই,
নহ'লে জানিবি তোৰ নাথাকে পৰাণ ;
মিহিৰ হাতত তোৰ আৰু ৰক্ষা নাই ॥
জীৱন-মৰণ আজি নিজৰে হাতত,
ৰাখিব খুজিলে ৰাখ প্ৰাণ আপোনাৰ ;
কিয়নো ছিঙ্গাৱ তই অকালত তোৰ
জীৱনৰ ফুল-দেহা কোমল লতাৰ ?"

৪

জয়মতী— "কিৰূপেনো কওঁ, মিহি ! তেওঁ কেনি গ'লগুচি ?
মইতো যাওঁতে তেওঁ নাই পোৱা দেখা !
পোৱা হ'লে দেখা, মই কই দিলোঁ হয়,
মিহি ! তোৰ হৃদয়ত নাই নেকি বেথা ?"
মিহি ঃ "নাই বেথা, নাই দয়া, মই মিহি চাউডাঙ্গ
নিষ্ঠুৰ আমাৰ জাতি জানে জগতত ॥
সঁচা কথা যদি তই নক'ৱ আমাক,
ব'ল তোক লই যাওঁ ৰজাৰ কাষত ॥"

৫

লগৰীয়া সৱে স'তে লই কুঁৱৰীক
মিহি চাউডাঙ্গ হ'ল বনৰ বাহিৰ ;
স্বোৱামী সাৰিল জানি দুখিনী কুঁৱৰী
প্ৰবোধিলে আপোনাৰ হৃদয় অথিৰ ॥

## সপ্তম সৰ্গ

"....... No no, I will not say it..............
........... I choose, I will not take a heaven
Haunted with shrieks of far-off misery."
— *GEORGE ELIOT*

১

কতনো যে ল'ৰাৰজা ফুচুলায় কুঁৱৰীক
তথাপি নকয় ৰাণী কথা স্বোৱামীৰ ।
কিৰূপেনো কয় তেওঁ ? কিয়নোবা ক'ব, হায় !
স্বামী হেন ধন আৰু আছে কি তিৰীৰ ?
কতনা যে ল'ৰাৰজা শাস্তি দিছে কুঁৱৰীক,
কতনো কইছে, "ক'চো গদা কেনি গ'ল ?"
কত চৰ কত ভুকু পৰিছে লাহৰী গাত,
তথাপি নকয় একো কুঁৱৰী অটল ॥
অমানুষী অত্যাচাৰ নিৰৱে সহিছে ৰাণী,
নিৰৱে নিৰলে কান্দি চকুলো টুকিছে ।
তথাপি নকয় তেওঁ স্বোৱামীৰ কথা একো,
নিৰদয় ল'ৰাৰজা কতনো মাৰিছে ॥
. . . . . . . . . . .
নহয় নহয় ৰাণী অতি ভয়াতুৰা তিৰী,
নকয় নকয় তেওঁ কথা স্বোৱামীৰ
আৰু মাৰ চৰ-ভুকু, নৰাধম ল'ৰাৰজা !
আৰু কৰ কুঁৱৰীক শাস্তিত অথিৰ ॥
নকয় নকয় তেওঁ কেতিয়াও সেই কথা
যাৰপৰা হ'ব পাৰে দুৰ্গতি স্বামীৰ,
নাভাবিবি সপোনতো ক'ব সেই কথা তেওঁ,
এনেকুৱা চিত, হায় ! নোহে কুঁৱৰীৰ ॥

২

জানে ভালকই ৰাণী তিৰোতাৰ ধন
নোহে ধন অলঙ্কাৰ সুৱৰ্ণ ৰতন,
নোহে ধন মণি-কেৰু বাখৰুৱা খাৰু,
স্বোৱামীত বাজে ধন ক'তো নাই আৰু ॥
জানে ৰাণী ভালেকই, স্বামী হেমহাৰ
হেৰালে নাপায় আৰু ঘূৰি জীৱনত ;
তেনুৱা ধনক নেকি দিবহি চোৰক
থাকোঁতে পৰাণ-বায়ু দেহাৰ মাজত ?
প্ৰাণ যাব কুঁৱৰীৰ, তথাপিতো তেওঁ
আদৰৰ হেমহাৰ নিদিয়ে চোৰক,
পৰাণ থাকোঁতে ৰাণী কেতিয়াও তেওঁ
নিদিয়ে আপোন ধন হৰিব আনক ॥

৩

খঙ্গমনে ল'ৰাৰজা কয় ঘনে ঘনে
"আপোনাৰ ভাল যদি আশা কৰ তই,
প্ৰাণত যদিহে মায়া আছে অন্তৰত
কই দে স্বোৱামী তোৰ আছে ক'ত গই ?
নক'ৱ যদিহে আজি, গদা কেনি গ'ল,
আদৰৰ প্ৰাণ তোৰ নাথাকে দেহত,
পাছত গদাকো ধৰি পৰাণ মাৰিম,
নোৱাৰে পলাই সিটো সাৰিব বনত ॥
গোটেই দেশৰ বন কৰি পিতা-পিত্
প্ৰতি গাঁৱে প্ৰতি ঘৰে কৰি অন্বেষণ
ধৰিতো নিশ্চয় মই অনাম গদাক,
(ৰাজ্যৰ কণ্টক) তাৰ বধিম জীৱন ॥
নক'ৱ গদাৰ কথা, পাৰিবি কি তই
ৰাখিব গদাৰ প্ৰাণ নকই-নেমেলি ?
পাৰিবি তেতিয়া তঁই ৰাখিব গদাক
যেতিয়া পশ্চিম ফালে ওলাবহি বেলি ॥"

৪

জয়মতী ঃ"মহাৰাজ ! সেই কথা নালাগে তোমাক ক'ব,
পাৰোঁ বা নোৱাৰোঁ প্ৰাণ স্বামীৰ ৰাখিব,

মইতো নকওঁ প্ৰাণ থাকোঁতে সি কথা,
যি কথাই অপকাৰ তেওঁক কৰিব ॥
নকওঁ নিশ্চয় মই বধিলেও সি কথা, ৰজা !
কেনি গ'ল স্বামী মোৰ, ক'ত আছে গই,
দুৰ্গতিৰ হাতে সঁপি স্বোৱামী প্ৰাণৰ
নাখাওঁ অমৃত, সুখ নিবিচাৰোঁ মই ॥"

৫

ল'ৰাৰজা ঃ"ভালৰ নিমিত্তে তোৰ কইছোঁ আকউ মই,
কইদে লুকাই তোৰ স্বামী আছে ক'ত ?
নহ'লে নিশ্চয় মই দিম জেৰেঙ্গাত,
অকালত যাব প্ৰাণ ॥"
জয়মতী ঃ "য'ক অকালত
প্ৰাণ মোৰ ; পৰাণৰ দেখাইছা ভয়, ৰজা !
মইতো নহওঁ ভীত, নালাগে পৰাণ ।
জন্মিছোঁ যেতিয়া মই মৰিম এবাৰ,
অনিত্য পৰাণ মোৰ নাই তাত কাম ॥"
ল'ৰাৰজা ঃ"চাউডাঙ্গে শাস্তি কৰি কাঢ়িব দুচকু তোৰ,
কাঢ়িব আঁঠুৰ ঘিলা !"
জয়মতী ঃ "কিয়, ৰজা ! ভয়
দেখুৱা মিছাতে তুমি ! প্ৰেয়সী গদাৰ
তেনুৱা শাস্তিৰ ভয় নকৰে নিশ্চয় ॥
চকু কাঢ়া, ঘিলা কাঢ়া দিয়াঁ মোক জেৰেঙ্গাত
যি যি শাস্তি আছে মানে দিয়ে থাকাঁ মোক ।
তথাপি নকওঁ মই কথা স্বোৱামীৰ ;
নলওঁ, নালাগে মোক স্বৰ্গ-সুখ ভোগ ॥
নউ দেখোঁতেই যেন স্বামীৰ দুৰ্গতি মই,
স্বোৱামীৰ ভাল দেখি য'ক মোৰ প্ৰাণ ;
মইতো ৰজাৰ ৰাণী, স্বামীৰ তিৰোতা,
নকওঁ স্বামীৰ কথা থাকোঁতে পৰাণ ॥"
ল'ৰাৰজা ঃ"নক'ৱ, নালাগে বাৰু, পাৰিবি ৰাখিব জানো
গদাৰ পৰাণ তই ?"
জয়মতী ঃ "নালাগে তোমাক
সেই কথা, মহাৰাজ ! ৰাখোঁতা ঈশ্বৰ ;
ৰাখিবৰ হ'লে তেওঁ ৰাখিব গদাক ॥
পাৰোঁ বা নোৱাৰোঁ মই ৰাখিব স্বামীৰ প্ৰাণ,
ৰাখিব পাৰিম বুলি কোৱা নাই মই ;
কিন্তু মোৰ, (হায় ! এই অভাগীৰ) পৰা
তেওঁৰ অলপো যেন দুৰ্গতি নহয় ॥"
এইবুলি কুঁৱৰীয়ে টুকিলে চকুলো
হৃদয়ৰ বেগ শোকে সহিব নোৱাৰি ;
টপ্‌টপ্ কৰে, হায় ! পৰিলে মাটিত
তিয়াই তপত বুকু চকুলো দুধাৰি ॥
মনে মনে ল'ৰাৰজা বুলিলে মিহিক
"এইতো নকয় আজি গদা কেনি গ'ল,
লই যাছোঁ পুনু তই বনৰ মাজত
সোধগই, গদা ক'ত ? কৰি নানা ছল ॥
ছলেৰে নোৱাৰ যদি উলিয়াব তই
এইৰ মুখৰ পৰা কথা স্বোৱামীৰ,
তেতিয়া কৰিবি বল দিবি নানা শাস্তি
জানো কয় সঁচা কথা হই বা অস্থিৰ ॥"
এইবুলি ল'ৰাৰজা মিহিৰ হাতত
অভাগিনী কুঁৱৰীক সমৰপি দিলে,
লগৰীয়া স'তে মিহি লই কুঁৱৰীক
আকউ বনৰ ফালে খঙ্গে টানি নিলে ॥

## অষ্টম সৰ্গ

"..... I fell a hell of grief ! where is my crown ?
Gone, gone ; and do I still remain alive ?"
— *MARLOWE*

" ....... Out of the day and night
A joy has taken flight ;
Fresh spring and summer, and winter hour
Move my faint heart with grief, but with delight.
No more ........... O never more !"
— *SHELLEY*

"For me, I think sometimes that life is death
Rather than life a mere affair of breath."
— *LORD BYRON*

১

কুল্ কুল্ কুল্ কৰি টাবলুঙ্গ পৰ্বতত
বলিছে এখনি সৰু মনমোহা নই
নিৰমল পানী যেন ফটিকৰ ধাৰা,
নিচিন্ত মনেৰে যায় নাচাই-নৰই ॥
শোভা দিছে দুয়ো পাৰে নানা জাতি গছ-লতা,
সুৱলা সুৰেৰে গীত নানা পখী গায় ;
কি সুৱলা বংশী-ধ্বনি ? তেনুৱা নহয়,-
মুৰুলীৰ মাত তেনে ভাল নুশুনায় ॥

২

কত লতা কত গছ মেৰাই ধৰিছে,
ৰাঙ্গলী ব'দত কত বৰণ জ্বলিছে ॥
নই কূলে কূলে কত ধৰিছে সঙ্গীত,
আনন্দত পমি যায় মানুহৰ চিত ॥
ভালেতোহে কত মহা মহা কবিবৰ
তুচ্ছ ভাবি নগৰৰ শোভা মনোহৰ,
গভীৰ অৰণ্য মাজে দূৰ পৰ্বতৰ,
নিৰ্জন নই দাঁতি, এন্ধাৰ গহ্বৰ,
কল্পনা-সখীক লই আপোন লগত
ভ্ৰমি ফুৰে পৰ্বতত আনন্দ মনত ॥
প্ৰকৃতিৰ মনমোহা ৰূপ চাবলই
চায় পৰ্বতৰ শোভা তথা হই হই ॥
ভালেতোহে সুকোমল শয্যা এৰি থই,
নইৰ দাঁতিত কৰি বহি থাকে গই ॥
ধূলিয়ে-মাটিয়ে বহি গছৰ তলত,
প্ৰকৃতিৰ শোভা চায় আনন্দ মনত ॥
ভালেতো কবিৰ সেই সুখময় মন,
সংসাৰৰ সম্পদত নহয় মগন ॥
প্ৰকৃতিৰ মুগ্ধকৰ ৰূপ চাই চাই
কল্পনা-সখীৰ স'তে দিনটো কটায় ॥

৩

আহা ! কি মধুৰ শোভা ই টাবলু[১] পৰ্বতৰ
যেনি চোৱা, তেনি মন হয় হৰষিত ;
মধুৰি মধুৰি বলে মধুৰ বতাহ
জীৱ-জন্তু সকলোকে কৰি আনন্দিত ॥
যেনি চোৱা, দেখি তেনি প্ৰকৃতি দৱীৰ হাঁহি,
গছে হাঁহে, বনে হাঁহে, হাঁহিছে লতাই,
সৱৰে মুখত হাঁহি, এজনে কেৱল
চকুলো টুকিছে শোকে তললই চাই ॥
কোন তেওঁ ? তেওঁ কোন ? তেওঁ গঁদাপাণি সেই,
ৰাণীক অকলে এৰি আছেহি পলাই

১ অৰ্থাৎ "টাবলুঙ্গ" পৰ্বতৰ ঠায়ে ঠায়ে 'টাবলুঙ্গ'ক 'টাবলু' বোলা হৈছে ।

টাবলুঙ্গ পৰ্ব্বতত ; কান্দিছে শোকত
ভাবি কুঁৱৰীৰ দশা মহাশোক পাই ॥
ভৈয়ামত বেহা কৰা নগাৰ মুখৰ পৰা
ৰাণীৰ বিলাই তেওঁ শুনিছে সদায় ;
দিনে দিনে যোৰা-যোৰে নগা আহি কয়
"চাউডাঙ্গে কুঁৱৰীক মাৰিছে কোবাই ॥"

৪

পৰিছেহি দিনে দিনে তেওঁৰ কাণত,
ৰাণীৰ বিলাই যত বনৰ মাজত ॥
চাউডাঙ্গে কুঁৱৰীক যত শাস্তি দিছে,
দিনে দিনে তেওঁ, হায় ! সকলো শুনিছে ॥
কিন্তু, হায় ! কি কৰিব ? বাতৰোগী সিংহ
কিৰূপে কৰিব বধ দুৰন্ত বাঘক ?
কি কৰি শত্ৰুক মাৰি কৰিব উদ্ধাৰ
আপোনাৰ কুঁৱৰীক প্ৰাণৰ প্ৰাণক ?

৫

হৃদয়ৰ শোক, হায় ! সহিব নোৱাৰি আৰু
কৰুণ সুৰেৰে গদা কান্দিলে দুখত ঃ
"চাৰিওটি ঠাই ঠাই কৰিলি, বিধতা !
নিষ্ঠুৰ নিচিনা তোৰ নাই ত্ৰিলোকত ॥
ল'ৰা দুটি লই দুয়ো মাইকী-বাপেকী আমি
একেলগে কত সুখে কৰিছিলোঁ বাস !
তই কিন্তু চাৰিওটি কৰি থান্ থান্
ভাঙ্গিলি সুখৰ ঘৰ ! কৰিলি নিৰাশ ॥
কন্দাবৰ কাৰণে কি, নিৰ্দয় বিধতা ! তই
কৰিলি সৃজন মোক জগত-মাজত ?
সংসাৰৰ সুখময়ী ছবিখনি দেখি
হাঁহিব নাপাওঁ নেকি এই জগতত ?
কঠুৱা বিধতা ! তোৰ কঠুৱা হৃদয়-মন
দয়া-মায়া-স্নেহ তোৰ নাই নে মনত
দিছ চিৰকাল দুখ কন্দুৱাঁ সদায়
জনম দিয়াই মোক ৰজাৰ ঘৰত ?
নাই নেকি পূৰ হোৱা ইমানতো আৰু হায়
অনন্ত হেঁপাহ তোৰ দুখ দি গদাক ?
আৰু কি মাৰিবি পুৰি জ্বলা অগনিত
শোক-ভৰা হৃদয়ৰ চিৰ অভাগাক ?

৬

আৰু কিনো দিবি দুখ দিলিতো বহুত ?
বাপে-পোৱে ঠাই ঠাই কৰিলি নিৰ্দয় ।
তোৰ দৰে নিদাৰুণ শত্ৰুৰ হাতত
প্ৰাণসমা তিৰোতাৰ কৰিছ বিলাই ॥
আৰু কিনো দিবি দুখ ? মাৰিবি পৰাণ ?
মাৰ, তাত, বিধি ! মোৰ একো দুখ নাই
মৰিলেতো দুখ-শোক যাব একেলগে ?
সংসাৰৰ তাপে মোক আৰুতো নাপায় ?
চিৰ শোকে চিৰ দুখে জ্বলিছে পৰাণ
পূৰ্ব্বৰ সম্পদ-সুখ সকলোটি গ'ল !
শোকে-তাপে-দুখে আহি ভৰিলে হৃদয় ;
সৌভাগ্য—সুখৰ বেলি খন্তেক নৰ'ল ॥
কি কাজ ! পৰাণ ৰাখি, নিৰ্দয় বিধতা ?
যম ! তোৰ দয়া-মায়া নাই নে মনত ?
পাপিষ্ঠ গদাক তই কিয়নো নেমাৰ ?
নৰকৰ দুখ কিয় দিছ জগতত ?

৭

এইৰূপে গদাপাণি কান্দিব ধৰিলে বহু
হিয়া-মূৰ ভুকুৱাই টাবলু-মাজত !
এনেতে ধৰিলে বেৰি বহু চাউডাঙ্গে,
দেখি গদা নিৰুপায় প্ৰাণৰ ভয়ত ॥
কিন্তু যে পুৰুষ গদা, গদাৰো হৃদয়-সাহ
পুৰুষৰ দৰে, থই ভয় আঁতৰাই

নাকান্দি-নামাৰি লৰ তিৰোতাৰ দৰে,
বীৰোচিত সাহ-বল আনিলে গোটাই ॥
অতুল বলেৰে আজি হই গদা বলবান
কাঠ-পুলি এটি ভাঙ্গি ল'লেহি হাতত,
খঙ্গেৰে গৰ্জন কৰি শত্ৰুফালে চাই
বুলিব ধৰিলে ক্ৰোধে নিৰ্ভয় মনত।

৮

............ "পাষণ্ড নৰকী মিহি! লাজ নাই তোৰ?–
কিয় ধৰ মোক? মই আছোঁহি পলাই
আছে যদি তোৰ, দুষ্ট! মমতা প্ৰাণত,
যা বেগাই এৰি মোক, নতু ৰক্ষা নাই ॥
মইতো নহওঁ, দুষ্ট! ভয়াতুৰা তিৰী
ধৰি-বান্ধি অনায়াসে লই যাবি মোক?
ইন্দ্ৰবংশী বীৰ মই লাঙ্গি গদাপাণি
সংহাৰিব পাৰোঁ এক মুহূৰ্ত্তে তোক ॥"
গদাৰ বচন শুনি দুষ্ট চাউডাঙ্গে
মিহিৰ ইঙ্গিত পাই ল'লে তৰোৱাল!
এৰি আশা পৰাণৰ গদাপাণিয়েও
গছ-পুলি ল'লে ভাঙ্গি দুহাতে দুডাল ॥
পোন্ধৰ-ষোলটা, হায়! শত্ৰুৰ মাজত
অকলে অকলে গদা! কিন্তু ভয় নাই
অলপো মনত আজি, অভিমন্যু যেনে
সপ্তৰথী স'তে যুঁজে হই অসহায় ॥
দুদণ্ড কি তিনি দণ্ড গ'ল এই দৰে,
ছল চাই গদাপাণি ধৰিলে এটাক,
কাঢ়ি ল'লে তৰোৱাল হাতখনি-পৰা,
কোব পাৰি দুডোখৰ কৰিলে লঠাক ॥
দুডোখৰ হ'ল লঠা (মিহিৰ ভতিজা)
দুৰন্ত সাহসী ডেকা, আৰু লঠা নাই
নিৰমূল হ'ল আশা মিহিৰ মনৰ
গদাক তিয়াগি সৱে পলালে লুকাই ॥
ঘোৰ অৰণ্যৰ মাজে যেনিয়ে-তেনিয়ে
প্ৰাণৰ ভয়ত সৱে মাৰিলে নিফাট;
নাই আৰু চিন-বান, নাই চাউডাঙ্গ,
আহিলে আকৌ শান্তি গদাৰ হিয়াত ॥

৯

চিন্তা ৰাক্ষসীয়ে আহি ধৰিলে আকৌ কিন্তু
দুৰ্ভগা গদাক বেৰি শোক-তাপ লই,
আকউ উটিলে গদা শোক-সাগৰত
বিয়াকুল মনে, হায়! বিষাদিত হই ॥
আহিলে আকউ চিন্তা (পুনু নানা তৰহৰ)
কেনি যাব? যাব ক'ত? ক'তনো থাকিব
লুকুৱাই দেহা, হায়? শত্ৰুৰ হাতত
কেনেকই, কি উপায়েৰে পৰাণ ৰাখিব?
ভাবিলে "ইঠাই মোৰ নোহে আৰু নিৰাপদ
ইঠাইত থাকিলেই বিপদ ঘটিব!
আকউ, জানোবা হায়! দুষ্ট চাউডাঙ্গে
আহি মোৰ ইঠাইত পৰাণ মাৰিব ॥
নাথাকোঁ ইয়াত আৰু– এই ঠাই আৰু হায়!
নিৰাপদ নোহে মোৰ, গুচি যাওঁ গই
আন পৰ্ব্বতত থকা অৰণ্যৰ মাজে,
টাবলুৰ হাবি-বন-নই পাৰ হই ॥"
এই ভাবি গদাপাণি গ'ল এৰি টাবলুঙ্গ
লাহে লাহে ল'লে খোজ নামচাৰ* ফালে।
হাবি-বন পাৰ হই লাহে লাহে গই,
বহুত ক্লেশেৰে গদা নামচা ওলালে ॥
নামচা পৰ্বত পাই হ'ল পুনু নিৰভয়
বনৰ মাজত গদা দেহা লুকুৱাই;
ভাবিলে আকউ আহি এই পৰ্বতত
আৰু মোক শতুৰুৱে নাপায় নাপায় ॥

* নামচাঙ্গ পৰ্বত।

১০

কিন্তু হায় ! যিটোলই বিধতা বিমুখ হয়,
ক'ৰবাত তাৰ নেকি হ'ব পাৰে সুখ ?
যাক নিজে বিধতাই দিব খোজে দুখ
সি কি পাৰে ক'ৰবাত উপাৰ্জিব সুখ ?
কাৰ আছে জগতত এনেকুৱা কেৰামত
যিটো বাধা দিব পাৰে বিধিৰ ইচ্ছাত ?
কোনেনো খণ্ডাব পাৰে বিধতাৰ বিধি
তেনে প্ৰাণী তেনে লোক নেদেখোঁ ইয়াত ?
কি খণ্ডাব পাৰে গদাপাণি বিধতাৰ ইচ্ছা,
নোৱাৰিলে যাক, হায় ! দ্বাপৰ যুগত
পাণ্ডু-পুত্ৰ পঞ্চভাই দেৱ অৱতাৰ,
আপুনি শ্ৰীকৃষ্ণ যাৰ সহায় লগত ?
ত্ৰেতা যুগে ৰামচন্দ্ৰ নিজে বিষ্ণু অৱতাৰ
নোৱাৰিলে বাধা দিব বিধিৰ ইচ্ছাত !
হৰিলে ৰাৱণে সীতা, পৰাণৰ প্ৰাণ,
নানা কষ্ট, নানা দুখ ভুগিলে লঙ্কাত ॥
কোন কুটা গদাপাণি কি কৰি খণ্ডাব, হায় !
বিধতাৰ ইচ্ছা আজি ? নামচাতো গই
শতুৰুৰ চাউডাঙ্গে ধৰিলেহি বেৰি,
আকউ ব্যাকুল গদা নিৰুপায় হই ॥
আকউ গোটাই কিন্তু সাহস হিয়াৰ বল
পুৰুষৰ দৰে গদা ল'লে তৰোৱাল ;
কৰিলে আকউ যুদ্ধ (?) চাউডাঙ্গে স'তে,
প্ৰাণৰ ভয়ত সৱে আকউ পলাল ॥
দুৰ্ঘোৰ অৰণ্য ভৰা লতা-গছ-গছনিৰে,
দুষ্ট চাউডাঙ্গ গই লুকাল আঁৰত !
গদাও উলটি আহি গছৰ ছায়াত
জুৰালেহি এখন্তেক দুখ-ভাগৰত ॥

১১

নাই আৰু চাউডাঙ্গ ! গ'ল যে পলাই,
আহিলে আকউ শান্তি দুৰ্ভগা গদাৰ !
কিন্তু পুনু আহি চিন্তা নিৰ্দয়া ৰাক্ষসী
জলা-কলা কৰিলেহি মন দুৰ্ভগাৰ ॥
আকউ ঢউৰ মাজে চিন্তা-সাগৰৰ
উটি-বুৰি গদাপাণি কান্দিব ধৰিলে !
নিয়ৰৰ টোপা যেনে মাঘৰ মাহত,
গদাৰ চকুলোধাৰি সিৰূপে সৰিলে ॥
"বিধতাৰ ইচ্ছা মোৰ নুগুচে বিপদ !
য'তে আহোঁ ত'তে আহি শতুৰুৱে পাই,
কি কাজ মিছাতে আৰু পৰ্বত মাজত
অকলে পলাই থাকি দুখ-কষ্ট খাই ।
পৰাণৰ প্ৰাণ মোৰ দুখিনী কুঁৱৰী
মোৰ কাৰণে হায় ! ভুগিছে যাতনা !
মোৰ কাৰণেই তেওঁ কোমল দেহাত
অমানুষী অত্যাচাৰ সহিছে কতনা ॥
কি কাজ পৰাণ ৰাখি ? লাগি যি প্ৰাণত
পতিব্ৰতা কুঁৱৰীয়ে ভুঞ্জিছে কেলেশ ?
কিবা লাভ হ'ব তেনে ৰাখিলে পৰাণ
যাত লাগি কুঁৱৰীৰ যাতনা অশেষ ?"

১২

"তেনুৱা নৰকী প্ৰাণ কিনো হ'ব ৰাখিলে ?
মহাপাপ হ'ব মোৰ সতীৰাণী মৰিলে ॥
মোৰ কাৰণেই তেওঁ ভুঞ্জে অত যাতনা,
মোৰ দোষতেই হ'ল অত দুৰঘটনা ॥"

১৩

"কি হ'ব পৰাণ ৰাখি ? কি হ'ব মিছাতে আৰু
সতী তিৰোতাক এনে যাতনা ভুঞ্জাই ?
দেখিছোঁ মইতো আৰু নোৱাৰোঁ সাৰিব ।
বিধতা বিমুখ ! হায় ! কি হ'ব পলাই ?
পলালোঁ বহুত ! হায় ! আৰু মই নপলাওঁ

আপুনি নিজেই আজি ধৰা দিওঁগই,
কি কৰে কৰক মোকে দুষ্ট ল'ৰাৰজা
এৰক ৰাণীক মোৰ দুৰ্ভগাক লই ॥"
এই ভাবি গদাপাণি পুনু বিয়াকুল মনে
নামচা পৰ্বত এৰি ওলালে বাহিৰ,
নানা কথা ভাবি ভাবি অৰণ্য মাজত
হ'ল দুৰ্ভগীয়া গদা অথিৰ-অবিৰ ॥

## নৱম সৰ্গ

"........'Tis so— Heaven wills, and my hour is nigh !"
— Pope's Translation of Homer's 'Iliad'
"__ And now she sees him ! fast the tear drops flow
Her accent stiffl'd with the sobs of woe ;
She faints, she falls (her inmost heart-strings mov'd)
Despairing shrieks, repeats the name beloved
Gentler and gentler heaves her anguish'd breast
..... ..... ..... ..... ..... .....
Fond she embraced him,– wild with grief and sigh
The strain'd him closer to her heart and died."

*Voltaire*

১

মহাঅৰণ্যৰ মাজে কাঠ-চিতা চাউডাঙ্গে
পতিপ্ৰাণা কুঁৱৰীক দিছে নানা যাতনা ।
জোপাৰ আঁৰৰপৰা ৰাণীৰ কেলেশ দেখি
গদাপাণি মনে মনে বিলাপিছে কতনা ॥
প্ৰাণৰ মায়াত কিন্তু ওলাব নোৱাৰে তেওঁ
প্ৰাণৰ ভয়ত দেহা লুকুৱাই ৰাখিছে !
ওলালেই জানো পাছে বেৰি ধৰে শত্ৰুৱে,
এই ভয়ে তেওঁ, হায় ! লুকায়েই চাইছে !!
কত চৰ কত ভুকু পৰিছে ৰাণীৰ গাত,
টঙ্গালি-চেপাত ৰাণী গত প্ৰাণা হইছে !
তথাপি নকয় একো স্বোৱামীৰ কথা ৰাণী
লাহৰী দেহত, হায় ! সকলোকে সহিছে !!
লাহৰী পিঠিত কত চাবুক-চমটা পৰে,
ছিগিছে পিঠিৰ ছাল ! তেজে ৰঙ্গা হইছে !
শান্তিত অথিৰ হই কান্দিছে কেৱল ৰাণী,
নিৰ্জন অৰণ্য, হায় ! কান্দোনেৰে ভৰিছে !!
ৰাণীৰ দুখত যেন হই আজি বিষাদিত
অৰণ্যৰ গছ-লতা বিয়াকুল হইছে !!
দেখিব নোৱাৰি আৰু নিৰ্দয় যাতনা এনে
জগতৰ চকু-সূৰ্য শোকে অস্ত গইছে !!

২

এনে নিদাৰুণ ছবি জানো ঢাকিবৰ মনে
মহা অন্ধকাৰে আহি ভৰিলে জগত !
এন্ধাৰ দুপৰ নিশা, শুলে চাউডাঙ্গ,
এনেতে আহিল গদা ৰাণীৰ কাষত !!
দেখিলে, ৰাণীৰ হ'ল প্ৰাণ, হায় ! ওষ্ঠাগত
পৰি আছে জগাকাঠ অৰণ্য-মাজত !
নাই মাত নাই বোল মুখত ৰাণীৰ,
দীঘল উশাহ মাথোঁ বলিছে নাকত !!
ৰাণীৰ অৱস্থা দেখি হ'ল গদা বিয়াকুল,
পানী একাঁজলি আনি দিলেহি মুখত ;
জ্ঞান পালে কুঁৱৰীয়ে, চকু মেলি চাই
দেখিলে প্ৰাণৰ প্ৰাণ স্বামীক আগত ॥

৩

যাৰ কাৰণেই তেওঁ ভুঞ্জিছে যাতনা,
যাৰ কাৰণেই আজি প্ৰাণ যায় যায় !
তেনুৱা স্বামীক দেখি চকুৰ আগতে,
মহাশোকে কুঁৱৰীয়ে বুলিলে বিনাই ;
"মহাৰাজ ! প্ৰাণনাথ ! বঙ্গহৰদেও ![১]
ৰান্ধি-বাঢ়ি আৰু ভাত নিদিবা পেলাই !
অত দিন গ'ল, আৰু কেৱলে এদিন
মই অভাগিনী, নাথ ! থাকিম জীয়াই ॥
ৰাতি পুৱালে, নাথ ! কালিলই মোৰ
নিৰদয় চাউডাঙ্গে বধিব জীৱন !
কিয়নো মিছাতে আহি, এনুৱা কালত
চাপিছা শত্ৰুৰ কাষ ? যোৱা, প্ৰাণধন !
বৰ ভাগ্য মোৰ ......................................"
গদাপাণি ঃ "প্ৰিয়ে ! – শতধিক মোক !
কাপুৰুষ !– তিৰোতাক যাতনা ভুঞ্জাই
কি কাজ পৰাণ ৰাখি ? নৰকী পৰাণ,
নাই যাৰ, প্ৰাণেশ্বৰী ! নৰকতো ঠাই ॥"
জয় ঃ "বৰ ভাগ্য মোৰ, নাথ ! অন্তিম কালত
দেখিলোঁ তোমাৰ আজি যুগল চৰণ,
অতি ভাগ্যৱতী মই, স্বামী-মুখ চাই
আনন্দে-হৰিষ মনে এৰিম জীৱন ॥
যাতনা কি ? প্ৰাণনাথ ! যাতনা নহয়
এই মোৰ ; এয়া মোৰ স্বোৱামীৰ সেৱা ;
স্বামীৰ নিমিত্তে প্ৰাণ-আত্মা, দেহ-মন
তিৰোতাৰ, হায়, নাথ ! তাত দুখ কিবা ?
নহয় দুখৰ দিন মোৰ আজি, নাথ !
আনন্দৰ দিন মোৰ, নিমিত্তে তোমাৰ,
তোমাৰ সেৱাতে এই দেহা নিয়োজিত
ই দাসীৰ, প্ৰাণনাথ ! ......................"
গদা ঃ "নিমিত্তে গদাৰ
ই দশা তোমাৰ আজি ! নোৱাৰোঁ সহিব
আৰু মই প্ৰাণেশ্বৰি ! নাথাকোঁ লুকাই ;
যি কৰে কৰক মোকে, এৰক তোমাক,
মাৰে, মোকে চাউডাঙ্গে মাৰক কোবাই ॥"
জয় ঃ "তিৰোতাৰ ধৰ্ম, নাথ ! দিয়াঁ তিৰোতাক
পালন কৰিবলই, নিমিত্তে স্বামীৰ
( স্বামীৰ কাৰ্যত লাগি, স্বামীৰ সেৱাত )
মৰণতো মহাসুখ তিৰোতা জাতিৰ ॥
কিন্তু, নাথ ! আৰু তুমি নাথাকাঁ ইয়াত,
শত্ৰুৱে দেখিলে হ'ব তোমাৰ বিলাই
পলোৱাঁ, পলোৱাঁ তুমি, গুচি যোৱাঁগই,
নগা-পৰ্বতত গই থাকিবা লুকাই ॥
যি কৰিছে চাউডাঙ্গে মোকেই কৰক,
যি সহিছোঁ, আৰু, নাথ ! সহিয়ে থাকিম,
মোক কৰা অত্যাচাৰ কৰিলে তোমাক,
কেনেকই প্ৰাণনাথ ! সহিব পাৰিম ?
শত্ৰুৰ বেতৰ কোব পাৰিছোঁ সহিব
কটা ঘাত কলাখাৰ ঘঁহাও সহিম,
মোক কৰা অত্যাচৰ কৰিলে তোমাক,
কেনেকই প্ৰাণনাথ ! সহিব পাৰিম ?
তিৰোতাৰ জন্ম, নাথ ! স্বামীৰ নিমিত্তে,
স্বামীৰ সুখৰ অৰ্থে তিৰোতাৰ ধন,
(প্ৰেম ভালপোৱা ) আৰু সৰ্বস্ব তিৰীৰ,
মন-প্ৰাণ ; তিৰোতাৰ তিৰোতা জনম ॥
সকলো স্বামীৰ অৰ্থে, তিৰী জনমত
তিৰীৰ নিজস্ব বুলি একো নাই স্ত্ৰীৰ ;
তিৰোতাৰ ৰূপ-গুণ সৌন্দৰ্য অমিয়া
সকলো স্বামীৰ অৰ্থে সকলো স্বামীৰ ॥
তিৰোতাৰ সকলো স্বামীৰ ..........................

১ ওপৰ শ্ৰেণীৰ আহোমসকলৰ তিৰোতাই গিৰিয়েকক "বঙ্গহৰদেও" বুলি মাতে ।

কিন্তু, নাথ ! স্বোৱামীৰ নহয় তিৰোতা
ভোগ-বিলাসৰ মাত্র বস্তু সংসাৰত,
নোহে স্বামী তিৰোতাৰ সামগ্রী খেলাৰ
( প্রেমৰ পুতলি মাথোঁ ) তিৰী জনমত ॥
তিৰোতাৰ স্বামী স'তে অছেদ্য বন্ধন,
অপূর্ব উদ্দেশ্য আছে উদ্দেশ্য মহত্
সিদ্ধ হয়, লভে ফল কৰি আত্মদান
স্বামীৰ মঙ্গল অর্থে, স্ত্রীয়ে জীৱনৰ ॥
তিৰোতাৰ স্বামী, নাথ ! জীৱন-সর্বস্ব,
পতি বিনে তিৰোতাৰ নাই একো ধন,
নাই সুখ তিৰোতাৰ, গৌৰৱ-সন্মান
স্বামী বিনে তিৰোতাৰ জীৱন্তে মৰণ ॥
তিৰোতাৰ ধর্ম স্বামী– স্বামী কর্ম স্ত্রীৰ
ভক্তি-মুক্তি তিৰোতাৰ সকলোটি পতি ;
মহাপীঠ, মহাতীর্থ স্বামী তিৰোতাৰ
ধর্ম অর্থ কাম মোক্ষ অন্তিমৰ গতি ॥
পতিব্রত-পতিসেৱা ধর্ম তিৰোতাৰ
তোমাৰ কুঁৱৰী সেই ধনে ধনৱতী
সি ধনৰ পৰা মোক নকৰা বঞ্চিত ;
ধৰিছোঁ পাৱত, নাথ ; কৰিছোঁ মিনতি ॥"

৪

এইবুলি কুঁৱৰীয়ে কান্দিব ধৰিলে শোকে ;
শোকত অধিৰ হই বুলিলে গদাই ঃ
"শত ধিক, প্রাণেশ্বৰী ! মোৰ জীৱনত
নৰকতো আৰু মোৰ ক'তো ঠাই নাই ॥
প্রাণসমা তিৰোতাক যাতনা ভুঞ্জাই এনে
যিটো নৰকীয়ে খোজে থাকিব জীয়াই ;
তাৰ সম পাপী নাই জগত মাজত ;
যমেও নিদিয়ে তাক নৰকতো ঠাই ॥
মই, প্রিয়ে ! ভাগ্যগুণে তোমাক অৰ্দ্ধাঙ্গীৰূপে
পূর্বজনমৰ ফলে পাইছিলোঁ, হায় !
কেনুৱা যে সুখী, মই কি কই বর্ণাম ?
ভাঙিলে সি সুখ কিন্তু কণা বিধতাই !!
সপোনতো ভবা নাই হ'ব বুলি এনে দশা,
মোৰ কাৰণেই তুমি যাতনা ভুঞ্জিবা,
মোৰ দোষে চকু-পানী ওলাব চকুত,
মোৰ দোষতেই তুমি কেলেশ সহিবা ॥
নাই কাজ আৰু, প্রিয়ে ! মোৰ এই পৰাণত,
নপলাওঁ আৰু, মই নিজে ধৰা দিম !
কি কাজ পৰাণ ৰাখি ? কেলেশ ভুঞ্জাই
তোমা হেন তিৰোতাক কিৰূপে থাকিম ?"

৫

এইবুলি গদাপাণি কুঁৱৰীৰ হাত ধৰি
ইনাই-বিনাই শোকে কান্দিব ধৰিলে !
স্বামীৰ কেলেশ জানি পতি-প্রাণা কুঁৱৰীয়ে
স্বামীৰ পাৱত ধৰি দুখেৰে বুলিলে ঃ

৬

"মহাৰাজ ! প্রাণনাথ ! জয়মতী-প্রাণ !
মোৰ দোষে ঘনে ঘনে চকুত তোমাৰ
ওলাইছে চকু-পানী, তিতিছে হৃদয়,
পেলোৱাঁ মচি, হে নাথ ! চকুলো দুধাৰ ॥
পুখুৰীৰ পদ্মফুল লৰে বতাহত,
তল যায় কেতিয়াবা, আকউ ওলায়,
কি দুখ পদ্মৰ তাত ? কিন্তু জঁই পৰে
যেতিয়া প্রাণৰ প্রাণ বেলি মাৰ যায় ॥
তোমাৰ প্রেয়সী, নাথ ! দুখুনী কুঁৱৰী
নাই বোলা একো জ্বালা শাস্তিৰ জ্বালাক,
বাঢ়িছে মাথোন মোৰ হৃদয়ৰ দুখ,
প্রাণনাথ !– দেখি মই ব্যাকুল তোমাক ॥
অনায়াসে সহি আছোঁ শাস্তি দুৰঘোৰ,
বাঢ়ক যন্ত্রণা, মই আনন্দে সহিম,

নাকান্দিবা কিন্তু, নাথ ! নকৰিবা শোক,
তোমাৰ বিলাই দেখি কিৰূপে থাকিম ?"

৭

ইদৰে বনত দুয়ো কত কথা পাতিছে,
দুয়োটিয়ে শোকে-দুখে কতনা কান্দিছে !!
চাউডাঙ্গে গম পাই, হাই মাৰি উঠিলে,
দুখুনী ৰাণীয়ে পুনু কাকূতিত ধৰিলে ;
"পলোৱাঁ পলোৱাঁ, নাথ ! উঠাঁ, যোৱাঁ, পলোৱাঁ
পাছুত বিপদ হ'ব, যোৱাঁ পুনু লুকুৱাঁ ॥
.... .... .... .... ....
প্ৰাণৰ মায়ত পুনু গদাপাণি লুকালে,
উঠি চাই চাউডাঙ্গে ক'তো একো নাপালে ॥
.... .... .... .... ....

৮

ৰাতি প্ৰায় তিনি পৰ ! এনে সময়তে
চাউডাঙ্গে কুঁৱৰীক আকউ ধৰিলে
দিবলই মহা শাস্তি ! "ক'ত গ'ল গদা ?
স্বামী তোৰ ? এইবুলি ঘনাই সুধিলে ॥
তথাপি নকয় ৰাণী স্বোৱামীৰ কথা,
অনায়াসে চৰ-ভুকু সহিছে দেহত ;
জোপাৰ আঁৰত থাকি দেখিছে গদাই,
তিৰোতাৰ এনে দুখ সহে কি প্ৰাণত ?
সহিব নোৱাৰি গদা প্ৰাণ আশা এৰি
ছদ্মবেশে ( নগাবেশে ) বাহিৰ ওলালে ;
জোপাৰ আঁৰৰ পৰা, ধীৰে ধীৰে গই
অচিনাকি ভাও ধৰি কুঁৱৰীক ক'লে,-
"কিয়নো সহিছ, আই ! ইমান কেলেশ ?
নকৱ কিয়নো তোৰ স্বোৱামীৰ কথা ?
লাহৰী দেহত তই কিয় সহ দুখ ?
পৰাণত, আই ! তোৰ নাই নেকি বেথা ?"
শোকে-তাপে ৰাণীয়েও খঙ্গমুৱাকই
ক'লে অচিনাকিভাৱে, "নকওঁ যা মই
স্বোৱামীৰ কথা মোৰ ! তোৰ কিনো হ'ল
মৰিলে মৰিম মই, মোৰ প্ৰাণ গ'ল ॥
ডালোৱা নগাটো ! তই থাক পৰ্বতত
নাজানে নাগিনী তোৰ স্বামী কেনে ধন !
কি জানিবি মোল তই সতী তিৰোতাৰ ?
মইতো নহওঁ তোৰ নাগিনী, দুৰ্জন ?
পৰ্বতৰ নগা তই, গুচি যা তালই,
য'ত আছে চাঙ্গ তোৰ পৰ্বত-মাজত ;
সুখ মনে তই তাত খাই থাকগই,
নামাৰিবি শেল আৰু মোৰ হৃদয়ত ॥"

৯

পুৱতিৰ দোকামোকা, দুষ্ট চাউডাঙ্গে
বহুপৰ চাই, নগা যেন দেখিয়েই
( ছদ্মবেশী গদাপাণি চিনিব নোৱাৰি )
পৰ্বতৰ নগা ভাবি সুধিলে সৱেই ;-
"কোন পৰ্বতৰ পৰা আহিছ অ' হাজি !
ক'ত যাব লাগে এই পুৱতি বেলিকা ?
আমাৰ মানুহ এটা গইছে পলাই
পৰ্বতৰ ফালে তই, নাপালি নে দেখা ?"
গদা ঃ "গাভৰুৰপৰা[1] হাজি ! আহিছোঁ অ' মই,
আহোঁতে আহোঁতে মোৰ ৰাতি শেষ হ'ল ;
ক'তো দেখোঁ কাকো মই দেখাকে নাপালোঁ,
আহোঁতে বাটত, জানো, আন বাটে গ'ল ॥
বাৰু, যদি ক'ৰবাত তাক দেখা পাওঁ,
তহঁতক কোনোমতে দিয়াম বাতৰি ।"
এইবুলি গদাপাণি এৰি সেই ঠাই,
লাহে লাহে আঁৰ হ'ল আঁতৰি আঁতৰি ॥

১ গাভৰু পৰ্ব্বতৰপৰা ।

১০

আঁতৰিলে ফেঁহুজালি ( ৰঙ্গচুৱা উষা )
ৰঙ্গা ৰ'দ লই পূবে ওলালে বেলিটি ;
নাই আৰু দোকামোকা, ভৰিলে জগৎ
সোণালী কিৰণে স'তে, অনন্ত জেউতি ॥
ওলালে আকউ গদা আন বেশ ধৰি,
( সহিব নোৱাৰি দুখ প্ৰাণ প্ৰেয়সীৰ )
পুনু ক'লে, "কিয়, আই ! খাৱ মিছা দুখ ?
কিয়নো নকৱ তই কথা স্বোৱামীৰ ?"
ৰাণীয়ে ক'লে পুনু, "জানো কেনি গ'ল
ক'ম কেনেকই, পেহা ?[২] মই দেখা নাই ;
গুচি যোৱা তুমি মাথোঁ, তিৰী বধ লাগে !
মাৰে মোক চাউডাঙ্গে মাৰক কোবাই ॥"

১১

সূৰুযক সাক্ষী কৰি ক'লে গদাপাণি
আপোন মনতে, 'প্ৰভু ! তুমি দেখিছাই,
ইমান ক'লোঁহি মই আহি কুঁৱৰীক,
কিয় সহাঁ দুখ ? মোক দিয়াঁ দেখুৱাই ॥
তথাপি নকয় তেওঁ, নিদিয়ে দেখাই,
নিজে ধৰা, দিব খোজোঁ, বাধা দিয়ে তেওঁ ;
নাইকিয়া আৰু মোৰ একো প্ৰত্যবায়,
নিজা দোষে মৰে ৰাণী, দোষী নোহে কেও ॥'

এইবুলি গদাপাণি বিয়াকুল চিতে
ধীৰে ধীৰে ল'লে খোজ নামচাৰ ফালে ;
দেখোঁতে দেখোঁতে হ'ল নেদেখা আকউ,
গছ-গছনিৰ আঁৰে গদাক লুকালে ॥
আকউ অথিৰ হ'ল দুখুনী কুঁৱৰী,
ধৰিলে আকউ শাস্তি কৰিব ৰাণীক ;
নিৰদয় চাউডাঙ্গে, বুলিলে আকউ,
"দেখাই দে গদাপাণি তোৰ স্বোৱামীক ।
তেজেৰে ৰাঙ্গলী ৰাণী প্ৰাণ যায় যায় !!
তথাপি নকয় তেওঁ কথা স্বোৱামীৰ,
আপুনি সহিছে দুখ, আপুনি মৰিছে,
স্বোৱামীত লাগি, হায় ! আপুনি অস্থিৰ ॥
যত সোধে চাউডাঙ্গে, তত উঠে খঙ্গ
ৰাণীৰ মনত, হায় ! বীৰাঙ্গণা দৰে
তেজ গৰ্বভাৱে তেওঁ বুলিলে শেহত ;
"মূৰুখ ! মদপী ! দুষ্ট ! জানিবি কিৰূপে
যি চকুৰে তিৰোতাই চাই স্বোৱামীক ?
কাটি কাটি খাৰ ঘঁহ কটা ঘাত মোৰ,
মাৰ মাৰ কাট কাট এই দুখুনীক ॥
কাটি কাটি মাংস যদি দিয় কুকুৰকো,
তথাপি নিচিন্তো মই স্বামীৰ অহিত,
মোৰপৰা তাৰ একো সিদ্ধিকে নাপাৱ ॥
স্বামী মোৰ মহাগুৰু, আৰাধ্য দেৱতা,

২ ওপৰত কৈ অহা হৈছে, ইয়াৰ আগৰ বাৰ গদাপাণিয়ে নগাৰ বেশ ধৰি কুঁৱৰীক দেখা দিছিলহি ; কিন্তু এইবাৰ তেওঁ সৰ্বসাধাৰণভাৱেই দেখা দিয়াত কুঁৱৰী বিচুৰ্তি হ'ল । কেনেকৈ তেওঁৰ স্বামী তাৰপৰা আঁতৰি যাব, তেওঁ ইয়াকেহে ভাবিবলৈ ধৰিলে । স্বামীক তাৰপৰা আঁতৰাই পঠাবলৈ মন কৰি, তেওঁ তেতিয়াই কথা এটা সাজি গদাপাণিৰ ফালে চাই ক'লে,– "পেহা ! ক'ৰ মানুহ ক'লৈ গ'ল মইনো কেনেকৈ ক'ম ? যাবৰ সময়ত তেওঁতো মোক কৈ যোৱা নাই ? যাহক, বধ লাগে ! তুমি ইয়াৰপৰা গুচি যোৱাঁ, মোৰ মনত বৰ বিষাদ লাগিছে ।" জয়মতীয়ে স্বামীক "পেহা" বুলি মতাত, চাউডাঙ্গবিলাকে গদাপাণিক চিনিব নোৱাৰিলে ; গদাপাণিয়েও "পেহা" বুলি মতাৰ ভেদ বুজি, বৰ দুখ-বেজাৰেৰে তাৰপৰা গুচি গ'ল ।
জয়মতী কুঁৱৰীয়ে তেওঁৰ স্বামীক "পেহা" বুলি সম্বোধন কৰিছিল, সম্ভৱতঃ সেই কাৰণেহে আজিকালি মানুহে কথাতে কয় ;–
"যেনেহে পাবহি কালৰ বেহা
পাটীৰ তিৰোতাই বুলিব পেহা ॥"

প্ৰাণ যায়, তথাপিও নিচিন্তো অহিত !
কাট যদি কাট মোক, নাপাৱ নিশ্চয়
সি কথাৰ সিদ্ধি কিন্তু ৰাণীৰ গুৰিত ॥"

১২

এইবুলি কুঁৱৰীয়ে ৰ'ল মনে মনে ;
নিৰদয় চাউডাঙ্গ জলন্ত অনল !
ভাবিলে, 'নিশ্চয় ৰাণী একোকে নকয়,
সুধি থকা মিছা, একো নাইকিয়া ফল ॥'
এই ভাবি চাউডাঙ্গে ধৰিলে আকউ
টঙ্গালিৰে চেপা দিব দুখিনী ৰাণীক !
চেপাত অস্থিৰ হই, হায় ! অকালত
পৰাণ ত্যজিলে ৰাণী ভাবি স্বোৱামীক ॥
স্বামীৰ চৰণ চিন্তি আনন্দ মনত,
আহোম কুলক কৰি মৰ্ত্যত উজ্জ্বল,
নশ্বৰ জীৱন এৰি, লভিলে পাছত,
দয়াময় ঈশ্বৰৰ চৰণ যুগল ॥
এৰি ৰাণী পৃথিৱীৰ ঘৃণনীয় সঙ্গ,
ৰাখি মহা সদ্‌কীৰ্ত্তি চিৰস্মৰণীয়,
'তিৰোতাৰ আত্মদান' শিকাই নাৰীক,
লভিলে প্ৰভুৰ পাছে চৰণ স্বৰ্গীয় ॥

১৩

যোৱাঁ, ৰাণী ! ......... ......... .........
য'ত নাই সংসাৰৰ বিষময় ছবি,
য'ত নাই শোক-দুখ বিষাদিত চিত,
মানুহৰ নাই য'ত খিয়লা-খিয়লি,
যোৱাঁ, ৰাণী ! থাকাঁগই তুমি সিঠাইত ॥
যোৱাঁ, মাতৃ ! ......... ......... ......... ।
য'ত নাই ল'ৰাৰজা দুষ্ট চাউডাঙ্গ
য'ত নাই সংসাৰৰ বিপদ অহিত,
নালাগে ভুঞ্জিব য'ত যাতনা বিষম,
যোৱাঁ, আই ! থাকাঁগই তুমি সিঠাইত ॥
যি ঠাইত কেতিয়াও অত্যাচাৰ নাই,
সকলোৱে সদাচাৰ য'ত দেখা যায় ;
য'লই অলেখ জীৱ যাবৰ আশাত
আশাৰ নাৱত উঠে কাল-সাগৰত,
( কোটিৰ মাজত কিন্তু এটি-দুটি যায় )
যোৱাঁ, মাতৃ ! যোৱাঁগই তুমি সেই ঠাই ॥
যোৱাঁ, দেৱি ! ......... ......... .........
তুমি ......... ......... .........
দেখুৱালা জগতৰ তিৰোতা জাতিক
পতিপৰায়ণতাৰ চৰিত্ৰ মহত
কি এক অপূৰ্ব ভাব সতী-হৃদয়ৰ
পতি-প্ৰেম ! কি মাধুৰ্য অতুল মৰ্ত্যত ॥
পৱিত্ৰ কৰিলা তুমি মৰ্ত্যভূমি, সতী !
পতিৰ মঙ্গল অৰ্থে কৰি আত্মদান ।
জন্মভূমি তযু, দেৱি ! হ'ব গৌৰৱিত
যাবচ্চন্দ্ৰদিবাকৰ গাই তযু গান ॥
শিক্ষা দিলা জগতক ......... ......... ......
সতী তিৰোতাৰ প্ৰেম শান্তি-নিকেতন
শোকে-তাপে ভৰা এই সংসাৰ-মাজত,
নথকাহেঁতেন, দেৱি ! সি পৱিত্ৰ প্ৰেম
হ'ল হয় মৰিশালি গোটেই জগত ॥
পতি-প্ৰেম তিৰোতাৰ নথকাহেঁতেন,
নহ'লহেঁতেন বাস-যোগ্য মানৱৰ
ই জগত, ই সংসাৰ দুখে-শোকে ভৰা
সতী-প্ৰেম শান্তি মাথোঁ এই জগতৰ ॥
যোৱাঁ, দেৱি ! ......... ......... .........
পঢ়িছোঁ বহুত, দেৱি ! শুনিছোঁ বহুত
বহু সতী ৰমণীৰ কাহিনী সুন্দৰ,
স্বামী-পাগলিনী কিন্তু নাই দেখা মই
তোমা-দৰে আৰু সতী ( নন্দিনী দক্ষৰ ) ॥
স্বামী-কুৎসা পতি-নিন্দা শুনিব নোৱাৰি

পতি অৰ্থে দেহত্যাগ কৰিছিলে সতী ;
স্বামীৰ মঙ্গল-অৰ্থে, স্বামী পাগলিনী !
আত্মদান কৰি তুমি ৰাখিলা সুকীৰ্তি ॥
সতীৰ গলিত দেহা খণ্ডে খণ্ডে পৰি
শত শত মহাতীৰ্থ উৎপত্তি মৰ্ত্ত্যত
তয়ু আশীৰ্বাদ-বলে হোক ঘৰে ঘৰে
জন্ম শত জয়মতী আসাম মাজত ॥
যোৱাঁ, সতী ! ..............................
সাৱিত্ৰী জানকী আদি দময়ন্তী সতী
সিঠাইত আছে সুখে হই হৰষিত ;
চিৰসুখ চিৰশান্তি বিৰাজিছে তাত,
যোৱাঁ সতী ! থাকাঁগই তুমি সিঠাইত ॥
মানৱী নোহোৱা তুমি, দেৱী অৱতাৰ,
মানৱীৰ ৰূপ ধৰি দেখালা মৰ্ত্ত্যত
'তিৰোতাৰ আত্মদান' ভকতি পতিত,
সতী তিৰোতাৰ ধৰ্ম জগত মাজত ॥
যোৱাঁ, দেৱি ! ..............................
তুমি যোৱাঁগই, ..............................
তোমাৰ নিমিত্তে, হায় ! নাকান্দো অলপো,
কান্দিব অনন্তকালে কাৰণে তোমাৰ ।
থাকে মানে চন্দ্ৰ-সূৰ্য আকাশ-মাজত
টুকিব জগতে, হায় ! চকুলো দুধাৰ ॥
থাকিব যিমান দিন অসমীয়া জাতি
জগতত ৰ'ব নাম অসম-ভূমিৰ,
থাকিব তোমাৰ ছবি হৃদয়ত অঁকা
ততদিন, হেৰা সতী ! আসামবাসীৰ ॥
কৰ্মদশা-বলে, সতী ! যদিওবা আজি
নিদিয়ে তোমাৰ সতি-সন্ততিক বাট
পথাৰৰ পকাধানে ! যদিও আহোম
সাম্ৰাজ্যবিহীন হই হীন অৱস্থাত
ধনহীন-মানহীন যদিও আহোম
'কি এক পদাৰ্থ' আজি হিন্দু-সমাজত
আসামৰ, কিন্তু, দেৱি ! হ'ব গৌৰৱিত
আহোমৰ নাম তয়ু সতীত্ব-বলত ॥
পতিব্ৰতা মহাধৰ্ম তাৰ প্ৰভাৱত
তয়ু আশীৰ্বাদ-বলে তোমাৰ সন্তান
নিজ নিজ ভুল-ত্ৰুটি কৰি সংশোধন
আচৰিব আপোনাৰ জাতিৰ কল্যাণ ॥
যদিওবা অকালত ডুবিছে, হে সতী !
আহোম সৌভাগ্য-ৰবি, বিষাদৰ ছাই
আৱৰিছে আহোমক, যদিওবা আজি
পূৰ্বৰ সম্পদ আৰু আহোমৰ নাই
তোমাৰ সুকীৰ্তি-বলে, জগত মাজত
আহোমৰ হ'ব ঠাই ওপৰ খাপত ॥

## দশম সৰ্গ

"Wild with despair, I shed a copious tide
Of flowing tears and thus with sighs replied :
Fly'st thou loved shade, while I thus
fondly mourn ?
Turn to my arms, to my embraces turn."
— Pope's Translation of Homer's
**'ODDYSSEY'**

১

কল্পনা ! কবিৰ প্ৰাণ ! পদত তোমাৰ
ই মিনতি আজি মোৰ, কোৱাঁ, দেৱি ! মোক
ক'ত আছে গদা আজি ? আছে কেনেকই
সহি আপোনাৰ সতী তিৰোতাৰ শোক ?
অশেষ যাতনা ভুঞ্জি শত্ৰুৰ হাতত
কুঁৱৰীতো গ'ল আজি তিয়াগি সংসাৰ ?

এনুৱা কালত গদা ক'ত আছেগই ?
সহিছে কিৰূপে শোক হৃদয়ে গদাৰ
আহাঁ, দেৱি ! কোৱাঁ মোক, দেখুৱাঁ গদাক,
নকৰিবা বেলা মোৰ বিলম্ব নসয় ;
মিনতি কৰিছোঁ অত তথাপি তোমাৰ,
মোলই অলপো নেকি করুণা নহয় ?
স্বৰ্গীয় করুণা, দেৱি ! হিয়াত তোমাৰ,.
বিৰাজ কৰিছে তাত অমৃতৰ ধাৰ ;
অনন্ত তোমাৰ দয়া অনন্ত করুণা,
দয়া কৰি, দেৱি ! মোৰ পূৰোৱাঁ কামনা ॥
তোমাৰ প্ৰসাদে, দেৱি ! কতনো কবিয়ে
স্বৰ্গৰ দেৱতা আনি ৰাখে জগতত,
মৰ্ত্যৰ মানৱ লই তোমাৰ কৃপাত
আনন্দ মনেৰে থয় স্বৰ্গৰ মাজত ॥
দয়া কৰা যদি তুমি, নাই এনে কাম
নোৱাৰে কবিয়ে যাক সমাধা কৰিব ;
নাই ছবি এনেকুৱা ক'তো ত্ৰিলোকত
কবিৰ তুলিয়ে যাক নোৱাৰে আঁকিব ॥
আহাঁ, দেৱি ! যাওঁ আজি নামচাৰ ফালে,
আছে জানো তাতে গদা প্ৰাণৰ ভয়ত,
অকাল মৃত্যুৰ কথা সতী তিৰোতাৰ
শুনি জানো দুখে আজি কান্দিছে শোকত ॥

২

নামচাৰ এটি জুৰিৰ দাঁতিত
এজুপি ডাঙৰ গছৰ তলত,
ভাবি প্ৰেয়সীৰ যাতনা বিষম
বহি আছে গদা বিষাদ মনত ॥
বহু ৰাতি হ'ল তথাপিও নাই
দুচকুত আজি টোপনি গদাৰ ;
বিয়াকুল মনে কান্দিছে শোকত
টুকিছে সঘনে চকুলো দুধাৰ ॥
কান্দিছে শোকত চকুলো টুকিছে,
ঘনে ঘনে থাকি হৃদয় কঁপিছে ॥
কিন্তু গদাপাণি নাই জনা, হায় !
আৰু যে কুঁৱৰী সংসাৰত নাই ॥
কুঁৱৰী যে আজি তিয়াগি সংসাৰ,
তিয়াগি অশেষ যাতনাৰ ঠাই,
দেৱী-মূৰ্তি ধৰি গইছে স্বৰ্গত
দুৰ্ভগীয়া গদা একো জনা নাই ॥
নাই জনা গদা এতিয়াও একো,
কুঁৱৰী যে আজি শত্ৰুৰ হাতত
অশেষ যাতনা ভুঞ্জি অৱশেষে
বিৰাজিছে আজি স্বৰ্গৰ মাজত ॥
নাই জনা গদা এতিয়াও একো
মাথোঁ দুখে-শোকে কৰিছে ক্ৰন্দন,
কান্দি কান্দি, হায় ! দুখ-বেজাৰত
অৱশেষে তাতে কৰি শয়ন ॥
আহিলে গদাৰ চকুত টোপনি,
লাহে লাহে হ'ল টোপনি মগন,
টোপনিতে গদা গছৰ তলত
দেখা পালে এটি অপূৰ্ব সপোন ॥

৩

দেখা পালে, যেন সেইদৰে ৰাণী
হাৰাশান্তি হই টঙ্গালি চেপাত
হ'ল গতপ্ৰাণা, সুখী তথাপিও
উছৰ্গি দেহাটি স্বামীৰ সেৱাত ॥
দেখা পালে যেন আকাশৰপৰা
দেৱকন্যাসৱে হাঁহিমনে আহি,
চাপিলে ওচৰ দুখিনী ৰাণীৰ
বজাই মধুৰ সুললিত বাঁহী ॥
এটি দেৱকন্যা ক'লে কুঁৱৰীক,

"নাকান্দিবা সতী ! অন্ত হ'ল দুখ ।
নালাগে ভুঞ্জিব আৰু সংসাৰৰ
অশেষ যাতনা নিদাৰুণ শোক ।
গোলোক-স্বামীয়ে বৈকুণ্ঠৰপৰা
দিছে এয়া, সতী ! ৰথ পঠিয়াই,
উঠাঁ, দেৱি ! তাতে, কৰা আৰোহণ-
ধীৰে ধীৰে ৰথ আনিলে চপাই ॥
অন্য এজনাই ক'লে কুঁৱৰীক,
"জগতৰ আয়ে দিছে পঠিয়াই
এয়া পিন্ধা, সতী ! দেৱ সাজ-পাৰ,"
কুঁৱৰীক দিলে সাজ উলিয়াই ॥
"আপুনি লক্ষ্মীয়ে" ক'লে আন এটি,
"দিছে বাছি বাছি এয়া অলঙ্কাৰ
পিন্ধা খাৰু-মণি-থুৰীয়া কাণত,
দেৱৰ গহনা বস্তু দেৱতাৰ ।"
ধীৰে ধীৰে উঠি পিন্ধিলে কুঁৱৰী
ৰঙ্গে সাজ-পাৰ, অলঙ্কাৰ লই ।
এটি দেৱকন্যাই বান্ধিলে ৰাণীৰ
সুন্দৰ খোপাটি মনোহৰকই ॥
"গোলোক জীয়াৰী" ক'লে এজনাই,
"বাসৱৰ-প্ৰিয়া অতি সাদৰত
দিছে পঠিয়াই পাৰিজাত পাহি,
পিন্ধা এয়া, সতী ! সাদৰে মূৰত ॥"
আন এজনাই মধুৰ বচনে
ক'লে কুঁৱৰীক, "পিন্ধা কপালত,
এয়া সেন্দূৰ দিছে পঠিয়াই
আপুনি ৰতিয়ে আনন্দ মনত ।"
সেন্দূৰৰ টেমা দিলে উলিয়াই
ৰঙ্গমনে ফোট পিন্ধিলে কুঁৱৰী ;
ৰথখনি আনি দেৱকন্যাসৱে
তুলিলে ৰাণীক ৰথত আদৰি ॥

৪

ঘূৰিলে ৰথৰ চকৰি চাৰিটি,
চলে ৰথখনি সত্বৰে গমনে ;
ৰথৰ ওপৰে দেখি প্ৰেয়সীক
ক'লে গদাপাণি কৰুণ বচনে ঃ
"কিয় যোৱা, প্ৰিয়ে ! দুৰ্ভগাক এৰি ?
তুমি যে গদাৰ পৰাণৰ ধন ?
মোকো লই যোৱা লগতে তোমাৰ,
কিয় কৰা আজি অকলে গমন ?
ৰ'বা দেৱকন্যা ! ৰোৱাঁহে অলপ,
দুৰ্ভগাক লাগি এখন্তেক ৰোৱাঁ ;
ৰ'বাছোঁ অলপ, পৰাণৰ প্ৰিয়ে !
কিয় আজি মোক এৰি থই যোৱাঁ ?"
"কি কৰিম, নাথ !" কুঁৱৰীয়ে ক'লে,
"দেৱকন্যাসৱে জানো কিবা ছলে,
ভুলাই দাসীক তুলিলে ৰথত,
আনিলে অকলে আকাশ-মাজত ॥
নামি যাব খোজোঁ, নোৱাৰোঁ নামিব,
লাহে লাহে ৰথ উঠিলে বহুত,
কেউফালে চাওঁ, নাই বাট-পথ
ছয়া-ময়া মাথোঁ দেখিছোঁ চকুত ॥"

৫

এনেতে এজনা দেৱকন্যাই
ধীৰে ধীৰে ক'লে গদালই চাই ঃ
"নাকান্দিবা, ৰজা ! নোপোৱা ৰাণীক
নোপোৱা মৰ্ত্যত আৰু প্ৰেয়সীক ॥
বৈকুণ্ঠ-ঈশ্বৰী জগতৰ আই,
তেওঁৰ আজ্ঞাত ল'লোহি ৰাণীক,
নাকান্দিবা, ৰজা ! নকৰিবা দুখ,
নোপোৱা ইয়াত আৰু প্ৰেয়সীক ॥"

ধীৰে দেৱকন্যা ক'ল মনে মনে,
ৰথখনি গই উঠিলে বহুত,
বিষাদ মনেৰে চাই আছে গদা
শোকে-তাপে টুকি চকুলো চকুত ॥
ৰাণীয়েও, হায় ! স্বোৱামীক এৰি
কান্দিব ধৰিলে বিষাদ মনত ;
কয় দেৱকন্যা, "কিয় কান্দা, সতী ?
কিয়নো চকুলো টুকিছা শোকত ?
মহাপাপে ভৰা দুখৰ সংসাৰ
তিয়াগি আহিলা, কান্দা, সতী ! কিয় ?
ৰ'বাছোঁ অলপ, পাবা অলপতে
স্বৰ্গ সুখময়, সুখ স্বৰগীয় ॥
চিৰ সুখ তাত চিৰ শান্তি আছে,
অমৃতৰ নই বইছে সদায়,
নাই তাত দুখ, নাই তাত শোক,
তাত সংসাৰৰ সন্তাপে নাপায় ॥
দয়াৰ সাগৰ গোলোক-ঈশ্বৰ
অনন্ত জ্যোতিৰে সদায় বিৰাজে,
দাঁতিতে প্ৰভুৰ শোভে তাত, সতী !
লক্ষ্মী-সৰস্বতী মনোহৰ সাজে ॥
কিয় কান্দা, সতী ! দেখি সেই ৰূপ
গুচিব তোমাৰ হৃদয়ৰ দুখ ;
অনন্ত হেঁপাহ পূৰ্ণ হ'ব, সতী !
কিয়কান্দা মিছা ? নকৰিবা শোক ॥
স্বৰ্ণ সিংহাসন থইছে লক্ষ্মীয়ে
নিজে বীণাপাণি গাঁথিছে সঙ্গীত,
'স্ত্ৰীৰআত্মদান' ! 'জয় পতিব্ৰতা !!'
বাজি 'কশ্যপী'য়ে কৰিব মোহিত ॥"

৬

"কিয় কান্দা, সতী ! তুমি আহিছা স্বৰ্গত ?
সংসাৰৰ অত্যাচাৰ নাইকিয়া য'ত ;
য'ত নাই শোক-তাপ, প্ৰাণৰ বেদনা,
য'ত নাই বিষময় পাৰ্থিৱ লাঞ্ছনা ॥
কিয় কান্দা, সতী ? ......................
নাই তাত ভিন-পৰ সকলো সমান ;
নাই তাত শত্ৰু-মিত্ৰ, অপূৰ্ব বিধান ;
নাই তাত দ্বন্দ্ব-হাই ( বিহ হলাহল )
নাই তাত কুলক্ষণ, ঘোৰ অমঙ্গল ॥
সিদেশত নাই মাটি, ফুলময় ঠাই,
অমৃতৰ নই বলে পানী তাত নাই ॥
নাই তাত দিন-ৰাতি, নাই অন্ধকাৰ,
সদায় পোহৰ তাত স্বৰ্গীয় বিভাৰ ।
লাখে লাখে ফুলে তাত পাৰিজাত ফুল,
গাঁথে মালা দেৱকন্যা গাঁথন অতুল ॥
কোকিলাৰ সুৰে স'তে সুৰটি মিলাই,
মনোহৰ গীত গায় ফুলনি ভৰাই ॥
নাকান্দিবা, সতী ! তুমি নকৰিবা শোক ;
প্ৰভুৰ চৰণ পালে যাব শোক-দুখ ॥
সমৰপি দিবা প্ৰাণ প্ৰভুৰ পাৱত,
নোপোৱা কদাপি আৰু সন্তাপ মনত ॥"

৭

এইবুলি ৰথ খেদিলে বেগাই,
পালেগই ৰথ স্বৰ্গৰ দুৱাৰ,
আপুনি লক্ষ্মীয়ে আহিলে ওলাই
মচিলে ৰাণীৰ চকুলো দুধাৰ ॥

৮

সাদৰী লক্ষ্মীয়ে চাই বুলিলে ৰাণীক ঃ
"সংসাৰত ভুঞ্জি বহু যাতনা-কেলেশ
আহিছা স্বৰ্গত, আই ! নকৰিবা শোক,
সুখৰ স্বৰগ এই সুখময় দেশ ॥
আহাঁ, আই ! সুখে থাকা স্বৰ্গৰ মাজত

সাৱিত্ৰী, জানকী, শৈব্যা, সতীৰ কাষত,
আছে য'ত দময়ন্তী, দ্ৰৌপদী সুখত
আহাঁ, আই ! থাকাঁ সুখে তুমি সি থানত ॥"

৯

"নন্দন বনৰ পৰা আনি পাৰিজাত ফুল
গাঁথিছে সুন্দৰ মালা আজি বিজয়াই,
অতি হাবিয়াহ কৰি তোমাক পিন্ধাম বুলি
আনিছে সি মালাধাৰি থালত ভৰাই ॥
আহাঁ, আই ! নাকান্দিবা, নকৰাঁ মনত দুখ,
খোপাত পিন্ধাই দিওঁ, আহাঁ, মালাধাৰি ।
বিষাদ ব্যাকুল হই আৰু নকৰিবা শোক
নুটুকিবা আৰু, আই ! চকুলো দুধাৰি ॥"

১০

"বহু ক্লেশে বহু দুখে দুখ-ভাগৰত
পিয়াহ আতুৰা হই আহিছা বাটত,
আহাঁ, আই ! কৰাঁ পান সুখেৰে অমৃত
এৰি দিয়া শোক, হোৱাঁ আনন্দিত চিত ॥
পথ-শ্ৰমে, ৰ'দ-তাপে ওলাইছে ঘাম ;
আহাঁ, আই ! দেৱকন্যা বিচিব তোমাক
সুন্দৰ চামৰে স'তে মচিব সাদৰে
তোমাৰ মুখৰ এই ঘামৰ টোপাক ॥"

১১

অস্ত হ'ল কমলাৰ কথা মধুময়,
আকউ চলিলে ৰথ ঘৰ্ ঘৰ্কই ;
ঘৰ্ ঘৰ্ ঘৰ্ কৰি বাজিলে চকৰি
শুনি শবদ গদা উঠিলে চিয়ঁৰি ॥
সাৰ পালে গদাপাণি লুকালে সপোন,
চকু মেলি চাই দেখে ৰাতিটি পুৱালে ;
সপোনৰ কথা ভাবি হই বিয়াকুল,
নামচা পৰ্বত এৰি আকউ ওলালে ॥

## একাদশ সৰ্গ

"____ Weep not for her, in her spring
time she flew,
To that land where the wings of the soul
are unfurl'd :
And now like a star beyond evening's
cold dew
Looks radiantly down on the tears of this
world."
— ***MOORE***

১

সপোনৰ কথা ভাবি হই অতি বিয়াকুল
লাহে লাহে আহি গদা পালেহি পাছত
তেজেৰে ৰাঙলী দেহা দুখুনী ৰাণীৰ, হায় !
পৰি আছে য'ত সেই অৰণ্য মাজত ॥
দেখিলে স্বপ্নৰ কথা তালে-তিলে ফলিয়ালে
সঁচাকৈয়ে কুঁৱৰীৰ প্ৰাণ আৰু নাই ।
সঁচাকৈয়ে জগতত ৰাণী আৰু নাইকিয়া,
সঁচাকৈয়ে গ'ল ৰাণী স্বামীক পেলাই ॥

............ ............ ...........

কুঁৱৰীৰ মৰাশটি আঁকোৱালি লই গদা
দাৰুণ শোকত আজি কান্দিব ধৰিলে
হিয়া-মূৰ ভুকুৱাই বনৰ মাজত, হায় !
নিৰ্জন অৰণ্য আজি কান্দোনে ভৰিলে ॥

২

"কেনি গ'লা, প্ৰিয়ে ! তুমি এৰি থই মোক ?
তোমাৰ বিহনে, হায় ! জগত শ্মশান-প্ৰায় ;
তোমাৰ বিহনে মোৰ সকলো এন্ধাৰ !
তোমাৰ বিহনে শূন্য হৃদয় গদাৰ ॥"

৩

......গা তোলাঁ, গা তোলাঁ, প্ৰিয়ে !
আৰু নাথাকিবা শুই ।
উঠিবৰ সময় হইছে ; ..........................
গছৰ ডালত কৰে চৰায়ে কোৰ্হাল, প্ৰিয়ে !
চোৱাঁ বেলি ওলাব খুজিছে ॥
আগেয়ে দেখোন, প্ৰিয়ে ! উঠা তুমি ৰাতিতেই,
কিয় আজি বিপৰীত ভাব ?
কিয় হ'লা এলেহুৱা ? অত বেলি শুই আছাঁ ?
প্ৰিয়ে ! এয়া বৰ কুস্বভাৱ ॥"

৪

"নে .......... .......... ..........
মোৰ ওপৰতে কৰি আজি অভিমান,
শুই আছাঁ অত বেলি নমতা-নোবোলা হই ?
মই কান্দো, তুমি কিন্তু নাকান্দা, পৰাণ ?
শিলেৰে বন্ধোৱা নেকি হৃদয় তোমাৰ ?
কোমলে তলৰ ঠাই চকুৰ পানীত মোৰ,
কোমলালে মাটি মোৰ চকুলো দুধাৰ ॥
হৃদয় তোমাৰ কিন্তু কোমল নহ'ল ?
মোৰ কান্দোনতো তুমি নাকান্দা অলপো, প্ৰিয়ে ?
নোকোৱা এটিও কথা ? তুমি কি অচল ?"

৫

"কাবউ কৰিছোঁ, প্ৰিয়ে ! নকৰিবা অভিমান,
নুশুনি তোমাৰ মাত ঘনে মোৰ জ্বলে প্ৰাণ ॥
নালাগে, নোপোৱাঁ আৰু দুৰ্ভগা গদাক লাগি
ভুঞ্জিব যাতনা, প্ৰিয়ে ! উঠাঁ অভিমান ত্যাগি ॥
নকৰিবা বেলি আৰু, প্ৰিয়ে ! কথা কোৱাঁ মোক,
এৰি দিয়াঁ অন্তৰৰ আজি সকলোটি দুখ ॥
তোমাক নমতা দেখি জ্বলিছে মোৰ পৰাণ
কোৱাঁ এটি কথা মোক, এৰাঁ, প্ৰিয়ে ! অভিমান ॥"

৬

"উস্ ! .......... .......... ..........
উঠাঁ উঠাঁ, বোলোঁ কাক ? কাক মাতো 'প্ৰিয়ে !' বুলি ?
নাই আৰু সেই প্ৰিয়া এই সংসাৰত !
শত্ৰুৰ হাতত পৰি অশেষ যাতনা ভুঞ্জি,
শোকে-তাপে অকালত এৰিলে জগত ॥
কপালৰ দোষে জানো শুঁহৰি কালতো, প্ৰিয়ে !
নেদেখিলা সুখ-শান্তি আজন্ম দুখিনী !
নামত কুঁৱৰী হ'লা ৰাজ-ভোগ নেদেখিলা,
দুৰ্ভগা স্বামীত লাগি অৰণ্যবাসিনী ॥"

৭

"কাক মাতোঁ প্ৰিয়ে, বুলি ? প্ৰিয়তমা গুচি গ'ল
একেবাৰে মোক এৰি থই !
ইজন্মত আৰু মই নেদেখোঁ সিমুখ, হায় !
উস্ ! প্ৰিয়ে !– জীৱন নৰয় ॥
প্ৰাণেশ্বৰি ! প্ৰিয়তমা ! গ'লানো ক'লই তুমি !
আছিলা যে ওচৰতে মোৰ ?
কিনো তুমি দোষ পালা ? কিয়নো এৰিলা মোক ?
কিয় দিলা শোক দুৰঘোৰ ?
প্ৰিয়ে ! চকু মেলি চোৱাঁ, কিয় মোক এৰি যোৱাঁ ?
নিয়াঁ, প্ৰিয়ে ! লগতে তোমাৰ !
যাক, প্ৰিয়ে ! নেদেখিলে দুৰ্ভাগাৰ প্ৰাণ জ্বলে,
ভালে নে অকলে যোৱা তাৰ ?"

৮

"সাদৰী শাহুৰ মোৰ একেটি জীয়াৰী তুমি,
দীন-দুখুনীৰ তুমি একেটি ৰতন ;
তোমাৰ মৃত্যুৰ কথা শুনিলে মাৰাই আজি,
আৰু, হায় ! কি আশাত ধৰিব জীৱন ?
অকালন কালতেই পিতৃহীনা তুমি, প্ৰিয়ে !–
বুকুত সাবটি বৰ কৰিলে মাৰাই

কত দুখে, কত কষ্টে ;আজি নেকি তুমি ;হায় !
যোৱা এৰি অকলেই মাৰাক কন্দাই ?"

৯

"মই, প্রিয়ে ! বহু দোষ কৰিলোঁ তোমাক,
সি দোষতে বাৰু তুমি এৰি গ'লা মোক ;
কি দোষ কৰিলে লায়ে[১] নজনা লেচায়ে[২]
নিৰদয়া হই তুমি কিয় দিলা শোক ?
আপুতৰ পুত লাই-লেচাই তোমাৰ
কি দোষত গ'লা এৰি ? পালা কি জগৰ ?
'আইতা আইতা !' বুলি যদি কান্দে লাই,
কিৰূপে ৰাখিম মই তাক নিচুকাই ?
উঠাঁ, প্রিয়ে ! এৰি দিয়া দুখ-অভিমান,
কৰিলোঁ বহুত দোষ, ক্ষমা কৰা মোক
জুৰিছে ইমানে মোক, কৰিছোঁ মিনতি
নিদিবা গদাক আৰু হৃদয়ত শোক ॥"

১০

এইবুলি গদাপাণি মৰাশ কোলাত লই
বিমূৰ্চ্ছিত হই শোকে পৰিলে মাটিত ।
গদাৰ কান্দোন শুনি থাকিব নোৱাৰি, যেন
বনদেৱী অৰণ্যৰ হ'ল উপস্থিত ॥
গদাৰ শোকত যেন নিজেও ব্যাকুল হই,
বুলিব ধৰিলে দেৱী সাদৰে গদাক ঃ
"নাকান্দিবা তুমি, ৰজা !কি হ'ব কান্দিলে আৰু ?
এই জনমত তুমি নোপোৱা প্রিয়াক ॥"

১১

"নাকান্দিবা তুমি, সোণ ! ৰাণীৰ কাৰণে,
ৰাণী আৰু নাই জগতত !
বৈকুণ্ঠ-ঈশ্বৰী আৰু প্রভুয়ে সইতে
সুখে তেওঁ আছে গোলোকত ॥
চন্দ্ৰ-সূৰ্য থাকে মানে ৰাখিলে কুঁৱৰী
অতুলন কীৰ্তি সংসাৰত !
নাকান্দিবা তুমি, সোণ ! কাৰণে তেওঁৰ,
কান্দোক সৱেই জগত ॥"

১২

"কান্দোক অনন্ত কালে ৰাণীৰ কাৰণে,
অনন্ত জগতে, হায় ! চকুলো টোকক !
নাকান্দিবা তুমি কিন্তু তেওঁৰ মৃত্যুত,
কান্দোক ত্ৰিলোকে, দিয়াঁ কান্দিব লোকক ।

১৩

"দুখুনী আসামবুকে যি ছবি আঁকিলে তেওঁ
জন্মেও আসামে নেকি পাৰিব মচিব ?
যি মধুৰ ছবি অঁকা থাকি গ'ল হৃদয়ত
আসামবাসীয়ে নেকি পাৰিব ভুলিব ?
কান্দিব অনন্তকাল দুখুনী অসমে, সোণ !
অসমবাসীয়ে, হায় ! কান্দিব শোকত,
নাকান্দিবা তুমি কিন্তু নুটুকিবা চকুপানী,
কান্দোক অনন্তকালে ৰাণীৰ দুখত ॥"

১৪

"উঠাঁ, সোণ ! এৰাঁ শোক, দুখ অন্ত হ'ল,
পুনু ৰজা হ'বা তুমি আহোম ৰাজ্যত,
ভাগ্যলক্ষ্মী সুপ্ৰসন্না আকউ তোমাৰ,
নোপোৱা ৰাণীক মুঠে এই জনমত ॥
নাকান্দিবা, সোণ ! ৰাণী আছে স্বৰগত
নোৱাৰে আহিব তেওঁ তোমাৰ কাষত ॥

---

১ লাই, লেচাই, এই দুয়োটি জয়মতী কুঁৱৰীৰ ল'ৰা । গদাধৰ সিংহৰ পাছত লাই কোঁৱৰে ৰুদ্ৰসিংহ নাম লৈ আহোম সিংহাসনত ৰজা হয়, লেচাই নামকণীয়া ৰজা হয় ।

আছে স্বৰগত তেওঁ নুশুনে কান্দোন,
নাকান্দা মিছাতে শোক এৰি দিয়াঁ, সোণ !
য'ত নাই অন্ধকাৰ, নাই শোক-দুখ,
য'ত পাপ-তাপ, কালৰ আৰাও,
য'ত নাই মানৱৰ শোকাকুল মুখ,
আশাৰ প্ৰতিমা নুলুকায় কেতিয়াও,
সুধাৰ ঝৰণা য'ত বয় নিৰন্তৰ,
আনন্দৰ বায়ু য'ত বলিছে সদায়,
পদুমৰ গোন্ধে য'ত প্ৰফুল্ল অন্তৰ,
সি দেশ ৰাণীৰ, সোণ ! বাস কৰা ঠাই ॥"

১৫

"পোহৰায় সূৰ্যে তাত নিদিয়ে উত্তাপ,
সদায় পোহৰ, নাই অন্ধকাৰ তাত ;
সুগন্ধেৰে ভৰা নিতে বলিছে বতাহ,
ৰাঙলী বিজুলী আছে, নাই বজ্ৰপাত ॥
কান্দিব নালাগে তাত মায়াৰ বশত,
ৰোগ-শোক নাই তাত, নাই চিন্তা দুখ,
ক্ষুধা-তৃষ্ণা নাই তাত, নাই টোপনিও,
ভুগিব নালাগে তাত বান্ধৱৰ শোক ॥
দেখিবলৈ নাই তাত খিয়লা-খিয়লি,
পৱিত্ৰ সুখেৰে ভৰা স্বৰগৰ মিল,
নহয় সি ঠাই ঢকা মায়াৰ জালেৰে,
বিষয়ৰ সূৰ্যে তাত নদহে শৰীল ॥
মই বৰ, তুমি সৰু নাই এনে ভাব,
ধনী-দুখীয়াৰ তাত নাই একো ভিন,
পাপী মাথোঁ সিঠাইত নোৱাৰে সোমাব,
ধনী-মানী, দীন-দুখী সকলো অচিন ॥
মই ৰজা, তই প্ৰজা, তই পৰাধীন
মই মহাধনী, তই খুদমগনীয়া,
স্বৰগৰ তৰা মই, তই টোপাখহু,
এনেকুৱা পাপ কথা তাত নাইকিয়া ॥
ভায়ে ভায়ে সিঠাইত নাই দ্বন্দ্ব-হাই,
তিৰোতাৰ কথা শুনি নোহে ঠাই ঠাই ।
ভায়ে ভায়ে সিদেশত লগা গলে-নলে,
বিলগে এঘৰ তাত নহয় অকলে ॥
প্ৰণয়িনী হেৰুৱাই নাকান্দে প্ৰেমিক
সিঠাইত গই, থাকে হই হৰষিত,
নাই তাত প্ৰণয়ৰ বিৰহ-বিচ্ছেদ,
নাকান্দে বিনাই তাত বিৰহীৰ চিত ॥"

১৬

"ডাইনী চকৰি-ফেঁটী নহয় সতিনী
সিদেশত, ঈৰ্ষানলে নদহে পৰাণ
সতিনীৰ ; যেন দুটি আপোন ভনীটি
( সহোদৰা আপোনাৰ ) যেন একে প্ৰাণ ।
সেয়েতো স্বৰগ,– তাত নহয় সমান
মাহী-আয়ে খেৰ-জুয়ে — তাত মাহী আই
মূৰ্তিমতী যেন স্নেহ, স্নেহৰ নিজৰা,
সপত্নী-সন্তান বুলি পৰভাব নাই ॥
পৰভাব নাই তাত, দ্বেষভাব নাই,
নাই তাত মাউৰাৰ বিষণ্ণতা-চিন,
মাতৃৰ অভাৱ-দুখ নাপায় মাউৰী,
মাউৰা নহয় যেন তাত মাতৃহীন ॥"

১৭

"অতি সুখে আছে ৰাণী তাত–
ৰাণীৰ কাৰণে, সোণ ! নাকান্দা অলপো,-
সদায় থাকিবা চাই সিদেশৰ ফালে,–
আকউ তোমাৰ হ'ব তেৱেঁ স'তে দেখা
জীৱনৰ সন্ধ্যা বেলা বেলি মাৰ গ'লে ॥"
যেন ………… ………… …………
এইবুলি অন্তৰ্দ্ধান হ'ল বনদেৱী ;
শোকে-তাপে গদা জৰ্জৰিত হই
শ্মশানৰ ফালে খোজ ল'লে ধীৰে ধীৰে
কুঁৱৰীৰ মৰাশটি আঁকোৱালি লই ॥

## দ্বাদশ সৰ্গ

"......No flattery, hate, or envy lodgeth here
There no suspicion walled in proved steel,
..... ...... ...... ...... ...... ......
Pride is not there, no tyrant there we feel."

***FLETCHER***

১

নিৰ্জন শ্মশান-মাজে কিয় বাজ আজি তই
হৃদয়ত নিৰাশাৰ বীণ ?
কেনেবা কেনেবা মন কিয়নো হইছ তই
দেখি এই শ্মশান গহীন ?

২

ভয় ভয় ভয় কৰি কিয় হুঁহকিছ পাছ ?
আছে কিনো শ্মশানত ? কিয় কৰ ভয় ?
নোহেতো শ্মশান এই ঠাই অতি ভয়ঙ্কৰ ?
নাই একো, কিয় মিছা শঙ্কা কৰ তই ?
নাজান, নিৰ্বোধ ! তই এনুৱা শ্মশান-ভূমি
মহাযোগী ত্ৰিশূলীৰ অতি প্ৰিয় থান ?
প্ৰকৃতিৰ লীলাভূমি তিয়াগি কৈলাশ গিৰি
এই শ্মশানত আহি কৰেহি বিশ্ৰাম ?
নাজান, নিৰ্বোধ ! তই এইতো শ্মশান সেই
দুৰ্ভগীয়া থ'লে য'ত চিৰ কাললই,
প্ৰাণাধিকা প্ৰিয় পত্নী ( কৰ্ম-ক্ষেত্ৰে অৰ্দ্ধাঙ্গিনী )
প্ৰাণৰ প্ৰতিমাখনি ঘৰ শুদাকই ?
পৰাণতো বেছি প্ৰিয় যি আছিলে জীৱনত,
থ'লে আনি সি প্ৰতিমা এই শ্মশানত ঃ
নিৰানন্দ মনে যেনে বিজয়া দশমী-দিনা
স্বৰ্ণময়ী দেৱী-মূৰ্ত্তি নইৰ গৰ্ভত ॥

৩

শ্মশান সোমালে, বাজে মানস-পটত
মানৱৰ মৃত্যু-ছবি, সি বুলি কি, মন !
ভয় পাৱ, ভয়াতুৰ ? হিতেশে যে আৰু
নকৰে মৃত্যুৰ ভয় ! মৃত্যু কি ভীষণ ?
মৃত্যু নেকি ভয়ঙ্কৰ ? মৃত্যুৰ কোলাত
নাই কি মধুৰ শান্তি ? নোহে কি মৰণ
অনন্ত শান্তিৰ দ্বাৰ ? দ্বাৰ ত্ৰিদিবৰ ?
নোহে কি মৰণ, মন ! যাৰ কৰুণাত
সংসাৰৰ দুখ-শোক হয় অৱসান
মানৱৰ ! হৃদয়ত অশান্তি দাৰুণ
শান্তিৰূপে পৰিণত হয় অন্তিমত ?
অশান্তিৰ সংসাৰত হই জলা-কলা
সন্তপ্ত মানৱে মাথোঁ সাবটি মৰণ
পায় শান্তি স্বৰগৰ, সুধাৰ ঝৰণা
পিয়াহ আকুল নৰে মৰ জগতত ॥
মৰণ নহয় মাথোঁ মৃত্যুৰ কাৰণ
মানৱৰ ; ই মৰণ শোক-তাপহৰী,
স্বৰগৰ দূত ইটো, তাপিত প্ৰাণক
স্বৰগত কৰে শাঁত অশান্তি নিবাৰি ॥
এয়েতো মৰণ যাৰ কোমল কোলাত
কত দুৰ্ভগাৰ কত পুত্ৰ আদৰৰ
কত পত্নী প্ৰিয়তমা প্ৰাণৰ প্ৰেয়সী
হতভাগ্য স্বোৱামীৰ ( দুৰ্ভগাৰ দৰে )
কৰিছে শয়ন, মন ! চিৰকাললই
এই সংসাৰত ! আহাঁ ! ভাগ্যশালী জীৱ !
কত পুণ্যবলে জানো পূৰ্বজনমৰ
সিসকলে পালে, মন ! মৰণৰ কোলা–
সুকোমল শান্তিভৰা,– নউ হওঁতেই
হাৰাশান্তি, জলা-কলা বহু পৰিমাণে
সংসাৰত, সংসাৰৰ পাই শোক-তাপ ॥
প্ৰিয়জন, প্ৰিয়পুত্ৰ, প্ৰাণ-প্ৰিয়তমা

ত্যজিলে সংসাৰ, পাছে, সিসৰে সইতে
কাৰ কৰুণাত, মন ! হয় স্বৰগত
পুনৰ মিলন ? কোনে বিৰহ-অগনি
নুমাই, হিয়াত ঢালে সুশীতল পানী
মানৱক অন্তিমত ? এয়েতো মৰণ,
শান্তিদাতা, তাপহাৰী, শান্তি-নিকেতন ॥
মৰণ নহয় মৃত্যু, নহয় শমন,
যমৰ ভীষণ মূৰ্তি নহয় মৰণ ;
মৰণ স্বৰ্গৰ দূত, শান্তিৰ আধাৰ,
( সংসাৰৰ সুশীতল শান্তি-পাৰাবাৰ ) ॥

৪

ত্ৰিদিবতো প্ৰিয় যাৰ জ্বলন্ত নৰক,
মহাপাপে ভৰা যাৰ পপীয়া অন্তৰ ঃ
পৱিত্ৰ শ্মশান-মাজে, নিৰবোধ মন !
তেনুৱা পাপীয়ে পায় ভয় ভয়ঙ্কৰ ॥
কিয়, মন ! কৰ ভয় ? চঞ্চল হৃদয় !
কিয় তই ঘনে ঘনে কঁপিছ ভয়ত ?
পৱিত্ৰ শ্মশান-ভূমি চিৰশান্তি ভৰা,
অনন্ত সুখৰ ঠাই জগত মাজত ॥

৫

শুনিছোঁ হওঁতে, মন ! মেঘৰ সিপাৰে
স্বৰ্গ নামে আছে এক শান্তিময় ঠাই ;
আছে সঁচা, কিন্তু, হায় ? যদিওবা আছে ঃ
মানুহে নেদেখে তাক থাকোঁতে জীয়াই ॥
আছে নে নাই স্বৰ্গ সিপাৰে মেঘৰ, -
এই কথা যত ভাবোঁ এনে ভাব হয় ঃ
আছে সঁচা স্বৰ্গ তাত মেঘৰ সিপাৰে ;
মেঘৰ সিপাৰে, হায় ! নোহে শূন্যময় !
আছে সঁচা স্বৰ্গ তাত– স্বৰ্গৰ দুৱাৰ,
মেঘৰ সিপাৰে স্বৰ্গ নহয় কল্পনা ;
আছে সঁচা, কিন্তু হায় ! নেদেখোঁ সিৰূপ
সেই ৰূপ মনোহৰ, আমি দিনকণা !!
এতিয়া নেভাবোঁ, মন ! সি স্বৰ্গৰ কথা ঃ
ভাবিলে সি কথা, হায় ! চকুলো সৰিব,
নাইকিয়া একো লাভ সেই কথা ভাবি,
পৰিতাপ কৰি মাথোঁ কান্দিব লাগিব ॥

৬

নালাগে নাভাবোঁ আৰু সি স্বৰ্গৰ কথা,
এতিয়া স্বৰ্গৰ কথা কি হ'ব ভাবিলে ?
মেঘৰ সিপাৰে, সঁচা স্বৰ্গ আছে তাত,
নাপায় মানুহে কিন্তু পৰাণ নেৰিলে ॥
জানো, মন ! শুনো সঁচা, এই জগতৰ
পুণ্যৱন্ত ধৰ্মীজনে তিয়াগি জীৱন,
গই সেই স্বৰগত থাকে আনন্দত
চিৰ শান্তি সম্ভোগত হই নিমগন ॥
সেই সুখ, সেই কথা যত ভাবি চাওঁ,
অতি সুমধুৰ বুলি তত ভাব হয় ;
কবিৰ কল্পনা, হায় ! নহয় স্বৰগ,
মেঘৰ সিপাৰে স্বৰ্গ অতি সুখময় ॥
সি ঠাইত মাত্ৰ সাধু সুখ ভোগ কৰে,
মাথোঁ পুণ্যৱন্তে তাত সুখ-শান্তি পায় ;
পাপী মাত্ৰে সি ঠাইত নোৱাৰে সোমাব,
সেই স্বৰ্গ শান্তি ভৰা সেই সুখ ঠাই ॥
লাগে তেনেকুৱা স্বৰ্গ, লাগে সকলোকে,
চিৰশান্তি ভৰা স্বৰ্গ লাগে যে আমাক,
কিন্তু কেনেকই পাম সুখৰ স্বৰগ,
যি স্বৰগে কৰে ঘৃণা পাপীৰ আত্মাক ?

৭

কৰিছ বা কত, মন, জনম অৱধি
কুকৰ্ম জানোবা, হায় ! তোৰ জীৱনত,

দয়াময় ঈশ্বৰৰ নুশুনি বচন ?
জানোবা নোৱাৰ পাছে যাব স্বৰগত ?
সঁচাকৈয়ে বাৰু, মন ! ক'ছোঁ তই মোক,
পাৰিবি নে যাব তই মৰাৰ পাছত
( পঞ্চভূতে পঞ্চভূত যবে পাব লয় )
পিন্ধি দেৱ-সাজ-পাৰ সেই স্বৰগত ?
পাৰিবি নে লীন হ'ব প্ৰভুৰ পাৱত
তিয়াগি নশ্বৰ দেহা ? পাবি নে তেতিয়া
সি স্বৰগ ? কৰি ত্যাগ অনিত্য সংসাৰ
প্ৰাণ-বায়ু উৰি তোৰ যাবগই যেতিয়া ?
নিৰবোধ মন ? যদি তোৰ হৃদয়ত
আছেহে এনুৱা ভাব, এৰিদে এতিয়া,
নহ'লে, লাগিব তোক লাঞ্ছনা ভুগিব
সি কালত, যমদূতে ধৰিব যেতিয়া ॥

৮

কিন্তু,মন !
দীনদুখী মহাপাপী সবৰে দেহাক
যি সাদৰে লয় তুলি আপোন কোলাত ঃ
পাপীৰো ক্লেশত যাৰ কান্দে প্ৰাণ-মন ঃ
সেয়েকি নহয় স্বৰ্গ ?—নাই শান্তি তাত ?
আৰু ………… ………… …………
পুণ্যবান-মহাপাপী দুয়োৰে দেহাক
সমভাৱে কৰে যেয়ে, সেয়ে পূজনীয়
নোহে কি ? নবয় তাত চেনেহৰ নই ?
মৰ্ত্যত নোহেকি সেয়ে ক্ষেত্ৰ স্বৰগীয় ?
যদি হয় ………… ………… …………
নকৰিবি ভয়, মন ! পৱিত্ৰ শ্মশান
অনন্ত শান্তিৰ ঠাই, স্বৰ্গ পৃথিৱীৰ,
কি পাপী, কি পুণ্যবান সবে ভাগ পায়
অন্তিমত ই ঠাইত অমিয়া শান্তিৰ ॥

কি ৰজা, কি প্ৰজা, কিম্বা ধনী বা দুখীয়া
মহাপাপী-পুণ্যবান আহি শ্মশানত
নাইকিয়া একো ভিন, সবে সমভাৱে
পায় শান্তি অন্তিমত অন্তিম কালত ॥
এয়েতো শ্মশান সেই, দুৰ্ভগা হিতেশ !
জন্মদাতা পিতৃ তোৰ, জননী স্নেহৰ
চিৰকাললই য'ত কৰিছে শয়ন,
অন্তিমত লভি শান্তি নৰ জীৱনৰ ॥
এয়েতো শ্মশান-ভূমি, কোমল কোলাত
যাৰ, মহাসুখে আজি লভিছে বিৰাম
প্ৰাণৰ ভনীটি তোৰ, নুমলীয়া ভাই
ত্যজি অশাশ্বত দেহা, অনিত্য পৰাণ ॥
আদৰৰ ধন তোৰ স্নেহৰ জিতেন,
প্ৰাণাধিকা প্ৰিয় পত্নী জীৱন-সঙ্গিনী
এই শ্মশানতে দুয়ো, অন্তিমত তোৰো
তয়ো আহি পাবি আতে[১] শান্তিৰ জিৰণি ॥

৯

কিয় কৰ ভয় তেনে, অভাগা হিতেশ ?
দীনদুখী বুলি তোক অনন্ত ঘৃণাত
নিদিয়েতো ঠেলি এই পৱিত্ৰ শ্মশানে ?
অন্তিম কালত ল'ব তোকোতো কোলাত ?
দৰিদ্ৰ হিতেশ ! হায় ! তোৰোতো এদিন
প্ৰাণ-পখী যাব উৰি দেহা এৰি থই ?
সেই সময়ত তোকো এনে শ্মশানত
আহিবতো লাগিবই ? কিয় কৰ ভয় ?
তেনুৱা কালত তোক বন্ধুয়ে এৰিব,
এৰি যাব বাই-ভায়ে বিষম ঘিণত,
তেনুৱা কালত তোক কোনে ল'ব কোলা ?
কোনেনো কৰিব স্নেহ সেই সময়ত ?
এয়ে সেই, হে হিতেশ ! পৱিত্ৰ শ্মশান,

১ আতে = ইয়াতে ।

যি ল'ব চপাই তোক অন্তিম কালত,
এয়ে সেই ভূমি, হায় ! অনন্ত শান্তিৰ
যি ল'ব কোলাত তোক অতি সাদৰত ॥
এইটো শ্মশান, হায় ! অন্তিমৰ তোৰ,
যি ঠাইত আহি তই পাবিহি আশ্ৰয় ;
এইতো শ্মশান তোৰ পঞ্চভূতী দেহা
পঞ্চভূতে যি ঠাইত আহি পাব লয় ॥
'অন্তিম কালৰ ঘৰ' তোৰ ই শ্মশান ;
এনুৱা শ্মশান দেখি কিয় কৰ ভয় ?
নাইতো শ্মশান মাজে ভয়ৰ কাৰণ ?
ভয়ঙ্কৰ ঠাই ইটো নোহেতো নহয় ?

১০

নকৰিবি ভয়, মন ! ৰ'বিছোঁ থিৰেৰে
ৰ'বিছোঁ অলপ, চাওঁ কোন সেইজন
মৰাশ কানত লই, এই মহানিশা
আহে শ্মশানৰ ফালে, বিয়াকুল মন ?
স্বোৱামীৰ নিন্দা বোলে সহিব নোৱাৰি
সত্যযুগে প্ৰাণত্যাগ কৰিছিলে সতী ;
সতী-দেহা তুলি লই আপোন কানত
ভ্ৰমি ফুৰিছিলে বোলে শিৱ সতী-পতি ?
এয়েকি ত্ৰিশূলী সেই ? এয়ে নেকি শিৱ ?
এয়েকি সতীৰ পতি ? সতী-দেহা লই
আপোন কানত তুলি ভ্ৰমিছে শ্মশান
বিষাদ মনত, হায় ! বিয়াকুল হই ?
নহয়, নহয়, এওঁ নহয় ত্ৰিশূলী ;
এওঁ লাঙ্গি গদাপাণি, দুখ-বেজাৰত,
প্ৰেয়সীৰ মৃত দেহা আঁকোৱালি লই
বিয়াকুল প্ৰাণ সেয়া আহে শ্মশানত ॥

লাহে লাহে আহি গদা পালেহি শ্মশান,
শ্মশানৰ মাজত থ'লে দেহা প্ৰেয়সীৰ,
প্ৰিয়া মুখলই চাই, বিষাদ মনত,
কান্দিব ধৰিলে গদা শোকত অধীৰ ॥

১১

"প্ৰিয়তমা ! লিখা আছে ভাগ্যত তোমাৰ,
থাকাঁ কঙ্গালিনী-দৰে শ্মশান মাজত,
আহোমৰ ৰাজলক্ষ্মী, নাই আড়ম্বৰ
তোমাৰ লগত আজি এই শ্মশানত ॥
ঢুলীয়া, গায়ন নাই তোমাৰ লগত,
নাই দবা, কালি, পেঁপা, নাই কাঁহ, হায় !
নাই আজি সিংহাসন, নাই তুলী-পাটী !
কি কৰিবা ? অদৃষ্টত লিখা, প্ৰিয়ে ! নাই
উস ! ………… ………… …………
আদৰ্শ সতীটি তুমি আহোম কুলৰ,
আহোম বংশৰ তুমি উজ্জ্বল ৰতন !
দীন দৰিদ্ৰৰ দৰে থাকিবা ইয়াত
অকলে অকলে, প্ৰিয়ে ! হই অচেতন ?
হায় ! ………… ………… …………
কত বেটী, কত বন্দী আহিলেহেঁতেন
তোমাৰ দেহাটি লই কেঁকোৰা দোলাত
কত সমাৰোহে ; কৰি কত আড়ম্বৰ
তোমাক সঁপিলে হয় শ্মশান কোলাত ॥
উৰিআম কাঠেৰে সজা সুন্দৰ পেৰাটি[১]
কোলাত তোমাক লই পালে হয় শোভা ;
ধাৰে ধাৰে কত ফুল দিলে হয় তাত
যুতি-মালতীৰ চাকি এৱাঁ-সূতা গঁথা ॥
'বন্ধালোহেঁতেন মই ওখ মইদাম'

১ আগৰ কালত আহোমসকলে মৰা খৰি নিদি কাঠৰ দীঘলীয়া পেৰা (Coffin) এটাত সুমাই পুতি থয় আৰু তাৰ ওপৰত মৈদাম বান্ধে। পেৰাটি উৰিআম কাঠৰ তক্তাৰে সাজে, সেইবুলিহে আজি-কালিও আহোমসকলে তেওঁলোকৰ ঘৰত উৰিআম কাঠৰ খুঁটা নলগায়।

জিলিকি থাকিলে হয় অসম-ভূমিত,
দিলে হয় পৰিচয় দিগ্‌-দিগন্তত
তোমাৰ কীৰ্ত্তিৰ, প্ৰিয়ে ! হই গৌৰৱিত ॥
উস ! ............ ............ ............ ............
নাই, প্ৰিয়ে ! তেনে কাল, নাই সি সময়
তেনুৱা ক্ষমতা মোৰ নাইকিয়া আজি !
তোমাৰ কীৰ্ত্তিৰ চিন কি কৰি ৰাখিম ?
কি কৰি তোমাক থ'ম 'মইদাম' সাজি ?
আছিলে ভাগ্যত লিখা এনুৱা তোমাৰ !
থাকাঁ দুখুনীৰ দৰে অকালে ইয়াত !!"
এইবুলি গদাপাণি শোকে কান্দি কান্দি
গাঁত এটি খানি, থ'লে প্ৰেয়সীক তাত ॥
প্ৰেয়সীক থই, হায় ! শ্মশান মাজত,
দুখে-শোকে কান্দি তেওঁ এৰিলে শ্মশান
পৰ্বতৰ ফালে পুনু গ'ল কান্দি কান্দি
ইনাই-বিনাই গদা বিয়াকুল প্ৰাণ ॥

১২

যোৱাঁ, গদা ! যোৱাঁ, ৰজা ! যোৱাঁ, স্বৰ্গদেও !
নোহোৱা কেৱল তুমি এই শ্মশানত আনি
থইছা প্ৰাণ-প্ৰতিমা, দেখিছা এন্ধাৰ !
তোমাৰ নিচিনা, ৰজা ! আছে আৰু দুৰ্ভগীয়া,
প্ৰেমময়ী প্ৰিয়তমা শ্মশানত তাৰ !!
আমিও তোমাৰ দৰে জীৱনৰ প্ৰাৰম্ভতে
পৰাণৰ প্ৰিয়সখী থ'লোঁ শ্মশানত !
হেৰুৱাই অৰ্দ্ধাঙ্গিনী – (প্ৰাণাধিকা প্ৰিয় পত্নী)
দেখিছোঁ এন্ধাৰ আজি সংসাৰ-মাজত !!
আমাৰো তোমাৰ দৰে আজি, ৰজা ! শূন্য ঘৰ,
শান্তিময়ী প্ৰিয়া বিনে শান্তি নাইকিয়া !
ভাই বন্ধু পুত্ৰ কন্যা যদিও সকলো আছে
সংসাৰত আজি যেন অকলশৰীয়া !!

মহাৰাজ ! সৰ্গদেও !
মাউৰা দুটি কোঁৱৰ সাবটি বুকুত
তুমি আজি যেনেকই ব্যাকুল শোকত
নলিন, বিপিন আৰু হিৰণ, কিৰণ
চাৰিটিক লই আমি তেনে সংসাৰত !!
ৰাণীৰ শোকত তুমি কান্দিছা বিনাই,
বিকল হিতেশ আজি পত্নী হেৰুৱাই ॥

১৩

........ আৰু, প্ৰিয়ে ! প্ৰাণাধিকা ! ........
হিতেশৰ জীৱন সঙ্গিনী !! ........ ............
"ধৃতি ৰস্ত মিতা ৰতিশ্চুত্যা বিৰতংগেয় মৃত্যুনিৰুৎসবঃ ।
গতমাভৰণ প্ৰয়োজনং পৰিশূন্যং শয়নীয় মদ্যমে ॥
গৃহিণী সচিবঃ সখীমিথঃ প্ৰিয় শিষ্যা ললিতে কলা বিধৌ ।
কৰুণা বিমুখেন মৃত্যুনা হৰতা ত্বাংবদকিংনমে [illegible] ।
বিভবেপি সতীত্বয়া বিনা সখমেতাবদজস গণ্যতাম ।
অহ্নতশ্য বিলোভনাস্তৰৈমম সৰ্ব্বে বিষয়াস্তদা শ্ৰয়াঃ ॥"

১৪

.......... আছিলে মনত আশা, অন্তিমত, প্ৰাণাধিকা ।
দুচকু মুদিম বুলি তোমাৰ হাতত ।
কিন্তু বিধতাৰ বিধি কি কৰি বুজিম আজি ?
ভাঙ্গিলে সি সুখময় স্বপ্ন অকালত !!
যি ভাবিলে আগ হ'ম সি থাকিল পৰি পাছ,
ভবা কথা সকলোটি গ'ল দূৰলই !
স্বপ্নৰো অগম্য যিটো ফলিলে ভাগ্যত আজি ।
আঁতৰি ৰ'লা, প্ৰাণ প্ৰিয়া ! হিয়া শূন্যকই !!
দি গইছা সঁচা, প্ৰিয়ে ! দুটি পুত্ৰ, দুটি কন্যা,
তুমি কিন্তু নাই বুলি হিতেশ শ্ৰীহীন !
অসাৰ সংসাৰ যেন ঘোৰ অন্ধকাৰে ভৰা,
বালুময় মৰুভূমি জনপ্ৰাণী হীন !!

১৫

ইচ্ছাময় জগদীশ !!
অসাৰ ই সংসাৰত এই ঘোৰ এন্ধাৰত
কান্দি যে উঠিছে মোৰ দুৰ্বল পৰাণ !
বিবেকৰ ৰূপ ধৰি শান্তি দিয়াঁ হৃদয়ত,
অন্তৰত দিয়াঁ বোধ মানৱ অজ্ঞান !!
"কা তব কান্তা কস্তে পুত্রঃ ।
সংসাৰোহয়মতীব বিচিত্রঃ ॥
কস্য ত্বং বা কুতঃ আয়াতঃ ।
তত্ত্বং চিন্তয় তদিদং ভ্রাতঃ ॥"
দিয়াঁ তত্ত্ব-জ্ঞান-বল, নতু আজি যাওঁ তল !
এই শোক সাগৰত কৰাঁ প্ৰভু ত্ৰাণ !–
দয়াময় !– পূৰ্ণ হ'ক তযু মনস্কাম ॥
"হৰিণাপি হৰেণাপি ব্ৰহ্মনাপি সুৰৈৰপি ।"
"ললাটে লিখিতা লেখা ন শক্যাঃ পৰিমাৰ্জ্জিতুম ॥"

১৬

এয়েই গোহাৰি মাথোঁ তযু চৰণত
হে প্ৰভু কৰুণাময় ! দিয়া আশীৰ্বাদ,
নলিন, বিপিন মোৰ হোক বিদ্যাবান,
কীৰ্তিমান ; পতিব্ৰতা হিৰণ, কিৰণ
( দুগ্ধপোষ্যা কন্যা দুটি ) কীৰ্তিমান পতি
হোক লাভ জীৱনত, দীৰ্ঘায়ু জীৱন,
[illegible] দয়াময় ! এই দগ্ধ হিয়া
[illegible] হোক শান্ত জীৱনৰ বাকী
ই দাসৰ, দয়াময় ! হোক অসমৰ
[illegible] শত [illegible] শত জয়মতী ।
নিঃস্বাৰ্থ প্ৰেমৰ চিত্ৰ হোক বিৰাজিত
পতিব্ৰতা সতী আসাম ভূমিত ॥

১৭

আৰু
জীৱনৰ বাকী যেন যায় ই দাসৰ
বীণাপাণি ভাৰতীৰ শ্ৰী-পদ-তলত,
দয়াময় ! দয়া কৰি দিবা যেন ঠাই
চৰণৰ এদাঁতিত ; দীনদুখী বুলি
নেঠেলিবা যেন, নাথ ! অগতিৰ গতি !
ই দাসক । যদিওবা নাজানে ভজনা,
পূজিব চৰণ তযু, কৰিবা কৰুণা,
কৃপাময় ! দেখুৱাবা, দেখালা যিৰূপে
সাদৰীকে, গোলাপীকে কমতাপুৰত,
বিৰহিণী বিৰহৰ জ্বলা অগনিত
পুৰি ডেই-ছাই হোৱা, অৰণ্য-মাজত
জয়মতী মহাসতী, পতি-গত-প্ৰাণা
পতিব্ৰতা স্বামী সঁতে ; দুৰ্ভাগী মালিতা
কোচানত, ভেনিচৰ ডেচ্‌দিমোনা সতী
আৰু মূৰ ওথেলোক, যেন জীৱনত
পিয়ালীকে, নুমলীকে পিজউ জন্মীকে
অভয়ক আৰু সেই বৰফুকনক[১]
ৰাজকন্যা তুলসীকো* যাৰ কুচক্ৰত
আসামত অকালত লাগিল সন্ধিয়া
আহোমৰ জীৱনৰ ; স্বাধীনতা বেলি
মাৰ গ'ল দুপৰতে চিৰকাললই,
দেখুৱাবা যেন, নাথ ! হে কৰুণাময় !
সি সবকো ! গাব কবি, ভগ্নপ্ৰাণো যদি,
যদিওবা ভগ্নোৎসাহ, যদিওবা তাৰ
নাই আৰু সেই সুখ-শান্তি হৃদয়ত,
অন্তৰ্হিত যদিওবা সুখ জীৱনৰ
তাৰ, নাথ ! কৰা কৃপা, বাগ্দেৱী-পাৱত,

১ বদনচন্দ্ৰ বৰফুকন, এওঁক মান অনা বৰফুকনো বোলে । এওঁৰ ৪টি পুতেক, জন্মী, পিয়লী, নুমলী অভয় ; পিজৌগাভৰু জীয়েক, এওঁক পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ পুতেক ঢেকিয়াল ফুকনলৈ বিয়া কৰাইছিল ।

* তুলসী আইদেউ - এওঁ গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ জীয়েক । এওঁ তলে তলে চিঠি চলাই বৰফুকনলৈ আহিব [illegible]ছিল, কিন্তু কোনো কাৰণবশতঃ বৰফুকনে আনিবলৈ সন্মত নহ'ল ।

পূজি ভাৰতী পদ, যেন শান্তি পায়
জীৱনত একণিকা ; দুৰাকাংক্ষা তাৰ
'আহোম-জীৱন সন্ধ্যা' গাব এই সুৰে
গাঁথি নানা ছন্দে কাব্য, হে মঙ্গলাময় !
কৰাঁ যেন পূৰ্ণ আশা ! ক্ষুদ্ৰ জীৱনত
পূৰাইছা বহু আশা ( নোহে অকৃতজ্ঞ
হে প্ৰভু ! ই দীন কবি তযু চৰণত )
আছে আৰু বাকী বহু ; পূৰা বাকী, নাথ !
সেইসবো জীৱনত ? দগ্ধ-প্ৰাণ কবি,
নিত্য দগ্ধ হিয়া তাৰ ! নিতে সৰে পানী
দুচকুৰ পৰা, নাথ ! কি দিব তোমাক
'কৃতজ্ঞতা চিহ্ন' বুলি ? হিয়া-থাপনাত,
অন্তৰত থাপি মূৰ্তি তযু, প্ৰেমময় !
ভক্তিৰে অঞ্জলি দিব চকুলো দুধাৰি
তযু চৰণত, নাথ ! দুৰ্ভাগা কবিৰ
সম্বল চকুলো মাথোঁ, চকুলো বিভূতি
হতভাগ্য জীৱনত । তোমাৰে সৃজিত
এটি প্ৰাণী, যাৰে স'তে কি এক মায়াৰে
( মায়াৰ দোলেৰে স'তে ) বান্ধিছিলা প্ৰভু !
একেলগে জীৱনত অচ্ছেদ্য বান্ধোৰে ;
ছিঙিলা সি বান্ধ, প্ৰভু ! ( নোহে, দয়াময় !–
অচ্ছেদ্য বন্ধন সিটো জীৱনে-মৰণে !
কি সাধ্যে ছিঙিবা তুমি ? ) আপোনাৰ ভাবি
নিলা, নাথ ! দিলা ঠাই চৰণ-দাঁতিত
স্নেহ কৰি, দিবা যেন মোকো অন্তিমত
সেই শ্ৰীপদতে ঠাই নিজ দাস ভাবি ॥
'ময়া ন জ্ঞায়তে নাথ মাহাত্ম্যং পৰমং তব ।
নজানাতি পৰো ব্ৰহ্মা হৰিং বাচামগোচৰম্ ॥
ত্বমেব মাতা পিতা ত্বমেব ত্বমেব বন্ধুশ্চ সখা ত্বমেব ।
ত্বমেব বিদ্যা দ্ৰবিনং ত্বমেব, ত্বমেব সৰ্ব্বং মম দেব দেব ॥

## উপসংহাৰ

১

……………… কুঁৱৰী মৰাৰ পাছে ভ্ৰমি বহু গদাপাণি,
শেহত পলাই থাকে গাৰোণী[১] ঘৰত,
ডেৰ বছৰৰ প্ৰায় পাছত আকউ এক
হ'ল মহা হুলস্থূল আহোম ৰাজ্যত ॥
এইটি সুযোগ পাই বন্দৰ ফুকনে[২] চাই
গদাক বিচাৰি আনি দিলে ৰাজ-পাট ।
ভাগ্যলক্ষ্মী সুপ্ৰসন্না আকউ গদাৰ হ'ল,
ৰাজলক্ষ্মী বিৰাজিত আকউ গদাত ॥
পঞ্চদশ বৰ্ষ পুনু ৰাজ্য-সুখ কৰি ভোগ
সমৰ্পি আহোম-ৰাজ্য লাইৰ হাতত,
স্বৰ্গী হ'ল গদাপাণি ( গদাধৰ সিংহ ৰজা )
ইংৰাজী ষোল শ ছিয়ান্নবই চনত[৩] ।

২

ৰুদ্ৰসিংহ নাম লই পাটত উঠিলে লাই,
সতী আইতাৰ স্মৃতি যুগমীয়া কৰি
খনালে পুখুৰী এটি যি ঠাইত মৰে সতী
নাম দিলে তাৰ মাতৃ-নাম অনুসৰি ॥
আজিও 'জয়সাগৰে' ঘোষে কীৰ্ত্তি সতীত্বৰ
'তিৰোতাৰ আত্মদান' আজিও যে কয় ;
কিবা দেশী, কি বিদেশী সকলোকে 'জয়দ'লে'
ৰাণীৰ কীৰ্ত্তিৰ আজি দিয়ে পৰিচয় ॥

৩

কোনে কয়, কৰি তপ তাহানি কালত,
( সত্য ত্ৰেতা দ্বাপৰত ) তুষি দেৱতাক,
বৰ লই হইছিলে মানৱ অমৰ
ই মৰ্ত্যত ? যদিওবা সঁচা, হে পাঠক !
কলিযুগ নাই বৰ– দেৱ আশীৰ্বাদ
'কীৰ্ত্তি যস্য স জীৱতি' মাথোঁ জগতত ॥
বহুকাল হ'ল আজি, এৰিছে কুঁৱৰী
জয়মতী ( কুললক্ষ্মী আহোম কুলৰ )
ই মৰত-ভূমি, তুমি যোৱাঁ দেখা গই
মূৰ্তিমতী জয়মতী "জয়সাগৰত" ॥

( কাব্য সমাপ্ত )

---

১ গাৰোৱনী তিৰোতাৰ ঘৰত । ২ বন্দৰ বৰফুকনে । ৩ ইংৰাজী ১৬৯৬ চনত ।

# বিৰহিণী বিলাপ কাব্য

## উচ্ছুৰ্গা

আছিল যি ঘৰে পৰে সংগিনী প্ৰাণৰ,
অৰ্দ্ধাঙ্গিনী, অৰ্দ্ধভাগী দুখ বিপদত,
ফুলে স'তে ফুল মধু সৌৰভ মধুৰ,
আশ্ৰিত যিৰূপে লতা তৰুৰ দেহত,
শোওঁতে খাওঁতে, কিম্বা কৰোঁতে ভ্ৰমণ
ছাঁয়াৰূপে যি আছিল হিতেশ সঙ্গিনী,-
মৰু-সমনীয়া এই সংসাৰ মাজত
হিতেশ্বৰ, যাৰ মূৰ্তি প্ৰফুল্ল নলিনী ।
শোক দুখ বিষাদৰ ক'লা মেঘখনি
আবৰি যেতিয়া ধৰে হিয়া দুৰ্ভগাৰ
সি কালত যাৰ সেই মউ-সনা হাঁহি
কৰিছিল অন্তৰৰ দূৰ অন্ধকাৰ
সেই প্ৰিয়া প্ৰাণপ্ৰিয়া প্ৰাণ-সখী নামে
উছৰ্গিলো "বিৰহিণী" এক চিত্ত প্ৰাণে ।।

ইতি ২২ জুলাই ১৯১২

যোৰহাট কটকী পুখুৰী

হিতেশ

# পাঠিকাসকললৈ

আছে যদি কোনো মোৰ কোমল পাঠিকা
জ্বলি পুৰি বিৰহত, কান্দিছে শোকত
হেৰুৱাই হৃদয়ৰ সাঁচতীয়া ধন
"বিৰহিণী" দিলো আজি তেওঁৰে হাতত ।।
টুকিছে চকুলো যদি কোনোবা পাঠিকা
নিৰাশা ঢউত ভাঁহি প্ৰেম-সাগৰত,
বিৰহ-ব্যাকুলা দীনা "বিৰহিণী" মোৰ
সাদৰে অৰ্পিলোঁ আজি তেওঁৰে হাতত ।।
প্ৰণয়ৰ প্ৰতিদান অলপো নাপাই,
কোনো দুৰ্ভাগিণী যদি দেখিছে আন্ধাৰ
উন্মাদিনী "বিৰহিণী" চিৰ হতভাগী
সঁপিলো হাতত আজি সেই পাঠিকাৰ ।।
কান্দা আজি, হে পাঠিকা ! কান্দাহে খন্তেক
উলিয়াই দুচকুলো দুধাৰ ।।

Sweet heart ! anxious at thy sweet call,
Most delightful, though bane of all,
I pant for thee, thou touchest my heart,
But like dream,thou play false your part

— **I.N.C.**

ধূম্ৰজ্যোতিঃ সলিল মৰুতাং সন্নিপাতঃ ক্ব মেঘঃ
সন্দেশাৰ্থাঃ ক্ব পটুকৰটনৈঃ প্ৰণিভিঃ প্ৰাপনীয়াঃ ।
ইত্যৌৎসুক্যাদ পৰিগণয়ন গুহ্য কস্তং যযাচে,
কামাৰ্ত্তা হি প্ৰকৃতিকৃপণাশ্চেতনা চেতনেষু ।।"

— **মেঘদূত ।**

## সখী

"সম মৰণমেব বৰমতিবিতথকেতনা ।
কিমিহ মিষহামি বিৰহানলমচেতনা ।।
মামহহ বিধুৰয়তি মধুৰ মধুযামিনী ।
কাপি হৰিমনুভবতি কৃতসুকৃতকামিনী ।।
অহহ কলয়ামি বলয়াদিমণিভূষণম্ ।
হৰিবিৰহদহনবহনেন বহু দূষণম্ ।।
কুসুমসুকুমাৰতনুমতনুশৰলীলয়া ।
স্রগপি হৃদি হন্তি মামতিবিষমশীলয়া ।।"

— **জয়দেব** ।

প্ৰথম সৰ্গ

(ক)

১

সখি ! কিনো ক'ম আৰু মোৰ দুখ !
নহ'ল যে মোৰ সংসাৰত সুখ ।।

২

মই যে তাপিনী ঘৰতো অকল
লগত নাই যে কোনো !
পালোহি ৰ্যাৰিষা স্বামী গুচি গ'ল
তাকে দিনে ৰাতি গুণো ।।

৩

সখি ! আজি মোৰ জনমিছে ভয়,
অথিৰ অবিৰ পৰাণ হৃদয় !

৪

গৰজিছে মেঘ মোৰ গৰজনে,
কঁপিছে হৃদয় মোৰ !
থমকি থমকি নাচিছে বিজুলী,
ল'ৰিছে পৰাণ - জোৰ ।।

৫

দুষ্ট মউপীয়া 'পিউ পিউ' কৰি
দহিছে অন্তৰ আজি !
জ্বলা অগণিত আহুতি ঢালিছে
বনৰ দুৰন্ত পখী !

(খ)

সখি ঐ !

নপৰে দুখৰ ওৰ, ভৰা বাৰিষাৰ
এনুৱা কালত স্বামী শূন্য ঘৰ মোৰ ।

কোৱা -মুৱা মেঘে গাজে দিনে নিশা
বৰষে বাৰিষা পানী ;
স্বামী বিদেশত, বিৰহৰ জুয়ে
দহিছে হৃদয় খনি !

৩

মেঘেৰে সইতে নাচিছে বিজুলী
ম'ৰাই ধৰিছে ছালি ;
ভেকুলীয়ে মাতে, মাতে দাউকীয়ে,
তিতিছে শুকান বালি ।

৪

সখি ঐ ! ইবোৰ দেখি শুনি মোৰ
জ্বলিছে বুকুত জুই ;
পোৰে হিয়াখনি নাপাওঁ তৰণি
মাটিয়ে বালিয়ে শুই !

(গ)

সখি ঐ !

অভাগিণী মোৰ সুখ নহ'ল !
স্বামীকে ভাবোঁতে জীৱন গ'ল ।

২

বাটলৈ চাওঁতে বিষালে চকু
বিৰহৰ জুয়ে পুৰিলে বুকু ।

৩

"শীঘ্ৰে আহোঁ" বুলি নাহিল ঘূৰি,
নুশুনিলে বাধা, মৰিছোঁ পুৰি ।

৪

প্ৰেম ভালপোৱা পাহৰি গ'ল,
অভাগীৰ আশা মনতে ৰ'ল !

(ঘ)

সখি ঐ !
ধৰিছোঁ পাৱত, কোৱাঁচোন মোক
কলৈনো যে গ'ল স্বামী ধন ?
বিৰহৰ জুয়ে দহে ঘনে হিয়া
পুৰিছে ই দেহা শুকান বন ॥

২

হিয়াৰ ৰতন কিহত ভুলিলে ?
পালেগৈ ক'ত কেনে সুন্দৰী ?
কোন সেই নাৰীৰ কলংক,
অভাগীৰ ধন ৰাখিলে ধৰি ?

৩

নতুন তিৰোতা পাই মোৰ স্বামী
নতুন প্ৰেমৰ ভুঞ্জিছে সুখ ।
কিন্তু যে অভাগী কান্দিছোঁ বাগৰি
নেদেখি স্বামীৰ সুখৰ মুখ ।।

৪

নিয়া সোলোকাই কাণৰ থুৰীয়া
নিয়া সোলোকাই হাতৰ খাৰু ;
মণি বিৰি মোৰ নিয়া সোলোকাই
অলংকাৰ সখি ! নিপিন্ধো আৰু !!

৫

যদি বা দাসীক ত্যাজিলে স্বামীয়ে
কিনো কাম আছে লাহত মোৰ ?
কপালৰ ফোঁট দিয়াঁ মচি, সখি !
জন্মিছে মনত কেলেশ ঘোৰ ।।

৬

লই যোৱা মোৰ ধন অলংকাৰ,
নইৰ সোঁতত দিয়া উটাই ।
নালাগে নিপিন্ধো আৰু সাজ-পাৰ
লাহ-বিলাহত সকাম নাই ।।

(ঙ)

দিন গ'ল, সন্ধ্যা হ'ল,
লাহে লাহে পখী গ'ল,
ক'লিৰ্মলী নিশা আহে মাৰি ক'লা ধূন !
ক'তা ? – তেওঁ নাহিল দেখোন ?

২

গাভৰু ছোৱালী মই
কিৰূপে সহিম ঐ ?
হৃদয়ৰ জ্বলা জুই বিৰহ-যাতনা ?
নাহিল দেখোন তেওঁ ? –সখি ! কি ছলনা !

৩

পৰাণ সঁপিলো য'ত নাহিলে উলটি তেওঁ,
হৃদয়ৰ দুখ মোৰ ক'তা নুবুজিলে কেও ?

৪

(হায় !) কত দিন কত ফুল তুলিছিলা কোঁচ ভৰি
তেওঁক পিন্ধাম বুলি অতি হাবিয়াস কৰি ।।

৫

কিন্তু মোৰ সেই ফুল শুকাল ! – শুকাল !
নাপালো পিন্ধাব মোৰ কপাল ! – কপাল !

(চ)

সখি ঐ !

কেতিয়া আহিব স্বামী ?
ইপৰ সিপৰ কৰি দিনটো কটালো সখি !
এদিন দুদিন কৰি পঠিয়ালোঁ মাহ ;
এমাহ দুমাহ কৰি বছৰো যে গ'ল গুচি
বছৰ বছৰ কৰি যুগ পালে নাশ ।
নাই আৰু সখি ! মোৰ জীৱনত আশ !

২

এনুৱা বয়স যদি বিৰহতে যায় সখি !
কি কৰিম পাছে আৰু পতিসঙ্গ লই
কি দিন কি ৰাতি সখি ! তাকে ভাবোঁ মই ।।

( ছ )

সখি ঐ !

নজনা আছিলো,
ভালেই আছিল,-
সুখৰ হেঁপাহ নাছিল মোৰ ।
নিচিনো স্বামী,
প্ৰণয় নুবুজোঁ,
অজলা ভাবত আছিলোঁ ভোৰ ।।

২

হৃদয় পদুম আছিল অফুলা,
নিচিনো ভোমোৰা কেনুৱা ধন !
কাল পাই সখি ! ফুলিল পদুম,
পৰিল ভোমোৰা, প্ৰেমিক মন ।।

৩

কিন্তু

লুতুৰা ভোমোৰা জাতেই চঞ্চল !
পদুমৰ মধু পদুমে থই,
কেতেকী ফুলত মধু আশা কৰি
পৰিল ভোমোৰা পগলা হই ।।

(জ)

মনৰ বেদনা সখি ! মনতে থাকিল মোৰ,
হৃদয়ৰ জুই ৰ'ল হৃদয়তে জ্বলি !
অকলে যেতিয়া মোক যায় এৰি থই তেওঁ,
একোকে নহ'ল কোৱা কওঁ-কওঁ বুলি ।।
কওঁ - কওঁ বুলিছিলোঁ, কব হায় ! নোৱাৰিলোঁ,
লাজে ধৰিলেহি আগভেটি !
অন্তৰৰ কথা একো নোলাল নিচেই সখি !
কথা মোৰ হ'ল লেটি-পেটি !!

৩

তেওঁৰ মুখলৈ চাই কতনো কান্দিলো, সখি !
নামানিলে তেওঁ, কিন্তু গ'ল প্ৰবাসত !
লাজৰ সম্মান ৰাখি দুৰ্ঘটনা হ'ল মোৰ
জ্বলিছে অগনি আজি হিয়াৰ মাজত ।।

৪

পুৰিছে অন্তৰ মোৰ, নাথাকে পৰাণ সখি !
কোমল ছোৱালী আৰু সহিম কতনা ?
কাকনো বুলিম সখি, কোনেনো শুনিব ঐ ?
কোৱাঁ সখি ! কি ৰূপেনো গুচাওঁ যন্ত্ৰণা ?

(ঝ)

সেই মুখখনি সদায় মনত
পৰে মোৰ সখি ! তোমাৰে শপত ।।

২

ভুলো ভুলো বুলি খোজোঁ ভুলিব,
যাতনাতে প্ৰাণ খোজে মৰিব ।।

৩

ভাবোঁ মনে মনে কাজ কাম কৰোঁ,
তেওঁৰ নামটো আৰু নুসুমৰোঁ ।।

৪

কিন্তু সখি ! মনে নামানে একো,
সি হেতু সদায় ভাবিয়ে থাকোঁ ।।
সেই বুলি সখি ! লাগে বৰ দুখ,–
যাৰ নিমিত্তেই পাওঁ অত শোক,–

৫

তেওঁ যে নাচায় চকু ফুৰাই,
সি দুখত মাথোঁ, কান্দো বিনাই ।।

(ঞ)

সখি ঐ !
যেই দিনা তেওঁ
যায় প্ৰবাসত,
কান্দিলো বহুত মই ।
চিয়ঁৰি চিয়ঁৰি
ইমালো বিনালো
আউলী বাউলী হই ।।

২

হাত দি মূৰত শপত কৰিলে,
সাদৰে মোলই চাই,–
কিন্তু কোৱা সখি ! কিয়নো পুৰুষে
শপত পাহৰি যায় ?

৩

বাটলৈ চাওঁতে হিয়া বিয়াকুল
পালেহি বসন্ত কাল ;
কুউ কুউ কৰি কুলিয়ে মাতিছে,
উৰিছে পখিলা হাল ।।

৪

গুঞ্জৰে ভোমোৰা, বলিছে মলয়া,
হাঁহিছে প্ৰকৃতি সতী ;
এনুৱা কালত কোনে ধৰি ৰাখে
মোৰ পৰাণৰ পতি ?

(ট)

সখি ঐ !
কি ৰূপে সহিম মই
বিৰহ বিকাৰ ?
জীৱন মৰণ মোৰ দুয়োটি সংকট হ'ল,
দিয়া বুদ্ধি, কিনো কৰোঁ ?
কৰা এয়ে ! উপকাৰ ।

২

যাৰ নাম দিনে ৰাতি
নুগুচে মনৰ পৰা,–
যাৰ ভাল পোৱা সখি ! সোঁৱৰো সদায়,–
বিৰহ-সাগৰ-মাজে
যাৰ মিলনৰ আশে
দুখে শোকে আছোঁ সখি ! আজিও জীয়াই ।।

৩

মৰিলে যে সেই মুখ
(তেওঁৰ অমিয়া মুখ)
নাপাওঁ দেখিব' আৰু এই জনমত ।
সেই ভয়ে হায় সখি !–

নোখোজে মৰিব প্ৰাণ,
কান্দো সিকাৰণে আজি তোমাৰ আগত ।।

৪

কি ৰূপে বা ৰাখো প্ৰাণ !
জ্বলিছে বিৰহ জুই,
পুৰিছে হৃদয় মোৰ শুকান বননি ।
প্ৰেম সাগৰত সখি !
উঠিছে বিৰহ - ঢউ
কৰিছে আকুল মোক নাপাওঁ তৰণি ।।

(ঠ)

সখি ঐ !
বিদৰে হৃদয় হায় !–
কি ৰূপে সহিম ?
তেওঁৰ বিহনে প্ৰাণ কি কৰি ৰাখিম ?

২

স্বামীৰ বিৰহ বাণ ব্যাকুল কৰিছে প্ৰাণ
তেওঁৰ সুন্দৰ মুখ নোৱাৰি ভুলিব,–
তিয়াগি তেওঁক সখি !
নোৱাৰি থাকিব ।।

৩

প্ৰাণ যদি যায় সখি ! তাত একো নাই হানি ;
যদিহে এবাৰ পাওঁ দেখা সেই মুখখনি ।।

৪

প্ৰণয় ফাঁহেৰে বান্ধি আকাশৰ জোন ধৰি,
পিম সখি ! প্ৰেম সুধা, – ভালপোৱা দিম,–
ক'লৈকো নিদিওঁ যাব,
ঘৰতে ৰাখিম ।।

(ড)

সখি ঐ !
পুৰুষ কেনুৱা হৃদয় ?
তিৰোতাৰ প্ৰাণ সখি ! –বধিবৰ কাৰণে কি
'পুৰুষ জনম' পালে
পুৰুষ নিৰ্দয় ?

২

এয়েকি তেওঁৰ কাম
চুৰ কৰি মন-প্ৰাণ,
মিছা-মিছি প্ৰণয়ৰ চিন দেখুৱাই
অৱশেষে ৰমণীক দিব উটুৱাই,

৩

বিৰহৰ সাগৰত
নৈৰাশ বিৰাজে য'ত,
হয় য'ত জ্বলা-কলা ৰমণী হৃদয় ?
জানিলো আজিয়েই সখি ! পুৰুষ নিৰ্দয় ।।

(ঢ)

সখি ঐ !
আছিল যি হিয়া মোৰ, ইন্দ্ৰৰ নন্দন বন,
নিতে হাঁহিছিল,–
মউসনা ভালপোৱা মন্দাকিনী নই, সখি !
ধীৰে বলিছিল ।।

২

ভাগিল হৃদয় সেই,
শুকাল প্ৰেমৰ নই,
'আকাশ কুসুম' সখি ! সৰি সৰি গ'ল !
কোৱাঁ সখি ! কোৱা মোৰ কিহত কিবাটো হ'ল ?

৩

এই যে আকউ সখি ! কত আশা আহিছে !
মিলন পিয়াহে মোক বিয়াকুল কৰিছে !!

৪

সপোন দেখাৰ দৰে
কত যে প্ৰেমৰ কথা,
ক'ৰবাৰ পৰা আহি বিয়াপিছে হৃদয়ত ;
কিমানে বৰ্ণাম সখি ! অকাঁ আছে হৃদয়ত ।।

৫

সেয়া যে কুলিয়ে সখি ! গাইছে গছত গান,–
ব্যাকুল কৰিছে মোৰ ঘনে ঘনে মন প্ৰাণ ।।

৬

আকাশত জোনে সখি ! হাঁহিছে আনন্দ মনে,–
বাজিছে কিন্তু ঐ সখি ! –শেল মোৰ প্ৰাণেঘনে ।।

৩

(কিয়নো নাহিল হাঁয় !–
নেদেখি পৰাণ যায় !)
তোমাৰ পোহৰে দেৱ ! দেখো ত্ৰিভুবন !–
কিয়নো নেদেখোঁ মাথোঁ স্বামী ৰতন ?

৪

জগত পোহৰাঁ তুমি,
পোহৰাঁ পাতাল ভূমি,
স্বৰগ পোহৰাঁ, – কৰাঁ উজ্জ্বল সংসাৰ !
হৃদয় কিয়নো মোৰদোৰ্ঘোৰ এন্ধাৰ ?

৫

তুমি পাত্-পাত্ কৰি
ত্ৰিজগত আছা ঘূৰি,
দেখিছা সকলো ঠাই, জগতৰ প্ৰাণী,
নাপালানে দেখা দেৱ ! –কতো মোৰ স্বামী ?

## দ্বিতীয় সৰ্গ

( সূৰ্য )

যিটি গ'ল, ক'তা ? আৰু নাহিল দেখোন ?
মিছাতে আহিব বুলি ভাবিছোঁ মাথোন !

২

দিবাকৰ । – প্ৰতিদিনে
পশ্চিম – পৰ্বত – পিনে
যোৱা তুমি সন্ধিয়াত, আহা পুৱা হ'লে,
কিন্তু মোৰ যিটি গ'ল কিয়নো নাহিলে ?

(চন্দ্ৰ)

সুধাকৰ ! লোকে কয় তোমাৰ কিৰণ
পৰাণ - শীতলকাৰী, শাঁত কৰে মন ।

২

লোকে কয়, – তুমি বৰ
শান্তিদাতা, মনোহৰ,
প্ৰেমিক- প্ৰেমিকা নাচে তোমাক দেখিলে,–
কোৱাঁ দেৱ ! কোৱাঁ মোৰ প্ৰাণ কিয় জ্বলে ?

৩

যদি আনে পায় সুখ,
মই কিয় পাওঁ দুখ ?

কিয় কান্দে প্ৰাণ মোৰ দেখি তযু মুখ ?
তোমাৰ হাঁহিত মই কিয় পাওঁ দুখ ?

৪

লোকে কয়, – তুমি বৰ
নিষ্কলঙ্ক, সুধাকৰ !–
লোকে কয়, –তুমি বৰ কোমল হৃদয় !
মাথোঁ পৰ দুখে হাঁহা, পালো পৰিচয় !

৫

পালো দেৱ । পৰিচয়,–
তুমি কঠিন হৃদয়,–
নিৰ্দয় তোমাৰ মন, – কৰা উপহাস
অভাগিনী তিৰোতাক ! –"চাবাছ ! চাবাছ !"

৬

কিন্তু জানা সুধাকৰ !–
স্বভাৱ চঞ্চল বৰ,–
মিচিকিয়া হাঁহি তযু নাথাকে সদায়,–
আঁউসীৰ অন্ধকাৰে পেলাব লুকাই !

৭

লুকাব মুখৰ হাঁহি,
শুৱনী গোলাপ পাহি,
কিন্তু তুমি সেই হাঁহি পাবা ওলোটাই ;
কোৱা দেৱ ! স্বামীক পামনে ঘূৰাই ?

৮

পামনে হৃদয় – চোৰ
প্ৰাণৰ প্ৰণয়ী মোৰ ?
পামনে তেতিয়া দেৱ ! স্বামী প্ৰাণৰ ?
যেতিয়া ঘূৰাই পাবা হাঁহিটি নিজৰ ?

(তৰা)

কিয়নো হাঁহিছ তই, স্বৰগৰ তৰা
মৃদু মিচিকিয়া হাঁহি ?
কিয়নো মাৰিলি ঠাহি
হৃদয়ত শেল মোৰ ? কিয় জুই দিলি ?
উপহাস তই মোক কিয়নো কৰিলি ?

২

অন্তৰত বিহ লই,
মুখ হাঁহিমুৱা কই,
বিদ্ৰূপি হাঁহিলি মোক আনন্দ মনত !
জানিলোঁ আজিহে, – দুষ্ট থাকে স্বৰগত !
মোৰ এই বুকু হাঁয় !
বিৰহ যাতনা পাই
কি ৰাতি, কি দিন চকুপানীৰে তিতিছে !
মোৰ দুখ দেখি আজি জগতে কান্দিছে !!

৩

চকুৰ পানীৰে মোৰ
বুৰাইছোঁ খাল খোৰ,
কিন্তু হায় তৰা ! তই বিদ্ৰূপি হাঁহিছ !
মাৰি মিচিকিয়া হাঁহি ৰঙেৰে চাইছ !!

৪

মোৰ এই চকু পানী
কোমলালে টান মাটি,
নোৱাৰিলে মাত্ৰ তোৰ কোমলাব মন !
কৰিলি দুগুণে মোৰ হৃদয় দহন !!

৫

এতিয়া জানিলো মই,
তৰা, নিৰদয় তই,

শোক সাগৰত মোক দিলি ওপণ্ডাই !
জানিলোঁ, দয়ালু লোক আকাশতো নাই

৬

সেই তৰা স্পৰ্শমণি,
সেই তৰা কালফণি
এনে তৰালই কাৰ ভকতি ওপজে ?
এনুৱা তৰাক কোনে তৰা বুলি ভজে ?

৭

প্ৰথমতে মন হৰে,
পাছে উপহাস কৰে,
এনুৱা তৰাৰ হাঁহি, কোনে হাঁহি বোলে ?
এনুৱা হাঁহিত হায় ! কাৰ মন ভুলে ?

৮

যত দিন জীয়াই থাকিম,
এই শোক সদায় সহিম,
কি দিনত, কি ৰাতিত,
কি শোৱা ঢাৰি পাটীত,
হৃদয়ত এই শোক থাকিবই জ্বলি !
ভাল, স্বৰগৰ তৰা ! আজি শোক দিলি !!

৯

ই শোক তেতিয়া যাব,
মোৰ যেৱে যাব জীৱ,
একেবাৰে শোক ভূমি পৃথিৱীক এৰি !
থাকিবা তেতিয়া, তৰা ! বিদ্ৰূপ নকৰি !!

( বিজুলী )

কিয়নো হাঁহিছ, ৰাঙলী বিজুলী !
নীলা আকাশত তই ?
তইতো নহৱ জীয়াৰী ছোৱালী,
ইমান হাঁহিবি, হুঁই ?

২

আনৰ ঘৰতো দেখিছো বোৱাৰী
তো-দৰে নাহাঁহে কেও !
কচোন, বিজুলী ! এনে হাঁহি তোক
শিকালে কোনেনো, তেওঁ ?

৩

লোকৰ বোৱাৰী নাহাঁহে ইদৰে,
নকৰে ইদৰে ৰঙ্গ !
যদিওবা হাঁহে, তেতিয়াই এৰে
দেখিলে স্বামীৰ খঙ্গ !!

৪

তইতো নহৱ জীয়াৰী ছোৱালী,
কিয় অত হাঁহ তই ?
দাঁত উলিয়াই হাঁহ ঘনে ঘনে,
লাজ নালাগেনে, হুঁই !!

৫

আপোন মনেৰে হাঁহিবি ইয়াত
নহয় মাৰৰ ঘৰ !
শাহু শহুৰৰ আগতে হাঁহিছ
তইতো নিলাজী বৰ !!

৬

নিলাজী, বান্দৰী তই, অ' বিজুলী,
নাপাৱ অলপো লাজ !
জানো বিধাতাই সৰজিলে তোক
পিন্ধাই নিলাজী সাজ !!

৭

তোৰতো প্ৰাণৰ স্বামী, বিজুলী !
বাৰিষা কালৰ মেঘ ।
তোক ইঁহা দেখি খঙেৰে গাজিছে
ৰখা অ' হাঁহিৰ বেগ ।।

৮

যাতেই নিলাজী তই, অ' বিজুলী !
নুশুন মেঘৰ হাক ।
মোৰে মুৰ খাৱ, কচোঁ বাৰু মোক,
ভাল কি নাপাৱ তাক ?

৯

নাহাঁহিবি বুলি ইমান কইছে
গুজৰি গামৰি মেঘ !
তথাপিতো তই অলপো নৰৱ,
নাৰাখ হাঁহিৰ বেগ !

১০

যত দিয়ে হাক ঘোৰ গাজনিৰে,
ততই হাঁহিছ তই !
আপোনাৰ স্বামী ইমান বাঁধিছে,
ভয় নালাগেনে হঁই ?

১১

নে পৰৰ দুখত
বৰ ৰঙ্গ পাৱ ? সি কাৰণে হাঁহ তই ?
অইনে কান্দিলে হাঁহ খেক্ খেক্ ,
এনে নিদাৰুণী হঁই ?

১২

স্বামী বিৰহত কান্দিছোঁ বাগৰি,
হাঁহিছ মাথোন তই ?
বাৰিষা কালৰ ক'লা মেঘে সতে
ভুমুকা-ভুমুকি কাঁই ?

১৩

ইমান কান্দিলো ইনাই - বিনাই,
নালাগিলে বেয়া তোৰ ?
হিয়াখনি নেকি শিলেৰে বন্ধোৱা
অন্তৰ বন্ধোৱা লোৰ ?* (লোৰ = লৌহ নির্মিত)

১৪

কেঁচুৱা কালত কান্দোতে- কাটোঁতে
আইৰ কোলাত শুই,
নীলা আকাশত ফেলেক্ -ফেলেক্
হাঁহি যে আছিলি তই !

১৫

নানা কথা কই, ভয় দেখুৱাই,
আয়ে নিচুকাইছিলে,-
নাকান্দিবি আৰু, সৌৱা আকাশত
চাছোঁ ৰঙ্গা জিভা জ্বলে ॥

১৬

সেয়া ৰাক্ষসিনী ৰঙাজিভা মেলি
চেলেকি খাইছে পানী !
"নাকান্দিবি আৰু, নাকান্দিবি, আই !
তোকো লই যাব টানি ।।"

১৭

কাঠৰী বিজুলী ! জানিলোঁ এতিয়া,
কথাটি মিছা নহয় ।
সঁচাকৈয়ে তই সঁচা ৰাক্ষসিনী,

ভালেতো নিৰ্দয়া তই ?

১৮

ৰাক্ষসী নহলে নহয় এনুৱা,
এনে দয়ামায়াহীন ;
নিশ্চয় জানিলোঁ তই ৰাক্ষসিনী,
পালো আজি তোৰ চিন ।।

১৯

বাৰিষা কালৰ মেঘক পাইছ,
পাইছ আপোন পতি,
কেনুৱা বিৰহ বিচ্ছেদ – যন্ত্ৰণা,
নাই পোৱা একো এটি ॥

২০

নতুন প্ৰেমত বিভোৰ হইছ,
হাঁহিছ ভৰাই প্ৰাণ !
বিষম চক্ৰত পৰি কন্দা নাই,
নুবুজ শোকৰ গান ॥

২১

(কিন্তু) সদায়তো মেঘ নাথাকে, বিজুলী,
এদিন কান্দিবি তই !
এতিয়া নাকান্দ মোৰ কান্দোনত,
তেতিয়া বুজিবি, হঁই !!

( মাৰ-যাওঁ-যাওঁ-হোৱা বেলি )

হঁহুৱাই কন্দুৱাই
গোটেই দিনতে তুমি
গোটেই জগতখনি, হায় দিবাকৰ !
অস্ত অচলত গই
শুইছা এতিয়া তুমি,
লুকাইছা নিজ ৰূপ ৰূপহ সুন্দৰ ।।

২

দেখিছা কি ই দুখুনী
বিৰহিণী অভাগীক ?
পৰি আছে কান্দি কাটি নইৰ পাৰত ?
নেদেখি প্ৰাণৰ পতি,
জ্বলিছে বুকুত জুই,
হিয়া ঢাকুৰিছে আজি পৰি বিৰহত !!

৩

ছিগিছে তাইৰ জানো
হৃদয় - বিনাৰ তাঁৰ,
ঝংকাৰ নীৰৱ যেন হ'ল একেবাৰে !
জীৱন হইছে জানো
'চাহাৰা'ৰ মৰুভূমি,
প্ৰেমৰ সাগৰ জানো ভৰা বলুকাৰে !!

৪

ৰ'বা ৰ'বা দিবাকৰ !
ৰ'বাছোঁ ক্ষন্তেক তুমি,
ৰ'বাছোঁ অলপ, হেৰা কালৰ কিঙ্কৰ ।
নৰ'লা অলপো তুমি ?
নুশুনিলা কথা মোৰ ?
নাই পোৱা জানো তুমি দুখ বিৰহৰ ?

৫

যোৱা বাৰু, দিবাকৰ !
নৰ'লা অলপো তুমি ?
যোৱাঁ তুমি যোৱাঁ গই , চিৰ কাললই !

নেদেখোঁ আকউ যেন
পুব ফালে দি তোমাক ,
নোলোৱা আকউ তুমি যেন ৰঙা হই ।।

(মেঘ)

বাৰিষা কালৰ মেঘ !
শুনিছোঁ দেখোন মই,
কটকী আছিলি বোলে
তই তাহানি কালত ?
চিত্ৰকূট পৰ্বতৰ
বিৰহ ব্যাকুল যক্ষে
পঠিয়াইছিলে বোলে
তোকে প্ৰিয়াৰ কাষত ?

২

তয়েনে, কচোন মেঘ !
সেই মেঘ ? লই যাক
কালিদাসে "মেঘদূত"
কাব্য কৰিলে ৰচনা ?
যদি হব, তেনে মেঘ !
কৰ মোকো উপকাৰ,
অথিৰ কৰিছে মোকো
তেনে বিৰহ যাতনা !

৩

মেঘ ! তই কবি গই
স্বামীৰ আগত গই,
যুগমীয়া কৰি প্ৰাণ
তেওঁতে অৰ্পিছো মই ।
কবি গই মোৰ কথা
শুনি জানো লাগে বেথা।
অকলে কান্দিছোঁ মই
চকুলো দুধাৰি লই ।।

* * *

আৰু ক'বি (ক'লো তোক)
বোলে, কিয় দিছে শোক ?
ক'বি তই, অভাগিনী
মৰে প্ৰাণ এৰি থ'ই ।।

## তৃতীয় সৰ্গ

(কুলি)

কিয় পখি ! কি কাৰণে
"কুউ – কুউ" কৰি ঘনে
বিৰহিণী তিৰোতাৰ দহিছ অন্তৰ ?
কোনেনো শিকালে তোক
এনে বিষময় মাত ?
অভাগিনী ৰমণীক কৰিলি জৰ্জ্জৰ ।।

২

মই অতি অভাগিনী,
বহু কাল বিৰহিণী,
পৰাণৰ স্বামী মোৰ নাই যে ঘৰত !
কিয় কুউ কুউ কৰি
জ্বলালি পৰাণ মোৰ ?
দয়া মায়া তোৰ, কুলি নাইনে মনত ?

৩

লগত মলয়া সখী
পালেহি বসন্ত পখি !

দেখি মোৰ ঘনে ঘনে জ্বলিছে পৰাণ ।
তয়ো তাতে কুউ কৰি
উগাৰিছ বিহ কুলি
ধিক্ তোক শত ধিক্ নাই তোৰ জ্ঞান ।।

৪

কালাকাল নাই জ্ঞান,
সদায় জ্বলাৱ প্ৰাণ,
কুট বুদ্ধি ভৰা তোৰ কলীয়া হৃদয় ।
বাহিৰে কলীয়া যেনে,
ভিতৰেও তেনে তোৰ,
সময়ত মিত্ৰ, শত্ৰু অসময়ে তই ।।

৫

কালাকাল নাই জ্ঞান
পৰৰ জ্বলাৱ প্ৰাণ,
জুৰাইছ নিজ প্ৰাণ কোকিলীক লই ।
বিষময় বসন্তত
বিৰহনো কেনেকুৱা,
কেনুৱা বিচ্ছেদ - দুখ নাই পোৱা তই ।।

৬

কোকিলীক লগে লই
ভুঞ্জিছ প্ৰণয় তই,–
গুচাম সি সুখ তোৰ বুজিবি কেতিয়া–
উঘালি মূৰৰ চুলি,
গছতলে জুতি পাতি
ধৰিম প্ৰিয়াক তোৰ বান্ধিম যেতিয়া,–

৭

বুজিবি তেতিয়া তই
বিৰহ কেনুৱা ঐ,
বুজিব পাৰিবি, – মই কত পাওঁ দুখ ।
নাথাকে তেতিয়া আৰু
আনন্দ মনত তোৰ
নাথাকিব 'কুউ' মাত হাঁহি মুৱা মুখ ।।

৮

কুউ কুউ গীত সুৰ
ভাল নালাগিব তোৰ
বিৰহে পুৰিব দেহা প্ৰাণ আদৰৰ,–
মলয়াৰ ৰিৱ ৰিৱ
নস'ব পৰাণে তোৰ
পকা আম হ'ব বিহ, বসন্ত দুখৰ ।।

৯

গছৰ ডালত পৰি
নাগা আৰু কুউ গান ।
বিৰহে দহিছে মোৰ
ঘনে ঘনে মন প্ৰাণ ।।

১০

যদি চাৱ নিজ হিত
নাথাকিবি এইখিনিত,
মিনতি কৰিছোঁ, পখি আঁতৰি যা তই ।
শুনি তোৰ কুউ মাত
অন্তৰ জ্বলিছে মোৰ
কোকিলীৰ সুখ দেখি দুখ পাওঁ মই

( সখিয়তী )

বাঁহ গছে গছে পৰি
"সখী উ ! সখী উ !! কৰি
মাতা তুমি কোন সখী হেৰা সখিয়তী ?
চোৱা কাক চাকফালে উলটি পালটি ?

২

হেৰুৱালা কোন সখী
কোৱাঁচোন হেৰা পখি !
নেদেখি কেনুৱা সখী বিচাৰি ফুৰিছা ?
কাৰ বিৰহত তুমি জগত ভ্ৰমিছা ?

৩

যি সখীৰ বিচ্ছেদত
প্ৰাণ সদা ছট্ ফট্
'সখী উ ! সখী উ !!' কৰি কৰিছা ক্ৰন্দন,-
তেওঁ কি তোমাৰ সচাঁ বান্ধৱ ৰতন ?

৪

তেওঁ কি তোমাৰ, পখী
অতি চেনেহৰ সখী ?
মুহিলে তেওঁ কি পখি তোমাৰ হৃদয় ?
ভাবি কি তেওঁকে মন বিয়াকুল হয় ?

৫

তেওঁ কি তোমাক সেইদৰে ভাল পায়,
যেনেকৈ ভাল পোৱা তুমি ?
যদি পায় তেনে পখি বৰ বেয়া হ'ল,-
হেৰুৱালা প্ৰণয়ৰ ভূমি ।।

৬

কিন্তু পখি হেৰুৱালা, নাকান্দিবা তুমি,
কান্দিলে নোপোৱা আৰু সখী ।
হেৰালে পোৱাটো টান বান্ধৱ ৰতন,
তুমি শোক এৰি দিয়া পখি ।।

৭

মোৰো যে আছিল পখি পৰাণৰ গতি ।
গাঁথিছিলো দুয়ো প্ৰাণে প্ৰাণে ।
পাইছিলে বৰ ভাল মোৰ এই মন
মুহিছিল সুমধুৰ তানে ।।

৮

কালৰ বতাহে কিন্তু নিলে উৰুৱাই,-
পেলালে দূৰত মোৰ পতি,
কি ৰাতি কি দিন মই চিয়ঁৰো তেওঁক,
নামাতে কোনেও কিন্তু পখি ।।

৯

কোনেনো মাতিব মোক স্বামী বিদেশত ।
মোক এৰি আছে অকলই ;
কান্দিছোঁ মাথোন পখি ফুৰিছোঁ চিয়ঁৰি,
কিন্তু হায় ! মিছাতে এনেই ।।

১০

কওঁ সি কাৰণে, পখি থাকাঁ মনে মনে,
সখী উ ! নকৰা সখিয়তী !
তোমাৰ অমিয়া তানে সবে সুখ পায়,
কিন্তু মোক দিয়ে দুৰগতি ।।

১১

সখী উ ! বুলিলে তুমি স্বামীক মনত পৰে,
কঁপি কঁপি উঠে হিয়া,
হওঁ জ্ঞান নাইকিয়া,
স্বামীৰ ভাবনা ভাবি বিয়াকুল হওঁ !
মনে মনে থাকাঁ, পখি ভৰি চুই কওঁ ।।

১২

যেতিয়া ওলাব পখি ! ভাগ্য আকাশৰ বেলি,
নীলিম গগণ ভেদি
বিৰহ এন্ধাৰ খেদি,
তোমাৰ নিজৰ সখী পাবা তুমি পখি !
ময়ো পাম তেতিয়াহে পৰাণৰ পতি ।।

( কেতেকী )

ই গছ্‌ সি গছ্‌ কৰি
ডালে ডালে পৰি পৰি
"কেতেকী ! কেতেকী !" – কৰি বিচাৰিছা কাক
কোৱাঁ পখি ! কোৱাঁ মোক
কিয়নো কৰিছা শোক ?
কি হয় তোমাৰ তেওঁ বিচাৰিছা যাক ?

২

সঁচানে শুনিছো পখি !
তেৱেঁই তোমাৰ স্বামী ?
তুমিও আছিলা বোলে অতি সাদৰৰ ?
ভাল পাই প্ৰাণে প্ৰাণে
বান্ধিছিলা দুয়োজনে,
কিন্তু, বোলে, সেই প্ৰেম হ'ল দুদিনৰ ?

৩

নাথাকিল ভাল পোৱা তেওঁৰ মনত,
তিয়াগি তোমাক, পখি ! লুকাল বনত ?

৪

সঁচানে, কোৱাছোঁ, তুমি বিচাৰিছা তাক ?
পৰাণৰ প্ৰাণ বুলি ভাবিছিলা যাক ?

৫

সঁচা যদি আহাঁ পখি ! কৰো কোলাকোলি ।
তোমা-মোৰ একে দশা একেই সমুলি ।।

৬

হেৰালে তোমাৰ স্বামী, প্ৰাণ পতি মোৰ ।
দুয়োটিৰে একে দুখ যাতনা দোৰ্ঘোৰ ।।

৭

মাতিছা "কেতেকী" বুলি মই মাতো "নাথ"
ডালে ডালে ফুৰা তুমি বনে বনে মই ।
যেনুৱা অগণি জ্বলে তোমাৰ মনত,
পোৰে মোকো তেনে জুয়ে ছাই-খাৰ কই ।।

৮

একে দুখে দুখী দুয়ো চাপি আহাঁ, পখি !
দুজনৰ মনোদুখ জুৰাওঁ দুজনে ।
কোৱাঁ তুমি নিজ কথা মই কওঁ মোৰ,–
আমাৰ দুখৰ কথা আনে যে নুশুনে ।।

৯

যি দুখ আমাৰ পখি আনে কি বুজিব ।
জীৱনৰ ভিতৰত যিটো জনা নাই
কেনুৱা বিৰহ - দুখ বিচ্ছেদ - যন্ত্ৰণা
কেনুৱা বিপদে পৰে প্ৰণয়ী হেৰাই ।।

১০

নাই কাজ আৰু পখি আনক শুনাই ।
আহাঁ আমি দুয়োটিয়ে কোৱা-মেলা কৰোঁ
নিজ নিজ মনোদুখ বিৰহৰ তাপ,
মৰিলেও আহাঁ পখি দুয়োটিয়ে মৰোঁ ।।

১১
আহাঁ পখি দুয়োটিয়ে যাওঁ একে লগে,
বিচাৰিবা "স্বামী" তুমি, বিচাৰিম "পতি" ।
খোজকাঢ়ি যাম মই, যাবা উৰি উৰি,
বিচাৰিবা 'স্বামী' তুমি, বিচাৰিম 'পতি' ।।

( শালিকী )

চুটীয়া শালিকী !– কত সুখে আছ
সুন্দৰ সজাটি লই ।
ৰূপৰ বাটিত খাইছ গাখীৰ,
কিয় কান্দি থাক তই ?

২
নিতে নিতে আনি, দিছে তোক পখি !
নতুন নতুন ফল ।
দেৱৰো - বাঞ্ছিত খাইছ পায়স,
সোন্দা, চেনিচম্পা কল ।।

৩
আপোন হাতেৰে চক্ৰৱৰ্তী ৰজা
কৰিছে আদৰ তোক,
ইমান সুখতো তথাপি, শালিকী !
কিয় কৰি থাক শোক ?

৪
ফুটুকা -ফুটুকী নানাবৰণীয়া,
ওপৰে "চাঁদোৱা" তৰি,
তাৰ তলেদিনি সুন্দৰ সজাত
তোক যে থইছে আঁৰি ।।

৫
কি ৰাতি কি দিন গাইছ সদাই
কৃষ্ণ-নাম' সুধাময় !
'ৰাধা-কৃষ্ণ' বুলি নিতে চিয়ঁৰিছ,
হেঁপাহ পূৰাই লই ।।

৬
এনুৱা সুখতো কিয় কান্দ পখি !
কিয়নো বিষণ্ণ তই ?
কিনো যে ভাবিছ, কিনো যে গুণিছ
একো বুজা নাই মই ।।

৭
বধ লাগে - পখি ! কচোঁ তই মোক
কি দুখত থাক কান্দি ?
অৰণ্য - মাজত পৰাণৰ প্ৰাণ
এৰি কি আহিলি স্বামী ?

৮
বহুত কবিয়ে নানা কথা কয়
দুখৰ বিষয়ে তোৰ !
সঁচাকৈয়ে, পখি ! এটিতো যে তোৰ
বিশ্বাস নহয় মোৰ ।।

৯
কয় কোনো কবি, হেৰুৱালি তই
'স্বাধীনতা' মহাধন ।
সি দুখতে তই কান্দি থাক নিতে,
সদা বিয়াকুল মন ।।

১০
এই কথা পখি ! যিটো কবি কয়,
একোকে নাজানে তেওঁ ।

সংসাৰ - ক্ষেত্ৰৰ পলসত পৰি
নাই লোৱা তেওঁ-লেও ।।

১১

যি দিনা অৱধি আসাম মাতৃয়ে
হেৰু... স্বাধীন ধন ।
সি দিনা অৱধি আসাম - বাসীৰ
পৰৰ অধীন মন ।।

১২

সিদিনা অৱধি অসমীয়া জাতি
আনৰ গোলাম হ'ল !
খোৱা, পিন্ধা, লোৱা, উঠা, বহা, শোৱা,
লোকৰ হাতত গ'ল !!

১৩

তথাপিও পখি ! এটাৰো মুখত
নাই বিষাদৰ চিন !
তইতো, শালিকী ! – আসামৰে পখী ?
তয়ো হ'বি পৰাধীন ।।

১৪

স্বাধীনতা গ'ল, সেই বুলি তোৰ,
জানিছোঁ নাকান্দে মন ।
নীলা পৰ্বতৰ কাঠনি-মাজত
এৰিলি স্বামী ধন !!

১৫

চেঙেৰা কালৰ স্বামীক এৰিলি,
কান্দিছে সঘনে প্ৰাণ !
চকুৰ চকুলো ওলায় দুধাৰে,
কলা ভাবনাত কাণ !!

১৬

জুৰুলী - পুৰুলী কিয় হলি তই ?
গাখীৰ নাখাব় কিয় ?
নাখাই নবই স্বামীৰ শোকত
মাৰিব খুজিছ জীৱ ?

১৭

সঁচাকৈয়ে যদি এৰিলি স্বামী !
যদি সঁচাকৈয়ে হয় !
তোৰে মোৰে দেখোঁ একেই দুৰ্দশা ?
স্বামী - বিৰহিণী মই !

১৮

নিষ্ঠুৰ মানৱ ! নাই দয়া মায়া,
স্বামীৰ লগৰ পৰা
বান্ধিলি সজাত আজলী শালিকী
হিয়া দুখে শোকে ভৰা ।।

১৯

নিৰ্দয় বিধাতা ! হৃদয়ৰ পৰা
লুকালি অমূল্য ধন !
কিয়নো নিদিয় পুনু দেখুৱাই,
এনে নিদাৰুণ মন ?

( কাউৰী )

উৰি যোৱা কোৱা !* (কোৱা – কাউৰী )
কথা শুনি যোৱাঁ,
পাৰা যদি কোৱাঁ বতৰা মোক,
কেতিয়া আহিব
মোৰ প্ৰাণপতি ?
কেতিয়ানো যাব বিৰহ দুখ ?

২

ঘৰে ঘৰে তই
শুনিছোঁ, কাউৰী !–
কই ফুৰ সদা "অহা বতৰা",
কচোন কাউৰী !
মোকো আজি তই,
আহিবনে মোৰ জীৱন -তৰা ?

৩

আহিবনে মোৰ
পৰাণৰ প্ৰাণ ?
জীৱন জুৰোৱা বুকুৰ ধন ?
পামনে আকউ
পামনে পিন্ধিব'
হেম - হাৰ মোৰ স্বামী ৰতন ?

৪

"কেলেলে – কেলেলে"
কৰি তই, কোৱা !–
ঘৰৰ কাষৰ গছত পৰি
কই ফুৰ সদা
"আলহী আহিব"
–লোকৰ আগত থমক ধৰি ।।

৫

নকৰ কিয়নো ,
কলীয়া কাউৰী !–
মোৰে ওচৰত গছত পৰি
"নাকান্দা আইটি !–
আহিব তোমাৰ
স্বামী ৰতন এতিয়া লৰি" ?

৬

কই যা কাউৰী !
মোৰে মূৰ খাৱ !–
পাৰ যদি তই বাৰ্তা তেওঁৰ ।
কেতিয়া আহিব ?
কেতিয়া দেখিম
সেই হাঁহি মুখ চকুৰে মোৰ ?

৭

যদিহে নক'বি
বাতৰি কাউৰী !–
জানিবি, অভাগী মৰিব আজি !–
বিৰহ জুইৰে
দেহা খৰি দিব
প্ৰণয় খৰিৰে চিতাটি সাজি ।।

## চতুৰ্থ সৰ্গ

(বসন্ত)

কিয় সাজ পাৰ পিন্ধি
আহিলি বসন্ত ! তই ?
কালাকাল তোৰ একো নাইনে বিচাৰ ?
মিচিকিয়া হাঁহি মাৰি
জ্বলালি হৃদয় মোৰ !–
নিচিন নিৰ্বোধ ! – তই সময় হহাঁৰ ?

২

স্বামী নাই ঘৰে মোৰ
ভুঞ্জিছো কেলেশ ঘোৰ,–
বিৰহৰ সাগৰত ওপঙি ফুৰিছোঁ ?
জান কি বসন্ত ! তই কিমান কান্দিছোঁ ?

৩

বিৰহৰ সাগৰত
কেলেশ বিৰাজে য'ত
মই অভাগিনী ফুৰিছোঁ ভাহি,
কিন্তু, হে বসন্ত ! তই
মোৰ দুখে সুখী হই
মিচিকিয়া আজি হাঁহিছ হাঁহি !

৪

জানিলোঁ, বুজিলোঁ মই,
বসন্ত ! নিৰ্দয় তই !
বিৰহিণী গাভৰুক জ্বলা - কলা কৰ ।
কি সময়, অসময়, একো নিবিচাৰ ।।

৫

গুচি যা বসন্ত তই ! তোৰ বৰ পক্ষপাত,
কাকো দিয় মহাসুখ, জুই দিয় কাৰো গাত !

৬

কোনো হাঁহে কোনো কান্দে,
কাৰো বা হৃদয় ভাগে,
কাৰো ভাগ্য হয় মাথোঁ অশেষ ক্ৰন্দন ।
জানিলোঁ বসন্ত ! তোৰ পক্ষপাতী মন !

৭

মউ লই মউ লই
আহিলি বসন্ত ! তই,
ফুল লই ফুল লই আহিলি ভৰাই
নানিলি মোলই কিয় স্বামীক চাই ?

৮

দিলিহি গছক পাত
(কোমল লাবণ্য পাত)
পিন্ধিলি নতুন সাজ প্ৰকৃতি দেৱীক ।
নিদিলিহি কিয় আনি মোৰ স্বামীক ?

৯

জানিলোঁ বসন্ত ! তই
অতিশয় নিৰদয়,
পক্ষপাতে ভৰা তোৰ কঠিন হৃদয় !
নাথাক বসন্ত আৰু ; আঁতৰি যা তই ।।

১০

গুচি যা, বসন্ত ! তই,
এই অসময়,
এতিয়া নাহিবি তই, আহিবি পাছত ।
আনিবি যেতিয়া মোৰ
পৰাণৰ প্ৰাণ,
হৃদয় ৰাজ্যৰ ৰজা স্বামীক লগত ।।

( মলয়া )

ৰিব্ ৰিব্ ৰিব্ কৰি,
লাহে লাহে ল'ৰি ল'ৰি,
কিয়নো, মলয়া ! তই আহিলি এনেই ?
সেই দিন নাই মোৰ
যিদিনা আদৰ তোৰ,
গুচি যা উলটি তই আহিলি যেনেই ।।

২

নাই আজি সেই দিন, ফুলনি মাজত
স্বামীয়ে সইতে বহি আনন্দ মনত

৩

যিদিনা আদৰ বহু কৰিছিলো তোক,
শীতল প্ৰাণেৰে ভুঞ্জি সমীৰণ সুখ ।।

৪

নাই আজি সেই দিন,
গুচি যা, মলয়া !
আদৰ নাপাৱ আজি মোৰ ফুলনিত ।
গুচি যা তালই তই
বিৰাজিছে য'ত
প্ৰেমিক - প্ৰেমিকা গাই প্ৰণয়ৰ গীত ।।

৫

সৌভাগ্য উদয় যদি
কেতিয়াবা হয়,
সুখৰ বেলিটি যদি হাঁহে আকাশত ;
বিৰহ সাগৰ সিঁচি,
যদি কেতিয়াবা
স্বামীক লই বহোঁ ফুলনি মাজত,

৬

আহিবি তেতিয়া তই,
সাদৰী মলয়া !
ৰঙে আদৰিম ।
নহলে, জানিবি এই"শেষ দেখা-দেখি"
আৰু নেদেখিম ।

( মন )

কিয়নো হইছ, মন !
ইমান কাতৰ ঐ ?
তেওঁৰ লগতে তই আছতো সদাই ?
চকুৱে যে দিন ৰাতি
টুকিছে চকুলো ধাৰি,
তাৰো যে কাৰণ আছে, দেখিব নাপাই ।।

২

পৰিছে চকুলো,
কান্দিছে দুচকু,
নাপাই দেখিব তেওঁৰ মুখ !
কিন্তু, কিয় মন ! কান্দিছনো তই ?
কিয়নো মিছাতে কৰিছ শোক ?

৩

দেহা যে ইমান ক্ষীণ
দিনে দিনে হইছে,-
তাৰো যে কাৰণ আছে,- হ'ল বহু দিন
নাই পোৱা আলিঙ্গন
তেওঁৰ দেহাৰ, মন ।
সি শোকতে হয় দেহা দিনে দিনে ক্ষীণ ।।

৪

কাণ যে উদ্বিগ্ন সদা,
নোৱাৰি দূষিব তাকো,-
শুনা নাই বহু দিন তেওঁৰ সুস্বৰ ।
কিন্তু, মন ! কি কাৰণে হইছ কাতৰ ?

৫

মুখ যে ইমান মোৰ
ক'লা - ম'লা পৰিছে, -
খোৱা নাই মউ চুমা তেওঁৰ মুখত ।
তেওঁৰ লগতে, মন ! -
আছতো সদায় তই ?
কাতৰ হইছ কিয় ? - কিহৰ শোকত ?

৬

* * * *

* * * *

কিন্তু, মন ! কান্দ তই
কিনো দুখ পাই ?

( চকু )

চকু ঐ !
কিয়নো সদায় চকুলো টোক ?
কান্দি কান্দি তই
জীৱন কটালি,
তথাপি নহ'ল কামনা পূৰ ?
আৰু কত দিন
কান্দিবিনো তই
নেদেখি প্ৰাণৰ স্বামী মোৰ ?

২

মোৰ দুখ দেখি,
হাঁহে জোন বেলি,
মিচিকিয়া আজি হাঁহিছে তৰা,
মোৰ দুখে দুখী
তয়েহে, ঐ চকু !
তয়েহে সদায় চকুলো – ভৰা ।।

৩

জানো তোৰ চকু !
কোমল অন্তৰ
পৰৰ দুখত কান্দিছ তই !
দুখিত মনেৰে
ব্যাকুল প্ৰাণেৰে,
পৰৰ দুখত বলিয়া হই ।।

৪

জানিবি, ঐ চকু !
পূৰ্ব জনমত
কিবা পাপ কৰি আহিলোঁ মই !
সি পাপে সদায়
নিতে কন্দা মোৰ,
কিন্তু কিনো পাপ কৰিলি তই ?

৫

তোৰ যে অন্তৰ
সদাই পৱিত্ৰ,
কাকো যে নিহিংস কোনো (ও) কালে ;
কিয়নো, ঐ চকু
কান্দি থাক তই
কি পাপত তোক বিষাদে পালে ?

৬

যি নামে পানীত
সেয়ে নিজে তিতে
মোৰ পাপে পাপী কিয়নো তই ?
নাকান্দিবি চকু !
কি হ'ব কান্দিলে
পৰৰ দুখত ব্যাকুল হই ।।

( হেঁপাহ )

হৃদয়ৰ দাৰুণ হেঁপাহ !
একোতে নহ'লি পূৰ,
বাঢ়িলি জানক-জানে,
কৰিলি দিনক দিনে পৰাণ উদাস !

বলিয়া কৰিলি মোক,
পগলা হেঁপাহ ! তই
অনন্ত কৰিলি মোৰ অন্তৰৰ আশ ॥

২

তেওঁ নেকি এনুৱা অমিয়া ?
অমৃত নইৰ পৰা
আনি অমৃতৰ টোপা
নির্জনে বিধাতা বহি কৰিলে সৃজন ?
সি কাৰণে কি, হেঁপাহ !
ভুলিব নোৱাৰ তই ?
তেওঁতে পৰাণ মন কৰিলি অর্পণ ?

৩

সেই দিনা তেওঁ এৰি গ'ল,
দুচকু নীৰল হ'ল,
চকুৰ টোপনি গ'ল,
নাইকিয়া হ'ল মন থাকিব ঘৰত !
বিয়াকুল হ'ল মন,
হিয়াচৰি ফাটি গ'ল ।
তথাপি, হেঁপাহ ! সুখ নহ'ল মনত

৪

তেওঁতেই সঁপিলো জীৱন
কুলত কলংক দিলো,
এৰিলো সুখৰ আশা !
হেৰুৱালো আপোনাক আপোন দোষত !
তথাপি, হেঁপাহ ! তই
একোতে নহ'লি পূৰ !
বাঢ়িলি দিনক-দিনে মোৰ অন্তৰত !

৫

তেওঁকেই ভাবো দিন ৰাতি
তেওঁকেই আশা কৰি
দিন গ'ল, মাহ গ'ল,
তেওঁকেই ভাবি প্রাণ জ্বলা-কলা হ'ল !
ধিয়াই তেওঁৰে নাম
সাজিছোঁ যোগিনী মই,
ভাবোতে তেওঁৰ নাম বহু কাল গ'ল !

৬

হৃদয়ৰ হেঁপাহ দাৰুণ !
ইমানতো তোৰ আশা
নহ'ল নহ'ল পূৰ
নুগুচিল চকু-পানী দুচকুৰ পৰা !
হৃদয়ৰ জুই মোৰ
নুমাই নগ'ল আৰু,
নুশুকাল শোক-নই শোক-দুখ-ভৰা !

৭

ভৱলীলা সমাপণ হ'লে,–
দেখিম, – স্বর্গৰ মাজে
পাওঁ কি নাপাওঁ তাত,–
হৱ কি নহৱ পূৰ দেখিম, হেঁপাহ !
চকুপানী দুচকুৰ
যায় কি নাযায় মাৰ,–
গুচে কি নুগুচে মোৰ অনন্ত পিয়াহ ।

( শান্তি )

শান্তি ঐ !
প্রেম সাগৰৰ ঢেউ-খলকত
নির্জীৱ নীৰৱ তই !
চিয়ঁৰি-বাখৰি কত মাতোঁ তোক,-
বিচাৰি নাপাওঁ মই ।

২

তপসীৰ হায় ! নিৰ্জন বহাত
প্ৰসন্নতা তোৰ পৱিত্ৰতা স'তে
নীৰৱে নীৰলে ৰয় !
বিৰহিণী নাৰী কত মাতোঁ তোক
ওলাই নামাত তই !

৩

বিষম কঠোৰ সংসাৰৰ মাজে
নাথাক অলপো ৰই !
বিৰহ ঢউৰ গাজনিয়ে স'তে
যাৱ যে মিহলি হই ।

৪

(কিন্তু) কেঁচুৱা কালৰ ফিলিকা হাঁহিত
সদাঁই আছিলি ৰই !
ইমান দিনত, জানিলোঁ অ' শান্তি !-
মোক তিয়াগিলি তই ।

৫

যা অ' বাৰু, শান্তি ! – এৰি অভাগীক,–
কিন্তু নেৰোঁ তোক মই !
এই সংসাৰত পলাই থাকিবি,
পাম যে স্বৰ্গত গই ?

৬

আছে যে, অ শান্তি (– এনুৱা এঠাই,–
পলাব নোৱাৰ য'ত !–
আছে যে স্বৰগ অনন্ত শান্তিৰ
তয়োতো থাকিবি ত'ত ।

৭

ত্ৰিলোকৰ পতি বিৰাজিছে তাত,
দাস তেওঁৰ তই !
সি ঠাইত, শান্তি কি ৰূপে পলাবি ?
পামতো তেতিয়া মই ?

( বতাহ )

বতাহ ঐ !
বিৰহিণী নাৰী বিৰহ জুইত
পুৰি-দেই হই ছাই,
দুখে হুমুনীয়া পেলাব খুজিলে
সিকালতো তোক পায় ॥

২

হুমুনিয়া স'তে থাক তই সদা
আৰু থাক তই ত'ত,
ফুলনি বাৰীত প্ৰেমিক – প্ৰেমিকা
একে লগে বহে য'ত ॥

৩

প্ৰেমিক – প্ৰেমিকাৰ মিহলি নিশ্বাস
অতি হেঁপাহৰ তোৰ ;
তাকে পালে তই নাযাৱ কলৈকো
সদায় তাতেই ভোৰ ॥

৪

(কিন্তু) তই যে বতাহ ! সৰ্ব-ঠাই-গামী,
সকলো ঠাইতে যাৱ ।
ফুৰোঁতে ফুৰোঁতে জানো, কৰবাত
মোৰো স্বোৱামীক পাৱ ?

৫

যা অ'যা, বতাহ ! যাচোন বেগাই,

তেওঁক ইকথা কৰি,
বুলি, অভাগিনী আছে এতিয়াও
নম'ৰি, তেওঁকে জপি ॥

## পঞ্চম সৰ্গ ।

( মাধৈলতাৰ পৰা নিয়ৰৰ টোপা সৰি থকা দেখি )

কিয়নো, মাধই লতা
কান্দ এই শেহ নিশা ?
কাৰ বিৰহত ? তোৰ আছেনো বা কোন ?
টপ্ - টপ্ - টপ্ কৰি
পৰিছে চকুলো তোৰ !
কিয় কান্দ ? কাত লাগি সচাঁই কচোন ?

২

মাটিয়ে বালিয়ে শুই,
চকুৰ পানীৰে তোৰ
তিয়াব তলৰ ঠাই কাৰ বিৰহত ?
কাকনো নাপাই তই
বিনাৱ ইদৰে আজি ?
কচোন,লাহৰী লতা নাৰাখি কপট ?

৩

তৰুৰ বিহনে তোৰ
ওলাইছে চকুপানী,
নাপাই তৰুক তই বাগৰ মাটিত ?
নিৰাশাৰ সাগৰত
ফুৰিছ ওপঙি তই
তিতিছে সি বুলি মাটি চকুৰ পানীত ?

৪

তৰুৰ বিহনে তোৰ
কান্দিছে পৰাণ মন ?
মোৰ চকু দুটি তেন্তে কিয় নাকান্দিব ?
চাওঁতে চাওঁতে বাট
বিষালে দুচকু মোৰ,
ইমানতো নেকি মোৰ স্বামী নাহিব ?

৫

আৰু কতদিন লতা !
কান্দি কান্দি বাট চাম ?
কতদিন আৰু মই জপিম সি নাম ?
যি নাম জপিলে হায় !
জ্বলে হৃদয়ত জুই
বিয়াকুল হয় মন, অথিৰ পৰাণ ॥

( নই )

বিৰহৰ জ্বালা তুমি জানা ভালকই নদী !
সিকাৰণে সদা তুমি সাগৰ সঙ্গম,
কোনো ফালে চকু নিদি, নামানি বাধা-বধুলি
দিন ৰাতি যোৱা তুমি আকুল পৰাণে ।।

২

সি মহা জ্বালাতে আজি মইও তাপিত, নদী !
ময়ো যে ব্যাকুল আজি স্বামীক বিচাৰি !
বিৰহৰ তুঁহ জুয়ে পুৰিছে হৃদয় মোৰো
স্বামীৰ বিৰহে ময়ো
কান্দিছোঁ বাগৰি ।।

৩

হেজাৰ হেজাৰ ঢউ থই থই আঁতৰাই

সমুদ্ৰে তোমাক, নদী !
কৰে আলিঙ্গন ।
তুমি দুয়ো হাত মেলি সুখে আলিঙ্গন কৰি
পতিয়ে সইতে হোৱা
আনন্দে মিলন ॥

৪

কিন্তু মোৰ দশা নদী ! চোৱাঁচোন ভাবি তুমি
টোপনিত কত দিন
দেখোতে সপোন,
হাত দুটি মেলি মেলি তেওঁক ধৰিব খোজোঁ,
নাপাওঁ ধৰিব হায় !
নহয় মিলন ॥

৫

সাৰ পাই কান্দো - কাটোঁ চকুৰ চকুলো টোকোঁ
পুৰি মৰোঁ বিৰহৰ
জ্বলা অগণিত ।
কোৱাঁচোন কোৱাঁ নদী ! পাম কি তেওঁক মোৰ ?
পাম জানো মিলনৰ
সুখ পৃথিৱীত ?

( শোৱনি কোঠাত সোমাই )

কাৰ নিমিত্তেনো আৰু
ঢাৰি-পাটী পাৰি থম ?
থাক্ পৰি ঢাৰি-পাটী ॥
মাটিতেই পৰি ৰ'ম ॥

২

নাই মোৰ প্ৰাণপতি
বিহ যেন ঢাৰি-পাটী
শিমলু তুলাৰ তুলি যেন কাঁইটীয়া ।
থাক্ পৰি ঢাৰি-পাটী
তোতকই ভাল মাটি,
মাটি যে শীতল,– তাত বিহ নাইকিয়া

৩

বিৰহৰ তুঁহ জুই
বুকুৰ মাজত লই
এনেই হইছোঁ মই পুৰি দেই ছাঁই ॥
তাতে তয়ো, ঢাৰি-পাটী
আছ কালকূট সানি
তুলি ! –তয়ো আছ লই কাঁইট ভৰাই ।

৪

কমোৱা তুলাৰ গাৰু
কোমলতা নাই আৰু
শিলাময় হ'লি তই শুম কেনেক'ই ?
আঁঠুৱা তয়ো যে ঐ
উঠিলি শতৰু হই,
সুখৰ শোৱনি ঘৰ জুই-শাল তই ॥

৫

দাপোণ কাকই যোৰ
কিবা কাজ আৰু মোৰ ?
গুচি যোৱাঁ তোমা-দুয়ো আনৰ কাষত ।
কোনে চাব খোঁপা মোৰ
সেন্দুৰৰ ফোঁটযোৰ
চাই যিটে ধুন মোৰ নাই যে ঘৰত ॥

৬

শোৱনী কোঠাৰ চাকি

কিয়নো জ্বলিছ তই ?
জ্বলিছ, - কিন্তু যে নাই অলপো পোহৰ।
বিৰহ এন্ধাৰ খেদি
কোঠাটো পোহৰ ভৰা
পাৰ কি কৰিব তই বিহনে নাথৰ ?

৭

মিছা কথা, চাকি ! তই
নালাগে জ্বলিব আৰু
স্বামী নাহিলে ঘৰ নহয় পোহৰ।
কি কাজ মিছাতে জ্বলি,
নুমা নুমা চাকি তই
জ্বল গই আছে যাৰ স্বামী প্ৰাণৰ ॥

( গোলাপ )

গোলাপ ঐ !
স্বামী থকা হ'লে হায় এনুৱা কালত
আঁচুৰি মূৰৰ চুলি
সুন্দৰ খোঁপাটি বান্ধি
পিন্ধিলো তোমাক হয় আনন্দ মনত ॥

২

গোলাপ তোমাক ছিঙি
সুন্দৰ ডোলেৰে গাঁথি
সজালো হেঁতেন ৰঙে ঢাৰি-পাটী মই।
নাই হায় ! কিন্তু মোৰ আজি সি সময় ॥

৩

স্বামী যে নাই আজি
কি কাজ তোমাক পিন্ধি
কোনে চাব আজি মোৰ ফুলময় বেশ ?
সি হেতু গোলাপ ! মই পাওঁ বৰ ক্লেশ ॥

( পৰ্বত )

শিলেৰে বন্ধোৱা দেহা
কঠিন পৰ্বত
কিৰূপে বুজিবি তই
প্ৰাণৰ যাতনা ঐ
অন্তৰৰ দুখ মোৰ ? তোৰ যে হৃদয়
লোহাতো অধিক টান, তই শিলাময় !

২

কঠিনতা ছবি লই
আছ থিয় হই তই
কঠোৰ ভাবেৰে হায় দেখাইছ মুখ
পাৰ কি বুজিব তই অভাগীৰ দুখ ?

৩

কঠিন পদাৰ্থ লই
বন্ধাইছ হিয়া তই
পিন্ধি কঠিনতা - সাজ আছ থিয় হই
কিৰূপে বুজিবি দুখ বিৰহৰ তই ?

৪

কি দিন কি ৰাতি তোক
সহিব নোৱাৰি দুখ,
কান্দি কান্দি চকুলোৰে দিছো ওপঙাই,
চকুলোৰ নই হায় ! পঠালো বোৱাই ॥

৫

তথাপি নহ'ল দয়া,

নাই নেকি তোৰ মায়া ?
নুমুচিলি চকুপানী মোৰ দুচকুৰ ।
কঠিন পৰ্বত ! তোৰ হৃদয় কঠোৰ ॥

( নইৰ দাঁতিত )

দেহি ঐ !
পৰোঁ-পৰোঁ-হোৱা ৰঙা বেলিটিয়ে
ঢালিছে কিৰণ ৰ'দ্ ।
সোণালী সাজেৰে হাঁহে নইখনি
বজাই শুৱলা গদ্ ॥ (গদ্ বা গৎ)

২
সোণালী মুকুট পিন্ধিছে মুৰত
থউকি-বাথউ ঢ'উ
কুল কুল কৰি গীত গাই নদী
ঢালিছে অমিয়া মউ ॥

৩
সাগৰৰ ফালে উত্ৰাৱল নদী
একান্ত মনেৰে যায় ।
শুনাব খুজিছে জানো প্ৰেম কথা
আজি মিঠা গীত গাই ॥

৪
ৰ'বাছোঁ অলপ ৰই যোৱা, নদী !
শুনি যোৱা মোৰ দুখ ।
পাইছোঁ যেনুৱা সন্তাপ মনত
নেদেখি স্বামীৰ মুখ ॥

৫
বধ লাগে নদী ! ৰ'বাছোঁ খন্তেক
চকুলো এধাৰি নিবা ।
যদি ক'ৰবাত পোৱা স্বামীক
তেওঁৰ পাৱতে দিবা ॥

৬
নাৰী জনমৰ শেষ উপহাৰ
চকুৰ চকুলো ধাৰি ।
লই যোৱা নদী ! দিবা স্বোৱামীক
মাতিছো কাকুতি কৰি ॥

## ॥ ষষ্ঠ সৰ্গ ॥

( স্বপ্ন )

সপোন ঐ
মিছাতে ক্ষন্তেক মাথোঁ
দেখুৱালি সেই মূৰ্তি
অতীত প্ৰাণৰ দুখ কৰিলি দুগুণ ।
সপোন ! এনুৱা তই কিয় নিদাৰুণ ?

২
বহু দিনাৱধি হায় !
নেদেখি নেদেখি মোৰ
প্ৰায় সহিছিল প্ৰাণে বিৰহ যাতনা ।
কত ভাবি, কত কান্দি
মনকে বুজাই কত
প্ৰায় শেষ হইছিল প্ৰেমৰ ভাবনা ॥

৩

সুন্দৰ লাবণ্য ছবি,
মউ সনা, মৃদু হাঁহি,
মিছাতে ক্ষন্তেক মাথোঁ কিয় দেখুৱালি ?
অনন্ত চিন্তাত পৰি
প্ৰায় হইছিল শেষ
আভাফেৰি মাথোঁ হায় ! আছিল উজ্বলি ॥

৪

কিন্তু যে সপোন তই
এখন্তেক দেখুৱাই
এটি দুটি কৰি হায় ! সকলোটি জগালি ।
মিছাতে ছাঁয়াৰ দৰে কিয়নো যে দেখালি ?

৫

বহুত দিনৰ পাছে
দেখা হ'ল তেৱেঁ স'তে
দেখা হ'ল, সঁচা,- কিন্তু দেখাও নহ'ল ।
অক্ষয় -অনন্ত কাল
প্ৰাণে চাব খোজে যাক
খন্তেক দেখিতো হায় ! হেঁপাহ নগ'ল ?

৬

যি দাৰুণ হেঁপাহত
সাগৰ শুহিব খোজে,
গুচে কি পিয়াহ তাৰ এটোপা পানীত ?
পূৰ্ণিমাৰ ৰঙ্গা জোন
চাব খোজে প্ৰাণে যাৰ,
তাৰ কি হৃদয় শাঁত হয় জোনাকীত ?

৭

সপোন ঐ !
দেখা শেষ হই গ'ল
যি হ'বৰ সেয়ে হ'ল,
আকউ জ্বলিল সেই বিৰহ অগণি !
নুপুৰোঁতে মন আশা,
অনন্ত হেঁপাহ, হায় !
সাৰ মাথোঁ হ'ল মোৰ দুচকুৰ পানী ।।

( স্বামী )

১

প্ৰাণনাথ ! ভালপোৱা
যেন সপোণৰ খেলা !
এয়ে শেষ নেকি, নাথ !
হ'লনে কি তাৰ বেলা ?

২

পশ্চিম আকাশেদি নি
হাউলি পৰিছে বেলি ।
ৰ'দ গ'ল, বেলা গ'ল,
সন্ধিয়া কৰিছে কেলি ॥

৩

প্ৰাণৰ প্ৰেয়সী লই
বনৰীয়া পখী যায়,-
আপোনাৰ বাহেঁ বাহেঁ
বিচাৰি আপোন ঠাই ।।

৪

আকাশত জোন দেখি
হাঁহিছে কুমুদ ফুল !
প্ৰাণনাথ ! - মাথোঁ মই
অভাগিনী বিয়াকুল ॥

৫

এটি দুটি কৰি, হায় ! –
ওলাইছে বহু তৰা !
দেখি প্ৰেমিকাৰ মন
পৰাণ উলাহে ভৰা ॥

৬

হাঁহে আকাশত তৰা,
কান্দিছোঁ মাথোন মই ।
কোৱাঁ নাথ ? ভাল পোৱা
গ'লনে কি অন্ত হই ?

৭

হায় !
আজিও হেঁপাহ মোৰ
নাই নাথ ! পূৰ হোৱা
আজিও আশাৰ নাও
আছে হৃদয়ত বোৱা ॥

৮

আজিও শুকান ডিঙি
পিয়াহত বিয়াকুল,–
মন – ফুলনিত ফুলে
আজিও প্ৰেমৰ ফুল ॥

৯

সৰু বয়সৰে পৰা
মই নাথ ! তুমি ময়,
শিৰৰ মাজে দি মোৰ
তোমাৰেই তেজ বয় ॥

১০

তুমি মই দুয়োটিয়ে
আছিলোতো অচেতন ॥
অকস্মাতে সাৰ পাই
কিয় বিৰহ দহন ?

১১

প্ৰাণনাথ ! ভাল পোৱা
যেন সপোনৰ খেলা !
এয়ে শেষ নেকি, নাথ ?–
হ'ল নেকি তাৰ বেলা ?

( অকলে-অকলে )

(ক)

১

অকলে কান্দিছোঁ হায় !
বিচাৰি নাপাওঁ !
কি ৰূপেনো জীৱন কটাওঁ ?

২

দেখিলোঁ – পুৱতি গুচি গ'ল !
দেখিলোঁ – সন্ধিয়া আহি হ'ল,
দেখিলো – ওলাল বহু তৰা
এটি দুটি কই, – হৰ্ষ – ভৰা ॥

৩

দেখিলো – সকলো মাৰ গ'ল
দেখিলো – পুৱঁতি পুনু হ'ল,
বিচাৰিলো মনৰ কামনা,
টুকিলো চকুৰ চকুপানী,–
ছিঙিলো আশাৰ পুনু জৰি
নিৰাশাৰ শোকে কান্দি কান্দি ॥

৪

অকলে কান্দিছোঁ, হায় !–
বিচাৰি নাপাওঁ ।
কি ৰূপেনো জীৱন কটাওঁ !

৫

দেখিলো – বহুত ফুল
ফুলিছিল ফুলনিত,–
শুনিলো, – বহুত পখী
জুৰিছিল নানা গীত ॥

৬

দেখিলো, মলয়া বায়ু
ৰিৱ্ ৰিৱ্ বলিছিল !
পাতে পাতে ফুলে ফুলে
বহু নচুৱাইছিলে ॥

৭

অকলে অকলে বহি
দেখিলো আগত,–
সকলোটি পুনু, হায় !–
শুকাল আঁৰত ॥

৮

অকলে যে
নোৱাৰো থাকিব আৰু মই !
দাৰুণ বিষাদ ! তই আহ !
হৃদয়ৰ ঘা মই
নোৱাৰো ঢাকিব !–
আঁউসী এন্ধাৰ ! তই আহ !

৯

অকলে অকলে আছোঁ !
বিচাৰি নাপাওঁ !
কি ৰূপেনো
জীৱন কটাওঁ ?

( অকলে – অকলে )

(খ)

১

টুকিলো বহুত দিন
চকুলো দুধাৰ !
কিয় আৰু মিছা মায়া
মোহৰ মোহিনী ছাঁয়া ?
ক'লা ডাৱৰৰ গাত বিজুলীৰ হাৰ !
কিয় মধুময় সুৰে
মাতে পুনু জুৰে জুৰে ?–
'আহা আহা' বাজে কিয় আশাৰ ঝঙ্কাৰ ?

২

কন্দা মাথোঁ সাৰ হ'ল !
হিয়া মাথোঁ ভাগি গ'ল !
নীৰৱে ছিগিল মাথোঁ তাঁৰ হৃদয়ৰ !
শূন্য মৰুভূমি, হায় !
মৰীচিকা দেখা পাই
দহিলে পিয়াহে মাথোঁ মানস অন্তৰ !

৩

হৃদয়ৰ মন্দিৰত
"বেদী" তুলি মানসত,

একে ধ্যানে থাপিছিলো 'দেৱ' হেঁপাহত !
ই মোৰ পৰাণ লই
চকুপানী মিহলাই,
উছৰগ কৰিছিলো সেই চৰণত ॥

৪

গোটেই জীৱন ভৰি,
অশেষ কামনা কৰি,
একে মনে সাধিছিলো 'দেৱ' তুল্য ভাবি ।
কায়মনে, – এক প্ৰাণে
এক ধ্যানে, এক জ্ঞানে,
পূজিলো যতনে সেই প্ৰেমময় ছবি ।

৫

নাই সেই ছবি আৰু,–
নাইকিয়া ছাঁয়া তাৰো,
আঁতৰিল মূৰ্তি সেই হিয়া শূন্য কৰি !
কি যে এটা কথা কই
এটা হুমুনীয়া থই,
সেই মূৰ্তি বিসৰ্জন ! হৰি ! হৰি ! হৰি !

৬

তেনে, আৰু কিয় মায়া ?
আশাৰ মোহিনী ছাঁয়া ?
ক'লা ডাৱৰৰ গাত বিজুলীৰ হাৰ !
কন্দা মাথোঁ সাৰ হ'ল,
হিয়া মাথোঁ ভাগি গ'ল !
নীৰৱে ছিগিল মাথোঁ হৃদয়ৰ তাঁৰ !
কান্দিলো অনেক দিন,– কান্দিছোঁ এবাৰ !

( সুখ )

সুখ ঐ !
সকলোৱে কয় মোক
আছ পৃথিৱীত তই,
বহুত বিচাৰি চালো
নেদেখিলো তোৰ মুখ !
বিৰহৰ তীক্ষ্ণ বাণ
নিতউ বিন্ধিছে প্ৰাণ,–
নিতে নিতে অপমান
পাইছোঁ কতনো মই !
সহিছোঁ কতনো দুখ !

২

সহিছোঁ, – আৰু সহিম,–
ভুগিছোঁ, – আৰু ভুগিম,
মৰিলেও নমৰিম,–
জগত ভ্ৰমিম মই
বিচাৰি বিচাৰি তোক ॥
মনৰ হেঁপাহ, হায় !
এতিয়াও পূৰা নাই,
প্ৰাণে কৰে বাঁই - জাঁই !
সকলো দুৰাশা মিলি
কৰিলে উত্তলা মোক ॥

৩

সুখ ঐ !–
সকলো ঠাইতে মই
তোতে বিয়াকুল হই,
ধীৰে ধীৰে গই গই,
ছলনা কৰিলো কত,
ক'তো যে নাপালো তোক !

ভাবোঁ কেতিয়াবা, হায় !
'সুখ' বুলি একো নাই–
কিন্তু পুনু দেখো চাই,–
হাঁহিছে জগতে কৰি
আনন্দত তোক ভোগ ॥

৪

হাঁহিছে জগতে যদি
মই কিয় নিৰৱধি
কান্দিম চকুলো টুকি ?
আহ,– সুখ ! – কৰোঁ ভোগ ।
হাঁহিৰ জগত, – কান্দি
কিয় কন্দুৱাওঁ ?
আহছোঁ অলপ, – সুখ !–
ভোগ কৰি চাওঁ ।।

( চাৰিওফালে চাই )

সেই দৰে আকাশত
হাঁহি আছে সেই জোন,–
সেই দৰে মউ - মাখি
আছে কৰি গুণ - গুণ ॥

২

সেই দৰে এতিয়াও
ওলাইছে দিবাকৰ,
সেই দৰে আছে কৰি
ফুলে ফুলনি পোহৰ ।

৩

সি দৰে আজিও ৰাতি
হয় দিনৰ পাছত,–
এতিয়াও সেই দৰে
সেই মেঘৰ মাজত ।

৪

চমকি - চমকি নাচে
সেই বিজুলী ৰঙ্গিলী,–
ক'তো নাই জগতত
একো সলনা - সলনি ।

৫

এতিয়াও, – দেহি ঐ ! –
আজি সেই একেদৰে
প্ৰকৃতি আইৰ ৰূপে
মন আৰু প্ৰাণ হৰে ।

৬

সেই দৰে এতিয়াও
সেই শীতৰ পাছত
বসন্ত উদয় হয় ;–
সেই গছৰ ডালত

৭

'কুউ – কুউ – কুউ' কৰি
সেই একে গান গায় ;
এতিয়াও দিয়ে শান্তি
সেই গছৰ ছায়াই ।

৮

সেই একেদৰে, হায় !–
এতিয়াও আছে নই

'কুল্ - কুল্ - কুল্' কৰি
সেই ধীৰে ধীৰে বই ।

৯
আগেয়ে আছিল যি যি
আছে সেয়ে এতিয়াও ;
সলনা - সলনি ক'তো
একো হোৱা নাই !
কিন্তু মাথোঁ অভাগিনী,—
মই চিৰ দুৰ্ভাগিনী
আপোন অৱস্থা, হায় ! —
আনিলো সলাই !

১০
শোকাকুলা হই মাথোঁ
কান্দিছোঁ নিতউ মই !
দুয়োটি চকুৰে পানী
সদায় ধাৰেৰে বই ।

( পুখুৰী )

তোৰ যে পাৰতে বহি
ধৰি কত বিধ ভাও
সাদৰে হাতত ধৰি
কইছিল " ভাল পাওঁ" ।

২
নীলা আকাশত জোনে
হাঁহিছিল কত হাঁহি,
ইঁহুৱাই পৰাণৰ
সেই ভেট ফুল পাহি ।

৩
নীৰৱে উজ্বল তৰা
চাইছিল জুপি জুপি
নতুন জোনক বেৰি
জ্বলিছিল থুপি থুপি ।

৪
সেই মউ-সনা হাঁহি
আজিওতো সেয়ে আছে,
বিৰহত পুৰি মোক
তেওঁ কিয় গ'ল, পাছে ?

৫
দুয়োটিয়ে একেথিৰে
চাইছিলো 'জোন বাই' ।
আজি দেখি সেই জোন
কিয় প্ৰাণ জ্বলে, হায় !

৬
যদি তেওঁ যাব গুচি,
কিয় ভাল পাইছিলে !
বিৰহৰ জ্বলা জুই
কিয়নো জ্বলাই দিলে !

৭
কি চকুৰে চালো হায় !
ক'ব যে নোৱাৰোঁ মই,

তেওঁৰ কাৰণে প্ৰাণ
সদায় ব্যাকুল হয় ।।

৮
মউ-সনা মনোহৰ
তেওঁৰ লাহৰী কথা
তপত হিয়াত মোৰ
নিতে ঢালিছিল সুধা ॥

৯
নিজকে পাহৰি, হায় !
তেওঁকেই পালোঁ ভাল !
ই ভাল পোৱাত কই
নোপোৱা আছিল ভাল ॥

১০
প্ৰাৰম্ভতে যৌৱনৰ
দেখিছিলো জানো, হায় !
অতৃপ্ত প্ৰণয় তাপে
পুৰি-দেই হ'লো ছাই !!

১১
জানো, কত দুখ পাই
তেওঁ মোৰ গুচি গ'ল !
মধুময়ী স্মৃতি মাথোঁ
হৃদয়ত অঁকা ৰ'ল ॥

১২
কিন্তু, আৰু কি আশাত
পৰাণ ৰাখিম মই !
তেওঁ কি আহিব ঘূৰি !
পুখুৰি ! ক'চোন তই ?

১৩
জীৱনৰ আশা মোৰ
সকলোটি শেষ হ'ল !
চকু দুটি মাথোঁ মোৰ
বাটলৈ চাই ৰ'ল ॥

( নিজ মনতে )

১
দাৰুণ বিৰহ জুই
দিন ৰাতি দহে হিয়া,
হৃদয়ৰ ভিতৰত সেয়ে মাথোঁ যাতনা !
অন্তৰত (হাৰে হাৰে)
তেওঁৰেই ছবি অঁকা
হিয়া মন্দিৰত মোৰ তেওঁৰেই অৰ্চনা ॥

২
অতীতৰ যত সুখ
গ'ল এটি দুটি কই
আছে মৰু-সমনীয়া পৰাণৰ বেদনা !
নিৰাশা বলুকা তাত
চাৰু ফালে দেখা যায় !
তথাপিও কিয় মোৰ ই দাৰুণ কামনা !

৩
দেৱ তেওঁ স্বৰগৰ
মই কীট নৰকৰ,

বুজিও নুবুজোঁ হায় ! নিতে মাথোঁ দুৰাশা !
প্ৰণয়ৰ ফাঁহ পাতি
বান্ধিব তেওঁক খোজে
চকুৰ আগত মোৰ, এয়ে মাথোঁ আকাঙ্খা

৪

. . . .
. . . .

তেওঁৰ পাৱতে মই
ই জীৱন দিম ঢালি,
কৰিম অকলে বহি সেই মূৰ্তি সাধনা ।
মধুময় সেই নাম
হিয়াত জপিম নিতে,
পূৰ্ণ হ'ব আশা মোৰ পূৰ হ'ব কামনা ॥

৫

অন্ত হলে ভৱলীলা,
তেওঁৰ পাৱৰ ধূলা
আপোন শিৰত তুলি কৰি ল'ম থাপনা ।
দেখোঁতে দেখোঁতে যেন
প্ৰাণ পখী উৰি যায়,
আৰু যে নালাগে একো, এয়ে মাথোঁ কামনা

( পদুম )

১

সংসাৰ পুখুৰী তই
শোভাৰে ভৰাই লই
ফুলিছ পদুম ফুল ! অনন্ত শোভাত ।
কিন্তু কিয় দিছ দুখ অভাগীৰ গাত !

২

আকাশৰ মাজে হাঁহে
ৰঙচুৱা বেলিটিয়ে
(পৰাণৰ স্বামী তোৰ), – তই দেখা পাই
বিদ্ৰূপি হাঁহিছ মোক ? দয়া মায়া নাই ?

৩

কিয়নো পদুম তই
দিছ অভাগীক দুখ ?
কিয়নো কৰিছ মোক উপহাস, হায় !
কিয় হাঁহ ? থাক তই দুচকু জপাই ॥

৪

হায় ! বিধাতাৰ কিনো
নিষ্ঠুৰ বিধান !
ফুলৰ কোমল হিয়া
কিয়নো নিৰ্দয় বিধি
পৰ্বতৰ শিল আনি কৰিলে নিৰ্মাণ ॥
দিলে কিয় তাতে হায় ! নিষ্ঠুৰ পৰাণ ?

৫

সৰলতা ভৰা যেন
দেখি মুখখনি !
পদুম ! কিয়নো তেনে
কি ভাব মনত গুণি
হৃদয় কৰিছ তই এনুৱা কুটিল্ ?
লোকৰ দুখত কিয় হাঁহ খিল্ খিল্ ?

৬

হায় !
সুখৰ সপোন যেন

বিজুলীৰ ৰেখা !
সপোন ভাগিলে পাছে
নিৰাশাৰ বজ্র পৰে
যি দৰে শিৰত, – মোৰো তেনেকুৱা হ'ল !
খন্তেকীয়া স্বপ্ন – আহা ! ভাগি ছিগি গ'ল !

৭

ক'ত গ'ল, হায় ! মোৰ
সুখৰ সপোন ?
যি স্বপ্নত তেঁৱে স'তে
অতি হৰষিত মনে
খন্তেক সাঁতুৰিছিলো প্রেম সাগৰত,
ক'ত গ'ল সেই স্বপ্ন এনুৱা কালত ?

৮

কিয়নো সপোন সেই
উলটি নাহিল পুনু ?
পদুম ! সি কথা মই
নিতে দিনে ৰাতি গুণো ।

৯

সেই কথা যেই হোক,
কিয়নো, পদুম !
মোৰ কান্দোনত তই
মিচিকি মিচিকি হাঁহ ?
নালাগেনে বেয়া তোৰ ? তোৰ হিয়াখনি
শিলেৰে বন্ধোৱা ? নাই চেনেহ একণি !

১০

ফুলৰ কোমল হিয়া,
মিছা কথা তেনে ;
মিছা সৰলতা ছবি
মিছা মিচিকিয়া হাঁহি,
সকলোটি হ'ল বেয়া আজি দুৰ্দিনত ।
ভাল মাথো থাকে ভাল সম্পদ কালত ॥

* * * *

থাক বাৰু, সন্ধ্যা হ'ক
বেলিটিও মাৰ য'ক,
কান্দিব লাগিব তয়ো
পৰি বিৰহত !
এতিয়া হাঁহিছ মোক,
জানিবি পাছত ॥

# আভাস

## ( কাব্য )

'The fool who seeks a poet's fame
Must look for ridicule and flame,
Like tiptoe dwart who fain would try
To pluck the fruits for giants high;
Yet I may cuts through the door
That mightier poet's pierced of yoke ;
A thread my pierce a jewal, but
Must follow where the diamond cut."
*Arthur G. Ryder's Translation of*
*"Roghu-Vansha."*

# পাতনি

'আভাস' কাব্যৰ বৰ্ণিত বিষয় কেইটি পাঠক-পাঠিকাসকলৰ ওচৰত নতুন হলেও, এই কাব্যখনিৰ লিখা প্ৰণালী অসমীয়া ভাষাত সম্পূৰ্ণ নতুন বুলিলেও মিছা কোৱা নাই। এই নতুন প্ৰণালী অবলম্বন কৰি আমি কিমান দূৰ কৃতকাৰ্য হৈছোঁ, সেইটো পাঠক-পাঠিকাসকলে বিচাৰ কৰিব।

শেহত কওঁ যে এই পুথিখনি পঢ়ি যদি কাৰো মনত কণামাত্ৰও সন্তোষ জন্মে, তেনেহ'লেই আমি আমাৰ পৰিশ্ৰম সফল হৈছে, বিবেচনা কৰিম।

ইতি

**শ্ৰীহিতেশ্বৰ বৰবৰুৱা**

ভদৰি বৰবৰুৱা আলি, যোৰহাট

১লা মে, ১৯১৪

# উছৰ্গা

মৰমৰ আইদেউতা!
ক'ত যে হেঁপাহ কৰি
এটি ল'ৰা তুলিছিলা,
অন্তিমত পোৱৈ পানী
দিব বুলি ভাবিছিলা ॥
পুতেৰাক ইঁহা দেখি
অন্তিমত হই সুখী
হাঁহি হাঁহি প্ৰাণ এৰি
যাম বুলি জানিছিলা ;
আৰু কত ভাবিছিলা
কত আশা কৰিছিলা,
কিন্তু হায় ; কান্দে প্ৰাণ
একোটি সাধি নাহিলা ।।
তিয়াগি তোমাক গ'ল
আগে লৰা একেটিয়া
পুতেৰাৰ শোক জুয়ে
দহিলে তোমাৰ হিয়া ।
ফুৱাই লোকৰ জুই
নিয়ালা জীৱন হায়!
নেদেখিলা সুখ! (জানো,
কপালতে নাইকিয়া ।।)
সিবুলিও কিন্তু হায় ।
নাতি-নতিয়ল পাই
চেনেহত পমি গই
শাঁত কৰিছিলা হিয়া ।।
তোমাৰ স্নেহৰ সম
নাই একো অনুপম,
আজিও সি স্নেহ মই
পাহৰা যে নাইকিয়া ।।

সুঁৱৰি সি স্নেহ আজি, –
চেনেহী বুঢ়ী মাকৰ,
তুলি কবিতাৰ ফুল
কবিতা ফুল বনৰ,
অত হাবিয়াস কৰি
বাট কবিতাৰ জৰী
কাব্যৰূপী মালা গাঁথি
আজি মৰহা ফুলৰ
তোমাৰে দুটি পাৱত
ভকতিৰে হেঁপাহত
সমৰপি দিলো, যেন
নকৰা তুমি আঁতৰ ।।
সংসাৰৰ শোক তাপে
নিতে দহিছে হৃদয়!
"দাসত্ব ডোলৰ চেপা"
তাতে, পৰাণে নসয় !!
নাপাওঁ আজৰি মই,
গাথোঁ মালা কেনেকই
মনোহৰ কৰি, হায়!
ফুলনিৰ ফুল লই!
বেয়া বুলি মালাধাৰি
নেপেলাবা হে আছাৰি,
মালীয়া নহওঁ, গাথোঁ
ভাল মালা কেনেকই!
"ভকতিৰ চিন" বুলি
নিয়াঁ হাতলই তুলি,–
নতুবা, যোৱাঁ পাৱতে,
নেপেলাবা দূৰলই !!

"সৰু মইনা"

# আভাস

Of them that lived,
In righteousness, tho' in adversity's hour,
Golden their utterances, godly their lives.
*   *   *   *   *
That once inspired the mighty minded bards.

*R.V.R.*

"আভাস" আভাস-মাথোঁ বীৰ ৰমণীৰ,
'আভাস' আভাস মাথোঁ সতী জীৱনৰ,
পুণ্যৱতী পতিব্ৰতা নিস্বাৰ্থ প্ৰেমিকা,
তিৰোতাৰ স্বাৰ্থত্যাগ দেশ বিদেশৰ ।।
কত যুগ হই গ'ল নপৰে মনত
তিয়াগিলে সবে প্ৰাণ, কিন্তু কীৰ্ত্তি যাৰ
জগতৰ নৰে গায় কাব্যৰূপী সুৰে
"আভাস"ত দিলো আজি আভা মাত তাৰ ।।
'আভাস' মাথোন আভা লাহৰী ফুলৰ,–
সংসাৰ-বনত অপূৰ্ব শোভাই
মুহিছিলে নৰ-নাৰী, জগতৰ প্ৰাণী,
গন্ধে যাৰ, দশোদিক আজিও গোন্ধায় ।।
আনি তাৰ আভা মাত্ৰ চিন দৰশালো,
"আভাস"ত মাথোঁ তাৰ আভাস বৰ্ণালো ।।

হিতেশ
যোৰহাট
বিজয়া দশমী
৯।১০।১৩

## ৰাধা

বৃকভানু কন্যা ৰাধা ! অযোনি সম্ভৱা,
দ্বাপৰত পূৰ্ণৰূপে লক্ষ্মী অৱতাৰ ;
গোকুল লীলাৰ তুমি প্ৰধান নায়িকা,
পাৱত তোমাৰ কবি কৰে নমস্কাৰ ।।
ঈশ্বৰ প্ৰেমিকা তুমি, অনন্ত প্ৰেমেৰে
বান্ধিছিলো ঈশ্বৰক ডোলেৰে ভক্তিৰ ।
লাহৰী হিয়াত কত সহিলা গঞ্জনা
কূটীলাৰ, – আৰু, দেবি ! গোকুলবাসীৰ ॥
মিছা কলঙ্কৰ বোজা কত ব'লা তুমি,
কত অপবাদ দিলে ননদে তোমাৰ,
সি সবত তুমি কিন্তু কটাক্ষো নকৰি
পূজিছিলা শ্ৰীকৃষ্ণক, মুক্তিৰ আধাৰ ।।
কৰিলে দেখাই পূজা কৃষ্ণৰ পাৱত,
গঞ্জনা শুনিব লাগে শাহু ননদৰ ;
সি ভয়ত তুমি, দেৱি ! চাপিছিলা কাষ
বিৰলে লুকাই, সেই পবিত্ৰ প্ৰেমৰ ।।
বিৰলে পবিত্ৰ ভাবে পূজিবৰ মনে
একচিত হই, দেৱি ! কৃষ্ণৰ পাৱত,
মুৰুলীৰ মাত শুনি ওলোৱাঁ বাহিৰ
মাজনিশা ! – নাই শঙ্কা, উলাহ মনত ।।
যত দিন গোকুলত আছিলে গোপাল
(পূৰ্ণ অৱতাৰ হৰি) পূজিছিলা নিতে
শ্ৰীকৃষ্ণক হাতে হাতে, ভকতি ফুলেৰে,
প্ৰেমৰ লগাই ধূপ নিৰমল চিতে ।।
স্বৰ্গীয় প্ৰেমত তুমি বলিয়ানী হই,
সাদৰী বৃন্দাক লই সহায় লগত,
কত পূজা, আৰাধনা কৰিলা কৃষ্ণক
নিৰ্জন ৰাতিত, সেই নিকুঞ্জ মাজত ।।
তিয়াগি গোকুল কিন্তু গ'লা যেবে হৰি
উদ্ধাৰিব – মথুৰাত জনক জননী
কংসক বিনাশ কৰি, – সিকালত তুমি
কান্দিলা বহুত, ইহ কৃষ্ণ উন্মাদিনী ।।
ভক্তৰ অধীন হৰি, অধীন প্ৰেমৰ,–
নোৱাৰিলে পাহৰিব ভকতি তোমাৰ,
তোমাৰ সইতে পুনু মিলিবৰ মনে,
প্ৰভাসত পাতে যজ্ঞ কৰুণা আধাৰ ।।
প্ৰভাসত গই তুমি পূজিলা আকউ
শ্ৰীকৃষ্ণৰ পাদ পদ্ম অতি হেঁপাহত,
ঈশ্বৰ প্ৰেমত দিলা দেহা উটুৱাই,
লীন হ'ল দেহা তযু কৃষ্ণৰ পাৱত ।।
প্ৰণামো তোমাক, দেৱি ! – কৰোঁ নমস্কাৰ ।
লক্ষ্মী অৱতাৰ তুমি ! – দেখালা মৰ্ত্যত
স্বৰ্গীয় প্ৰেমৰ ছবি, ৰাধা নাম ধৰি
আছিলা দুদিন মাথোঁ তুমি গোকুলত ।।
যি কাৰণে আহিছিলা, কৰিলা সাধন
ৰাখি গলা ছবি এটি পবিত্ৰ ভাবৰ,
দেখুৱালা জগতক বৰ্ণাব নোৱাৰা
জলন্ত দৃষ্টান্তটি ঈশ্বৰ প্ৰেমৰ ।।

## বৃন্দা

ব্ৰজৰ গোপিনী তুমি, শ্ৰীমতীৰ দূতী ;
নিকুঞ্জ বনত তুমি ৰাধাৰ দুৱৰী ;
শ্ৰীকৃষ্ণৰ প্ৰিয় সখী – গোকুল-লীলাৰ
তুমিও প্ৰধান এটি নায়িকা সুন্দৰী !

ৰখানো তোমাক, দেৱি ! চিনিছিলা তুমি
ৰাধা কৃষ্ণ দুয়োজনে, ৰাখিছিলা বান্ধি
সখী বুলি ভক্তি ভাৱে, মৰম-ডোলেৰে ।।
ৰাধাই (তোমাৰ সেই স্নেহৰ সখীয়ে)
কুটীলাৰ গঞ্জনাত, বিয়াকুল হই
চকুপানী টুকি যেৱে কান্দিছিলে, দেৱি !–
অন্তৰৰ যত কথা উলিয়াই কই,–
সিকালত তুমি কত দিছিলা প্ৰবোধ
জৰ্জ্জৰিতা শ্ৰীমতীক, সখীৰ প্ৰেমত,
সখীৰ কাৰণে তুমি সহিলা কতনা,
কত দুখ অপমান কোমল প্ৰাণত ।।
যমুনা তীৰত, সেই নিকুঞ্জ বনত,
নিজম গহীন নিশা, ৰাতি পূৰ্ণিমাৰ,
তুমিয়েতো তেওঁ, দেৱি ? প্ৰেমিকা ৰাধাক
আয়োজন কৰি যেয়ে দিছিলে পূজাৰ ?
"শ্ৰীকৃষ্ণ পূজাৰ" দেৱি ? পূজ্য বংশীধাৰী,
ৰাধিকা পূজোঁতা, তুমি পূজা কৰাওঁতা,
নোহোৱা হেঁতেন তুমি দূতী ৰাধিকাৰ,
আছিলে কোনোবা আৰু কৃষ্ণক আনোতা ?
আয়োজন কৰি পূজা, নিকুঞ্জ মাজত
ৰাধাক ৰখীয়া কৰি, তুমিয়েতো যোৱা
কৃষ্ণক আনিব মাতি গোপনে গোপনে,
ৰাধাৰ সংবাদ, দেৱি ! তুমিয়েতো কোৱাঁ ?
নোহোৱা হেঁতেন, দেৱি ! জনম তোমাৰ
"শ্ৰীকৃষ্ণৰ ব্ৰজলীলা" পবিত্ৰ নিৰ্ম্মল,
নহ'লহেঁতেন পূৰ্ণ এই জগতত,
নৰ'লেহেঁতেন ছবি ৰাধাৰ উজ্জ্বল ।।
ব্ৰজলীলা অৱসান কৰি বংশীধাৰী,
অক্ৰূৰে সইতে যৱে গ'লা মধু-পুৰী,
তুমি কি নোহোৱা, দেৱি ! কান্দিলে যি শোকে
ৰাধাৰে সইতে, টুকি চকুলো দুধাৰি
ভক্তি প্ৰেম পাগলিনী,– ভক্তিত তোমাৰ
সখী বুলি আদৰত মাতে বংশীধাৰী !
অতি ভাগ্যৱতী তুমি, পালা হাতে হাতে
ভক্তি প্ৰেম-ফুলে স'তে পূজিব মুৰাৰি ।।
দিন ৰাতি কৰে ধ্যান যাৰ শ্ৰীচৰণ
ব্ৰহ্মা আদি লোক পাল, নাৰদাদি মুনি,–
তেনুৱা কৃষ্ণৰ তুমি দূতী ৰূপী সখী
প্ৰণামো তোমাক আমি, ব্ৰজৰ গোপিনী !

## বৈদেহী

অযোনি সম্ভৱা দেৱি ! জনক জীয়াৰী !
পবিত্ৰ কাৰিণী তুমি আপুনি কমলা,
স্বামীৰ নিমিত্তে মাথো মিথিলা পুৰত
মৈথেলীৰ ৰূপে তুমি অৱতীৰ্ণ হ'লা ।।
হৰ ধনু ভঙ্গ কৰি, লভিলে তোমাক,
(ৰমণী কুলৰ ৰত্ন) ৰামে জগতত,
বিষ্ণু অৱতাৰ ৰাম, তুমি বিষ্ণু প্ৰিয়া,
কমলা-কমলাপতি মিলিলা মৰ্ত্যত ।।
কিন্তু, হে বৈদেহী দেৱি ! কপাল দোষত
সুখ ভোগ নঘটিলে ভাগ্যত তোমাৰ,
স্বামী দেৱৰৰে স'তে গ'লা বনলৈ
বিষাদত টুকি টুকি চকুলো দুধাৰ ।।
নুশুনিলা কাৰো বাধা, কোমল দেহাত
গছৰ বাকলি পিন্ধি, স্বামীৰ লগত ।
ফুৰিছিলা বনে বনে, মুনি পত্নী স'তে
খেলিছিলা কত ৰঙ্গে আশ্ৰম তলত ।।
সুখ সম্ভোগত উঠা কেঁচুৱাৰে পৰা,
অৰণ্যৰ দুখ কিন্তু দুখ নাভাবিলা,
পতিপদ সেৱা কৰি, পতিব্ৰতা তুমি
অৰণ্যতে স্বৰ্গ সুখ ভোগ কৰিছিলা ।।
বিধিৰ নিৰ্ব্বন্ধ কিন্তু নখণ্ডিলে তথু !
তোমাক হৰণ কৰি নিলে দশাননে–

পঠিয়াই মাৰীচক মায়া মৃগ কৰি,
আঁতৰাই দুটি ভাই বুদ্ধিৰ ছলনে ।
কত চেষ্টা কত যত্ন কৰিলে লঙ্কাত
সতীত্ব ৰতন তযু হৰিবৰ মনে,
কিন্তু কিবা সাধ্য তাৰ ! নোৱাৰিলে চুব
ৰাক্ষস কুলৰ কেতু পাপীষ্ঠ ৰাৱণে ।।
ভগ্ন মনোৰথ হই, অশোক বনত,
বন্দিনী কৰিলে, দেৱি ! তোমাক নির্দয়,
কত কান্দি সিকালত উখহালা চকু,
অকলে অকলে, তুমি বিয়াকুল হই ।।
ভাগ্যবলে কিন্তু, দেৱি ! দুখৰ কালত
পাইছিলা এটি তাত সঙ্গিনী প্ৰাণৰ,
সৰমা, সৰল প্ৰাণ বিভীষণ প্ৰিয়া
প্ৰফুল্ল পদ্মিনী, দেৱি ! ৰাক্ষস কুলৰ ।।
সৰমাৰে স'তে, দেৱি ! অশোক বনত
কটালা বহুত কাল, পাছে তযু স্বামী
সবংশে ৰাক্ষস নাশি, কৰিলে উদ্ধাৰ,
পালা তুমি পুনু স্বামী, জনক নন্দিনী !
স্বামী দেৱৰৰ স'তে আহিলা আকউ
(অগ্নি পৰীক্ষাত উঠি) অযোধ্যা পুৰত
কত আশা কৰি, (কিন্তু কান্দি উঠে প্ৰাণ !)
পুনু তযু বনবাস অদৃষ্ট দোষত ।।
প্ৰজাৰঞ্জনৰ হেতু মিছা গ্লানি ভয়ে,-
ছল কৰি স্বামী তযু কৰিলে বৰ্জন
বাল্মীকিৰ তপোবনে, - পূর্ণ গর্ভা তুমি,
পুনু হ'লা অনাথিনী বিধিৰ লিখন ।।
মুনি পত্নী সবে স'তে থাকি কত কাল
প্ৰসবিলা দুটি পুত্ৰ- লব আৰু কুশ,
যাৰ মুখে শুনি পাছে ৰামায়ণ-কথা
আনিলে তোমাক পুনু, (লাগে বৰ দুখ !)
অযোধ্যাত স্বামী তযু অগ্নিৰ পৰীক্ষা
পাতিলে আকউ, দেৱি ! লাহৰী দেহত
বাৰে বাৰে পাই দুখ, কান্দিব ধৰিলা
সুঁৱৰি বসুধা মাতৃ কৰুণ সুৰত,-
"সহিব নোৱাৰোঁ আৰু, বসুন্ধৰা আই !
"কৃপা কৰি নিয়াঁ মোক আপোন কাষত,
"জন্মাবধি বহু দুখ, - ভুগিলো লাঞ্ছনা !
"কত যে সহিম আৰু ! - নসহে প্ৰাণত !!
তোমাৰ কান্দোন শুনি দেৱী বসুমতী
সাবটি তোমাক নিলে আপোন কোলাত,
বিপদত পালা ৰক্ষা সংসাৰৰ জ্বালা-,
তাৰ পৰা আঁতৰিলা মাতৃৰ মায়াত ।।

## দৈৱকী

বসুদেৱ-প্ৰিয়া তুমি, ৰজাৰ জীয়াৰী,
দৈত্যকুল- ফুলনিৰ প্ৰফুল্ল গোলাপ ;
দুৰ্ভাগ্য বশতঃ কিন্তু ভাতৃ আপোনাৰ
নির্দেশ তোমাৰ, দেৱি ! যেন কালসাপ ।।
দহমাহ দহদিন ধৰি জঠৰত
ওপজাইছিলা তুমি সাতোটি সন্তান ;
এটি এটি কৰি কিন্তু সংহাৰিলে তযু
দুৰাচাৰ ভাতৃ, দেৱি ! নিষ্ঠুৰ নাদান !!
কোমল তিৰীৰ হিয়া, মাতৃৰ পৰাণ,
এটি সন্তানৰে শোক সহিব নোৱাৰে ;
সাতোটিৰ শোক কিন্তু সহিছিলা তুমি
বিৰলে তিয়াই বুকু চকুলো দুধাৰে ।।
বিধিৰ নির্বন্ধ, দেৱি ! অষ্টম গৰ্ভত
তোমাৰ, জনম ল'লে বৈকুণ্ঠৰ পতি,
দানৱ-দলন হেতু, বধিব কংসক
দুৰাচাৰ ভাতৃ তযু দাৰুণ দুৰ্মতি ।।
ভাগ্যৱতী তুমি, দেৱি ! পৃথিৱীত পৰি,
দেখালে তোমাক হৰি মূৰ্তি বিশ্বম্ভৰ ;
সোৱামীয়ে স'তে দুয়ো দিব্য জ্ঞান পাই,

তুতি নতি শ্ৰীকৃষ্ণক কৰিলা বিস্তৰ ।।
তাৰ পাছে, আহা, দেৱি ! কৃষ্ণৰে আজ্ঞাত,
কৃষ্ণক স্বামীয়ে তযু ৰাখি গোকুলত ,
যশোদাৰ ছোৱালীটি চুৰি কৰি আনি
হাবিয়াস কৰি দিলে তোমাৰ কোঁচত ।।
বিধাতা বিমুখ কিন্তু যিটো আশা কৰি
আনিছিলা ছোৱালীটি দেৱী যশোদাৰ,
কাঢ়ি নিলে পাছদিনা হিয়া উদঙ্গাই
বধিবৰ মনে দুষ্ট ভাতৃয়ে তোমাৰ ।।
শিলত আচাৰ মাৰি মাৰিব খোজোঁতে
যোগমায়া ৰূপ ধৰি গ'ল ছোৱালীটি,
কিবা চমৎকাৰ ৰূপ, মুনি মনোহৰ,
অপূৰ্ব বিভাৰে ভৰা, স্বৰ্গীয় জেউতি ।।
আকাশ পথৰ পৰা বুলিলে কংসক,
"দুৰাচাৰ ! শিশু হত্যা কৰিলি বিস্তৰ !
কিন্তু যিটো হন্তা তোৰ, বধিব যি তোক,
সিটো আছে এতিয়াও ঘৰত নন্দৰ ।।
দৈৱকী গৰ্ভত জন্মি, আছে গোকুলত
নৰৰূপে পুত্ৰভাৱে যশোদাৰ ঠাই ;
অশেষ চেষ্টাত তই নোৱাৰ খণ্ডাব
বিধি নিবন্ধ ! তোৰ আৰু ৰক্ষা নাই !!"
এই দৈৱবাণী শুনি আকাশ পথত
খঙ্গৰাগে ওপচালে আপোন হিয়াক ;
কি এটা আশংকা কৰি ভাতৃয়ে তোমাৰ
স্বামীয়ে সইতে কৰে বন্দিনী তোমাক !!
দিন নিশা টুকি টুকি চকুলো দুধাৰি,
লোহাৰ জিঞ্জিৰি পিন্ধি লাহৰী দেহত,
কৃষ্ণকেই ভাবি ভাবি, স্বামীয়ে সহিতে
নিয়ালা বহুত দিন বন্দীৰ শালত ।।
"ব্ৰজলীলা" সঙ্গ কৰি, যেতিয়া মুৰাৰি,
কৰিব 'মথুৰালীলা' আহিলে মথুৰা,
কংসক বিনাশ কৰি, কৰিলে উদ্ধাৰ ।
তোমা-দুয়োটিকে, দেৱি ! শ্ৰীকৃষ্ণক পাই
আকউ, সকলো দুখ পাহৰিলা তুমি ;
বহুত দিনৰ পাই পাছত সোণক
টুকিছিলা টোপাটোপে মাথোঁ চকুপানী !!

## যশোদা

অপুত্ৰকা, দেৱি ! তুমি আছিলা যেতিয়া
বন্ধ্যা বুলি নিন্দিছিলে সবে গোকুলত
কত পূজা, কত সেৱা, কত হোম কৰি
আৰাধনা দেৱতাক পুত্ৰ হেঁপাহত ।।
পূৰ্ব পূণ্য ফলে কিম্বা আৰাধনা বলে
পুত্ৰ ৰূপে পালা কৃষ্ণ আপোন কোলাত
তুমি জানিছিলা মাথোঁ, যি আনন্দ পালা
শ্ৰীকৃষ্ণক পুত্ৰ পাই আতুৰ হিয়াত ।।
পৰ-পুত্ৰ কৃষ্ণ, কিন্তু নাজানিলা তুমি,
পূৰ্ণ অৱতাৰ হৰি তুমি নিচিনিলা,
আপোনাৰ পুত্ৰ ভাবি, কত যতনত
বাৎসল্য স্নেহত তুমি কৃষ্ণক তুলিলা ।।
অপুত্ৰৰ পুত্ৰ কৃষ্ণ, মণি সাপিনীৰ,
দীন দৰিদ্ৰৰ ধন, লাখুটি কণাৰ,
কত আদৰৰে তুমি পালিলা কৃষ্ণক
আলাসৰ লাডু প্ৰাণ প্ৰাণৰো তোমাৰ ।।
শ্ৰীদাম সুদাম আৰু বলৰামে সতে
যেতিয়া তোমাৰ কৃষ্ণে গৰু লই যায়,
সন্ধ্যা হ'লে মনে মনে কত চিন্তা কৰি
একে থিৰে তথা লাগি থাকা বাট চাই ।।
চকুৰ আঁতৰ হ'লে কানাই তোমাৰ
গোটেই সংসাৰ দেখা অন্ধকাৰময় ;
পুত্ৰৰ মঙ্গলহেতু কত পূজা দিয়া
ভক্তিভাবে স'তে, ৰাণী ! মন্দিৰত গই ।।
কত তুতি নতি কৰি কালী মন্দিৰত

ভক্তিভাবে কোৱা, "আই ! কলুষনাশিনী !
কৃপা কৰি কৰা দূৰ কৃষ্ণৰ বিপদ
অৰণ্যত কৰা ৰক্ষা, মহিষ মৰ্দ্দিণী ।।
কানাইৰ পৰা ননী ৰাখিব নোৱাৰি
লুকাই ঘৰত, যেৱে গোকুলৰ নাৰী
গালি পাৰে, শাও দিয়ে, যি আহে মুখত,
মাতৃৰ পৰাণ ! তুমি সহিব নোৱাৰি
বিনয় বচনে কোৱাঁ ব্ৰজ গোপিনীক
"কানাই কি মোৰে ল'ৰা ? তোমাৰ নহয় ?
জনমালো ময়ে বুলি, কৃষ্ণ কি মোৰেই ?
কিয় দিলা শাও ? দয়া নোহে কৃষ্ণলই ?
পুত্ৰৰ কাৰণে সহি, কোমল প্ৰাণত
ব্ৰজ গোপিনীৰ বহু গালি অপমান,
সামান্য মানৱ ভাবি কৃষ্ণক তোমাৰ,
কৰিছিলা বহু, দেৱি ! নিষ্ঠুৰ বাখান ।।
বান্ধিছিলা শ্ৰীকৃষ্ণক, শাস্তি কৰিছিলা,
ভকত বৎসল হৰি, সহিলা প্ৰাণত,
মাতৃৰ মায়াত ভুলি, গোকুল লীলাৰ
ৰাখিব' অমূল্য কীৰ্তি এই জগতত ।।
ধন্য ধন্য তুমি, দেৱি ! বখানো তোমাক,
সাধনা তোমাৰ ধন্য, বৈকুণ্ঠৰ পতি
তোমাৰ মায়াত ভুলি গোকুল মাজত
সামান্য মানৱ-সম সহিছিল শাস্তি ।।
তাৰ পাছে আহা, দেৱি ! অক্ৰূৰে যেতিয়া
মথুৰাত লই যায় কৃষ্ণক তোমাৰ
পুত্ৰৰ বিৰহ ভাবি, – বলিয়ানী হই
কান্দিছিলা টুকি কত চকুলো দুধাৰ ।।
তোমাৰ কান্দোন দেখি, কান্দিছিলে সবে,
যমুনাৰ কুলকুল্ তধা লাগিছিল,
দিনতে এন্ধাৰ তুমি দেখিছিলা ৰাণী
দুয়োটি চকুৰে পানী ধাৰে বইছিল ।।
নাজানো, যশোদা দেৱি ! সিচকুৰ পানী
গ'ল কি নগ'ল মাৰ থাকোতে জীয়াই, –
হৃদয়ত শান্তি তুমি পালা কি নাপালা
জীয়ন্তত, পৰাণৰ কৃষ্ণ হেৰুৱাই ।।
পালা কি নাপালা শান্তি, গ'ল কি নগ'ল
চকুৰ চকুলো মাৰ,– চকুত তোমাৰ
অতি ভাগ্যৱতী তুমি, – সাধনাৰ বলে
পাইছিলা পুত্ৰৰূপে পতি কমলাৰ ।।
পঢ়িছোঁ কাব্যত বহু চিত্ৰ জননীৰ,
পুৰাণত বহু চিত্ৰ মাক পুতেকৰ,
নাই পোৱা কিন্তু ক'তো কাণে শুনা নাই
তোমাৰ নিচিনা ছবি বাৎসল্য স্নেহৰ ।

## ৰোহিণী

ৰামৰূপে অৱতাৰ ধৰোতে শ্ৰীহৰি
অযোধ্যাৰ কৌশল্যাৰ জনমি গৰ্ভত,
সুমিত্ৰা নন্দনে স'তে লই বৈদেহীক,
পিতৃ আজ্ঞামতে ভ্ৰমি ফুৰিলা বনত ।।
কত যত্নে কত দুখে সুমিত্ৰা নন্দনে
অৰণ্যত পিতৃ সম সেবিলা ৰামক,
দয়াৰ সাগৰ ৰাম, তুষ্ট হই মনে,
সিকালত এই বৰ দিলা লক্ষ্মণক ।।
জ্যেষ্ঠ ভাতৃ সম তুমি পালিলা আমাক
কতযে যতন কৰি এই অৰণ্যত,
প্ৰতিদান তাৰ, ভাই ! কি দিম তোমাক ?
সুজিব নোৱাৰোঁ ঋণ এই জনমত ।।
ইয়াৰ পাছত কিন্তু দ্বাপৰ যুগত
পৃথিৱীত কৃষ্ণ ৰূপে হ'ম অৱতাৰ ;
সিকালত তুমি, ভাই ! জ্যেষ্ঠ হবা মোৰ
কৃষ্ণ নামে হম মই কনিষ্ঠ তোমাৰ ।।
যেনেকৈ আজি তুমি সেবিলা আমাক,

দ্বাপৰত তেনৈকে তোমাক সেৱিম,
একেলগে দুয়োটিয়ে যমুনা তীৰত
ব্ৰজ গোপালেৰে স'তে ৰঙ্গে উমলিম ।।'
পূৰ্ব জনমৰ পুণ্য আছিলে তোমাৰ ।।
ত্ৰেতাৰ লক্ষ্মণে, দেৱি ! ল'লেহি জনম
তোমাৰ গৰ্ভত আহি বলৰাম ৰূপে,
সাৰ্থক জনম তয়ু, সাৰ্থক জীৱন ।।
কৃষ্ণ অগতিৰ গতি, বিষ্ণু অৱতাৰ
তাৰে এক কলা তয়ু পুত্ৰ বলৰাম,
অতি ভাগ্যৱতী তুমি, দেৱি স্বৰূপিনী
তোমাৰ পাৱত কবি কৰিছে প্ৰণাম ।।
কিন্তু জানো কি কাৰণে বুজিব নোৱাৰোঁ,
ভাৰতীয় কবি সবে পুৰণি কালৰ
নাকিলে তোমাৰ চিত্ৰ (কাহিনী নিৰ্ম্মল)
পূৰ্ণ ভাবে, – নেদেখালে ছবি মনোহৰ ।।
আভাস মাথোন আঁকি আভা দেখুৱালে,
বিজুলী ৰেখাৰ দৰে খন্তেক দেখিলো
বাজিছিলে জানো, কত অপূৰ্ব জেউতি
তোমাৰ চিত্ৰত, দেৱি ! একো নুবুজিলো ।।

## সুভদ্ৰা

যদুকুল কন্যা তুমি, বসুদেৱ সুতা,
লাঙ্গলি, কৃষ্ণৰ তুমি স্নেহৰ ভনীটি,
বিষ্ণুতেজ বিৰাজিত দেহাত তোমাৰ,
পাৱত তোমাৰ কবি কৰিছে প্ৰণতি ।।
বেদব্যাস মুখে, দেৱি ! (কাব্য ৰূপী মুখে)
অপূৰ্ব আখ্যান তয়ু কৰিছোঁ শ্ৰৱণ ।
দ্বাপৰ যুগত, সেই প্ৰভাত তীৰত
অৰ্জুনৰ প্ৰাণ মন কৰিলা হৰণ ।।
মোহিণী ৰূপত মুহি অৰ্জুনে যেতিয়া
তোমাক হাতত ধৰি তুলিলে ৰথত ;
কোৰোধত অন্ধ হই যাদৱৰ সেনা
ধনুশৰ লই সৱে আহিলা যুদ্ধত ।।
সিকালত তুমি, দেৱি ! পাৰ্থৰ সাৰথি,
বিজুলী সঞ্চাৰে ৰথ কত যে চলালা,
বীৰাঙ্গনা ৰূপ ধৰি, যাদৱ সেনাৰে
অৰ্জুনক তুমি সেই যুদ্ধ কৰোৱালা ।।
নহলাহেঁতেন যদি সাৰথি পাৰ্থৰ,
নিদিলা তোমাৰ যদি সাহস পাৰ্থক,
নোৱাৰিলে হয় জানো লভিব তোমাক
সমৰত হৰুৱাই যাদৱ সৱক ।।
বীৰাঙ্গনা তুমি, দেৱি ! বীৰৰ জননী
ভুবন বিখ্যাত তয়ু অভিমন্যু ধন,
ষোল বছৰতে যিটো ব্যূহ ভেদ কৰি
মহাৰথী সপ্তৰথী স'তে কৰি ৰণ,
তিয়াগিলে মৰ্ত্যলোক, নশ্বৰ জীৱন,–
ভাৰতৰ ৰাখি কীৰ্তি, অমূল্য মৰ্ত্যত,
বীৰৰ জননী তুমি নকৰিলা শোক
নটুকিলা চকুপানী পুত্ৰৰ শোকত ।।
পাণ্ডৱৰ ঘৰে ঘৰে অভিমন্যু-শোকে,
চকুপানী টুকি টুকি সবে কান্দিছিলা,
পুত্ৰৰ অতুল কীৰ্তি শুনি সমৰত
তুমি কিন্তু বীৰমাতা আনন্দ লভিলা ।।
অতি জ্ঞানৱতী তুমি, দীক্ষিতা ধৰ্মত,–
ভাগৱত ধৰ্মতত্ত্ব তুমি বুজিছিলা ;
শত্ৰু মিত্ৰ ভিন-পৰ নাছিল তোমাৰ
সকলোকে সমভাব তুমি কৰিছিলা ।।
ঘোৰ যুদ্ধ, কুৰুক্ষেত্ৰ, সেই সমৰত
অকালত যত যোদ্ধা পৰাণ ত্যাজিলা,–
সকলোকে সমভাবে, মাতৃৰ নিচিনা–
অন্তিমত চেনেহৰে শুশ্ৰূষা কৰিলা ।।
জানিছিলা তুমি, দেৱি ! বিপক্ষৰো প্ৰাণ
একে প্ৰাণ, পঞ্চভূতে সকলো গঠিত ।

শত্ৰু-মিত্ৰ, পতি-পুত্ৰ, সকলো সমান,–
ভিন পৰ, একো ভিন নাই পৃথিৱীত ।।
কুৰুক্ষেত্ৰ সমৰত-সাধিলা যি ব্ৰত,
আহতক সেৱা কৰি অন্তিম কালত,–
যি চিত্ৰ দেখালা তুমি, পবিত্ৰ নিৰ্মল,–
ৰাখিলা যে কীৰ্তিস্তম্ভ, ভাৰত মাজত,
জানো, – দেৱি ! সেই কীৰ্তি সেই ব্ৰত ফলে,
ৰাখিছে তোমাৰ সেই প্ৰতিমা উজ্বল
শ্ৰীক্ষেত্ৰত আজিল'কে, কৃষ্ণ বলৰামে স'তে
উদ্ধাৰিছা মানৱক কৰি মুক্ত দান,
দেখাই মোহিনী মূৰ্তি পবিত্ৰ নিৰ্মল ।।

## উত্তৰা

কুৰুক্ষেত্ৰ পুণ্য ঠাই আজি যে শ্মশান প্ৰায়
জ্বলিছে চিতাৰ জুই উজ্জ্বলি গগন,
সাদৰে অভিক জানো দিব আলিঙ্গন ।।
সপ্তৰথী স'তে ৰণ কৰি বীৰ অগণন
ষোল বছৰতে ৰাখি কীৰ্তি অতুলন,
নৰ দেহা এৰি স্বৰ্গে কৰিলে গমন ।।
বহু ক্লেশ শৰীৰত পাই বীৰ সমৰত
শেহত চিতাত সঁপি দেহাটি নশ্বৰ
চিৰশান্তি সুখ আজি লভিছে স্বৰ্গৰ ।।
এনুৱা কালত, হাঁয় ! কোন উন্মাদিনী প্ৰায় ?
কোন তুমি শ্মশানত মেলি চুলি-তাৰি ?
কি লাগে তোমাক ? কিয় আউলী বাউলী ?
তুমি কি বিৰাট-কন্যা ? যাৰ জনমত ধন্যা
বিৰাট ৰাজ মহিষী সুদেষ্ণা-জীৱন ?
তুমি কি উত্তৰা ? দেৱী সুভদ্ৰাৰ ধন ?
তুমি কি অভিৰ প্ৰাণ ? তুমি কি অভিৰ জ্ঞান !
তুমি কি অভিৰ সেই জীৱন-সঙ্গিনী ?
সৰলতা-সনা ছবি সতত ৰঙ্গিণী ?
তুমি কি সঁচা উত্তৰা ? নিতউ যি হাঁহি ভৰা ?
শোক বিষাদৰ ছঁয়া যি চিনি নাপায় ?
তুমি নে উত্তৰা যাৰ হৰিষ সদায় ?
তুমি নে উত্তৰা সেই ? কৰিছিলে শিক্ষা যেই
গীত বাদ্য অধ্যয়ন অৰ্জুনৰ ঠাই
(বৃহন্নলা ৰূপে যৱে আছিলে লুকাই) ?
যৱে কুৰু সেনা স'তে উত্তৰৰ যুদ্ধ ঘটে
বৃহন্নলা যায় ৰথে সাৰথি ৰূপেৰে,–
তুমি কি নোহোৱা তেওঁ ? ক'লে যি সাদৰে,–
"দৰাকনিয়া"ৰে স'তে খেলিম ছোৱালী হঁতে,
"আনি দিবা, বৃহন্নলা ! বিবিধ বসন
কৌৰৱ-সেনাৰ গাৰ, জয় কৰি ৰণ ।।"
নোহোৱা কি তুমি সোণ ! ভোমোৰাৰ গুণ্ গুণ্
বাসন্তী কুলিৰ কুউ মলয়াৰ বা-ই
যাৰ চাৰুফালে কালি আছিলে শুৱাই ?
তুমি কি নোহোৱা, আই ! কালি বীণাখনি বাই,
কোকিলৰ মধুময় সুৰত মিলাই
গালা যি মধুৰ গীত পৰাণ ভৰাই ?
পিন্ধি যুদ্ধ সাজ-পাৰ মণিমুক্তা অলঙ্কাৰ
অভিয়ে যেতিয়া আহি মাগিলে বিদায়,
তুমি কি উত্তৰা সেই ? যি বুলিলে চাই,–
মৃদু মিচিকিয়া হাঁহি (শুৱনী গোলাপ পাহি)
"প্ৰাণ নাথ ! আজি মোৰ ল'ৰাটিৰ বিয়া,–
কাতৰে মাতিছোঁ আজি যুদ্ধ এৰি দিয়া ।।"
এই বুলি পাছে তুমি নাই নেকি দিয়া আনি
হাঁহি হাঁহি পুতলিটি স্বামীৰ হাতত ?
কত ৰঙ্গে চুমা খাই লাহৰী গালত ?
খিল খিল কৰে হাঁহি তুলিলৈ পুতলিটি
অভিয়ে কি হাঁহি হাঁহি কোৱা নাইকিয়া
"নউ পাওঁতেই ল'ৰা পোৱাঁতী কেতিয়া ?"
অভিৰ কথাটি শুনি থঙমুৱাকৈ তুমি
তুমি নেকি ভালে পৰ বোঁহ পতা নাই ?
নমতা- নোবোলা হই, মুখ ওফোন্দাই ?

তাৰ পাছে অভিয়েকি নিৰুপায় যেন দেখি
'মান ভঞ্জন'ৰ খেলা তাত খেলা নাই ?
নাই হঁহা নেকি তুমি খিল্ খিল্- আই ?
তুমি কি উত্তৰা তেনে ? কিয় দশা আজি এনে
সেই হাঁহি, সেই বীণা ক'ত পাহৰিলা ?
আদৰৰ "দৰাকন্যা" ক'তনো ৰাখিলা
সুন্দৰ লাৱণ্য মূৰ্তি পৰে কিয় ভূমি লুটি ?
হাঁহিৰ নামেৰে লেখো কিয় মুখে নাই ?
কিয় উন্মাদিনী আজি ? কিয় কান্দা,- আই ?
দেৱী সুভদ্ৰাৰ প্ৰাণ বিৰাট কন্যাৰ ধ্যান
অৰ্জুনৰ প্ৰিয় পুত্ৰ ভাগিনা কৃষ্ণৰ
গইছে স্বৰ্গত, তেজি দেহা মানৱৰ ॥
সেই শোকতেকি তুমি স্বামীৰ শোকত কান্দি
আউলী বাউলী হই, হলা হত জ্ঞান
সহিব নোৱাৰি তুমি,- কোমল পৰাণ ?
* * * * *

দপ্ দপ্ দপ্ কই জ্বলিলে চিতাৰ জুই,
অভিৰ দেহাটি লই কোলাখনি ভৰি,
কুৰুক্ষেত্ৰ শ্মশানৰ অন্ধকাৰ হৰি ॥
পাছে ধীৰে ধীৰে উঠি কৰি বহু তুতি-নাতি
সাতবাৰ প্ৰদক্ষিণ কৰি অগনিক
বুলিলা, উত্তৰা !- "কৃপা কৰিবা দাসীক
স্বামী-সহবাস-সুখ নঘটিলে ভাগ্যে মোৰ,
ছমাহ মাথোন দেখা স্বামীৰ লগত,
মন-আশা, ভালপোৱা থাকিলে মনত !!
কৃপা কৰি, দেৱ ! মোক অন্তিমত দিবা সুখ,
স্বামীৰ লগত যাওঁ নেদেখা ৰাজ্যত
নঘটে বিচ্ছেদ য'ত স্বামীৰ লগত ।।"
কিন্তু এনে সময়ত দৈৱবাণী আকাশত
"ক্ষান্ত হোৱাঁ সতি ! তুমি, শান্ত কৰা প্ৰাণ ;
তোমাৰ গৰ্ভত আছে অভিৰ সন্তান ।।
আধা ফুলা ঢোপাকলি অকালে নানিবা তুলি
নকৰিবা শিশু বধ অগনি কুণ্ডত ;
ক্ষান্ত হোৱাঁ, - যোৱা সতি ! উলটি ঘৰত ।।
এই দৈৱবাণী শুনি, কি ভাব মনতে গুণি
দীঘল দুখৰ এটি হুমুনীয়া কাঢ়ি,-
নিৰাশ প্ৰাণেৰে তুমি আহিলা সুন্দৰী !

## সাৱিত্ৰী

মদ্ৰৰাজ-কন্যা তুমি সাৱিত্ৰী সুন্দৰি !
ৰমণী কুলৰ ৰত্ন তুমি জগতত,
বন-ফুল তুলি তুলি, সখী সবে স'তে
ফুৰিছিলা যৱে তুমি অৰণ্য মাজত,
মুনি-পুত্ৰ সবে স'তে ৰঙ্গে-খেলি-ফুৰা
দেখিলা চকুৰে এটি ৰজাৰ কুমাৰ
(অৱন্তীৰ ৰাজ পুত্ৰ নাম সত্যবান)
মুহিলে সি ৰূপ দেখি অন্তৰ তোমাৰ ।।
মনে মনে কুমাৰক সোৱামী বৰিলা,
তেতিক্ষণে, দেৱি ! তুমি আহিলা ঘৰত,-
হৃদয়ৰ বেগ কিন্তু ঢাকিব নোৱাৰি,
সকলোটি দিলা কই মাতৃৰ আগত ।।
পিতৃয়ে তোমাৰ কিন্তু হই অসন্মত,
তোমাক বুজালে কত,- কত বাধা দিলে,
কিন্তু, দেৱি ! সতী তুমি, নামানিলা
অন্তৰৰ ভাব তযু আৰু নুঘুৰিলে ।।
দেৱৰ্ষি নাৰদে আহি কতনো বুলিলে,
"অন্য এজনক বৰা সোৱামী, সুন্দৰি !
অল্পায়ু সি সত্যবান, হলে বছেৰেক,
কৃতান্তৰ দূতে তাৰ প্ৰাণ নিব হৰি ।।"
"যি বুলিলা, মুনিৰাজ !" বুলিলা সুন্দৰি !-
"হব পাৰে মুনি বাক্য নহ'ব বিফল ;
মনে মনে কিন্তু স্বামী বৰিলো তেওঁক
থাপিলো হিয়াত সেই মূৰ্তি নিৰমল ।।

তেওঁকেই স্বামী ভাবি পূজিছোঁ মনত,
তেওঁৰ পাৱত মন কৰিছোঁ অৰ্পণ
জীৱনে মৰণে মোৰ তেওঁৱেই স্বামী,-
কি ৰূপে ভুলিম ? মোৰ তিৰোতাৰ মন ।।
বৈধব্য যন্ত্ৰণা যদি আছে কপালত
কি কৰি খণ্ডাম ? প্ৰভু, লাগিব ভুগিব,
অনিত্য সংসাৰ এই, অনিত্য জীৱন,
জগতত সকলোটি এদিন মৰিব ।।
শৰীৰৰ লগে লগে জন্ম মৰণৰ,
আজি নোহে কালি কিম্বা এশ বছৰত !
অসাৰ সংসাৰ মাজে, ধৰ্ম মাথোঁ সাৰ,
ধৰ্ম ভুলি, কিয় মন দিম অধৰ্মত ।।
সুখৰ, নকৰো আশা জীম কত কাল ?
নশ্বৰ মানৱ দেহা, কৃতান্তে নাশিব
অন্য এজনক ভজি, অধৰ্ম কৰিলে,-
জগতত চিৰকাল কলঙ্ক থাকিব ।।"
নোৱাৰি ঘূৰাব মন, সাৱিত্ৰী ! তোমাৰ,
সত্যবানে সতে বিয়া দিলে অশ্বপতি ;
স্বামীৰ লগত তুমি গ'লা তপোবনে,
আশা পূৰ্ণ হ'ল, তযু হ'লা হৃষ্টমতি ।।
দেখোঁতে দেখোঁতে হ'ল পূৰ্ণ এবছৰ,
চতুৰ্দ্দশী তিথি দিনা গধূলি সময় ;
ফল মূল হেতু গ'ল সোৱামী তোমাৰ
অৰণ্য মাজত, দেৱি ! তোমাক নকই ।।
স্বামীৰ ভৱিষ্য দশা (দেৱৰ্ষিয়ে কোৱা)
বিয়াকুল হ'লা তুমি সুঁৱৰি মনত,
নুশুনি নামানি বাধা শাহু-শহুৰৰ
স্বামীক বিচাৰি তুমি গ'লা অৰণ্যত ।।
স্বামীক পাই পাছে তোমা দুয়োটিয়ে
অৰণ্যৰ ফলমূল লইছিলা তুলি,-
হৃদয়ৰ ভাব একো নকলা স্বামীক,
স্বামীৰ মনত কিবা শঙ্কা জন্মে বুলি ।।

কিন্তু কি মচিব পাৰি কপালৰ লিখা ?
অন্তিম সময় আহি হ'ল উপস্থিত
স্বামীৰ তোমাৰ, দেৱি ! দেখোঁতে দেখোঁতে
শোক বেজাৰত তুমি হ'লা জৰ্জ্জৰিত ।।
কোলাত স্বামীৰ তুমি মৃত দেহা লই
অকলে অকলে কান্দি আছিলা বনত,-
কৃতান্তৰ দূতে আহি আছিলে লুকাই,
চাপিব নোৱাৰি, তযু সতীত্ব তেজত ।।
তাৰ পাছে ধৰ্মৰাজ, আপুনি আহিলা,
সাদৰি তোমাক, দেৱি ! বুলিব ধৰিলে,
"কাল পূৰ্ণ হ'ল, সতী ! স্বামীৰ তোমাৰ,-
নিওঁ মই আত্মা তাৰ, তুমি আজ্ঞা দিলে ।।"
কৃতান্তৰ কথা শুনি ক'লা তুমি সতী !
বিধিৰ নিবন্ধ, প্ৰভু ! খণ্ডন নহয়,
সোৱামীৰ কাল পূৰ্ণ, লই যোৱা তুমি,
যেনে ইচ্ছা, কিবা সাধ্য বাধা দিওঁ মই ।।
অসাৰ সংসাৰ, প্ৰভু ! মায়াৰ জালত
বান্ধ খাই মাথোঁ আমি 'মোৰ মোৰ' কওঁ ।
কোন তাৰ স্বামী, হায় ? কাৰ পুত্ৰ কোন ?
সংসাৰত আমি কোনো কাৰোৱে নহওঁ ।।"
এই বুলি, দেবি ! তুমি সোৱামীৰ দেহা
আপোন কোলাৰ পৰা ৰাখিলা নমাই ;
আহিলে কৃতান্ত চাপি, বায়ুময় প্ৰাণ
স্বামীৰ দেহাৰপৰা নিলে উলিয়াই ।।
আগত কৃতান্ত যায়, লই স্বামী প্ৰাণ,
পাছে পাছে যোৱা তুমি ব্যাকুল মনত ।
দেখি ধৰ্মৰাজে দেৱি ! বুলিলে তোমাক,
"কিয় আহাঁ ? যোৱা সতী ! উলটি ঘৰত ।।'
বিনয় বচনে তুমি বুলিব ধৰিলা,-
"জগতৰ প্ৰাণী ঘূৰে মায়াৰ পাকত !
অসাৰ সংসাৰ মোৰ কি সতেৰে যাওঁ
আকউ উলটি, প্ৰভু ! মায়াৰ কাষত ।।

সোৱামীৰ আয়ু শেষ, লই যোৱাঁ তুমি,
সি বুলি নকৰোঁ মই মনত বেজাৰ,
জন্মিলে মৰিব লাগে, জানে সকলোৱে,
কপালত মৃত্যু লেখা আছে বিধতাৰ ।।
কিন্তু মায়া মোহে ভৰা সংসাৰৰ ছবি
চকুত নালাগে ভাল আৰু সাৱিত্ৰীৰ
সিকাৰণে, প্ৰভু ! সেই সংসাৰৰ ফালে
নোখোজে উলটি যাব মনে দুৰ্ভাগীৰ ।।'
পৰিতুষ্ট হই, দেৱি ! ক'লে কৃতান্তই
তোমাৰ মুখত শুনি এনুৱা বচন,
"ধন্য ধন্য তুমি, সতী ! জননী তোমাৰ,
জন্মালে যি তোমাহেন ৰমণী ৰতন ।।
সৰ্ব গুণৱতী তুমি, সতী । পতিব্ৰতা,
বিৰাজে পবিত্ৰ জ্ঞান তযু অন্তৰত,—
সোৱামীত বাজে তুমি মাগি লোৱাঁ বৰ,
যেনে ইচ্ছা হয়, সতী ! মোৰ ওচৰত ।।"
কৰযোৰ কৰি তুমি বুলিব ধৰিলা,—
"দয়া যদি উপজিছে তোমাৰ মনত,
ৰাজ্য ভ্ৰষ্ট ৰাজা, (প্ৰভু ! শহুৰ দাসীৰ)
ৰাজ্য লাভ হয় যেন তোমাৰ বৰত ।।'
"তথাস্তু" বুলিলা দেৱ সন্তোষ মনত,—
কৰযুৰি ক'লা পুনু (কৃতান্ত ঘূৰিলে)
"আজন্ম আহিছোঁ শুনি পণ্ডিতৰ মুখে,
কৰ্ম বন্ধ পায় নাশ তোমাক দেখিলে ।।
দেখি, প্ৰভু ! তযু পদ কৰ্ম বন্ধমোৰ
কিয়নো নাপালে নাশ ? বিধাতা বিমুখ,—
জানিলো দাসীৰ প্ৰতি ঃ— সংসাৰ মাজত
অতি দুৰ্ভাগিনী মই, নাই মোৰ সুখ ।।"
আকউ কৃতান্তে বীৰে বুলিলে তোমাক,—
"আৰু বৰ লোৱা, সতী ! যি বাঞ্ছা মনত ;
স্বামীৰ প্ৰাণত বাজে ঃ— পতিব্ৰতা সতী
ভাৰত ৰমণী ৰত্ন তুমি জগতত ।।"

বিনয় বচনে তুমি বুলিলা আকউ,
"যদি বৰ দিবা, প্ৰভু ! হই তুষ্ট মন,
মহাৰাজা দ্যুমৎসেন দাসীৰ শহুৰ,
চিৰ অন্ধ, লাভ যেন হয় দুনয়ন ।।
'তথাস্তু' বুলিলা দেৱ, পুনু ক'লা তুমি
"সংসাৰ সুখৰ বাঞ্ছা নকৰোঁ মনত,—
মিছা পতি, মিছা পুত্ৰ, মিছা প্ৰিয়জন
অনিত্য সংসাৰ, প্ৰভু ! অনিত্য জগত ।।
ধৰ্মে যেন থাকে মতি জীৱনে মৰণে,
অধৰ্ম পথত যেন নকৰোঁ ভ্ৰমণ
ইয়াকে প্ৰাৰ্থনা কৰোঁ, দিয়া আশীৰ্বাদ ;
মাতিছোঁ কাতৰে, প্ৰভু ! ধৰি শ্ৰীচৰণ ।।"
এনুৱা বচন শুনি, — ধৰ্ম কথা, — দেৱি !
কৃতান্তে তোমাক পুনু বুলিব ধৰিলা—
বখানো তোমাক সতী ! এই বয়সত
ধৰ্মৰ পৱিত্ৰ তত্ব কি ৰূপে বুজিলা ?
ধন্য ধন্য, সতী ! তুমি, ধন্য মাতৃ তযু
পৱিত্ৰ গৰ্ভত যাৰ জনমিলা তুমি,
ধন্য তযু ধৰ্ম ভাৱ ধন্য তযু জ্ঞান
ৰমণী কুলৰ তুমি গৌৰৱৰ ভূমি ॥
অতি তুষ্ট হ'লো মই, আৰু লোৱা বৰ
স্বামীৰ প্ৰাণত বাজে, যেনে ইচ্ছা হয় ।"
কাতৰে বুলিলা তুমি, "যদি কৃপা কৰি
দিবা প্ৰভু ! বৰ মোক, তুমি কৃপাময়,—
পিতা মোৰ অপুত্ৰক, তোমাৰ বৰত
হয় যেন পুত্ৰ লাভ ।" 'তথাস্তু' বুলিলা
সন্তোষ মনেৰে ৰবি পুত্ৰ ধৰ্মৰাজ,—
পুনু তুমি ধীৰে ধীৰে বুলিব ধৰিলা ঃ—
"অসাৰ সংসাৰ, প্ৰভু ! মায়া মোহে ভৰা
জগতৰ নৰ নাৰী মায়াৰ মোহত
মুগ্ধ হই, সংসাৰক চিনিব নোৱাৰি,
কত ক্লেশ, কত দুখ পায় জীৱনত ।।

সেয়েতো সংসাৰ, প্ৰভু ? মায়াৰ বন্ধন ?
অন্তৰে নোখোজে যাব উলটি ঘৰত ;
তযু পাদপদ্ম দেৱ ! চিৰ শান্তি দাতা,–
খন্তেক থাকিব দিয়াঁ ধৰিছোঁ পাৱত ।।"
"চৰিত্ৰ তোমাৰ, দেখি" ক'লে ধৰ্মৰাজ,–
"অতি তুষ্ট হ'লো, সতি ! দিলো আশীৰ্বাদ
সুযশ তোমাৰ খ্যাত হব জগতত,
অক্ষয় তোমাৰ কীৰ্তি, পবিত্ৰ প্ৰবাদ ।।
আৰু বৰ লোৱা, সতী ! সোৱামীত বাজে
যি বাঞ্ছা তোমাৰ ।" তুমি ক'লা কৰযুৰি,
"শত পুত্ৰ হোক মোৰ তোমাৰ বৰত ।"
"তথাস্তু" বুলিলা, দেৱি ! কৃতান্তে সাদৰি
কৃতান্তে দি চাৰি বৰ তোমাক সুন্দৰি !
তোমাৰ স্বামীক লই আগে আগে যায়,
যোৱা তুমি পাছে পাছে নীৰৱে নীৰলে,
কি ভাব মনত ভাবি, স্বামী লই চাই ।।
"কিয় আহাঁ পাছে পাছে ?" ক'লে কৃতান্তই,
ঘৰৈলে যোৱা তুমি আকউ উলটি ;
অতদূৰ কিয় তুমি আহিলা মিছাতে ?
নোপোৱা স্বামীক আৰু মৰতত, সতি !
কৃতান্তৰ পদযুগ ধৰি দুই হাতে
বিনয় বচনে ধৰিলা বুলিব'–
"অখণ্ড তোমাৰ বাক্য, তোমাৰ বৰত
শত পুত্ৰ সাৱিত্ৰীৰ নিশ্চয় জন্মিব ।।
কিন্তু যদি আজি তুমি নিয়া সোৱামীক, –
কিৰূপে তোমাৰ প্ৰভু ! বাক্য পূৰ্ণ হ'ব ?
অখণ্ড তোমাৰ বাক্য যদি বৃথা হয়,
মৰ্ত্যত তোমাৰ নৰে দুৰনাম ক'ব ।।"
তোমাৰ মুখত শুনি এনুৱা বচন,–
নিতান্ত লজ্জিত হই ক'লে মৃত্যু পতি,–
"ত্ৰিভুবন মাজে তুমি নাৰী অদ্বিতীয়া,
ধন্যবাদো, তুমি সতী পতিব্ৰতা, সতি !
লই যোৱা স্বামী তুমি আকউ ঘূৰাই,"
এই বুলি মৃত্যু-পতি তোমাৰ হাতত
দিলে সোৱামীক তযু, আহিলা উলটি
আপোন ঘৰত, দেৱি ! উলাহ মনত ।।
ধন্য ধন্য তুমি, দেৱি ! সুযশ তোমাৰ
অনন্ত অক্ষয় এই মৰ জগতত,
সতী অগ্ৰগণ্যা তুমি, মৃত-পতি তযু
পালে ওলোটাই প্ৰাণ তোমাৰ বলত ।।
তোমাৰ বলত, তযু সতীত্ব তেজত,–
পিতৃকুল, পতিকুল দুয়ো উদ্ধাৰিলা ;
অপুত্ৰক পিতৃ তযু পালে পুত্ৰ দান,
অন্ধ ৰজা চকু আৰু সাম্ৰাজ্য লভিলা ।।
অসম্ভৱ কাণ্ড, দেৱি ! মৰ জগতত
সতীত্বৰ বলে তুমি কৰিলা সাধন ;
জগতত নৰে গায় তোমাৰ সুযশ
পুণ্যৱতী তুমি, তযু সাৰ্থক জীৱন ।।

## অহল্যা

ব্ৰহ্মাৰ মানস-কন্যা অহল্যা সুন্দৰি !
গৌতম মুনিৰ তুমি প্ৰেয়সী প্ৰাণৰ ;
তুমি সতী পতিব্ৰতা, কিন্তু কৰ্মফলে,–
ৰূপত তোমাৰ মোহি দেৱ পুৰন্দৰ
গৌতমৰ ৰূপ ধৰি হৰিলে তোমাক,–
সতীত্ব তোমাৰ নাশ কৰিলে, সুন্দৰি ! –
স্বামীয়ে তোমাৰ পাছে, তপোবলে জানি
শাপিলে তোমাক ক্ৰোধে অবিচাৰ কৰি ।।
"যৌৱন গৰ্বত তই ধৰ্ম পথ ভুলি
সতীত্ব ধৰম তোৰ নাশিলি আপুনি
সি পাপৰ ফলে, থাক শিলা ৰূপ ধৰি
এই তপোবন মাজে,– অহল্যা পাপিনী !
আৰু যি সতীত্ব তোৰ কৰিলে হৰণ
ঐশ্বৰ্য্য গৰ্বত মাতি, – এৰি ধৰ্ম ভয়

গৰ্ব খৰ্ব হব তাৰ, – সমৰ ক্ষেত্ৰত
বিপক্ষৰ হাতে ধৰা পৰিব নিশ্চয় ।।"
কান্দি কান্দি ক'লা তুমি স্বামী পদ ধৰি,
"জানি শুনি এই পাপ মই কৰা নাই
ক্ষমা কৰা প্ৰভু ! মোক, ধৰি তয়ু ৰূপ
সতীত্ব হৰিলে ইন্দ্ৰ ছলেৰে ভুলাই ।।"
এই বুলি বহু কান্দি বুলিলা স্বামীক
তোমাৰ সুব্ৰত, পাছে, তুষ্ট হই মুনি
বুলিলে,– "আমাৰ বাক্য নহব লঙ্ঘন
অদ্যাৱধি হবা তুমি 'অহল্যা পাষাণী'
ৰাম অৱতাৰে, কিন্তু বিশ্বামিত্ৰ স'তে
পতিত পাবন ৰাম আহিব ইয়াত,–
শাপ-মুক্ত হই তুমি, পাবা নিজ ৰূপ
সিকালত ৰাম পদ পৰশি হিয়াত ।।"
সি দিনা অৱধি তুমি অহল্যা সুন্দৰি !
শিলা ৰূপে তপোবনে হৰিক ধিয়ালা
পাছে, ৰাম পদ চুমি, ভকতি মনেৰে
শাপ বিমোচন হই নিজ মূৰ্তি পালা ।।

## দ্ৰৌপদী

দ্ৰোপদ জীয়াৰী তুমি, জনম তোমাৰ
যজ্ঞৰ কুণ্ডত, কৃষ্ণ প্ৰিয় সখা তয়ু,
স্বামী পঞ্চ পাণ্ডু পুত্ৰ, ভুৱন বিখ্যাত
খ্যাতি যাৰ, যাৰ কীৰ্তি মৰ্ত্যত অতুল ।।
লক্ষ্মী স্বৰূপিনী তুমি, – দেৱ অৱতাৰ
পঞ্চ স্বামী তয়ু, দেৱি ! ধৰ্ম পুত্ৰ ৰজা
ধৰ্ম বীৰ যুধিষ্ঠিৰ পবন কুমাৰ
ভীম মূৰ্তি বৃকোদৰ, পুত্ৰ ব্যাসৰৰ
ধনঞ্জয় মৰতৰ নৰ নাৰায়ণ,
শ্ৰীকৃষ্ণৰ প্ৰিয় সখা, বীৰ মহা তেজী,
কীৰ্তি যাৰ ভাৰতৰ দিগ দিগম্বৰ ।।
অশ্বিনী কুমাৰ দুটি মাদ্ৰীৰ নন্দন
দেৱী স্বৰূপিনী দেৱী প্ৰাতঃ স্মৰণীয়া
কুন্তীৰ স্নেহৰ তুমি একেটি বোৱাৰী ;
ভাগ্যৰ দোষত কিন্তু, কান্দি উঠে হিয়া,–
জীৱনত পালা তুমি বহু অপমান ।।
বৰ দুখ লাগে, দেৱি ! – যি দিনা শকুনি
কৌৰৱৰ মন্ত্ৰণাত, কপট পাশাত,
হেৰুৱাই পাণ্ডৱক জিতিলে তোমাক,
সি দিনা তোমাৰ, আহা ! কত যে লাঞ্ছনা ।।
ৰজস্বলা তুমি, দেৱি ! কুলৰ বোৱাৰী
কত তুতি-নতি কৰি, কত কান্দি ক'লা,–
নামানিলে কিন্তু বাধা দুষ্ট দুঃশাসনে
তোমাক চুলিত ধৰি টানে সভা-মাজে ।।
কি লজ্জাৰ কথা, দেৱি ! নিৰ্লজ্জ কৌৰৱ ।
পামৰ সি দুঃশাসন লজ্জা নাই তাৰ !
কুলৰ বোৱাৰী তুমি, তাতে ৰজস্বলা,
বিবস্ত্ৰা কৰিব খোজে গুৰু জন আগে !!
নিৰুপায় হই তুমি বুলিলা বিনাই
ভীষ্ম, দ্ৰোণ কৃপ আদি গুৰু সকলক,–
তোমাৰ কান্দোন কিন্তু শুনি নুশুনিলে
নীৰৱ নিৰ্বাক হই থাকিলে সকলো ।।
কৰুণ সুৰেৰে পাছে শ্ৰীকৃষ্ণক স্মৰি
উদ্দেশে প্ৰণাম কৰি, বিনাব ধৰিলা
বীণা বিনন্দিত সুৰে, শুনি সেই ধ্বনি
ভক্তৰ অধীন হৰি উঠিলে চমকি ।।
পুষ্পক ৰথত উঠি আকাশৰ পৰা
বিবিধ বসনে, দেৱি ! আৱৰি তোমাক,
কৰিলে তোমাৰ লজ্জা ৰক্ষা নাৰায়ণ,
অগতিৰ গতি হৰি,– ভক্তৰ অধীন ।।
তাৰ পাছে, আহা দেৱি ! বৰ দুখ লাগে,
তপস্বিনী বেশে তুমি স্বামী সবে স'তে
ভ্ৰমিলা বনত দুখে দ্বাদশ বৎসৰ ;–

স্বামী পদ সেৱা কৰি অৰণ্য মাজত ।।
বিৰাট ঘৰে, দেৱি ! সৈৰিন্ধ্ৰীৰ বেশে,
দাসী ভাবে পঠিয়ালা অজ্ঞাত বৎসৰ
ৰাজ পটেশ্বৰী তুমি, কিন্তু কৰ্ম দোষে
দাসী বৃত্তি লিখা তযু আছিলে ভাগ্যত ।।
(তাৰ পাছে)
কুৰুক্ষেত্ৰ মহা যুদ্ধ, সেই নাটকৰ
দ্ৰৌপদ জীয়াৰি ! তুমি প্ৰধান নায়িকা ।
সতী পতিব্ৰতা তুমি, তোমাৰ শাপত (?)
(নেতু, যিবা অপমান, যাতনা প্ৰাণত
দিছিলে তোমাক দেৱি ! পাপীষ্ঠ কৌৰৱে
সি পাপৰ ফলে) ধ্বংস বংশ কৌৰৱৰ ঃ-
বীৰ শূন্যা বসুন্ধৰা কুৰু সমৰত ।।
যোগীন্দ্ৰ মুনীন্দ্ৰ ইন্দ্ৰ পাদ-পদ্ম যাৰ
দিন ৰাতি কৰে ধ্যান, দৰশন আলে,
তেনুৱা কৃষ্ণক তুমি ভক্তিৰ ডোলেৰে
ৰাখিছিলা বান্ধি, দেৱি ! সামান্য মানৱী
নোহোৱা, সুন্দৰি ! তুমি লক্ষ্মী স্বৰূপিনী ।।
সামান্য মানৱ আমি অতি জ্ঞান হীন
কি সাধ্য আমাৰ, দেৱি ! বৰ্ণিব তোমাৰ
অমৰ অতুল কীৰ্ত্তি ? কি কৰি চিনিম
তুমি যে কি ৰম্ব, দেৱি ? চিনিছিলে মাথোঁ
মুনি ঋষি সবে সেই প্ৰাচীন কালৰ
যাৰ আজ্ঞা অনুসৰি, আজি ভাৰতত
"পাচোঁটিৰ এটি"[১] বুলি সুমৰে তোমাক ।।

## কুন্তী

ভোজৰাজ কন্যা, কুন্তি ! ছোৱালী কালত
অতিথি সৎকাৰ ব্ৰত আচৰিলা তুমি,-
সি মহা ব্ৰতত, দেৱি ! পৰিতুষ্ট হই,
দিছিলে তোমাক দুৰ্বাসা তপসী ।।

১। পঞ্চকন্যাৰ এক কন্যা

সি মন্ত্ৰৰ বলে (কিন্তু অকুমাৰী তুমি !)
আদিত্যক কৰিছিলা মনত আহ্বান,
অখণ্ড মুনিৰ বাক্য খণ্ডন নহয়,
উপনীত হ'ল দেৱ কাষত তোমাৰ ।।
অপূৰ্ণ যৌৱনা তুমি, কন্যা অকুমাৰী
আদিত্যক দেখি ভয়ে কঁপিব ধৰিলা ঃ-
"ক্ষমা কৰা দোষ মোৰ, ধৰিছোঁ পাৱত,
নাজানি কৰিলোঁ, দেৱ ! আহ্বান তোমাক ।
এই বুলি বহু তুতি কৰিলা সূৰ্যক,-
ধীৰেৰে বুলিলা দেৱ, - "নহ'ব খণ্ডন
দুৰ্বাসাৰ বাক্য, কুন্তি ! জন্মিব নিশ্চয়
তোমাৰ গৰ্ভত এটি সন্তান আমাৰ ।।"
অকুমাৰী কালে, দেৱি ! সূৰ্য্যৰ সম্ভোগে
পূৰ্ণ গৰ্ভৱতী হই, প্ৰসবিলা এটি
সৰ্ব সুলক্ষণ পুত্ৰ, কিন্তু কলঙ্কৰ
দাৰুণ আশঙ্কা কৰি, যমুনা পানীত
উটুৱাই দিলা তুমি গোপনে ল'ৰাটি ।।
তুলিলে ৰাধাই পাই অপুত্ৰকা বুঢ়ী
অতীৱ যতন কৰি পাছে ভাৰতত
কৰ্ণবীৰ বুলি যিটো ভুবন বিখ্যাত ।
কুৰু পাণ্ডৱৰ যুদ্ধে, কুৰুপক্ষ হই
অকালে পাৰ্থৰ হাতে, ত্যজিলা জীৱন ।।
তাৰ পাছে, আহা ! দেৱি ! (পৰিছে মনত)
স্বামীৰ ঘৰত আহি, অপুত্ৰকো হই
আছিলা অনেক কাল, পুত্ৰ আশা কৰি
কৰিছিলা কত তুমি পূজা দেৱতাক ।।
স্বামী, সপত্নীয়ে স'তে তপোবনে বনে
ফুৰিছিলা তুমি, দেৱি ! যৌৱনে যোগিনী
ভক্তিভাবে পূজিছিলা ঋষি মুনি স'ৱে,
লইছিলা আশীৰ্বাদ পুত্ৰৰ কাৰণে ।।
কৰ্মবন্ধ দোষে, কিম্বা অভিশাপ ফলে

স্বামীৰ ঔৰসে পুত্ৰ ন'হলে তোমাৰ,
বংশ ৰক্ষা হেতু পাছে স্বামী আজ্ঞা মতে,
মন্ত্ৰবলে আনিছিলা কৰি আৱাহন
কৃতান্ত মাৰুতি আৰু ইন্দ্ৰ দেৱৰাজ ।।
দেব সম্ভোগত পাছে গৰ্ভৱতী হই
জনমালা তিনি পুত্ৰ ভুৱন বিখ্যাত
যুধিষ্ঠিৰ, ভীমাৰ্জুন, দেৱ অনুপম ।।
সপত্নী তোমাৰ মাদ্ৰী, কিন্তু, দেৱি । তুমি
প্ৰাণৰ ভনীটি ভাবি, অকপট মনে
মন্ত্ৰ এটি দিলা দান, সি মন্ত্ৰৰ বলে
অশ্বিনী কুমাৰ দুটি লভিলা জনম ।।
দেৱ অংশে ভাৰতত পাঁচোটি পাণ্ডৱ,
কীৰ্তি যাৰ চিৰঞ্জীৱী,অক্ষয় মৰ্ত্যত ।।
লক্ষ্মী স্বৰূপিনী কৃষ্ণা সুভদ্ৰা তোমাৰ
স্নেহৰ বোৱাৰী দুটি সৰ্ব সুলক্ষণা,
মহাবীৰ অভিমন্যু নাতিনী,- উত্তৰা
বিৰাটৰ কন্যা, দেৱি ! নাতিনী বোৱাৰী ।।
কিন্তু কৰ্ম দোষে তুমি গোটেই জীৱন
কান্দিছিলা সংসাৰৰ ভীষণ ক্ষেত্ৰত
দেখি বিষময় ফল কুৰু সমৰত
যি টুকিলো চকুপানী কৰি সমৰ্পণ
অভিমন্যু মহাৰথ কালৰ হাতত
অকালত, সেই পানী (চকুলো দুধাৰি)
হইছিলে শেষ মাথোঁ, গুচিছিলে ব'ব
অন্তিমৰ দিনা, দেৱি ! তোমাৰ চকুত ।।
সেই যেই হ'ক দেৱি ! প্ৰণামো তোমাক
ভাগ্যৱতী তুমি অতি দেৱী স্বৰূপিনী ।।
তুমিয়োতো সেই দেৱি, পুত্ৰ সবে যাৰ
ভূভাৰ সংহাৰ কৰি কুৰুক্ষেত্ৰ ৰণে
ৰাখিলে অক্ষয় কীৰ্তি অতুল মৰ্ত্যত ।
যাৰ কীৰ্তি মালা গাঁথি কাব্যৰূপী সুতে
বেদব্যাসে মহাকাব্য শ্ৰীমহাভাৰত
বিৰচিলা,- ভাৰতৰ অমৃত পুখুৰী ।।

## তাৰা

ৰাম ৰঘুবৰে স'তে মিত্ৰভাব কৰি
সুগ্ৰীৱে যেতিয়া, সতি ! কিষ্কিন্ধ্যাত গই
যুদ্ধ হেতু আহ্বানিলা স্বামীক তোমাৰ
নতুন তেজেৰে পুনু বলিয়ান হই ।।
সি কালতে তুমি, সতি ! বুলিলা বালীক
(প্ৰাণৰ স্বামীক তযু) "উঠি ৰাতিপুৱা
গধূলিৰ বাহীফুল যি দৰে পেলায়,-
সিদৰে তিয়াগি ক্ৰোধ, তুমি শান্ত হোৱা ।।
শুনা নাথ ! কথা মোৰ, ক্ষান্ত দিয়া আজি,-
সুগ্ৰীৱে সৈতে যুদ্ধ নালাগে কৰিব ঃ-
সুগ্ৰীৱ তোমাৰ ভাই, তুমি জ্যেষ্ঠ তাৰ,-
ভাতৃ বিৰোধত মাথোঁ শত্ৰুৱে হাঁহিব ।।
কি কাজ সমৰ কৰি ভাতৃয়ে সইতে ?
কিবা লাভ আছে, নাথ ! ভাতৃ বিৰোধত ?
সুগ্ৰীৱক যুৱৰাজ কৰি অভিষেক
ৰুমাক * পঠাই দিয়া স্বামীৰ কাষত ।।
নাজানো,কি হেতু নাথ ! তাৰাৰ অন্তৰ
অকস্মাতে কঁপি আজি উঠে আশঙ্কাত
সি বুলি, বিনয় কৰি বুলিছো তোমাক,-
কাজ নাই আজি, নাথ ! সমৰ সজ্জাত ।।
আৰু নাথ ! চোৱা ভাবি ; কালি সন্ধ্যা বেলা
তিষ্ঠিব নোৱাৰি তযু বীৰত্ব- তেজত
প্ৰাণ লৈ গইছিলে সুগ্ৰীৱ পলাই,-
আজি পুনু মাগে ৰণ তোমাৰ কাষত ।।
আশঙ্কা মনত এয়ে,- পাইছে সহায়
কোনো দেৱ, দানৱৰ সুগ্ৰীৱে তোমাৰ ।

---

* উমা বুলি প্ৰখ্যাত । ক'লাকৃত্তিবাসী ৰামায়ণতো উমা বুলি লিখিছে ।

সি কাৰণে কওঁ, নাথ নাযাবা যুদ্ধত,
তোমাৰ পাৱত এয়ে মিনতি তাৰাৰ ।।
আৰু নাথ ! চোৱা ভাবি, সুগ্ৰীৱ তোমাৰ
নোহে পৰ, আপোনাৰ সহোদৰ ভাই ;
যত বন্ধু, প্ৰিয় জন আছে সংসাৰত
ভাতৃৰ সমান বন্ধু জগতত নাই ।।
সুগ্ৰীৱে সইতে কৰি পুনু ভাতৃ ভাৱ,
যদি তোমাদুয়ো থাকা মিলেৰে সদায়,
তাতকৈ আৰু সুখ কিবা জগতত
আছে নাথ ? চোৱা তুমি মনকে বুজাই ।।
এইদৰে তুমি সতি ! কতনো বুলিলা,
কিন্তু নামানিলে স্বামীয়ে তোমাৰ,-
সুগ্ৰীৱে সইতে পুনু কৰি ঘোৰ ৰণ,
শ্ৰীৰামৰ শৰে পাছে ত্যজিলা সংসাৰ ।।
তাৰ পাছে গই তুমি, স্বামীৰ শোকত
আউলী-বাউলী হই, বুলিলা ৰামক,
"শুনিছে তাৰাই, প্ৰভু ! পূৰ্ণ ব্ৰহ্ম তুমি,
পূৰ্ণ অৱতাৰ হৰি পাতকী-তাৰক ।।
সত্যনিষ্ঠ, ন্যায়বান, কিন্তু কি কাৰণে
নাশিলা স্বামীক মোৰ কপট যুদ্ধত ?
তুমি যদি কৰা এনে নিন্দনীয় কাম,
তেন্তে, প্ৰভু ! ক'ত আৰু ধৰ্ম জগতত ?
ধৰ্ম অধৰ্মৰ, প্ৰভু তুমি আদি মূল,
আমি নাৰী তিৰীমতি কি ৰূপে বুজিম ?
অৱলা তিৰোতা আমি, স্বামীৰ বিহনে
অসহায়, কি ৰূপেৰে জীৱন ধৰিম ?
যি শৰেৰে, প্ৰভু ! তুমি নাশিলা স্বামীক,-
সেই শৰে কৰা বধ তাৰাৰ জীৱন ;
স্বামীৰ আশ্ৰিতা আমি, তৰুৰ বিহনে
লতাৰ নিচিনা, হ'ব তাৰাৰো পতন ।।
ইয়াকে মাথোন খাটো তোমাৰ পাৱত,-
পিতৃমাতৃ হীন পুত্ৰ, অঙ্গদ আমাৰ,
শোকত অধীৰ হৈ কৰিলে ক্ৰন্দন,
সান্ত্বনা কৰিবা প্ৰভু ! কৰুণা আধাৰ !"
এই বুলি তুমি, সতি ! ৰামৰ পাৱত
কান্দিলা বহুত পৰি ; পৰ দুখে দুখী
কোমল হৃদয় ৰাম, তোমাৰ শোকত
কান্দিলা দুখেৰে বহু, চকুপানী টুকি ।।
তাৰ পাছে আহা ! সতি ! যেতিয়া তোমাৰ ।
সোৱামীৰ মৃত দেহা নিলে শ্মশানত,
বিলাপি তুমিও গ'লা বিসৰ্জিব প্ৰাণ
প্ৰাণৰ স্বামীয়ে স'তে অগনি কুণ্ডত ।।
কমললোচন ৰাম বুলিলে তোমাক,
"ক্ষান্ত হোৱা তুমি সতি ! যোৱা ঘৰলৈ,
পতিৱ্ৰতা সাধ্বী, তুমি, আমাৰ বৰত
সংসাৰত আৰু শোক তোমাৰ নহয় ।।
মানৱ সমাজে গাব সুযশ তোমাৰ,-
পবিত্ৰ তোমাৰ নাম ঘোষিব জগতে ;
'প্ৰাতঃ স্মৰণীয়া' তুমি ৰমণী কুলৰ,-
"অনন্ত অক্ষয় যশ তোমাৰ ভাৰতে ।।"

## মন্দোদৰী

গন্ধৰ্ব জীয়াৰী তুমি, দশানন প্ৰিয়া,
পুত্ৰ তযু ইন্দ্ৰজিত দেৱৰাজ অৰি,
চেনেহৰ পুত্ৰ-বধু দেৱী অনুপমা
ময়দানৱৰ কন্যা প্ৰমীলা সুন্দৰী ।।
ৰাক্ষস কুলৰ লক্ষ্মী, পতিৱ্ৰতা সতী,
ধৰ্ম পৰায়ণা তুমি লঙ্কাৰ ঈশ্বৰী,
কুলৰ মঙ্গল অৰ্থে ভক্তিৰ ফুলেৰে
পূজিছিলা নিতে, সতি ! শঙ্কৰ শঙ্কৰী ।।
কিন্তু কিবা কুক্ষণত স্বামীয়ে তোমাৰ
লক্ষ্মী স্বৰূপিনী সীতা কৰিলে হৰণ
পঞ্চবটী বনমাজে, ছদ্ম যোগী বেশে,

বিষম ভবিষ্য-ফল নকৰি চিন্তন ।।
ধৰ্ম নিষ্ঠা তুমি, সতি ! বুলিলা স্বামীক,
"পৰস্ত্ৰী হৰণ পাপ অতি গুৰুতৰ,
বিশেষত, সতী-সীতা, লক্ষ্মী স্বৰূপিণী
পূৰ্ণ লক্ষ্মী অৱতাৰ, পূজিতা মৰ্ত্যৰ ।।
কথা শুনা, প্ৰাণনাথ ! লঙ্কাৰ ঈশ্বৰ !–
ক্ষমা মাগোঁ বৈদেহীৰ ধৰি চৰণত ;
ক্ষমাৱতী সতী সীতা, ক্ষেমিব তোমাৰ
যি কৰিলা অপৰাধ অজ্ঞান দোষত ।
লঙ্কাৰ মঙ্গল হেতু জানকী দেৱীক
ওলোটাই দিয়াঁ, নাথ । ৰামৰ কাষত ;
কমললোচন ৰাম, দয়াৰ সাগৰ
ক্ষেমিব, মাগিবা ক্ষমা ধৰি চৰণত ।।
তোমাৰ স্বামীয়ে কিন্তু একো নামানিলে,
অন্তিমত ৰোগী যেনে নাখায় ঔষধ,
অশোক বনত কৰি বন্দিনী সীতাক,
নুশুনি তোমাৰ বাধা, ঘটালে বিপদ ।।
সতী তুমি; জানিছিলা সতীত্ব কি ধন,
সি বুলি সতীত্ব তুমি ৰখালা সীতাৰ,
নতু,– অসহায় সীতা, কি কৰি ৰাখিব
ৰাৱণৰ হাতে সতী ধৰ্ম আপোনাৰ ?
তুমি সতি ! জ্ঞানৱতী নুশুনি তোমাৰ
নীতি পূৰ্ণ উপদেশ লঙ্কা নাশ পালে ;
এক লক্ষ বীৰ পুত্ৰ, চৱা লক্ষ নাতি
সমৰ ক্ষেত্ৰত প্ৰাণ ত্যজিলে অকালে !!
প্ৰাণ সম প্ৰিয় পুত্ৰ ইন্দ্ৰজিত-শোকে
কান্দিলা বহুত তুমি হই উন্মাদিনী ;
সেই শোক,– পুত্ৰ শোক নোৱাৰি ভুলিব
টুকিছিলা জীৱনত নিতে চকুপানী ।।
সবৰে পাছত হায় ! যেতিয়া তোমাৰ
সমৰত পৰি, স্বামী গ'ল স্বৰগত ;
স্বামী শোকাতুৰা তুমি, বহু তুতি কৰি
শৰণে পশিলা আহি ৰামৰ পাৱত ।।
পতিত পাবন ৰাম, ভক্তিত তোমাৰ
পৰি তুষ্ট হই, সতি ! দিলে আশীৰ্বাদ
"সতী, পতিব্ৰতা তুমি, সুযশ তোমাৰ
ঘোষিব জগতে ; – আৰু নকৰা বিষাদ ।।
তোমাৰ স্বামীৰ, সতি ! কাল পূৰ্ণ আজি,
মোৰ হাতে মৃত্যু লভি, গ'ল স্বৰগত,
যোৱা তুমি ঘৰে পুনু ; পটেশ্বৰী ৰূপে
ৰাজ্য সুখ কৰা ভোগ লঙ্কা নগৰত ।।

## জনা

নীলধ্বজ প্ৰিয়া, জনা ! তুমি বীৰাঙ্গনা
শুনিলা যেতিয়া তুমি, প্ৰবীৰ তোমাৰ
প্ৰাণ সম প্ৰিয় পুত্ৰ, আদৰৰ ধন,
কুন্তী পুত্ৰ ধনঞ্জয়ে কৰিলে সংহাৰ ।।
যেতিয়া শুনিলা, ৰাণি ! স্বামীয়ে তোমাৰ
ভয় পায় পাণ্ডৱৰ পশিলে শৰণ,
শোকে লাজে তুমি, হায় ! জৰ্জ্জৰিতা হই,
ধৰিলা সিংহীৰ দৰে কৰিব গৰ্জন ।।
"কি ক'লা কি ক'লা, নাথ ! কি কৰিলা তুমি ?
বিপক্ষৰ নেকি হায় ! পশিলা শৰণ ?
পাৰ্থ পুত্ৰ হন্তা মোৰ বৈৰী নিদাৰুণ,
কৰিলা কি ৰূপে তাৰে মিত্ৰ আচৰণ ?
জনম তোমাৰ, ৰাজা ক্ষত্ৰিয় কুলত
বীৰ মহা তেজা তুমি, মাহেশ্বৰী পতি
পুত্ৰৰ মৃত্যুত যদি নকৰা সমৰ,
কি ৰূপে ৰাখিবা, নাথ ক্ষত্ৰিয়ৰ ৰীতি ?
পুৰুষ জনম লই, তিৰীৰো নিন্দিত
কৰিবা কি ৰূপে কৰ্ম ? পৱিত্ৰ বংশত
কলঙ্কৰ পানী কিয় ঢালা,. প্ৰাণ নাথ ?
দুৰ্যশ তোমাৰ বৰ থাকিব মৰ্ত্যত ।।
প্ৰবীৰ তোমাৰ পুত্ৰ, জনাৰ জীৱন

পাৰ্থে স'তে, কৰি যুদ্ধ ঘোৰ সমৰত
কৰিলে পৰাণ ত্যাগ, কি কাৰণে তুমি
শত্ৰুক নকৰি নাশ আহিলা ঘৰত ?
ত্ৰিজগতে কয়, নাথ ! মৰণৰ ভয়
ক্ষত্ৰিয় হৃদয়ত নোৱাৰে থাকিব
কিন্তু কি কাৰণে তুমি, ভয়ে বিপক্ষৰ
পশিলা শৰণ ? নাথ ! জগতে নিন্দিব !!
যোৱা যোৱা যোৱা নাথ ! ওলোৱা বাহিৰ
যুদ্ধ সাজে ; – গই কৰা যুদ্ধ ঘোৰতৰ ;
বিপক্ষক জিনি, কাটি শিৰ ফাল্গুনীৰ
আনি দিয়া মোক, নাথ ! জুৰাওঁ অন্তৰ ।।
এইৰূপে বহু তুমি বুলিলা স্বামীক,
পুত্ৰৰ শোকত অতি বিয়াকুল হই ;
স্বামীয়ে তোমাৰ কিন্তু শুনি নুশুনিলে,
পাণ্ডৱে সইতে যুদ্ধ নকৰিলে গই ।।
সি মহা দুখত তুমি অভিমানী হই,
অকলে অকলে গ'লা ভাতৃৰ ঘৰত
কান্দি কান্দি ; টুকি বহু চকুলো চকুৰ
বুলিলা সকলো কথা ভাতৃৰ আগত ।।
সোৱামীৰ দৰে হায় ! ভাতৃও তোমাৰ
পাণ্ডৱে সইতে ৰণ, কৰিলে নিষেধ ।
পুত্ৰ শোকাতুৰা তুমি, ক্ষত্ৰিয় কুমাৰী
লজ্জা পাই অন্তৰত পালা বৰ খেদ ।।
দুখে অভিমানে পাছে জৰ্জ্জৰিতা হই,
পুত্ৰ শোক ৰূপ অগ্নি জ্বলাই হিয়াত,
বিসৰ্জন দিলা দেহা, (প্ৰাণ আদৰৰ)
বিচাৰি শান্তিৰ ছাঁয়া গঙ্গাৰ গৰ্ভত ।।

## তিলোত্তমা

সুন্দ উপসুন্দ দুটি দুৰন্ত অসুৰ
ব্ৰহ্মাৰ বৰত যেৱে কৰি পৰাজয়
ইন্দ্ৰাদি অমৰ সবে ; স্বৰ্গ কাঢ়ি ল'লা
দেৱতাৰ কৰি বহু দুৰ্দশা, বিলয় ।।
সি কালত, তিলোত্তমা ! দেৱগণে স'তে
ব্ৰহ্মাৰ কাষত গ'লা দেৱ পুৰন্দৰ,
বহু তুতি নতি কৰি, সুধিলা বিধিক
"কি উপায়ে হব ধ্বংস দুষ্ট অসুৰৰ ।"
ধীৰে ধীৰে কলে বিধি চাই দেবেন্দ্ৰক
"সুন্দ উপসুন্দ দুটি সহোদৰ ভাই,
নহলে বিচ্ছেদ দুয়ো কোনো উপায়েৰে,
অমৰণ দুয়ো ভাই, কাৰো মৃত্যু নাই ।।
সি কাৰণে শচীপতি ! বিশ্বকৰ্মা আনি
তিল পৰিমাণে তেজ লৈ দেৱতাৰ
(সকলো ত্ৰিদিব বাসী) নিৰমোৱা এটি
সুন্দৰী ৰমণী মূৰ্তি অপূৰ্ব বিভোৰ ।।
সেই ৰমণীৰ পৰা অমৰ সবৰ
অমৰত্ব হব লাভ স্বৰ্গৰ বিভৱ,
পাবা তুমি অমাৱতী, পাবা তুমি শচী
অনায়াসে পাব নাশ দুৰ্জন দানৱ ।।"
ব্ৰহ্মাৰ বচন শুনি ইন্দ্ৰে তেতিক্ষণে
বিশ্বকৰ্মা অনোৱাই গঢ়ালে তোমাক,
তিল তিল পৰিমাণে দেৱ তেজ লই
কিবা মনোহৰ মূৰ্তি ! কি সুন্দৰ নাক ।।
কিবা হাত, কিবা চকু, মুনি মনোহৰ–
কিবা ৰূপ, ৰূপপ্ৰভা, পোহৰে জগত ।
এনে সময়তে এটি আকাশৰ পৰা
পৰিলে আকাশীবাণী তোমাৰ কাণত ।।
"সাধিব দেৱৰ কাৰ্য্য যোৱা তুমি আজি
(দেৱৰ কাৰ্য্যত, দেবি ! জনম তোমাৰ)
নন্দন বনত, সেই অমৰাৱতীৰ
সুন্দ-উপসুন্দে য'ত কৰিছে বিহাৰ ।।
লগে লগে যাব, দেৱি ! সহায় লগত
আকাশত ৰ'ব, স'তে বসন্ত সখাৰ
ৰতি কাম দুয়োজন, থাকিব মলয়া

ৰিৱ ৰিৱ কৰি বলি কাষত তোমাৰ ।।"
গ'লা তুমি ধীৰে ধীৰে গজেন্দ্ৰ গামিনী
নন্দন বনত, সেই অমৰাৱতীৰ
দুগুণে উজ্জ্বলে বন 'তোমাৰ ৰূপত
অপূৰ্ব পোহৰ পৰি দেৱ জেউতিৰ ।।
বিবিধ বিচিত্ৰ লীলা-সুন্দ উপসুন্দে
দেখিলে তোমাক, দেৱি ! পৰিলে মোহত
মোহিনী ৰূপৰ তযু, – ধৰিবৰ মনে
দুয়ো ভাই গ'ল লৰি তোমাৰ কাষত ।।
একেলগে দুয়ো ভায়ে, কাম মদে মাতি
ধৰিলে তোমাক দেৱি ! হই বিস্মৰণ,
সুন্দে বোলে 'পত্নী মোৰ'– উপসুন্দে কয়,
"ভাতৃ বধু তোৰ, কিয় কৰ পৰশন ?"
তোমাৰ মোহত পৰি, আজ্ঞা বিধাতাৰ
পাহৰিলে দুয়ো ভায়ে, ভাতৃ বিচ্ছেদত
তোমাৰ কাৰণে দেৱি ! তিয়াগিলে প্ৰাণ
পৰস্পৰে কৰি যুদ্ধ নন্দন বনত ।
ধন্য ধন্য তুমি, দেৱি ! ধন্যব্যদোঁ আমি,
দিক পাল সবে যাৰ ঘোৰ সমৰত
পৰাভুত মানি দিলে অম্ৰাৱতী এৰি,–
সংহাৰিলা তুমি তাক এক মুহূৰ্তত ॥
দেৱকাৰ্য্য হেতু জন্ম আছিলে তোমাৰ,
দেৱতাৰ কাৰ্য্য তুমি কৰিলা সাধন
শেহত বিচাৰি ল'লা সূৰ্য্য লোকে ঠাই
আদিত্য দেৱক কৰি সোৱামী বৰণ ॥

## অৰজা

শুক্ৰ গুৰু কন্যা তুমি, অৰজা সুন্দৰী !
গঢ়িলে বিধাতা জানো কত যতনত
তোমাৰ মোহিনী মূৰ্তি জেউতিৰে ভৰা,
যোগীৰো যে ভুলে মন তোমাৰ ৰূপত ।।
বনৰ হৰিণী, দেৱি ! সঙ্গিনী তোমাৰ,
আপোনাৰ দেহ ছয়াঁ সখী চেনেহৰ,
ফুলৰাৰ দৰে ফুৰা তপোবন মাজে
আপোন ৰূপত কৰি ফুলনি পোহৰ ।।
আনন্দময়ীৰ দৰে তুমিও ৰঙ্গিনী,–
নিজে খেলা, নিজে হাঁহা, আপুনি বজাই
প্ৰাণৰ লাহৰী বীণা, নিজে গোৱা গীত
(মন প্ৰাণ মুগ্ধকৰ) – পৰাণ ভৰাই ।।
কিন্তু, দেৱি ! কান্দে প্ৰাণ ! কৰ্মদশা ফলে
দেখিলে তোমাৰ ৰূপ দণ্ডক ৰাজন,–
কাম মদে মাতি ৰজা ধৰিলে তোমাক
সতীত্ব ৰতন তযু কৰিব হৰণ ।।
বিনয় বচনে, তুমি বুলিলা সুন্দৰী ।
"নকৰা গৰ্হিত কৰ্ম কৰি বলাৎকাৰ,
শুক্ৰৰ জীয়াৰী মই, কন্যা অকুমাৰী,
শুনিলে শাপিব পিতা নাপাবা নিস্তাৰ ।।
কিন্তু যদি, মহাৰাজ ! আছে ইচ্ছা মোত
ক্ষন্তেক অপেক্ষা কৰাঁ, সুধিবা গুৰুক,–
মহানন্দে দিব সপি তোমাৰ হাতত
অৰজাক, – পাছে, ৰজা ! কৰিবা সম্ভোগ ।
কামমদে মত্ত ৰজা নুশুনিলে মানা
বলেৰে কৰিলে তযু সতীত্ব হৰণ,
এনেয়ে অবলা তুমি তাতে অসহায়
কি কৰিবা মাথোঁ, হায় ! কৰিলা ক্ৰন্দন ।।
সন্ধ্যা কৰি, আহি গুৰু সৰযু তীৰত,
তোমাৰ দুৰ্দশা যত ধ্যান বলে জানি,
কোৰোধত অন্ধ হই শাপিলে দণ্ডক,–
"সপ্ত দিনে ৰাজ্য তোৰ নাশিব অগনি ।*

* এই শাপতে দণ্ডক ৰজাৰ গোটেই ৰাজ্য সাদিনৰ দিনা, অগ্নিয়ে পুৰি ধ্বংস কৰে । ৰজা নিজেও প্ৰজাদিৰে সৈতে সেই জুইতে ধ্বংস পায় । আজি কালি সেই ঠাইকে "দণ্ডকাৰণ্য" বোলে ।

সি অগ্নিত পুৰি তয়ো সবান্ধৱে স'তে
ধ্বংস পাবি, দুৰাচাৰ দণ্ডক অধম !
যত দূৰ ৰাজ্য তোৰ অধিকাৰ,-
অগনিয়ে তত দূৰ কৰিব দহন ।।"
তাৰ পাছে শুক্ৰ দেৱি ! বুলিলে তোমাক,
কি হ'ব কান্দিলে আৰু ? এয়ে কৰ্মফল !
দুখে সুখে ই বনত থাকি সাত দিন,
তাৰ পাছে যাবা স্বৰ্গে তিয়াগি ভূতল ।।"

পিতৃ আজ্ঞা মতে, পাছে, থাকি সি বনত
সাত দিন তাৰ পাছে উন্মদিনী হই,
কিভাব মনত ভাবি, সৰযূ গৰ্ভত
আপোনাৰ দেহা, দেৱি ! দিলা উটুৱাই ।।
আধাফুলা ঢোপাকলি, শুকালা অকালে
ফুলনি পোহৰ কৰি নাপালা ফুলিব ।
অকুমাৰী কন্যা তুমি, নিচিনিলা প্ৰেম
সংসাৰ লীলাৰ চিত্ৰ নাপালা দেখিব !!

## জোচেফাইন
## (JOSHEPHINE)

"জোচেফাইন্" ফ্ৰান্সৰ ৰজা নেপোলিয়ানৰ ৰাণী আছিল। সেই সময়ত অষ্ট্ৰিয়া ৰজাৰ জীয়েক অগষ্টা মেৰিয়া পৃথিৱীৰ ভিতৰত অদ্বিতীয়া সুন্দৰী বুলি প্ৰখ্যাত আছিল। নেপোলিয়ানে তেওঁৰ ৰূপত মুগ্ধ হই, তেওঁক বিয়া কৰাবলৈ ইচ্ছা কৰিলে। ভয়তেই হওক, বা আন কোনো কাৰণেই হওক, অষ্ট্ৰিয়া ৰজাই নেপোলিয়ানলৈ জীয়েকক দিবলৈ সন্মত হ'ল। কিন্তু জোচেফাইনৰ জীৱন্দশাত দেশাচাৰ মতে, তেওঁ আৰু এগৰাকী তিৰোতা বিয়া কৰাব নোৱাৰে। যি জোচেফাইনৰ অতুলনীয় প্ৰণয়ত, যি গৰাকী তিৰোতাৰ প্ৰেম-ময় হাঁহি মুখ দেখি, যাৰ মধুৰ মধুৰ কথাবিলাক শুনি নেপোলিয়ানে সামান্য সৈনিকৰ পদৰ পৰা অৱশেষত ফ্ৰান্সৰ সিংহাসনত ৰজা হ'লগৈ, তেনেগৰাকী তিৰোতাক তেওঁ কেনেকৈ পৰিত্যাগ কৰিব নেপোলিয়ানে ভাবি অবাক হ'ল !!

কিন্তু তেওঁৰ প্ৰাণসমা তিৰোতা জোচেফাইনে আন আন মানুহৰ মুখে এইবিলাক কথা এদিন শুনিবলৈ পালে। জোচেফাইনৰ ভালপোৱা জোচেফাইনৰ নিজৰ নিমিত্তে নহয়। তেওঁ যে নেপোলিয়ানক প্ৰাণতকৈ অধিক ভাল পায়, সেইটোও কেৱল নেপোলিয়ানৰ নিমিত্তেহে।

কাজেই, ফ্ৰান্সৰ সিংহাসনে স'তে প্ৰাণতকৈও প্ৰিয় নেপোলিয়ানক এৰি দিয়াটো জোচেফাইনৰ পক্ষে একো টান কাম বুলি বোধ নহ'ল। অগষ্টা মেৰিয়াক বিয়া কৰি নেপোলিয়ান সুখী হ'ব, তেওঁৰ প্ৰাণৰ নেপোলিয়ান নিৰাপদ হ'ব, ইয়াত জোচেফাইনৰ আনন্দত বাজে আৰু কি হ'ব পাৰে ? জোচেফাইনে নেপোলিয়ানৰ সুখৰ নিমিত্তে প্ৰাণ পৰ্যন্ত দিবলৈও পৰাঙ্মুখ নহয়।

গধূলি হ'ল। ৰাজ কাৰ্যৰ পৰা নেপোলিয়ান নিজৰ শোৱা কোঠালৈ (অৰ্থাৎ জোচেফাইনৰ ওচৰলৈ) গ'ল। জোচেফাইনে নেপোলিয়ানক দেখি, মুহূৰ্তৰ– ভিতৰতে জোচেফাইনৰ হৃদয়ৰ পৰা সকলোবিলাক চিন্তা ভাবনা দূৰ হ'ল। তেওঁ হাঁহি হাঁহি নেপোলিয়ানৰ বুকুৰ মাজত মূৰটো সুমালেগৈ ; কিন্তু নেপোলিয়ানৰ হৃদয়ৰ সেই দিনা সেই দৃশ্য সহ্য নহ'ল ! যি নেপোলিয়ানৰ হৃদয় শিলতকৈও টান বুলি জগতে জানে, যুদ্ধ ক্ষেত্ৰত মানুহৰ তেজেৰে দেশ ৰাঙলী কৰিও যাৰ হৃদয় খন্তেকৰ নিমিত্তেও গলি যোৱা নাই, যাৰ চকুত কেতিয়াও কোনেও এটোপা চকুৰ পানী দেখা নাছিলে, সেই নেপোলিয়ানে সেই দিনা জোচেফাইনৰ ডিঙ্গিত ধৰি কান্দিবলৈ ধৰিলে, কিন্তু জোচেফাইনে নাকান্দিলে, তেওঁ গিৰিয়েকৰ চকুৰ চকুলো মচি দি ক'লে, "নাথ ! মই সকলোবিলাক শুনিবলৈ পাইছোঁ, কিন্তু, চোৱাচোন– মই দেখোঁ কন্দা নাই তুমি কান্দিছা কৈলৈ ?"

জোচেফাইনে যদি কান্দিলেহেঁতেন, কান্দি কান্দি যদি গিৰিয়েকৰ বুকু চকুৰ পানীৰে বুৰাই দিলেহেঁতেন, কিম্বা যদি খং কৰিলেহেঁতেন তেনেহ'লে নেপোলিয়ানে মনত সিমান দুখ নাপালেহেঁতেন !! নেপোলিয়ানে ক'লে, – "জোচি ! তুমি স্বৰ্গৰ দেৱী, মই পশুতকৈও অধম, মই নৰকৰ পিশাচ ! সেই কাৰণেই তুমি কন্দা নাই, কিন্তু মই কান্দিছোঁ ! জোচেফাইনে আকৌ ক'লে, "নাথ ! তোমাৰ নিমিত্তে মই জ্বলা জুইত জাঁপ দিব পাৰোঁ, তোমাক পৰিত্যাগ কৰি থাকিম, এইটো একো টান কাম নহয়। তোমাৰ সুখৰ নিমিত্তে,– তোমাৰ নিৰাপদৰ নিমিত্তে ফ্ৰান্সৰ নিমিত্তে, মই নিজকে নিজে বলি দিব পাৰোঁ, এইটো কি টান কাম ? নাথ ! মই যদি ইয়াত দুখ পালোহেঁতেন, মই যদি ইয়াত কান্দিলোহেঁতেন, তেনেহ'লে তুমি শোক পালাহেঁতেন, – কিন্তু যি স্থলত মই কন্দা নাই মই দুখ পোৱা নাই, – তুমি কান্দিছা কৈলৈ ? শোক কৰিছা কিয় ?" কিন্তু নেপোলিয়ানৰ কান্দোন মাৰ নগল ! জোচেফাইনে আকৌ ক'লে, "নাথ ! জোচিৰ প্ৰাণৰ প্ৰাণ ! আজি মোৰ সুখৰ শেষ দিন ; আজি মোক সুখী হ'বলৈ দিয়া, আজি মোক শেষ হাঁহি হাঁহিবলৈ দিয়া। আজি মই তোমাৰ সুখৰ নিমিত্তে তোমাক পৰিত্যাগ কৰি যাম আজি মোৰ বৰ সুখৰ দিন, আজি মই কান্দিম কিয় ?" তাৰ পাছদিনা, জোচেফাইনে গিৰিয়েকৰ সুখৰ নিমিত্তে, গিৰিয়েকক পৰিত্যাগ কৰি ফৰাচী ৰাজ্যৰ সিংহাসন এৰি দি, ৰাজ ভোগ জলাঞ্জলি দি, আমেৰিকাৰ ফালে যাত্ৰা কৰিলে ! যেতিয়ালৈকে জাহাজৰ পৰা ফ্ৰান্সৰ ঘৰ-দুৱাৰবিলাক দেখা গৈছিলে তেতিয়ালৈকে জোচেফাইনে হাঁহি হাঁহি আছিলে ; কিন্তু তাৰ পাছত, তেওঁ যিটো কোঠাত সোমাইছিলে, তাৰ পৰা তেওঁক আৰু কোনেও ওলোৱা নেদেখিলে !!

মানৱী নোহোৱা তুমি, দেৱী অৱতাৰ,
মানৱীৰ ৰূপ ধৰি আছিলা মৰ্ত্যত।
নহলে কি তোমাৰদৰে, হৰিষ মনেৰে
ৰমণীয়ে নিজ স্বাৰ্থ এৰে জগতত ?
"তিৰোতাৰ আত্মদান" স্বামীৰ নিমিত্তে,
জানো জোচি ! এনে চিত্ৰ পঢ়িছোঁ বহুত
প্ৰাচীন কাব্যত আৰু বুৰঞ্জী পুথিত,
তোমাৰ দ্বিতীয় কিন্তু নপৰে চকুত ।।
আহাহা ! স্বামীৰ দেখি মুখ বিষাদিত,
চিন্তাত বিভোৰ আৰু, সুধিলা যেতিয়া
সুমধুৰ ভাৱে, জোচি ! "কি ভাবিছা, নাথ ?
"তোমাক বিমন দেখি বিদাৰিছে হিয়া ।।

* * * * *

কোৱা, নাথ ! নাভাৱিবা দেখোঁ কি কাৰণে
চিন্তাত বিভোৰ আজি, বিষাদিত মন ?
কি ভাবিছা ? কি আশঙ্কা ? মনত তোমাৰ
কোৱা, নাথ ! কিয় আজি এনে উচাটন ।।
অৰ্দ্ধাঙ্গী তোমাৰ জোচি, তুমি জোচি প্ৰাণ,
কি দুখত দুখী তুমি জোচিয়ে নাজানে,
ই কথা ভাবিলে শেল বাজে হৃদয়ত,
কান্দি কান্দি উঠে প্ৰাণ, প্ৰবোধ নামানে ।।
আহা ! জোচি ! কথা শুনি স্বামীয়ে তোমাৰ
কিবা ক'ব, কি নক'ব বিচাৰি নাপালে !
এটি হুমুনীয়া কাঢ়ি বিষাদ মনত,
টোপা টোপে চকুপানী যেতিয়া টুকিলে,
স্বামীৰ হাতত ধৰি, বুলিব' ধৰিলা,
হাঁহি হাঁহি ৰঙ্গমনে, "কান্দা কি কাৰণে ?
কি দুখত, কোৱা নাথ ? কিবা শোক পাই
টুকিছা চকুৰ পানী সঘনে সঘনে ?
নাকান্দিবা আৰু, নাথ ! নোটোকা চকুলো,
নকৰাঁ বেজাৰ, মই পাৰিছোঁ জানিব
কি কাৰণে বিষাদিত অন্তৰ তোমাৰ,
অষ্ট্ৰিয়াৰ মেৰিয়াক * খুজিছা আনিব ।।
দেশাচাৰ মতে * নাথ ! এজনী তিৰোতা
থাকোতে লগত, আৰু আনিব নোৱাৰে ;
সি কাৰণে, জানো তুমি এনে উচাটন ।
সিকাৰণে, জানো আজি চকুপানী সৰে ।।
নতু–
মেৰিয়াৰ কথা মোৰ পৰিল কাণত,
জানো, মোৰ অসন্তোষ জনমে মনত ;
জানো, মই কৰো খং, সেই বুলি নাথ
কৰিছা মনত তুমি এনুৱা বিষাদ ?
দেশাচাৰ মতে, যদি আনা মেৰিয়াক,
জোচেফীক ত্যাগিব লাগিব তোমাৰ,
সি বুলি তোমাৰ, জানো, এনুৱা বিষাদ,
টুকিছা নিৰলে বহি, চকুলো দুধাৰ ।।
কিন্তু, নাথ ! কিয় কান্দা ? কিয় কৰা শোক ?
আনা তুমি মেৰিয়াক, দুখী নোহোঁ মই ।
বৰঞ্চ সুখিনী মই তোমাৰ সুখত,
স্বাৰ্থপৰ জোচি, নাথ ! নহয় নহয় !!
প্ৰাণতো অধিক জোচি ভাল পায়, নাথ !
তোমাক অন্তৰে স'তে সেই ভাল পোৱা
কিন্তু, নাথ ! নোহে মোৰ নিমিত্তে নিজৰ,
তিয়াগিব পাৰোঁ প্ৰাণ যদি তুমি কোৱা ।।
মই যে তোমাক, নাথ ! অত ভাল পাওঁ,
সেই ভাল পোৱা মাথোঁ নিমিত্তে তোমাৰ ।
মেৰিয়াক বিয়া কৰি, সুখী হ'বা নাথ !
তাতনো জোচিৰ হ'ব পাৰেনে বেজাৰ ?
এনুৱা কালত, নাথ ! এই দুৰ্দ্দিনত *
সকলো দেশৰ ৰজা বিপক্ষ তোমাৰ ;

(১) * এই সময়ত প্ৰায় গোটেই ইউৰূপ নেপোলিয়ানৰ বিপক্ষ হই উঠিছিল ।

মেৰিয়াক বিয়া কৰি, হ'বা নিৰাপদ
মিত্ৰতা ডোলেৰে বান্ধি ৰজা অষ্ট্ৰিয়াৰ ।।
তোমাৰ, জোচিৰ, নাথ ! আনন্দ ইয়াত,
কিয় তুমি কৰা শোক ? কিয় বিষাদিত ?
মই কন্দা নাই নাথ ! কিয় কান্দা তুমি ?
চকুপানী সৰি সৰি পৰিছে মাটিত ?"
ই বুলি যেতিয়া জোচি ! ৰল মনে মনে,
হুক হুক কৰি পুনু কান্দিব ধৰিলে,
টোপাটোপে উলিয়াই চকুলো দুধাৰ-!
আহা, জোচি ! তুমি যদি কান্দিলাহেঁতেন,-
কান্দি কান্দি চকুলোৰে বুকু সোৱামীৰ
বুৰালাহেঁতেন যদি, স্বামীয়ে তোমাৰ
নহলেহেঁতেন এনে শোকত অধীৰ ।।
কিন্তু, জোচি ! তুমি দেৱি ! তুমি হাঁহি হাঁহি
সুমুৱালা মুখখনি স্বামীৰ বুকুত
আহা, কি মধুৰ ভাব ! স্বৰগৰ ছবি !
নস'লে ই দৃশ্য কিন্তু স্বামীৰ প্ৰাণত ।।
শিলতো অধিক টান বুলি যাৰ হিয়া
জনা আছে জগতত সমৰক্ষেত্ৰত
তেজেৰে বোৱাই নই, কণা মাত্ৰো হায় !
নজনমে মায়া, দুখ যাৰ অন্তৰত । * *
তেনুৱা তোমাৰ জোচি ! প্ৰাণৰ স্বামীয়ে
কান্দিব ধৰিলে লই, তোমাক কোলাত,-
সাদৰি বুলিলা তুমি "কন্দা নাই মই,
কিয় কান্দা তুমি ? কিয় কৰিছা বিষাদ ?"
স্বামীয়ে তোমাৰ কান্দি বুলিব ধৰিলা,-
"জোচি ! তুমি দেৱ কন্যা, মই নৰাধম
নৰকৰ কীট্ মই সি কাৰণে প্ৰিয়ে !
কান্দো মই, দেৱি ! তুমি নকৰা ক্ৰন্দন ॥"
সাদৰে আকউ জোচি ! বুলিব ধৰিলা,
"তোমাৰ নিমিত্তে পাৰোঁ জাঁপ দিব মই
জ্বলা অগনিতো, নাথ ! বলি আপোনাক
দিব পাৰোঁ, নিজে নিজে সোৱামীৰ হই ।।
ৰাজ ভোগ মই, নাথ ! নকৰোঁ হেঁপাহ,
তোমাৰ নিমিত্তে মই হৰিষ মনত
তিয়াগিম ফৰাচীৰ ৰাজ সিংহাসন
তুমিয়ে, সইতে নাথ ! এই মুহূৰ্ত্তত ।।
নাকান্দিবা আৰু নাথ ! আজি শেষ দিন,
জোচিৰ তোমাৰ, দিয়া হাঁহিব জোচিক,
শেষ চোৱা লওঁ চাই তোমাৰ মুখত
অমিয়া মধুৰ সেই মুখৰ হাঁহিক ।।"
এই বুলি, আহা ! জোচি ! স্বামীক সাদৰী
ৰঙ্গে আলিঙ্গন কৰি, যেতিয়া হাঁহিলা,
লাৱণ্য প্ৰতিমাখনি সৰলতা ভৰা
সৰলতা মূৰ্তি যেন মৰ্ত্যত শোভিলা ।।
আহা ! কি মধুৰ ভাব ! স্বৰগৰ ছবি !!
সি ছবি তোমাৰ, জোচি । কি কৰি আঁকিম ?
আমি দুৰ্ভগীয়া অতি, নোহোঁ চিত্ৰকৰ,
দুৰ্বলা লেখনি মোৰ কি ৰূপে লিখিম ?
কিন্তু জোচি ! (ফাটে হিয়া) থাকি সেই ৰাতি
স্বামীৰ লগত সুখে হৰিষ মনত
ফৰাচী বাসীক আৰু এৰি সোৱামীক,
পুৱা বেলা হাঁহি হাঁহি উঠি জাহাজত,
গ'লা তুমি (আহা ! জোচি !) আমেৰিকাফালে
আনন্দ মনেৰে চিন্তি হিত সোৱামীৰ,-
যদবধি দেখে তুমি চাইছিলা সুখে
একেথিৰে, তথালাগি লোভা ফৰাচীৰ !!
দেখোঁতে দেখোঁতে হায় ! জাহাজ তোমাৰ
যেতিয়া অদৃশ্য হ'ল ফৰাচী ৰাজ্যৰ
টুকিছিলা মাথো তুমি দুধাৰি চকুলো !
আৰু এটি হুমুনীয়া হতাশ প্ৰাণৰ !!

(২) * এই ঘটনাৰ আগেয়ে নেপোলিয়ানক কোনেও কেতিয়াও কন্দা বা চকুলো টোকা দেখা নাই

# জোৱান ডার্ক্
# JOAN DARC, THE MAD OF ORLEAN.

জোৱান ডার্ক্ (বা জোৱান অব্ আর্ক্) ফ্ৰান্স দেশৰ জ্বে, কুইচ ডার্ক নামে এজনী কৃষকৰ ছোৱালী। ফ্ৰান্সৰ সিংহাসনত সপ্তম চার্লচে ৰাজত্ব কৰোঁতে, ইংৰাজৰ সেনাই আর্লিন্ নগৰ অবৰোধ কৰে। তেতিয়া এই জোৱান ডার্কে ইংৰাজ সেনাৰ লগত যুদ্ধ কৰি, ইংৰাজৰ হাতৰ পৰা মাতৃ ভূমিক ৰক্ষা কৰে। কিন্তু অৱশেষত এওঁক কৌশলেৰে ইংলণ্ডলৈ ধৰিলৈ গই ইংৰাজ বিলাকে জীয়াই জীয়াই নৃশংসভাৱে জুইত পুৰি মাৰিলে।

কৃষকৰ কন্যা তুমি, আজন্ম দুখিনী,—
পৰ্বতৰ মাজে ভেৰা ফুৰোঁতে চৰাই,
কোনে যেন দিলে কই দৈৱবাণী এটি
কাণত তোমাৰ, জোনা! মুৰুলী বজাই ।।
"বীৰাঙ্গনা তুমি, জোনা! স্বৰগৰ পৰী,
জনম তোমাৰ মাতৃ-ভূমিৰ কাৰণে,—
ফৰাচীৰ স্বাধীনতা ৰক্ষা কৰা তুমি
অৰলিন্ অৱৰোধ কৰিছে ব্ৰিটনে ।।"
নিৰ্জন পৰ্বত গুহা, ক'তো কোনো নাই,
অকস্মাতে শুনি এনে কথা গুৰুতৰ,—
ঘূৰি ঘূৰি চাৰুফালে ক'ত চালা, জোনা!
নেদেখিলা কিন্তু ক'তো চিন মানৱৰ ।।
ধোঁৱা বৰণীয়া পিন্ধি সাজ মনোহৰ
লাহে লাহে আহে দেৱী সন্ধিয়া সুন্দৰী;
আহিলা তুমিও, জোনা! আপোন ঘৰত
কত ভাবি, মনে মনে কত চিন্তা কৰি ।।
তাৰ পাছে, আহা! জোনা! ক'লা তুমি যেৱে
ফৰাচী বাসীক সেই দৈৱবাণী কথা,
কত উপহাস তুমি সহিলা প্ৰাণত,
কত লাগি, কত, আহা! অন্যায় লাঞ্ছনা।
কিন্তু, জোনা! তুমি, হায়! শিৰোধাৰ্য্য কৰি,
সেই দৈৱবাণী ষাৰি নিৰ্জন গিৰিৰ
দৃঢ়মনা হই গ'লা সমৰ ক্ষেত্ৰত,
ৰাখিব স্বাধীন ধন জনম ভূমিৰ ।।
জনম ভূমিত লাগি, উন্মাদিনী হই
সমৰ সোঁতত দিলা দেহা উটুৱাই,
শত্ৰুৰ তেজেৰে কৰি জন্মভূমি ৰঙ্গা,
স্বাধীনতা মহা ধন আনিলা ঘূৰাই!
ভাৰতত, হাঁয়! জোনা! প্ৰাচীন কালত,
দানৱ যুদ্ধত যেনে ভীমামূৰ্তি শ্যামা,—
অর্লিন যুদ্ধত আৰু বিপক্ষ মাজত
ভয়ঙ্কৰা তেনে তুমি ভীমামূৰ্তি, জোনা!
দানৱ দলন কৰি, পুৰী অমৰাৰ
ৰাখিলা যিৰূপে দেৱী নৃমুণ্ড মালিনী,—
ব্ৰিটনক হেৰুৱাই ৰাখিলা সিদৰে
স্বাধীনতা মহাধন ফৰাচীৰ তুমি ।।
কিন্তু, জোনা! অৱশেষে,দুৰ্ভাগ্যৰ বলে!
বিপক্ষৰ হাতে পৰি হেৰুৱালা প্ৰাণ,
লাৱণ্য দেহাত সহি, বিপক্ষ সেনাৰ
অমানুষি অত্যাচাৰ, কত অপমান ।।
বীৰাঙ্গনা তুমি, জোনা! আদৰ্শ ৰমণী
ফৰাচী বাসীৰ তুমি গৌৰৱৰ ধন,
কিন্তু অকালত, হাঁয়! আধাফুলা কলি
শুকুৱালে নিদাৰুণ সূৰ্যৰ দহণ ।।
বহু দিন হ'ল, জোনা! এৰিছা সংসাৰ,—
কিন্তু তথু আছে নাম আজিও জীয়াই!
জগত বাসীৰ, হায়! হৃদয় ফলিত
থাকিব তোমাৰ ছবি, মচিলে নাযায় ।।
থাকিব যিমান দিন ফৰাচীৰ নাম,
যত দিন ইতিহাস থাকিব মৰ্ত্যত,
থাকিব তোমাৰ নাম, তত দিন জোনা
হৃদয় পটত অঁকা এই জগতত ।।

## বোডেচিয়া
## Queen Boadecea the British Warrior Queen.

খৃষ্ট জন্ম হোৱাৰ ১ম শতাব্দীত আইচেনী বুলিবৰ এটা জাতিয়ে ৰাজত্ব কৰিছিল। বোডেচিয়া আইচেনীবিলাকৰ ৰাণী। ৰোমৰ প্ৰধান সেনাপতি জুলিয়াচ চিজাৰে ব্ৰিটন আক্ৰমণ কৰিবলৈ গৈ, বোডেচিয়া আৰু তেওঁৰ ছোৱালী দুটিক নানা ৰকম অত্যাচাৰ কৰে। অৱশেষত মনৰ দুখত তেওঁ আত্মঘাতী, হয়।

ৰোমৰ সেনাই যেৱে ব্ৰিটনবাসীক
কৰিছিলে অমানুষি নানা অত্যাচাৰ,
সহিব নোৱাৰি তুমি কোমল প্ৰাণত,
জনম ভূমিৰ দুখ-দেশীয় প্ৰজাৰ,–
বীৰাঙ্গনা ৰূপ ধৰি যুদ্ধ সাজ পিন্ধি
নগৰৰ বাজ তুমি হ'লা, বোডেচিয়া!
ঘোৰ সমৰত যোগ দিলা তুমি ৰঙ্গে,
অতুল সাহসে বান্ধি আপোনাৰ হিয়া।।
গভীৰ গৰ্জন কৰি, ভীমামূৰ্তি ধৰি
কৰিছিলা বিপক্ষেৰে যুদ্ধ ঘোৰতৰ,–
তিষ্ঠিব নোৱাৰি কিন্তু সমুখ যুদ্ধত
তিয়াগি তোমাক গ'ল সেনা ব্ৰিটনৰ।।
শত্ৰুৰ মাজত হই অকলশৰীয়া
অকলে অকলে যুদ্ধ কৰিলা বহুত,
বিপক্ষ সেনাৰে স'তে বীৰাঙ্গনা দৰে,
অতুল সাহস লই লাহৰী বুকুত।।
কিন্তু হায়! কত বেলি পাৰেনো সহিব
আশ্ৰয়বিহীন লতা বেগ ধুমুহাৰ?
অকলশৰীয়া তুমি বিমূৰ্চ্ছিতা হই
পৰিলা মাজত, ৰাণি! বিপক্ষ সেনাৰ॥
ধৰিলে তোমাক, ৰাণী! আজ্ঞা চিজাৰৰ *
চমটাৰে মাৰি পিঠি কৰিলে ৰাঙ্গলী! –

*জুলিয়াচ্ চিজাৰ

নিদাৰুণ অত্যাচাৰ ! পাই অপমান
কোৰোধত ভাহি, হ'লা আউলী বাউলী
ক্ৰোধ আৰু বেজাৰত হই বিয়াকুল
গুৰুৰ[১] কাষত গ'লা আদেশ বিচাৰি,
দুৰ্দ্দশা তোমাৰ দেখি শত্ৰুৰ হাতত,
টুকিলে গুৰুৱে, ৰাণি ! চকুলো দুধাৰি ।।
হুমুনীয়া কাঢ়ি গুৰু বুলিলে তোমাক ;–
"কান্দিছে পৰাণ দেখি, অৱস্থা তোমাৰ
শত্ৰুৰ হাতত ৰাণী ! তিৰীৰ দেহাত
এনেকুৱা অত্যাচাৰ ! পাপীষ্ঠ চিজাৰ ।
কিন্তু, ৰাণী ! তুমি একো নকঁৰা বিষাদ,
ই পাপৰ প্ৰতিফল পাব ৰোমবাসী !
'ধ্বংস পাব ৰোম-ৰাজ্য !' তেজেৰে তোমাৰ
এই কথা থোৱা তুমি হৃদয়ত লিখি ।।
সহস্ৰ সহস্ৰ ৰাজ্য কৰি পদানত
বিখ্যাত হইছে ৰোম, কিন্তু ই গৌৰৱ
ধ্বংস পাব অতি শীঘ্ৰে, জানা তুমি, ৰাণি !
অচিৰেই পাব লয় ৰোমৰ বিভৱ !!
পাছৰ ৰোমানে, ৰাণি ! যুদ্ধ বিদ্যা এৰি
মন প্ৰাণ সমৰপি দিব সঙ্গীতৰ
নৃত্যগীত কৰি যশ আৰ্জ্জিব তেতিয়া,–
নাথাকিব শক্তি কিন্তু কাৰো সমৰত ।।
তেতিয়া তোমাৰ, ৰাণি ! ভৱিষ্যত বংশ
ৰণতৰী সাজি, – লই অস্ত্ৰ অগনিৰ[২]
দূৰ দূৰন্তৰ দেশ কৰি দিগ্বিজয়,
আৰ্জ্জিব অক্ষয় কীৰ্ত্তি ব্ৰিটন বাসীৰ ।।
কাণেৰেও যি দেশৰ নাম শুনা নাই
চিজাৰে ৰোমৰ, ৰাণি ! পাছত তোমাৰ
সতি সন্ততিয়ে তেনে সাম্ৰাজ্য অনেক
দিগ্বিজয় কৰি, যশ আৰ্জ্জিব আমাৰ ।।"
গুৰুৰ মুখত শুনি এনুৱা বচন
উলাহে ভৰিলা তুমি, মুছি চকু পানী
দুয়োটি চকুৰে পৰা ; ভীমামূৰ্ত্তি ধৰি
আহিলা আকউ ঘূৰি সমৰত, ৰাণি !
বিপক্ষক চাই খঙ্গে বুলিব ধৰিলা,–
"পাপীষ্ঠ ! পামৰ ! দুষ্ট সেনা ৰোমানৰ !
ই পাপৰ প্ৰতিফল পাবি অচিৰেই ;
অচিৰেই পাব নাশ গৌৰৱ ৰোমৰ ।।"
এই বুলি কৈ যে হায় ! শোক বেজাৰত
জৰ্জ্জৰিত হই তুমি আত্মঘাতী হ'লা !
শত্ৰুৰ হাতত প্ৰাণ নিতিয়াগো বুলি
জানো, – আপোনাৰ প্ৰাণ আপুনি নাশিলা ।।

## লায়লা

কাছেমৰ কন্যা তুমি, লায়লা সুন্দৰী !
প্ৰেম যে কেনুৱা বস্তু, তুমি দেখা নাই ;
আজন্ম অৱধি কিন্তু ভাবিছিলা নিতে
কায়েচকে[১] প্ৰাণে স'তে অতি ভাল পাই ।।
স্বৰ্গীয় সুন্দৰী তুমি, পৰী স্বৰগৰ,–
তোমাৰ ৰূপত মুহি দুৰ্ভগা কায়েচ্
প্ৰেমৰ ব'ৰাগী সাজি, বনে বনে ফুৰি,
ধিয়াই তোমাকে ক্লেশ ভুগিলে অশেষ !!
আছিলে 'কায়েচ্' – মজি তোমাৰ প্ৰেমত

(১) ব্ৰিটন বিলাকৰ পুৰোহিত বা Druid.

(২) আগ্নেয় অস্ত্ৰ বা বন্দুক ।

* আৰব দেশীয় কাছেম নামেৰে এজন ধনী সদাগৰৰ জীয়েক ।

(১) আৰব দেশৰ আলিগহৰ বাদচাহৰ পুতেক, এওঁ লায়লাৰ প্ৰেমত উন্মাদ, এওঁৰ অন্য নাম মজনু ।

'মজনু' নাম পালে পাছে, – কিন্তু দুৰ্ভগীয়া
ভাগ্যদোষে, তোমাহেন নাপালে ৰতন,
সেই দুখে মাথোঁ তাৰ বিদৰিলে হিয়া ।
সি শোক হিয়াত লই, হৃদয় ফলিত
তোমাৰ মোহিনী মূৰ্তি আঁকি হেঁপাহেৰে,
ৰাজভোগ পৰিহৰি অৰণ্য মাজত
ধিয়ালে তোমাকে মাথোঁ একান্ত মনেৰে
তুমিও সুন্দৰি ! নিতে কত কান্দিছিলা
বিৰহ ব্যাকুল হই, ভাবি কায়েচক,–
দুচকুৰ চকুপানী নিতে বইছিল,
ভাবি সি মধুৰ মূৰ্তি প্ৰাণৰ প্ৰাণক ।।
পিতাৰে তোমাৰ, পাছে, ছায়ালে[২] সইতে
বলেৰে তোমাক ধৰি দিছিলে বিবাহ,
তুমি সতী পতিব্ৰতা, কায়েচৰ প্ৰাণ,–
ছায়ালক কৰিছিলা ছলেৰে নিৰাশ ।
মন্দমতি নওফলে[৩] হই বিমোহিত,
ষড়যন্ত্ৰ কৰিছিলে তোমাৰ আশাত
ঈশ্বৰৰ ইচ্ছা ! কিন্তু তিয়াগিলে প্ৰাণে ;
আপোন কৰ্মৰ ফল ভুঞ্জি অকালত ।।
তাৰ পাছে তুমি, সতি ! কায়েচে সহিতে
অৰণ্যত গলা দুয়ো কত হৰিষত
বহু দিন পাছে পাই পৰাণৰ প্ৰাণ,
লভিছিলা স্বৰ্গ সুখ অৰণ্য মাজত ।
তুমিও প্ৰেমিকা যেনে, কায়েচো প্ৰেমিক,
দুয়ে দুয়োটিকে পাই পালা স্বৰ্গ সুখ,–
দৰিদ্ৰে লভিলে ধন-নতু যেনেকুৱা
হৰ্ষ পায় অপুত্ৰকা, দেখি পুত্ৰ মুখ ।।
কিন্তু সি হেঁপাহ, সতি ! নউ পূৰোতেই
পিতাৰে তোমাক গই পালে সি বনত ;
কায়েচৰ প্ৰাণ তুমি, নিদি কায়েচক
তোমাক ঘূৰাই পুনু আনিলে ঘৰত ।।
কত ভাবি, কত কান্দি চকুপানী টুকি
কায়েচক ভাবি ভাবি হ'লা বলিয়ানী,
খাওঁতে শোওঁতে কিম্বা ফুলনি মাজত
কায়েচ তোমাৰ ধ্যান, তুমি উন্মাদিনী ।।
ইৰূপে থাকোঁতে, পাছে, লায়লা ! এদিন
গভীৰ দুপৰ নিশা, অকলে ঘৰত
বীণাতো শুৱলা ধ্বনি কায়েচৰ গীত
পৰিলে হঠাতে আহি, তোমাৰ কাণত ।।
মুৰুলীৰ মাত শুনি, তাহানি কালত ।।
হইছিল যেনে দশা ব্ৰজ গোপিনীৰ,–
কায়েচৰ গীত শুনি হ'লা উন্মাদিনী
তুমিও, সুন্দৰি ! হায় ! ওলালা বাহিৰ ।
প্ৰাণৰ দেৱতা, সতি ! মূৰ্তি কায়েচৰ
অকস্মাতে পাই, পুনু হাতে স্বৰ্গ পালা ;
ডিঙ্গিত সাৱটি ধৰি কান্দিলা বিনাই,
পাছত কি হ'ব কিন্তু একো নাভাবিলা ।।
উঠিলে পিতাক শুনি ধ্বনি কান্দোনৰ,–
দুয়োকেই দিলে বহুগালি অপমান ।
ধিয়াই তোমাৰে নাম, কায়েচে আকউ
অৰণ্যত গ'ল, ৰাখি তোমাতে পৰাণ ।।
মাৰাই তোমাক খঙ্গে বুলিব ধৰিলে,

---

(২) ছায়াল– নজিৰুদ্দিন নামে এজন বাদছাৰ পুতেক । এওঁৰ সম্পূৰ্ণ নাম "এৱনে ছায়াল" । এওঁৰে স'তে লায়লাক্ মাক বাপেকে বলেৰে বিয়া দিছিলে, কিন্তু লায়লাই বিয়াৰ দিনা ৰাতিয়েই এওঁক বিশেষ অপদস্থ কৰি, নিৰাশ কৰি খেদি পঠালে ।

(৩) নাওফল – এওঁ এজন বাদছা, এওঁ প্ৰথমতে লায়লাৰে স'তে বিয়া দিম বুলি, মজনুক বনৰ পৰা নগৰলৈ লৈ গৈছিলে, পাছত লায়লাৰ কপত নিজে মুহিত হৈ মজনুক বিহ খুৱাই মাৰিবলৈ চেষ্টা কৰিছিল । কিন্তু ঈশ্বৰে তেওঁৰ আশা ফলৱতী নকৰিলে । মজনুক খুৱাবলৈ থোৱা বিহ, ভুল ক্ৰমে নিজে পান কৰি, তেওঁ সংসাৰৰ পৰা চিৰ বিদায় ল'লে ।

"কুল কলঙ্কিনী তই, লায়লা ! ডাইনি !
নাজানো কি পাপ ফলে ধৰিলা গৰ্ভত
জীয়াৰী নিচিনা তোৰ মিছাতে পাপিনী !
দেখাব নোৱাৰা হ'লো তোৰ কাৰণেই
মানুহক মুখ তই কলঙ্ক আনিলি !
কায়েচৰ প্ৰেমে মজি পবিত্ৰ বংশত
কলঙ্কৰ নইৰ পানী আনন্দে ঢালিলি ।।"
মাতৃৰ মুখত শুনি কঠোৰ বচন,
ধীৰে ধীৰে তুমি, সতি ! বুলিব ধৰিলা,-
"প্ৰেম প্ৰণয়ৰ মই একোকে নাজানো,-
মিছাতে ইমান, মাতৃ ! কিয় গালি দিলা ?
বালি ঘৰ সাজি সাজি উমলি ফুৰোঁতে
সৰু বয়সত, সেই তাহানি কালত,
কায়েচে সইতে মোৰ ভালপোৱা হয়,-
গালি দিছা নেকি, মাতৃ তাৰেই দোষত ?
কিন্তু কি কৰিম ? মই কৰিছোঁ যতন
সেই স্নেহ ভালপোৱা নোৱাৰি ভুলিব ;
ঈশ্বৰৰ ইচ্ছা মাতৃ ! মোত দোষ নাই !-
কায়েচৰ চিন্তা মোৰ নিতউ থাকিব ।।
এই বুলি তুমি, সতি ! কান্দিব ধৰিলা,
কায়েচক ধ্যান কৰি হিয়াৰ মাজত ;
"কায়েচ! কায়েচ !! কৰি হ'লা উন্মাদিনী
বিৰহৰ তাপ স'ব নোৱাৰি প্ৰাণত ।।
তাৰ পাছে, আহা ! সতি ! দুষ্টা নচিৰণে[৪]
পাহৰাবলৈ কত কৰিছিলে ছল
কায়েচৰ প্ৰেম,- কিন্তু মহাসতী তুমি,
নুভুলিলা কায়েচক, লায়লা অটল !
এদিন থাকোঁতে শুই, পুৱতি ৰাতিত
দেখিলা সপোন তুমি তোমাৰ কাৰণে,-
তোমাৰ বিৰহ জ্বালা সহিব নোৱাৰি,
ত্যজিলে কায়েচে প্ৰাণ বনত গোপনে ?
"লায়লা ! লায়লা !!" বুলি মৃত্যুৰ আগত
কান্দিছিলে বহু যেন উন্মাদৰ দৰে,-
তাৰ পাছে, - বিষাদৰ হুমুনিয়াহ কাঢ়ি
ত্যজিলে পৰাণ যেন দুখিত অন্তৰে ।।
সাৰ পালা তুমি, সতি ! কান্দিব ধৰিলা
সপোনত দেখা পাই মৃত্যু কায়েচৰ,-
মাৰাৰ পাৱত ধৰি, ক'লা কান্দি কান্দি,
"আজি শেষ হল মাতৃ এই জীৱনৰ ।।
অভাগিনী কলঙ্কিনী লায়লা তোমাৰ
দায়-দোষ ক্ষমা কৰাঁ, - মাগিছোঁ বিদায়,-
যাওঁ আজি সিৰাজ্যত গইছে যলই
পৰাণৰ প্ৰাণ মোৰ, বহু দুখ পাই ।
দেখিলো স্বপ্নত, মাতৃ ! মজনু আৰু নাই !-
নাই মৰ জগতত, নৰ দেহা এৰি
গইছে স্বৰ্গত আজি, উঠি বিমানত
প্ৰাণৰ কায়েচ মোৰ দেৱমূৰ্তি ধৰি ।।

মজনু মোৰ প্ৰাণ, মাতৃ ! মজনুৰ মৃত্যুত
লায়লাৰো মৃত্যু হ'ল,- নাকান্দিবা তুমি ;
জনম অৱধি দিলোঁ বহুত কেলেশ,
ক্ষমা কৰা অপৰাধ মই অভাগিনী ।।
কিন্তু যদি মৃত্যু হোৱা নাই কায়েচৰ ;
ভাগ্য বলে, - যদি তেঁৱে স'তে দেখা হয়,

কৰা, মাতৃ ! নুভুলিবা লায়লাৰ কথা,
কিৰূপে পৰাণ আজি তিয়াগিলো মই ।।
এই বুলি তুমি, সতি ! মুদিলা দুচকু ;
অন্তৰত কৰি ধ্যান মূৰ্তি কায়েচৰ ;
নশ্বৰ জীৱন এৰি, পালা স্বৰ্গ লোক
অনন্ত সুখৰ ঠাই অনন্ত প্ৰেমৰ ॥

---

(৪) এজনী বুঢ়ী

# উচ্ছুৰ্গা

## প্ৰাণধিকা ঁবিমলা আইদেওলৈ

বিমলা ! – মৰমৰ ভনীটি ।
আজি পূৰা ১১ বছৰ হ'ল

তুমি আমালোকৰ মায়া পৰিত্যাগ কৰি অনন্ত
ধামলৈ গৈছা ! গৈছা হয়, – কিন্তু তোমাৰ
সেই সুৰলা মধুৰ 'মাজু কাই'
মাতষাৰি তোমাৰ
"মাজুকাই"ৰ কাণত বীণা ধ্বনিৰ দৰে আজিও
বাজিছে । আজি মনত কি – এক
অনিৰ্বচনীয় ভাৱ লই, তোমাৰ
পৱিত্ৰ নাম এই ক্ষুদ্ৰ পুথিখনিৰ
লগত সংযোজিত কৰিলো ।
বিশ্বব্যাপী জগত পিতাই তোমাৰ আত্মাক
শান্তি দিয়ক ।

১৪ এপ্ৰিল, ১৯১৪ — ইতি

যোৰহাট । — তোমাৰ মৰমৰ

"মাজুকাই"

## প্ৰথম ছোৱা

Then, pilgrim, turn thy cares forego,
All earth born cares are wrong;
Man wants but little here below
Nor wants that little long."
— GOLDSMITH.

১

"বনবাসী হেৰা যোগি ! চোৱা মোৰ ফালে,
অকলশৰীয়া মই, দিয়াঁ দেখুৱাই
বাট-পথ, জ্বলে য'ত সেই জুইকুৰা
কই দিয়া মোক,যোগি ! তাত কেনি যায় ?"

২

বাট হেৰুৱালো মই, অকলে অকলে
ঘূৰি-পকি অৰণ্যত কৰিছোঁ ভ্ৰমণ ;
গইছোঁ যিমানে মই, সিমানে বহল
লাগিছে মনত মোৰ এই ঘোৰ বন ।।

৩

"ক্ষান্ত হোৱা তুমি, সোণ !" কলে যোগীটিয়ে
অকলে নালাগে যাব এই এন্ধাৰত,
সেয়া 'কালিকা'ৰ জুই, ছলিব' তোমাক
ভ্ৰমণ কৰিছে সেই অৰণ্য-মাজত ।।

৪

ঘৰবাৰী নাই যাৰ, যি অতি দুখীয়া,
ইয়াত (পঁজাত মোৰ) তেওঁ ঠাই পায় ;
খাবলই দ্ৰব্য মোৰ যদিও অলপ,
তথাপি যি আছে, তাকে দিওঁ উলিয়াই ।।

৫

তেন্তে, সোণ ! আজিলই ওলটোঁ, ওলটোঁ,
নিৰ্ভয় মনেৰে আহাঁ, যাওঁ কুটীৰত ;
যি পোৱা খোৱাঁহি তাকে, কৰাহি বিশ্ৰাম
কুশৰ শয্যাত বহি, সন্তোষ মনত ।।

৬

বনৰ মাজত চৰে হৰিণাৰ পাল,
সিহঁতৰ প্ৰাণ মই পালেও নহৰোঁ,
যি কৰে করুণা মোক, সেই ঈশ্বৰৰ
শিকনিত, সিহঁতক সদা স্নেহ কৰোঁ ।।

৭

অৰণ্যৰ শাকপাত গছ্গছনিৰ
সামান্য আহাৰ মই নিতে আনি খাওঁ ।
ফলমূল আদি কৰি, ঝৰণাৰ পানী
কুটীৰত থওঁ আনি যত্ যি যি পাওঁ ।।

৮

অতএব, হেৰাযাত্রি ! ওলটা, ওলটা,
চিন্তা এৰা, বৰ বেয়া চিন্তা সংসাৰৰ ;
জগতত মানুহৰ অলপ অভাৱ
সি অভাৱো, জানা যাত্রি ! মাথোঁ খন্তেকৰ ।।"

৯

পৰে যেনে পৃথিৱীত ধীৰেৰে নিয়ঁৰ,
তেনেক'ই যোগীটিৰ কথা শেষ হ'ল ;
তললৈ কৰি মুখ যাত্রীয়ে লাজত
যোগীটিৰ পাছে পাছে কুটীৰত গ'ল ।।

১০

নির্জন যোগীৰ পঁজা, শান্তি নিকেতন
বনৰ মাজতে ; - দূৰে, – আছিলে লুকাই
নিৰাশ্রয় বিদেশীৰ দীন দৰিদ্রৰ
পথভ্রষ্ট পথিকৰ আশ্রয়ৰ ঠাই ।।

১১

কুটীৰত এনেকুৱা একোটিকে নাই,
চোৰে নিব বুলি যাক যোগীটিৰ ভয়,
ডাঙ্গমেলি দুৱাৰৰ সোমাল কুটীৰ
দুয়োটিয়ে একে লগে লাহে লাহে গই ।।

১২

বিশ্রাম লইছে সৰে এনুৱা কালত
শেষ কৰি কাজ কাম, পাই অৱসৰ,
যোগীটিয়ে কিন্তু তুষ্ট কৰিব' যাত্রীক
খৰি আনি, জুই ধৰি দিলে জুহালৰ ।।

১৩

যি আছিলে ফলমূল দিলে উলিয়াই,
খাব দিলে বিদেশীক সন্তোষ মনত,
সাধুকথা কই মেলি সাধু যোগীটিয়ে
কটাব ধৰিলে কাল ৰঙ্গ আনন্দত ।।

১৪

কুটীৰত ৰঙ্গ দেখি বিৰালী পোৱালি
ৰঙ্গত অধীৰ হই নাচিব' ধৰিলে,
জিলীয়ে জুৰিলে গান, জুই ফিৰিঙ্গতি
জুহালৰ কেউফালে উফৰি পৰিলে ।।

১৫

কিন্তু একোতেই যাত্রী নাপালে সন্তোষ,
নিৰানন্দ মন, হায় ! বিদেশী যাত্রীৰ
অন্তৰ বিষাদে ভৰা, টোপাটোপে পানী
ওলালে চকুৰ পৰা দুখী বিদেশীৰ ।।

## দ্বিতীয় ছোৱা

What is friendship but a name,
A charm that lulls to sleep,
A shade that follows wealth and fame,
But leaves the wretch to weep ?
And love is still an emptier sound
The modern fair ones' jest.
On earth unseen ----------------"

**GOLDSMITH.**

১

যোগীটিয়ে বিদেশীৰ জানি মনোদুখ
দেখাই সহানুভূতি নিজ হৃদয়ৰ
সুধিলে গম্ভীৰ ভাৱে " দুৰ্ভগীয়া ডেকা ।
কৰিছা কিহত দুখ ? ই দুখ কিহৰ ?

২

ইদৰে ফুৰিছা নেকি দ্বন্দ্ব-হাই কৰি
কাৰো সঁতে, আপোনাৰ ঘৰবাৰী এৰি ?
সি বুলি তোমাৰ নেকি চকুলো ওলায় ?
কান্দিছা শোকত মুখ বুকুত লুকাই ?

৩

বন্ধুত্বৰ প্ৰতিদান নাপালা হবলা ?
ভাল পোৱা পোৱি নেকি নহয় নিচেই ?
পাইছিলা যাক ভাল, তেওঁৰে সইতে
ঢালিছিলা ভালপোৱা মিছাতে তেনেই ?

৪

সম্পদৰ লগে লগে যিটো সুখ আহে,
অতি তুচ্ছ সেই সুখ, শীঘ্ৰে পায় ক্ষয়,
তাতোকই আৰু তুচ্ছ যিটে সি সুখক
মূল্যবান বস্তু ভাবি হৃদয়ত লয় ।।

৫

বন্ধুত্ব কি ? বন্ধুত্ব যে একোৱে নহয়,
অস্তিত্ব ইয়াৰ মাথোঁ 'বন্ধু' শবদত,
যাদুমন্ত্ৰ মাত্ৰ ইটো টোপনি-নিওৱা
ঐশ্বৰ্য্য যশৰ ছায়া সম্পদ কালত ।।

৬

ভাল পোৱা কথাটিয়ে নিচেই অসাৰ,
উঠি অহা গাভৰুৰ মাত্ৰ উপহাস ।
জগতৰ ভিতৰত নেদেখি ইয়াক,
অলপো নাপায় কতো ইয়াৰ আভাস ।।

৭

'লাজৰ বিষয় ইটো, হে নিৰ্বোধ ডেকা
শোক দুখ এৰি দিয়া তুমি হৃদয়ৰ ।
অদ্যাৱধি কৰাঁ ঘৃণা তিৰোতা জাতিক,
বিষম সৌৰভ সেই মোহিনী ফুলৰ ।।'

৮

এই বুলি যোগীটিয়ে ৰ'ল মনে মনে,
লাজত মুখনি কিন্তু আৰক্তিম হই
এৰি অহা মৰমৰ অতিথিৰ আগে
ধীৰে ধীৰে অন্তৰৰ দিলে ভাব কই ।।

৯

বিস্ময় চকুৰে চাই, দেখিলে যোগীয়ে,
আকাশ মাজত যেনে পুৱা সময়ত
বিবিধ বৰণ জ্বলে, জ্বলিলে সিৰূপে
বহু শোভা, নানা সাজে চকুৰ আগত ।।

১০

লাজুকী মুখনি আৰু ওখ বুকুখনি
যোগীটিৰ অন্তৰত সুমুৱালে ভয়,
সুন্দৰী বিদেশী যাত্ৰী পাছে ধীৰে ধীৰে
গাভৰু ছোৱালী বুলি দিলে পৰিচয় ।।

১১

"বিদেশিনী মই, দেৱ ! অতি অভাগিনী,
ক্ষমা কৰাঁ দোষ মোৰ, মই অসহায় !
সোমালো পাপিনী আহি পৱিত্ৰ ঠাইত,
কৰিলেহি অপৱিত্ৰ উপাসনা-ঠাই ।।

১২

ক্ষমা কিন্তু দোষ মোৰ, ভাল পোৱায়েহে
আনিছে ইয়াত মোক ঘূৰাই ফুৰাই !
ভ্ৰমিছো ইদৰে মই, শান্তি বিচাৰিছোঁ
নৈৰাশত বাজে কিন্তু শান্তি পোৱা নাই !!

১৩

আছিল আমাৰ ঘৰ টাইনী দাঁতিত
অতুল ঐশ্বৰ্য্য ধন আছিল অপাৰ,
সকতে মৰিল আই, মাউৰী ছোৱালী
আলাসৰ লাডু মই আছিলো পিতাৰ ।।

১৪

বিয়া কৰাবলৈ মোক ধলে ধলে ডেকা
আহিছিল প্ৰতিদিন পিতাৰ কাষত,
দেখুৱাই দিলে মোক ভাব প্ৰণয়ৰ
ভালে মানে, মোহ গই মোৰ সৌন্দৰ্য্যত ।।

১৫

বহুত ডেকাই লই মণি কেৰু ধন
আহিছিল দিনে দিনে মোক নিবলই,
আহিছিল এটি ডেকা নিচেই পাছত
এডুইন্ নামেৰে, ভৰা প্ৰেমেৰে হৃদয় ।।

১৬

অন্তৰ সৰল, সেই সুন্দৰ মু-খনি
কপটতা বোলে কাক নাজানে অকণি,
মোৰ আশাতেই তেওঁ আহিছিল সদা,
কোৱা নাই কিন্তু মোক একো প্ৰেম কথা ।।

১৭

পিন্ধেসাজ সাধাৰণ (নহয় বিলাসী)
দৰিদ্ৰ এডুইন, নাই ঐশ্বৰ্য্যৰ বল,
নিজৰ বিজ্ঞতা গুণ সম্পত্তি তেওঁৰ,
ভাবিছিলো তাকে ময়ো প্ৰকৃত সম্বল ।।

১৮

মোৰ কাষৰত বহি ফুলনি মাজত
গাইছিলে গীত যৱে সুললিত সুৰে,
প্ৰেমগীতে ভৰিছিলে গোটেই ফুলনি,
ভৰিছিল মৃদু-বায়ু ফুলৰ গোন্ধেৰে ।।

১৯

ৰাতিপুৱা ফুলা ফুল, নিয়ঁৰৰ টোপা
যদিওবা মনোহৰ, পৱিত্ৰ নহয়,
এডুইন্‌ৰ মন সেই হৃদয়ৰ ভাব
পৱিত্ৰতা - ভৰা বুলি জানিছিলো মই ।।

২০

গোলাপৰ ফুল আৰু নিয়ঁৰৰ টোপা
আপোন ৰূপত কৰে খন্তেক উজ্জ্বল !
এডুইনৰো ৰূপ তেনে, কিনো দূৰ দৃষ্টি !
হৃদয়ৰ ভাব মোৰ থিৰেৰে নৰ'ল ।।

---

(The river Tyne) টাইন নামেৰে নইৰ দাঁতিত৷এই নই ইংলণ্ডৰ উত্তৰফালে অৱস্থিত ।

২১
বৃথা গৌৰৱত, হায় ! গৰৱিনী হই
এডুইনৰ প্ৰস্তাৱত নহ'লো স্বীকৃত !
কৌশলে তেওঁক নানা ছলেৰে ভুলাই
ফুৰিছিলো মাথোঁ দুয়ে ফুলনি বাৰীত ।।

২২
নানা ৰূপে তেৱেঁ স'তে কৰিছিলো ৰঙ্গ,
কৰা নাই কিন্তু মোক এদিনকে খঙ্গ,
যেতিয়া প্ৰণয়ে আহি পৰ্শিলে হৃদয়,
তেওঁৰ দুখত ৰঙ্গ কৰিছিলো মই ।।

২৩
মোৰ উপেক্ষাতে হই বিষণ্ণ নৈৰাশ,
সঁপি গ'ল তেওঁ মোক দুখৰ হাতত,
নিৰ্জ্জন ঠাইত গই গোপনে গোপনে
ত্যজিলে পৰাণ তেওঁ দুখ বেজাৰত ।।

২৪
মোৰে সেই দোষ, হ'ল মোৰেই অহিত !
নিজাপ্ৰাণে নিজাদোষ কৰি পৰাচিত,
যি ঠাইত কৰে তেওঁ অনন্ত শয়ন,
সি ঠাইত গই মই ত্যজিম জীৱন ।।

২৫
সি ঠাইত গই মই অকলে অকলে
বিসৰ্জ্জিবলই প্ৰাণ থাকিম বিৰলে,
মোৰ কাৰণেই তেওঁ ত্যজিলে পৰাণ,
তেওঁৰ নিমিত্তে ময়ো তিয়াগিম প্ৰাণ ।।"

## তৃতীয় ছোৱা

No never from this hour to part.
We'll live and love so true,
The sigh that rends thy constant heart,
Shall break thy Edwin's too.

**GOLDSMITH.**

১
"নকৰে ঈশ্বৰে যেন এনুৱা তোমাৰ"
এই বুলি যোগীটিয়ে তুলিলে কোলাত
সাদৰে ছোৱালীটিক । গালি দিওঁ বুলি,
খঙ্গমনে চাই, তেওঁ দেখিলে হঠাত ;

২
পৰাণতো বেছি প্ৰিয় হাতে এডুইন্‌ৰ
সাদৰে তেওঁক লই কৰিছে আদৰ ।।
"এডুইন্ - মোহিনী, প্ৰিয়ে ! এডুইন্‌ৰ প্ৰাণ,
চোৱাছোঁ ফুৰাই চকু, হেৰোৱা এডুইন্
চেনেহি ! তোমাক লই সাদৰে কোলাত
শোভিছে কি ৰূপে আজি পৱিত্ৰ গহীন ।।

৩
ইৰূপে তোমাক আজি লই হৃদয়ত
দুখ শোক চিন্তা মোৰ দিওঁ বিসৰ্জ্জন ;
পৰস্পৰে দুয়ে আৰু নোহোঁ এৰা-এৰি,
তুমিয়ে সৰ্ব্বস্ব মোৰ, তুমিয়ে জীৱন ।।'

৪
ইৰূপে কটাম কাল, ইৰূপে উভয়ে
ভাল পাম ইটে সিটে কোনো সময়ত
নোহোঁ যেন এৰা এৰি, হুমুনিয়া যিটে
অঙ্গিলা ! * তোমাক শোক দিব হৃদয়ত,
সেই হুমুনিয়া মোকো বিনাশ কৰিব
তোমাৰ বিৰহ মই নোৱাৰো সহিব ।।"

---

* Angelia ক অঙ্গিলা বোলা হৈছে ।

"One tear I'll shed to form a crystal shrine
Of all that's grand, immortal, and divine.

* * *

To add one leaf, Oh, Shakespeare! to thy bays.,
How vain the effort and how mean my lays!
Immortal Shakespeare! O'er thy hollow'd page,
Age becomesTaught, and youth is e'en made sage."

**Lucein Buonaparte.**

মহাকবি চেক্সপীৰ

"And for all time he wears the erown
Of lasting, limitless renown ;
He reigns, whatever monarchs fall,
his throne is in the heart of all."

— **Gerald Massey.**

# পাতনি

"ভাল বন্দী পালা তুমি, দুৰাশা ডাকিনী !–
কৰিব' তোমাৰ পূৰ মনৰ কামনা ;
কোৱাইছা যেই-সেই তুমি, পিশাচিনী ।–
যেই-সেই কৰাইছা নকৰি ভাৱনা !!"

আমাৰ অনন্ত দুৰাশাৰ অন্ত নাই ! জগতৰ সৰ্বপ্ৰধান কবি, কবিকুল শিৰোমণি চেক্সপীৰ ক'ত ? আৰু আমাৰ নিচিনা ক্ষুদ্ৰতকৈও ক্ষুদ্ৰ ; নগণ্য প্ৰাণী ক'ত ? অথচ, দুৰাশা ডাকিনীয়ে পাই আমাক যি ইচ্ছা তাকে কৰাইছে !!

এই 'ডেচ্‌দিমোনা' কাব্যখনি আমাৰ সেই দুৰাশাৰেই ফল ! মহাকবি চেক্সপীৰৰ "ওথেলো" নাটকৰ প্ৰধান নায়িকা 'ডেচ্‌দিমোনা'ৰ ছয়া লৈ এই ক্ষুদ্ৰ কাব্যৰ অৱতাৰণা । মৰমিয়াল পাঠক-পাঠিকাসকলে যেন লিখোঁতাৰ দুঃসাহস মাৰ্জনা কৰে, ইয়াকেহে গোহাৰি কৰিলোঁ ।

শেষত কওঁ, যে এই পুথিখনি লিখিবৰ আজি বহুত দিন হ'ল । নানাৰকম অসুবিধা গতিকে, ইমান দিনে পুথিখনিয়ে ৰাইজৰ আগত দেখা দিব নোৱাৰিছিল । সম্প্ৰতি আমাৰ "আসাম পাবলিছিং হাউচৰ বিদ্যোৎসাহী মেনেজাৰ শ্ৰীযুত জিতেন্দ্ৰ কুমাৰ দাস মহোদয়ে আগ্ৰহ কৰি ইয়াক প্ৰকাশ কৰে । এই কাৰ্যৰ নিমিত্তে তেখেতৰ ওচৰত লিখোঁতা চিৰঋণী, আৰু, লগে লগে, পাঠকসকলৰো তেখেত শলাগৰ পাত্ৰ ।

ইতি

২৯।১।১৭– লিখোঁতা

# সমৰ্পণ

পৰম কল্যাণীয়া
শ্ৰী মতী জয়দা আইদেউ
নগাঁও,- আসাম।

মৰমৰ ভনীটি!

দিছিলে ঈশ্বৰে মোক দুটি মাত্ৰ ধন
"ভনীটি" নামেৰে,- মোৰ ভনীটি স্নেহৰ !
দুৰ্ভাগ্যৰ ফলে, এটি কৰিলে হৰণ
অকালত নিদাৰুণ কালে কৃতান্তৰ !!
"সুৰেণৰ" মৃত্যু- শোক নউ পাহৰোঁতে,
চকুৰ চকুলো মাৰ নউ যাওঁতেই,
নুমলীয়া সৰুভনী লাহৰী বিমলা
কন্দালে দুনাই মোক কান্দি থাকোঁতেই ॥
দুটি ভনীটিৰ তুমি একেটি ভনীটি
আছা সংসাৰত মাথোঁ- কিবা দিম মই,
নিতান্ত কঙ্গাল, হায় ! একো নাই মোৰ,
আছে মাথোঁ শোকতাপ ব্যাকুল হৃদয়,-
আৰু আছে দুচকুত চকুলো দুধাৰি,
বিষাদৰ হুমুনীয়া, নিৰাশা মনত,-
কোলালোৱা দুটি হাত- মৰমত মতা
মুখৰ "ভনীটি" মাত নিৰস মুখত ॥

আৰু সেই তাহানিৰ অকৰা আঙ্গুলি
যাৰ স'তে গাঁথিছিলে মালা পলাশৰ
উন্মাদিনী 'বিৰহিণী' 'মইনা' 'মালিতা'
'মালচ' 'আঁজলি' 'ধ্বংস কমতা পুৰৰ'
'আভাস' আভাসময়ী চিত্ৰ ৰমণীৰ
অফুটন 'ঢোপাকলি' চেঙ্গেৰা কালৰ
'বৈদেহীৰ নিৰ্বাসিন' চকুলোৰে ভৰা
'তিৰোতাৰ আত্মদান' জয় সাগৰৰ ॥
বীৰ প্ৰসৱিনী এই আসাম ভূমিৰ
মূৰ্তিমতী শক্তিৰূপা, ভীম নিনাদিনী
বীৰ কন্যা, বীৰাঙ্গনা বিধৱা গাভৰু
মূলা নামে তাহানিৰ 'আহোম ৰমণী'
সেই আঙ্গুলিৰে গঁথা 'ডেচদিমোনা' মোৰ,
অতি হেঁপাহত দিলো তোমাৰ হাতত,
ককায়েৰে গঁথা বুলি পিন্ধিবা ডিঙ্গিত,
ইয়াকেই খাটোঁ মাথোঁ তোমাৰ কাষত ॥

ইতি
তোমাৰ মৰমৰ
'সৰু ককাইদেউ'

ভদৰি বৰবৰুৱাৰ আলি
২৯ চেপ্তেম্বৰ -১৯১৪
বিজয়াদশমী

# মহাকবি চেক্সপীৰ

জানো দিলে বীণাপাণি বীণা আপোনাৰ
বজাব তোমাক, কবি ! দেখি যোগ্যবান,
সি বীণাতে গাই, জানো, সুমধুৰ গীত
কৰিলা মোহিত তুমি মানৱৰ প্ৰাণ ॥
দিলে জানো চিত্ৰলেখা লেখনী নিজৰ
আঁকিলা মোহিনী ছবি কিবা চমৎকাৰ,
মিৰেণ্ডা, জেচিকা আৰু ডেচদিমোনা সতী
লিউক্ৰেটীনা, ওফিলীয়া চিত্ৰ জুলীয়াৰ ॥
কাব্য-ফুলনিত তুমি কবিৰূপী কুলি,
কি বসন্তে কি হেমন্তে সকলো কালতে,
আন্ধাৰত পোহৰত মনৰ হৰিষে
গালা মধুময় গীত মধুৰ সুৰতে ॥
প্ৰণামো তোমাক আমি,কৰিকুলমণি !
মৰিও অমৰ তুমি বিখ্যাত জগতে ॥

'মালচ' (অপ্ৰকাশিত)

# প্ৰস্তাৱনা

"The eye of Genius glistens to admire
How memory hails the sound of Shakespear's lyre"

**Leucein Buonaparte.**

মহাকবি চেক্সপীৰৰ কবি প্ৰতিভা সাহিত্য জগতত অতুলনীয়। বিশেষকৈ তেওঁৰ 'মেকবেথ', 'হেমলেট', 'ওথেলো' আৰু 'কিং লিয়েৰ' এই নাটক চাৰিখনি কবিৰ অপূৰ্ব সৃষ্টি।

'ডেচদিমোনা'— কবিৰ 'ওথেলো' নাটকৰ প্ৰধান নায়িকা, ব্ৰেবান্তিও নামে ভেনিচৰ এজন মন্ত্ৰীৰ একমাত্ৰ ছোৱালী, অতুল ঐশ্বৰ্যৰ অধিকাৰিণী আৰু জগতত অতুলনীয়া সুন্দৰী। ডেচদিমোনা সুন্দৰী যেনে, তেওঁৰ ক্ষুদ্ৰ অন্তঃকৰণত প্ৰেমো তেনে অসীম,— ভালপোৱাও তেনে গভীৰ। সেই প্ৰেম আৰু ভালপোৱা কিন্তু ওথেলো নামে এক কৃষ্ণকায় "মুৰ" বা কাফ্ৰিৰ ভাগ্যত। ওথেলো ভেনিচৰ প্ৰধান সেনাপতি। ডেচ্‌দিমোনাৰ দৰে ওথেলোও এজন প্ৰেমিক পুৰুষ, কিন্তু he loved too well but not wisely, অৰ্থাৎ ওথেলোৱে ডেচ্‌দিমোনাক হৃদয়বান পুৰুষৰ দৰে ভাল পাইছিল সঁচা, কিন্তু তেওঁৰ সেই ভালপোৱা জ্ঞানবান পুৰুষৰ ভালপোৱাৰ দৰে নাছিলে।

ওথেলোৰ ভাগ্য অনুকূল নহয়। ডেচ্‌দিমোনাৰ সেই অসীম ভালপোৱা আৰু পৱিত্ৰ প্ৰেম ওথেলোৰ ভাগ্যত সৰহ দিনলৈ নাথাকিল। মাজতে হঠাৎ ঈৰ্ষাৰূপী বহ্নি সোমাই হতভগীয়া ওথেলোৰ জীৱনৰ সুখ শান্তি পুৰি ভস্মীভূত কৰিলে।

এই ঈৰ্ষাগ্নিৰ মূল হৈছে "ইয়াগো", — ইয়াগো স্বয়ং পাপ বা চয়তানৰ অৱতাৰ। ইয়াগো এজন সৈনিক। কেচিও নামে ইয়াগোতকৈ বয়সত সৰু এজন সৎস্বভাৱৰ সৈনিক আছিল। ওথেলোৱে ইয়াগোক তল কৰি কেচিওক পদোন্নতি দিলে, ইয়াতেই ইয়াগোৰ হিংসাৰ জুই দপ দপ কৰি জ্বলি উঠিল। ইয়াগোৰ বিশ্বাস কেচিও তেওঁতকৈ অনেক গুণে নিকৃষ্ট,— অথচ তেওঁৰ নিজৰ পদোন্নতি নহৈ কেচিওৰ হল, ই নিতান্ত অন্যায়। ইয়াগোৱে ভাবিলে যে তেওঁৰ পক্ষে এইটো মহৎ অন্যায় কৰা হৈছে,— আৰু এই অন্যায় আচৰণ মূল হৈছে ওথেলো। কাজেই ইয়াগোৱে এতিয়া ওথেলোৰ সৰ্বনাশ কৰিবলৈ সুবিধা চাই ফুৰিবলৈ ধৰিলে।

সুবিধা চাই, ইয়াগোৱে এদিন ঘৈণীয়েকৰ হতুৱাই ডেচ্‌দিমোনাৰ ৰুমাল এখন চুৰ কৰাই আনি, কেচিওৰ চোলাৰ জেপত গোপনে সুমাই থলেহি। এই ৰুমালখন ওথেলোৱে প্ৰেমৰ চিন স্বৰূপে ডেচদিমোনাক দিছিল। ইয়াগোৰ ঘৈণীয়েকৰ নাম এমিলীয়া, — এমিলীয়া

ডেচ্‌দিমোনাৰ সখী। ইফালে ইয়াগোৱে– ডেচ্‌দিমাৰে কেচিওৰে ভিতৰত গুপ্ত প্ৰণয় আছে বুলি ওথেলোৰ মনত মিছা মিছিকৈ বিষম সন্দেহ জন্মাই দিলে আৰু তাৰ প্ৰমাণ স্বৰূপে ওথেলোক মনে মনে মাতি নি কেচিওৰ চোলাৰ জেপত সেই ৰুমালখন দেখুৱাই দি কেচিওৰে সৈতে ডেচ্‌দিমোনাৰ অবৈধ প্ৰণয়ৰ প্ৰমাণ কৰি পেলালে।

হতভগীয়া ওথেলোৱে কিন্তু বুজিও যেন নুবুজিলে আৰু দেখিও নেদেখিলে। মন্ত্ৰমুগ্ধৰ দৰে, ইয়াগোৱে যিহকে কয়, তাকে ধ্ৰুৱ বিশ্বাস কৰিবলৈ ধৰিলে। ওথেলোৱে ভাবিলে,– ডেচ্‌দিমোনা– তেওঁৰ প্ৰাণৰ ডেচ্‌দিমোনা অসতী। ওথেলোৰ প্ৰাণৰ প্ৰাণ ডেচ্‌দিমোনা অসতী হ'ল। ওথেলোৱে ভাবিলে,– তেনেহ'লে এতিয়াও স্বৰ্গ আছে কিয়? এতিয়াও পৃথিৱী পতন হোৱা নাই কিয়? আৰু পৃথিৱীত পুণ্য কৌলৈ?– ধৰ্মৰ কি আৱশ্যক? ওথেলোৰ মূৰ ঘূৰিবলৈ ধৰিলে! – ওথেলো উন্মাদ হ'ল!! ওথেলোৰ হৃদয়ত ঈৰ্ষাৰ জুই দপ্ দপ্ কৰি জ্বলিবলৈ ধৰিলে!!

এই ঈৰ্ষাৰ জুয়ে ওথেলোৰ সোণৰ সংসাৰ পুৰি ভস্মীভূত কৰিলে! ওথেলো ঈৰ্ষাত জৰ্জৰিত হই, নিদাৰুণ যন্ত্ৰণাত অস্থিৰ হ'ল!! আৰু উন্মাদনাৰ দৰে ফুৰিবলৈ ধৰিলে! স্বামীৰ এনেকুৱা অকস্মাৎ পৰিৱৰ্ত্তন দেখি, ডেচ্‌দিমোনাই একো বুজিব নোৱাৰি, কাৰণ সোধাত, ওথেলোৱে গোটেই ঘটনাটো ডেচ্‌দিমোনাৰ আগত ভাঙ্গি নক'লে। এইটো ওথেলোৰ মহাভ্ৰম!

এই খিনিতে দাৰুণ হিংসাৰ অভিনয় আৰম্ভ হ'ল!! হাতত এখন তৰোৱাল লৈ, ডেচ্‌দিমোনাৰ শোৱনি কোঠাত সোমাই, নিদ্ৰিতা ডেচ্‌দিমোনাৰ মুখৰ ফালে চাই– উন্মাদ ওথেলোৱে কবলৈ ধৰিলে ঃ

"It is the cause, it is the cause, my soul ;
Let me not name it to you, you chaste stars!
It is the cause ? yet I'll not shed her blood,
Nor scar that whiter skin of hers than snow,
And smoth as monumental alabaster.
Yet she must die, else she'll betray more men
Put out the light, and then put out the light :
If I quench thee, thou blaming minister,
I can again thy former light restore,
Should I repent me ; — but once put out thy light,
Thou Cunning'st pattern of excelling nature,
I know not where is that promeltean heat
That can thy light relune. when I have plucek'd the rose,

I can not give it vital growth again,

It needs must wither : - I'll smell it on the tree."

এই বুলি নিদ্ৰিতা, ডেচদিমোনাৰ গালত চুমা এটি খাই ওথেলোৱে আকৌ কবলৈ ধৰিলেঃ–

One more, One more.

But thus when thou art dead, and will kill thee,

And love thee after. one more, and this the last:

so sweet was ne'er so fatal. I must weep,

But they are cruel tears; this sorrow's heavenly,

It strikes where it doth love.—"

উন্মাদ অৱস্থাৰ এনেকুৱা আবৃত্তিবিলাকৰ পৰা ওথেলোৰ সেই সময়ৰ মানসিক অৱস্থাৰ ভালকৈ পৰিচয় পোৱা যায়। ওথেলোৰ উন্মাদ অৱস্থা সাধাৰণ উন্মাদৰ দৰে নহয়; ওথেলোৰ উন্মত্ততাত বিশেষত্ব আছে,– এই উন্মত্ততা বিশেষৰূপে ভাবি চাব লগা।

অৱশেষত দাৰুণ হিংসাৰ বশৱৰ্তী হৈ, ওথেলোৱে ডেচ্‌দিমোনাক, তাৰ পাছত ইয়াগোক হত্যা কৰিলে,– আৰু নিজৰ ভ্ৰম বুজিব পাৰি শেষত নিজেও আত্মঘাতী হ'ল!

"ভ্ৰান্তি!

নিৰ্মল জোনৰ তুমি কলঙ্কৰ চিন!

অজ্ঞান অবোধ, হায়! ভ্ৰান্তি কলঙ্কিনী!

কি যে ভাল কি যে বেয়া, নাই একো ভিন!!

*  *  *

তোমাৰ ছলতে ভুলি কত ভ্ৰান্ত জনে

ধ্বংস কৰে আপোনাৰ সোণৰ সংসাৰ!!

ওথেলোৰ ভাগ্যতো সেয়েই হ'ল! ওথেলোই আজি ভ্ৰান্তিৰ ছলনাত পৰি, আপোনাৰ সোণৰ সংসাৰ পুৰি ছাই কৰিলে!

ইতি

লিখোঁতা

"Of one that loveđ not wisely but too well ;
Of one not easily jealous, but, being wrought,
perplex'd in the extreme ; of one whose hand,
like the base Indian, threw a pearl away
Richer than all his tribe ; of one whose subdued eyes,
Albet unused to the melting mood,
Drop tears as fast as the Arabian trees
Their medicinable gun.—"

**Othello-Act v. scene II**

১

ব্রেবান্তিক[১] কন্যা তুমি, জন্ম ভেনিচত,
সর্বৰূপ গুণযুতা, অতীৱ সুন্দৰী,
ঐশ্বর্য ধনৰ কিন্তু আশা পৰিহৰি
মন প্ৰাণ সঁপিছিলা তুমি ওথেলোত[২] ॥
কৃষ্ণবর্ণ 'মুৰ'[৩] বংশে জন্ম ওথেলোৰ,
আছিলে ওথেলো নিজে অতি কদা কৃতি,
কিন্তু শুনি গল্পচ্ছলে বীৰোচিত কীর্তি
ওথেলোতে দিলো সঁপি জীৱন নিজৰ[৪] ॥
ওথেলো তোমাক পাই স্বৰ্গ ঢুকি পালে,
ওথেলোক পাই তুমি ভাহিলা সুখত ;
কিন্তু হায় ! কান্দে প্ৰাণ ! কপাল দোষত
দুষ্ট ইয়াগোৱে[৫] পাছে বিপদ ঘটালে ॥
অন্তৰ কু-ভাবে ভৰা দুষ্ট ইয়াগোৰ
ইয়াগো নীচ প্ৰকৃতি, পাপীষ্ট দোৰ্ঘোৰ॥

২

কত ষড়যন্ত্ৰ কৰি, কান্দি উঠে প্ৰাণ !
কেচিওৰে স'তে[৬], সতি ! দিলে অপবাদ
দুষ্টমতি ইয়াগোৱে – সন্দেহ জন্মাই
ওথেলোৰ অন্তৰত, ঘটালে প্ৰমাদ !!
সতীব্ৰত কৰি, সতি ! বিষম সন্দেহ
উন্মাদৰ দৰে হল স্বোৱামী তোমাৰ
বিষাদ ডাৱৰে আহি বেলি ওথেলোৰ
ঢাকিলে হঠাত, হায় ! কৰি অন্ধকাৰ ॥
কত যে হেঁপাহ কৰি হৃদয় ক্ষেত্ৰত
যি লাহৰী আশালতা ৰুলে ওথেলোই
বিষম সন্দেহৰূপী কালমূৰ্তি ৰ'দে
সেই লতা অকালত পেলালে শুকাই !!
সন্দেহৰ সাগৰত ভাহিলে ওথেলো,–
উন্মাদ ওথেলো আজি শান্তি হেৰুৱাই !!

৩

কান্দি উঠে প্ৰাণ, সতি ! নচলে লেখনী,
কঁপি কঁপি উঠে হিয়া পৰিলে মনত
গভীৰ দুপৰ নিশা, কি মনত ভাবি
আহিল ওথেলো যৱে তোমাৰ কাষত ॥
উন্মাদৰ দৰে হায় ! (টোপনি তোমাৰ)
তোমাৰ মু-খনি চাই মন প্ৰাণ হৰা
বুলিলে ওথেলো,– "জানো, এয়েই কাৰণ ।
"চাই যোৱাঁ আহি, হেৰা আকাশৰ তৰা
পুনু মনে ভাবি কিবা, বুলিলে আকউ
"তোমাক নকৰো আজি হত্যা প্ৰাণ প্ৰিয়া
ঢোপাকলি ফুলপাহি নউ ফুলোতেই
কি সতেৰে কৰোঁ নাশ ? বিদৰিছে হিয়া !!

---

১। Brabantio : এওঁ ডেচ্‌দিমোনাৰ (Desdemona) বাপেক ।
২। Othello : এওঁ ডেচ্‌দিমোনাৰ স্বামী ।
৩। Moor বুলি এজাতি মানুহ । এই জাতিৰ মানুহবিলাক বৰ ক'লা আৰু কদাকাৰ । ওথেলোও এই মুৰ জাতীয়ই ।
৪। ডেচ্‌দিমোনাই বহুত ৰূপবান গুণবান আৰু ঐশ্বৰ্যশালী ৰজা বিলাককো প্ৰত্যাখ্যান কৰি, কৃষ্ণকায় মুৰ ওথেলোত প্ৰাণমন সমৰ্পণ কৰিছিল । প্ৰেমৰ ইতিহাসত ডেচ্‌দিমোনা জগতত চিৰস্মৰণীয় । সেই প্ৰেম ওথেলোৰ এক কথাতেই প্ৰকাশ পাইছে :– She loved one for the dangers I had passed, and I loved her that she did pity them."
৫। Iago– এওঁ এজন সৈনিক, এওঁ বৰ কুপ্ৰকৃতিৰ মানুহ আছিল
৬। Cassio এওঁ এজন সৈনিক । ইয়াগোৱে মিছা ষড়যন্ত্ৰ কৰি এওঁৰে সৈতেই ডেচ্‌দিমোনাক অপবাদ দিয়ে । ওথেলোৰ মনত বিষম সন্দেহ উপস্থিত হৈ, উন্মাদৰ দৰে হয় ।

ই বুলি হাতৰ পৰা দিলে দলিয়াই
তৰোৱাল খনি, সতি ! কাঢ়ি হুমুনীয়া !!

৪

পুনু কিবা ভাবি মনে, ললে তৰোৱাল
আপোন হাতত তুলি স্বামীয়ে তোমাৰ !
দীঘল দুখৰ এটি হুমুনীয়া কাঢ়ি
উলিয়ালে দুচকুত চকুলো দুধাৰ ॥
ঘোৰ টোপনিত তুমি ! চাই তোমালৈই
বুলিব' ধৰিলে শোকে, "ওথেলোৰ প্ৰাণ !
"বিশ্বাস - ঘাতিনী কিয় হ'লা এনেকুৱা ?
আৰু হ'বা অবিশ্বাসী থাকিলে পৰাণ !!
শুনা, জ্বলি থকা চাকি শোৱনি কোঠাৰ !
তোমাক নুমাওঁ যদি, পুনু ইচ্ছা হ'লে,—
জ্বলাব পাৰিম ; কিন্তু জীৱনৰ চাকি
নুমালে প্ৰিয়াৰ হায় ! আকউ নজ্বলে !!
চিঙিলে গোলাপ পাহি লেৰেলি শুকাব,
গছত থকাৰ দৰে আৰু নোগোন্ধাব ॥"

৫

আপোনাৰ মুখখনি ধীৰেৰে চপাই
আনিলে ওথেলো ডেচি ![৭] লাহৰী গালত
তোমাৰ, পৰাণ ভৰি খালে এটি চুমা,
জীৱনৰ শেষ চুমা, কত হেঁপাহত ॥
আৰু এটি খালে, ডেচি ! বুলিব' ধৰিলে
উন্মাদৰ দৰে চাই তোমাৰ মুখনি,—
আৰু এটি, প্ৰাণ প্ৰিয়া ! ওথেলোৰ প্ৰাণ-!
আৰু দিয়া এটি চুমা হিয়াৰ জুৰণি ॥
ডেচ্‌দিমোনা ! প্ৰাণপ্ৰিয়া ! — ওথেলো পিশাচ !
শিলেৰে বন্ধাই হিয়া আজি অকালত
বধিম তোমাৰ প্ৰাণ ! থাকিবানে প্ৰিয়ে ।
ই মোহনী মূৰ্তি লই মৃত্যুৰো পাছত ?
তোমাৰ মৃত্যুত, প্ৰিয়ে । কান্দিম বিনাই !
দিয়া খাওঁ চুমা এটি হেঁপাহ পূৰাই ॥

৬

মোহ মায়া, ভালপোৱা, স্নেহ সংসাৰৰ
কৰ্তব্য পথত যেন জেং বগৰিৰ !
মুহূৰ্ত্তৰ' পাছে যাৰ প্ৰাণৰূপী পখী
এৰি যাব দেহ - সজা নশ্বৰ শৰীৰ ॥
কি আশ্চৰ্য লীলা, হায় ! বুজিব নোৱাৰোঁ
তালই ওপজে মায়া ? তালই মৰম ?
প্ৰণয়ৰ মোহ তাত ? তাত ভাল পোৱা ?
কিয় জন্মে ? কিয় - হয় নুবুজোঁ কাৰণ ॥"
এই বুলি পুনু, সতি ! স্বামীয়ে তোমাৰ
কি ভাব মনত লই, আকউ হাতত
ললে তৰোৱাল তুলি, কাঢ়ি হুমুনীয়া
হিয়া বিদাৰক এটি ঘোৰ বিষাদত !!
টোপাটোপে চকুপানী ওলালে চকুৰ,
কান্দিলে, ওথেলো, হায় ! দাৰুণ শোকত ॥

৭

কি ভাব মনত, হায় ! পুনু উপজিলে,
আকউ তোমাক চাই বুলিব' ধৰিলে,—
"আছিল এদিন, ডেচি ! মোৰ জীৱনত
বাজিছিল এই মূৰ্তি হিয়াৰ মাজত,
কি ঘৰত কি পৰত জাগন্ত নিদ্ৰাত
খাওঁতে শোওঁতে, প্ৰিয়া ! প্ৰতিমা তোমাৰ
সতত সঙ্গিনী মোৰ,— পৰাণৰ সখী
হৃদয়ৰ অধীশ্বৰী, শান্তিৰ আধাৰ ॥

৭। 'ডেচ্‌দিমোনাক সম্বোধনত "ডেচি" বোলা হৈছে।'

কিন্তু, প্ৰিয়ে ! কি কাৰণে জ্বলালা অগণি
ওথেলোৰ হৃদয়ত ? কিয়নো ঘঁহিলা
কলঙ্কৰ মহি, প্ৰিয়ে ! নিৰ্মল মুখত ?
পৱিত্ৰ বংশত কিয় কলঙ্ক আনিলা"
হে ঈশ্বৰ ! কৃপা কৰি কৰাঁ দৈৱবাণী
ডেচ্‌দিমোনা পতিব্ৰতা সতীত্বৰ খনি ॥"

৮

ধীৰে ধীৰে সাৰ পাই, উঠিলা, সুন্দৰি !
চকুমেলি চাই, তুমি স্বামীক দেখিলা,
(ডেচিৰ প্ৰাণৰ প্ৰাণ হৃদয় দেৱতা)
বিষাদিত দেখি মুখ, সাদৰে সুধিলা
"কিয় আজি বিষাদিত দেখো, প্ৰাণনাথ ?
বিমৰ্ষ তোমাক দেখি, কান্দিছে হৃদয় !"
সুধিলে ওথেলো ধীৰে, "সুমৰাণে, প্ৰিয়ে !
ইষ্ট দেৱতাক নিতে শুবৰ সময় ?"
বুলিলা, সুন্দৰি ! তুমি, "যাৰ প্ৰসাদত
তোমাহেন সৰ্বগুণী পালো স্বামীধন,
সেই পিতা ইষ্টগুৰু জগত পতিক
নিতউ ডেচিয়ে কৰে ভক্তিৰে স্মৰণ ॥
সকলোৰে পিতা তেওঁ সৰ্বশক্তিমান,
তেওঁক নিতউ কৰোঁ ভক্তিৰে প্ৰণাম ॥"

৯

বুলিলে ওথেলো, সতি ! "পৰাণৰ ডেচি !
জীৱনত যদি তুমি জ্ঞান অজ্ঞানত
কৰি থাকা কিবা পাপ, সিটোৰ নিমিত্তে
অনুতাপ কৰা, প্ৰিয়ে ! প্ৰভুৰ কাষত ॥
সেই পিতা পূৰ্ণব্ৰহ্ম ঈশ্বৰৰ ঠাই
ক্ষমা মাগা, প্ৰিয়ে ! তুমি অতীত পাপৰ
অন্তিমত কৰা ধ্যান হিয়াৰ মাজত
ভকতি মনেৰে ল'তে নাম ঈশ্বৰৰ ।"

স্বোৱামীৰ কথা শুনি, বুজিব নোৱাৰি,
বুলিলা, সুন্দৰি ! তুমি "চিৰ জীৱনত
আহিছোঁ সুমৰি, নাথ ! নাম ঈশ্বৰৰ,
বুজা নাই কিন্তু আজি কোৱা কি ভাৱত ॥
নতুন নহয় নাথ ! ঈশ্বৰৰ নাম,
নিতউ তেওঁক কৰোঁ অন্তৰত ধ্যান ॥"

১০

"পৰাণৰ ডেচি ! মোৰ ওথেলোৰ প্ৰাণ ।
পাপৰ নিমিত্তে ক্ষমা মাগা ঈশ্বৰক,
অঙ্গীকাৰ কৰি কওঁ, নবধো কদাপি
মৃত্যুৰ নিমিত্তে সাজু নোহোৱা জনক ॥
কিন্তু তুমি লোৱা সেই অতীত পাপৰ
অনুতাপ কৰা আজি সি পাপ সুমৰি,
সাক্ষী আছে চন্দ্ৰ, তৰা নবধো তোমাক ।"
ই দৰে তোমাক কলে স্বামীয়ে, সুন্দৰি !
আশঙ্কিত হই, ডেচি ! বুলিলা স্বামীক
"কইছা হত্যাৰ কথা নেকি, নাথ ! তুমি ?"
"হয়, প্ৰিয়ে ! তাকে কওঁ" বুলিলে ওথেলো ।
কঁপিলে তোমাৰ প্ৰাণ সেই কথা শুনি ।
কঁপি কঁপি ক'লা, "নাথ ! অগতিৰ গতি
ৰাখোক ডেচিক প্ৰভু জগতৰ পতি ॥"

১১

"ময়ো তাকে কওঁ, প্ৰিয়ে ! বুলিলে ওথেলো,
অন্তৰে সইতে কওঁ, ৰাখোক ঈশ্বৰে ।"
তেন্তে, নাথ ! তুমি হত্যা নকৰা ডেচিক
অকালত আজি ? তুমি বুলিলা সাদৰে ॥
ওথেলোঃ "কৰা তুমি অনুতাপ অতীত পাপৰ
সি পাপৰ ক্ষমা মাগা প্ৰভুৰ কাষত ;
নতুবা, নিশ্চয় আজি বধিম তোমাক
সচাঁ কথা ক'লো, প্ৰিয়ে তোমাৰ আগত ॥"

ডেচ্‌দিমোনাঃ "স্ত্রীবধ কৰিব খোজা কি কাৰণে তুমি ?
কোনে দিলে এনেকুৱা প্ৰবৃত্তি, হে নাথ ?
বিশ্বাসঘাতিনী মই নহওঁ তোমাৰ,
দ্বিচাৰিণী পত্নী মোক নাভাবা হঠাত ॥
ডেচিৰ স্বোৱামী তুমি, তুমি ডেচি প্ৰাণ,
খাওঁতে শোওঁতে মোৰ তুমিয়েই ধ্যান ॥"

১২

ওথেলোঃ "পৰাণৰ ডেচি ! তুমি আছিলা এদিন
স্বৰগৰ দেৱী, কিন্তু আজি ৰাক্ষসিনী !
চোৱাঁ আপোনাৰ হিয়া, কলঙ্কৰ ৰেখা
আপুনি আঁকিলা তুমি, হই কলঙ্কিনী ।"
"হিয়াৰ মাজত মোৰ" বুলিলা, সুন্দৰি !
কলঙ্ক-ৰেখাৰ চিন ক'তো, নাথ ! নাই,
আছে মাথোঁ এটি মূৰ্তি, সি মূৰ্তি তোমাৰ
ডেচিয়ে মনত যাক নিতউ ধিয়াই ॥"
"সি পাপতে, তেন্তে, প্ৰিয়ে ! মৰণ তোমাৰ"
তুলিলে ওথেলো ধীৰে ! বুলিলা, সুন্দৰি !
"মৰণৰ ভয়, নাথ ! নকৰে ডেচিয়ে ;
কিন্তু, নাথ ! কোৱা মোক আজি কৃপা কৰি,
সন্দেহ কিয়নো কৰা মোৰ চৰিত্ৰত ?
ভাঙ্গি কোৱাঁ মোক, নাথ, ধৰিছোঁ পাৱত ॥"

১৩

ওথেলো ঃ "প্ৰণয়ৰ উপহাৰ ; ভালপোৱা চিন
"দিছিলো তোমাক, প্ৰিয়ে ৰুমাল পাটৰ ;
"সি ৰুমালখনি তুমি দিলা কেচিওক
"গোপনীয়ভাৱে চিন গুপ্ত প্ৰণয়ৰ ॥"
"স্বোৱামীৰ কথা শুনি হলা আচৰিত,
"কান্দি কান্দি ক'লা, ডেচি ! "নহওঁ নিশ্চয়
"বিশ্বাসঘাতিনী মই তিৰোতা তোমাৰ,
"পৱিত্ৰ কেচিও, নাথ ! কলঙ্কী নহয় ।
"কেচিওৰে মোৰে প্ৰেম ভাই-ভনী প্ৰেম,
"সি প্ৰেমত পাপ ভাৱ লেশো, নাথ ! নাই,
"নাই দিয়া কেচিওক প্ৰেম-উপহাৰ,
"ৰুমাল পাইছে জানো বাটত হেৰাই ॥
"মিছা কলঙ্কৰ মাথোঁ এই অপবাদ ;
কেচিও পৱিত্ৰ, নাথ ! নিৰ্মল স্বভাৱ ॥"

১৪

তোমাৰ মুখত শুনি এনুৱা বচন
বাঢ়িলে সন্দেহ আৰু সন্দিগ্ধ প্ৰাণত
ওথেলোৰ, ক্ৰোধমনে ল'লে তৰোৱাল
কাটিবৰ মনে তুলি আপোন হাতত ॥
কম্পিত অন্তৰে তুমি বুলিব' ধৰিলা,
চকুপানী টুকি, ধৰি স্বামীৰ পাৱত,
"নাকাটিবা আজি নাথ ! যদি ইচ্ছা থাকে,
কাটা মাৰা যেই কৰা, কৰিবা দিনত ॥
নকৰোঁ মৃত্যুৰ ভয়, ভাগ্যৱতী বুলি
ভাবিম নিজকে, নাথ ! তোমাৰ হাতত
প্ৰাণ যদি যায় মোৰ, যদি মৃত্যু হয়
তোমাৰ মুখনি দেখি অন্তিম কালত ॥
স্বামী পৰম গুৰু তিৰী জনমৰ,
গুৰুৰ হাতত মৃত্যু ফল সৌভাগ্যৰ ॥"

১৫

ওথেলো ঃ "সেয়ে যদি হয়, ডেচি ! এই মুহূৰ্ত্ততে
কি হেতু নোহোৱা সাজু মৃত্যুৰ কাৰণে ?
মৰণৰ ভয় কিয় কৰিছা মনত ?
"কিয় কঁপা ? কিয় কান্দা সঘনে সঘনে ?"
দুখেৰে বুলিলা তুমি, "ডেচিৰ পৰাণ !"
এয়ে মাথোঁ মনস্তাপ – এয়ে মাথোঁ ভয়
বিষম সন্দেহ ৰ'ল মনত তোমাৰ
ই চিন্তাত মাথোঁ মোৰ দহিছে হৃদয় ॥

ক্ষান্ত হোৱা আজি, নাথ ! ৰাতিটো পুৱালে
সন্দেহ তোমাৰ মই গুচাম মনৰ—
কাটা মাৰা যেই কৰা, কৰিবা তেতিয়া
এয়েই প্ৰাৰ্থনা মোৰ শেষ জীৱনৰ ॥
বিশ্বাসঘাতিনী মই নহওঁ তোমাৰ,
"পুৱা হ'লে, দিম, নাথ ! প্ৰমাণ ইয়াৰ ॥"

১৬

ওথেলোঃ "সাজু হোৱাঁ, প্ৰিয়ে ! তুমি মৃত্যুৰ নিমিত্তে
'প্ৰমাণত আৰু মোৰ নাই প্ৰয়োজন !"
"খন্তেক অপেক্ষা কৰা তেন্তে প্ৰাণনাথ !"
বুলিলা, সুন্দৰি ! শুনি স্বামীৰ বচন ॥
"যি পাপিনী কলঙ্কিনী" বুলিলে ওথেলো
জ্বলালে অগনি মোৰ হিয়াৰ মাজত,
খন্তেকো থাকিব দিয়া সেই পাপীষ্ঠাক
উচিত নহয় আৰু এই জগতত ॥

* * * * *

ডেচ্‌দিমোনা ! প্ৰাণপ্ৰিয়া ! ওথেলোৰ প্ৰাণ !!
লোৱা, প্ৰিয়ে ! কৰা এয়া সাদৰে গ্ৰহণ
সংসাৰৰ ভালপোৱা, স্বামীৰ মৰম,
জীৱনৰ প্ৰতিদান ! প্ৰেম পৰিণাম ॥"
এই বুলি কৈয়ে, সতি ! হিয়াত তোমাৰ
তৰোৱালে স'তে ঘাপ মাৰিলে দুবাৰ ॥

১৭

কান্দি উঠে প্ৰাণ, ডেচি ! হিয়া ফাটি যায় !
অথিৰ অৱিৰ হই ঘোৰ যন্ত্ৰণাত
ধৰ্‌ফৰ্ ধাৰ্‌ফাৰ্ কৰিলা বহুত
বোৱাই তেজেৰে নই শোৱনি কোঠাত !!

"কি হ'ল ? কি হ'ল ?" বুলি আহিলে সোমাই
ইয়াগোৰ পত্নী, সখী এমিলীয়া[৮] তোমাৰ,
ভয়ঙ্কৰ কাণ্ড দেখি, কান্দিব ধৰিলে,
ইনাই বিনাই টুকি চকুলো দুধাৰ ॥
ডিঙ্গিত সাবটি ধৰি সুধিলে এমিলীয়াই
"কাৰ দোষে, সখী ! আজি ই দশা তোমাৰ ?"
"কাৰো নাই দোষ, সখী !" বুলিলা সুন্দৰি !-
"আপোনাৰ কৰ্মফল ! দোষ আপোনাৰ !!"
এই বুলি আদ্যোপান্ত বুলিলা সখীক,—
শুনিলে এমিলীয়া টুকি চকুলো দুধাৰ !!

১৮

কান্দি কান্দি ক'লে সখী এমিলীয়া তোমাক
"তেনে, সখী ! মোৰ দোষে ই দশা তোমাৰ !
"স্বোৱামীৰ কূট্ বুদ্ধি, মোৰ মূৰ্খামিত
অকালত পালে ধ্বংস সোণৰ সংসাৰ !!
বুজিব নোৱাৰি, সখী ! স্বামীৰ ছলনা
মনে মনে দিলো আনি ৰুমাল তোমাৰ !
হায় ! সখী । আজি দেখোঁ সেই ৰুমালেই
অগনি জ্বলাই পোৰে তোমাৰ সংসাৰ !!
ই পাপৰ ফলে, জানো, (কান্দিছে পৰাণ !)
নৰকতো স্থান মোৰ নহ'ব নিশ্চয় !"
এইবুলি কান্দি সখী ক'লে ওথেলোক,—
"সেনাপতি ! সখী মোৰ অসতী নহয় ॥
'কৌশল - জালত পৰি দুষ্ট মানুহৰ
বিশ্বাসঘাতিনী ভাবা সখীক প্ৰাণৰ ॥"

১৯

কাঢ়ি এটি হুমুনিয়া চকু দুটি মেলি

---

৮ Emilia ------------- Iagoৰ ঘৈণীয়েক । এওঁ ডেচ্‌দিমোনাৰ সখী । এৱঁেই গিৰিয়েকৰ ফুচুলনিত ডেচ্‌দিমোনাৰ ৰুমালখন চুৰ কৰি আনি Iagoৰ হাতত দিয়েহি ।

বুলিলা সখীক, "ডেচি ! সখী মৰমৰ !
আনে কটা নাই মোক, কাটিলো নিজেই,
নিজেই কৰিলো শেষ এই জীৱনৰ ॥
নাকন্দিবা তুমি, সখী ! মোৰ বেজাৰত
নুটুকিবা চকুপানী, সকলো মৰিম,
আৰু নাথ । নাকান্দিবা তুমিও শোকত,
মৃত্যুৰ পাছতো মই ইয়াকে চিন্তিম,
জীৱনে মৰণে যেন তুমিয়েই স্বামী
সি জন্মতো স্বামী যেন তোমাকেই পাওঁ
অনন্ত প্ৰেমেৰে ভৰা স্বৰ্গৰ মাজতো
তোমাৰ পাৱতে যেন দেহাটি বিকাওঁ ॥"
এই বুলি চকু দুটি মুদিলা, সুন্দৰী !
স্বৰগত গ'লা পাছে দেহা পৰি হৰি ॥

২০

নাপালা দেখিব' তুমি, তোমাৰ শোকত
এমিলীয়া সখীয়ে, ডেচি ! ত্যজিলে পৰাণ
আপোনা-আপুনি কাটি আপোনাৰ ডিঙ্গি
সখী - প্ৰেম-মৰমৰ দেখাই প্ৰমাণ ॥
এমিলীৰ মুখে শুনি ৰুমালৰ কথা,

ষড়যন্ত্ৰ ইয়াগোৰ পাৰিলে বুজিব
স্বামীয়ে তোমাৰ, ডেচি ! পতিব্ৰতা তুমি ;
ঘোৰ সন্তাপত পাছে ধৰিলে কান্দিব ॥

নেদেখিলা তুমি, ডেচি ! ওথেলো তোমাৰ
প্ৰাণৰ স্বামীয়ে, সতী ! দাৰুণ হিংসাত
সংহাৰিলে দুষ্টমতি ইয়াগোৰ প্ৰাণ !

(ই দশা তোমাৰ আজি যাৰ মন্ত্ৰণাত !!)
কোনে জানে, ইয়াগোৰ আত্মা যাব ক'ত ?
পাবনে স্বৰগ ? নেকি ৰ'ব নৰকত ?

২১

নেদেখিলা তুমি, ডেচি ! ওথেলো তোমাৰ
নৰহত্যা অপৰাধে অপৰাধী আজি,
তোমাৰ শোকত হই বিয়াকুল প্ৰাণ
উখহালে দুয়ো চকু শোকে কান্দি কান্দি !!
বুলিলে শোকেৰে, ডেচি ! ওথেলোৰ প্ৰাণ !
ওথেলো - হৃদয় দেৱী ! তুমি যোৱা গই,
অনন্ত প্ৰেমেৰে ভৰা স্বৰ্গৰ মাজত
খেলিবা আনন্দে তাত দেৱকন্যা লই ॥
কিন্তু প্ৰিয়ে ! নুভুলিবা ভ্ৰান্তিৰ বলতো
নাকিবা হিয়াত তুমি ছবি প্ৰণয়ৰ
তুমি আমি একো নাই মাথোঁ ছায়ামায়া
ছায়ামায়া দুয়ো যায় পাছে দুদিনৰ ॥
সংসাৰৰ ছায়াবাজি বুজিব' নোৱাৰি,
হুৰোঁ মাথোঁ মূৰ্খ আমি প্ৰণয় বিচাৰি ॥"

২২

নেদেখিলা তুমি, ডেচি ! এই বুলি কৈয়ে
তৰোৱালে স'তে ৰেপি ডিঙ্গি আপোনাৰ ,
তোমাৰ বিৰহ-তাপ সহিব নোৱাৰি,
ধালখাই পৰি গ'ল ওথেলো তোমাৰ ॥
ডিঙ্গিত সাবটি ধৰি খাই এটি চুমা
শোকেৰে বুলিলে,– "ডেচি ! বিদৰিছে হিয়া
"মৃত্যুৰ আগেয়ে মই খাইছিলো চুমা,
অন্তিমতো খাওঁ এটি,– চুমা এটি দিয়াঁ ॥"
এই বুলি দুয়ো গালে খালে দুটি চুমা,
উন্মাদ ওথেলো আজি দোৰ্যোৰ উন্মাদ !
"প্ৰাণপ্ৰিয়া ডেচি !" বুলি মুদিলে দুচকু,
পৰিহৰি প্ৰাণ, পাছে, ভুলিলে বিষাদ !!
ভ্ৰান্তিৰ ছলত পৰি আজি হাহাকাৰ !
ভস্মীভূত হ'ল পুৰি সোণৰ সংসাৰ ॥

(১১-৫-১৩)

Scorn not the Sonnet ....... with this key
Shakespeare unloked his heart, the melody
Of this small hite gave ease to petrarch's wound ;
A thousand times this pipe did Tasso sound ;
With it Camoens soothed an exile's grief ;
The Sonnet glittered a gay myrtle leaf
Amid the cypress with which Dante crowned
His visionary brow : a glow-worm lamp,
It cheered mild Spenser, called from faeiryland
To struggle through dark ways ; and, when a damp
Fell round the path of Milton, is his hand
The Ring became a trumpet ; Whence he blew
Soul- animating strains ................

—*Wordsworth*

**শোক-সন্তপ্ত পিতা**

# উছৰ্গা

***বিপিন কুমাৰ বৰুৱাৰ উদ্দেশ্যে**
**বিপিন! মোৰ প্ৰাণৰ সোণ!**

তুমি ১৪ বছৰ কাল এই সংসাৰ-প্ৰবাসত প্ৰবাস খাটি তাৰ অন্তত সকলোৰে মায়া-মোহ, পৰিত্যাগ কৰি গত ইংৰাজী ১৯২১ চনৰ ২৪ আগষ্টৰ দিনা তুমি অনন্তধামলৈ গ'লা । প্ৰবাস এৰি তুমি নিজ ঠাইলৈ গ'লা, পৰম কাৰুণিক পৰম পিতাৰ শান্তিময় পাদপদ্মত আশ্ৰয় ললাগৈ ; তাত দুখ কৰিবলৈ আমাৰ কোনো কাৰণ নাই । অন্তৰত এয়ে দুখ থাকিল– তোমাৰ অন্তিম সময়ত তোমাৰ মুখৰ অমিয়া মধুৰ 'দেউতা' মাত তোমাৰ সন্তপ্ত দেউতাৰাই শুনিবলৈ নাপালে । তোমাৰ সন্তপ্ত দেউতাৰাৰ হৃদয়ত এই দুখ জীৱনৰ শেষ মুহূৰ্তলৈকে অঙ্কিত থাকিল ।

সোণটি ! মোৰ প্ৰাণৰ বিপিন ! মুখত আৰু কথা নোলায়– বাক্‌ৰোধ হৈ আহিছে,-লেখনী অৱশ হৈছে । দয়াময় হৰিয়ে তোমাৰ পবিত্ৰ আত্মাক শান্তি দিয়ক, মা সৰ্বমঙ্গলাৰ কোলাত তুমি অনন্ত সুখে স্বৰ্গবাস কৰা । যোৰাঁ ! যোৰাঁ সোণ ! –

"Fear no more the heat of o' The sun.
Nor the furious winter's rager :
Thou thy wordly tusk hast done,
Home art gone, ................
Fear no more the frown o' the great ;
Thou art past the tyraut's stroke ;
Care no more to clothe and eat ;

...................................

—*Shakespeare*

চকলাটিঙ্গা
মাঘী-পূৰ্ণিমা
ইং ১৯২২ চন

তোমাৰ শোকসন্তপ্ত
দেউতা

# তলসৰা ফুল

"Take them, O Death : and bear away
Whatevar thou canst call thinc own ;
Thine image, stamped upon this clay,
Doth give thee that, but that alone.

Take them, O great Eternity :
Our little life is but a gust
Thane bends the branches of thy tree,
And trails its blossoms in the dust."

*—LONG FELLOW.*

# চকুলো

"Death, life, and sleep, reality and thought,
Assist me, God, their boundaries to know,
O teach me calm submission to thy will."

*— WORDSWORTH.*

১

নোলায় চকুলো মোৰ পুত্ৰৰ শোকত, প্ৰভু !
পুত্ৰ-শোক সন্তাপৰ নোহে ইটো চিন ।
ই যে মুকুতাৰ মালা, তোমাৰেই "প্ৰতিদান"
(দেৱ মনলোভা ৰত্ন) শোভে ৰাতি দিন ॥
তোমাৰে ফুলনিবাৰী, তোমাৰেই তৰুলতা,
যি ফুল ফুলিল তাত, তাৰে এটি আনি,
সপিলো পূজাৰ অৰ্থে ভকতি অন্তৰে আজি
তোমাৰ পাৱতে পুনু, লোৱা, প্ৰভু ! তুমি ॥
ই চকুলো নোহে মোৰ অপত্য শোকৰ চিন,
ই যে, প্ৰভু ! পুত্ৰৈলে নিৰ্মালি পিতাৰ,
(স্বৰ্গীয় অঞ্জনৰূপী) দুয়োটি চকুতে পিন্ধি,
আজীৱন ৰম চাই চৰণ তোমাৰ ॥
চকুলো দুধাৰি, প্ৰভু ! তোমাৰ নিৰ্মালি মোৰ,
অন্ত হব অন্তিমত, ভঙ্গ হব মোহ ঘোৰ ॥
২৪।৮।২১ বুধবাৰ ('চেতনা' ৩য় বছৰ, ২য় সংখ্যা)

২

চকুলো অঞ্জন মোৰ অমৰাৰ মনলোভা,
তোমাৰ পূজাৰ, প্ৰভু ! ইটো দিব্য "প্ৰতিদান" ;
ই অঞ্জন পিন্ধি মই আজীৱন চাম ৰই
জীৱনৰ সন্ধ্যাবেলা, পৰাণৰ অন্তৰ্দ্ধান ॥
পতিব্ৰতা সতী যেনে পিন্ধি সেন্দূৰৰ ফোঁট
পৰিহৰে ৰঙ্গমনে নিজৰ নশ্বৰ দেহা,
ই অঞ্জন পিন্ধি ময়ো সিৰূপে ত্যজিম, প্ৰভু !
ই দেহা নশ্বৰ মোৰ পাহৰি ভৱৰ বেহা ॥
পিন্ধি ই অঞ্জন মই আলিঙ্গন মহাচিতা,
লই ই অঞ্জন মই যাম মহাশ্মশানত ;
লগৰীয়া ই চকুলো চকুৰ অঞ্জন মোৰ,
আজীৱন সঙ্গী, মাথোঁ এৰা-এৰি অন্তিমত ॥
পঞ্চভূতী দেহা মোৰ শ্মশানত হ'ব ক্ষয়,
চকুৰ অঞ্জন মোৰ চকুলোও পাব লয় ॥
('বাঁহী' ১১শ বছৰ, ৭ম সংখ্যা)

৩

অন্তৰ্দাহ নোহে ইটো, নোহে প্ৰাণৰ বেদনা,
নোহে ইটো পুত্ৰশোক, পুত্ৰশোকৰ যাতনা ॥
মানৱী জন্মৰ ইটো স্বোপাৰ্জ্জিত কৰ্মফল,
বিভু-পূজা-লব্ধ দ্ৰব্য শান্তিময় সুবিমল ॥
সমৰ্পি পুত্ৰ সুখে তযু দুটি চৰণত,
পূজা কৰি আজীৱন সেই পদ-পঙ্কজত,
লভিছো ই ৰত্ন, প্ৰভু ! অতুল তোমৰ বৰ
মৰতত কৰ্মফল, অন্তৰ্দাহ অন্তৰৰ ॥
ইটো কৰ্ম-লব্ধ দ্ৰব্য, পূজান্তত শান্তি-জল,
ইটো তযু আশীৰ্বাদ, মোৰ পূৰ্ব পুন্য-ফল ॥
ই ৰত্ন যি লভে, প্ৰভু ! হিয়া তাৰ শান্তিময়,
শান্তি-সুধা পূৰ্ণ, তাৰ শান্তিৰ প্ৰবাহ বয় ॥
তুমি প্ৰভু ! যজ্ঞেশ্বৰ, যজ্ঞ মোৰ সমাপন,
দিলো পুত্ৰ পূৰ্ণাহুতি, কৰাঁহে তুমি গ্ৰহণ ॥

৪

নোহে ই বিষাদ মোৰ, শোক সন্তাপৰ ছাঁয়া
ই বিষাদ মহা ভস্ম, ধূৰ্জ্জতিৰ আভৰণ ;
ই ভস্ম সৰ্বাঙ্গে সানি আজীৱন ৰ'ম মই
বাট চাই জীৱনৰ সান্ধ্য-ৰশ্মি-সমাগম ॥
দেহাত ই ভস্ম পিন্ধি গাই গাই বিভু-নাম,
হিয়াক কৰিম বেদী বিভুক পূজাৰ স্থান ॥
শ্মশানক কৰি লম ঠাই মোৰ অন্তিমৰ,
সাঙ্গ হ'ব মহাযজ্ঞ এই নৰ জীৱনৰ ॥
শোক বিষাদৰ ৰেখা বিভুদত্ত নিৰমালি,

পূজাৰ অন্তৰ ইটো অতি স্নিগ্ধ শান্তিজল ;
ভক্তিৰে ই জল মই সৰ্বাঙ্গত ল'ম ঘঁহি
প্ৰাণে পাব চিৰশান্তি সুবিমল সুনিৰ্মল ॥
বিষাদ-বিভূতি মোৰ অন্তিমৰ আভৰণ,
প্ৰাণৰ অপূৰ্ণ আশা পূৰ্ণ হ'ব সম্পূৰণ ॥
সংসাৰৰ কৰ্মৰ ক্ষেত্ৰ, কৰ্মফল ভুঞ্জে জীৱ ;
হঁহা-কন্দা সকলোটি নিজ কৰ্মফল ;
তাৰ ফালে যদি কাৰো চকুলো ওলায় ক'তো,
কিবা দুখ তাত ? কিয় শোকত বিকল ?
নহয় চকুলোধাৰি, প্ৰভু ! তযু অভিশাপ,
হিয়াৰ কান্দোন তীব্ৰ কটাক্ষ তোমাৰ ;
পূজান্তত শান্তিজল, সুশীতল সুনিৰ্মল,
সন্তপ্ত প্ৰাণত শান্তি ই অশ্ৰু দুধাৰ ॥
দয়া কৰি, দয়াময় ! দিলা যি দুধাৰি অশ্ৰু,
ই দুটি চকুত মোৰ শান্তি সন্তপৰ,
তাক লৈ আজীৱন ধিয়াম নিতউ, প্ৰভু !
তযু পদ-অৰবিন্দ, বন্ধু অন্তিমৰ ॥
যেই অশ্ৰু দিলা আজি, ভক্তিৰে সি অশ্ৰু ঢালি ;
ধুৱাম শ্ৰীপদ তযু মই অন্তিমৰ বেলি ॥

৬

সেই চকুলোত তিতি, কৰি ল'ম মহাস্নান,
শুদ্ধ কৰি এই দেহা শোক-সন্তাপিত প্ৰাণ ॥
গাম, প্ৰভু ! আজীৱন– (শেষ ভাগ জীৱনৰ)
মধুৰ তোমাৰ নাম, শান্তি সুধা তাপিতৰ ॥
হিয়াখনি কৰি বেদী থাপিম থাপনা তাত,
কৰিম তোমাক পূজা, তুমি মহা যজ্ঞেশ্বৰ ।
জীৱন-যজ্ঞত দিম আহুতি ই দগ্ধ প্ৰাণ,
পূৰ্ণ হব কাম মোৰ, বাসনা ই জীৱনৰ ॥
সন্তপ্ত ই ক্ষুদ্ৰ দেহা পূৰ্ণাহুতি লোৱা বুলি
অশ্ৰুৰ অঞ্জলি সতে দিম শ্মশান-চিতাত ;
মুখে গাই তযু নাম শান্তিপূৰ্ণ সুধাময়,
ত্যজিম ই প্ৰাণ মোৰ, প্ৰভু ! সমৰ্পি তোমাত ॥
তোমাৰ শ্ৰীপদ-পদ্ম সবাৰে আশ্ৰয় স্থান, –
দয়াময় ! হ'ব পূৰ্ণ ইচ্ছা মনস্কাম ॥

৭

সৃজন সংহাৰ, প্ৰভু ! তোমাৰ বিচিত্ৰ লীলা,
হঁহা-কন্দা মানৱৰ তোমাৰ অপূৰ্ব খেলা ॥
ধন-জন পুত্ৰ-ভাৰ্যা সকলো তোমাৰ দান,
দিওঁতা, নিওঁতা তুমি, তুমি কৰ্তা, তুমি কাম ॥
সংসাৰত যিবা আছে, তোমাৰ বিভূতি, প্ৰভু !
মিছা 'মোৰ মোৰ' বোলোঁ, 'মোৰ' বুলি একো নাই
দিছা তুমি আছে সবে, নিলা তুমি, শূন্য ঘৰ,
শূন্য আশা, শূন্য হিয়া,চাৰিওফালে শূন্য প্ৰায় ॥
তোমাতে বিভূতি, প্ৰভু ! তুমি যদি নিয়া পুনু,
কিবা দুখ তাত কাৰ ? কাৰ কিবা হানি হয় ?
নিতান্ত অবোধ আমি, মিছা-মিছি মৰোঁ কান্দি,
অনৰ্থক কৰোঁ শোক মিছা 'মোৰ মোৰ' কৈ ॥
ঐশ্বৰ্য তোমাৰ, প্ৰভু ! নৰ-নাৰী সংসাৰৰ,
দিয়ন্তা-নিয়ন্তা তুমি, তুমি মূল সৃজনৰ ॥

৮

সংসাৰ অতিথিশালী, তুমি অধিকাৰী তাৰ,
পৰিশ্ৰান্ত নৰ আহি খন্তেক জিৰায় ;
বিশ্ৰাম-অন্তত পাছে তিয়াগি অতিথিশালী,
নিৰ্দিষ্ট কালত জীৱ পুনু গুচি যায় ॥
কত দেশ বিদেশৰ কত পথিকৰে স'তে
অতিথিশালীত ৰাতি দেখা-দেখি হয় ;
পুৱা হলে সবে উঠি আপোন গৃহলৈ যায়
দিহা-দিহি ৰঙ্গে ; তাৰ স্মৃতি মাথোঁ ৰয় ॥

সোণটি যে মোৰ প্ৰভু ! তেনুৱা পথিক মাথোঁ,
পৰিশ্ৰান্ত জীৱ এটি সংসাৰ পথত ;
খন্তেক বিশ্ৰাম হেতু আহিছিল সংসাৰত,
লভি সি বিশ্ৰাম গ'ল আপোন গৃহত ॥
তযু পদ-কোকনদ, প্ৰভু ! সকলোৰে ঘৰ,
জীৱনৰ আশ্ৰয় স্থান, পথশ্ৰান্ত পথিকৰ ॥

৯

কিন্তু সেই স্মৃতিফেৰি ৰাখি গ'ল সি পথিকে
মোৰ হৃদয়ত আঁকি সি যে মচিলে নাযায় ;
সি অতি চতুৰ শিল্পী, আঁকি গ'ল স্মৃতি-ছবি
জীৱন্ত সমান কৰি, হিয়া ফলিখনি পাই ॥
নিদ্ৰা যাওঁ, জাগে সেই স্মৃতি আহি অন্তৰত,
সাৰ পাওঁ, উঠি বহোঁ– আছে স্মৃতি তাৰ ;
কৰোঁতে তোমাৰ, প্ৰভু ! উপাসনা হৃদয়ত
দেখোঁ সেই চিত্ৰ, পুনু সেই মুক্তি বাৰে বাৰ ॥
উৰ্দ্ধ মুখে মুখ তুলি, চাওঁ আকাশৰ ফালে ;
তাতো সেই স্মৃতি-ৰেখা, তাতো সেই একে ছবি,
কি–এক তুলিৰে অঁকা, অপূৰ্ব ৰহণ-সনা
কি-এক অপূৰ্ব ৰূপ, যেন প্ৰভাতৰ ৰবি ॥
কি যে সি পথিক, প্ৰভু ! কিবা যে সি স্মৃতি তাৰ,
কত ভাবোঁ,–কত চিন্তো,– নাপাওঁ একোৰে পাৰ ॥

১০

যদিবা সি গুচি গ'ল ৰাখি গ'ল কিয় স্মৃতি ?
আপোনাৰ বস্তু কিয় নিনিলে লগতে তাৰ ?
কায়াৰ লগত ছায়া কিয়নো নগ'ল লই ?
কায়া গ'ল, কিয় মিছা থাকি গ'ল স্মৃতি-ভাৰ ?
শ্মশান-চিতাৰ বহ্নি নুমাইছে কেঁবাদিনো,
ভস্ম তাৰ কিয় মিছা লাগি ৰ'ল হৃদয়ত ?
মধুৰ লাহৰি মাত নিমাত হৈছে তাৰ,
কিয় তাৰ প্ৰতিধ্বনি পশে পুনু ই কাণত ?
তোমাৰ লীলাৰ মৰ্ম বুজিব নোৱাৰোঁ, প্ৰভু !
তুমি জানা, কিয় দিয়া, নিয়া কিয় কি ভাবত ;
মূৰ্খ আমি জানো মাথোঁ, দিয়ন্তা নিয়ন্তা তুমি,
তুমি আদি, তুমি অন্ত, সকলোৰে সংসাৰত ॥
কঠিন সমস্যা, প্ৰভু ! তযু সৃজন সংহাৰ ;
অতি মূৰ্খ আমি তাৰ কিবা পাম পাৰা-পাৰ ॥

১১

শ্মশান-চিতাৰ জুই যদি নুমাইছে তাৰ,
হিয়াৰ অগনি মোৰ তেন্তে কিয় নুনুমায় ?
অন্তিমত চিৰশান্তি হ'ল যদি তাৰ লাভ,
অশান্তিৰ সোঁতে আজি কিয় মোক উটুৱায় ?
যদি তাৰ চিৰসুখ তযু পদ কৰি লাভ,
শোকৰ প্ৰবাহ কিয় বয় মোৰ অন্তৰত ?
সি যে পৰাণৰ সোণ তাৰে একে প্ৰাণ মোৰ,
সি কান্দিলে কান্দো, হাঁহো হাঁহি দেখি সি মুখত ॥
সংসাৰত তাৰ সুখে জন্মিছিল মোৰো সুখ,
আজি সি স্বৰ্গৰ জীৱ, আছে সুখে স্বৰগত ;
কিয় জন্মে শোক তাত ? ইনো কি বিষম ভাব ?
কিয় জন্মে বিপৰীত, প্ৰভু ! তযু সৃজনত ?
এনুৱা বৈষম্য কিয় দেখি তোমাৰ সৃষ্টিত ?
বুজিব নোৱাৰোঁ তত্ত্ব তোমাৰে মাথোঁ বিদিত ॥

১২

নুমাই গইছে তাৰ শ্মশান-চিতাৰ বহ্নি
থাকিল থাকোক মোৰ অগনি হিয়াৰ
ই অগ্নি নহয় অগ্নি খাণ্ডৱৰ জ্বলা জুই
ই অগ্নি হোমাগ্নি প্ৰভু ! তোমাৰ পূজাৰ ॥

অগ্নিহোত্রী দ্বিজে যেনে নিতউ হোমগ্নি ৰাখে
অন্তৰৰ জুই ময়ো সিৰূপে ৰাখিম,
হৃদয়ক বেদী কৰি তাতেই তোমাক থাপি
সে অগ্নিতে প্ৰাণ মোৰ আহুতি ঢালিম ॥
পূৰ্ণ হ'ব যজ্ঞ মোৰ মৰ্ত্যৰ লালসা তৃষ্ণা
মানৱী জন্মৰ হ'ব মোৰ পূৰ্ণ কাম ;
তোমাৰ পাদ-পদ্মত বিকাম ই দেহা মোৰ,
চিৰশান্তি হ'ব লাভ সুশীতল প্ৰাণ ॥
দুখানি চৰণ তয়ু প্ৰভু ! শান্তি-নিকেতন
শান্তি দিবা হিতেশকো, ধৰিছোঁ তয়ু চৰণ ॥

১৩

মৰিলে সকলো যায় যদি, সঁচাকৈয়ে হয়,
সঁচা যদি তাতে শেষ সংসাৰত মানৱৰ,
তেন্তে তাৰ স্মৃতি কিয় অঁকা থাকে অন্তৰত,
সন্তপ্ত পিতাৰ তাৰ (সেই মূৰ্তি মনোহৰ) ?
মৃত্যুতেই শেষ যদি কি মন্ত্ৰেৰে যাদু কৰি
সোঁৱৰণি মনে মনে ধৰি আনে পুনু তাক ?
(ছায়াবাজী, ভোজবাজী বুজিব নোৱাৰোঁ একো)
দেখুৱাই আনি পুনু সেই মূৰ্তি দুৰ্ভগাক ?
মৃত্যুত নাথাকে একো, স্মৃতি কিয় থাকি গ'ল ?
মৰিলে নাপায় যদি সোঁৱৰণি ক'ত পায় ?
যদি সিটো অশৰীৰী কি কৰি স্বপ্নত আহে ?
কিয় দেখা দিয়ে আহি যদি তাৰ একো নাই ?
তোমাৰ সৃষ্টিৰ মৰ্ম বুজিব নোৱাৰোঁ আমি
তুমি মাথোঁ জানা মৰ্ম বুজা তত্ত্ব অন্তৰ্যামী ॥

১৪

যদি সি মৰিছে সঁচা, কিয় তাক লয় কোলা
শ্মশানে আদৰ কৰি ? কিয় কৰে আলিঙ্গন
চেনেহেৰে চিতা-অগ্নি ? কিয় নিবা মাতি তাক
আপোনাৰ পিতা কৰি সমাদৰে আৱাহন ?
তুমি তাৰ নিজ পিতা, তুমি জন্মদাত্রী মাতা,
তুমি আদি, অন্ত প্ৰভু ! তুমি জন্ম দিলা তাক ;
যদি তাৰ মৃত্যু সঁচা, – তেন্তে কিয় তাক নিবা
তোমাৰ কাষত মাতি, মৃত্যুৱে চুইছে যাক ?
মৃত্যুত অস্পৃশ্য নৰ তুমি কিয় চুবা তাক ?
পৱিত্ৰ শ্মশানে কিয় তাক তুলি কোলা ল'ব ?
মিছা, – তাৰ নাই হোৱা মৃত্যু,– তাৰ পুণ্য দেহা
মৰণো কি সাধ্যে, প্ৰভু ! তাৰ সেই দেহা ছুব ?
অন্তিমত মাথোঁ, প্ৰভু ! চাপিছে তোমাৰ কাষ
আপোনাৰ পুত্ৰ মোৰ ভাবি শান্তি বৰষিবা তাক ॥

১৫

মৰিলে নেদেখি ক'তো, অদৃশ্য সি মানুহৰ,
অদৃশ্য মৰ্ত্যত বুলি শুনো, সকলোৱে কয় ;
মৃত্যুতে ই নৰ দেহা ধ্বংস পায় সংসাৰত,
পঞ্চভূতী দেহা বোলে পঞ্চভূতে পায় লয় ॥
যদি সেয়ে হয়, প্ৰভু ! কিয় তেনে সন্ধ্যা হলে
তাৰ সহ-পাঠী-সব আহে সৱে ধৰলই,
তাৰ মূৰ্তি দেখোঁ তাত, তাৰ সহপাঠী স'তে
হঁহা, মতা, কথা কোৱা পাঠাভ্যাস কৰা মই ?
মহী তাৰ, পুথি তাৰ, দেখিলে তাৰ বসন,
কিয় তাক দেখোঁ, প্ৰভু ! তাৰ মূৰ্তি মনোহৰ ?
যদি সি মৰিছে সঁচা,– কিয় দেখোঁ তেন্তে তাক
তথা হই মোক চোৱা দুয়ো চকু কৰি থৰ ?
কিয় মোৰফালে চায় যদি তাৰ নাই প্ৰাণ ?
কি-ৰূপে বুজিম, প্ৰভু ! দিয়া মোক সেই জ্ঞান ॥

১৬

উচ্চাৰি বেদৰ শ্লোক (বেদ-মন্ত্ৰ-ধ্বনি কৰি)

পূজা কৰে বিপ্রসৱে (তযু পূজা সমাপন)
ক্রন্দনৰ ধ্বনি কৰি, তোমাক পূজিম বুলি
কৰিছোঁ, হে দয়াময় ! আজি মই আৱাহন ॥
অপত্য-শোকৰ চিন নোহে ই কান্দোন মোৰ,
শোক-ধ্বনি নোহে ইটো পুত্র-শোক সন্তাপৰ ;
ইটো, প্রভু ! পুণ্য শ্লোক, তোমাৰ পূজাৰ মন্ত্র,
হৃদয়-তন্ত্রীত উঠা ঐকতান আবেগৰ ॥
মহাঘোৰ কলিকাল বেদধ্বনি লুপ্ত-প্রায়,
কিম্বা অব্রাহ্মণ মই অধিকাৰ তাত নাই ॥
বেদধ্বনি পৰিবৰ্তে ক্রন্দনৰে ধ্বনি কৰি
তোমাক পূজিম প্রভু ! দুখানি চৰণ ধৰি,
ই ক্রন্দন-ধ্বনি মোৰ আজি' সেই বেদধ্বনি,
হিয়াখনি কৰি বেদী অৰ্ঘ্য দিম চকুপানী ॥

১৭

কোনে কয়, সি মৰিছে আত্মা অবিনাশী যাৰ ?
সেই আত্মা সৰ্বময় ; অজয়-অমৰ,
বিনাশিব সি অব্যয় আত্মা কাৰ সাধ্য আছে ?
আত্মাৰ বিনাশ নাই, নোহে আত্মা জড় ॥
পুৰাতন বস্ত্ৰখনি পৰিহাৰ কৰি নৰে
কৰে যেনেকে নৱ বসন গ্রহণ ;
সেই ৰূপে জীৰ্ণ ঘৰ নৰে কৰি পৰিত্যাগ,
অন্তিমত কৰে নৱ গৃহলৈ গমন ॥
ৰোগ-ৰূপী ধুমুহাই ভাঙ্গি দিছে গৃহ তাৰ ;
ভগ্ন গৃহ ত্যাগি গ'ল নতুন গৃহত ;
কিয় তাত দুখ হয় ? অবোধ মানৱ আমি
তাক ভাবি কান্দো কিয় মিছাতে শোকত ?
অবিনাশী আত্মা তাৰ, –তাৰ বিনাশ নহয় ;
পুৰাতন গৃহ ত্যজি জীৱ নৱ গৃহ লয় ॥

১৮

নতুবা সি পৰিশ্ৰান্ত, হইছে নিদ্রিত
মহানিদ্রা লভি আজি, ল'ইছে বিশ্ৰাম ;
বিশ্ৰাম অন্তত পুনু উঠিব আকৌ
নতুন সাজেৰে, লভি নতুন পৰাণ ॥
নৱ জন্ম, নৱ কৰ্ম, ভুঞ্জি তাৰ ফল,
নৱ উৎসাহেৰে পুনু নতুন ক্ষেত্রত
পুনৰ মুদিব চকু, পুনৰ বিশ্রাম
পাব জীৱ (সোণে) মোৰ পুনু অন্তিমত ॥
সি ৰূপে আমাৰো শেষ কৰ্ম জীৱনৰ
ঘটিব এদিন, কৰ্ম সমাপন কৰি, .
আমিও মুদিম চকু, মহানিদ্রা লভি
লভিম বিশ্ৰাম সৱে দুখ পৰিহৰি ॥
বিভু– অভিপ্রেত কৰ্ম, কৰ্মৰ অন্তত
সবাৰে বিশ্ৰাম আছে মৰ জগতত ॥

১৯

অমানিশা অন্ধকাৰ, তমসা-ৰজনী
তাৰ কৃষ্ণ আকাশৰ ডাৱৰেৰে ভৰা,
খহে এটি দুটি কৰি, লুকাই আঁৰত
নিৰলে অদৃশ্য হই আকাশৰ তৰা ॥
মোৰো যে তেনুৱা সোণ নক্ষত্র উজ্জ্বল,
বিষাদ কালিমা পূৰ্ণ জীৱনাকাশত,
অমানিশা জীৱনৰ অন্ধকাৰে ভৰি,
তাৰকাৰ দৰে আজি অদৃশ্য আঁৰত ॥
আকাশৰ তৰা যেন গগন মাৰ্গত
আকৌ ওলাব কালি ; জিকিমিকি জ্বলা
দেখিবু জগতে তাক নীলা গগনত
কৃষ্ণা ৰজনীক কৰা তাৰকা কুন্তলা ॥
সোণটিও সেইদৰে পুনৰ জন্মিব
জীৱনাকাশত কাৰো আকৌ শোভিব ॥

২০

যোৱাঁ, সোণ ! যোৱাঁগই, প্রাণৰ লাহৰি মোৰ !

মৰতৰ দিন হ'ল সমাপ্ত তোমাৰ ;
সংসাৰ-প্ৰবাস-কাল জীৱনত সমাপন,
উন্মুক্ত তোমাৰ আজি স্বৰ্গৰ দুৱাৰ ॥
চিৰ সুখে চিৰ প্ৰেমে থাকিবা, সোণাই ! তাত,
চিৰানন্দ লাভ আজি তোমাৰ ভাগ্যত ।
তোমাৰ সুখত সুখ নিশ্চয় আমাৰো, সোণ !
নাকান্দো মিছাতে আৰু তোমাৰ শোকত ॥
কান্দিলো অনেক দিন নানা দৈব-বিপাকত,
টুকিলো চকুলো বহু ই জীৱন জুৰি
শিলেৰে বন্ধালো আজি মোৰ এই হিয়াখনি
সুৰম্য নন্দন বন শ্মশানেৰে ভৰি ॥
অঙ্গৰ বিভূতি আজি মোৰ ভস্ম শ্মশানৰ,
চিতাগ্নি হোমাগ্নি আজি ই সন্তপ্ত হিতেশৰ ॥

২১

উন্মুক্ত দুৱাৰ তাত কুবেৰ ভাণ্ডাৰৰ,
অন্নপূৰ্ণা ৰান্ধে নিজে মিষ্ট পৰমান ;
শান্তি-ৰূপা স্নিগ্ধ জল মা সৰ্বমঙ্গলা ঢালে,
নিজে কৰে কামধেনু তাত দুগ্ধ দান ॥
সি দেশত আজি সোণ, প্ৰাণৰ লাহৰি মোৰ,
তাৰ উদ্দেশত কিয় আজি "পিণ্ডদান" ?
কিয় "শ্ৰাদ্ধ" কিয় "হোম" ? কিবা তাৰ আৱশ্যক ?
কিহৰ অভাৱ তাৰ দেৱৰ পৰাণ ?
ই মাথো পৱিত্ৰ স্মৃতি, তাৰ পুণ্য-সুমৰণি,
মৃতকৰ স্মৃতি চিহ্ন সন্তপ্ত প্ৰাণত
আত্মীয়ৰ মৰতত, ভাতৃ-হাদি-কন্দৰত,
সন্তপ্ত পিতাৰ তাৰ হিয়া-মন্দিৰত ॥
"শ্ৰাদ্ধ" কিম্বা "পিণ্ডদান" পুণ্য স্মৃতি মৃতকৰ,
শিক্ষা ক্ষেত্ৰ ই সংসাৰ, স্মৃতি শিক্ষা মানৱৰ ॥

২২

কুবেৰে যোগাব তাত বসন ভূষণ, সোণ !
অন্নপূৰ্ণা দিব নিতে ভাণ্ড অমৃতৰ ;
শিক্ষা দিব দেৱ-গুৰু বৃহস্পতি নিতে পাঠ
মা সৰ্বমঙ্গলা স্নিগ্ধ শান্তি সৰগৰ ॥
মৰতৰ য'ত দুখ নাই তাত নাই, নাই,
নাই তাত ৰোগ শোক ছায়া বিষাদৰ ;
নিতউ বসন্ত তাত কুলি কুউ কুউ গায়,
নন্দন বনত বহি অমৰা পুৰৰ ॥
বীণাপাণি বায় বীণা "কচ্ছপী" লাহৰি ! তাত,
কিন্নৰীৰ গীতে কৰে পৰাণ বিভোৰ ;
একোৰে অভাৱ, সোণ ! নাই তাত, তাত নাই,
থাকিবা মাথোন ৰঙ্গে, এয়ে আশা মোৰ ॥
এয়ে মাথোঁ বাঞ্ছা মোৰ, একমাত্ৰ অভিলাষ,
থাকিবা সুখেৰে তাত সুখে কৰি স্বৰ্গবাস ॥

২৩

জীৱনৰ সন্ধ্যাবেলা মোৰো বেলি মাৰ যাব,
কৰ্মান্তত ই প্ৰাণৰ হ'ব অৱসান ;
তুমি আজি হ'লা আগ, ময়ো কাইলই যাম,
চিৰস্থায়ী সংসাৰত নোহে কাৰো প্ৰাণ ॥
বিচ্ছেদ নহয় তাত, তাত চিৰ সন্মিলন,
পিতা-পুত্ৰ আমি তাত, মিলিম পুনৰ ;
প্ৰাণৰ লাহৰি বুলি পুনু তাত ল'ম কোলা,
সংসাৰতে নোহে শেষ সম্বন্ধ নৰৰ ॥
সংসাৰতে যদি, সোণ ! নৰৰ সকলো শেষ,
মৃত্যুৰ লগতে যদি সকলোটি যায়,
সম্বন্ধ বিচ্ছিন্ন হয়, মৰ্ত্যৰ মমতা স্নেহ,
স্মৃতি আহি কিয় তেন্তে আশা দেখুৱায় ?
আশাধাৰী জীৱ আমি, আশা আছে হৃদয়ত,
পুনৰ মিলন হ'ব অন্তিমত দেহান্তত ॥

২৪

নথকাহেঁতেন, সোণ ! নৰ-হৃদয়ত আশা,

হ'ল হয় মৰুভূমি ই সংসাৰখনি ;
কণ্টক-আবৃত কিম্বা গহন কন্দৰ বন
কিম্বা সেই প্ৰেতপুৰী ভীষণ মূৰতি ॥
নৰৰ বিচ্ছেদ মাথোঁ পুনৰ্মিলনৰ হেতু
পৰস্পৰে স্থিৰ হই যত দূৰ যাওঁ,
ক্ৰমে তত টানি লয় চেনেহৰ ডোলে, সোণ !
কি-এক টানেৰে টানি আশাৰূপী নাও ॥
ক্ষণস্থায়ী অতি এই মৰ্ত্যৰ বিচ্ছেদ দুখ,
পদ্ম-পত্ৰ-স্থিত কৰি,– তাত বিচলিত
কিয় হয় অকথাত ? ধৈৰ্য ধৰি থাকি
থাকোঁ সবে ; –হ'ম সবে পুনৰ মিলিত ॥
আছে অন্তৰত আশা, আকউ তোমাক পাম,
হৃত ধন লভি পুনু জুড়াব সন্তপ্ত প্ৰাণ ॥

## ২৫

দয়াময় নিলা সব ! নজনা কালতে পিতা,
কৈশোৰত পিতামহী, শৈশৱত ভগ্নী,
ভাতৃ-পুত্ৰ চেনেহৰ ; যৌৱনত মাতৃ,
পুত্ৰ এটি, আৰু পত্নী জীৱন সঙ্গিনী ॥
কাল-অভিমুখী এই পৌঢ়া অৱস্থাত মোৰ
জীৱনৰ আশাৰূপ নিলা পুত্ৰ হৰি
(নুমলীয়া সোণকনি), ভৱিষ্যত-আশা
নাশিলা ফুলতে । প্ৰভু ! আশা শূন্য কৰি ॥
হিতেশ নগন্য জীৱ, –ৰুলে বহু আশা কৰি
আশালতা জুপি, তাত নুফুলিল ফুল ;
ফলিয়ালে সঁচা (কিন্তু আদেশ তোমাৰ !)
অকালে সৰিল দুটি সি ফুল-মুকুল !!
বুজিব নোৱাৰোঁ, প্ৰভু ! লীলা নে তোমাৰ ফাঁকি,
নিলা দেখোঁ সকলোটি, নাৰাখিলা একো বাকী ॥

## ২৬

আছিল যি ফেৰা আশা নিৰাশ প্ৰাণত মোৰ,
দেখোঁতে দেখোঁতে তাৰ সকলো পেলালা ওৰ !
মনতে ফুলনি পাতি, আকাশ-কুসুম গঢ়ি,
যিবা আশা কৰিছিলো সকলোটি নিলা হৰি ॥
বাৰ্দ্ধক্য আহিব শীঘ্ৰে, হ'লে তাৰ সমাগম,
কৰিছিলো আশা য'ত, আশা যাৰ শুশ্ৰূষাত,
সি আগতে গ'ল গুচি (নিলা তাক তুমি মাতি)
আশাহীন প্ৰাণ আজি থাকে আৰু কি আশাত ?
যি আশা আজিও আছে, সি মাথোঁ তোমাৰ পদ,
তযু পদ-কোকনদ সৰ্ব তাপ-শোক-হৰা ;
নাই আৰু ক'তো আশা, কাৰো সেৱা শুশ্ৰূষাত,
অন্তিমত দিবা ঠাই, মই জীৱন্ততে মৰা ॥
আত্মীয়ৰ তীব্ৰ বাক্য, স্বজনৰ বাক্য-বাণ
নিবিন্ধোতে ই প্ৰাণৰ হয় যেন অৱসান ।

## ২৭

যি অবাধ কাৰ্যক্ষম, বল-শক্তি শৰীৰত
(যদি তযু ইচ্ছা, প্ৰভু !) ৰাখিবা তিমান দিন ;
নিষ্কৰ্মা অক্ষম কৰি নাৰাখিবা মোক যেন,
এয়েই) গোহাৰি মোৰ, মই অতি দীনহীন ॥
পৰৰ "ভুতৰ বোজা" নকৰিবা যেন মোক;
নকৰিবা গলগ্ৰহ কাৰো মোক সংসাৰত ;
শিলেৰে বন্ধোৱা হিয়া সহিছে বহুত, প্ৰভু !
স্বজনৰ বাক্য-বাণ অসহ্য ই হৃদয়ত ॥
নকৰোঁতো সেই বাণে এই হিয়া বিদ্ধ মোৰ,
"মা সৰ্বমঙ্গলা" বুলি যেন যায় মোৰ প্ৰাণ ;
নুভুলো ধিয়াব' যেন তোমাৰ চৰণ-পদ্ম,
দয়াময় হৰি ! যেন দিবা অন্তিমত স্থান ॥
"হৰি ৰাম ! হৰি ৰাম !!" মুখে গাই "কালী" নাম
অন্তিমত অৱসান হয় যেন এই প্ৰাণ ॥

২৮

এটি মাহ হ'ল পূৰ্ণ "আদ্যশ্ৰাদ্ধ" আজি তাৰ,
দিব লাগে আজি বোলে বস্ত্ৰ-ধন দান
সজ্জনক ব্ৰাহ্মণক, দৰিদ্ৰক, ভিক্ষুকক,
দীন হীন মই, – ক'ত সেই ধন পাম ?
তাৰ অৰ্থে অৰ্থদান, – (তাত কিবা লাভ তাৰ ?)
সেই যেই হ'ক! কিন্তু বেদৰ আচাৰ,
কি ৰূপে উলংঘে নৰে পূৰ্বপুৰুষৰ মত ?
নাথাকোক ধন, দিম যি আছে আমাৰ ॥
মই অতি ক্ষুদ্ৰ কবি, কবিতাই ধন মোৰ,
তাৰে গাঁথি এই মালা, তাকে দিম দান
পুত্ৰ শোক-সন্তপ্তক, শোকাতুৰ জনকক
চকুলোৰ মালা, কৰি সাদৰে আহ্বান ॥
যদি কোনো আছা, আহাঁ, পুত্ৰ শোকাতুৰ পিতা !
লোঁৱা এই মালাধাৰি চকুৰ পানীৰে গঁথা ॥

২৯

যদি কোনো আছা দেবি ! পুত্ৰ শোকাকুলা মাতৃ,
বিপিনৰে দৰে পুত্ৰ গইছে তোমাৰ
অকালত কন্দুৱাই, হিয়াখনি বিদৰাই,
লোৱা দান এই মালা চকুলো পিতাৰ ॥
ৰমণীৰ, প্ৰাণ, দেবি ! তুমি অতি স্নেহৱতী,
আশীৰ্বাদ কৰাঁ, – সোণে চিৰশান্তি প'ক,
অশান্তিৰ ছায়া যেন নেদেখে সোণায়ে ত্যত,
প্ৰভুৰ পাৰত তাৰ চিৰানন্দ হ'ক ॥
আৰু দিয়া আশীৰ্বাদ এই শোক সন্তপ্তক,
অন্তিমত নুভুলে সি যেন হৰি নাম,
মুখে বুলি "কালী ! কালী ! মা সৰ্বমঙ্গলা দুৰ্গা !"
ই প্ৰাণৰ তাৰ যেন হয় অৱসান ॥
"হৰি ৰাম, হৰি ৰাম ! দুৰ্গা দুৰ্গা, কালী কালী !"
অৱসান প্ৰাণ তাৰ হয় যেন এই বুলি ॥

৩০

যদি কোনো আছা, আহাঁ, ভাতৃ-শোকদগ্ধ-প্ৰাণ
নলিনৰ দৰে ভ্ৰাতৃ ! যদি অকালত
তোমাসাকো কন্দুৱাই গইছে স্নেহৰ ভাই
(মোৰ বিপিনৰে দৰে) অনন্ত ধামত ;
সংসাৰত দুটি ভাই আগে পাছে আৰু নাই,
এটিক অকল কৰি গইছে পলাই ;
সংসাৰৰ মায়া এৰি চেনেহৰ ডোল ছিঙি
দগ্ধ কৰি ভ্ৰাতৃ-হিয়া শোকাগ্নি জ্বলাই !!
আহা তেন্তে লোৱা এই সন্তপ্ত পিতাৰ দান,
মোৰ নলিনৰে স'তে এটোপা চকুলো টোকা,
সিও আজি ভ্ৰাতৃহীন, দগ্ধ প্ৰাণ তাৰ ॥
নলিনো সন্তপ্ত আজি তাৰো হিয়া শূন্যময়,
তোমাসাৰে দৰে তাৰো চকুত শোকাশ্ৰু বয় ॥

৩১

আৰু যদি আছা কোনো স্নেহময়ী ভগ্নী কাৰো,
সহোদৰা সুকোমলা ভাতৃ-গত-প্ৰাণা ;
ভগ্নী-স্নেহ-ডোল ছিঙি হিয়াত কুঠাৰ মাৰি
গইছে কাৰোবা ভাতৃ প্ৰাণে প্ৰাণে গঁথা ॥
ফুলেৰে বন্ধোৱা হিয়া কোমল ভগ্নীৰ প্ৰাণ,
ভাতৃ-শোক-জুয়ে যদি দহে হিয়াখনি,
মৰতৰ দেৱ-কন্যা ! যদি তোমাসাৰ কাৰো
আছে সেই শোক, তেনে হিয়াত শোকাগ্নি,
লোৱা এই মালাধাৰি, সন্তপ্তৰ শোক-অশ্ৰু
ভগ্নী-হুমুনিয়া –সূতে গঁথা শোক হাৰ,

হিৰণৰ, কিৰণৰ* ডিঙিত সাবটি ধৰি
টোকা আজি তোমাসায়ো চকুলোৰ ধাৰ ॥
সিহঁতৰো হিয়া আজি মূৰ্তিমান শোকমান,
সন্তপ্তা শোকত দুয়ো, সিহঁতো আকুল প্ৰাণ ॥

৩২

আসাম-সাহিত্য-ক্ষেত্ৰ, – ই ক্ষেত্ৰৰ কৰ্মীজন !
সাহিত্যিক, সহযোগী, সহকৰ্মী আছা যত,
কাতৰে চকুলো টুকি অনিচ্ছাতো বন্ধুসব !
মাগিছোঁ বিদায় আজি তোমাসাৰো ওচৰত ॥
উন্মাদিনী "বিৰহিণী" মহাসতী জয়মতী
গদাপাণি বিপত্নীক পত্নী- শোকদগ্ধ-প্ৰাণ,
কল্পনাৰ চকুলই ইসবে সহিতে যেই
দেখিলো শোকৰ ছবি, আজি মূৰ্তিমান শোক,
সপোনত অঁকা চিত্ৰ প্ৰতিমূৰ্তি দিঠকৰ
চিতাগ্নি কল্পিত তাৰ, জ্বলন্ত চিতাৰ জুই
উজলি উঠিল আজি জীৱনত হিতেশৰ ॥

কাব্য কল্পনা যদি হয় শেষে মূৰ্তিমান,
কাব্য-কাননত তেন্তে কল্পনাত কিবা কাম ?

৩৩

"চকুলো" ই ক্ষুদ্ৰ কাব্য এই শেষ বাক্য তাৰ
"তলসৰা ফুল" মালা এই কাব্য-কাননত,
হে পাঠক ! হে পাঠিকা !! মাগিছে বিদায় আজি
কৰযোৰে অনিচ্ছায় তোমাসাৰো ওচৰত !!
আৰু সি নিলিখে কাব্য, আৰু নধৰিব সুৰ,
সি ভগা বীণত তাৰ,– আৰু তাৰ ছিন্ন তাঁৰ
নাখাব পুনৰ যোৰা ; ছিন্ন-তাঁৰ "এক-তাঁৰা"
নবজাব পুনু আৰু,– নাবাজিব পুনৰ্বাৰ ॥
জীৱনৰ শেষ ভাগ, (যি অৱধি থাকে প্ৰাণ)
থিয়াব হিয়াত নিতে মাথোঁ সেই বিভুনাম,
যিবা নামে শান্তি-বাৰি ঢালে নৰ-হৃদয়ত,
দিয়ে শান্তি সন্তপ্তক শাঁত কৰি মন প্ৰাণ ॥
ই "চকুলো" শেষ কাব্য, শেষ কৰ্ম হিতেশৰ,
সমাপন আজি তাৰ সাহিত্যিক জীৱনৰ ॥

* হিৰণ্ময়ী গোহাঁই (মৃত্যু ১৯৩৯) আৰু শ্ৰীকিৰণময়ী গোহাঁই– কবিৰ দুটি কন্যা ।

## সমাপ্ত

"সমাপ্ত"ত সমাপন কৰি ক্ষুদ্ৰ কাব্য মোৰ,
সাহিত্যিক জীৱনৰ পৰা লই অৱসৰ,
কাতৰে মাতিছোঁ প্ৰভু ! কৃপা বৰষিবা মোত,
মই অতি নিমাখিত অতি ক্ষুদ্ৰ বুদ্ধি নৰ ॥
বুজিব নোৱাৰো একো কেতিয়া কিবাটো হয়,
কৃপা কৰি অন্তিমত নেৰা যেন, দয়াময় !

"Unless Thou show to us thine own true way,
No man can find it : Father ! Thou must lead
Do Thou, then, breathe those thoughts into my mind
By which such virtue may in me be bred
That in thy holy footsteps I must tread,
The fetters of my tongue do Thou unbind,
That I may have the bower to sing of thee.
And sound thy praises everlastingly."

—*Wordsworth.*

……………… "With this key
Shakespeare unlocked his heart ;
this melody
Of this Small lute gave ease to
petrarch's wound."
-------- *WORDSWORTH*.

# পাতনি

ইটালী দেশৰ অমৰ কবি ফ্রান্সিস্কো পেতৰাকহি প্ৰথমতে এই চতুদশপদী কবিতাৰ সৃষ্টি কৰে। তাৰ পাছত ইউৰোপৰ প্রায় সকলো ভাষাতেই ইয়াৰ প্রচলন হয়। ইংৰাজীতে এই ধৰণৰ কবিতাক ছনেট্ (Sonnet) বোলে। বঙ্গদেশৰ সৰ্বপ্রধান কবি, কবি কুলমণি, মহাত্মা স্বৰ্গীয় মাইকেল মধুসূদন দত্তই প্রথমতে বঙলা ভাষাত চতুৰ্দশপদী কবিতা লিখি বাট দেখুৱায়।

বৰ্তমান সময়ৰ অনেক অসমীয়া লেখকৰেও চতুৰ্দশপদী কবিতা লিখিবলৈ হাত দিছে, সেই সকলকে দেখি আমিও সেই অমৰ কবিসকলৰ পদাঙ্ক অনুসৰণ কৰি, এই চতুৰ্দশপদী কবিতা কেইটি ৰচনা কৰি পাঠকসকলৰ ওচৰত দাঙি ধৰিলো। আমাৰ চেষ্টা কিমান দূৰ ফলৱতী হৈছে, সেই সহৃদয় পাঠকসকলে বিচাৰ কৰিব।

এই পুথিৰ কিছুমান কবিতা "বাঁহী" "উষা" আৰু 'আলোচনী'ত প্ৰকাশ হৈছিল; আৰু কিছুমান ইং ১৯০২ চনত "ঢোপাকলি" নামে পুথিৰ আকাৰে ছাপা হৈছিল। বাকীখিনি আগেয়ে ছাপা হোৱা নাই।

আসাম পাব্লিছিং হাউছৰ প্ৰতিষ্ঠাতা সাহিত্যানুৰাগী শ্ৰীযুত জিতেন্দ্ৰ কুমাৰ দাস মহোদয়ে অনুগ্ৰহ কৰি এই পুথিখনি প্ৰকাশ কৰিছে। সেইবাবে লিখোঁতা তেখেতৰ ওচৰত চিৰকৃতজ্ঞ আৰু পাঠক-পাঠিকাসকলৰো তেখেত শলাগৰ পাত্ৰ।

ইতি
হিতেশ
ৰঙালী বিহু
১৩।৪।১৮

# সমৰ্পণ

**প্ৰাণাধিক**
**স্বৰ্গীয় সুৰেশ্বৰ বৰবৰুৱালৈ**

**ভাই সুৰেশ,**

আছিলা স্নেহৰ তুমি নুমলীয়া ভাই,
আদৰৰ ধন তুমি, স্নেহৰ ৰতন,
কি দিম তোমাক মই ? কিনো আছে মোৰ ?
নিতান্ত দৰিদ্ৰ, মোৰ নাইকিয়া ধন ।।
নাই মোৰ মণি, মুক্তা, গজমতি হাৰ,
ফুলনিবাৰীত মোৰ নাই ভাল ফুল,
গোলাপ নুফুলে তাত, নুফুলে মালতী,
নাই তাত জাতি, যুতি, সুন্দৰ বকুল ;
ফুলে মাথোঁ তাত বহু শিমলু পলাশ,
তল ভৰি ভৰি থাকে, কোনেও নলয় ;
মৰমৰ চিন বুলি কি দিম তোমাক ?
ধন-সোণ নাই মোৰ, দীন-হীন মই !!
কিনো দিম ? কিনো লবা "মৰমৰ চিন" ?
হিতেশ দৰিদ্ৰ ভাই ! অতি দীন-হীন !!
কিন্তু–
শিমলু পলাশ যদি তুমি নিঘিণোৱা,
"মৰমৰ চিন" বুলি আদৰেৰে লোৱা,
দিলো এই মালাধাৰি, পিন্ধিবা সদায়,
আলই-এথানি কৰি নিদিবা পেলাই ।।
মৰমত দিয়া বুলি কৰিবা আদৰ,

যদিওবা নাই গোন্ধমালা পলাশৰ ।।
তাত বাজে কিবা দিম ? একো নাইকিয়া,
আছে মাথোঁ তাহানিৰ বিয়াকুল হিয়া,

নিৰাশাৰ হুমুনিয়া, চকুলো চকুত,
দাৰুণ শোকৰ লেশ তপত বুকুত,
আদৰৰ "ভাই" মাত নীৰস মুখত,
কোলা লোৱা দুটি হাত শুকান দেহত,
অন্তৰত তুহ জুই হিয়া-ছাই কৰা,
অথিৰ অবিৰ মন নিৰাশাৰে ভৰা ।।

**হিতেশ**
যোৰহাট
৩০।৭।১৪

# আৱাহন

Where art thou, -------------------------
Return, forgetful muse, and straight redeem
In gentle numbers time so idly spent ;
Sing to the ear that doth thy lays esteem,
And give thy pen both skill and argument

—*Shakespeare Sonnet C.*

–আহাঁ,– আই বীণাপাণি ! বীণাখনি লই,
উভালি মূৰৰ চুলি, বান্ধিদিলো তাঁৰ !
বজোঁৱা বজোঁৱা, আই ! সুৱলা সুৰেৰে
সুৱলা মধুৰ গীত, দেৱী কবিতাৰ !
যদিও কমলা, মাতৃ ! অতি নিৰদয়,
যদিও তেওঁৰ কৃপা নাই ই দাসত,
(অযোগ্য সন্তান ইটো !) কান্দি কিবা লাভ
"হা ধন বিভূতি" কৰি চিৰ জীৱনত ?
নাপালো ঐশ্বৰ্য ধন, নাপালো ৰতন,
নাপালো মুকুতা মণি (গজমতি হাৰ)
মাগোঁ, আই ! তযু কৃপা, অনন্ত কৰুণা,
তোমাৰ কৰুণা দৃষ্টি, দেৱী কবিতাৰ,
লিখোঁৱা কবিতা, মাতৃ ! কৃপা ভিক্ষা দিয়া,
অমৃত ভাষিণী তুমি, অমৃত বিলোৱাঁ ।।

# মালচ

## খণ্ড কবিতা

### ঈশ্বৰ

সকলোৰে আদি হৈও অনাদি কাৰণ,
পিতা যাৰ নাই, কিন্তু পিতা জগতৰ,
অনন্ত অক্ষয় যাৰ মহিমা কৰুণা,
স্রষ্টা নাই কিন্তু যেয়ে স্রজোতা সবৰ ।।
নেদেখে কোনেও যাক, কিন্তু থাকে যেয়ে
সকলোতে, সৰ্বভূতে, সকলো কালতে ;
আকাৰ দিওঁতা হৈও নিজে নিৰাকাৰ,
পূজে যাক প্ৰভু ভাবি সকলো ৰাজ্যতে ।।
সকলোকে জানে যেয়ে দেখে সকলোকে,
সকলোৰে হন্তা হৈও নিজে যি অমৰ,
"একমেব অদ্বিতীয়" কিন্তু নানা ভাগে,
নানাভাবে পূজে যাক নৰে জগতৰ,
সেয়ে কোৰাণৰ "আল্লা" "লৰ্ড" খ্ৰীষ্টানৰ,
হিব্ৰুৰ "যিহোৱা" সেয়ে, বেদৰ "ঈশ্বৰ" ।।

### কিহেৰে পূজিম

ব্ৰহ্মাণ্ড বিচাৰি চালো, নাপালো বিচাৰি
পূজিবৰ বস্তু প্ৰভু ! তোমাৰ চৰণ,
য'তে চাওঁ যেনি চাওঁ যেই বস্তু পাওঁ,
চাৰিফালে দেখোঁ মাথোঁ তোমাৰ সৃজন
ব্ৰহ্মাণ্ডৰ পতি তুমি, স্রজোতা বিশ্বৰ
ঘোৰ টোপনিত নিদ্ৰিত মানৱ
সামান্য নৈবেদ্য আৰু পুষ্পাঞ্জলি স'তে
পূজা দিওঁ, চুৰি কৰি তোমাৰ বিভৱ ।
তোমাৰেই বস্তু আনি, দিওঁ তোমাকেই
অজ্ঞান মানৱ আমি আমি মহা চোৰ !
নাজানো মনতে তুমি কত হাঁহা, প্ৰভু !
মৰ্ত্ত্যত নৰৰ দেখি ভ্ৰান্তি দুৰঘোৰ !!
দীন হীন নৰ আমি, আজন্ম দুখীয়া,
কিহেৰে পুজিম' প্ৰভু ? একো নাইকিয়া !!

### লক্ষ্মী

ধনৰ লোভত আয়ু কত যে নিয়ালো
তথাপি নাপালো দেখা ক'তো যে ধনক !
সতিনীৰ পুত্ৰ ভাবি নকৰা কৰুণা
তুমি হে কমলা দেবি ! এই অধমক ॥
অনাহাৰে, কত খতি কৰি টোপনিক,
তোমাক বিচাৰি, দেৱি ! কত ঠাই গ'লো,
পিয়াহ আতুৰ সম মৰুভূমি মাজে
মৰীচিকা দেখি মাগো জলা কলা হ'লো ।।
অস্থিৰা চঞ্চলা তুমি ! একো থিৰ নাই
তোমাৰ ভাবৰ দেবি ! অপাত্ৰকো দিয়া
অতুল ঐশ্বৰ্য ধন, – দুৰ্ভগা কবিৰ
তোমাক নাপাই মাথোঁ কান্দি থাকে হিয়া ॥
কবি যে বাণীৰ পুত্ৰ (পুত্ৰ সতিনীৰ),
সি হেতু নহয় ধন ভাগ্যত কবিৰ ॥

### আশা

নুছুবা নুছুবা মোক, মায়াবিনী আশা
ফাকটিৰে ভৰা তুমি, ফাকিময় হিয়া
ছলাই ভুলাই তুমি, আশা দেখুৱাই
গছৰ আগত তুলি গুৰি কাটি দিয়া !!
বৰ ফাঁকিময়ী তুমি, বৰ ছল কৰা,
'কাঞ্চন জোঙা'ত তুলি দিয়া দলিয়াই

আকউ গভীৰ হায় ! সমুদ্ৰ– গৰ্ভত ;
নিৰাশাৰ সোঁতে পুনু নিয়ে উটুৱাই !!
অনন্ত তোমাৰ মায়া, মায়াবিনী আশা !
নিৰ্বোধ মানুহে ভুলি তোমাৰ ছলত
পাতে কত ফুল-বাৰী আকাশৰ মাজে,
শেষত, নেদেখি ফুল কান্দে বিষাদত !!
নুছুবা নুছুবা মোক তুমি মায়াবিনী,
তোমাক তিয়াগি আজি থাকোঁচো অকণি ।।

## ভ্ৰান্তি

নিতে লগৰীয়া তুমি ভ্ৰান্তি ! মানৱৰ,
নিৰ্ম্মল জ্ঞানৰ তুমি কলঙ্কৰ চিন !
অজ্ঞান অবোধ, হায় ! ভ্ৰান্তি কলঙ্কিনী
কি যে ভাল, কিযে বেয়া, নাই একো ভিন !!
বৰ বেয়া, ভ্ৰান্তি ! তুমি সোণৰ সংসাৰ
মুহূৰ্ত্ততে কৰা ছাই পাতি কূট জাল !
অতি বলৱতী তুমি, মায়াৰ বলত
পণ্ডিতকো মোহি, হায় ! আছা চিৰকাল ।।
নাই এনে লোক ক'তো তিনি ত্ৰৈলোক্যত,
যিজন নহয় বশ তোমাৰ মায়াৰ ;
তোমাৰ ছলতে ভুলি কত ভ্ৰান্ত জনে
ধ্বংস কৰে আপোনাৰ সোণৰ সংসাৰ
কৰাইছা মোকো, ভ্ৰান্তি ! কত বেয়া কাম
ছলাই - ভুলাই, হায় ! কান্দিছে পৰাণ !!

## মনে-খনা পুখুৰী

অতি হাবিয়াসে স'তে ৰুলো হৃদয়ত
আশা-লতাজুপি, কিন্তু নুফুলিল ফুল !
মনতেই মৰহিল গঢ়িছিলো যিবা
আকাশ-কুসুম এটি ৰূপহ অতুল ।।
ভাবিছিলো যিটো, সিটো গ'ল দূৰলই
স্বপ্নৰো অগম্য যিটো, ল'লেহি কাষৰ ।
বালুময় মৰুভূমি, মৰীচিকা তাৰ
নুগুচে পিয়াহ, মাথোঁ দহিলে অন্তৰ !!
মনে মনে পাতো যিটো নঘটে ভাগ্যত,
আশাত নিৰাশ কৰে বিধিৰ বিধিয়ে
মনে-খনা পুখুৰীত পানী খাব খোজো
বিধাতাৰ ইচ্ছা, কিন্তু নিদিয়ে নিদিয়ে !!
মনত ভবাটো নৰে নাপায় নাপায় !
মনে-খনা পুখুৰীত পানী নাই নাই !!

## সপোন

মায়াবী সপোন ! তুমি অতি বলবান,
সকলো কৰিব হায় ! পাৰা টোপনিত !
অনন্ত অক্ষয় যাৰ ঐশ্বৰ্য বিভূতি
সিও মগনীয়া হয় তোমাৰ ফাকিত !!
কত ৰজা, মহাৰজা এক মুহূৰ্ত্ততে
ৰাজ্য হেৰুৱাই কান্দে তোমাৰ ছলত,
খুদ মগনীয়া – যেন ফুৰে ঘৰে ঘৰে
খুজি-মাগি খুদ-কণ পেটৰ ভোকত !!
আকউ, সপোন ! হায় ! চিৰ বিৰহিনী
(পেতি হেৰুৱাই যাৰ কান্দিছে হৃদয়)
তোমাৰ কৃপাত পাই স্বোৱামী প্ৰাণৰ
এখন্তেক অন্তৰৰ শোক ভুলি লয় !!
দুৰ্ভাগী জননী কত তোমাৰ স্নেহত
পৰাণৰ পুত্ৰ পাই, হাঁহি হৰষিত ।।

## কবি

মৰতত থাকি তুমি নিতে লোৱা ঘ্ৰাণ
নন্দন বনত ফুলা পাৰিজাত ফুল,

আঁকা কত ছবি তুমি সুন্দৰ অতুল
অমৰা পুৰৰ, কবি ! অমৰ পৰাণ !
সুখে আৰোহণ কৰি মানস-ৰথত
কল্পনা-ৰাজ্যত তুমি কত ক্ৰীড়া কৰা,
পিয়াহ আতুৰ, হায় ! নৰৰ দুখত
অমৃতৰ ৰস আনি আঁজলিৰে ধৰা ।।
দেৱতা ! দেৱতা !! কবি ! এই জগতত
তুমিয়ে জীৱন্ত দেৱ, প্ৰতিমা দেৱৰ,
কি স্বৰগ, কি মৰত, কি পাতাল পুৰী,
কি নগৰ, কি অৰণ্য তীৰ সাগৰৰ,
সকলোকে দেখা তুমি, সকলোতে ফুৰি
আঁকা ছবি সকলোৰে, – তুমি চিত্ৰকৰ ।।

## কবিতা

নাজানো, সি সুখ, হায় ! পায় কি নাপায়
ৰাজ্য-সুখ কৰি ভোগ ৰাজাধিৰজাই,
কবিতা ! যেনুৱা সুখ তুমি কৰা দান
অথিৰ-অবিৰ হায় ! নৰৰ প্ৰাণত,
মোহকৰী তুমি দেৱি ! তোমাৰ পৰাণ
অনন্ত মোহিনী-ভৰা চাৰিও যুগ ।।
কিনো যে মোহিনী মাৰি মোহিলা কবিক
ভাবি পোৱা নাই, দেৱি ! আজিলৈকে মই,
কি সুখত, কি দুখত, শোক বেজাৰত,
সকলো তিয়াগি লয় তোমাৰ আশ্ৰয় ।।
সঙ্গিনী কবিৰ তুমি চিৰ-জীৱনত,
পোহৰাই আছা তুমি সাহিত্য-খনিক,–
মাগিছোঁ আশ্ৰয়, দেৱি ! ময়ো যে তোমাত
তাপিত জীৱন মোৰ, দিয়া ৰহোঁ ছাত ।।

## কল্পনা

কল্পনা সুন্দৰী ! তুমি ভাৰতী আইৰ
স্নেহৰ জীয়াৰী অতি ! তোমাৰ বলত
স্বপ্নৰো অগম্য ৰাজ্য ভ্ৰমি ফুৰে কবি,
আৰোহণ কৰি সুখে তোমাৰ ৰথত ।।
চিত্ৰকৰী তুমি দেৱি ! তোমাৰ কৃপাত
আঁকে কবি সবে কত চিত্ৰ মনোহৰ
চকুৰে নেদেখা আৰু ভাবেৰে - নোপোৱা
কত মনোৰম মূৰ্ত্তি অমৰা পুৰৰ ।।
তুমিয়েতো তেওঁ, দেৱি ! যাৰ কৰুণাত
মৰিও অমৰ আজি পুত্ৰ ভাৰতীৰ
মহাকবি কালিদাস, ভৱভূতি, মাঘ,
ভাৰ্জ্জিল, হোমাৰ্ আৰু ডাণ্টে, ছেক্সপীয়েৰ ?
দিয়া, দেৱি ! কণামাত্ৰ মোকো সি স্নেহৰ
ভাৰতীৰ গুণ যেন গাওঁ নিৰন্তৰ ।।

## কোৱাভাতুৰ

বাজে তুমি ৰঙ্গা-চঙ্গা, অতি মনোহৰ,
ভিতৰ তোমাৰ কিয় ক'লা এনেকুৱা ?
বাহিৰে ধুনীয়া যেন ভিতৰেও হায় !
নহ'ল অন্তৰ কিয় তোমাৰ তেনুৱা ?
হ'লহেঁতেন যদি ভিতৰো তোমাৰ
বাহিৰৰ দৰে ৰঙ্গা, শোভা মনোহৰ,
মালা গাঁথি ধাৰে ধাৰে অতি হেঁপাহৰে
পিন্ধিলোঁহেঁতেন আজি কৰি সমাদৰ ।
নৰ সমাজতো কিন্তু আছে তোমাদৰে
বাহিৰে সৰল বহু অন্তৰে কপট,
"বিষ-কুম্ভ পয়োমুখ" কপটেৰে ভৰা,
বাহিৰে পৱিত্ৰ ভাব, ভিতৰে অসত !
অন্তৰ যদিও ক'লা, নক'ৰা অন্যায়,
কপটীয়া নৰে কিন্তু বিপদ ঘটায় ।।

## ম'ৰা চৰাই

সুন্দৰ তোমাৰ ৰূপ বখানো কি, পখি ?
বখানো তোমাৰ নেকি বিচিত্ৰ বৰণ ?
ফুটুকা ফুটুকী পাখি, লেজ মনোহৰ,
মূৰৰ মুকুট তযু প্ৰাণ বিমোহন ?
গাজিলে বাৰিষা মেঘে, কত ছালি ধৰা,
কত নৃত্য কৰা, পখী ! বখানো কি তাক ?
নহয়, নহয়, কিন্তু নহয় সি বুলি
নবখানো ৰূপ কিম্বা নৃত্যত তোমাক !
দ্বাপৰত পূৰ্ণব্ৰহ্ম কৃষ্ণে গোকুলৰ
পিন্ধিছিলে পাখি তযু অতি হেঁপাহত !
অতি ভাগ্যবান তুমি, মুকুটৰ দৰে
শোভিছিলে তযু পাখি কৃষ্ণৰ শিৰত ।।
পূৰ্বজন্ম- পুণ্য-ফলে তুমি ভাগ্যবান,
সি হেতু তোমাক, পখী ! কৰিছো বাখান ।।

## ইহকাল

নাজানো, অ' ইহকাল ! পূৰ্ব জনমত
কত পাপ কৰি, জানো আহিছিলি, হায় !
নাই সুখ, নাই শান্তি, সদায় বিলাই !
আজন্ম লিখিলে দুখ তোৰ কপালত ।।
কিয়, জানো, ইহকাল । বোলে 'ইহকাল'
তোক যে বুলিব লাগে কাল শোক ভৰা
আজন্ম আহিছো দেখি, চকুপানী সৰা
তোৰ দুচকুৰ পৰা ! দুৰ্ভগা কপাল !!
আছে যে "ঐহিক সুখ" বুলি এটা কথা
বিৰাজে অস্তিত্ব তাৰ মাথো শবদত
নহ'লে "ঐহিক সুখ" নাই জগতত,
সেই সুখ মাথো মালা মনে মনে গাঁথা ।।
'ইহকাল' নোহ তই – 'শোক ভৰা কাল'
সদায় কান্দোন তোৰ, দুৰ্ভগা কপাল ।।

## নিদ্ৰা দেৱী

শান্তিময়ী নিদ্ৰা ! তুমি হায় ! যি কালত
ভাগৰুৱা নৰে লয় তোমাত আশ্ৰয়,
বিষময় সংসাৰৰ বিষম কেলেশ
অন্তৰতে কৰা তাৰ সকলোটি লয় ।।
দৰিদ্ৰৰ বন্ধু তুমি, দাৰিদ্ৰ্য – দুখত
জ্বলাকলা প্ৰাণ যাৰ , তোমাৰ কৃপাত
(তোমাক আশ্ৰয় কৰি) সকলো পাহৰে,
শোক তাপ এৰি কৰে হিয়াখনি শাঁত ।।
দুখ – বেজাৰত, হায় ! বিপদ কালত
নেৰা তুমি কোনো কালে, চিৰ শান্তিময়ী
কি ৰজা, কি মহাবীৰ, সকলোটি বশ
তোমাৰ কাষত দেৱি ! তুমি সৰ্বজয়ী ।।
পৰাণৰ পুত্ৰে যৱে প্ৰাণ এৰি যায়,
তেনুৱা শোকতো তুমি ৰাখা নিচুকাই ।।

## মলিনা দেৱী

বিষাদিনী তুমি, দেৱি ! নিতউ বিমনা,
নাহাঁহা, নামাতা তুমি, যেন অন্তৰত
ভাবিছা কি এটা অতি গূঢ় তত্ত্বকথা
এই সৌৰ জগতৰ একান্ত মনত ।।
যদিও নহয়, দেৱি ! জানিলো নিশ্চয়,
সংসাৰৰ অনিত্যতা দেখি নয়নত
কান্দিছে তোমাৰ প্ৰাণ ভিতৰে ভিতৰে,
জ্বলিছে শোকৰ জুই হিয়াৰ মাজত ।।
মুনি চুনি বেলা দেৱি ! শ্মশান - ভূমিত
নিতউ তোমাক দেখোঁ, এয়েহে কাৰণ !
সংসাৰৰ ধন-ৰত্ন সকলোতক'ই

ভাল পোৱা মৰিশালী গহীন নিৰ্জন ।।
'মলিনা' নামত তুমি, নিতউ মলিনা,
একোতে নাহাঁহা, হায় ! সদায় বিমনা ।।

## মৃত্যু

জগতৰ ভিতৰত নাই এনে ছবি
তেনুৱা সুন্দৰ, যেনে তোমাৰ মৰণ !
নাই এনে মনোহৰ ক'তো আড়ম্বৰ,
তোমাৰ সইতে যাৰ ঘটিৰ তুলন ।।
মৃত্যু -সময়ৰ কথা গভীৰ ভাবেৰে
যেতিয়া মনতে ভাবি চাওঁ, হে মৰণ !
সিকালৰ সুখে স'তে নোখোজো সলাব
বিষময় সংসাৰৰ অমূল্য ৰতন ।।
সংসাৰ-পথৰ, মৃত্যু ! পথিক মানুহ
ফুৰি ফুৰি দুখে-শোকে, তোমাক শেষত
যেতিয়া আশ্ৰয় লয় সিকালত তাৰ
শোক তাপ ঘৃণা একো নাথাকে মনত ।।
তাপিত নৰৰ প্ৰাণ তুমি কৰা শাঁত,
মৰণ ! অনন্ত শান্তি বিৰাজে তোমাত ।।

## চিতাৰ জুই

জ্বলা, জ্বলা, উঠা জ্বলি, চিতাৰ অগনি !
অগনি লাগোক গ'ই আজি স্বৰগত ।
লভিছে অমিয়া শান্তি তোমাৰ কাষত
তাপিত মানৱ প্ৰাণে তিয়াগি চিৰ্তনি ।।
সংসাৰত ভুঞ্জি বহু যাতনা দুৰ্ঘোৰ,
উচৰগি দিছে আজি দেহা আদৰৰ
তোমাতে মানৱে এৰি মায়া সংসাৰৰ,
নুমাইছে আজি তাৰ প্ৰাণ-ৰূপী জোৰ ।।
জ্বলা জ্বলা জ্বলা তুমি, চিতাৰ অগনি !
তাপিত নৰৰ দেহা কৰাহে গ্ৰহণ,
হিতেশো এদিন আহি পশিব শৰণ
তোমাতে মধুৰ শান্তি বিচাৰি অকণি ।।
পাপী বুলি তুমি তাক ঘৃণা নকৰিবা
নিমাখিত বুলি দেৱ ! চপাই ধৰিবা ।।

## কেতিয়া তোমাৰ সেই পাম শ্ৰীচৰণ

বিষময় সংসাৰৰ মায়াৰ জালত
আৰু কতদিন হায় ! কান্দিব লাগিব ?
কোৱাঁ, প্ৰভু ! এই দেহা অনিত্য অসাৰ
কেতিয়ানো ধূলি হ'ই ধূলিত মিলিব ?
কোৱাঁ প্ৰভু ! কোৱা মোক, কেতিয়ানো মোৰ
মাৰ যাব দুচকুৰ চকুলো দুধাৰ ?
অন্তৰৰ জ্বলা জুই কেতিয়া নুমাব ?
কেতিয়া তিয়াগি যাম অনিত্য সংসাৰ ?
বিষয়-ভাবনা মোৰ যাবনো কেতিয়া ?
শান্তিৰ কেতিয়া ব'ব অন্তৰত নই ?
চিৰ সুখ, চিৰ প্ৰেম কেতিয়া লভিম
তোমাৰ পাৱত প্ৰভু ! সিলোকত গ'ই ?
কেতিয়া তোমাৰ সেই পাম শ্ৰীচৰণ,
যোগী মুনি নিতে যাক কৰে আৰাধন ।।

## খোঁপাত লেৰেলা গোলাপ

নকৰিবাঁ অসন্তোষ লেৰেলা গোলাপ !
ফুলনিতো দুদিনীয়া তোমাৰ পৰাণ !
সন্ধ্যাবেলা ৰূপৱতী গাভৰু খোঁপাত
শুকুৱাও ভাল, ল'ই আদৰ-সন্মান,
দুদিন গছত থাকি শুকুৱাত ক'ই
অনাদৃত হ'ই ফুল ! উদ্যান-মাজত
কোনেও নজনাকৈ নিৰ্জ্জনে গোপনে,
নিজে ফুলি নিজে জহি, সৰি ৰতাহত ।।

ভাগ্যৱতী তুমি ফুল ! তোমাৰ মৰণ
হিতেশো যে কৰে বাঞ্ছা, ভাগ্যে যদি পাওঁ
শুকাব তোমাৰ দৰে, এই খন্তেকত
আদৰ-সন্মান পাই, আনন্দে শুকাওঁ ।।
গুণ আছে বুলি কিন্তু তোমাৰ গৌৰৱ,
কিবা গুণ আছে মোৰ, পাম সি বিভৱ ?

## সুখ

মৰুৰ মাজত যেনে মৰীচিকা ছাঁয়া,
সংসাৰৰ মাজত সুখ ! তেনেকুৱা তই !
কি দূৰত, ওচৰত, কত বিচাৰিলো,
তথাপি অলপো তাক নেদেখিলো মই ।।
নতুবা, মেঘত যেনে বিজুলীৰ ৰেখা
খন্তেক চমকি হায় ! দেখায় পোহৰ,
তয়ো সুখ ! তেনেকুৱা খন্তেক ওলাই
বিয়াকুল কৰ হিয়া, অথিৰ নৰৰ ।
গুচি যা গুচি যা সুখ ! নিবিচাৰোঁ তোক,
মিছাতে ব্যাকুল মোক নকৰিবি তই ।
জনম অৱধি বহু ভুগিলো কেলেশ,
আজিও ভুঞ্জিম তাকে দুৰ্ভগীয়া মই ।।
মেঘৰ মাজত তই বিজুলীৰ ৰেখা,
খন্তেক ওলাই দিয় কেতিয়াবা দেখা ।।

## মায়াদেৱী

আমি যে নহওঁ কাৰো, কোনো যে আমাৰ
নোহে এই জগতৰ, জানো ভালকৈ,
কিন্তু হায় ! মায়াদেৱী ! ডোলেৰে মায়াৰ
মানৱক জগতৰ দিছা বান্ধি থ'ই ।।
জানিও নাজানো, দেৱি ! তোমাৰ মায়াত
'মোৰ মোৰ' বুলি ফুৰোঁ চিৰ জীৱনত,
অনন্ত তোমাৰ মায়া, তোমাৰ ডোলত
খোৱা নাই যিটো বান্ধ, নেদেখোঁ ইয়াত ।
নোৱাৰি ছিঙিব ডোল তোমাৰ মায়াৰ
'মোৰ আই' 'মোৰ ভনী' 'মোৰ ভাই' কওঁ,
'মোৰ ল'ৰা' বুলি কয় আয়ে আপোনাৰ,
ভাবি চালে কিন্তু কোনে কাৰোৱে নহওঁ ।।
তোমাৰ বান্ধত পৰি বন্দী আছোঁ মই,
মোকলাই দিয়া দেৱি ! যাওঁ এৰি থ'ই ।।

## প্ৰতিধ্বনি

যি কথাটি কওঁ মই, তুমি তাকে কোৱা
আকউ ঘূৰাই মোক, কোৱা তুমি কোন
নিতউ নিমাতী তুমি, শিয়াৰা মাথোন
সৰু ছোৱালীৰ দৰে কিনো ভাল পোৱা ?
মই হাঁহো, তুমি হাঁহা যেতিয়া শোকত
ইনাই বিনাই কান্দো, তুমিও তেতিয়া
কান্দা তুমি মোৰে স'তে বিদৰাই হিয়া ।।
শিয়াৰাণে কান্দা মাথোঁ নুবুজোঁ মনত ।।
কান্দাই বা শিয়াৰাই, পাৰিছোঁ বুজিব,
পৰ-ধনে ধনী তুমি, পৰ সুখে -সুখী,
পৰৰ দুখত তুমি হোৱা চিৰ দুখী,
লোকে যদি কান্দে, তুমি লাগিব কান্দিব ।।
পৰত নিৰ্ভৰ কৰা কিয় এনেক'ই ?
এনুৱা তোমাৰ ৰীতি বেয়া পাওঁ মই ।।

## সীতা

অযোধ্যাৰ ৰাজলক্ষ্মী, জনক- জীয়াৰী !
লক্ষ্মী- অৱতাৰ তুমি জগত-মাজত,
কিন্তু দুৰ্ভাগ্যৰ ফেৰ·খণ্ডাৰ নোৱাৰি
জন্মাৱধি গ'ল কাল দুখ বেজাৰত ।।

কান্দোতে কান্দোতে গ'ল গোটেই জনম
তোমাৰ জানকী দেৱি ! দুয়ো নয়নৰ
নুগুচিল চকু-পানী, ৰামৰ জীৱন ।।
কিন্তু কি কৰিবা ? হায় ! লিখা কপালৰ।।
ৰাজলক্ষ্মী হৈও হ'লা দীনা তপস্বিনী,
স্বামী, দেবৰৰে স'তে গ'লা বনল'ই,
হৰি নি ৰাবণে কত দুখ দিলে গ'ই,
অশোক বনত দেৱী জনক-নন্দিনী !
অগ্নিত পৰীক্ষা আদি কত পালা দুখ,
শেষত পাতালে গ'ই পাহৰিলা শোক ।।

## ৰাধা

প্ৰেমময়ী তুমি, দেৱি ! কোনো কোনো কবি
কিন্তু কি আঁকিছে ছবি নিৰ্ম্মল মুখত
যঁহি কলঙ্কৰ মহী কলঙ্কিনী ছবি,
সি কথা ভাবিলে দুখ লাগে হৃদয়ত ।।
নহয় তোমাৰ প্ৰেম, প্ৰেম গাভৰুৰ
প্ৰণয়ীৰে স'তে দেৱি ! হিয়াত তোমাৰ
স্বৰ্গীয় প্ৰেমৰ ন'ই, অনন্ত অপাৰ
বাজিছিল নিতে মাথোঁ অমিয়া মধুৰ ।।
নিজকে পাহৰি, দেৱি ! কৃষ্ণৰে পাৱত
উচৰ্গি দিছিলা প্ৰাণ অতি আদৰৰ ;
শেল্-সম গঞ্জনাকো নল'ই মনত
চাপিছিলা কাষ দেৱি ! ঈশ্বৰ প্ৰেমৰ ।।
নাভাবি নিচিন্তি মাথোঁ কোনো কোনো কবি
আঁকিলে তোমাৰ দেৱি ! কলঙ্কিনী ছবি ।।

## ৰাধা আৰু বৃন্দা

কৃষ্ণ -বিৰহত পৰি বিৰহী ৰাধাক
বিয়াকুল দেখি ক'লে সাদৰী বৃন্দাই,
"নাকান্দিবা আৰু সখি ! কৃষ্ণক ধিয়াই,
নহয় আপোন, তেওঁ নাভাবে তোমাক ।।
থাকিলহেঁতেন যদি ভাব তোমাল'ই
নগ'লহেঁতেন তেওঁ তিয়াগি গোকুল
ব্ৰজবাসী সকলোকে কৰি বিয়াকুল ;
নাকান্দিবা সখি ! তেওঁ আপোন নহয় ।।
শ্ৰীকৃষ্ণৰ নিন্দা শুনি কথা নিদাৰুণ
বিৰহী ৰাধাই ক'লে কাণত বৃন্দাৰ,
"কানায়ে আমাক ভাবে নিচেই আপোন ।
পৰ-দুখ দূৰ কৰা লক্ষণ দয়াৰ
দয়ালুৱে নিজ দুখ কৰে কি হৰণ ?
শ্ৰীকৃষ্ণক নিন্দা সখি ! কৰা কি কাৰণ ?

## শকুন্তলা

অনসূয়া প্ৰিয়ম্বদা দুই সখী ল'ই
ফুৰিছিলা যৱে তুমি ফুলনি- মাজত
পানী চটিয়াই, দেৱি ! মাধৱী -তলত
দুষ্মন্তে দেখিলে আহা ।সিকালত গ'ই ।।
কন্বৰ জীয়াৰী তুমি কেঁচুৱাৰে পৰা
নিৰ্জন বনত উঠা বনৰ হৰিণী
আছিল তোমাৰ মাথোঁ প্ৰকৃত সঙ্গিনী ;
নাজানা ছলনা তুমি, সৰলতা ভৰা ।।
দুষ্মন্ত ৰজাৰ স'তে ফুলনি মাজত
যেতিয়া তোমাৰ হয় প্ৰথম দৰ্শন,
মোহিলা ৰজাক তুমি অমিয়া মাতত,
অতি মনোহৰ দৃশ্য অপূৰ্ব্ব মিলন ।।
তোমাৰ কাহিনী দেৱি ! পঢ়ো যি কালত
স্বৰ্গ - সুখ ভাল বুলি নালাগে মনত ।।

## মিৰেণ্ডা

ইংলণ্ডীয় মহাকবি, কবি চূড়ামণি

চেক্সপী'ৰে যিবা চিত্ৰ দৃশ্য - কাব্যচ্ছলে
দেখালে তোমাৰ মিৰা ! স্নেহময়ী ৰূপ ,
তাৰ অনুৰূপ চিত্ৰ আছে কি ভূ-তলে ?
প্ৰস্পেৰো, তোমাৰ পিতা যাদু বিদ্যা বলে
প্ৰচণ্ড ধুমুহা আনি সমুদ্ৰ - গৰ্ভত
তুলিল যেতিয়া ঢ'উ মহা ভয়ঙ্কৰ,
লাগিল কোৰ্হাল তাৰ এখনি নাৱত ।।
কেঁচুৱাৰে পৰা মিৰা ! উঠিলা অকলে,
পিতাৰাত বাজে দেখা নাই সপোনত
মানৱ-জাতিৰ ছবি, স্বজাতিৰ প্ৰেম
কিযে বস্তু , কেনেকুৱা নাপালা ভাগ্যত ।।
পৰ-দুখে-দুখী কিন্তু তোমাৰ পৰাণ,
পৰৰ বিপদ ভাবি কান্দিছিল প্ৰাণ ।।

## প্ৰস্পেৰৌলে চাই মিৰেণ্ডা

*(সমুদ্ৰৰ গৰ্ভত নাও এখন বুৰোবুৰো হোৱা যেন দেখি)*

গভীৰ গৰ্জ্জনে নাচে ঢ'উ সমুদ্ৰৰ,
দেখি সি ভীষণ দৃশ্য কঁপিছে অন্তৰ ;
নিবাৰণ কৰা পিতা ! যদি যাদু বলে
তুলিছা এনুৱা ঢ'উ সমুদ্ৰ গৰ্ভত,
আহা ! সেই নাওঁখনি কিবা মনোহৰ
আছিলেবা কত প্ৰাণী তাৰ ভিতৰত ।।
আছিলে নিশ্চয় পিতা ! তেন্তে নেকি হায় !
সকলোটি পালে নাশ ডুবি সমুদ্ৰত ?
(সি কথা মনত হ'লে কান্দি উঠে প্ৰাণ !)
কান্দিছিল কত, জানো অন্তিম কালত ।।
দৈৱ-শক্তি যদি মোৰ থাকিলেহেঁতেন,
এক নিমিষতে শুহি পানী সমুদ্ৰৰ
শুকালোহেঁতেন পিতা ! নাওঁখনি ধৰি
কৰিলোহেঁতেন ৰক্ষা প্ৰাণ সিসবৰ ।।

## ঘৃণা

কিয় কৰা ঘিণ ভাই ! বুলি দীন-হীন
তুমি আমি দুয়ো কিন্তু একে বাপেকিৰ
(স্বৰ্গীয় পিতাৰ) পুত্ৰ যদিও অথিৰ
দিন-নিশা প্ৰাণ মোৰ, শান্তি সুখ-হীন !
একে বাপেকিৰে ল'ৰা, এয়ে মাথো ভিন
কমলাৰ পুত্ৰ তুমি, মই সতিনীৰ
অযোগ্য অবোধ ল'ৰা তুমি জননীৰ
পাইছা চেনেহ, কিন্তু মই দীন-হীন ।।
তোমাক মাৰাই ভাই ! বহু স্নেহ কৰে,
কিন্তু মোৰ আয়ে মোক উলটি নাচায় !
যোগ্যবান পুত্ৰ তুমি ভৰা ঐশ্বৰ্যেৰে,
অযোগ্য অবোধ মোৰ আশা নুপূৰায় !!
আয়েই দুখীয়া মোৰ, নাইকিয়া ধন !
ঘৃণা কৰি ভাই ! মোৰ নদহা জীৱন ।।

## সান্ত্বনা

ন'উ পাওঁতেই হায় ! সংসাৰৰ দুখ,
নুঘুৰোঁতে সংসাৰৰ কুটিল চক্ৰত
গ'ইছে তোমাৰ সোণ, (কিয় কান্দা আই ?)
অনন্ত শান্তিৰে-ভৰা স্বৰ্গৰ মাজত ।।
নজনাৰ দৰে আই ! কিয় কান্দা তুমি
আউলী-বাউলী হই সোণৰ শোকত ?
শোক-বেজাৰৰ তাপ নউ পাওঁতেই
গ'ইছে তোমাৰ সোণ প্ৰভুৰ কাষত ।।
নাকান্দিবা তুমি আই ! তুমি আমি যেনে
ভাল পাওঁ প্ৰাণে স'তে, সিদৰে সোণক
প্ৰভুৱেও পায় ভাল, দিয়া আশীৰ্ব্বাদ,
স্বৰগত গ'ই সোণে চিৰশান্তি প'ক ।।
অনন্ত অক্ষয় শান্তি হোক সুৰেনৰ,
নোহোক আঁতৰ যেন প্ৰভুৰ পাবৰ ।।

## উটি যোৱা বন

যোৱাঁ বন ! যোৱাঁ তুমি, যোৱাঁ উটি বুৰি
ন'ইৰ সোঁতত । এই জগত অসাৰ ।
পদুম-পাতৰ পানী অনিত্য সংসাৰ !
মায়াৰ পাকত আমি ফুৰোঁ মাথো ঘূৰি !!
কত ৰজা মহাৰজা আছিল ইয়াত,
তোমাৰ নিচিনাকৈয়ে উটি বুৰি গ'ল
কালৰ সোঁতত হায় ! চিনোযে নৰ'ল !
যোৱাঁগ'ই তুমি বন ! নকৰা বিষাদ ॥
যোৱা উটি, যোৱাঁ বন ! তোমাৰ দৰেই
আমিওতো আছো উটি কাল-সমুদ্রত !
কতদূৰ যাব আৰু লাগিব সোঁতত,
উটি-বুৰি তোমা'দৰে, জানিছে কালেই !!
নোহোৱা কেৱল তুমি উটিছা সোঁতত,
কালৰ সোঁতত উটে গোটেই জগত ।।

## যৌৱন

কয় সঁচা ভালে মানে, যৌৱন সময়
আনন্দ -সুখেৰে ভৰা, কিন্তু সি যৌৱন
নাথাকেতো চিৰকাল ? হ'বতো পতন ?
কালৰ গৰ্ভত তাৰ হ'বতো বিলয় ?
জীৱন - পদুম নিতে হালে-জালে, হায় !
দেহা-ৰূপী পুখুৰীৰ পানীৰ মাজত !
কি বিশ্বাস তাত ? কিন্তু নিত'উ শুকায়
কালৰূপী ভয়ঙ্কৰ ৰ'দৰ তাপত ।
স্নেহময়ী মাতৃ আৰু পিতৃ স্নেহময়,
চেনেহৰ বাই-ভনী, ভাই আদৰৰ,
ই সকলে, স'তে হ'ব লাগিব আঁতৰ,
প্ৰাণ-ৰূপী পদ্ম হায় ! যৱে পাব লয় ।।
সি কাৰণে কওঁ মন ! যৌৱন- মদত
নুভুলা ভজিব' সেই প্ৰভুৰ পাৱত ।।

## তপস্বী

বিষময় সংসাৰৰ বিষম ভাবনা
পৰিত্যাগ কৰি দেৱ ! বনৰ মাজত
একমনে কি ভাবিছা নিৰৱে মনত ?
ধ্যান-মগ্ন কিয় আজি ? আছে কি কামনা ?
আহাহা ! কামনা নেকি নহ'ব জীৱৰ !
সকলোৰে এটি এটি আছেই কামনা,
সি কাৰণে তুমি দেৱ ! কৰিছা ভাৱনা
নিৰৱে প্ৰভুৰ নাম বন্ধু অন্তিমৰ ?
এনে ইচ্ছা হয় দেৱ ! দেখি তযু মুখ,
বিষময় সংসাৰৰ তিয়াগি ভাবনা
ইৰূপে প্ৰভুক কৰো নিতউ অৰ্চ্চনা
নিৰৱে বনত, ভুলি সংসাৰৰ দুখ ।।
সকলোৰে মায়া এৰি, জপি প্ৰভু-নাম
কটাওঁ জীৱন যেন, এয়ে মনস্কাম ।।

## বিজুলী

আহিলে বিজুলী ! মোৰো এনুৱা এদিন
তোকেহে নিলাজী বুলি ভাবিছিলো মই,
বুজিব পাৰিছোঁ কিন্তু, পালো আজি চিন
নহৱ নিলাজী তয়ে, আছে 'তাতোক'ই
নাৰী-সমাজত হায় ! নিলাজী বহুত
ওৰণীৰে মুখ ঢাকে, পুনু উলিয়ায়
তোৰ চমকৰ দৰে, আকউ লুকায়
ছুয়াঁ-ময়া মুখখনি, সৌন্দৰ্য্য অফুট ।।
আছিল আগেয়ে মোৰ ভাব এনেকুৱা,
নিলাজী বিজুলী মাথো থাক আকাশতে,
কিন্তু যে নহয় হায় ! দেখিলো এতিয়া,
তো'দৰে নিলাজী বহু আছে জগততে ।।
ওৰণীৰে মুখ ঢাকে, চমকি দেখায়
ছুঁয়া-ময়া মুখখনি আক'উ লুকায় ।।

## নিলাজী

এনেকৈয়ে বৈয়ে থাক মূৰ জিলিকাই,
কাষৰেদি গ'লে ছুই, খাই সোঁটি-মোট
তলল'ই কৰ মূৰ, যেন লাজ পাই,
ভালেতো নিলাজী বোলে ! লাজ নাই তোত !
নহৱ কেৱল কিন্তু তয়ে জগতত,
এনুৱা নিলাজী, বহু আছে তোৰ দৰে
নাৰী সমাজতো হায় ! এনেক'য়ে ধৰে
লাজ পোৱা ভাও এটি নিলাজী মুখত ।।
তথা লাগি চায়ে থাকে মূৰ উদিয়াই,
কাষত চাপিলে মাথোঁ সোঁটি-মোট খায় ;
এখন্তেক টানে মাথোঁ দীঘল ওৰণি,
দুহাত আঁতৰি গ'লে আক'উ গুচায়,
ফিচিঙা হাঁহিৰে হাঁহে দাঁত উলিয়াই,
তো'দৰে নিলাজী আছে বহুত ৰমণী ।।

## স্ত্ৰী-লজ্জা

কিবা শোভে প্ৰিয়তমা পিন্ধি মুক্তা - মালা !
মণি-বিৰি, গলপতা ডিঙি ওপচাই,
মিনা কৰা বাখৰুৱা কেৰু দুয়ো কাণে,
মণি-মৰা খাৰুযুৰি হাতত শুৱায় ।।
সোণোৱলী বন-কৰা মেখেলা কাপোৰ
চন্দনৰ অৰ্দ্ধচন্দ্ৰ ৰেখা কপালত,
দুচকুত বিৰাজিছে কটাক্ষ সুন্দৰ
মৃদু মিচিকিয়া হাঁহি, লাবণ্য মুখত ।।
কিন্তু তিৰী-জনোচিত লজ্জা-অলঙ্কাৰে
অলঙ্কৃতা প্ৰিয়তমা শোভে যেনেকুৱা,
সেইৰূপ মনোহৰ প্ৰাণমনহাৰী
নেদেখোঁ যে জীৱনত সৌন্দৰ্য তেনুৱা ।।
স্ত্ৰী-জাতিৰ লজ্জা, জানো শ্ৰেষ্ঠ অলঙ্কাৰ,
লজ্জা-হীন তিৰোতাৰ সৌন্দৰ্য অসাৰ ।।

## সুখীনে ?

### ( ক )

ওলাইছে ৰঙা বেলি পূব আকাশত,
জগতবাসীৰ আহা ! চকুৰ পোহৰ ।
বিতৰি জোছনা ৰাশি, নাশি অন্ধকাৰ
কৰিছে পোহৰে ভৰা ৰূপ জগতৰ ।।
কিন্তু যেতিয়াহে আহি পাবহি সন্ধিয়া,
লগে লগে যাব মাৰ দিনৰ পোহৰ,
ক'লা মলা পৰি বেলি হ'ব নাইকিয়া,
কোনে কয় সুখী বৰ বেলি আকাশৰ ?
সুনীল আকাশ শোভি উজলিছে জোন,
হাঁহিত পোহৰ কৰি সমুদ্ৰ, নগৰ,
আঁউসীৰ দিনা কিন্তু দুৰ্ঘোৰ এন্ধাৰে
পেলাবহি ঢাকি, হায় ! হাঁহি আনন্দৰ !!
লুকাব' সুন্দৰ মুখ, হাঁহি নাইকিয়া,
আকাশৰো চন্দ্ৰ সূৰ্য নহয় সুখীয়া ।।

## সুখীনে ?

### ( খ )

সৌৱা যে অলেখ তৰা জ্বলে আকাশত,
অমাবস্যা নিশা আজি, নাইকিয়া জোন,
উজ্জ্বল হীৰাৰ দৰে জ্বলিছে অলেখ,
প্ৰকাশি নিজৰ জ্যোতি, আপোনাৰ গুণ ।।
কিন্তু কাইল'ই হায় জোনটি ওলালে
ক্ষীণ-জ্যোতি হ'ব তৰা, সন্তাপেৰে ভৰা,
এনুৱা উজ্জ্বল আৰু নিদিয়ে পোহৰ !
কোনে, কয়, সুখী বৰ আকাশৰ তৰা ?
নচুৱাই গছ-লতা বলিছে মলয়া
ফুলৰ সৌৰভে হ'ই নিজে সৌৰভিত,
কিন্তু হায় ! কেতিয়াবা গোন্ধায় মলয়া
খিচৰ দুৰ্গন্ধ ল'ই বলি খিচনিত ।।

কিবা তৰা, কি মলয়া নহয় সুখীয়া,
তৰা-মলয়াৰো কাৰো সুখ নাইকিয়া ।।

## সুখীনে ?

( গ )

সৌৱা যে দেখিছা, আহা ! পুখুৰী-পানীত
ফুলিছে পদুম-পাহি কত উলাহত,
আছে বুলি আকাশত পৰাণৰ পতি
ভুঞ্জিছে অমিয়া সুখ হৰিষ মনত ।।
কিন্তু যেতিয়াহে আহি পাবহি সন্ধিয়া,
বিষাদে হৰিব সেই মিচিকিয়া হাঁহি,
পদুমৰ এই সুখ হ'ব নাইকিয়া,
কোনে কয়, – বৰ সুখী পদুমৰ পাহি ?
পদুম পাহিৰ গাতে জোনাকী ৰাতিত
প্ৰাণৰ জোনাক পাই, হাঁহে ভেট-পাহি ;
কাইল'ই পুৱা কিন্তু বেলিটি ওলালে,
ভেটফুল-পাহি হায় ! শুকাব মৰহি ।।
নাথাকে মুখত আৰু হাঁহি মিচিকিয়া
পদুম-ভেটৰো সুখ নাই ! নাইকিয়া ।।

## সুখীনে ?

( ঘ )

আৰু যে দেখিছা সেয়া গছৰ ডালত
কুউ কুউ গীত গাই, পকা আম খাই
নাচিছে কুলিয়ে আজি আনন্দ-মনত
স্বভাৱৰ গীত এটি নৰক শুনাই ।।
বিৰহীৰ হৃদয়ত অগনি জ্বলাই
কোকিলীক ল'ই নিজে সুখত মগন ;
পৰ দুখে সুখী কুলি, নাই পোৱা জানে,
কিৰূপে নৰক দহে বিৰহ-দহন ।
কিন্তু তাৰ সুখ মাথোঁ বসন্ত কালত,
যেতিয়া বসন্ত যাব, আহি জহকালি
মধুৰ কুউৰ গীত হৰিব মুখত,
ঘামত কৰিব তাক জুৰুলী-পুৰুলী ।।
বিষাদ মনত কুলি গুচি যাবগ'ই,-
বসন্তৰো কুলি সুখী নহয় নহয় ।।

## সুখীনে ?

( ঙ )

আৰু যে দেখিছা সেয়া মাকৰ কোলাত
টিলিপ টিলিপ নাচে কুমলীয়া ল'ৰা,
নাই দুখ, নাই শোক, বেজাৰ, সন্তাপ,
হৃদয় কোমল তাৰ চিৰসুখে ভৰা ।।
কিন্তু হায় ! লাহে লাহে যাব ল'ৰা কাল,
লাহে লাহে হ'ব ডেকা, দেখিব 'সংসাৰত' !
বিষম চক্ৰত ঘূৰি কান্দিব ফেঁকুৰি ।
কোনে কয়, চিৰসুখ কোমল ল'ৰাৰ ?
সেই গাভৰুটি, হায় ! জগত - মোহিনী,
মণি কেৰু খাৰু পিন্ধি ৰমক জমক,
যৌৱন-মদত মাতি হইছে বিভোল,
তুচ্ছ ভাবি তুচ্ছ জ্ঞানে হাঁহে জগতক ।।
দুদিনৰ পাছে কিন্তু নাথাকে যৌৱন,
বাৰ্দ্ধক্য যে এই সুখ কৰিব হৰণ ।।

## সুখ স্ৰজা নাই

কিবা বেলি, কিবা জোন, আকাশৰ তৰা,
কিবা কুলি, কি মলয়া, কুমলীয়া ল'ৰা,
ষোড়শী গাভৰু কিম্বা, সবৰে ভাগ্যত
আছে দুখ নাই সুখ কাৰো জীৱনত ।
নাই কাৰো চিৰসুখ, নহয় সুখীয়া
সদায় বিলৰ ভেট, পদুমৰ পাহি,
খন্তেকীয়া ছায়া সুখ মৰ জগতত,

খন্তেক ফুলৰ মাথোঁ মিচিকিয়া হাঁহি ।।
নিজকে দুখিত ভাবি, চকু দুটি মুদি
স্বৰ্গ-মৰ্ত্ত্য দুয়োতেই বহু বিচাৰিলো,
তন্ন-তন্ন কৰি চালো, কিন্তু ক'তো নাই
প্ৰকৃত সুখীয়া হায় ! ক'তো নেদেখিলো ।।
অতি মূৰ্খ আমি, সুখ বিচাৰোঁ মিছাই
সকলো স্ৰজিছে বিধি, সুখ স্ৰজা নাই ।।

## বন্ধু

দুখে ভৰা সংসাৰৰ দাৰুণ শোকত
অথিৰ-অবিৰ হ'ই বান্ধৱ-ৰতন !
তোমাৰ কাষৰ চাপি যাওঁ যিকালত,
ভুলি শোক হয় মন আনন্দ-মগন ।।
'সুখ' বুলি কিবা যদি আছে সংসাৰত,
তেনে সেই সুখ মাথোঁ কৰিছে বিৰাজ
তোমাৰ কাষতে পিন্ধি মনোহৰ সাজ,
তাত বাজে আৰু সুখ নাই জগতত ।।
প্ৰেমময় তুমি বন্ধু । তোমাৰ হিয়াত
নিঃস্বাৰ্থ প্ৰেমৰ ন'ই ব'ইছে সদায় ।
নিতে তুমি শান্তি -ভৰা (বিৰাজে তোমাত
অমল অতুল শান্তি) শান্তি দেখা পাই,
তোমাকে চপাই ল'লো ভাবি আপোনাৰ,
নকৰিবা ত্যাগ বন্ধু ! ময়োযে তোমাৰ ।।

## বন্ধুত্ব

ক'লা ডাৱৰত, সঁচা, জিলিকে বিজুলী,
ওপৰে জিলিকে চন্দ্ৰ, তৰা, দিবাকৰ,
জিলিকে যিদৰে কিন্তু ছবি বন্ধুত্বৰ,
একো নাই জগতত সিৰূপে উজলি ।।
যেনে জিলিকনি আহা ! বন্ধুত্ব তোমাৰ !
কি জানিব পাৰে সিটে, যিটে পোৱা নাই ?
কোনে কয় জিলিকনি উজ্জ্বল হীৰাৰ
তোমাতো অধিক হায় ! নাভাবি নাচাই ?
আছে কহিনুৰ সঁচা উজলি ৰাণীৰ *
ৰত্নময় মুকুটত, কিন্তু যেনেক'ই
জিলিকিছে ছবিখনি, বন্ধুত্ব তোমাৰ
বান্ধবৰ হৃদয়ত নাই তেনেক'ই
বন্ধুত্ব ! তোমাৰ মূৰ্ত্তি শান্তিৰ আধাৰ,
নিৰ্ম্মল পুখুৰী তুমি অনন্ত শান্তিৰ ।।

## শত্ৰু

বাঘ, ঘোঙ, সাপ আৰু ভালুক বনত,
শিহু, ঘৰিয়াল আদি দূৰ সাগৰৰ,
এনেকুৱা বহু শত্ৰু আছে মানৱৰ,
আছে সঁচা, কিন্তু সদা থাকে আঁতৰত ।।
যেনুৱা দাৰুণ শত্ৰু আছে শৰীলত
(কাম ক্ৰোধ লোভ মোহ ঘৃণা অহঙ্কাৰ)
তেনেকুৱা আৰু শত্ৰু নাই যে আমাৰ,
মহা শত্ৰু ছয় ৰিপু নৰ-জীৱনত ।।
সাতোটা ৰথীয়ে বেৰি 'ভাৰত-যুদ্ধত'
যিৰূপে কৰিলে বধ অভিমন্যু বীৰ
ছটা শতৰুৱে তেনে নৰ-জীৱনত
খুঁচি কাটি মানৱক কৰিছে অস্থিৰ ।।
বাঘ- ঘোঙ শত্ৰু, কিন্তু থাকে আঁতৰত,
মূৰ্তিমান ছয় ৰিপু নৰৰ দেহত ।।

---

* Late - lamented Queen Victoria, the Empress of India. ৰাণী স্বৰ্গী হোৱাৰ পূৰ্বেই এই কবিতাটি লিখা হৈছিল ।

## প্ৰবোধ

অজ্ঞান দোষত নৰে কৰে কত দোষ,
কত অনিয়ায় কাম, কিন্তু পৰিতাপ
দিয়ে কিবা ফল তাৰ ! মাথোঁ মনোদুখ ।
কেতেকী তলতো থাকে বিষধৰ সাপ ।।
আছে কত বোকা হায় ! কতনো পলস
নিৰ্ম্মল পানীৰে ভৰা ন'ইৰ গৰ্ভত ।
কত যে কাঁইট আছে, নাই তাৰ লেখ
পদুম-ঠাৰিত আৰু গোলাপ গছত ।।
চন্দ্ৰতো কলঙ্ক আছে সুৰুযতো তাপ,
মেঘতোযে আছে বজ্ৰ নাজানি দুৰ্ঘোৰ ;
ভীমেও দিছিল ভঙ্গ হাৰি সমৰত,
মুনিৰোযে মতি-ভ্ৰম, মোহত বিভোৰ ।।
তুমি আমি কোন কুটা , যেন দৃষ্টিহীন,
কিবা ভাল, কিবা বেয়া, নাই একো ভিন ।।

## প্ৰভাতৰ শোভা

বিলৰ নিৰ্ম্মল পানী মলয়া বায়ুত
টলবল কৰি চোৱা লৰে কেনেক'ই ;
চোৱাঁচো কিৰূপে তাতে এপাহি পদুম
হালি জালি নাচে, মূৰ কৰি তলল'ই ।।
সোণালী ম'উৱে কিনো হৰিষ মনেৰে,
আহা ! কেনেক'ই গায় সুমধুৰ গান ;
ঘূৰি ঘূৰি নাচে কিবা তাৰে চাৰিফালে,
গুণ, গুণ, গুণ, কৰি হৰে মন প্ৰাণ ।।
কুউ শবদত কুলি প্ৰাণ হৰি লয়,
ঢালিছে কাণত কিযে অমৃতৰ ধাৰা,
চাৰিফালে ফুলে কত অলেখ কুসুম,
প্ৰকৃতি সুন্দৰী কেনে সুগন্ধেৰে ভৰা ।।
পুৱাৰ বেলিটি শোভে উষাৰ কোলাত,
কিবা দৃশ্য মনোৰম নিৰ্ম্মল প্ৰভাত ।।

## আহাঁ সোণ ! আহাঁ ঘূৰি

বহুত দূৰৰ নীল গিৰিৰ ওপৰে,
নীল সাগৰৰ বগা ফেন পাৰ হ'ই,
সংসাৰ তিয়াগি যোৱা মোৰ সোণকণি ।
আহাঁহে এবাৰ পুনু ঘূৰি বুকল'ই ।।
যিদিনা তিয়াগি গ'লা মায়াৰ সংসাৰ,
পুৰি মাৰা-বাপেৰাক জ্বলন্ত চিতাত,
মৰিশালি যেন লাগে গোটেই জগত,
দিনতে এন্ধাৰ ঘৰ, নিজম নিমাত ।।
বহুত দূৰৰ নীল গিৰিৰ ওপৰে,
নীল সাগৰৰ বগা ফেন পাৰ হ'ই,
সংসাৰ তিয়াগি যোৱা মোৰ সোণকণি !
আহাঁ সিকাৰণে ঘূৰি পুনু ঘৰল'ই ॥
নিৰ্জীৱ পৰাণ আজি প'ক পুনু প্ৰাণ,
আহাঁ সোণ । আহাঁ ঘূৰি, জুৰাওঁ পৰাণ ।।

## মাতৃ-স্নেহ

আছে সঁচা জগতত আনন্দ অনেক,
মাধুৰ্যেৰে পৰিপূৰ্ণ আছে স্বৰগত,
চেনেহী মাতৃৰ কিন্তু স্নেহৰ অৰ্দ্ধেক
মধুৰ নেদেখো একো মোৰ জীৱনত ।।
স্নেহময়ী মাতৃ মোৰ ! তোমাৰ মৰম
হৃদয় - পটত মোৰ আছে খোৱা লিখি,
মৰতৰ শোক তাপ কৰি নিবাৰণ
বিভুৱে তোমাক যেন কৰে চিৰসুখী ।।
কি কৃতজ্ঞ মনে স্নেহ সুমৰোঁ তোমাৰ,
কত বাল্য স্মৃতি মাতৃ ! কৰোঁ আৰাধন
হাঁহি ঢালি দিয়ে যেন স্বৰগৰ দ্বাৰে,

অমৰ-সঙ্গীত যেন হোৱা সুখী-মন ।।
স্বৰ্গৰ জীৱন তয়ু হোক শান্তিময়,
অশান্তিৰ ছায়া যেন নাথাকে, নৰয় ।।

## গোলাপৰ দৰে

মানৱ-যৌৱন সখি ! গোলাপৰ দৰে,
যদিও খন্তেক ইটো মন-প্ৰাণ হৰে,
যদিওবা এখন্তেক প্ৰফুল্লিত হয়,
কিন্তু সখি ! বহুপৰ নাথাকে নৰয় ।।
খন্তেক প্ৰফুল্ল হই ক'লা-মলা পৰে,
কালৰ বতাহে আহি সমূলে সংহৰে ।।
যৌৱনৰ সৌন্দৰ্যৰ নিমিত্তে গৰ্ব্বিত
কিয় হ'বা তেনে হ'লে ? নহ'বা নিশ্চয়
সৌন্দৰ্য যৌৱনো, সখি ! বিবৰণ হয়,
কৰ্ত্তব্য সাধন কৰি, সুনাম অৰ্জ্জিত
কৰা তুমি প্ৰাণ-পণে, অতি যতনেৰে,
মৰিলে গোন্ধাব সখি ! গোলাপৰ দৰে ।।
শুকায়ো গোলাপে কৰে সুগন্ধ প্ৰদান,
মৰিও অমৰ নৰ হই যশবান ।।

## স্বভাৱৰ গীত

( ক )

কোনে আজি গোৱা গাণ উদ্যান-মাজত
অমিয়া সুৰেৰে মুহি কবিৰ হৃদয় ?
কিনো মাত, কিনো গীত ! কি নাম তোমাৰ ?
যি গান গাইছা তুমি অতি মধুময় ।।
ভয়-ভয়-ভয় মনে, মধুৰ ললিত
গান গাই পুনু কিয় তধা লাগি ৰোৱা ?
বলিছে মলয়া বায়ু মৃদুল মধুৰ,
কি ভয় তোমাৰ ? তুমি কিনো ভয় পোৱা ?
চিনিছো এতিয়া পখি ! প্ৰকৃতিৰ শোভা,
বসন্তৰ সঙ্গী তুমি গীত প্ৰিয় কুলি,
গাইছা স্বভাৱ গীত সুমধুৰ তানে
গছৰ ডালত বহি পঞ্চমত তুলি ।।
মধুৰ তোমাৰ গান (কুউ কুউ মাত)
গোৱা পখি ! দগ্ধ প্ৰাণ হ'ক মোৰ শাঁত ।।

## স্বভাৱৰ গীত

( খ )

অনেক কালৰে পৰা ফুৰিছো বিচাৰি
বনত তোমাক পখি ! ফুলনি মাজত ।
নাপাওঁ এদিনো কিন্তু, ভাগ্য আজি মই
পাইছো তোমাক আহি গছৰ ডালত ।।
গোৱাঁ, পখি ! গোৱাঁ গান মধুৰ ললিত,
গোৱাঁ, স্বভাৱৰ গান মন-প্ৰাণ হৰা,
কবি-মুগ্ধকৰ সুৰে, পঞ্চমত তানি,
কাব'উ কৰিছো আজি সঙ্গীতত ধৰা ।।
পাইছো যেতিয়া আজি, নেৰিম তোমাক,
অমিয়া সুৰেৰে পখি ! আৰু এটি গোৱাঁ
সেই গীত, যি গীতেৰে মুহিলা কবিক,
যি গীতেৰে জগতক মুগ্ধ কৰি থোৱা ।।
গোৱাঁ পখি ! সেই গীত, জুৰাওঁ পৰাণ,
তাপিত প্ৰাণৰ তাপ হোক অৱসান ।।

## স্বভাৱৰ গীত

( গ )

কাব'উ কৰিছোঁ, পখি ! মাতিছো তোমাক,
শুনা নাই বহু দিন সুৱলা সঙ্গীত !
মানুহে যি গান গায়, তেনুৱা গানত
নজনমে তৃপ্তি মোৰ, নোহে সুললিত ।।
মানুহৰ গান পখি ! কৃত্রিম সঙ্গীত,
নোহে স্বভাৱৰ গীত, তেনুৱা গীতত

কিবা সুখ ? কিবা তৃপ্তি ? শুনিছো অনেক
তেনুৱা সঙ্গীত, সুখ নালাগে মনত ।।
তুমি স্বভাৱৰ পখী, সি কাৰণে পখি !
শুনিব খুজিছোঁ গান তোমাৰ মুখৰ
স্বভাৱৰ গীত এটি সুৱলা মধুৰ,'
গোৱা, পখি ! সেই গীত জুৰাওঁ অন্তৰ ।।
গোৱাঁ স্বভাৱৰ গীত, অকৃত্রিম গান,
শুনি তাক হোক শাঁত তাপিত পৰাণ ।।

## স্বভাৱৰ গীত
( ঘ )

পুৰুষৰ গীত আজি বিহ যেন লাগে !
ভালকে নালাগে সুৰ তেনে সঙ্গীতৰ ;
গোৱাঁ, পখি ! গোঁৱা তুমি সুৱলা মাতেৰে,
পৰাণ জুৰাওঁ শুনি গীত স্বভাৱৰ ।।
কোনে আৰু গাব গীত ? শঙ্কৰ, মাধৱ,
অনন্ত কন্দলি, ৰাম নাই আসামত ?
আসাম সঙ্গীত-বন নিৰৱতা ভৰি
এৰিলে ই মৰ্ত্ত্য ভূমি কালৰ হাতত ।।
কোনে আৰু হায় ! পখি ! সঙ্গীতৰ সুৰ
ধৰিব সুৱলা তানে ? নানান গাঁথনিৰে
কোনেনো গাঁথিব গান সুৱলা মধুৰ ?
ঢালিব কাণত কোনে সুধা ধীৰে ধীৰে ?
শঙ্কৰ-মাধৱ নাই, নাই আজি ৰাম !
নাই আজি সেই গীত জুৰাব পৰাণ ।।

## স্বভাৱৰ গীত
( ঙ )

অসম - সৌভাগ্য সূৰ্য্য পখি ! অস্ত গ'ল !
মাইকীৰ মাতে আৰু নাঢালে অমৃত !
বাণৰ জীয়াৰী উষা আৰু ক'ত আছে ?
কোনে আৰু গাব গান মধুৰ ললিত ?
"নাটিনীয়ে" গায় গান, ৰসহীন তান
গৰ্দ্দভ - নিন্দিত সুৰে, ধন- লালসাত
ঘৰে ঘৰে বিয়া সভা উৎসৱ পূজাত !
ডুবিল আসাম পখি ! নৰক মাজত !!
সি কাৰণে পখি ! তোৰ সুধাময় গীত
শুনাত, আহিছো আজি এৰি বাৰী ঘৰ !
গোঁৱা আজি এটি গান, জুৰাও পৰাণ
পূৰ হোক আশা মোৰ হেৰা পিকবৰ !
নালাগে কৃত্রিম গান, পঞ্চমত ধৰি
গোৱাঁ স্বভাৱৰ গীত, গোৱাঁ দয়া কৰি ।।

## মহাভ্রম
( ক )

কি যে এটা মহাভ্রম হে মন ! তোমাৰ,
দুখে—ভৰা প্ৰণয়ৰ সমুদ্ৰ—গৰ্ভত
আশা কৰা সদা তুমি সুখ-ৰূপী মণি !
নোশোভে তোমাত ! মাথোঁ পৰিছা ভ্রমত !!
প্ৰণয়ৰ সাগৰৰ ঢ'উৰ মাজত
পলে পলে হাঁহি কন্দা, প্ৰাণ যায় যায় !
মকৰ হাঙ্গঁৰ তাত ঘূৰিছে অলেখ ;
তাত কি কোনোৱে মন ! সুখ দেখা পায় ?
অন্তৰ কামনাৰ আশাময়ী গাঁথি
আঁটিখায় মাজে মাজে মিলন আশাত
কিন্তু হায় ! ঢিলা হয় পুনু তেতিয়াই
ভৱিষ্যত বিৰহৰ পৰি কল্পনাত !!
ভাবী বিৰহৰ ভাবে অন্তৰ শুকায় ;
ই পাৰ্থিব প্ৰণয়ত সুখ নাই নাই ।।

## মহাভ্রম
( খ )

হাঁহো বুলি গ'লে যত চকুলো ওলায়,

বিৰহ-বিচ্ছেদ যাৰ ভঁৰালৰ ধন,
ভাবি চোৱাচোন মন ! তেনুৱা প্ৰণয়
হবনো পাৰেনে কাৰো সুখৰ কাৰণ ?
আৰু চোৱাচোন মন ! সেই ল'ৰাকাল,
সেই শিক্ষা, লেখা-পঢ়া, সুৱলা কল্পনা
ভাহি গ'ল প্ৰণয়ৰ দুখ সাগৰত,
শূন্য হ'ল অন্তৰৰ পৱিত্ৰ কামনা ।।
ভাবাচোন পুনু মন ! সেই ল'ৰা-কাল,
চিৰ আনন্দেৰে ভৰা পবিত্ৰ হৃদয়,
একো নাই ! সবে গ'ল আছিলে যি তাৰ,
পৰি আছে মাত্ৰ নাম বৰ্ণ-মালা ময় ।।
সেই আশা, ওখ আশা, লয় পালে তাৰ,
আছে মাথো 'কিমাকাৰ' সেই দেহা-ভাৰ ।।

## যাতনা

বিশ্ব-বিধাতাৰ এই বিশ্ব মণ্ডলত
জন্মিলে মৰিব লাগে, সকলোৱে কয়,
মেৰেও সকলো, সঁচা, মৰে একালত)
যাতনা ! তোৰেহে মাথোঁ মৰণ নহয় ।।
সূৰুযো যে অস্ত যায়, জোন পায় ক্ষয়,
সকলোৰে মৃত্যু লিখা আছে কপালত,
যাতনা ! তয়েহে মাথোঁ নৰ-হৃদয়ত
অজৰ-অমৰ, হায় ! হৰণ নহয় !!
নহয়, নহৱ তই যাতনা ! অমৰ ;
সকলোযে মৰে, তয়ো কিয় নমৰিবি ?
পৰাণ থাকোঁতে মাথোঁ নৰ- হৃদয়ৰ
থাক জ্বলি ভিতৰত, মৰিলে মৰিবি !!
প্ৰাণ গলে যাবি তয়ো, যাতনা দুৰ্ঘোৰি !
জীয়াই থাকোতে তোৰ নাই মাথোঁ ওৰ ।।

## সোঁৱৰণি

সংসাৰৰ চিন্তা এৰি বহি নিৰ্জ্জনত
যেতিয়া তোমাৰ কৰোঁ মনত অৰ্চ্চনা,
ওলটাই দিয়া আনি অতীত ঘটনা
এটি দুটিক'ই পুনু মানস-পটত ।।
বিধতাৰ বিড়ম্বনা ! স্নেহৰ ৰতণ
হেৰুৱালো এটি দেৱি ! মই অকালত !
সেই মূৰ্ত্তি তুমি কিন্তু কৰাই স্মৰণ,
আৰু'উ বহুত মোক কন্দুৱা শোকত !!
অতীত ঘটনা দেৱি ! বাল্য জীৱনৰ
এটি দুটিক'ই আনি সকলো দেখুৱা !
যি গ'ইছে, যাব দিয়া, যোৱাবিলাকৰ
সোঁৱৰণি আনি হায় ! কিয়নো কন্দুৱা ?
চিৰকালল'ই মই হেৰুৱালো যাক
কিয়নো কন্দুৱা দেৱি ! সোঁৱৰাই তাক ?

## পাহৰণি

তুমি দেৱী পাহৰণি ! তোমাৰ গৰ্ভত
ৰাখিছা সুমাই কত গৌৰৱ দেশৰ,
কত কীৰ্ত্তি পুৰাতন কত নগৰৰ,
সংখ্যা নাই, সংখ্যা তাৰ নপৰে মনত ।।
হায় ! পাহৰণি ! তুমি কত যে গিলিছা
অমূল্য ৰতন হায় ! নৰ জীৱনৰ
দিনে দিনে, নাই অন্ত সেই বিলাকৰ !
লুকুৱাই ৰাখি কিন্তু কি দৌল বান্ধিছা ?
ধনৱতী তুমি দেৱি ! অমূল্য ৰতন
লুকাই থ'ইছা কত তোমাৰ গৰ্ভত ।।
দুৰ্ভাগী জননী যৱে শোকত মগন
পুত্ৰ হেৰুৱাই হয়, তুমি সি কালত
সেই শোক কিয় মাথোঁ নকৰা হৰণ ?
দয়া মায়া তযু দেৱি ! নাইনে মনত ?

## হাঁহি

সম্পদ কালত আৰু আনন্দ দিনত

থাকা তুমি মানৱৰ নিতে লগৰীয়া,
নাইকিয়া হোৱা কিন্তু দুখ - বিপদত
কৃত্রিম বন্ধুৰ দৰে ; হাঁহি মিচিকিয়া !
সুখৰ দেখিলে মুখ, আহি লগ ধৰা
বিষাদৰ গম পালে, লুকুৱা পলাই !
এনুৱা তোমাৰ ৰীতি কপটতা-ভৰা ?
যোৱাঁগ'ই তুমি, দিলো তোমাক বিদায় ।
নামাতোঁ তোমাক আৰু এই জন্মল'ই,
গুচি যোৱাঁ তুমি হাঁহি ! গ'ইছে সম্পদ !
নিতান্ত কৃত্রিম হায় ! তোমাৰ প্রণয়,
নোচোৱা উলটি তুমি আহিলে বিপদ ।।
সম্পদত আহি খোৱা, এৰা বিপদত
কৃত্রিম বন্ধুৰ দৰে তুমি জগতত ।।

## কান্দোন

বিৰহী গাভৰু পৰি বিৰহ-দুখত
প্রণয়ী স'ইতে হয় যেতিয়া মিলন,
কি কৰিব, কিবা ক'ব, বিচাৰি নাপাই
তোমাকে চপাই লয় সাদৰী কান্দোন !
বহুত দিনৰ হায় ! পাছত এদিন
পুত্র প্রাণা মাকে পাই প্রবাসী পুত্রক,
শোকৰ অন্তত দেখি আনন্দৰ চিন,
হৰিষত কান্দে, ল'ই প্রাণৰ সোণক ।।
হৰিষতো সম্পদতো থাকা মাজে মাজে
মানৱৰ সঙ্গী তুমি, কিন্তু বিপদত,
বিষাদে যেতিয়া ধৰে, তেনুৱা কালত
কান্দোন ! তোমাৰ ছবি সদায় বিৰাজে ।।
বিপদৰ সঙ্গী তুমি, শোক - বিষাদত
নেৰা তুমি মানৱক ক'তো জগতত ।।

## চকুলো

ঘোৰ দুৰ্দ্দিনত হায় ! বিপদ কালত
বন্ধুৱে তিয়াগি যৱে যায় এৰি থ'ই,
তেনুৱা কালতো তুমি নেৰা চকুপানী !
কোমল তোমাৰ মন, কোমল হৃদয় !!
কৰিলে পৰাণ ত্যাগ প্রাণৰ পুতেকে,
দুৰ্ভাগিনী মাকে কান্দে যেতিয়া বিনাই,
তেনুৱা শোকতো তুমি দুৰ্ভাগী মাকক
হিয়াৰ অগনি মাৰি, ঘোৱাঁ নিচুকাই ।।
আহাহা ! অকলে হায় ! জনক জীয়াৰী
বন্দিনী আছিলে যৱে অশোক বনত,
সিকালত হে চকুলো ! তুমি লগৰীয়া
দুৰ্ভাগিনী বৈদেহীৰ বনৰ মাজত ।।
বিপদৰ বন্ধু তুমি, কোমল অন্তৰ ,
এনুৱা বন্ধুত্ব হায় ! নাই মানৱৰ ।।

## সূৰ্য্য

পূবৰ ফালেদি তুমি নিত'উ ওলাই
উদ্যান নগৰ বন পোহৰা সাগৰ,
হঁহুওৱা পদুমক (প্রেয়সী প্রাণৰ),
নিশাৰ বিৰহ-দুখ সন্তাপ গুচাই ।।
দেৱ তুমি দিবাকৰ ! তুমি জ্যোতির্ম্ময়,
গুচুৱা এন্ধাৰ ঘোৰ তুমি জগতৰ ;
নকৰা পোহৰা মাথো নৰৰ অন্তৰ
(অজ্ঞান এন্ধাৰে ঢকা অন্ধকাৰ ময়) ।।
তেজোময় তুমি দেৱ ! উজ্জ্বল কিৰণ
দিয়া ঢালি জগতত,মৰিশালনিত,
নৰকতো (যদি ক'তো থাকে পৃথিৱীত)
পৰ্ব্বতত, সাগৰত, বনতো নিৰ্জ্জন ।।
অজ্ঞান এন্ধাৰে ঢকা মানুহৰ হিয়া

পাহৰিবলৈ মাথো শক্তি নাইকিয়া ।।

চন্দ্ৰ

নোলাবা, নোলাবা, মই কৰিছোঁ মিনতি
ইদৰে আক'উ তুমি আকাশ - মাজত !
তোমাৰ মোহন মূৰ্ত্তি দেখি নয়নত
কান্দিছে পৰাণ মোৰ, হে ৰোহিণী পতি ।।
আহাহা ! আছিলে মোৰো নিচিনা তোমাৰ
সুন্দৰ লাৱণ্য এটি প্ৰাণৰ লাহৰী,
কিন্তু তাক অকালতে নিছে কালে হৰি !
আছে জ্বলি সি অগনি আজিও হিয়াৰ !!
মধুৰতা তেনে দেৱ ! আছে কি তোমাৰ
লাহৰীৰ কথা যেনে আছিল মধুৰ ?
তাৰ মিঠা মাতে প্ৰাণ কৰিছিলে জুৰ !
নিৰমূল হ'ল কিন্তু সকলোটি তাৰ !!
নোলাবা নোলাবা তুমি আকউ ওলাই
অন্তৰৰ জুই মোৰ নিদিবা জ্বলাই !!

পদুম

প্ৰকৃতিৰ ৰোঘৰৰ পূবৰ দুৱাৰে
ৰঙা সাজপাৰ পিন্ধি, ৰঙ্গচুৱা বেলি
ওলোৱা মাত্ৰকে, তুমি চকু দুটি মেলি
ফুলি উঠা পুখুৰীত অনন্ত শোভাৰে !!
থাকে বেলি যত বেলি আকাশ-মাজত
পদুম ! সিমান বেলি থাকা তুমি হাঁহি-
আনন্দ মনেৰে মেলি সুকোমল পাহি ;
মাৰ গ'ল বেলি মাথোঁ কান্দা বিষাদত ।।
পতি-প্ৰাণা তিৰী যেনে বিয়াকুল হয়
পৰাণৰ স্বামী হ'লে চকুৰ আঁতৰ,
বিষাদ মলিনা তুমি হোৱা তেনেক'ই
আদৰৰ স্বামী গ'লে পশ্চিম সাগৰ ।।
পতিপ্ৰাণতাৰ তুমি দেখাইছা চিন,
তোমাৰ স্বামীয়ে স'তে পৰাণ অভিন ।।

ভেটফুল

স্বামী বিৰহত পৰি কান্দিছে পদুম,
মিচিকিয়া হাঁহি কিন্তু হাঁহিছা মুখত
আদৰৰ জোনটিক দেখি আকাশত,
তোমাৰ হৃদয় নেকি এনে নিদাৰুণ ?
জা-জোৱালী সম্বন্ধীয়া তুমি পদুমৰ,
কিন্তু হায় ! দেখি জাক বিষাদ-মলিনা,
হাঁহিছা আনন্দে তুমি ? তুমি দয়াহীনা ?
নাই একো দয়া-মায়া;নিৰ্দ্দয় অন্তৰ ?
শতুৰালি জাই জাই যেনে মানৱৰ
তোমালোক দুই জাৰো দেখোঁ তেনেকুৱা ?
ফুলৰ কোমল হিয়া, কিয়নো নোপোৱা
হৃদয়ত দুখ দেখি দুখ পদুমৰ ?
জানিলো ফুলৰো হিয়া শিলেৰে বন্ধোৱা ;
সি কাৰণে দুখ দেখি বিষাদ নোপোৱা ।।

টগৰ

আহিল ব'হাগী বিহু, ফুলিল টগৰ
ৰমক জমক কৰি ডাল ভৰি-ভৰি ;
বিহুৱতী গাভৰুৱে সমাদৰ কৰি
ল'লে ছিডি খোপা খোপে সন্তোষ অন্তৰ ।।
বগা বগা ফুলখিনি, ৰূপতো শুৱনি,
অতিচাৰ গোন্ধে কিন্তু মূৰ কামোৰায় !
সি কাৰণে সকলোৰে আদৰ নাপাই
অতিচাৰ গোন্ধ ল'লে লাহৰী দেহত,
সকলোৰে তেনে কিন্তু নাপালে আদৰ ;

আত'উ-পুত'উ আৰু চিন চেনেহৰ,
অতিছিৰি নোহে ভাল জানে জগতত ।।
কিবা লাভ টগৰৰ তেনে গোন্ধল'ই ?
সকলোৰে বেছি বেয়া, সকলোৱে কয় ।।

## ঐশ্বৰ্য্য

ঐশ্বৰ্য্য-বিভূতি হায় ! নিমিত্তে তোমাৰ
দিনে দিনে ভায়ে-ভায়ে কত দ্বন্দ হাই !
কত ৰজা, মহাৰজা, ৰাজাধিৰজাই
কৰে কত ৰক্ত-পাত নির্দ্দোষী প্ৰজাৰ ।।
আহাহা ! ঐশ্বৰ্য্য ! তুমি বৰ মোহকৰী,
তোমাৰ মায়াত ভুলি নিৰ্ব্বোধ মানৱে
"হা ধন বিভূতি !" কৰি বিয়াকুল ভাবে
ভ্ৰমি ফুৰে জগতত প্ৰাণ পণ কৰি ।।
শুনিলে সঙ্গীত ধ্বনি মৃগৰ পৰাণ
নাচি উঠে যেনেক'ই, প্ৰাণ আশা এৰি
প্ৰাণ দিবল'ই আহে লৰালৰি কৰি
শত্ৰুৰ হাতত আহা ! মানুহৰো প্ৰাণ
শুনিলে তোমাৰ মাত এৰে প্ৰাণ ভয় ।
ঐশ্বৰ্য্য ! তোমাৰ মাথোঁ কাষ পাবল'ই ।।

## খন্তেক

কত দিন, কত ৰাতি, কত মাহ গ'ল
খন্তেক খন্তেক কৰি আগা পিছাক'ই
তথাপি অলপো তুমি নেদেখিলা ৰ'ই
হৃদয়ৰ দুখ মোৰ– বিহ হলাহল !!
ৰবাচোঁ খন্তেক ! তুমি ৰবাচোঁ অলপ,
শুনি যোৱা আজি মোৰ দুখৰ কিননি ;
বিয়াকুল কৰিছে মোক শোকৰ গাজনি !
নৰ'লা অলপো তুমি ? কৰা নেকি গপ ?
আজন্ম আহিছোঁ কৰি মিনতি তোমাক,
"ৰবাচোঁ অলপ" বুলি ধৰিছোঁ পাৱত,
তথাপি নহ'ল দয়া অলপো মনত ?
নাচালা উলটি হায় ! তুমি দুৰ্ভগাক ?
খন্তেক ! নিত'উ তুমি একেৰাহে যোৱা,
কতনো মিনতি কৰোঁ অলপো নোৰোৱা ।।

## অনুতাপ
### ( ক )

ৰত্নৰ লোভত পৰি সমুদ্ৰ গৰ্ভত
বুৰ দিলো, কিন্তু হায় ! নাপালো ৰতন !
চেচাঁ বুলি গা তিয়ালো প্ৰেম-সাগৰত
নহ'ল শীতল প্ৰাণ, কৰিলে দহন !!
মধু আশা কৰি হায় ! মানস-ভোমোৰা
পৰিছিল উৰি উৰি কেতেকী ফুলত !
মধু যে নাপালে ! মাথোঁ পৰিল হুলত
পাপ কেতেকীৰ (হায় ! হুলে-জোঙে ভৰা !!)
সুধা ভাবি খালো বিহ, প্ৰাণ বিয়াকুল !
অথিৰ অবিৰ মন, কান্দিছে অন্তৰ !
ৰূপত শুৱনি দেখি সুণ্ডি বিহ-ফুল ।
বিষম গোন্ধত হ'ল প্ৰাণ জৰ্ জৰ্ !!
কি আছিলো, কেনে হ'লো ! কান্দিছে পৰাণ
হ'ব কি হিয়াৰ হায় ! তাপ অৱসান ?

## অনুতাপ
### ( খ )

কান্দিছে এতিয়া প্ৰাণ, জ্বলিছে অনল
খন্তেকীয়া তৃপিতিৰ পৰি ছলনাত,
অমূল্য ৰতন তোৰ বেচিলি হঠাত !
সুধা ভাবি হায় ! মাথোঁ ভক্ষিলি গৰল ।।
নিৰবোধ মন-পখি ! নুশুনি ৰাৰণ
ফান্দ পাতি ব্যাধে দিয়া ধানৰ লোভত

খাবলৈ গ'লি ! কিন্তু পৰিলি ফান্দত !
খোৱা যে নহ'ল ; মাথো মাৰিলি জীৱন !!
আহাহা ! অবোধ ! তই নুশুনি নামানি
হকাবধা বিবেকৰ আপোন দোষত
ভুঞ্জিছে কেলেশ, আৰু নাপাৱ তৰণী
ঢ'উ ভৰা অনুতাপ-ৰূপী সাগৰত !!
নিজ দোষে মৰ, কিয় এতিয়া বিননি ?
কান্দ কিয় এৱে হায় ! দাৰুণ শোকত ?

## জোনাকী পৰুৱা

জোনাকী পৰুৱা জ্বলে গছৰ আগত
গাভৰু খোপাত যেনে মুকুতাৰ হাৰ ;
তললৈ নামে, উঠে আকৌ এবাৰ
এটি দুটিকৈ কত হৰিষ মনত ।।
কতো উঠে আকাশত, উপহাস কৰে
জিকিমিকি-কৰি জ্বলা আকাশী তৰাক ;
এই আছে, এই নাই, ধিমিক-ধামাক
(আশাৰ সঞ্চাৰ হয় নৰৰ যি দৰে) ।।
কেতিয়াবা জাকে-জাকে ধলে ধলে পৰি
বননিত, কৰি থাকে ৰমক-জমক ;
থাকিলে সহস্র হীৰা যেনেকুৱা কৰি
পোহৰাই থাকে ঘোৰ এন্ধাৰ বনক ।।
ধিমিক-ধামাক ! কৰে সঘনে পোহৰ
আশাৰ সঞ্চাৰ যেনে হয় মানৱৰ ।।

## ৰজাৰ জী-সখীলৈ
### ( ক )

ফুটা কপালত সখি ! কেতিয়া কি ঘটে,
তাকে ভাবি প্ৰাণ মোৰ ব্যাকুল সদাই !
হায় সখি ! জন্ম মোৰ ৰজাৰ ঘৰত !
থাকোঁ সি কাৰণে জানো মনস্তাপ পাই ।।
সজাত ভৰাই থোৱা মইনা চৰাই
মোতকৈ তাইও যে শতগুণে সুখী !
কোৱাঁ, সখি ! মন-দুখে নেৰে কিয় মোক ?
সৃজিলে কিয়নো মোক কৰি চিৰদুখী ?
পাপিনী সাপিনী সখি ! সদা দিন ৰাতি
বন্ধন থাকে শাসনৰ আটিল বান্ধত !
তাইতো অধিক দুখী এই অভাগিনী
আটিল বান্ধত পৰি ই ৰাজপুত !!
নিতে চিন্তা, নিতে দুখ, অশান্তি মনত ;
নাই সখি ! লেশ শান্তি ৰাজ-ভঁৰালত !!

## ৰজাৰ জী-সখীলৈ
### ( খ )

আকাশৰ ভোটা তৰা উজলে গগন ;
নিশাক শুৱনি কৰে নিশাৰ ভূষণ ।।
কিন্তু সখি ! নাই যাৰ জোনৰ পোহৰ,
নিশাক কোনেনো কৰে আদৰ-সাদৰ ?
নিশাৰ কামনা, হোক পূৰ্ণিমা সদায়,
পেলোক জগত যেন পোহৰে ভৰাই ;
কিন্তু সখি ! অভাগীৰ কপাল - দোষত,
নিৰাশা ভাৱৰে ঢাকে জোন আকাশত !
মনত আশঙ্কা, জানো হয় বিনা মেঘে
অকস্মাতে বজ্ৰাঘাত অভাগী শিৰত ;
হয় জানো চূৰমাৰ ই কম্পিত হিয়া
নিৰাশাৰ বজ্ৰ পৰি জানো অকালত !!
এই চিন্তা, ই আশঙ্কা জাগিছে মনত
কিবা দিন, কিবা ৰাতি, নিদ্ৰাত, স্বপ্নত ।।

## সখী-ৰজাৰ জীলৈ

চিন্তা নকৰিবা সখি ! মনৰ চিন্তাই

টানি আনে ঢ'উ-ফেন নিৰাশা ন'ইৰ ;
মনত অশান্তি আৰু ছায়া সন্তাপৰ,
শুনা আজি বধ লাগে কথাটি সখিৰ ।।
অন্তৰৰ কামনাৰ মৰুভূমি মাজে
থাকে জ্বলি আশাৰ সুন্দৰ সিংহাসন,
তাৰ কাষৰেদি বয়, কল্পনা-বনত
অমিয়া পানীৰে ভৰা সৰোবৰখন ।।
কিন্তু হায় ! সি পানীত পিয়াহ নাযায়,
পিয়াহ আতুৰ প্ৰাণ কৰে, "হায় ! হায় !!"
শূণ্যত মিহলি হয়, "হাহাকাৰ-ময়"
নিৰাশাৰ পানী তাত দিহা-দিহি বয় !!
মিছামিছি চিন্তা এৰা, ৰেখা ভাৱনাৰ
মচি দিয়া তুমি সখি ! অথিৰ হিয়াৰ ।।

## ৰজাৰ জী-সখিঁলৈ
( গ )

কোৱা সখি ! কোনেনো যে আপোন ইচ্ছাতে
উচৰগি দিয়ে প্ৰাণ চিন্তা পিশাচীৰ
ভয়ঙ্কৰ মুখে ? কোনে নিজ ইচ্ছা কৰি
আপোন কোলাত লয় ছাঁয়া অশান্তিৰ
কোনে ইচ্ছা কৰি, কোৱা, নিৰ্ম্মল মুখত
ঘঁহে বিষাদ - কালিমা কলঙ্ক চন্দ্ৰত
(নিষ্কলঙ্ক কলাধাৰ) ? কাৰ ইচ্ছা নাই
সংসাৰ মাজত হাঁহে হাঁহি মিচিকাই
কোৱা, নাই ইচ্ছা কাৰ, নাই কি হেঁপাহ,
প্ৰেম-পূৰ্ণ জগতৰ প্ৰেম 'মতোৱাৰ'
প্ৰেমত বিভোৰ হ'ই নাচিব' হাঁহিব'
হৰিষৰ মৃদু হাঁহি, হ'ব হৰ্ষ-ভৰা ?
কি তোমাত মিছা কথা ? তুমিযে অভিন,
কিন্তু সখি ! মন মোৰ নহয় অধীন ।।

## অন্তিমৰ ছবি

অতি মনোহৰ, সঁচা, জোন আকাশৰ,
বাস্তৱতে শোভাময় আকাশৰ তৰা,
কোমল ল'ৰাৰ মুখ, সঁচা, হাঁহি ভৰা
অনন্ত সৌন্দৰ্য্য শোভা দূৰ পৰ্ব্বতৰ ॥
প্ৰকৃততে প্ৰেমময়ী প্ৰেয়সীৰ কাষ
অনন্ত শান্তিৰে ভৰা কাৰো কপালৰে ।
সঁচা, কোনো জগতত আনন্দে বিহৰে,
কাৰো ভাগ্যে ই সংসাৰ সুখৰ আবাস ॥
সঁচা, সঁচা, বহু সুখ আছে সংসাৰত,
প্ৰেমময়ী প্ৰিয়তমা অমিয়া-মাতেৰে
সংসাৰত কাৰো কাৰো শোক-দুখ হৰে,
শান্তি-ভূমি প্ৰাণপ্ৰিয়া সঁচা জগতত ।।
কিন্তু ই সকলে দুখ পাৰে কি গুচাব
যি দেখিছে ভাবি তাৰ ছবি অন্তিমৰ ?

## কি কৰোঁতে কিবা হ'ল

অমৃতৰ আশা কৰি মথিলো সাগৰ,
নুঠিল অমৃত, তাত উঠিল গৰল
(সেৰ বান্ধি বান্ধি হায় ! বিহ হলাহল !!);
ব্যাকুল পৰাণ, দেহা কৰে জৰজৰ !!
মধু আশা কৰি গ'লো ম'উৰ বাহত,
মধুযে নহ'ল খোৱা ! – মাথো কামুৰিলে
কেঁচা মৌৱে, গোটাগাই হুলেৰে বিন্ধিলে !
কান্দিছে পৰাণ আজি দাৰুণ দুখত !!
ছিঙো বুলি ফুল পাহি গোলাপ গছৰ
চাপি চাপি গ'লো হায় ! অতি হেঁপাহত
ন'উ পাওঁতেই কিন্তু ফুলৰ কাষৰ,
পৰিলো আহাহা ! গই কাঁইট মাজত !!

কি কৰোঁতে কিবা হ'ল ? কান্দিছে পৰাণ,
ইচ্ছাময় ! পূৰ্ণ হ'ক তযু মনস্কাম ।।

## ধিক্কাৰ

এই জনমত হায় ! জ্ঞান অজ্ঞানত
যদি কৰে বেয়া কাম, সিকালত গ'ই
প্ৰতিফল পায় তাৰ, সকলোৱে কয় ;
কিন্তু মোৰ তেনে ভাব নোপজে মনত ।।
যদিবা সেয়েই হয়, কিয়, হে ধিক্কাৰ !
বেয়া কাম কৰা হ'লে পাছে পাছে তাৰ
আহি থিয় হোৱা তুমি ? নৰ-হৃদয়ত
প্ৰহাৰি বিষম শেল কিয় বিন্ধা হিয়া ?
পৰলোকে প্ৰতিফল ? তেনে কিয় দিয়া
ই জনমতে সিটো নৰৰ প্ৰাণত ?
'পৰলোকে প্ৰতিফল' কল্পনা কবিৰ,
ই জন্মতে দিয়া তুমি জানিলো ধিক্কাৰ !
বেয়া কাম কৰা হ'লে, পাছে পাছে তাৰ
দিয়া শাস্তি, কৰা হায় ! পৰাণ অস্থিৰ ।।

## দুৰ্গোৎসৱ

এবছৰ হ'ই গ'ল, আহিল শৰত,
আহিল আক'উ উমা জগতৰ আই,
দাস-দাসী আদি ল'ই উলাহ মনত,
নৱভাৱে ভাৰতক আনন্দে ভৰাই ।।
আনন্দ বিজুলী আহা ! হৃদয় মেঘত
ভাৰতবাসীৰ কত খেলিছে সঘনে
অপূৰ্ব্ব ভাৱেৰে আজি, অতি সযতনে
গাঁথিছে ভকতি-ফুল-মালা অন্তৰত ।।
আনন্দময়ীক পাই আনন্দ-মগন
হ'ইছে ভাৰতবাসী আজি হৰষিত ;
বহুদিন পাছে পাই মাতৃ - দৰশন
মাতৃ-ভক্ত শিশু যেনে হয় আনন্দত ।।
সুখী-দুখী সকলোটি উলাহ-মগন,
স্বৰ্গীয় ভাৱেৰে আজি ভৰিছে ভাৰত ।।

## ক্ষমা

দয়াময় ঈশ্বৰৰ নুশুনি বচন,
দিন-ৰাতি কৰে কত দুৰন্ত মানৱে
ঘৃণনীয় পাপ কাম গোপনীয় ভাৱে
ঘৰে, পৰে আৰু হায় ! বনতো নিৰ্জ্জন ।।
নথকাহেঁতেন আহা ! ক্ষমা দেৱি ! তুমি
প্ৰভুৰ কাষত নিতে, এক মুহূৰ্ত্ততে
পালে হয় ধ্বংস নৰ পৃথিৱীয়ে স'তে,
কিন্তু নিতে আছা তুমি প্ৰভু-পদ চুমি ।।
স্নেহময়ী তুমি দেৱি ! পাপীৰো কাৰণে
তোমাৰ পৰাণ কান্দে । ক্ৰোধ পৰিহৰি
ৰাখিছা প্ৰভুক তুমি শান্ত - মূৰ্ত্তি কৰি,
কৰাইছা ক্ষমা ! দোষ ক্ষমা সযতনে ।।
নথকাহেঁতেন তুমি প্ৰভুৰ কাষত,
পালে হয় ধ্বংস নৰ এক মুহূৰ্ত্তত ।।

## শ্মশান

আছিল এদিন মোৰ, তোমাক শ্মশান !
বান্ধিছিলো স্বৰ্গ বুলি হই জগতৰ !
তোমাৰ কোলাতে গ'ই, থ'ই আহিছিলো
প্ৰতিপ্ৰাণা জয়মতী * সতী আহোমৰ ।।

* আমাৰ ৰচিত 'তিৰোতাৰ আত্মদান' বা 'জয়মতী' কাব্য লিখি সমাপ্ত কৰিয়েই (ইং ১৯০৮ চনতেই) এই কবিতাটি লিখা হৈছিল । ইয়াৰ পাচতেই আমাৰ অতি আদৰৰ মাজু ল'ৰাটিৰ মৃত্যু হয় ।

আহাহা ! শ্মশান ! হায় ! নাই ভৰা মই,
তাৰ যে পাছতে পুনু লাগিব তোমাত
থবগ'ই চেনেহৰ লাহৰীটি ল'ই
অনন্ত শান্তিৰে ভৰা তোমাৰ কোলাত ।।
অতি চেনেহৰ মোৰ সোণটি, শ্মশান !
আদৰ চেনেহ কৰি তোলা আসঙ্গত,
নিদিবা কেলেশ, তাৰ কোমল পৰাণ
ৰাখিবা নিত'উ তাক অতি যতনত ।।
পৰাণতো প্ৰিয় মোৰ, মোৰ সোণকণি,
নকৰিবা তুমি তাক আলাহ এখানি ।।

## পোহৰ

নিষ্ঠুৰ পৰাণ তোৰ ! গুচি যা পোহৰ !
কন্দুৱালি তই মোক পুনু দেখুৱাই
মৰিশালিখনি মোৰ লাহৰী সোণৰ !
কন্দালি পোহৰ ! মোক তই পোহৰাই !
চিৰ-কালল'ই মই শ্মশান - ভূমিত
থ'ইছিলো সোণটিক মই লুকুৱাই
কেন্দুবা নিৰ্দয় তই ! কাৰ ফিঁটনিত
মৰিশালিখনি তাৰ দিলি উলিয়াই ?
নাচাওঁ বুলিয়ে হায় ! থ'লো আঁতৰত
পুনু তই সেই ঠাই দিলি দেখুৱাই ?
কোন সাত শতুৰুৰ কূট বুদ্ধি পাই
জ্বলালি নুমুৱা জুই মোৰ অন্তৰত ?
আছিল লুকাই হায় ! ঘোৰ এন্ধাৰত
কিয় পুনু দেখুৱালি ? কিহৰ খেপত ?

## আন্ধাৰ

নসহে চকুত মোৰ দৃশ্য শ্মশানৰ,
শোকাগ্নিয়ে হিয়াখনি কৰিছে অস্থিৰ ।
দেখা পাই মৰিশালিখনি সোণটিৰ
কান্দিছে আন্ধাৰ ! মোৰ পৰাণ অন্তৰ !!
কাব'উ কৰিছোঁ মই তোমাক আন্ধাৰ !
মৰিশালিখনি তুমি থোৱাঁ লুকুৱাই,
নাচাওঁ সি দৃশ্য আৰু ! পুনু উলিয়াই
নেদেখাবা মৰিশালি আৰু'উ এবাৰ ।।
বিমল জ্যোতিৰে ভৰা অমৰা-নগৰ,
তাতো তুমি লুকুৱাই থোৱাঁ হে আন্ধাৰ !
ঢাকাঁ মৰিশালিখনি লাহৰী সোণৰ,
নজ্বলাবা পুনু মোৰ অগণি হিয়াৰ !!
দেখা পাই আজি সেই ছবি শ্মশানৰ
কান্দিছে সঘনে মোৰ দুৰ্বল অন্তৰ ।।

## ঢাকনী

কিবা সৰু, কিবা বৰ, বহল, দীঘল,
ওখ বা চাপৰ হায় ! যেনুৱাই হয়,
সকলো ঢাকিব পাৰ, হে ঢাকনি ! তই ।
আৰু থ'ব পাৰ ঢাকি জ্বলন্ত অনল ।।
সুমেৰুৰ ওখ টিঙ ঢ'উ সাগৰৰ,
জোন-বেলি ঢাকি ঢাকি থৱ দুচকুত ;
ঢাকিব নোৱাৰ মাথোঁ জুই অন্তৰৰ
জ্বলে হায় ! যি অগণি নৰৰ বুকুত ।।
আহাহা ! ঢাকনি ! যদি ঢাক সকলোকে,
হৃদয়ৰ জুই মোৰ কিয় নাঢাকিবি ?
সকলোকে ঢাকি থ'ব' চৰজিছে তোকে,
নাঢাকি হিয়াৰ জুই কিয়নো ৰাখিবি ?
হৃদয়ৰ জুই মোৰ ঢাকি থ, ঢাকনি !
নিত'উ দহিছে মোক, নাপাওঁ তৰণী ।।

## কোনো এখনি পুথি পঢ়ি

নাজানো, কি পাপ-ফলে পূৰ্ব্ব জনমৰ
মাতৃয়ে তোমাৰ কবি ! জন্মালে তোমাক !
লজ্জা ভয় পৰিহৰি, নিৰ্লজ্জ ভাবেৰে
উলঙ্গিনী কৰি তুমি আঁকিলা ৰাধাক !!
পৱিত্ৰকাৰিণী লক্ষ্মী ৰাধা গোকুলৰ,
পাপী তুমি লজ্জাহীন ! তেনুৱা ৰাধাৰ
আঁকিলা উলঙ্গ ছবি, উলঙ্গ লেখক।
নাইনে কলঙ্ক ভয়হে কবি ! তোমাৰ ?
কবিৰ জনম যদি এনুৱা নিলাজ,
এনে পাপ ভাব যদি কবিৰ মনত
কি কাজ কবিত তেনে ? খাটো ঈশ্বৰক ;
নোহোক কবিৰ যেন জন্ম জগতত ।।
উলঙ্গ লেখক ! তুমি কলঙ্ক কবিৰ !
নৰৰূপী পহু তুমি কাব্য ফুলনিৰ ।।

## কবি ছেক্সপীয়েৰ

জানো দিলে বীণাপাণি বীণা আপোনাৰ
বজাব' তোমাক কবি ! দেখি যোগ্যবান
সি বীণাতে গাই জানো সুমধুৰ গীত
কৰিলা মোহিত তুমি মানৱৰ প্ৰাণ ।।
দিলে জানো চিত্ৰলেখা লেখনী নিজৰ
আঁকিলা মোহিনী ছবি কিবা চমৎকাৰ ;
মিৰেণ্ডা, জেছিকা আৰু ডেছ্‌দিমোনা সতী
লিউক্ৰেটীনা, ওফিলীয়া, চিত্ৰ জুলীয়াৰ ॥
কাব্য-ফুলনিত তুমি কবি-ৰূপী কুলি,
কি বসন্তে কি হেমন্তে সকলো কালতে
এক্কাৰত, পোহৰ মনৰ হৰিষে
গালা মধুময় গীত মধুৰ সুৰতে ।
পণামো তোমাক আমি, কবি-কুল-মণি !
মৰিও অমৰ তুমি, বিখ্যাত জগতে ।।

## কবি কালিদাস

ভাৰতীৰ প্ৰিয়-পুত্ৰ, কবি ভাৰতৰ,
ৰচিলে যি 'শকুন্তলা' জগত-মোহিনী,
(মুণি, তপোবন মাজে সোণৰ হৰিণী)
মোহিনী প্ৰতিমাখনি পৱিত্ৰ প্ৰেমৰ ।।
যেই হাতে বিৰচিলে কাব্য 'নলোদয়'
'ৰঘুবংশ', মহাকাব্য 'কুমাৰ-সম্ভৱ',
'মালবিকা অগ্নি মিত্ৰ', 'বিক্ৰম-উৰ্ব্বশী'
'মেঘ-দূত' (মেঘ-ৰূপী দূতৰ উদ্ভৱ),
জীৱনত যাৰ ভাগ্যে বসন্ত নিত'উ,
ফুলনিত নিতে যাৰ মৃদুল মলয়া
অমাবস্যা নাই নিশা, নিত'উ পূৰ্ণিমা
বাণী যাৰ ওপৰত সদায় সদয়া,
সেই কালিদাস মহাকবিৰ পাৱত
উদ্দেশি প্ৰণাম কৰো ভকতি ভাৱত ।।

## মহাপুৰুষ শঙ্কৰদেৱ

কুসুমৰ পুত্ৰ তুমি জন্ম আসামত,
ভক্ত অৱতাৰ তুমি, তুমি ধৰ্ম্মবীৰ,
অনন্ত অক্ষয় কীৰ্ত্তি ৰাখি গ'লা তুমি
আসামত দেখুৱাই পথ ভকতিৰ ।।
বীৰ, মহাতেজা ৰজা পাৰে কি আৰ্জ্জিব
সাম্ৰাজ্য স্থাপন কৰি সুকীৰ্ত্তি তেনুৱা ?
ধৰ্ম-ৰাজ্য স্থাপি তুমি আসাম-ভূমিত
আৰ্জ্জিলা অনন্ত যশ, কীৰ্ত্তি যেনেকুৱা ?
মূৰ্খক শিকালা জ্ঞান, পাপীক ধৰম,
অন্ধক দেখাই দিলা পথ-স্বৰগৰ,
সিকাৰণে জানো দেৱ ! 'অৱতাৰ' ভাবি
ভক্তিৰে তোমাক পূজে নৰে আসামৰ ।।

গাৱেঁ গাৱেঁ, ঘৰে ঘৰে তোমাৰ 'কীৰ্ত্তন',
উদ্দেশে প্ৰণামো, দেৱ ! ভাবি শ্ৰীচৰণ ।।

## বন্ধু-বিদায়

ই ঠাইৰ যত হাঁহি থ'লো ইয়াতেই,
চকুলো দুধাৰি ল'ই যাওঁ ঘৰল'ই,
বন্ধুসৱ ! দিয়া আজি আনন্দে বিদায়,
ইয়াকেই মাগোঁ মাথোঁ যোৱাৰ সময় ।।
কৰি থাকোঁ যত দোষ, ক্ষমিবা সকলো ;
পদে পদে মানৱৰ ভুল জীৱনত !
আশীৰ্ব্বাদ দিয়া সবে অন্তৰে স'ইতে
হয় যেন শান্তি লাভ দগ্ধ হৃদয়ত
যদি থাকে ভাগ্য পুনু আহিম ইয়াত,
তোমাসৱে স'তে মিলি আক'উ হাঁহিম,
নতু এই শেষ দেখা ই কাৰ্য্য ক্ষেত্ৰত,
সোঁৱৰণী ল'ই মাথোঁ নিত'উ ভাবিম ।।
অন্তৰ উঠিছে কান্দি দাৰুণ শোকত !
এয়েনেকি মানৱৰ মায়া বান্ধৱত ।

## নোহে চিত্ৰপট

কোনে আঁকি থ'ই গ'ল সৌৱা দুৱাৰত
সুন্দৰী ৰমণী মূৰ্ত্তি মুনি-মনোহৰ ?
কি নাম তোমাৰ ? তেওঁ চিত্ৰকৰ কেনে
আঁকিলে যি ছবিখনি এনুৱা সুন্দৰ ?
পোহৰে যিৰূপে ফুলি অকলে অকলে
ফুলনিত থকা গোলাপৰ পাহি,
পোহৰিছে দেখো তেনে ঘৰটি গোটেই
ছবিটিয়ে হাঁহি হাঁহি মিচিকিয়া হাঁহি ।।
কিবা ৰূপ, কিবা মুখ, কিবা চকু দুটি,
যত চাওঁ, বাতে তত দাৰুণ হেঁপাহ,
চাওঁ বুলি ছবিখনি গ'লো কাষল'ই
ধীৰে ধীৰে, হ'লো কিন্তু আশাত নিৰাশ ।।
মোহিনী ছবিটি সেই গ'ল আঁৰল'ই ;
জানিলো, জীৱন্ত মূৰ্ত্তি, নোহে চিত্ৰপট ।।

## প্ৰাণ আৰু বিদ্যা

(আমাৰ পঢ়াশলীয়া বন্ধু স্বৰ্গীয় কৃষ্ণ চন্দ্ৰ নেওগে পীড়িতাৱস্থাত বি, এ পঢ়িবলৈ কলিকতালৈ যাবলৈ যো-জা কৰা শুনি তেওঁলৈ এই কবিতাটি লিখিছিলো ।)

অমূল্য যদিও অতি, বিদ্যা মহাধন
প্ৰাণ স'তে কিন্তু হ'ব নোৱাৰে সমান,
এবাৰ হেৰালে পুনু, নাপায় পৰাণ,
হ'ব বিদ্যা উপাৰ্জ্জন থাকিলে জীৱন ।।
পৰাণ থাকিলে বন্ধু ! গলেও সময়,
যদি কৰা চেষ্টা, হ'ব বিদ্যা উপাৰ্জ্জন,
গ'লে কাল পৰাণৰ, নোপোৱা জীৱন
অশেষ চেষ্টাতো পুনু বান্ধৱ ! নিশ্চয় ।।
নালাগে বিদেশ যাব, বান্ধৱ ৰতন !
কি কাজ বিদ্যাত যদি প্ৰাণত সংশয় ?
(কেতিয়াবা হ'লে শোক দুখত মগন
প্ৰাণত হেঁপাহ হায় ! যদিও নহয়)
তথাপি জানিবাঁ, প্ৰাণ অমূল্য ৰতন,
ই ৰতনে স'তে বিদ্যা তুলনা নহয় ।।

## পঢ়াশলীয়া বন্ধু স্বৰ্গীয় কৃষ্ণ চন্দ্ৰ নেওগৰ মৃত্যুত

হাত ধৰা ধৰিক'ই উলাহ মনত
কাক ল'ই আৰু বন্ধু ! আনন্দে ভ্ৰমিম ?
কবিতা ছাঁয়াৰ তলে কাব্য-কাননত
কুলিৰ কুউ গীত আৰু কি শুনিম ?

কাৰ উৎসাহেৰে আৰু হ'ই উৎসাহিত
কাব্য কাননৰ আনি 'তলসৰা' ফুল,
বাছি বাছি আৰু মালা যত্নেৰে গাঁথিম ?
অকলশৰীয়া আজি, প্ৰাণ বিয়াকুল !!
শোক বেজাৰত টুকি চকুলো চকুৰ,
নিৰাশা-ন'ইত দিলে লেখনী উটাই,
কোনে আৰু দিব তুলি সাদৰে লেখনী
আৰু'উ হাতত মোৰ অনেক বুজাই ?
অকলশৰীয়া কৰি এৰি গ'লা তুমি !
হিতেশ অকল আজি, নচলে লেখনী !!

## বছৰ বিদায়

( ক )

(ইং ১৯১১)

যোৱাঁ তুমি যোৱাঁ, দিন যোৱাঁ বছৰৰ !
হিয়া উদঙাই দিছোঁ তোমাক বিদায় !
কত শোক, কত দুখ, তাপ সংসাৰৰ
দিলা দুৰ্ভগাক, সীমা-সংখ্যা নাই !
মনৰ অশান্তিৰূপী অগণি জ্বলাই
পুৰি দৈই ছাঁই তুমি কৰিলা হিয়াক !
হৰিলা প্ৰাণ - প্ৰিয়সী, উদঙালা হিয়া,
কৰিলা এন্ধাৰ ঘৰ !! নালাগে তোমাক !!
প্ৰথমতে তুমি হায় ! আহোঁতে বছৰ !
কত আশা কৰিছিলো, দিবা বুলি সুখ ;
কিন্তু সেই আশা মোৰ একো নুপূৰিলে,
নাপালো সুখৰ লেশ, নেদেখিলো মুখ ।।
অশান্তিৰ পানী আনি দিলা ঢালি তুমি,
জৰ্জ্জৰ কৰিলা মাথোঁ মোৰ হিয়াখনি ।।

## বছৰ বিদায়

( খ )

যোৱাঁ তুমি যোৱাঁ হেৰা কুটিল বছৰ !
তোমাৰ কুটিল দিন আজি অন্ত হ'ক ।
অশান্তিৰ ছায়া যেন নাথাকে মৰ্ত্ত্যত
অথিৰ অবিৰ মনে কিছু শান্তি প'ক ।।
যোৱাঁ তুমি, যোৱাঁ হায় ! কিন্তু যত দিন
দেহা ৰূপী সজা-মাজে থাকে প্ৰাণ পখী,
থাকিব তোমাৰ কথা (যত দিলা দুখ)
হিয়াৰ মাজত মোৰ জ্বলি জ্বলি থাকি ।।
যত দিন বাক-শক্তি থাকিব মুখত,
সুঁৱৰি সুঁৱৰি গাব দুষ্কৃতি তোমাৰ,
থাকে মানে এই মোৰ দুৰ্ব্বলা লেখনী
লিখিব দুৰ্যশ হায় ! হাতে দুৰ্ভগাৰ ।।
যি কৰিলা, যি দহিলা, যি দংশিলা হিয়া,
সি শোক, সি জ্বালা মোক আৰু'উ নিদিয়া ।।

## নতুন বছৰ

দুৰ্ভগাৰ দৰে আছে বহু দুৰ্ভগীয়া,
বহু দুৰ্ভাগিনী আছে, জ্বলিছে অন্তৰ ।
ঢালি দিয়া শান্তি আৰু হাঁহিৰ কিৰণ,
গুচি য'ক হৃদয়ৰ অশান্তি - ডাৱৰ ।।
জগতবাসীৰ হিয়া ভৰোক উলাহে,
সুখ সন্তোষেৰে ভৰা হওঁক জগত,
আনন্দৰ ঢ'উ যেন খেলে সকলোতে,
চকুলো নোলায় যেন কাৰো নয়নত ।।
যি টুকিলো চকুপানী, যি কান্দিলো, হ'ল
যি পুৰিলে (সেয়ে হ'ল) জুয়ে অন্তৰৰ !!
আৰু যেন এনে ক্লেশ নঘটে ভাগ্যত
এয়েই প্ৰাৰ্থনা মাথো দগ্ধ হৃদয়ৰ !!

এই আশা, ই কামনা কৰিবা পূৰণ
এয়েই গোহাৰি মোৰ, ধৰিছোঁ চৰণ ।।

## শেষ গতি

জনমালে একে আয়ে, একেটি বাপেকি,
আছিলো কেয়োটি আমি বাই ভনী ভাই,
একে লগে হ'লো বৰ, একে ঘৰে থাকি
আদৰত উঠিছিলো ! কিন্তু আজি, হায় !
কালৰ চক্ৰত ঘূৰি এটি এটি ক'ই
সংসাৰ সোঁতত উটি ঠাই-ঠাই হ'লা !
দুটি ৰ'ল ওচৰতে, কিন্তু এটি গ'ই
পাইছিল দূৰ হায় ! তাতোযে নৰ'ল !!
দূৰ শ্মশানত গ'ই অকলে অকলে
সকলোকে কন্দুৱাই থ'ই অকালত
'অন্তিমৰ ঠাই' ল'লে বিচাৰি নিৰলে !
এয়েই জানোবা গতি আমাৰো শেহত
একে ঘৰে উপজিলো, কিন্তু তেনেক'ই
নাপাওঁ মৰিব' কিয়, বিধতা নিৰ্দ্দয় ?

## ছবি

পতিপ্ৰাণা বিৰহিণী অকলে অকলে
কত ভাবি, কত কান্দি এখনি ফলিত ।
আঁকিলে স্বামীৰ ছবি হ'ই একচিত,
কল্পনাৰ সানি ৰঙ বিৰলে বিৰলে ।।
প্ৰথমে আঁকিলে মুখ (জোন মনোহৰ),
তাৰ পাছে নাক, চকু, দাঁত, চুলি, কাণ ;
সকলো আঁকিলে কৰি জীৱন্ত সমান,
নাকিলে মাথোন ছবি দুটি চৰণৰ ।।
বিৰহ-ব্যাকুলা সতী, স্বামী বিৰহৰ
চিন্তাত বিভোৰ হ'ই ভাবিলে মনত,
ইমানেই থ'ক, ছবি নাকোঁ চৰণৰ,
নতুবা পেলাব মোক পুনু বিৰহত ।।
যদি আঁকো ভৰি দুটি, আক'উ পলাব,
কান্দি-কাটি পৰিলেও, ওলটি নাচাব ।।

## উৰ্ম্মিলা

লোকল'ই বুলি, দেৱি ! যদি পোতে ফুল,
নিজে তাতে মৰে ফুটি, সকলোৱে কয়,
আনে যি বোলক, কিন্তু মিছাও নহয়,
প্ৰমাণ নিজেই পালো, নাই তাত ভুল ।।
লক্ষ্মণক হায় ! দেৱি ! স্বামীক [illegible]
অকালত ত্যাগ কৰি কৌশল [illegible]
কন্দুৱাব খুজিছিলো তোমাক শোকত
টোকাই চকুত দুয়ো চকুলো দুধাৰ ।।
তোমাক কন্দুৱা আগে কিন্তু বিধতাই
স্নেহৰ ৰতন হৰি কন্দুৱালে মোক ;
কল্পনাৰে সঁতে অহা হৃদয়ৰ শোক,
মূৰ্ত্তিমান হ'ই দিলে কান্দোন ভৰাই !!
তোমাক কন্দাওঁ বুলি নিজেই কান্দিলো,
লোকল'ই ফুল পুতি আপুনি পৰিলো ।।

## কোনো বন্ধুৰ মাতৃ বিয়োগত

কি শুনিলো ! কি শুনিলো !! বন্ধু মৰমৰ
হেৰুৱালা বোলে তুমি মাতৃ হেন ধন
স্নেহ মূৰ্তিমতী হায় ! অমূল্য ৰতন
বৰ শোক পালো শুনি কান্দিছে অন্তৰ !!
আজি দিনাবধি বন্ধু । হ'লা মাতৃহীন
চেনেহৰ 'আই' বুলি আৰু জগতত
নোপোৱা মাতিব' তুমি ! যাক চিৰদিন
'আই' বুলি ভুলিছিলা দুখ আনন্দত ।।

অতদিনে দুখ তুমি মাতৃ বিয়োগৰ
আছিলা নোপোৱা বন্ধু ! নাই পোৱা শোক !
কিন্তু কি কৰিবা হায় ! ইচ্ছা ঈশ্বৰৰ
কি হ'ব কান্দিলে আৰু ? এৰি দিয়া দুখ ॥
ইয়াকে প্ৰাৰ্থনা মাথোঁ কৰা ঈশ্বৰত,
তেওঁৰ অনন্ত শান্তি হ'ক স্বৰগত ।।

## ফুল

স্বৰগৰ অপেস্বৰা, আলসুৱা ফুল !
শাপভ্ৰষ্টা হ'ই মাথোঁ আছা পৃথিৱীত,
কোমল তোমাৰ দেহা, মন প্ৰাণ, চিত,
জেউতিৰে ভৰা ৰূপ মৰ্ত্ত্যত অতুল ।।
এনেয়ে ৰূপহী তুমি, কেলেই পিন্ধিলা
সেউজীয়া সাজ তাতে লাহৰী গালত
পুৱাৰ নিয়ৰটোপা কিয়নো সানিলা ?
লাৱণ্যৰ মূৰ কিয় মাৰা জগতত ?
স্বৰগ-সুন্দৰী তুমি, ফুল ওপৰৰ,
কিয় কৰি থাকা তুমি মূৰ তলল'ই ?
সহিব নোৱাৰি নেকি জেউতিৰ ভৰ
মূৰটি দোঁৱাই আছা তুমি এনেক'ই ?
মূৰ দাঙি চোৱা তুমি, দেখক জগতে
মাধুৰী তোমাত কেনে ৰাজিছে সততে ।।

## যশ

দেৱতা অমৰ হ'ল কৰি সুধা পান,
অশ্বত্থমা অমৰণ পাই দেৱ বৰ,
কিন্তু কলি-যুগ আজি, নেদেখি দেৱতা,
মৰ্ত্ত্যভূমি পাব ক'ত ৰস অমৃতৰ ?
আৰাধনা বলে তুষ্ট কৰি দেৱতাক
আনিব নোৱাৰি মাতি আৰু পৃথিৱীত,
অমৃতৰ নাই ন'ই, কৰি যাক পান
অমৰণ হ'ব নৰ মৰত ভূমিত ।।
নোহোক অমৃত আৰু নোহোক দেৱতা,
কিন্তু যশ ! তুমি কৃপা কৰা যি নৰক,
অমৰত্ব কৰি লাভ তোমাৰ কৃপাত
চিৰজীৱী হয় সিটো উপেক্ষি কালক ।।
মৃত্যুৰ পাছতো কৰা নৰক অমৰ,
অমৰণ যশ ! তুমি মৰ জগতৰ ।।

## গীত

বুজিব নোৱাৰোঁ, গীত ! কি কৌশলে দিয়া
প্ৰতিজনে খেনে খেনে ভিন ভিন ফল,
তাপিতক দিয়া শান্তি, জ্বলোৱা দুনাই
বিৰহীৰ হৃদয়ত বিৰহ অনল ।।
পুত্ৰহীনা জননীৰ (চিৰ দুৰ্ভাগিনী)
উলিওৱা কেতিয়াবা চকুলো দুধাৰ,
থাকা কেতিয়াবা তুমি মোহিব' প্ৰেমিকা
শব্দময়ী সহচৰী ৰূপে প্ৰেমিকাৰ ।।
ভীমৰূপা ভয়ঙ্কৰী হোৱা বা যদিও
ঘোৰ নিনাদিনী তুমি সমৰ-ক্ষেত্ৰত,
ত্ৰিতাপহাৰিণী কিন্তু হ'লে সঙ্কীৰ্ত্তন
মোহি মানৱৰ প্ৰাণ কিবা প্ৰভাৱত ।।
শব্দময়ী দেৱি ! তুমি, প্ৰণামো তোমাক,
চকুলোৰ হাত মাথোঁ সৰাবাঁ আমাক ।।

## চিন্তা

কোন তুমি কন্যা কাৰ ? চিন্তা নাম ধৰি,
দেখাই মোহিনী মূৰ্ত্তি নৰক ভুলোৱা,
আপোন বশত আনি পাছে দংশা হিয়া
গোপনে গোপনে তুমি কিয় এনেকুৱা ?

ৰমণীৰ মন বোলে নিচেই কোমল,
অন্তৰত বয় বোলে ন'ই চেনেহৰ ?
তেনে চিন্তা ! কিয় তুমি এনুৱা নিৰ্দ্দয় ?
ৰাক্ষসীৰ দৰে কিয় তোমাৰ অন্তৰ
কুটিলে নিৰ্দ্দয় পোকে ঠাৰি অকালত
গোলাপৰ পাহি যেনে লেৰেলি শুকায়
মানৱৰো প্ৰাণ তেনে হয় জ্বলা-কলা,
হিয়াৰ মাজত চিন্তা ! তুমি ল'লে ঠাই ।।
খাওঁতে - শোওঁতে মোৰ কিয় লগ লোৱা ?
কাতৰে মাতিছো মই, মোক এৰি যোৱা ।।

* * * *

( ক )

কেঁচুৱা কালৰে পৰা ধূলি -মাটি ল'ই
তোমাৰ কোলাতে ৰঙে কত উমলিলো !
কিন্তু হায় ! কান্দে প্ৰাণ ! পৰিত্যাগ ক'ই
তোমা হেন ভূমি এৰি আঁতৰি আহিলো ।।
ইচ্ছাক্ৰমে নোহে আই ! দাৰুণ দুখত
(শতুৰুৰ তাড়নাত !) বিনাই কান্দিলো !
শত্ৰু হস্তগতা তুমি, সেই বেজাৰত
নিতান্ত দুৰ্বল মই তোমাক এৰিলো !!
ওপজোতে মই আই ! সুৰ মিহলাই
প্ৰকৃতিৰে স'তে গালা আনন্দ - সঙ্গীত !
তিয়াগি আহিলো আজি হিয়া উদঙাই
তোমাৰ, গোৱাঁহে এটি বিষাদৰ গীত ।।
তুমি কান্দা, ময়ো কান্দো ধৰা-ধৰি কৰি,
কান্দি কান্দি হওঁ আজি আঁতৰা-আঁতৰি ।।

* * *

( খ )

হৃদয়ৰ বেগ হায় ! ঘূৰাব নোৱাৰি
দীন-হীন বেশে আজি মাগিছোঁ বিদায় !
আশীৰ্বাদ দিয়া আই ! হিয়া উদঙাই,
কান্দো যেন সিঠাইতো তোমাক সুমৰি ।।
কি সুখত, কি দুখত, শোকত মগন,
থাকোঁ যেনে অৱস্থাতে, তেনুৱা কালত
তয়ু মূৰ্ত্তি অঁকা যেন থাকে হৃদয়ত,
নুভুলো ধিয়াব যেন তোমাৰ চৰণ ।।
স্বদেশী, বিদেশী কিম্বা অচিনাকি স'তে
য'তে যেনেক'য়ে থাকোঁ নুভুলিবাঁ আই !
অন্তৰৰ পৰা মোক নিদিবা পেলাই,
সুমৰিব্ৰ মাজে মাজে থাকোঁ যেয়ে য'তে ।।
দীন-হীন কবি মই পগলা ভাৱক,
নকৰিবা সেই বুলি মনৰো আঁতৰ ।।

## ওৰণি

( ক )

কাৰ'উ কৰিছোঁ মই তোমাক ওৰণি !
সংসাৰৰ ফুলনিৰ বিষময় ফুল
ৰমণীয়ে মানৱক কৰে বিয়াকুল,
ঢাকি থোৱাঁ তুমি হায় ! সেই মুখখনি ।।
নাজানোযে বিধাতাই কিয় সৰজিলে
সংসাৰৰ ফুলনিত ৰমণী কুসুম,
গোলাপ পাহিত ঢালি বিহৰ দুগুণ !
হাঁহি হাঁহি হৰে প্ৰাণ, নাচায় মৰিলে !!
ঢাকি থোৱা মুখখনি তুমি ৰমণীৰ,
ওৰণি ! তোমাক মই কৰিছোঁ মিনতি,
সেই মুখনিয়ে মোক দিয়ে দুৰগতি,
কৰে হিয়া বিয়াকুল, পৰাণ, পৰাণ অথিৰ ।।
কাৰ'উ কৰিছোঁ মই তোমাক ওৰণি !
ঢাকি থোৱাঁ ৰমণীৰ মুখখনি তুমি ।।

## ওৰণি

নাঢাকিবাঁ, নাঢাকিবাঁ মুখ ৰমণীৰ
মিনতি কৰিছোঁ মই তোমাক ওৰণি !
সংসাৰ-ফুলনি বন, ধৰিছে শুৱাই
সুন্দৰ গোলাপ পাহি জগত শুৱনি ।।
সংসাৰ বিষাদে ভৰা, তাপিত নৰৰ
জুৰাব তাপিত প্ৰাণ বিধি দয়া কৰি
শান্তিৰ নিজৰা ৰূপে কৰিলে সৃজন
ৰমণীৰ মুখখনি, নধৰাঁ আবৰি ।।
যি মুখ খন্তেক মাথোঁ দেখাৰ আশাত
প্ৰেমিক আকুল হয়, পাহৰে সংসাৰ,
সেই মুখখনি তুমি নাঢাকাঁ ওৰণি !
মূৰ্ত্তিমতী শান্তি ৰাজে মুখত প্ৰিয়াৰ ।।
কেতু তুমি ? কিয় হায় ! ঢাকিছা জোনক ?
উলিয়াই দিয়া জোন জগতে দেখক !

## কাণৰ থুৰীয়া

পূৰ্ব জনমৰ জানো কত পূণ্য - বলে
থুৰীয়া জনম পালি তই জগতত ;
শোওঁতে খাওঁতে কিম্বা উঠোঁতে বহোঁতে
চুমা দিয়া প্ৰেয়সীৰ কোমল গালত ।।
যি চুমাৰ হেঁপাহত আতুৰ প্ৰেমিক,
প্ৰেমৰ ৰাজ্যৰ যিটো অমূল্য ৰতন,
যাক ল'ই সংসাৰৰ সকলো বলিয়া,
অনায়াসে তই কিন্তু পাৱ সেই ধন ।।
যি চুমাৰ এটি মাথোঁ পাবৰ আশাত
প্ৰেমিকে উচৰ্গা কৰে পৰাণ নিজৰ,
সেই চুমা লাখ লাখ নিতে পাৱ তই,
নাজানো কি পুণ্য তোৰ আছিল পূৰ্বৰ ।
নহ'ল আমাৰো কিয় থুৰীয়া জনম !
পালো হয় নিতে কত মধুৰ চুম্বন ।।

## কটাক্ষ-শৰ

### ( ক )

তাহানি কালত, প্ৰিয়া ! প্ৰাচীন যুগৰ
পাৰ্থ আদি বীৰসৱে কত যতনত
শিকিছিলে শৰ-বিদ্যা, কৰিছিলে লাভ
কত শৰ তীক্ষ্ণতৰ গুৰুৰ কাষত ।।
তপোবলে বাহু-বলে তুষি পশুপতি
পাৰ্থে কৰিছিলে লাভ শৰ পাশুপাত,
আৰু কতো কতো বীৰে পাইছিলে হেনো
কত শৰ, কত অস্ত্ৰ দেৱৰ কাষত ।।
কিন্তু সি সকলে প্ৰিয়া ! নোৱাৰিলে হ'ব
জগত-জয়িনী হায় ! তোমাৰ নিচিনা ।
কটাক্ষ - শৰেৰে তুমি জিনা যেনেক'ই
মুহূৰ্ততে ত্ৰিজগতে যেন বীৰাঙ্গনা ।।
অতি পৰাক্ৰমী প্ৰিয়া ! শৰ কটাক্ষৰ,
বিন্ধি যি বীৰৰো প্ৰাণ কৰে থৰ্থৰ্ ।।

## কটাক্ষ-শৰ

### ( খ )

কাতৰে মাতিছোঁ প্ৰিয়া ! কোৱা আজি মোক,
শিকালে তোমাক কোনে এনেকুৱা শৰ ?
থাকে কি মৰ্ত্ত্যতে তেওঁ ? থাকে পাতালত ?
তেওঁনেকি দিব্য মূৰ্ত্তি দেৱ স্বৰগৰ ?
দেৱতাই হোক, কিম্বা হওক চাণ্ডাল,
নতুবা মৰ্তৰে নৰ, গুৰু বুলি মানি
ভজিম তেওঁকে আজি, তেওঁকেই খুজি
শিকিম সি শৰ-বিদ্যা কটাক্ষ - ৰূপিনী ।।
সেই শৰ - বলে আজি হ'ই দিগ্বিজয়,

ভুৱন - বিজয়ী নাম মৰ্ত্ত্যত ৰাখিম,
যেই বাণে হৰা তুমি প্ৰাণ জগতৰ,
সেই শৰে ছয় ৰিপু দমন কৰিম ।
কাম ক্ৰোধ আদি ৰিপু কৰি পৰাজয়
কটাক্ষ-ৰূপিনী শৰে হ'ম ৰিপুঞ্জয় ।।

## চুমা

প্ৰাণ সম প্ৰিয় পুত্ৰ সাবটি কোলাত
স্নেহময়ী মাকে দিয়ে চুমা দুগালত,
ফুলনি শুৱাই থকা গোলাপ পাহিক
চুমা খায় ভোমোৰাই অতি হেঁপাহত ।।
পুখুৰী - পানীক ( জানো প্ৰাণ সখী ভাবি)
হালি -জালি , নাচি নাচি, আনন্দ মনত
ফুলি থকা পুখুৰীৰ পদুম - পাহিয়ে
ঘনে ঘনে খায় চুমা কত উলাহত ।।
মানিনী প্ৰেমিকা কিবা কৰি অভিমান
তললৈ কৰি মুখ থাকে যিকালত,
আতুৰ প্ৰেমিক আহা ! ধীৰে ধীৰে গ'ই
দুয়ো গালে দিয়ে চুমা কত হেঁপাহত ।।
অভিমান মানিনী যায় দূৰলৈ,
চুমা দিয়ে প্ৰণয়ীক ঘূৰাই গালত ।।

## আলিঙ্গন

বহুত দিনৰ আহা ! পাছত এদিন
দুই বন্ধু যৱে পুনু হয় দেখা -দেখি,
হৰিষত আনন্দত, উলহি প্ৰেমত
আলিঙ্গন কৰে দুয়ে হ'ই কত সুখী ।।
কত দেশ, কত গাওঁ, অৰণ্য নগৰ
একেৰাহে একমনে কত দূৰ গ'ই
সাগৰক হেঁপাহেৰে কৰে আলিঙ্গন
(প্ৰেমিক - প্ৰেমিকা যেনি) উত্ৰাৱল ন'ই ।।
ফুলনি-বাৰীত থকা মাধ'ই লতাই
সমাদৰে গছজুপি কৰে আলিঙ্গন
দেহাত লগাই দেহা, মুখনি মুখত
এয়ে জানো আলিঙ্গন প্ৰেমৰ বন্ধন ।
তৰুলতা দুয়ো মিলি দেখাইছে জানো,
নৱক প্ৰেমৰ ছবি, প্ৰেমৰ ধৰম ।।

## অগৰু

মহী - মণ্ডলত এই হিমালয় গিৰি
সকলোতকৈ ওখ, ৰজা পৰ্বতৰ ;
নাই তাত চোকা ৰ'দ, তাপ সূৰুযৰ,
শীতল বতাহ মাথোঁ বলে ধীৰে ধীৰে ।।
নিত'উ কুঠাৰ লই মানুহে হাতত
নুফুৰে হাবিত তাৰ, নিবিচাৰে খৰি ।
সমভূমি সিকাৰণে তুমি পৰিহৰি,
অগৰু ! বিচাৰি ল'লা ঠাই পৰ্বতত ।।
আহাহা ! অগৰু ! তুমি নাজানা নিচেই
নাজানানে, অমৃততো বিহ থাকে বুলি ?
নাজানা, নহ'লে, কিয় ছলনাত ভুলি
আশাৰ দুখত আহি পৰিবা নিজেই ।।
হিমালয় ভাল বুলি ল'ইছিলা বাসা,
দংশিছে বিষাল সাপে কিন্তু ছিন নিশা ।।

---

( * সংস্কৃতৰ পৰা । হিমালয় পৰ্বতত যিবিলাক অগৰু চন্দনৰ গছ আছে তাত হেনো সাপ উঠি উঠি থাকে । এনে এটি প্ৰবাদ আছে যে হিমালয় পৰ্বতেই অগৰু চন্দনৰ স্থান, তাৰ বাহিৰে পৃথিৱীৰ কোনো ঠাইতেই অগৰু চন্দনৰ গছ নাই ।)

## মদাৰ ফুল

শুনিছোঁ মদাৰ ! তুমি স্বৰগৰ ফুল,
নন্দন-বনৰ তুমি পুষ্প পাৰিজাত ;
কিন্তু কি কাৰণে তুমি স্বৰ্গ পৰিহৰি
আহিলা মৰত - ভূমি ? ভুলি কি মায়াত
দেৱৰাজ প্ৰিয়া দেৱী পোলোম জীয়াৰী
আৰু দেৱ - কন্যাসৱে অমৰাপুৰৰ
কত হাবিয়াসে জানো, চাকিয়ে চাকিয়ে
পিন্ধিছিলে খোপাঁ ভৰি কৰি সমাদৰ ।।
সেই গৌৰৱত জানো গৰবিনী হ'লা,
বহুত সম্মান পাই ভুলিলা নিজক,
সেই পাপে জানো আজি ই দশা তোমাৰ
সুগন্ধ- বিহীন হ'ই পালাহি মৰ্ত্ত্যক ।।
"অতি দৰ্পে হতলঙ্কা" কাহিনী আগৰ,
'অতি' মানে নিৰবংশ বংশ কৌৰৱৰ ।।

## অসতী তিৰোতা—বেশ্যা

কোনে কয়, বৰ বিষ কাল-সাপিনীৰ ?
দংশিলে মুহূৰ্ত্তে ঘটে সংশয় প্ৰাণৰ ?
কোনে কয় ভয়ঙ্কৰা বিকটা ডাইনী
ছলনাৰে ছলি কৰে, বিলাই নৰৰ ?
সাপিনী ডাইনী এই দুয়োটিত ক'ই
নাৰীৰ মাজত আছে এজাতি সাপিনী
বেশ্যা নামে পিশাচিনী, ধৰ্ম - পথ ভুলি
নৰৰ পৰাণ নাশে অসতী পাপিনী !!
দংশিলে কাল - সাপিনী, তাতো পায় প্ৰাণ
ডাইনী খেদিব পাৰি তাৰো আছে পথ ;
সাপিনী, কাল-ৰূপিনী দংশিলে বেশ্যাই
নৰৰ প্ৰাণত, তাৰ অৱস্থা মৰ্ত্ত্যত ।।
সাপিনী (চকৰী ফেঁটী !) মূৰত চকৰ !
ডাইনী, অসতী বেশ্যা, সাজ মনোহৰ ।।

## বৰ পাত্ৰ*

ধলে ধলে খুনবাৰে দূৰ পৰ্বতৰ
ৰজা -ঘৰল'ই আহে ' পালসেৰা' লই,
নগামাকো আঁক বাঁক, হাতীৰ দাঁতৰ
পিন্ধে কত অলঙ্কাৰ মনোৰম ক'ই ।।
দেখা পাই ক'লে হাঁহি এদিন ৰজাক,
"চোৱাচোঁ বঙহদেও ! যদিও নগাক
কৰে ঘিণ, কিন্তু নগা সৌন্দৰ্য্যেৰে ভৰা ।।
অজলা ৰজাই শুনি ভাবিলে মনত,
"আসক্তি ৰাণীৰ জানো জন্মিছে নগাত,
এনুৱা ৰাণীক মোক নালাগে ইয়াত ।"
সভৰ্গা ৰাণীক দিলে নগাৰ হাতত ।।
খুনবাৰে কুঁৱৰীক থ'লে ভৈয়ামতে,
উপজিল বৰপাত্ৰ তেওঁৰ গৰ্ভতে ।।

## বসন্ত কালত এটি কুলিলৈ

নিত'উ দহিছে মোক বিৰহৰ জুয়ে,
কিয় তাতে তই পখি ! দিছ্ সোঁৱৰাই ?

---

* ইং ১৪৯৩ চনত চুপিম্ফা স্বৰ্গদেৱে আহোম সিংহাসন ৰাজত্ব কৰে । এওঁ নিজৰ চমুৱা কুঁৱৰী এজনাই নগাৰ খুনবাও এটাক দেখিবলৈ ভাল বুলি প্ৰশংসা কৰাত কুঁৱৰীক খুনবাওলৈ দিলে । খুনবাৰে কুঁৱৰীক চাওলৈ নিনি ভৈয়ামতে ৰাহৰ দিলে । কুঁৱৰী সগৰ্ভা আছিল, কালক্ৰমে সেই ৰাহৰতে তেওঁৰ ল'ৰা এটি জন্ম হ'ল, সেই ল'ৰাটিকেই পাছে চিনি পাই ইং ১৫০৭ চনত স্বৰ্গনাৰায়ণ বা দিহিঙীয়া ৰজাই 'কনচেং' নাম দি 'বৰপাত্ৰ ডাঙৰীয়া' পাতিলে ।

এনেয়ে জ্বলিছে জুই হিয়াৰ মাজত,
কুউ কৰি কিয় তই জ্বলাব দুনাই ?
থাকিলহেঁতেন যদি একলব্য আজি
(হিৰণ্য ধনুৰ পুত্ৰ) দ্বাপৰ যুগৰ,
শিকিলোহেঁতেন গ'ই তুতি-নতি কৰি
শবদ - হৰিব পৰা তোৰ সপ্তশৰ ।।
সেই শৰে শব্দ তোৰ হৰিলোহেঁতেন,
থাকিলিহেঁতেন তই নিৰব-নিমাত,
জ্বলা জুই পুনু মোৰ নজ্বলিলে হয়
শুনি তোৰ কুউ - ধ্বনি তাপিত হিয়াত ।।
নাই কিন্তু একলব্য, নাই সপ্তশৰ
হিতেশ অক্ষয় আজি, ঘনে কুউ কৰ ।।

## কমলাৰ পক্ষ-পাতিত্ব

কবি গুৰু ৰত্নাকৰ আৰু কালিদাস,
ভৱভূতি, মাঘ আদি পুত্ৰ ভাৰতীৰ,
কত কাব্য, কত ৰস কৰিলে প্ৰকাশ,
নাচালা উলটি, ভাবি পুত্ৰ সতিনীৰ ।।
মহাকবি ছেক্সপীয়েৰ কবীন্দ্ৰ মিল্টন,
ইংলণ্ড যশস্বী যাৰ কবিত্ব বলত
সতিনীৰ পুত্ৰ ভাবি কমলা ! ক্ৰোধত
নকৰিলা তুমি কিন্তু স্নেহ - নিৰীক্ষণ !
ভাৰ্জ্জিল, হোমাৰ আদি পুত্ৰ ভাৰতীৰ
পাৰস্য ৰাজ্যৰ কবি হাফেজ প্ৰবৰ
(জনমত ধন্য যাৰ চিৰাজ নগৰ)
নাচালা উলটি ভাবি পুত্ৰ সতিনীৰ ।।
এনুৱা নিৰ্দ্দয় তুমি কিয় কৰিল'ই ?
নাইনে তোমাৰ দয়া ? নাইনে হৃদয় ?

## দুৰাশা

ভাল বন্দী পালা তুমি, দুৰাশা ডাকিনী !
কৰিব, তোমাৰ পূৰ মনৰ কামনা,
কোৱাইছা যেই সেই তুমি পিশাচিনী ।
যেই সেই কৰাইছা নকৰি ভাবনা ।।
নাজানিও সাঁতুৰিব দিছে সাগৰত
তোমাস'তে জাপ হায় ! নাই দুনয়ন,
চাব খোজো পূৰ্ণ-চন্দ্ৰ প্ৰাণ বিমোহন ;
জিভা নাই, আশা কিন্তু মঁউ - সোৱাদত ।।
কাণ নাই, ইচ্ছা শুনো কুলি - কুউ - গীত
(মধুৰ সঙ্গীত হায় ! নিতে স্বভাৱৰ),
নাক নাই, গোন্ধ লওঁ ফুল সুবাসিত,
প্ৰেম নাই, ইচ্ছা - পাওঁ প্ৰেম জগতৰ ।।
অমূল্য কবিত্ব - শক্তি শূন্য নন চিত,
ইচ্ছা, কিনি লওঁ হায় ! যশ কবিত্বৰ ।।

## কলাঠকৰা

আনিলে কোনেনো আজি কলাৰ ঠকৰা
কলনিৰ কলাগছ জুপি কন্দুৱাই ?
ফুলনি বাৰীৰ ফুল ফুলতে ভাঙিলে
নিৰাশা চুকণীটিয়ে অকালত হায় !!
নালাগে, নানিবা আৰু কলাৰ ঠকৰা
আধাফুলা ঢোপাকলি কলিতে শুকাল !
নাগাঁথো আৰু'উ ফুল নিৰপলে শুকুৱা !
কোনেনো পিন্ধিব ? হায় ! দুৰ্ভগা কপাল !!
নাই গোন্ধ, নাই ৰূপ মৰহা ফুলৰ,
মালাত নোপজে কাৰো আদৰ - সাদৰ !
কি হ'ব আনিলে ফুল ? কি হ'ব গাঁথিলে
এপাহ দুপাহ কৰি শুকান মালতী ?
কি হ'ব ঠকৰা আনি ? কিবা লাভ গাঁথি ?
নানিবাঁ ! মালাত আৰু নাই কাৰো ৰতি ।।

## প্ৰাৰ্থনা

তুমি আদি, তুমি অন্ত, মাজতে মাথোন

ক্ৰীড়া-মন্দিৰত তযু খেলিছিলো খেলা
তোমাৰে খেলনা ল'ই, আপোন পাহৰি
জীৱনত দয়াময় ! দুপৰৰ বেলা ।।
খেলোতে খেলোতে খেলা, হ'ল বিনা মেঘে
বজ্ৰাঘাত অকস্মাতে, ভাগিল পুতলা
(তুমি গঢ়া খেলনাটি) ! চালো চকু মেলি
শেষ হ'ল জীৱনত সংপোনৰ খেলা ॥
খেলা শেষ হ'ল সঁচা, আছে কিন্তু বাকী
জীৱনত দয়াময় ! পৰীক্ষা মহত
ই মানৱ জনমৰ, কৰ্ম - ক্ষেত্ৰ - ৰূপী
এবে পৰীক্ষাৰ ঠাই মৰ জগতত ।।
দয়া কৰি পৰীক্ষাত উদ্ধাৰিবা নাথ !
নিমাখিত অতি মই, কৰোঁ প্ৰণিপাত ।।

## শেষ ভিক্ষা

নক'বা নক'বা কাকো (মৃত্যুৰ পাছত)
কি আছিলে কি নাছিলে সদ্‌বদ্ গুণ ।
কৰা মাথো, "দুচকুত আছিল দুধাৰি
তপত চকুৰ পানী, শোকৰ কান্দোন" ।।
"আছিল এখনি হিয়া" – কোৱাঁ যদি ক'বা
"বলিয়া - ভাবেৰে - ভৰা, নিৰাশাৰ চিন
নিৰস মুখত, আৰু এটি হমুনিয়া,
অন্তৰত জ্ঞান-চক্ষু দূৰ-দৃষ্টি-হীন ।।"
আৰু ক'বা, " চাৰিফালে ঘোৰ বিষাদৰ
আছিল আবৰি ছায়া ; হিয়াৰ মাজত
উথলি আছিল সদা শোক - সাগৰৰ "
ঠউকি - বাঠুকি ঢ'উ চিৰজীৱনত ।।"
আৰু ক'বা, " ভাৰতীৰ ভাবি শ্ৰীচৰণ
উচৰগ কৰিছিল গোটেই জীৱন ।।"

## ৰূপলাল দত্ত

Oh! the happy time,
Like the spring time of the year
could it but like pritty flowers
come again each coming year."
—*ANONYMOUS*

পঢ়া বয়সত সেই তাহানি কালত
আছিলো দুয়োটি আমি যেন একে প্ৰাণ ।
কি আহোঁতে, কি যাওঁতে চিৰলগৰীয়া,
ভিন- পৰ নাইকিয়া, একেই পৰাণ ।।
গ'ল কিন্তু সেই কাল, সি সুখৰ দিন !
জীৱনৰ ভাল দিন অতীত - গৰ্ভত !
এই জন্ম'ই আৰু ঘূৰি নাহে সিটো,
যি গ'ইছে গ'ল ভাই ! এই জীৱনত ।।
গ'ল সেই কাল ! কিন্তু আঁকে সোঁৱৰণি
ধীৰে ধীৰে কি যে এটি স্মৃতি মনোহৰ
মানস পটত মোৰ, কি ৰূপে বৰ্ণাম ?
হিদেশৰ শক্তি ভাই নাই বৰ্ণাবিৰ ।।
সুখময়ী স্মৃতি সিটো বাল্য জীৱনৰ
অতুলন জগতত, মৰ জগতৰ ।।

## লোকনাথ বৰুৱা

Friend of my youth! when young we roved
Like striplings mutually beloved,
With friendship's purest glow,
The bliss which wing'd those rosy hours
Was such as pleasure seldom showers
On mortals here below,

The recollection seems alone.
Dearer than all the joys I've known
When distant, far from you:
Though pain, tis still a pleasing pain
To trace those days and hours again.
*LORD BYRON.*

বাল্য-জীৱনৰ সেই পঢ়া বয়সৰ
স্বাধীন প্ৰাণৰ এটি সোঁৱৰণি ল'ই
পলাশ ফুলৰ ক্ষুদ্ৰ চতুৰ্দশপদী
গাঁথিলো কবিতা ইটো হাবিয়াহ ক'ই ।।

ভাল পোৱা চিন ইটো বাল্য – জীৱনত,
বন্ধুৰ প্ৰেমৰ ইটো মাথোঁ সোঁৱৰণি,
সৰু বয়সৰ সেই তাহানি কালৰ
প্ৰেমময় অন্তৰৰ চেনেহ অকণি ।।

নিৰ্গন্ধ ফুলেৰে ভৰা ই ক্ষুদ্ৰ কবিতা
গোন্ধ নাই বুলি কিন্তু নিদিবা পেলাই ;
হাঁহোক জগতে দেখি ই নিৰ্গন্ধ ফুল

নাহাঁহিবা তুমি মাথোঁ, ধৰিবা চপাই ।।
হিতেশ তোমাৰ ভাই ! তুমি হিতেশৰ,
বন্ধু-ৰূপী মহাৰত্ন দীন-দৰিদ্ৰৰ ।।

# চোপাকলি

## (খণ্ড কাব্য)

### (ক) প্রথম খণ্ড

(চতুর্দশপদী কবিতা)

"মন্দঃ কবিযশঃ প্রার্থী গমিষ্যাম্যুপহাস্যতাম্ ।
প্রাংশু লভ্যে ফলে লোভাদুদ্বাহুরিব বামনঃ ॥"
—রঘুবংশম্

Ah! Who can tell how hard it is to climb
To Steep where Fame's Proud temple Shines afar
—*Beattie*

( প্ৰথম খণ্ড )

## সৰস্বতী

আহাঁ আই বীণাপাণি বীণধনি লই,
উঘালি মূৰৰ চুলি, বান্ধি দিলো তাঁৰ।
বজোৱাঁ বজোৱাঁ, আই ! শুৱলা সুৰেৰে
শুৱলা মধুৰ গীত, দেৱী কবিতাৰ।
যদিও কমলা মাতৃ ! অতি নিৰদয়া,
যদিও তোমাৰ কৃপা নাই ই দাসত,
নাকান্দোঁ সি হেতু, হায় ! যদি কৃপা কৰা
তুমি, মাতৃ ! অভাগাক কৰুণা স্নেহত ॥
নালাগে ঐশ্বৰ্য ধন, নালাগে ৰতন,
নালাগে মুকুতা মণি (গজমতি হাৰ)
মাগোঁ মাথোঁ তযু কৃপা অনন্ত কৰুণা,
তোমাৰ কৰুণা দৃষ্টি, দেৱী কবিতাৰ।
লিখোঁৱা কবিতা, মাতৃ ! তযু গুণ গাওঁ,
নকৰে কৰুণা লক্ষ্মী, নালাগে, নাপাওঁ।

## লক্ষ্মী

ধন লোভে, হায় ! আয়ু ক'ত যে নিয়ালো।
তথাপি নাপালো দেখো কতো যে ধনক !
সতিনীৰ পুত্ৰ ভাবি, নকৰা কৰুণা
তুমি, হে কমলা দেবি ! মই অধমক ॥
অনাহাৰে কত, খতি কৰি টোপনিক,
তোমাক বিচাৰি, দেবি ! ক'ত ঠাই গলোঁ,
পিয়াহ-আতুৰ সম মৰুভূমি মাজে
মৰীচিকা দেখি মাথোঁ জলা-কলা হ'লো ॥
অস্থিৰা, চঞ্চলা তুমি, এৰো থিৰ নাই
তোমাৰ ভাবৰ দেবি ! অপাত্ৰকো দিয়া
অতুল ঐশ্বৰ্য ধন দুৰ্ভগা কৰিব.
তোমাক নাপাই মাথোঁ কান্দি থাকে হিয়া ॥
কবি যে বাণীৰ পুত্ৰ (পুত্ৰ সতিনীৰ)
যি হেতু নহয় ধন ভাগ্যভ কৰিব।

## লক্ষ্মণ বৰ্জন

আছিলে মনত, হায় ! বহু হাবিয়াস,
তোমাৰ বৰ্জন-গীত গাঁথি কাব্য সুৰ
পৰাণ ভৰাই গাম মুখত লক্ষ্মণ !
কিন্তু সেই হাবিয়াস নুপুৰিলে মোৰ ॥
বিধাতাৰ ইচ্ছা, উস্ ! তোমাক লক্ষ্মণ
তিয়াগি কন্দাৰ আতো, কন্দালে নিৰ্দয়
'সুৰেণ'ৰ মৃত্যু শোকে ! হায় ! অকালত
শোক সাগৰত মোৰ ডুবিলে হৃদয় !!
মনৰ কামনা মোৰ থাকিলে মনতে,
লক্ষ্মণ ! তোমাৰ গীত কিনো আৰু গাম ?
পৰাণৰ লাহৰীৰ অকাল মৃত্যুত
কি দিন, কি ৰাতি মোৰ কান্দিছে পৰাণ ॥
ডুবিছে এয়েই মোক ! কান্দিলো বহুত।
তোমাক তিয়াগি পানী নোটোকোঁ চকুত ॥

## প্ৰবোধ

অজ্ঞানৰ দৰে, হায় ! কৰিলা যদিও
অতি অনিয়াৰ কাম, আৰু পৰিতাপ
নকৰিবা, বন্ধু তুমি ! যি হবৰ হ'ল !
কেতেকী তলতো থাকে বিষধৰ সাপ !!
আছে কত বোকা হায় ! কতনো পলস
নিৰ্মল পানীৰে-ভৰা নইৰ গৰ্ভত !
কত যে কাঁইট আছে, নাই তাৰ লেখ,
পদুম-ঠাৰিত আৰু গোলাপ গছত ॥

চন্দ্ৰতো কলংক আছে, সূৰ্য্যতো তাপ
মেঘতো যে আছে বজ্ৰ, গাজনি দোৰ্দ্দোৰ,
ভীমেও দিছিলে ভঙ্গ হাৰি সমৰত,
মুনিবো যে মতিভ্ৰম, মোহত বিভোৰ ॥
তুমি-আমি কোনকুটা ! যেন দৃষ্টিহীন,
কিবা ভাল, কিবা বেয়া, নাই একো ভিন ॥

## শেষ ভিক্ষা

নকবা নকবা কাকো মেৰাৰ পাছত)
কি গুণ আছিলে মোত, কিম্বা বেয়া গুণ ।
কবা মাথোঁ, "দুচকুত আছিলে দুধাৰি
তপত চকুৰ পানী শোকৰ কান্দোন ॥
'আছিলে এখনি হিয়া' কোৱা যদি কবা,
'বলিয়া ভাবেৰে ভৰা নিৰাশাৰ চিন
নিৰস মুখত, আৰু এটি হুমুনিয়া,
অন্তৰত জ্ঞান চকু দূৰ-দৃষ্টিহীন ॥"
আৰু কবা "চাৰিফালে ঘোৰ বিষাদৰ
আছিলে আৱৰি ছায়া, হিয়াৰ মাজত
উথলি আছিলে সদা শোক-সাগৰৰ
ঠউকি বাঠ'কি ঢউ চিৰ জীৱনত ॥"
আৰু কবা, "ভাৰতীৰ ভাবি শ্ৰীচৰণ
উচৰগ কৰিছিলে গোটেই জীৱন ॥"

## আশা

নুচুবা নুচুবা মোক মায়াবিনী আশা !
ফাঁকতিৰে পূৰ তুমি ফাকিময় হিয়া !
ছলাই ভুলাই তুমি, আশা দেখুৱাই
গছৰ আগত তুলি গুৰি কাটি দিয়া !
বৰ ফাকিময়ী তুমি, বৰ ছল কৰা,
কাঞ্চনজঙ্ঘাত তুলি দিয়া দলিয়াই
আৰুউ গভীৰ, হায় ! সমুদ্ৰ গৰ্ভত,
নিৰাশাৰ সোঁতে পুনু নিয়ে উটুৱাই ॥
অনন্ত তোমাৰ মায়া মায়াবিনী আশা ।
নিৰ্ব্বোধ মানুহে ভুলি তোমাৰ ছলত,
পাতে কত ফুলবাৰী আকাশৰ মাজে,
শেহত নেদেখি ফুল, কান্দে বিষাদত ॥
নুচুবা নুচুবা মোক, তুমি মায়াবিনী,
তোমাক তিয়াগি আজি থাকোছোঁ অকণি ॥

## ভ্ৰান্তি

নিতে লগৰীয়া তুমি, ভ্ৰান্তি ! মানৱৰ,
নিৰ্মল জোনৰ তুমি কলংকৰ চিন ।
অজ্ঞান অবোধ হায় ! ভ্ৰান্তি কলংকিনী ।
কিবা ভাল, কিবা বেয়া, নাই একো ভিন !
বৰ বেয়া, ভ্ৰান্তি ! তুমি সোণৰ সংসাৰ
মুহূৰ্ততে কৰা ছাই, পাতি কূট জাল !
অতি বলৱতী তুমি, মায়াৰ বলত
পণ্ডিতকো মুহি, হায় ! আছা চিৰকাল !
নাই এনে লোক ক'তো তিনি ত্ৰৈলোক্যত,
যি জন নহয় বশ তোমাৰ মায়াৰ,
তোমাৰ ছলতে বধি প্ৰেয়সীৰ প্ৰাণ,
'ওথেলো' কৰিলে ধ্বংস সোণৰ সংসাৰ ॥
কৰাইছা কত, ভ্ৰান্তি ! মোকো বেয়া কাম
ছলাই ভুলাই, হায় ! কান্দিছে পৰাণ !

## সপোন

মায়াবী সপোন ! তুমি অতি বলবান,
সকলো কৰিব, হায় ! পাৰা টোপনিত !
অনন্ত, অক্ষয় যাৰ ঐশ্বৰ্য্য, বিভূতি,

সিও মগনীয়া হয় তোমাৰ ফাঁকিত ॥
কত ৰজা মহাৰজা এক মুহূৰ্ত্ততে
ৰাজ্য হেৰুৱাই কান্দে তোমাৰ ছলত ॥
খুদ মগনীয়া যেন ফুৰে ঘৰে ঘৰে
খুজি মাগি খুদ কণ পেটৰ ভোকত ।
আকউ সপোন ! হায় ! চিৰ বিৰহিণী
(পতি হেৰুৱাই যাৰ কান্দিছে হৃদয়)
তোমাৰ কৃপাত পাই স্বোৱামী প্ৰাণৰ
এখন্তকে অন্তৰৰ শোক ভুলি লয় ॥
দুৰ্ভাগী জননী কত তোমাৰ স্নেহত,
পৰাণৰ পুত্ৰ পাই, হাঁহে হৰিষত ॥

## কবি

মৰতত থাকি তুমি, নিতে লোৱা ঘ্ৰাণ
নন্দন বনত ফুলা পাৰিজাত ফুল ।
আঁকা কত ছবি তুমি সুন্দৰ অতুল
অমৰা পুৰৰ, কবি অমৰ পৰাণ ।
সুখে আৰোহণ কৰি মানস ৰথত,
কল্পনা ৰাজ্যত তুমি কত ক্ৰীড়া কৰা,
পিয়াহ আতুৰ, হায় ! নৰৰ মুখত,
অমৃতৰ ৰস আনি, আঁজলিৰে ধৰা ॥
দেৱতা ! দেৱতা ! কবি ! এই জগতৰ
তুমি যে জীৱন্ত দেৱ, প্ৰতিমা দেৱৰ
কি স্বৰগ, কি মৰত, কি পাতালপুৰি,
কি নগৰ, কি অৰণ্য, তীৰ সাগৰৰ;
সকলোকে দেখা তুমি, সকলোতে ফুৰি
আঁকা ছবি সকলোৰে, তুমি চিত্ৰকৰ ।

## কবিতা

নাজানো, সি সুখ, হায় ! পায় কি নাপায়
ৰাজ্য সুখ কৰি ভোগ ৰাজাধি-ৰাজাই,
কবিতা ! যেনুৱা সুখ তুমি কৰা দান
অথিৰ-অবিৰ, হায় ! নৰৰ প্ৰাণত ॥
মোহকৰী তুমি, দেবি ! তোমাৰ পৰাণ
অনন্ত মোহনী ভৰা চাৰিও যুগত ॥
কিনো যে মোহনী মাৰি, মুহিলা কবিক,
ভাবি পোৱা নাই, দেবি ! আজিলৈকে মই,
কি সুখত, কি দুখত, শোক বেজাৰত,
সকলো তিয়াগি, লয় তোমাৰ আশ্ৰয় ॥
সঙ্গিনী কবিৰ তুমি চিৰ জীৱনত,
পোহৰাই আছা, হায় ! সাহিত্য-খনিক ॥
মাগিছোঁ আশ্ৰয়, দেবি ! ময়ো যে তোমাত,
তাপিত জীৱন মোৰ, দিয়া কহোঁ ছাঁত ॥

## কল্পনা

কল্পনা সুন্দৰি ! তুমি ভাৰতী আইৰ
স্নেহৰ জীয়াৰী, হায় ! তোমাৰ বলত
স্বপ্নৰো অগম্য ৰাজ্য ভ্ৰমি ফুৰে কবি,
আৰোহণ কৰি সুখে তোমাৰ ৰথত ॥
চিত্ৰকৰী তুমি, দেবি ! তোমাৰ কৃপাত
আঁকে কবি সবে কত ছবি মনোহৰ,
চকুৰে নেদেখা আৰু ভাৱেৰে নোপোৱা,
কত মনোৰম মূৰ্ত্তি অমৰাপুৰৰ ॥
তুমিয়েতো তেওঁ, দেবি ! যাৰ করুণাত
মৰিও অমৰ আজি পুত্ৰ ভাৰতীৰ
মহাকবি কালিদাস, ভৱভূতি আঘ;
ভাৰ্জিল হোমাৰ আৰু ডাণ্টে চেক্সপীৰ ?
কৰাঁ দেবি ! দয়া মোকো কঁৰা হে অমৰ,
ভাৰতীৰ গুণ যেন গাওঁ নিৰন্তৰ ॥

## নিদ্ৰাদেৱী

শান্তিময়ী, নিদ্ৰা ! তুমি, হায় যিকালত
ভাগৰুৱা নৰে লয় তোমাত আশ্ৰয়
বিষময় সংসাৰৰ বিষম কেলেশ
অন্তৰতে কৰা তাৰ সকলোটি লয় ॥
দৰিদ্ৰৰ বন্ধু তুমি, দৰিদ্ৰ দুখত
জ্বলা-কলা প্ৰাণ যাৰ তোমাৰ কৃপাত
তোমাক আশ্ৰয় কৰি সকলো পাহৰে,
শোক তাপ এৰি কৰে হিয়াখনি শাঁত ॥
দুখ বেজাৰত, হায় ! বিপদ কালত
নেৰা তুমি কোনো কালে, চিৰ শান্তিময়ী
কি ৰজা, কি মহাবীৰ, সকলোটি বশ
তোমাৰ কাষত, দেৱি ! তুমি সৰ্বজয়ী ॥
পৰাণৰ পুত্ৰ যবে প্ৰাণ এৰি যায়,
তেনুৱা শোকতো তুমি ৰাখা নিচুকাই ॥

## মলিনা দেৱি

বিষাদিনী তুমি, দেৱি ! নিতউ বিমনা,
নাহাঁহা, নামাতা তুমি যেন অন্তৰত
ভাবিছা কিবাটো অতি গূঢ়তত্ত্ব কথা
এই সৌৰ জগতৰ একান্ত মনত ॥
যদিও নহয় দেৱি ! জানিলো নিচয়
সংসাৰৰ অনিত্যতা দেখি নয়নত,
কান্দিছে তোমাৰ প্ৰাণ ভিতৰে ভিতৰে,
জ্বলিছে শোকৰ জুই, হিয়াৰ মাজত ॥
মুনিচুনি বেলা দেৱি ! শ্মশান ভূমিত
নিতউ তোমাক দেখোঁ, এয়েহে কাৰণ ।
সংসাৰৰ ধন ৰত্ন সকলোত কই
ভালপোৱা মৰিশালি গহীন, নিৰ্জন ॥
'মলিনা' নামত তুমি, নিতউ মলিনা,
একোতে নাহাঁহা হায় ! সদায় বিমনা ॥

## মৃত্যু

জগতৰ ভিতৰত নাই এনে ছবি !
তেনুৱা সুন্দৰ, যেনে তোমাৰ, মৰণ !
নাই এনে মনোহৰ ক'তো আড়ম্বৰ
তোমাৰে সইতে যাৰ ঘটিব তুলনা ॥
মৃত্যু সময়ৰ কথা গভীৰ ভাবেৰে
যেতিয়া মনতে ভাবি চাওঁ, হে মৰণ ?
সিকালৰ সুখে স'তে নোখোজো সলাব
বিষময় সংসাৰৰ অমূল্য ৰতন ॥
সংসাৰ পথৰ, মৃত্যু ! পথিক মানুহ,
ফুৰি ফুৰি দুখে শোকে, তোমাক শেহত
যেতিয়া আশ্ৰয় লয়, সিকালত তাৰ
শোক তাপ ঘৃণা একো নাথাকে মনত ॥
তাপিত নৰৰ প্ৰাণ তুমি কৰা শাঁত ।
মৰণ ! অনন্ত শান্তি বিৰাজে তোমাত ॥

## চিতাৰ জুই

জ্বলা, জ্বলা, উঠা জ্বলি চিতাৰ অগনি !
আপুনি লাগোক গই আজি স্বৰগত !
লভিছে অমিয়া শান্তি তোমাৰ কাষত
তাপিত মানৱ প্ৰাণে, তিয়াগি চিতনি ॥
সংসাৰৰ ভুঞ্জি বহু যাতনা দোৰ্ঘোৰ
উচৰগি দিছে আজি দেহা আদৰৰ
তোমাত মানৱে, এৰি মায়া সংসাৰৰ ।
নুমাইছে আজি তাৰ প্ৰাণৰূপী জোঁৰ ॥
জ্বলা, জ্বলা, জ্বলা তুমি চিতাৰ অগনি ।
তাপিত নৰৰ দেহা কৰাহে গ্ৰহণ ।
হিতেশো এদিন আহি পশিব শৰণ

তোমাতে মধুৰ শান্তি বিচাৰি অকণি ॥
পাপী বুলি তুমি তাক ঘৃণা নকৰিবা,
নিমাখিত বুলি, দেবি ! চপাই ধৰিবা ॥

## সুখ

মৰুৰ মাজত যেনে মৰীচিকা ছাঁয়া
সংসাৰৰ মাজে সুখ তেনেকুৱা তই !
কি দূৰত ওচৰত, কত বিচাৰিলোঁ,
তথাপি অলপো তোক নেদেখিলো মই ॥
নতুবা, মেঘত যেনে বিজুলীৰ ৰেখা
খন্তেক চমকি হায় ! দেখায় পোহৰ !
তয়ো, সুখ ! তেনেকুৱা খন্তেক ওলাই
হিয়া বিয়াকুল কৰ অথিৰ নৰৰ ॥
গুচি যা, গুচি যা, সুখ নিবিচাৰোঁ তোক,
মিছাতে ব্যাকুল মোক নকৰিবি তই !
জনম অৱধি বহু ভুগিলো কেলেশ,
আজিও ভুঞ্জিম তাকে দুৰ্ভগীয়া মই ॥
মেঘৰ মাজত তই বিজুলীৰ ৰেখা,
খন্তেক ওলাই দিয় কেতিয়াবা দেখা ॥

## চকুলো

ঘোৰ দুৰ্দিনত, হায় ! বিপদ কালত,
বন্ধুৱে তিয়াগি যেবে যায় এৰি হায় !
তেনুৱা কালতো তুমি নেৰা, চকুপানী !
কোমল তোমাৰ মন, কোমল হৃদয় ।
কৰিলে পৰাণ ত্যাগ প্ৰাণৰ পুতেকে,
দুৰ্ভাগিনী মাকে কান্দে যেতিয়া বিনাই,
তেনুৱা শোকতে তুমি দুৰ্ভাগী মাকক
হিয়াৰ অগণি মাৰি, থোৱা নিচুকাই ॥
আহাহা ! অকলে হায় ! 'জনক জীয়াৰী'
বন্দীনী আছিলে যেবে অশোক বনত,
সিকালত, হে চকুলো ! তুমি লগৰীয়া
দুৰ্ভাগিনী বৈদেহীৰ বনৰ মাজত ॥
বিপদৰ বন্ধু তুমি, কোমল অন্তৰ,
এনুৱা বন্ধুত্ব, হায় ! নাই মানৱৰ ॥

## প্ৰতিধ্বনি

যি কথাটি কওঁ মই, তুমি তাকে কোৱা
আকউ ঘূৰাই মোক, কোৱা তুমি কোন
নিতউ নিমাতী তুমি, সিয়ঁৰা মাথোন
সক ছোৱালীৰ দৰে কিনো ভাল পোৱা !
মই হাঁহো তুমি হাঁহা, যেতিয়া শোকত
ইনাই বিনাই কান্দো, তুমিও তেতিয়া
কান্দা, তুমি মোৰে সতে বিদৰাই হিয়া !
সিয়াঁৰা নে কান্দা মাথোঁ নুবুজোঁ মনত ॥
কান্দাই বা সিয়ঁৰাই, পাৰিছোঁ বুজিব,
পৰ ধনে ধনী তুমি, পৰ সুখে সুখী,
পৰৰ দুখত তুমি হোৱা চিৰদুখী
লোকে যদি কান্দে তুমি লাগিব কান্দিব ॥
পৰত নিৰ্ভৰ কৰা কিয় এনেকই ?
এনুৱা তোমাৰ ৰীতি ! বেয়া পাওঁ মই ॥

## মায়াদেৱী

আমি যে নহওঁ কাৰো, কোনো যে আমাৰ
নোহে এই জগতৰ, জানো ভালকই !
কিন্তু হায় ! মায়া দেবি ! ডোলেৰে মায়াৰ
জগতৰ পৰাণীক দিছা বান্ধি থই ॥
জানিও নাজানো দেবি ! তোমাৰ মায়াত
'মোৰ মোৰ' বুলি ফুৰো চিৰ জীৱনত !
অনন্ত তোমাৰ মায়া, তোমাৰ ডোলত

খোৱা নাই যিটে বান্ধ, নেদেখোঁ ইয়াত ॥
নোৱাৰি ছিঙিব ডোল তোমাৰ মায়াৰ
'মোৰ আই', 'মোৰ ভনী', 'মোৰ ভাই', কওঁ
'মোৰ ল'ৰা' বুলি কয় আয়ে আপোনাৰ,
ভাবি চালে কিন্তু কোনো কাৰোৱে নহওঁ
তোমাৰ বান্ধত পৰি বন্দী আছো মই,—
মোকোলাই দিয়া, দেবি ! যাওঁ এৰি থই ॥

## বন্ধু

দুখেভৰা সংসাৰৰ দাৰুণ শোকত
অথিৰ অধিৰ হই, বান্ধৱ ৰতন ।
তোমাৰ কাষৰ চাপি যাওঁ যি কালত,
ভুলি শোক, হয় মন আনন্দ মগন ॥
'সুখ' বুলি কিবা যদি আছে সংসাৰত,
তেনে সেই সুখ, বন্ধু ! কৰিছে বিৰাজ
তোমাৰ কাষতে, পিন্ধি মনোহৰ সাজ
তাত বাজে আৰু সুখ নাই জগতত ॥
প্ৰেমময় তুমি বন্ধু ! তোমাৰ হিয়াত
নিস্বাৰ্থ প্ৰেমৰ নই বইছে সদায় ॥
নিতে তুমি শান্তি ভৰা (বিৰাজে তোমাত,
অমল অতুল শান্তি) শান্তি দেখা পাই
তোমাকে চপাই ললো, ভাবি আপোনাৰ,
নকৰিবা ত্যাগ, বন্ধু ! মই যে তোমাৰ ॥

## বন্ধুত্ব

ক'লা ডাৱৰত সঁচা, জিলিকে বিজুলী
ওপৰে জিলিকে চন্দ্ৰা, তৰা, দিবাকৰ,
জিলিকে যিদৰে কিন্তু ছবি 'বন্ধুত্ব'ৰ
একো নাই জগতত সিৰূপে উজ্জ্বলি ॥
যেনে জিলিকনি আহা ! বন্ধুত্ব ! তোমাৰ
কি জানিব পাৰে সিটে, যিটে পোৱা নাই ?
কোনে কয়, জিলিকনি উজ্জ্বল হীৰাৰ
তোমাতো অধিক, হায় ! নাভাবি নাচাই !
আছে 'কহিনুৰ' সঁচা, উজ্জ্বলি ৰাণীৰ
ৰত্নময় মুকুটত, কিন্তু যেনেকই
জিলিকিছে ছবিখনি, বন্ধুত্ব তোমাৰ
বান্ধৱৰ হৃদয়ত নাই তেনেকই ॥
বন্ধুত্ব ! তোমাৰ মূৰ্তি শান্তিৰ আধাৰ,
নিৰ্মল পুখুৰী তুমি অনন্ত শান্তিৰ ॥

## শত্ৰু

বাঘ ঘোঙ, সাপ আৰু ভালুক বনত ,
শিহু ঘৰিয়াল আদি দূৰ সাগৰৰ,
এনেকুৱা বহু শত্ৰু আছে মানৱৰ,
আছে সঁচা কিন্তু সদা থাকে আঁতৰত ॥
যেনুৱা দাৰুণ শত্ৰু আছে শৰীলত
(কাম, ক্ৰোধ, লোভ, মোহ, ঘৃণা অহংকাৰ)
তেনেকুৱা শত্ৰু আৰু নাই যে আমাৰ,
মহা শত্ৰু 'ছয় ৰিপু'নৰ জীৱনত ॥
সাতোটা ৰথীয়ে বেৰি ভাৰত যুদ্ধত
যি ৰূপে কৰিলে বধ অভিমন্যু বীৰ,
ছটা শতুৰুৱে তেনে নৰ জীৱনত
খুছি কাটি মানৱক কৰিছে অস্থিৰ ॥
বাঘ, ঘোঙ, শত্ৰু, কিন্তু থাকে আঁতৰত,
মূৰ্তিমান "ছয়ৰিপু" নৰৰ দেহাত ॥

---

* Late Lamented Queen Victoria the Empress of India ৰাণী স্বৰ্গী হোৱাৰ ৩ বছৰৰ পূৰ্বেই এই কবিতা বিলাক লিখা হৈছিলে ।

## যাতনা

বিশ্ব বিধাতাৰ এই বিশ্ব মণ্ডলত
জন্মিলে মৰিব লাগে, সকলোৱে কয়
মৰেও সকলো সঁচা, মৰে একালত,
যাতনা ! তোৰেহে মাথোঁ মৰণ নহয় ॥
সূৰুযো যে অস্ত যায়, জোনে পায় ক্ষয়,
সকলোৰে মৃত্যু লিখা আছে কপালত,
যাতনা ! তয়েহে মাথোঁ নৰ হৃদয়ত
অজৰ-অমৰ, হায় ! মৰণ নহয় ॥
নহয়, নহয় তই যাতনা ! অমৰ
সকলো যে মৰে, তয়ো কিয় নমৰিবি ?
পৰাণ থাকোঁতে মাথোঁ নৰ হৃদয়ৰ
থাক জ্বলি ভিতৰত ! মৰিলে, মৰিবি !!
প্ৰাণ গ'লে যাবি তয়ো যাতনা দোৰ্ঘোৰ !
জীয়াই থাকোঁতে তোৰ নাই মাথোঁ ওৰ ॥

## সীতা

অযোধ্যাৰ ৰাজলক্ষ্মী, জনক জীয়াৰী ।
লক্ষ্মী অৱতাৰ তুমি জগত মাজত,
কিন্তু দুৰ্ভাগ্যৰ ফেৰ গুচাব নোৱাৰি,
জন্মাবধি গ'ল কাল দুখ বেজাৰত ।
কান্দোতে কান্দোতে গ'ল গোটেই জনম
তোমাৰ জানকী দেবি ! দুয়ো নয়নৰ
নুগুচিলে চকুপানী, ৰামৰ জীৱন !
কিন্তু কি কৰিবা, হায় ! লিখা কপালৰ !!
ৰাজলক্ষ্মী হয়ো হলা দীনা তপস্বিনী,
স্বামী দেৱৰৰে সঁতে গ'লা বনলই,
হৰি নি ৰাৱণে কত, দুখ দিলে গই
অশোক বনত, দেবি ! জনক নন্দিনী !
'অগ্নিত পৰীক্ষা' আদি কত পালা দুখ,
শেহত পাতাল গই পাহৰিলা শোক ॥

## ৰাধা

প্ৰেমময়ী তুমি, দেবি ! কোনো কোনো কবি
কিন্তু যি আঁকিছে ছবি নিৰ্মল মুখত
ঘঁহি কলংকৰ মহী, কলংকিনী ছবি !
সি কথা ভাবিলে দুখ লাগে হৃদয়ত ॥
নহয় তোমাৰ প্ৰেম, প্ৰেম গাভৰুৰ
প্ৰণয়ী সইতে, দেবি ! হিয়াত তোমাৰ
স্বৰ্গীয় প্ৰেমৰ নই, অনন্ত অপাৰ
বইছিলে নিতে মাথোঁ অমিয় মধুৰ ॥
নিজকেই ভুলি দেবি ! কৃষ্ণৰে পাৱত
উচৰ্গি দিছিলা প্ৰাণ অতি আদৰৰ !
শেল সম গঞ্জনকো নলই মনত
চাপিছিলা কাষ, দেবি ! ঈশ্বৰ প্ৰেমৰ ॥
নাভাবি নিচিন্তি মাথোঁ কোনো কোনো কবি
আঁকিলে তোমাৰ, দেবি ! কলংকিনী ছবি ॥

## ৰাধা আৰু বৃন্দা

কৃষ্ণ-বিৰহত পৰি, বিৰহী ৰাধাক
বিয়াকুল দেখি, ক'লে সাদৰি বৃন্দাই;
নাকান্দিবা আৰু, সখি ! কৃষ্ণক ধিয়াই,
নহয় আপোন তেওঁ নাভাবে তোমাক ॥
থাকিলেহেঁতেন যদি ভাব তোমালই
নগলেহেঁতেন তেওঁ তিয়াগি গোকুল,
ব্ৰজবাসী সকলোকে কৰি বিয়াকুল,
নাকান্দিবা, সখি ! তেওঁ আপোন নহয় ॥
শ্ৰীকৃষ্ণৰ নিন্দা শুনি কথা নিদাৰুণ
বিৰহী ৰাধাই ক'লে কাণত বৃন্দাৰ,
"কানায়ে আমাক ভাবে নিচেই আপোন ॥

পৰ দুখ দূৰ কৰা লক্ষণ দয়াৰ,
দয়ালুৱে নিজ দুখ কৰে কি হৰণ ?
শ্ৰীকৃষ্ণক নিন্দা সখি ! কৰা কি কাৰণ ?"

## শকুন্তলা

অনসূয়া প্ৰিয়ম্বদা দুই সখী লই
ফুৰিছিলা যৱে তুমি ফুলনি মাজত
পানী চতিয়াই দেবি ! মাধবী তলত
দুষ্মন্তে দেখিলে আহা ! সি কালত গই ॥
কণ্বৰ জীয়াৰী [?] তুমি কেঁচুৱাৰে পৰা
নিৰ্জন বনত উঠা, বনৰ হৰিণী
আছিলে তোমাৰ দেবি ! প্ৰকৃত সঙ্গিনী,
নাজানা ছলনা, তুমি সৰলতা ভৰা ॥
দুষ্মন্ত ৰজাৰে সতে ফুলনি মাজত
যেতিয়া তোমাৰ হয় প্ৰথম দৰ্শন,
মুহিলা ৰজাক তুমি অমিয়া মাতত,
অতি মনোহৰ দৃশ্য, অপূৰ্ব মিলন ॥
তোমাৰ কাহিনী, দেবি ! পঢ়ো যি কালত,
স্বৰ্গ সুখ ভাল বুলি নালাগে মনত ॥

## সোঁৱৰণী

সংসাৰৰ চিন্তা এৰি বহি নিৰ্জনত
যেতিয়া তোমাক কৰোঁ মনত অৰ্চনা
ওলোটাই দিয়া আনি অতীত ঘটনা
এটি দুটিকই পুনু মন-দাপোণত ॥
বিধাতাৰ বিড়ম্বনা ! স্নেহৰ ৰতন
একৱালো এটি, দেবি ! মই অকালত !
সেই মূৰ্তি তুমি কিন্তু কৰাই স্মৰণ,
আকউ বহুত মোক কন্দোৱা শোকত !!
অতীত ঘটনা, দেবি ! বাল্য জীৱনৰ
এটি-দুটিকই আনি সকলো দেখুৱা !
যি গইছে যাব দিয়া যোৱা বিলাকৰ
সোঁৱৰণী আনি, হায় ! কিয়নো কন্দুৱা ?
চিৰ কাললই মই হেৰুৱালো যাক,
কিয়নো কন্দুৱা, দেবি ! সোঁৱৰাই তাক ?

## পাহৰণী

তুমি দেবি পাহৰণি ! তোমাৰ গৰ্ভত
ৰাখিছা সুমাই কত গৌৰৱ দেশৰ,
কত কীৰ্ত্তি পুৰাতন, কত নগৰৰ,
সংখ্যা নাই, সংখ্যা তাৰ নপৰে মনত ॥
হায় ! পাহৰণি ! তুমি কত যে গিলিছা
অমূল্য ৰতন হায় ! নৰ জীৱনৰ
দিনে দিনে নাই অন্ত সেই বিলাকৰ !
লুকুৱাই ৰাখি কিন্তু কি দ'ল বান্ধিছা ?
ধনৱতী তুমি, দেবি ! অমূল্য ৰতন
লুকাই থইছা কত তোমাৰ গৰ্ভত !
দুৰ্ভাগী জননী যৱে শোকত মগন
পুত্ৰ হেৰুৱাই হয়, তুমি সি কালত
সেই শোক কিয় মাথোঁ নকৰা হৰণ ?
দয়া-মায়া তযু দেবি ! নাইনে মনত ?

## হাঁহি

সম্পদ কালত আৰু আনন্দ দিনত
থাকা তুমি মানৱৰ নিতে লগৰীয়া,
নাইকিয়া হোৱা কিন্তু দুখ বিপদত
কৃত্ৰিম বন্ধুৰ দৰে হাঁহি মিচিকিয়া !
সুখৰ দেখিলে মুখ, আহি লগ ধৰা
বিষাদৰ গন্ধ পালে, লুকুৱা পলাই

এনুৱা তোমাৰ ৰীতি কপটতা ভৰা ?
যৌৱাঁগই তুমি দিলো তোমাক বিদায় ॥
নামাতোঁ তোমাক আৰু এই জন্মলই,
গুচি যোৱা তুমি হাঁহি ! গইছে সম্পদ ।
নিতান্ত কৃত্রিম হায় ! তোমাৰ প্রণয়,
নোচোৱা উলটি তুমি আহিলে বিপদ !
সম্পদত আহি খোৱা এৰা বিপদত,
কৃত্রিম বন্ধুৰ দৰে তুমি জগতত ॥

## কান্দোন

বিৰহী গাভৰু পৰি বিৰহ দুখত
প্রণয়ী সইতে হয় যেতিয়া মিলন,
কি কৰিব কিবা ক'ব ? বিচাৰি নাপাই,
তোমাক চপাই লয় সাদৰি, কান্দোন !
বহুত দিনৰ, হায় ! পাছত এদিন
পুত্র-প্রাণা মাকে পাই প্রবাসী পুত্রক,
শোকৰ অন্তত দেখি আনন্দৰ চিন,
হৰিষত কান্দে লই প্রাণৰ সোণক ॥
হৰিষতো, সম্পদতো থাকা মাজে মাজে
মানৱৰ সঙ্গী তুমি, কিন্তু বিপদত,
বিষাদে যেতিয়া ধৰে, তেনুৱা কালত,
কান্দোন ! তোমাৰ ছবি সদায় বিৰাজে !!
বিপদৰ সঙ্গী তুমি, শোক বিষাদত
নেৰা তুমি মানৱক কতো জগতত ॥

## সূৰ্য্য

পূবফালেদি তুমি নিতউ ওলাই
উদ্যান নগৰ বন পোহৰা সাগৰ
ইঙুওৱা পদুমক (প্রেয়সী প্রাণৰ)
নিশাৰ বিৰহ-দুখ সন্তাপ গুচাই ॥

দেৱ তুমি দিবাকৰ ! তুমি জ্যোতির্ময়
গুচোৱা এন্ধাৰ ঘোৰ তুমি জগতৰ
নকৰা পোহৰ মাথোঁ নৰৰ অন্তৰ,
(অজ্ঞান এন্ধাৰে-ঢকা অন্ধকাৰময়) ।
তেজোময় তুমি দেৱ ! উজ্জ্বল কিৰণ
দিয়া ঢালি জগতত মৰিশালনীত
নৰকতো (যদি ক'তো থাকে পৃথিৱীত)
পৰ্বতত সাগৰত বনতো নিৰ্জ্জন ॥
অজ্ঞান- এন্ধাৰে ঢকা মানুহৰ হিয়া
পোহৰাবলৈ মাথোঁ শক্তি নাইকিয়া ॥

## চন্দ্র

নোলাবা নোলাবা, মই  কৰিছোঁ মিনতি
ইদৰে আকউ তুমি আকাশ মাজত !
তোমাৰ মোহন মূৰ্ত্তি দেখি নয়নত
কান্দিছে পৰাণ মোৰ হে ৰোহিনী-পতি !
আহাহা ! আছিলে মোৰো নিচিনা তোমাৰ
সুন্দৰ লাৱণ্য এটি প্রাণৰ লাহৰী
কিন্তু তাক অকালতে নিছে কালে হৰি !!
আছে জ্বলি সি অগনি আজিও হিয়াৰ !!
মধুৰতা তেনে দেৱ ! আছে কি তোমাৰ
লাহৰীৰ কথা যেনে আছিলে মধুৰ ?
তাৰ মিঠা মাতে প্রাণ কৰিছিলে জুৰ !
নিৰমূল হ'ল কিন্তু সকলোটি তাৰ !
নোলাবা নোলাবা তুমি আকউ ওলাই
অন্তৰৰ শোক অগ্নি নিদিবা জ্বলাই ॥

## পদুম

প্রকৃতিৰ ছোঁ-ঘৰ পূবৰ দুৱাৰে
বঙ্গা সাজ-পাৰ পিন্ধি, বঙ্গচুৱা বেলি

ওলোৱা মাত্ৰকে তুমি চকু দুটি মেলি
ফুলি উঠা পুখুৰীত অনন্ত শোভাৰে
থাকে বেলি যত বেলি আকাশ মাজত
পদুম ! সিমান বেলি থাকা তুমি হাঁহি,
আনন্দ মনেৰে মেলি সুকোমল পাহি,
মাৰ গলে বেলি মাথোঁ কান্দা বিষাদত ॥
পতি-প্ৰাণা-তিৰী যেনে বিয়াকুল হয়,
পৰাণৰ স্বামী গ'লে চকুৰ আঁতৰ
বিষাদ মলিনা তুমি হোৱা তেনেকই
আদৰৰ স্বামী গ'লে পশ্চিম-সাগৰ ॥
'পতি প্ৰাণতা'ৰ তুমি দেখাইছা চিন ।
তোমাৰ স্বামীয়ে স'তে পৰাণ অভিন ॥

## ভেঁটফুল

স্বামী বিৰহত পৰি কান্দিছে পদুম,
মিচিকিয়া হাঁহি কিন্তু হাঁহিছা মুখত
আদৰৰ জোনটিক দেখি আকাশত ?
তোমাৰ হৃদয় নেকি এনে নিদাৰুণ ?
জা-জোৱালি সম্বন্ধীয়া তুমি পদুমৰ,
কিন্তু হায় ! দেখি জাক বিষাদ মলিনা
হাঁহিছা ৰঙ্গত তুমি ? তুমি দয়াহীনা ?
নাই একো দয়া-মায়া ! নিৰ্দয় অন্তৰ ?
শত্ৰুৰালি জা-ই জা-ই যেনে মানুহৰ,
তোমালোক হয়ো জা-ৰো দেখো তেনেকুৱা !
ফুলৰ কোমল হিয়া কিয়নো নোপোৱা
হৃদয়ত দুখ, দেখি দুখ পদুমৰ !
জানিলো ফুলৰো হিয়া শিলেৰে বন্ধোৱা
সিকাৰণে দুখ দেখি বিষাদ নোপোৱা ॥

## তগৰ

আহিলে বহাগী বিহু, ফুলিলে তগৰ
ৰমক-জমক কৰি, ডাল ভৰি ভৰি ।
বিহুৱতী গাভৰুৱে সমাদৰ কৰি
ললে ছিঙ্গি থোপাথোপে সন্তোষ অন্তৰ
বগা বগা ফুলখিনি ৰূপতো শুৱনী,
অতি চাৰ গোন্ধ কিন্তু মুৰ কামোৰায় !
সি কাৰণে সকলোৱে আদৰ নাপাই,
নুফুলে সদায় হায় ! তগৰ ফুলনি ॥
অতি চাৰ ললে গোন্ধ লাহৰী দেহত,
সকলোৱে তেনে কিন্তু নাপালে আদৰ,
আতউ পুতউ আৰু চিন চেনেহৰ ।
অতি চিৰী নোহে ভাল জানে জগতত ॥
কিবা লাভ তগৰৰ তেনে গোন্ধ লই ?
সকলোৰে বেছি বেয়া সুকলোৱে কয় ॥

## উটি যোৱা বন

যোৱাঁ বন ! যোৱাঁ তুমি যোৱাঁ উটি বুৰি
নইৰ সোঁতত ! এই জগত অসাৰ !
পদুম-পাতৰ পানী অনিত্য সংসাৰ !!
মায়াৰ পাকত আমি ফুৰোঁ মাথোঁ ঘূৰি !!
কত ৰজা মহাৰজা আছিলে ইয়াত,
তোমাৰ নিচিনাকৈয়ে উটি বুৰি গ'ল
কালৰ সোঁতত ! হায় ! চিনো যে নৰ'ল !!
যোৱাঁ গই তুমি বন ! নকৰা বিষাদ !
যোৱা উটি, যোৱা বন তোমাৰ দৰেই
আমিওতো আছো উটি কাল-সমুদ্ৰত !
কত দুৰ যাব আৰু লাগিব সোঁতত
উটি বুৰি তোমাদৰে, জানিছে কালেই !
নোহোঁৱা কেৱল তুমি উটিছা সোঁতত;
কালৰ সোঁতত উটে গোটেই জগত ।

## ঐশ্বৰ্য্য

ঐশ্বৰ্য-বিভূতি হায় ! নিমিত্তে তোমাৰ
দিনে দিনে ভায়ে কত দ্বন্দ্বহাই ।
ক'ত ৰজা, মহাৰজা ৰাজাধিৰজাই
ৰক্ত পাত কৰে ক'ত নিৰ্দোষী প্ৰজাৰ ॥
আহাহা ! ঐশ্বৰ্য তুমি বৰ মোহকৰী,
তোমাৰ মায়াত ভুলি নিৰ্বোধ মানৱে
'হা ! ধন ! বিভূতি !!' কৰি বিয়াকুল ভাবে,
ভ্ৰমি ফুৰে জগতত প্ৰাণ পণ কৰি ॥
শুনিলে সঙ্গীত ধ্বনি মৃগৰ পৰাণ
নাচি উঠে যেনেকই প্ৰাণ আশা এৰি
প্ৰাণ দিবলৈ আহে লৰালৰি কৰি
শত্ৰুৰ হাতত আহা ! মানুহৰো প্ৰাণ
শুনিলে তোমাৰ মাত এৰে প্ৰাণ ভয়,
ঐশ্বৰ্য তোমাৰ মাথোঁ কাষ পাবলই ॥

## খন্তেক

কত দিন কত ৰাতি কত মাহ গ'ল
ফান্দ-পাতি ব্যাধে দিয়া ধানৰ লোভত,
খন্তেক খন্তেক কৰি অগা-পিছা কই !
তথাপি অলপো তুমি নেদেখিলা ৰই
হৃদয়ৰ দুখ মোৰ, বিহ হলাহল !!
ৰবাছোঁ খন্তেক ! তুমি ৰবাছোঁ অলপ
শুনি যোৱা আজি মোৰ দুখৰ বিননি
ব্যাকুল কৰিছে মোক শোকৰ গাজনি ।
নৰলা অলপো ? তুমি কৰানেকি গপ ?
আজন্ম আছিছোঁ কৰি মিনতি তোমাক
'ৰবাছো অলপ' বুলি ধৰিছোঁ পাৱত
তথাপি নহ'ল দয়া অলপো মনত ?
নাচালা উলটি হায় ! তুমি দুৰ্ভগাক ॥
খন্তেক ! নিতউ তুমি একেৰাহে যোৱা
কতনো মিনতি কৰোঁ, অলপো নোৰোৱা ॥

## অনুতাপ

( ক )

ৰতনৰ লোভে পৰি সমুদ্ৰ গৰ্ভত
বুৰ দিলো, কিন্তু হায় ! নাপালো ৰতন,
চেঁচা বুলি গা তিয়ালো প্ৰেম সাগৰত,
নহ'ল শীতল প্ৰাণ কৰিলে দহন ॥
মধু আশা কৰি হায় ! মানস ভোমোৰা
পৰিছিলে উৰি উৰি কেতেকী ফুলত !
মধু যে নাপালে, মাথোঁ পৰিলে হুলত
পাপ কেতেকীৰ (হায় হুলেজোঙে ভৰা) ॥
সুধা ভাবি খালো বিহ, প্ৰাণ বিয়াকুল !
অথিৰ অবিৰ মন, কান্দিছে অন্তৰ !
ৰূপত শুৱনী দেখি, শুঙি বিহ ফুল
বিষম গোন্ধত হ'ল প্ৰাণ জৰ-জৰ ॥
কি আছিলো, কেনে হ'লো ! কান্দিছে পৰাণ
হ'ব কি হিয়াৰ, হায় ! তাপ অৱসান ॥

## অনুতাপ

( খ )

কান্দিছে এতিয়া প্ৰাণ, জ্বলিছে অনল
খন্তেকীয়া তৃপিতিৰ পৰি ছলনাত,
অমূল্য ৰতন তোৰ বেচিলি হঠাৎ
সুধা ভাবি হায় ! মাথো ভক্ষিলি নৰল
নিৰবোধ মন পখি ! নুশুনি বাৰণ
ফান্দ পাতি ব্যাধে দিয়া ধানৰ লোভত
খাবলৈ গলি কিন্তু পৰিলি ফান্দত ।
খোৱা যে নহ'ল, হায় ! মৰিলি জীৱন ॥
আহাহা ! অবোধ তই নুশুনি নামানি
হকা-বধা বিবেকৰ, আপোণ দোষত

ভুঞ্জিছ্‌ কেলেশ আৰু নাপাৱ তৰণি
ঢউ ভৰা অনুতাপ ৰূপী সাগৰত
নিজ দোষে মৰ কিয় এতিয়া বিননি ?
কান্দ কিয় এৱে হায় ! দাৰুণ শোকত ?

## জোনাকী পৰুৱা

জোনাকী পৰুৱা জ্বলে গছৰ আগত,
গাভৰু খোপাত যেনে মুকুতাৰ হাৰ !
তললৈ নামে, উঠে আকৌ এবাৰ
এটি দুটিকই ক'ত হৰিষ মনত ॥
কতো উঠে আকাশত ! উপহাস কৰে
জিকি-মিকি কৰি জ্বলা আকাশী তৰাক,
এই আছে, এই নাই, থিমিক ধামাক
(আশাৰ সঞ্চাৰ হয় নৰৰ যি দৰে) ॥
কেতিয়াবা জাকে জাকে (ধলে ধলে পৰি)
বননিত কৰি থাকে ৰমক জমক,
থাকিলে সহস্র হীৰা যেনেকুৱা কৰি
পোহৰাই থাকে ঘোৰ এন্ধাৰ বনক ॥
টিম্‌কি ঢামাক ! কৰে সঘনে পোহৰ,
আশাৰ সঞ্চাৰ যেনে হয় মানৱৰ ॥

## যৌৱন

কয় সঁচা ভালেমান যৌৱন সময়
আনন্দ সুখেৰে ভৰা, কিন্তু সি যৌৱন্‌ ।
নাথাকেতো চিৰকাল হবতো পতন,
কালৰ গৰ্ভত তাৰ হবতো বিলয় ॥
জীৱন পদুম নিতে হালে-জালে, হায় !
দেহাৰূপী পুখুৰীৰ পানীৰ মাজত ।
কি বিশ্বাস তাত কিন্তু নিতউ শুকায়
ভয়ংকৰ কালৰূপী ৰ'দৰ তাপত ॥
স্নেহময়ী মাতৃ আৰু পিতৃ স্নেহময়,
চেনেহৰ বাই-ভনী, ভাই আদৰৰ
ই সকলে স'তে হ'ব লাগিব আঁতৰ,
প্ৰাণৰূপী পদ্ম হায় ! যৱে পাৰ লয় ॥
সি কাৰণে কওঁ মন! যৌৱন-মদত
নুভুলা ভজিব সেই প্ৰভুৰ পাৱত ॥

## অন্তিমৰ ছবি

অতি মনোহৰ, সঁচা জোন আকাশৰ,
বাস্তৱতে শোভাময় আকাশৰ তৰা,
কোমল ল'ৰাৰ মুখ সঁচা হাঁহি ভৰা
অনন্ত সৌন্দৰ্য সঁচা দূৰ পৰ্বতৰ ॥
প্ৰকৃততে, প্ৰেমময়ী প্ৰেয়সীৰ কাষ
অনন্ত শান্তিৰে ভৰা কাৰো কপালৰে,
সঁচা, কোনো জগতত আনন্দে বিহৰে,
কাৰো ভাগ্যে ই সংসাৰ সুখৰ আবাস ॥
সঁচা সঁচা বহু সুখ আছে সংসাৰত,
প্ৰেমময়ী প্ৰিয়তমা অমিয়া মাতৰে
সংসাৰত কাৰো কাৰো শোক দুখ হৰে
শান্তিভূমি প্ৰাণ প্ৰিয়া কাৰো জগতত ॥
কিন্তু ই সকলে দুখ পাৰে কি গুচাব
যি দেখিছে ভাবি, তাৰ ছবি অন্তিমৰ ?

## তপস্বী

বিষময় সংসাৰৰ বিষম ভাৱনা
পৰিত্যাগ কৰি দেৱ । বনৰ মাজত
এক মনে কি ভাবিছা নীৰৱে মনত !
ধ্যান মগ্ন কিয় আজি আছে কি কামনা ?
আহাহা কামনা নেকি নহ'ব জীৱৰ !
সকলোৰে এটি এটি আছেই কামনা

সি কাৰণে তুমি দেৱ কৰিছা ভাৱনা
নীৰৱে প্ৰভুৰ নাম ৰক্ষ অন্তিমৰ ॥
এনে ইচ্ছা হয়, দেৱ দেখি তযু মুখ,
বিষময় সংসাৰৰ তিয়াগি ভাৱনা
ই ৰূপে প্ৰভুক কৰো নিতউ অৰ্চনা
নীৰৱে বনত, ভুলি সংসাৰৰ দুখ ॥
সকলোৰে মায়া এৰি, জপি প্ৰভু নাম
কটাওঁ জীৱন যেন, এয়ে মনস্কাম ॥

## কমলাৰ পক্ষপাতিত্ব

কবি গুৰু ৰত্নাকৰ আৰু কালিদাস
ভবভূতি, মাঘ আদি পুত্ৰ ভাৰতীৰ
কত কাব্য কত ৰস কৰিলে প্ৰকাশ
নাচালা উলটি, ভাবি পুত্ৰ সতিনীৰ !
মহাকবি শ্বেক্সপীৰ, কবীন্দ্ৰ মিল্‌টন ।
ইংলণ্ড যশস্বী যাৰ কবিত্ব বলত
সতিনীৰ পুত্ৰ ভাবি কমলা ! ক্ৰোধত
নকৰিলা তুমি হায় ! স্নেহ নিৰীক্ষণ !
ভাৰ্জিল, হোমাৰ আদি পুত্ৰ ভাৰতীৰ,
পাৰস্য ৰাজ্যৰ কবি হাফেজ প্ৰবৰ,
জনমত ধন্য যাৰ চিৰাজ নগৰ
নাচালা উলটি ভাবি পুত্ৰ সতিনীৰ
এনুৱা নিৰ্দয়া তুমি কিয় কৰিলই ?
নাই কি তোমাৰ দয়া ? নাই কি হৃদয় ?

## ধিক্কাৰ

এই জনমত, হায় ! জ্ঞান, অজ্ঞানত
যদি কৰে বেয়া কাম, সি কালত গই
প্ৰতিফল পায় তাৰ, সকলোৱে কয়
কিন্তু মোৰ তেনে ভাৱ নোপজে মনত
যদিবা সেয়েই হয়, কিয়হে ধিক্কাৰ !!
বেয়া কাম কৰা হ'লে, পাছে পাছে তাৰ
আহি, থিয় হোৱা তুমি নৰ-হৃদয়ত
প্ৰহাৰি বিষম শেল কিয় বিন্ধা হিয়া ?
"পৰলোকে প্ৰতিফল তেনে কিয় দিয়া
এই জনমতে সিটো পৰৰ প্ৰাণত ?"
"পৰলোকে প্ৰতিফল ?" কল্পনা কৰিৰ,
ই জন্মতে দিয়া তুমি, জানিলো ধিক্কাৰ ।
বেয়া কাম কৰা হ'লে, পাছে পাছে তাৰ
দিয়া শাস্তি কৰা হায় ! পৰাণ অস্থিৰ ॥

## কি কৰোঁতে কিবা হ'ল

অমৃতৰ আশা কৰি মথিলো সাগৰ,
নুঠিলে অমৃত তাত, উঠিলে গৰল,
সৰ বান্ধি বান্ধি হায় ! বিহ হলাহল !
ব্যাকুল পৰাণ, দেহা কৰে জৰ-জৰ ॥
মধু আশা কৰি গ'লো মউৰ বাহঁত
মধুযে নহ'ল খোৱা মাথো কামুৰিলে
কেঁচা মৌৱে গোট খাই হুলেৰে বিন্ধিলে ॥
কান্দিছে পৰাণ আজি দাৰুণ দুখত ॥
ছিঙো বুলি ফুল পাহি গোলাপ গছৰ
চাপি চাপি গ'লো হায় । অতি হেঁপাহত ।
নউ পাওঁতেই কিন্তু ফুলৰ কাষৰ,
পৰিলোঁ (আহাহা) গই কাঁইট মাজত ॥
কি কৰোতে কিবা হ'ল ! কান্দিছে পৰাণ !
ইচ্ছা ময় ! পূৰ্ণ হ'ক তযু মনস্কাম ॥

## ক্ষমা

দয়াময় ঈশ্বৰৰ নুশুনি বচন,
দিন-ৰাতি কৰে কৰ্ত দুৰন্ত মানৱে

ঘৃণনীয় পাপ কাম গোপনীয়ভাৱে,
ঘৰে-পৰে আৰু হায় ! বনতো নির্জন ॥
নথকাহেঁতেন, আহা ! ক্ষমা দেবি ! তুমি
প্রভুৰ কাষত নিতে এক মুহূর্ততে
পাপ হয় ধ্বংস নৰ পৃথিৱীয়ে সতে ॥
কিন্তু নিতে আছা তুমি প্রভু পদ চুমি ॥
স্নেহময়ী তুমি দেবি ! পাপীবো কাৰণে
তোমাৰ পৰাণ কান্দে । ক্রোধ পৰি হৰি
ৰাখিছা প্রভুক তুমি শান্ত মূর্তি কৰি
কৰাইছা ক্ষমা দোষ ক্ষমা সযতনে ॥
নথকা-হেঁতেন তুমি প্রভুৰ কাষত,
পাপ হয় ধ্বংস নৰ এক খন্তেক ॥

## ঢাকনী

কিবা সৰু কিবা বৰ, বহল দীঘল,
ওখ বা চাপৰ, হায় ! যেনেকুৱা হয়,
সকলো ঢাকিব পাৰ হে ঢাকনী ! তই
আৰু থব পাৰ ঢাকি জ্বলন্ত অনল ॥
সুমেৰুৰ ওখ টিং ঢউ সাগৰৰ,
জোন বেলি ঢাকি থৱ দুচকুত ।
ঢাকিব নোৱাৰো মাথোঁ জুই অন্তৰৰ
(জ্বলে হায় ! যি অগণি নৰৰ বুকুত)
আহাহা ! ঢাকনী ! যদি ঢাক সকলোকে,
হৃদয়ৰ জুই তই কিয় নাঢাকিবি ?
সকলোকে ঢাকি থ'ব সৰজিছে তোকে,
নাঢাকি হিয়াৰ জুই কিয়নো ৰাখিবি ? -
হৃদয়ৰ জুই মোৰ ঢাকি থ, ঢাকনী ।
নিতউ দহিছে মোক, নাপাওঁ তৰণি ॥

## দুর্গোৎসৱ

এবছৰ হই গ'ল আহিলে শৰত,
আহিলে আকৌ উমা জগতৰ আই,
দাস দাসী আদি লই, উলাহ মনত,
নব-ভাবে ভাৰতক আনন্দে ভৰাই ॥
আনন্দ বিজুলী, আহা হৃদয় মেঘত
ভাৰতবাসীৰ কত খেলিছে সঘনে
অপূর্ব ভাৱেৰে আজি, অতি সযতনে
গাঁথিছে ভকতি ফুল মালা অন্তৰত ॥
আনন্দময়ীক পাই আনন্দ মগন
হইছে ভাৰতবাসী আজি হৰষিত,
বহুদিন পাছে পাই মাতৃ দৰশন,
মাতৃ ভক্ত শিশু যেনে হয় আনন্দত ॥
সুখী দুখী সকলোটি উলাহ মগন;
স্বর্গীয় ভাবেৰে আজি ভৰিছে ভাৰত ॥

## দুৰাশা

ভাল বন্দী পালা তুমি দুৰাশা ডাকিনী !
কৰিব তোমাৰ পূৰ মনৰ কামনা
কোৱাইছা যেই সেই তুমি পিশাচনী !
যেই সেই কৰাইছা, নকৰি ভাৱনা ॥
নাজানো যে সাঁতুৰিব, দিছো সাগৰত
তোমাসতে জাপ হায় ! নাই দুনয়ন
চাব খোজোঁ পূর্ণ চন্দ্র প্রাণ বিমোহন
জিভা নাই, আশা কিন্তু মউ সোৱাদত !
কাণ নাই ইচ্ছা শুনো কুলি কুউ গীত,
মধুৰ সঙ্গীত হায় ! নিতে স্বভাৱৰ
নাক নাই, গোন্ধ লওঁ ফুল সুবাসিত,
প্রেম নাই ইচ্ছা পাওঁ প্রেম জগতৰ ॥
অমূল্য কবিত্ব শক্তি শূন্য মন-চিত,
ইচ্ছা কিনি লওঁ হায় ! যশ কবিত্বৰ ।

# ঢোপাকলি

## (খ) দ্বিতীয় খণ্ড

( ৰোমাণ্টিক কবিতা )

### জীৱন-নাও

জীৱনৰ নাওখনি উটি বুৰি ফুৰি,
লাগিব খুজিছে হায় ! মেচ এটি ঘূৰি !!
নাৱৰীয়া ! থিৰ হই,
ব'ঠাগছি তুলি লই,
লাহে লাহে নাওখনি গুৰি ধৰি দিয়াঁ
এলাহ ভাগৰ এৰি, ডাঠ কৰি হিয়া ॥

২

পালৰ উপৰি পাল ঘনে ঘনে তোলা,
বতাহৰ ঢাল চাই, লাহে লাহে ব'লা
অনন্ত সাগৰ হায় ।
বুৰিলে তৰণী নাই
লাহে লাহে নাওখনি গুৰি ধৰি দিয়াঁ
এলাহ ভাগৰ এৰি ডাঠ কৰি হিয়া ॥

৩

কালৰ ধুমুহা বলে জীৱন-মৰুত
বিজুলী চমকে ভয় দেখায় চকুত ॥
চোৰাঁচোন, গুৰি ফালে
ডাৱৰেই ঢাকি ললে
লাহে লাহে নাওখনি গুৰি ধৰি দিয়াঁ,
এলাহ ভাগৰ এৰি, ডাঠ কৰি হিয়া ॥

৪

অকলশৰীয়া তুমি, নিজে নিজে জানি,
প্ৰাণ-পণে বোৱা নাও ব'ঠাগছি টানি ॥
তেহে পাবা মূল ঠাই,
যত একো চিন্তা নাই,
লাহে লাহে নাওখনি গুৰি ধৰি দিয়াঁ
এলাহ ভাগৰ এৰি, ডাঠ কৰি হিয়া ।

৫

নশ্বৰ জীৱন এই, অনন্ত সাগৰ,
অনন্ত দুখৰ ঠাই, দুখ ভাগৰৰ !
জীৱনৰ ভুলটিতে
বোৱা নাও ঠাকে ঠিকে
লাহে লাহে নাওখনি গুৰি ধৰি দিয়াঁ,
এলাহ ভাগৰ এৰি, ডাঠ কৰি হিয়া ॥

৬

যেতিয়া হতাশ তুমি হবা মনে মনে,
কৰুণ সুৰেৰে সেই প্ৰভুৰ চৰণে
উচৰগি দিবা প্ৰাণ
তেহে যদি হোৱা ত্ৰাণ
লাহে লাহে নাওখনি গুৰি ধৰি দিয়াঁ,
এলাহ ভাগৰ এৰি, ডাঠ কৰি হিয়া ॥

## জনম-ভূমিৰ চেনেহ
*(Sir Walter Scott)*

আছেনে এনুৱা লোক আগ্ৰহ বিহীন ?
কেতিয়াও জীৱনত যিটে কোৱা নাই
আপোনাৰ অন্তৰতে, আপোন মনতে,
"এয়ে মোৰ আপোনাৰ জনমৰ ঠাঁই !"

২

আছেনে এনুৱা লোক ? যিজনৰ মন
বিদেশৰ পৰা যৱে নিজা দেশে আহে
জনম ভূমিৰ ভাবি স্নেহ সুমধুৰ,
হৃদয় সুখেৰে ভৰা, নভৰে উলাহে ?

৩

আছে যদি এনে লোক, চিনি ৰাখাঁ তাক,
নুথলে কাৰণে তাৰ কবিৰ উলাহ !
যদিও পদবী তাৰ অনেক ডাঙ্গৰ,
প্ৰসিদ্ধ যদিও তাৰ নামৰ বতাহ ॥

৪

অসাৰ সম্পত্তি আৰু পদবী থকাতো,
দুৰ্ভগীয়া স্বাৰ্থ পৰে তাৰ জীৱনত
নোৱাৰে আৰ্জ্জিব যশ ! প্ৰাণ পৰিহৰি,
লয় পাব দেহা তাৰ ধূলিৰ লগত ॥

৫

মৰণ শুনিলে তাৰ নাকান্দে কোনেও,
কবিতা নিলিখে কবি তাৰ মৰণত !
নকৰে কোনেও একো তাৰ নাম কৃৰি,
নামেই নাথকে তাৰ কাৰো হৃদয়ত ॥

## কুলি

১

তোমোৰা কলীয়া কুলি !
গছৰ ডালত বহি,
কুউ কুউ শব্দ তই
কৰি থাক দিনমান ।
নাজানো কি সুধা আছে
কুউ শব্দত তোৰ,
বৰ মিঠা লাগে মোৰ
তোৰ কুউ কুউ গান ॥

২

বসন্ত কালত, পখি !
বলিলে মলয়া বায়ু,
ফুলিলে গছত ফুল,
কৰ 'কুউ' দিনমান ।
গছৰ ডালত বহি
আনন্দ মনেৰে, পখি !
কুউ কুউ শব্দ কৰি,
কৰ কাৰ গুণ গান !

৩

জগতৰ হিত চিন্তি
কোনে তোক সৰজিলে !
শিকালে কোনেনো তোক
এনুৱা শুৱলা তান ।
বিষয়ৰ সূৰ্যে সদা
দহিছে মানৱ----- মন !
নাই সুখ, নাই শান্তি,
সংসাৰ দুখৰ থান !

৪

সি কাৰণে (বোধ হয়)
বিধাতা সৃজিলে তোক,
কুউ কুউ শান্তি স'তে
কৰ তেন্তে শান্তি দান ।
এনে ইচ্ছা হয় পখি !
সংসাৰৰ মায়া ভুলি,
সদা তোৰে স'তে থাকোঁ,
শুনি কুউ কুউ গান ॥

৫

কিন্তু—
কছো বাক, পখি !— মোক
নাথাকে বসন্ত যৰে,—
ক'ত যাৱ সিকালত ?
ক'ত গীত ফুৰ গাই ?
স্বৰ্গতেনে, পৃথিৱীতে ?
কিৰূপেনো তাত যায় ?
পাৰেনে সকলো যাব ?
ক'ত সি সুখৰ ঠাই ?

৬

তোৰ যে কুউৰ মৰ্ম
বুজিব নোৱাৰো আমি,
পাৰিব বুজিব তেওঁ,
দিছিলে যি তোক দান ।
গাছোঁ, পখি । গা আকউ
পঞ্চমত ধৰি তান,
জুৰাও তপত প্ৰাণ

৭

গুচি যা, সংসাৰ-মায়া !
নালাগে সংসাৰ-সুখ,
জানিছোঁ, বুজিছোঁ মই,
সংসাৰ দুখেৰে ভৰা ।
আকউ আকউ, পখি !
গাছোঁ কুউ গীত তই,
কৰ সুধা বৰিষণ
অন্তৰৰ-তাপ—হৰা ॥

৮

শুনি, পখি ! গান তোৰ
পৰাণ বিভোৰ মোৰ,
শুনিলে কুউৰ ধ্বনি,
একোকে নালাগে মোক;
ভোমোৰা-কলীয়া কুলি !—
বৰ ভাল পাওঁ তোক ॥

## আমৰ ভিতৰত পোক দেখি

*(From Sanskrit)*

মলিওৱা দিনাৱধি
ভোন্ ভোন্ ভোন্ কৰি
কত আবাধিলে হায় !
ভোমোৰা তোমাক !
চকুমেলি তুমি, তেওঁ,
নাচালা অলপো হায় !
অলপো সম্ভাষা তুমি
নকৰিলা তাক ॥

২

কিন্তু, যি নিষ্ঠুৰ পোক,
চিনা-জনা একো নাই,—
খুলি খুলি খায়, হায় !
যদিও অন্তৰ ।
অতি সমাদৰ কৰি
তুমি তাক দিলা ঠাই,
নিচিনিলা তুমি একো
'আপোনাৰ'— 'পৰ' ॥

## গোলাপত কাঁইট

১

কাঁইটীয়া গছে কিয় ফুলিলি গোলাপ ?
তগৰ-ডালত তই কিয় নুফুলিলি ?
ফুলিলি, ফুলিলি তাতে,– কিন্তু কিয় তই
হাঁহি হাঁহি মন মোৰ হৰণ কৰিলি ?

২

বহু ফুল ফুলে, জানো, কাঁইটীয়া গছে,
নাথাকে যে কাৰো কিন্তু তোৰ দৰে হাঁহি
নোৱাৰে কোনেও মোৰ হৰিব পৰাণ !
কাঁইটত ফুল কিয়, গোলাপৰ পাহি !

৩

কাঁইট নোহোৱা গছে ফুলা হলে তই,
তুলিলোহেঁতেন তোক আদৰেৰে মই ॥
কৰিলোহি হয় তোক বহুত আদৰ,
হলিহিহেঁতেন মোৰ মুকুট শিৰৰ !!

৪

কাঁইটীয়া গছে তই ফুলিলি গোলাপ !
মুখৰ হাঁহিৰে মোক কৰিলি পগলা !
তোৰ হেঁপাহতে মই, তোকে আশা কৰি,
কাঁইটত ফুটি হলো জ্বলা-কলা ।

৫

কাঁইট নোহোৱা গছে ফুলা হলে তই,
নাপালেহেঁতেন মোক এনুৱা কেলেশ ।
নহলোহেঁতেন মই এনুৱা হতাশ ।
ফুলিলি কিয়নো তই কাঁইটীয়া গছে ?

৬

যত দিন দেহামাজে থাকিব পৰাণ,
গোলাপ !–সিমান দিন নাপাহৰো তোক,
কিন্তু যে ফুলিলি তই কাঁইটৰ মাজে
ই কথা ভাবিলে মুঠে পাওঁ বৰ শোক ॥

## এটি বছৰেকীয়া ল'ৰাৰ মৃত্যুত

নউ পাওঁতেই হায় !– সংসাৰৰ দুখ–
নুঘূৰোঁতে সংসাৰৰ কুটিল চক্ৰত–
গইছে মইনাকণি, প্ৰাণ পৰিহৰি,–
অনন্ত শান্তিৰে-ভৰা স্বৰ্গৰ মাজত ॥

## যোঁৱা-মই নাযাওঁ তালই

১

যোঁৱা,– মই নাযাওঁ তালই
সোমালে সি ঠাই, হায় !
প্ৰাণে কৰে ৰাই জাই
অনন্ত পিয়াহে ধৰে,
পানী তাত নাই !
যোঁৱা,– মই নাযাওঁ তালই ॥

২

তাত মাথোঁ নিতে কন্দা,–
নিতউ হৃদয় ফটা
হাঁহিৰ নামেৰে তাত
লেশ মাত্ৰ নাই !
যোঁৱা,– মই নাযাওঁ তালই ॥

৩

তাত মাথোঁ ফুলি ফুল
মজায় ভোমোৰা কুল
গোন্ধ নাই ভাপ নাই !
মধু নাই তাত !
যোঁৱা,– মই নাযাওঁ তালই ॥

৪

ছিঙিলে গোলাপ তাত,
কাঁইটে বিন্ধিব হাত

কেতেকী পাৰিলে সাপে ডাকিব দেহত !–
অকালত যাব প্ৰাণ ফুলৰ লগত ॥

৫

মানুহৰ প্ৰাণ মোৰ
লাগে বৰ ভয় !
যোঁৱা,– মই নাযাওঁ তালই ॥

## ঔষধ

জীৱন্ত ৰাক্ষস সম ৰোগৰ হাতত
বিয়াকুল হই নৰে,– ঔষধ !– তোমাৰ
যেতিয়া আশ্ৰয় লয়,– সিকালত তাৰ
তোমাৰ বিহনে গতি নাই জগতত ॥

২

কালকূট কৰি পান, তোমাৰ কৃপাত
জৰ্জৰিত নৰে পায় শান্তি হৃদয়ত ।
ঔষধ !– অনন্ত গুণ বিৰাজে তোমাত,–
'মৃত্যু– সঞ্জীৱনী' তুমি ব্ৰহ্মাণ্ড মাজত ॥

## মৰু-ভূমিত ফুল

১

পৰেকীয়া জীৱনত,
বিধাতাৰ সৃজনত,
দেখিলো, শুনিছোঁ বহু কথা অদভূত
আজিও কি সেইদৰে
দেখিছোঁহি দুচকুৰে
সুন্দৰ ফুলনি বন শুকান মৰুত ?

২

ৰমক জমক ফুলে,
বতাহত হালে জালে
এপাহি সুন্দৰ ফুল জেঁউতিৰে-ভঁৰা !
নীলা আকাশৰ মাজে
যেন মধুময় সাজে,
জিকিমিকি কৰি শোভে শৰতৰ তৰা ॥

৩

নতু, পুখুৰীৰ মাজে
মধুৰ লাৱণ্য সাজে
ফুলি থাকে যেনেকই এপাহি পদুম,
নিজে ফুলে, নিজে সৰে,
বতাহত লৰে-চৰে,
পুখুৰী-পানীত চাই, আপোনাৰ ধুন ॥

৪

সি দৰে ই মৰুমাজে
এনুৱা সুন্দৰ সাজে
কিয় ফুলা তুমি, ফুল ! লাৱণ্য কোমল ?
জীৱনত শুনানাই,
মৰু যে তোমাৰ ঠাই,
উদ্যান তোমাৰ ঘৰ, শুনিছোঁ কেৱল ॥

৫

হায় !
উদ্যান ত্যাগ কৰি
ফুলনি এন্ধাৰে-ভৰি
মৰুৰ মাজত আজি কিয় ফুলা, ফুল ?
পাহৰি নিজৰ ধৰ্ম
কৰিছা যে কি অকৰ্ম,
নাজানো, কি ইছা মতে ? নে কি মাথোঁ ভুল ?

৬

যদি হই ভুল তুমি
আহিলা ই মৰুভূমি
কাবউ কৰিছোঁ তুমি পুনু গুচি যোৱা ।

যদিওবা মৰুমাজে
তোমাক সুন্দৰ সাজে
তথাপি অলপ তুমি ভৱিষ্যত চোঁৱা' ॥

৭

বলিব বিষাক্ত বায়ু
হৰিব তোমাৰ আয়ু
মৰহিব অকালত, পাহি মনোহৰ ।
এটি দুটি এনেকই
পাহি সবি যাবগই
অকালত সিকালত কান্দিব অন্তৰ ॥

৮

তোমাৰ ভৱিষ্য-দশা
অতি ভয়ঙ্কৰ কথা
কালৰূপী ' চিৰক্কোৰ' বিষাক্ত বায়ুত ।
অকালত যাব প্ৰাণ,
পাহি হ'ব থান-বান ।
নতুবা–, চকুলো মাৰ নাযাব চকুত ॥

## মৰুভূমিত মৰীচিকা

কিয় যে অবোধ মন
হৰ অত উচাটন
শুকান বালিৰে ভৰা মৰুৰ মাজত ?
সিটি মৰু মৰীচিকা
সিটি মাথোঁ "ওৱেচিচ"
নহবি আকুল তই, লাগি পিয়াহত ॥

২

কিছু আঁতৰত থাকি
সঁচা পানী যেন দেখি,
কাষৰ চাপিলে কিন্তু মাথোঁ "জলভ্ৰম"
নাই পানী, মাথোঁ মৰু,
নুগুছে পিয়াহ, হায় !
ঘোৰ পিয়াহত পুনু দহে প্ৰাণ মন ॥

৩

আঁতৰি যা,– মৰীচিকা
নিদিবি নিদিবি দেখা–
মৰু মাজে হিতেশৰ তই 'মহাভ্ৰম' ।
নালাগে নালাগে তোক,
নুগুছে পিয়াহ মোৰ,–
দুগুণে মাথোন বাঢ়ে, দহে হিয়ামন ॥

৪

পিয়াহ গুচোৱা ঠাই,
মৰীচিকা ! তোত নাই,
তই মাথোঁ 'মহাভ্ৰম' মৰুৰ মাজত ।
নিৰ্ব্বোধৰ দৰে,– হায় !
কিমান ভুলিম তোত ?
নুপজিব নেকি আৰু জ্ঞান হৃদয়ত ?

৫

হব যে কেতিয়া জ্ঞান,
পিয়াহ-আতুৰ প্ৰাণ
বুজিব কেতিয়া তোৰ ছলনা দুৰ্ঘোৰ ?
আঁতৰি যা মৰীচিকা
নিদিবি নিদিবি দেখা,
তোৰ ছলনাত প্ৰাণ বিয়াকুল মোৰ ॥

## সন্তাপ

( ক )

১

কিনো আৰু গাবি
কাকেনো শুনাবি
প্ৰাণৰ অফুট ভাষা ?
আশালতা জুপি
পৰিলে উঘালি

হিয়াতে লুকালে আশা ॥

২

থাক মনে মনে,–
হিতেশৰ বীণা !
নালাগে আৰু বাজিব ।
হৃদয়বীণাৰ
ছিগিলে যে তাঁৰ ।
কোনেনো জোৰা দি দিব ?

৩

মনতে থাকিলে-----
মনৰ কামনা,–
মুখত নোলায় কথা ।
আশালতা সতে
হিয়াও ভাগিলে
জানো একেলগে গঁথা ॥

৪

লাহৰী কবিতা----
কিনো আৰু গাবি
অমিয়া সুৰৰ গান ?
মধুময় হাঁহি !
কিনো যে হাঁহিবি
মিলাই প্ৰাণত প্ৰাণ ?

৫

নউ ফুলোতেই
সৰিলে কলিটি
ফুলতে মৰহি গ'ল ।
বিধাতাৰ ইচ্ছা
নোৱাৰি খণ্ডাব,
যিটো হ'ব লাগে হ'ল ॥

## সন্তাপ

( খ )

১

আৰু নাই সেই দিন ! ভাগ্য আকাশত
নেখেলে বিজুলী আৰু ৰঙ্গেৰে চমকি !
অনন্ত, কামনা-ভৰা নইৰ গৰ্ভত
নাই আৰু সেই ঢউ থউকি বাঠুকি ॥

২

প্ৰাণৰ লাহৰী বীণা নাবাজে যে আজি,
ছিগিলে জানোবা, হায় ! তাঁৰ অকালত !
নাবাজে নামাতে বীণা, নিৰৱ নিমাত !
আৰু যে নধৰে সুৰ আজি উলাহত ॥

৩

ৰিব ৰিব কৰি আৰু সাদৰী মলয়া
নকৰে শীতল প্ৰাণ, নামাতে যে কুলি
আৰু কুউ কুউ কৰি মধুময় গান
আৰু যে নাগায়, হায় ! পঞ্চমত তুলি ॥

৪

দগ্ধ হৃদয়ৰ জুই আৰু নুনুমায়,
নুগুচে যে আৰু, হায় ! চকুলো চকুৰ !
জন্মাৱধি কন্দা দেখো আৰু যে নগলে,
হৃদয়ৰ দুখ মোৰ, যাতনা দুৰ্ঘোৰ ॥

## লক্ষ্মণ বৰ্জ্জন কাব্য

(প্ৰথম সৰ্গ)

১

কবিৰ জননী, দেবি ! বাণী বীণাপাণি !
কিঞ্চিত কৰুণা কৰা, স্নেহময়ী আই
নকৰিলে তুমি দয়া, কি ৰূপে ৰচিম
"লক্ষ্মণ বৰ্জন কাব্য" ? গুণ মোৰ নাই ।

২

তোমাৰ সুযোগ্য পুত্ৰ কবি ৰত্নাকৰ
মহাকাব্য "ৰামায়ণ" ৰচি বিতোপন,
সত্যত আৰব্ধ কৰি শ্ৰীৰাম চন্দ্ৰক,
বিনাদোষে লক্ষ্মণক কৰালে বৰ্জন

৩

কন্দুৱালে অকালত লক্ষ্মণ প্ৰিয়াক
শোকত উৰ্ম্মিলা বহু কান্দিলে বিনাই
সেই কথা লই, দেবি ! লিখোঁ এই কাব্য
কিঞ্চিত কৰুণা কৰা, স্নেহময়ী আই ।

৪

তোমাৰ কৃপাত, দেবি ! দুৰ্ম্মতি মানৱ
অমৰত্ব লভি, হ'ল জগত বিখ্যাত ।
অদ্ভূত অচিন্ত্য হায় ! মহিমা তোমাৰ,
মৰিও অমৰ নৰ তোমাৰ কৃপাত ॥

৫

বৰ্ণনা কৰিব, মাতৃ । এই জগতত
কোনে পাৰে তযু দয়া অনন্ত অপাৰ ?
মহাদস্যু ৰত্নাকৰ জ্ঞান বিবৰ্জ্জিত
ভাৰতীয় মহাকবি কৃপাত তোমাৰ ॥

৬

দৃষ্টিহীন অন্ধসম যিটো জ্ঞানহীন
আছিলে মৰ্ত্ত্যত দেবি ! অজ্ঞান এন্ধাৰ
কৰিছিলে অধিকাৰ হিয়া ক্ষেত্ৰ যাৰ
কালত সুকবি সিও কৃপাত তোমাৰ ॥

৭

অজ্ঞান এন্ধাৰে ঢকা হিয়া ক্ষেত্ৰ মোৰ
কৰা মাতৃ ! কৃপা মোকো গুচোৱা এন্ধাৰ
'লক্ষ্মণ বৰ্জন' ৰচি উৰ্ম্মিলা দেবীক
কন্দুৱাও মহাশোকে দেবি কৱিতাৰ ।

৮

শান্তিময়ী নিশা-দেবী সখী টোপনিৰ
আউসীৰ দিনা থাকে বিষাদ মলিন !
কিন্তু পৰকাশে যৱে জোন আকাশৰ,
হাঁহে তৰাৱতী নিশা উজ্জ্বল গহীন ॥

৯

নানা বিধ গন্ধে গছ নইৰ পাৰত,
কোনোবা সুগন্ধ মুক্ত, দিয়ে মহা সুখ,
সদ গন্ধ নাই যাৰ, নাই ফল ফুল
ৰস দিবলই নাই হয় কি বিমুখ ?

১০

আঁহা, তেনে আঁহা আই !
কৰুণা চকুৰে কৃপা কৰি চোৱাঁ হায় !
এই অধমক
বৈধব্য জ্বালাত আজি উৰ্ম্মিলা দেবীৰ
কন্দুৱাও মহাশোকে, বৰ্জি লক্ষ্মণক ॥

(দ্বিতীয় সৰ্গ)

বিমল জ্যোতিৰে ভৰা অমৰাৱতীত
প্ৰাণ প্ৰিয়া শচী স'তে দেৱগণ লই,
বহি আছে দেৱৰাজ সহস্ৰ লোচন
বিষদ মনত, হায় ! বিয়াকুল হই ॥

২

বাজিছে মধুৰ বাদ্য সুললিত সুৰে
মুহি দেৱতাৰ মন শুৱলা সঙ্গীত
তিলোত্তমা অনসূয়া, ৰম্ভা আদি কৰি
অপেচৰা সৱে গায় মধুৰ ললিত ॥

৩

নাচিছে উৰ্বশী, উষা, নাচে মিশ্ৰকেশী
সুন্দৰ সুন্দৰ নাচ নাচে অপেচৰা ।
মধুৰ মধুৰ বাদ্য বাজিছে সঘনে
জানো আম্ৰাৱতী আজি আনন্দৰে ভৰা ॥

৪

গছৰ আগত যেনে এন্ধাৰ নিশাত,
ৰমক জমক জ্বলে জোনাকী পৰুৱা
সেন্দুৰৰ ফোট আজি গন্ধৰ্বী সৱৰ
উজ্বলি উজ্বলি উঠে জানো তেনেকুৱা ॥

৫

নন্দন বনৰ ফুল তিয়াগি ভোমোৰা।
পৰিছেহি উৰি উৰি খোঁপাৰ ফুলত
অপেচৰাসকলৰ, গুণ গুণ কৰি
ঢালে জানো কত সুধা দেৱৰ কাণত ॥

৬

বিশ্বকৰ্ম্মা কত যত্নে সজাইছে সভা,
বিৰাজিছে চাৰুফলে দেৱতাৰ দল।
মাজতে বহিছে ইন্দ্ৰ, হৃদি সৰোবৰ
শোভিছে ইন্দ্ৰানী জানো প্ৰফুল্ল কমল

৭

এনুৱা সভাত বহি, ইন্দ্ৰ বিষাদিত
বাৰিষাৰ মেঘে যেন ঢাকে দিবাকৰ,
বিষাদৰ ছায়া তেনে আনিছে আৱৰি
প্ৰফুল্ল উজ্জ্বল মুখ দেৱ বাসৱৰ ॥

৮

নানা ৰূপে নানা যত্ন কৰে আপেচৰা
তুষিব' ইন্দ্ৰৰ মন, বিবিধ বিধানে
বজাইছে কত বাদ্য মধুৰ মধুৰ,
গাইছে সঙ্গীত কত সুললিত তানে ॥

৯

হায়!
বিমল মনৰ সুখ পাৰে নে কি দিব
ভোগ্যবস্তু ? কিম্বা ৰত্ন জিনি প্ৰভাকৰ
প্ৰভাধাৰ ?- হায়! কিম্বা মূৰ্ত্তি প্ৰেয়সীৰ ?
একো প্ৰীতিকৰ আজি নোহে বাসৱৰ ॥

১০

ধন্য ধন্য সেইজন, সাৰ্থক জনম,
নিৰ্জ্জন অৰণ্য মাজে কটাই জীৱন,
যি কৰিছে উপভোগ (অতুল মৰ্ত্ত্যত)
বিমল মনৰ সুখ, সন্তোষ মনত ॥

১১

তুষিব' ইন্দ্ৰৰ মন, কোনো অপেচৰা
সোণৰ পাত্ৰত দিছে ৰস অমৃতৰ
কোনোৱেৰা গাঁথি গাঁথি পাৰিজাত মালা
দিয়ে আনি ধাৰে ধাৰে আগত ইন্দ্ৰৰ ॥

১২

মৃণাল সদৃশ বাহু-লতা নচুৱাই,
কোনোৱে চামৰ ধৰি বিচিছে ইন্দ্ৰক,
নন্দন বনৰ লই গোন্ধ মদাৰৰ
ধীৰে ধীৰে বলে বায়ু তুষিব দেৱক ॥

১৩

বাজিছে স্বৰ্গীয় বাদ্য মধুৰ সুৰেৰে
সুমিষ্ট সুৰৰ ঢউ তুলি স্বৰগত।
কিন্তু একোতেই চিন্তা নগলে ইন্দ্ৰৰ,
নালাগিলে একো ৰঙ্গ ইন্দ্ৰৰ মনত ॥

১৪

বহু পৰ এই ৰূপে নাচ গান কৰি
ইন্দ্ৰক বিমৰ্ষ দেখি পাছে অপেচৰী,
এৰি দিলে নাচ বাগ, এৰিলে সঙ্গীত,
অকস্মাতে দেৱ সভা গ'ল জঁয় পৰি ॥

১৫

নাই আৰু নাচ বাগ, নীৰৱ সঙ্গীত,
সকলো দেৱতা আজি বিষাদিত চিত।
এনে দেখি ধীৰে ধীৰে পোলোম জীয়াৰী
সুধিলে ব্যাকুল ভাবে স্বামীক সাদৰি ॥

১৬

"কোৱাঁ নাথ ! কোঁৱা মোক, তুমি যি কাৰণে
চিন্তাকুল হই আজি, এনে বিষাদিত ?
জন্মিলেকি পুনু, হায় ! দুৰন্ত অসুৰ ?
কৰিছেকি উপদ্ৰৱ অমৰাৱতীত ?

১৭

"শুনা, প্ৰিয়ে ! বিষাদিত মই যি কাৰণে
ধীৰে ধীৰে ইন্দ্ৰানীক দেৱৰাজে কয়,
তোমাবোতো আছে জনা, কত দিলে দুখ
দেৱতা সবক দুষ্ট ৰাৱণে দুৰ্জয় ॥

১৮

দেৱতাৰ দুখ, প্ৰিয়ে সহিব নোৱাৰি,
ভকত বৎসল প্ৰভু বৈকুণ্ঠৰ পতি
মৰ্ত্যত জনম ল'লে 'ৰাম' নাম লই
সংহাৰিব ৰাৱণক ৰাক্ষস দুৰ্মতি ॥

১৯

স্বামীৰ বিৰহ হায় ! সহিব নোৱাৰি
কমলা দেবীয়ে ধৰে 'সীতা' অৱতাৰ,
তোমাবোতো আছে জনা কত দিলে দুখ
সীতাক হৰণ কৰি ৰাৱণে লঙ্কাৰ ॥

২০

জানাতো তুমিও, প্ৰিয়ে ! লঙ্কা নগৰত
কত কষ্ট কৰি কত বিবিধ যতন,
সবংশে সংহাৰ কৰি দুষ্ট ৰাৱণক ॥
সীতাক উদ্ধাৰ কৰে শ্ৰীৰাম লক্ষ্মণ ॥

২১

তাৰ পাছে, প্ৰিয়তমা ! জানাতো তুমিও
ৰামচন্দ্ৰে শুনি কথা সামান্য লোকৰ
বিনাদোষে বৈদেহীক দিলে বনবাস,
নাই দোষ, নাই একো সীতাৰ জগৰ ॥

২২

"জানা তুমি, প্ৰিয়তমা ! ত্ৰিদশ ঈশ্বৰি !
কি কাৰণে গ'ল সীতা পাতাল পুৰত
কান্দি কান্দি দুখে শোকে হায় ! অকালত
কন্দুৱাই অযোধ্যাক দাৰুণ শোকত ॥"

( অসম্পূৰ্ণ )

অন্ত

ঢোপাকলি'ৰ ওপৰঞ্চি

# টিফুক প্ৰবাস

বহু দিন হ'ল দেবি কবিৰ ঈশ্বৰি !
হেৰুৱালো "স্বাধীনতা" অমূল্য ৰতন !
পৰৰ অধীন তুমি কৰিলা দাসক !
পৰাধীন ! নাই ভজা তযু শ্ৰীচৰণ !!

২

আহাহা ! পৰাণ কান্দে ! আছিলে এদিন
তোমাৰ পাৱতে মন কৰি সমৰ্পণ
গভীৰ দুপৰ নিশা, নিজম গহীন,
কৰিছিলো নিতে তযু পদ আৰাধন ॥

৩

কল্পনা সখীক লই কবিতা-বনত
ফুৰিছিলো নিতে তুলি ফুল কবিতাৰ,
গাঁথিছিলো কত মালা পূজিবৰ মনে
ইখানি চৰণ বীণা বাদিনী ! তোমাৰ ॥

৪

তিৰোতাৰ আত্মদান[১] মইনা[২] মালিতা[৩]
বিৰহ ব্যাকুলা দীনা বিৰহিণী[৪] নাৰী
ধনদা কমল[৫] নাট ধ্বংস কমতাৰ[৬]
'মালচ'[৭] নামেৰে সেই ফুলনিৰ-বাৰী ॥

৫

কোৱাঁ, দেবি ! কোৱাঁ মোক, স্বয়ম্ভু-নন্দিনী
সি সুখৰ দিন মোৰ পলালে কলই ?
কেনি গ'ল সেই সুখ ? কেনি গ'ল সখী
কল্পনা সাদৰী মোৰ এনুৱা সময় ?

৬

পৰিছো মনত, দেবি ! আজি প্ৰবাসত
(দাসত্ব-ডোলেৰে বন্ধা থাকি ৰাতি দিন)
আছিলে এদিন মোৰ এনুৱা সময়
তোমাতে পৰাণ মন কৰিছিলো লীন ॥

৭

আছিলে কল্পনা মোৰ চিৰলগৰীয়া,
কবিতা-ফুলনি বন নিতে ফুৰা ঠাই ।
কত দিন কত ৰঙে গাঁথিছিলো মালা
শীতল ছায়াত বহি প্ৰাণ শীতলাই ॥

৮

কোৱাঁ দেবী বীণাপাণি ! সি সুখৰ দিন
পলালে কলই মোৰ ? কেনিনো লুকালে
কল্পনা-জীয়াৰী অতি স্নেহৰ তোমাৰ ?
পৰাধীন বুলি নেকি দাসক ঘিনালে ?

৯

আহাহা ! পৰাণ কান্দে ! ভাবি পৰাধীন
জীৱনৰ দুৰৱস্থা, (দুখ নৰকৰ !)
কিন্তু কি কৰিম, আই ! নাহিলো যে সাধি
পূৰ্ব জনমত, হায় ! লেশো সৌভাগ্যৰ ॥

---

(১) তিৰোতাৰ আত্মদান বা জয়মতী (কাব্য)।
(২) মইনা (উপন্যাস)
(৩) মালিতা (ঐতিহাসিক চিত্ৰ)
(৪) বিৰহিণী বিলাপ (কাব্য)
(৫) ধনদা কমল (উনৈশ শতিকাৰ এটি চিত্ৰ)
(৬) কমতাপুৰ ধ্বংস বা সাদৰী (কাব্য)
(৭) মালচ (খণ্ডবাক্য)

১০

দুখশোক দৰিদ্ৰতা লগৰীয়া লই
জন্মিলো মৰ্ত্যত, দেবি ! হলো পৰাধীন !
বিকালো পৰত শিৰ পিন্ধিছোঁ ডিণ্ডিত
দাসত্ব ডোলেৰে মণি ! মই দীনহীন ॥

১১

যেনুৱা আহিলো সাধি, ঘটিছে তেনুৱা,
কপালৰ লিখা, দেবি ! নোৱাৰে খণ্ডিব !
এয়েই মাথোন দুখ, আৰু জীৱনত
হিতেশে তোমাক, আই ! নোৱাৰে সেৱিব ॥

১২

দেশ-বিদেশৰ, হায় ! বিজাতীয় 'কুলি'
দুৰ্ভাগ্যৰ বলে তাৰ সেয়ে লগৰীয়া !
নিৰব নিমাত হ'ল বীণা আদৰৰ,
পূজিব তোমাক আৰু শক্তি নাইকিয়া ॥

১৩

যাক লাগি অকালত তিয়াগিলে পঢ়া,
নোৱাৰিলে তাৰ একো কৰিব, ভাৰতি !
সেই দুখে মাথোঁ তাৰ কান্দিছে পৰাণ !
কৃপাময়ি ! কৰা কৃপা কৰিছে মিনতি ॥

১৪

সৰিলে অকালে তাৰ 'আকাশ-কুসুম'
মনৰ কামনা, আই ! নহল পূৰণ !
সিকাৰণে কান্দে আজি এই প্ৰবাসত
অভাগা হিতেশে ধৰি তোমাৰ চৰণ ॥

# ওপৰঞ্চি

## কবিতা

### (চতুৰ্দশপদী)

#### উঠা প্ৰভু !

চতুৰ্ম্মুখ ! চাৰিমুখে কৰে বেদ উচ্চাৰণ
চাৰি হাতে কৰে সৃষ্টি (জীৱ সৰজন)
মদমত্ত ভোলানাথ ৰুদ্ৰৰূপ ধৰি
কৰিছে নিতউ প্ৰভু ! তাক সংহাৰণ ।।
কদলী বনত যেনে মদমত্ত কৰীবৰ
তযু জীৱ উদ্যানত তেনে তমঃগুণ
ভাঙ্গে ছিঙ্গে দলে নিতে উদ্যানৰ ফুল
বিনাশি অসংখ্য তাৰ শোভা অতুলন ।।
প্ৰিয়তমা তযু প্ৰভু ! কমলা চঞ্চলা
কৰে তাতে মহা-খেলা - পাতি ক্ৰোড়পতি
কাকো ইঁহুৱায় আজি, কালি কৰি তাক
পথৰ ভিক্ষাৰী দিয়ে অশেষ দুৰ্গতি ।।
উঠা প্ৰভু ! কি সুখত তুমি অনন্ত শয্যাত
ইদৰে নিদ্ৰিত আজি মহানন্দে অচিন্তাত ।।

'সন্তত' ২৫।৭।২৩

#### এয়েনে ?

এয়েনে অসম ভূমি ? এয়ে নেকি মোৰ
সুজলা সুফলা শ্যামা অসম জননী
ৰঙ্গভূমি কল্পনাৰ নন্দন কানন
মৰতৰ একালত সাহিত্যৰ খনি ?
শীতল ছায়াত যাৰ পৰ্বত গুহাৰ
বশিষ্ঠে আশ্ৰম সুখে কৰিলা মৰ্ত্যত,
ত্ৰিতন্ত্ৰী নিস্বনে স'তে মূৰ্ত্তিমান হই
আনন্দে কৰিলা কেলি "ছয়ৰাগ" য'ত ।।
ক'ত সি শঙ্কৰ আজি ? ক'ত সি মাধৱ ?
দেব দামোদৰ ক'ত ? ধৰ্ম্ম প্ৰেমময়
পাৰিজাত তৰু যেবে ৰোপি মহাৰঙ্গে
ৰাখিলা অক্ষয় কীৰ্তি অক্ষয় অব্যয় ?
ক'ত সি প্ৰাগজ্যোতিষ ? জ্যোতিষীয় প্ৰিয় স্থান
ক'ত সি শোণিতপুৰ ? ক'ত সেই ৰজা বাণ ?

"সন্তত" ২৫।৭।২৯

#### "অৰ্ঘ্যদান ।"

মন্দাকিনী জলে স'তে ত্ৰিদিব ধামত
পখালে তোমাৰ পদ কমলাই
কত হাবিয়াসে, প্ৰভু ! ভকতি মনেৰে
সেৱে তযু পাদ-পদ্ম হেঁপাহ পূৰাই ।।
মই মৰতৰ জীৱ নৰৰ অধম
নগণ্য পৰাণী এটি ! পাম নিৰ্ম্মল
শ্ৰীপদত তযু, প্ৰভু ! অৰ্ঘ্য দিবলই ?
মৰ্ত্যৰ তটিনী জল চিৰকলুষিত
কলঙ্কিনী নদী য'ত সমুদ্ৰ (প্ৰেমত)
কিৰূপে 'অৰ্ঘ্য'ৰে আজি তেনে জল লই
অৰ্ঘ্য দিম, দয়াময় ! পৱিত্ৰ পদত ?

সন্তপ্তৰ অশ্ৰুবিদ এধাৰি চকুলো,
নোহে প্ৰভু ! কলুষিত, তাৰে অৰ্ঘ্য দিলো ।।

"সন্তপ্ত" ২৫।২।২৩
"অৰ্ঘ্য" –১ম ভাগ
৩য় সংখ্যা

## 'শান্তিজল'

নোহে হৈ চকুলোধাৰি প্ৰণয়ীৰ প্ৰেম অশ্ৰু
অশ্ৰু বিসৰ্জ্জন কিম্বা অভিমানিৰ,
কিম্বা হেমন্তৰ সেই নিয়ঁৰৰ টোপা,
বিচ্ছেদৰ চকুপানী বিধৱা নাৰীৰ ।।
উত্তৰাৰ চকুপানীনোহে ই চকুলোধাৰি
স্বামী বিৰহত কন্দা (শুনিলে যেতিয়া
অভিমন্যু মৃত্যু বাৰ্ত্তা কৌৰৱ যুদ্ধত
টুকিছিলে যি শোকাশ্ৰু বিদৰাই হিয়া)।।
নোহে ই চকুলো, প্ৰভু ! বৈদেহীৰ অশ্ৰুবিন্দু
অশ্ৰুকণা নোহে ইটো বিৰহী যক্ষৰ,
ইটো প্ৰভু ! শান্তিজল শান্তি তাপিতৰ
পূজান্তত মোৰ এই জীৱন যজ্ঞৰ ।।
দিয়া প্ৰভু ! চতিয়াই, শান্তিময় হই প্ৰাণ
মানৱী জন্মৰ মোৰ হয় যেন অৱসান ।।

"সন্তপ্ত"
২৭।২।২৩

## কন্যা বিদায়

*(ইং ১০ মাৰ্চ, – ২৬ ফাগুন ১৯২৩)*

গৌতমী শাঙ্গৰে স'তে কণ্বমুনি কন্যা
শকুন্তলা যায় সৱে স্বামীৰ ঘৰত
ত্যাজি প্ৰিয় বনভূমি, পৰাণৰ সখী
অনসূয়া প্ৰিয়ম্বদা তাহানি কালত
সজল নয়নে কণ্ব বুলিলা সম্বোধি
তনফাক, "শকুন্তলে ! স্বামীৰ ঘৰত
"শুশ্ৰূষস্ব গুৰুন কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভৰ্ত্তুৰ্বিপ্ৰকৃতাপি ৰোষনত যা মাস্ম প্ৰতীপং গমঃ ।
ভূয়িষ্ঠং ভব দক্ষিণা পৰিজনে ভোগে নুৎসেকিনী
যান্তেব্যং গৃহিণীপদং যুবতয়ো বামাঃ কুলস্যাধয়ঃ"
ময়ো তাকে কওঁ, আই ! দিছো আশীৰ্বাদ
হোঁৱা পতিৰতা, লভা বিভুৰ প্ৰসাদ ।।
মাতৃহীনা কন্যা তুমি মোৰ কান্দিছে পৰাণ !
নোলায় মুখত কথা ! কৰা বিভুক প্ৰণাম ।।

## "অশ্ৰুকণা"

উদ্যানৰ পুষ্পৰাজি ভোমোৰাই চোপা
কি দিম তোমাক প্ৰভু ! উচ্ছিষ্ট সি ফুল ;
কি সতেৰে দুগ্ধ দিওঁ, সিও বৎসে পিয়া,
তটিনীৰ জল যিবা সঙ্গম ব্যাকুল ?
সংসাৰৰ ফলমূল যেই বস্তু আনো
পূজিম তোমাক বুলি, হেৰা দয়াময় ।
সকলো উচ্ছিষ্ট কিম্বা অপৱিত্ৰ পাওঁ,
কিৰূপে তোমাক দিও, লাগে মোৰ ভয় ।।
তুমি যে চিৰ পৱিত্ৰ তিনিও লোকত
চাৰিও যুগত, প্ৰভু ! তুমি সুবিমল,
তেজুৱা পৱিত্ৰ বস্তু ক'ত পাম আমি
পূজিব' তোমাৰ হায় ! চৰণ কমল ?
হিতেশ্বৰ চকুপানী, সন্তপৰ অশ্ৰুকণা
কৰিবা গ্ৰহণ নেকি, ভাবি পৱিত্ৰতা-সনা ?

– "সন্তপ্ত" –
২৮।৩।২৩

## "অৰ্ঘ্য জল"

গ্ৰাহৰ মুখত পৰি তাহানি কালত
গজেন্দ্ৰ কৰিলা স্তুতি টুকি চকুপানী
"ৰক্ষা কৰা ; দয়াময় ! শকত কালত
"বিপদত কৰা ৰক্ষা প্ৰভু চক্ৰপাণি !"

অক্রূৰে যেতিয়া হৰি নিয়ে মথুৰাত
শ্ৰীকৃষ্ণক চকুপানী টুকিলা শ্ৰীমতী
কান্দিলা বিলাপি বন্দী চন্দ্ৰাৱলী স'তে
চকুপানী টুকি টুকি শ্ৰীমতীৰ দূতী ।।
সি শোকাশ্ৰু, ই চকুলো, নোহে দুয়ো এক
স্বাৰ্থ পূৰ্ণ অশ্ৰু সিটো, নিস্বাৰ্থ আমাৰ
ই চকুলো অৰ্ঘ্যজলে ভক্তি ভাৰে দিয়া
পুত্ৰ সমৰপি, সুখে পদত তোমাৰ ।।
দিলো পাদ্য অৰ্ঘ্যজল, প্ৰভু ! কৰাহে গ্ৰহণ,
দিবা অন্তিমত স্থান এয়ে মোৰ আলিঙ্কন ।।"

"সন্তপ্ত"

২৯ ।৩ ।২৩

## তুমিনে ?

তুমিনে আসাম আই ! যি দেশৰ কন্যা
শ্ৰীকৃষ্ণৰ প্ৰিয়তমা অৰ্দ্ধাঙ্গী ৰুক্মিণী
ভীষ্মক দুহিতা দেৱী ৰুক্ম সহোদৰা ।
চুটিয়া মিৰী কুলজা কুণ্ডিল নন্দিনী ?
কোঁৱা মোক, কোঁৱা আই ! তুমিনে সিদেশ
যি দেশৰ কন্যা উষা অনিৰুদ্ধ প্ৰিয়া
শ্ৰীকৃষ্ণৰ প্ৰিয়বধু, বাণৰ জীয়াৰী
শোণিতপুৰ নন্দিনী প্ৰেম-ভৰা হিয়া ?
কোঁৱা মোক, হেৰা আই ! যাৰ ভগদত্তে
(নৰক তনয় বীৰ) কুৰু সমৰত
কৌৰৱৰ পক্ষলই যি কৰিলে ৰণ
আৰোহি কুঞ্জৰ ৰথ ঘোৰ বিক্ৰমত ?
তুমিনে সি দেশ, আই ! বধ লাগে, কোঁৱা,
যাৰ কন্যা ভানুমতী দুৰ্য্যোধন প্ৰিয়া ?

১১ ।৪ ।২৩

## "তুমিনে"

তুমিনে সি দেশ, আই ! নাগকুল কন্যা
(নাগিনী) উলুপী যাৰ পথে বিমোহিনী ?
মণিপুৰ ৰাজকন্যা চিত্ৰাঙ্গদা য'ত
দ্বাপৰত মন প্ৰাণ সঁপিলা ফাল্গুনী ?
কোঁৱা মোক কোঁৱা, আই ! মোৰে মূৰ খোঁৱা !
তুমিনে অসম যাৰ হিড়িম্বা সুন্দৰী
(হিড়িম্ব পুৰ নন্দিনী) মুহিলী ভীমক
হৃদয়ৰ ভালপোৱা সমৰ্পণ কৰি ?
তোমাৰেনে চিত্ৰলেখা সখীৰ কাৰণে
দ্বাৰকাৰ পৰা হৰি আনিলে কুমাৰ
বেহুলা জীয়ালে স্বামী সৰ্পদ্ৰংষ্ট মৃত
প্ৰচাৰিলে ভাৰতত পূজা মনসাৰ ?
কোঁৱা মোক কোঁৱা আই বধ লাগে মোৰ !
তুমিনে অসম সেই ? ৰম্যপুৰ ?

১৩ ।৪ ।২৩

## বিধিৰ বিধান

তোমাৰ বিধান প্ৰভু ! বুজিব নোৱাৰো একো,
ধ্বংস পায় কৈশোৰত (অপূৰ্ণ যৌৱন)
কিয় মানৱৰ দেহা, কুসুম মুকুল
জগতত ধৰিত্ৰীৰ কুন্তল ভূষণ ?
পূৰ্ণমাত্ৰা জ্যোতিপূৰ্ণ পূৰ্ণচন্দ্ৰ পূৰ্ণিমাৰ
বিনাশ কিয়বা পায় নুপূৰোতে আশা ?
কিয় তেনে গঢ়িছিলা ? কিয়নো ভাঙিলা
সি সুন্দৰ মূৰ্তিমান জগতৰ শোভা ?
দেখালা পোহৰ যদি, পুনৰ লুকালা কিয় ?
দেখুৱালা, পুনু কিয় আন্ধাৰেৰে ভৰি
পেলালা জগত খনি ? দোৰ্ঘোৰ আন্ধাৰ
জগতক কৰা কিয় পিশাচী ন'গৰী ?
হাঁহিব জগত কিয় হাঁহিব নিদিয়া তুমি ?
সংসাৰ ফুলনি কিয় কৰা শ্মশানৰ ভূমি ?

১৪ ।৪ ।২৩

"Forgive my grief for one removed,
Thy creature whom I found so fair,
I trust, he lives in thee and there
I find him wortheir to be loved.
Forgive these wild wandering cries
Confusions of a wasted youth,
Forgive them where theyfailed truth.
And in thy wisdom make me wise."

*—Alfred Lord Tennyson*

"অনন্ত নিৰাশা মাজে
আশাৰ ছবিটি ৰাজে
নিৰাশাৰ ৰূপে পুনু শূন্যত লুকাই যায় ।
প্ৰাণৰ লাহৰী বীণা
নাবাজে যে আজি দিনা,
ঝংকাৰ নীৰৱ যেন নিদ্ৰাত চেতনা নাই ॥
লাহৰী ছবিটি গ'ল,
মাথোঁ সোঁৱৰণী ৰ'ল,
শিলেৰে বন্ধোৱা হিয়া
কান্দে কিয় নিশা দিন ?"

**"আঁজলী" (অপ্ৰকাশিত)**

*(এই 'আঁজলী' সম্ভৱতঃ 'তলসৰা ফুলৰ তিনি আঁজলী'ৰ এখনি পূৰ্ণাঙ্গ কাব্য । এই কাব্যখনি কবিৰ নিজা বাসভৱনত বা অন্য স্থানত পোৱা নগ'ল ।*

*— সম্পাদক)*

যদি
জীৱনৰ নউ দুপৰ হওঁতে
হেৰুৱাই থাকা ভনীটি প্ৰাণৰ,
অতি মৰমৰ জন্মদাত্ৰী আই
স্নেহৰ নিজৰা অমৰা পুৰৰ ॥
যদি
অতি আদৰৰ নুমলীয়া ভাই
জীৱনৰ সঙ্গী সংসাৰ ক্ষেত্ৰত
হেৰাইছে কাৰো দুৰ্ভাগাৰ দৰে
'ওপৰঞ্চি' দিলো তেওঁৰ হাতত ॥
(আৰু) যদি
জিতেনৰ দৰে
ভাঙিছে কোনোৱে
কোনো বাপেকৰ হিয়া,
তেওঁৰে হাততে
দিলো 'ওপৰঞ্চি'
সাদৰে হাতলৈ নিয়া ॥
ইতি ।

## ভনীটি*

—"Oh tell me once and tell me twice
And tell me thrice to make it plain,
When we who part this weary day
When we who part shall meet again."
— *Christina G. Rossetti.*

স্নেহৰ ভনীটি ! তুমি গইছা ক'লই ?
যি দেশত গ'লা তুমি,
তাতনে কি নাই মাটি ?

*বতুদা ঃ মৃত্যু সময় ১৪ এপ্ৰিল, ১৯০৩ ।

গঢ়িছে সি দেশ বিধি মালতী ফুলেৰে ?
মন্দাকিনী তাতনে কি বলিছে ধাৰেৰে ?
তাতনে কি নাই ৰোগ,
বন্ধু বান্ধৱৰ শোক ?

ভাই-ভনী তাতনেকি বিচ্ছেদ নহয় ?
লাহৰী ভনীটি ! তুমি গ'লা কি তালই ?

তাতনে কি নাই কন্দা,
শোকত-হৃদয়-ফটা,
চকুৰ চকুলো নেকি সি দেশত নাই ?
শোকত মানৱে তাত নাকান্দে বিনাই ?
তাত কি নিতউ হাঁহে ?
আনন্দ-ঢউত ভাঁহে ?
মানৱৰ প্ৰাণ তাত হৰিষ সদায় ?
তাত কি ভনীটি ! দুখ কণা মাত্ৰ নাই ?
তাতনে কি ফুলি ফুল
গোন্ধত আমোল মোল ?
সি দেশত ব'দে নেকি ফুল নুশুকায় ?
সদাই বসন্ত তাত, জাৰ নেকি নাই ?
কুল কুল কৰি নই
তাত কি ধীৰেৰে বয় ?
ডকা ঢউ, ধলনীৰ পানী তাত নই ?
পাৰৰ ফুলনি তাত নিনিয়ে উটাই ?
স্নেহৰ ভনীটি ! তুমি গইছা ক'লই ?
যি দেশত গলা তুমি
সি দেশ কি ৰম্য ভূমি ?
কেনেকুৱা পথ তাৰ, কেনি গ'লে পায় ?
বাটত যাওঁতে বোকা ক'তো কি নাপায় ?
সি দেশ কিমান দূৰ ?

সেয়ে কি অমৰাপুৰ ?
তাত নেকি ভাৰতীয়ে 'কছ্‌পী' বজায়
সা-ৰে-গা-মা-পা-ধা-নি-সা বীণাত মিলাই ?
সেয়ে নেকি স্বৰ্গ পুৰী?
তাত নেকি থাকে হৰি ?
অগতিৰ গতি প্ৰভু পতিত পাৱন
যোগী মুনি নিতে যাৰ আৰাধে চৰণ ?
গ'লে নেকি সেই ঠাই
স্ৰজোতাক দেখা পাই ?
সংসাৰৰ মায়া নেকি গুচে সি দেশত ?
চিৰ শান্তি লাভ তাত হয়কি প্ৰাণত ?
তাত নেকি নাই দুখ ?
তাত কি সদায় সুখ ?
কালৰ কৰাল মূৰ্তি নাই সি ৰাজ্যত,
নপৰে কি কোনো তাত ৰোগৰ মুখত ?
সি দেশ সুখৰ ঠাই,
চিৰ শান্তি তাত পায়,
কালে কি নিচিঙ্গে তাত ডোল মৰমৰ ?
কৃতান্তে নহৰে তাত লাহৰী প্ৰাণৰ ?
কিন্তু কিয়, সোণকণি !
আছা মনে মনে শুনি,–
উত্তৰ নিদিয়া কিয় লাহৰী মাতেৰে ?
তাত গ'লে নেকি, হায় ! সকলো পাহৰে ?
ভাল পোৱা সংসাৰৰ
লীলা খেলা মৰতৰ
মৰততে নেকি শেষ, তালই নাযায় ?
সংসাৰৰ ভাল পোৱা মাথোঁ স্বপ্ন প্ৰায় ?
তেন্তে নেকি, সোণকণি ?
মিছাতে কান্দিছোঁ আমি ?
আমাৰ কান্দোন তুমি তাত শুনা নাই ?
মিছাতেই নেকি আমি কান্দিছোঁ বিনাই ?

কিন্তু কোৱাচোন তুমি
মৃত্যুৰ পাছত আমি
তাত গ'লে পাম নেকি বিচাৰি তোমাক ?
আপোনাৰ, বুলি জানো চিনিবা আমাক ?
এই স্নেহ ভাল পোৱা
ৰঙ্গে উদঙ্গাই হিয়া
তাতো কি আমাক দিবা প্ৰাণৰ লাহৰী ?
দিবা কি লাহৰী চুমা মুখত সাদৰি ?
তাতো "মাজুকাই" বুলি
মাতিবা কি, সোণকণি ?
তাতো নেকি দিবা স্নেহ ভনীটি প্ৰাণৰ ?
মৰম চুমাৰে মচি ছবি বিষাদৰ ?
ভনীটি
অন্তৰত এয়ে দুখ
অন্তিম কালত সুখ
নেদেখিলো দুচকুৰে তোমাৰ লাহৰী !
দুৰ্ভাগাৰ আশা পূৰ্ণ নকৰিলে হৰি ॥
পীড়িতা ঘৰত তুমি,
দাসত্ব ডোলেৰে আমি
দূৰ-দূৰন্তত বন্ধা,– অন্তিম কালত
নাপালো শুনিব মাত তোমাৰ মুখত ॥
ক'ত যে হেঁপাহ কৰি
নশ্বৰ জীৱন এৰি
যাব খোজোঁ সি ৰাজ্যত গইছা য'লই,–
সংসাৰৰ মায়া মোহ সংসাৰতে থই ॥
কিন্তু আহা ! সোণকণি !
জানিছা নিজেই তুমি
মানৱৰ মৃত্যু থাকে কালৰ হাতত ।
ইচ্ছা মৃত্যু মানৱৰ নাই জগতত !
সেই বুলি এক্কে থিৰে
তধা হই, ধীৰে ধীৰে

থাকিম নিতউ চাই সি দেশৰ ফালে,–
জীৱনৰ শেষ হই, সন্ধিয়া লাগিলে,
নশ্বৰ জীৱন এৰি
তোমাক বিচাৰ কৰি,
প্ৰাণৰ ভনীটি বুলি তাত চুমা খাম,–
স্নেহেৰে কোলাত তুলি মুখখনি চাম ॥
অনন্ত সুখৰ ভূমি
যি ৰাজ্যত আছা তুমি,
তোমাৰ কাৰণে আৰু নাকান্দো শোকত ।
অনন্ত সুখেৰে থাঁকা তুমি সি দেশত ॥

## ভাইটি *

– He was born in the Spring,
And died before harvesting:
On the last summer day
He left us, he would not stay
For autumn twilight cold and grey.
Sit we by his grave and sing
He is going away ."
—*Christina G. Rossetti.*

সংসাৰৰ এচুকে দি,
ফুলনি শুৱনী কৰি,
একেটি ঠাৰিতে আমি ফুলিছিলো ভাই ।
বিষাদৰ চোকা ৰ'দ
তুচ্ছ ভাব কৰিছিলোঁ,
কালৰ ধুমুহা বায়ু দিছিলোঁ উৰাই ॥
আঁউসীৰ এন্ধাৰক
এন্ধাৰ নাভাবিছিলো,
পুহৰ জাৰকো ভাই ! নাই ভবা জাৰ !
নিতে তৰাৱতী নিশা
আকাশত শোভিছিলে,
আছিল নিতউ যেন বসন্ত আমাৰ !!
প্ৰকৃতি কোলাত শুই
তিনোটিয়ে হাঁহিছিলো
তিনোৱে তিনোক চাই উলাহ মগন ।
দেখিব নোৱাৰি কিন্তু
দুৰন্ত কৃতান্তে তাকে,
অকালত এটি ফুল কৰিলে হৰণ !!
তিনটি আছিলো ভাই
কৰিলে কৃতান্তে দুটি
নিৰ্দয় কৃতান্ত !– তাৰ দয়া মায়া নাই ।
আধা ফুলা ঢোপাকলি
ফুলুতে চিঙিলে আজি,
নিদিলে ফুলিব ফুল ফুলনি শুৱাই!!
নুমলীয়া ভাই তুমি,
লাহৰী সোণাইকণি !
সুৰেশ ! আমাৰ তুমি দৰিদ্ৰৰ ধন !
কৃতান্ত দস্যুৱে পাই
দৰিদ্ৰক কন্দুৱাই
বলেৰে তোমাক আজি কৰিলে হৰণ !
শিলেৰে বন্ধোৱা জানো
কৃতান্তৰ মন প্ৰাণ
মানৱৰ কান্দোনত নাকান্দে অন্তৰ ?
নজনমে দয়া জানো
তাৰ হৃদয়ত হায় !
ঘূৰাই নিদিয়ে পুনু ধন দৰিদ্ৰৰ ?
কিন্তু ভাই ! যদি
বিষময় সংসাৰত

*সুৰেশ্বৰ ঃ মৃত্যু সময় ডিচেম্বৰ ১৯০৬ ।

বিষম কেলেশ পাই
দুৰন্ত ৰোগৰ হাত এৰাই সোণাই !
বিচাৰি অনন্ত শান্তি,
পাহৰি মৰ্ত্যৰ মায়া,
প্ৰভুৰ পাৱত গই ল'লা তুমি ঠাই !!
– যোৱাঁ তুমি যোৱা তেনে,
থাকা তুমি স্বৰগত,
বাণী কমলাৰে স'তে বিৰাজিছে য'ত
দয়াৰ সাগৰ প্ৰভু
পতিত পাৱন হৰি,
থাকা, ভাই ! চিৰসুখে থাকাঁ তুমি ত'ত ॥
ভাগ্যৱন্ত তুমি, ভাই !
পালা সি সুখৰ ঠাই,
নাই তাত ৰোগ শোক বিষাদৰ ছাঁয়া,
চিৰসুখ চিৰ শান্তি
নিতউ বিৰাজে তাত,
নাই তাত কন্দা-কটা, সংসাৰৰ মায়া ॥
সংসাৰীৰ ঘোৰ জ্বালা
নাই তাত নাই, ভাই !
কৃতান্তে নহৰে তাত লাহৰী প্ৰাণৰ,
পুত্ৰ হেৰুৱাই তাত
নাকান্দে মাকৰ প্ৰাণ,
নাথাকুৰে হিয়া তাত, নদহে অন্তৰ ॥
যোৱাঁ ভাই ! যোৱাঁ তুমি
থাকা মহা সুখে তাত,
তোমাৰ কাৰণে আৰু নাকান্দো বিনাই,
নহয় মাথোন তুমি
গইছা অকলে তাত,
আমিও এদিন যাম, প্ৰাণৰ সোণাই !
মৰ জগতত, ভাই !
নহয় অমৰ কোনো,
এই জগতৰ কোনো নাথাকে সদায়,–

যি ৰূপে গইছা তুমি
আমিও এদিন যাম
দুদিনৰ আগে মাথোঁ গইছা, সোণাই ।
–ভাগ্যৱন্ত তুমি, সোণ !
শীঘ্ৰে এৰি দুখৰ সংসাৰ
পালা তুমি যাবলই
শান্তি ভৰা স্বৰগত,
দুৰ্ভগীয়া আমি কিন্তু থাকিলো ইয়াত ।
সংসাৰীৰ ঘোৰ জ্বালা
নিতে জ্বলে পৰাণত
সন্তাপ শোকৰ জুই জ্বলিছে হিয়াত ॥
সি কাৰণে কওঁ পুনু
নহয় নহয়, সোণ !
নাকান্দো নাকান্দো আৰু,
নিশ্চয় নাকান্দো ভাই ! তোমাৰ শোকত,
একে থিৰে তথা লাগি
সেই দিন বাট চাম,
যি দিনা লাগিব সন্ধ্যা এই জীৱনত ॥
জীৱনত সন্ধ্যা লাগি
বেলিটিও মাৰ যাব,
আমিও তিয়াগি দেহা, যাম সি থানত ।
অতি চেনেহৰে সতে
তোমাক সাবটি ধৰি
মৰমৰ খাম চুমা লাহৰী গালত ॥
সংসাৰত যেনেকই
আমি ভাল পাইছিলো,
শতোধিক পাম ভাল তাতো, সোণকণি !
মউ সনা মৃদু হাঁহি
নিতউ হাঁহিম আমি,
স্বৰ্গীয় ভাৱত ভৰি হিয়া কেউখনি ।
কিন্তু ভাই এটি কথা,
সুধিছো তোমাক আমি,

শোকত বিদৰে হিয়া, নোলায় মুখত !
পাইছানে দেখা তাত
প্ৰাণৰ ভনীটিকণি,
লাহৰী বিমলা, গই সেই স্বৰগত ?
প্ৰাণৰ ভনীটি বুলি
খাইছানে তাতো চুমা ?
তাতো কি কোলাত লই কৰিছা আদৰ ?
বিমলায়ো নেকি তাত
কাষত তোমাক পাই,
গাল উপচাই দিছে চুমা মৰমৰ ?
ৰঙ্গে "সৰুকাই" বুলি
তাতো কি মাতিছে, সোণ ?
তাতো কি দুহাতে ধৰে সাবটি ডিঙ্গিত ?
সুৱলা লাৱণ্য হাঁহি
তাতো কি ভনীটি হাঁহে ?
মউ-সনা মাতে কৰে তাতো কি মোহিত ?
তাতো কি 'দাইটি' বুলি
সুৰেণে ধৰে তোমাক ?
তাতো কি বোকোচা উঠে অতি হেঁপাহত ?
সোধেনে তোমাক, সোণ !
তাতো কি আমাৰ কথা ?
কয়নে কি 'দাইতাৰ' কথা সি দেশত ?
আৰু—
সুখৰ দুখৰ কথা
সোধেনে কি ভনীটিয়ে
সংসাৰৰ ভালপোৱা পৰেনে মনত ?
স্বৰগত থাকি নেকি
স্বৰ্গীয় সুখত মজি,
পাহৰিলে সকলোটি দেহাৰ লগত ?
নহয় নহয় সোণ
ভাই ভনীটিৰ প্ৰেম
দেহা স'তে সংসাৰত বিনাশ নহয় ।
সংসাৰৰ ভাল পোৱা
আত্মাৰ লগত গঁথা
আত্মা সতে থাকে প্ৰেম, আত্মা প্ৰেমময় ॥
যোৱা সোণ ! যোৱা তুমি,
ভাই ভনী দুয়োটিয়ে
থাকিবা অনন্ত কাল অনন্ত সুখত !
আলই-আথানি মাথোঁ
নকৰিবা সুৰেণক,
তুলি ল'বা সোণটিক বুকুৰ মাজত ?
চিৰ প্ৰেমে, চিৰ সুখে
থাকাঁ, সোণ ! স্বৰগত,
তোমাৰ কাৰণে আমি নাকান্দো মনত !
এয়েই মাথোন দুখ
থাকিল আমাৰ, ভাই !
তিনটি আছিল, হ'লো দুটি সংসাৰত !!
সংসাৰ কৰ্মৰ ক্ষেত্ৰ,
কৰ্ম মাথোঁ মূল মন্ত্ৰ,
প্ৰাৰম্ভতে সি কৰ্ম্মৰ (লিখা কপালত !)
ছিগিলে এখনি হাত,
অকালত বজ্ৰপাত !
নিসহায় দুটি ভাই ব্ৰহ্মাণ্ড মাজত !!
হৃদয়ৰ যত আশা
হৃদয়তে পালে লয়
শতুৰুৰ হল ৰঙ্গ আনন্দ মনত !
অনন্তৰ হাবিয়াস
নহ'ল আমাৰ পূৰ !
এয়েই থাকিলে মাথোঁ দুখ অন্তৰৰ !!

## আইতা

"— But wherefore weep ? Her-Spirt soars
Beyond where splendid shines the orb of day;
And weeping angels lead her to those bowers
Where endless pleasures virtue's deeds repay"
—*Lord Byron.*

ল'ৰা তিৰোতাৰে ভৰা; কিন্তু কিয় হয়
শূন্য ভাব ? লাগে ঘৰ কিয় শূন্য ময় ?
কিয় আজি এনে ভাব ? কিয় ভাৱান্তৰ ?
কান্দে কিয় মন-প্ৰাণ ? কিয় বা অন্তৰ ?
যাৰ পৰা এই জন্ম (মানৱ জনম)
যাৰ যত্নে কৰ্মী আজি ই কৰ্ম-ক্ষেত্ৰত,
সেই মাতৃী জন্মদাত্ৰী (স্নেহ মূৰ্ত্তিমতী)
নৰ দেহা এৰি আজি যায় স্বৰগত ॥
নোহে মানৱৰ দেহা, দেৱৰ শৰীৰ !—
স্বৰগৰ জীৱ— হ'ল পুনু স্বৰ্গলাভ !
মায়া ত্যজি সংসাৰৰ চিৰ শন্তি পালে,—
তবু কিয় কান্দে প্ৰাণ ? কিয় শূণ্য ভাব ?
কিয় কান্দ, হে নিৰ্ব্বোধ ! হে অবোধ মন !
নৰভাগ্য জন্ম মৃত্যু বিধিৰ লিখন ॥
—যোৱাঁ যোৱাঁ, আই !
কি হ'ব বিনাই,
মিছাতে কিয়বা কান্দো ?
মাউৰা কৰিলা
দুয়োটি ভাইকে,
সি বুলি চকুলো টোকোঁ ॥
গ'লা তুমি যোৱাঁ
যোৱাঁ স্বৰগত,
কি কৰি বাঁধিম, আই ?
অমিয়া মধুৰ
"আইতা" কথাটি
আৰু যে আমাৰ নাই !!
আৰু জনমত
নাপাওঁ তোমাক
মাতিব 'আইতা' বুলি !
সংসাৰৰ মায়া
এৰি গ'লা, আই !
স্বৰ্গৰ মায়াত ভুলি !!
আৰু জগতত
নোবোলা আমাক
'বোপাই' সাদৰ কৰি !
স্বৰগৰ মোহে
মুহিলে তোমাক
ছিঙিলা স্নেহৰ জৰী !!
গ'লা গ'লা যোৱাঁ
যোৱাঁ তুমি আই
কিৰূপে ৰাখিম আমি ?
তোমাৰ ধাউতি
স্বৰগৰ ফালে,
কি হ'ব মিছাতে কান্দি ?
নাকান্দো-নাকান্দো
তোমাৰ নিমিত্তে,
নপমে তোমাৰ মন,
আগৰ নিচিনা
এতিয়া নোহোৱা
বেলেগ এতিয়া মন ॥
মনুষ্যৰ দেহা
নহয় এতিয়া
নাই সংসাৰত মায়া,
পুত্ৰ পৰিয়াল
সকলো এৰিলা,
কায়াৰ লগতে ছায়া ॥

* * *

এনুৱা সংসাৰ
সংসাৰৰ ভোগ
সংসাৰৰ ভেলেকীবাজী !
সংসাৰৰ আশা
আকাশ কুসুম,
ফুৰে বালি ঘৰ সাজি ॥
যিটোকে পাতিবা
সিটেই ভাগিব,—
পুখুৰী খনেৰে খনা ।
বিষম সংসাৰ
বিষময় মূৰ্ত্তি
উগাৰে বিহৰ কণা ॥
এনে সংসাৰত
আৰু যেন আই
আহিব নালাগে ঘূৰি;
য'ত দিন জীম
ইয়াকে ভাবিম
প্ৰভুৰ পাৱত ধৰি ।

আঠোটি তুলিলা
চাৰিটি ৰাখিলা
সমানে কালক দিলা
হিয়া ধাকুৰি
বহুত কান্দিলা,
এয়ে সংসাৰৰ লীলা ॥
যোৱাঁ আই যোৱাঁ
থাকা যেন তুমি
স্বৰ্গত অনন্ত কাল।
নোহো যেন আৰু
'পুনৰ জীৱন'
নব জন্ম নোহে ভাল !!
নৰ জনমৰ
থাকে লগে লগে
হাঁহি কন্দা পলে পলে !
কেতিয়া হাঁহিবা
কেতিয়া কান্দিবা
কেতিয়া অন্তৰ জ্বলে ॥

## প্ৰাণৰ জিতেন *

"— Yet is remembrance of those virtues dear,
Yet fresh the Memory of that beauteous face
Still they call forth my warm affections tear,
Still in my heart retain their wonted place"
—*Lord Byron.*

"—True has forced thee from my breast,
Yet, in my heart thou keepest they seat,
There, there thene image still must rest,
Until the heart shall cease to beat."
—*Lord Byron.*

— ফুলনিৰ মোৰ
গোলাপ জুপিত
ধৰিলি চাৰিটি কলি,
চাৰিটিৰে এটি
কিয়, ঐ জিতেন !
থিতাতে লেৰেলি গ'লি
ফুলনি শুৱাই
আছিলি সোণাই !
তোক কিহে নিলে হৰি ?
চকু পচাৰতে
হিয়া উদঙাই
দিনতে আন্ধাৰ কৰি ?
নিৰদয় পোকে
কুটিলে কি তোক
শুৱনী গোলাপ পাহি ?
চ'তালী ৰ'দে কি
পেলালে লেৰেলা,
নাহাঁহ মধুৰ হাঁহি ?
বাসন্তী কুলিৰ
'কুউ' শব্দত
নহয় শীতল প্ৰাণ !
মউসনা কথা
আধা আধা ফুটা
অমৰা পুৰৰ গান ॥
পূৰ্ণিমাৰ জোন
নহয় ধুনীয়া
তাতো কলঙ্কৰ চিন !
তোৰ যে মুখনি
কেনুৱা শুৱনী
কাৰেনো তুলনা দিম ?
মোৰ সংসাৰৰ
শুৱনী গোলাপ !
নিলে কোনে আজি হৰি ?
কিয় অকস্মাত
সুন্দৰ ফুলনি
পৰিলে আন্ধাৰে ভৰি ?
কিয় ধৰিছিল
গোলাপৰ কলি !
নাপালি ফুলিব দেহি !
অকালতে গ'লি,
ঢোপাতে শুকালি,
থিতাতে পৰিলি খহি !
সোণ ঐ
—ক'ত হেঁপাহৰে
তুলিছিলো তোক,
জুই দি কিয়নো গ'লি ?
'মা গ' [দেউতাক'

* কবিৰ দ্বিতীয় সন্তানঃ মৃত্যু ১৯১০ চন । - সম্পাদক

ক'তনো এৰিলি,
কিয় এনেকুৱা হ'লি ?
বুঢ়ী আইতাক
আৰু কি নামাত,
কোলাত নবহ, সোণ ?
আৰু কি নাহাঁহ
মিচিকিয়া হাঁহি,
আঁউসী নিশাৰ জোন ?
যদি সেয়ে হয়
কিয় আহিছিলি
মাথোন দুদিনলই ?
কিয়নো মিছাতে
মৰম লগালি
মউসনা কথা কই ?
মৰম লগাই
বুকুত সোমাই
বুকুতে কুঠাৰ দিলি ?
মৰমৰ বন্ধু !
নহ'ল মৰম,
কিয়নো নির্দয় হ'লি ?
মাইকী বাপেকী
আমি দুয়োটিৰে
আছিলি স্নেহৰ অতি,–
বুঢ়ী আইতাৰ
পৰাণতো প্ৰিয়,
কিন্তু কি কৰিলি গতি ?
মাইকী এৰিলি,
বাপেকী এৰিলি,
ত্যাজিলি ককাই ভাই,
এৰিলি কাপোৰ
পিন্ধাৰ সঁজুলি,
হেঁপাহ একোতে নাই ।

পূর্ব জনমত
শতৰু আছিলি,
শতৰু শালিলি, গ'লি !
বন্ধুৰ সাজোৰে
শতৰু আছিলি
এতিয়া চিনাকি দিলি ।
সোণ ঐ !
–নহয়, নহয়,
নহয় শতুৰু,
সোণটি প্ৰাণৰ তই !
যেনে মৰমৰ
আছিলি আগেয়ে,
থাকিবি তেনুৱা হই ॥
পৰাণৰ সোণ,
চিৰকালে সোণ,
আৰু কি দোচোৰা হ'ব ?
মৰিও সোণাই
জীয়ায়ো সোণাই,
সোণাই সোণায়ে ৰ'ব ॥
জীৱন মৰণ
একে সোণকণি !
মৰণ বৰঞ্চ ভাল !
বিষাদৰ কন্দা
নাথাকে তেতিয়া,
অন্তৰ নদহে কাল ॥
সংসাৰৰ দুখ
নউ পাওঁতেই
গইছা সংসাৰ এৰি !
সুখৰ জীৱটি
গ'লি সুখতেই
সুখৰে লাহৰী ফেৰি !
বিষম সংসাৰ,

গতি বিষময়,
সংসাৰ অশান্তিময়,
কাল চক্রে তাত
নৱ প্ৰাণ কান্দে
দুখে জৰ্জ্জৰিত হই ॥
কাল সংসাৰৰ
কালৰ চক্ৰত
নউ ঘূৰোঁতেই তই,
নউ কান্দোতেই
দুখৰ কান্দোন
দুধাৰি চকুলো লই,
এৰিলি সংসাৰ
অশান্তিৰ ঠাই
ভালে ভালে সোণকণি !
স্বৰগৰ জীৱ !
পালি পুনু স্বৰ্গ,
অনন্ত সুখৰ খনি ॥
দেৱ কন্যা সবে
নিতে কোলা ল'ব
অতি যে সাদৰ কৰি,
শুৱৰ বেলিকা
কাষত শুৱাব,
ডিঙ্গিত সাবটি ধৰি ॥
কান্দিব খুজিলে
নিচুকাব তাত,
আছে জগতৰ আই,
ভোকৰ বেলিকা
অন্নদা খুৱাব,
দুখ কোনোটিতে নাই !
কিন্তু–
যদি কেতিয়াবা
'দে-তা'ক বিচাৰে,
'মা-গ'লৈ মনত পৰে,–
ৰাতি সপোনত
আহি দেখা দিবি,-
জানোবা হেঁপাহ পূৰে ॥
স্বপ্নতে একোলা
ল'ম, সোণকণি !
স্বপ্নতে এচুমা খাম ।
এখন্তেক জানো
শান্তি হয়, সোণ !
বাপেকী মাকৰ প্ৰাণ ॥
হৃদয়ৰ জুই
জানোবা খন্তেক
নজ্বলে, নুমাই যায়,
জানোবা জুৰায়
দুচকু আমাৰ
স্বপ্নতে দেখিব পাই ॥
সোণ ঐ !
দৰ্জ্জিৰ হাতেদি
সিয়ালো চাৰিটি
চোলা হাবিয়াস কৰি,
তিনিৰ তিনটি
পায়েই পিন্ধিলে
তোৰটি থাকিল পৰি ॥
আপোন আপোন
পিন্ধিলে তিনিয়ে
তোৰটো নিপিন্ধ কিয় ?
জাৰৰ দিনত
উদঙ্গে থাকিবি
জাৰত কঁপাই জীৱ ?
বেলাটোতে সোণ !
পিন্ধ তিনি বেলি
তিনটি চোলা নতুন !

দিনে দিনে লাগে
নতুন 'চুলিয়া' (চুলিয়া ঃ চুৰিয়া)
নিতউ নতুন ধুন ॥
নতুন দেখিলে
পেলার পুৰণি,
নতুন মাথোন বাৰু ।
তেনুৱা নতুন
চোলাকো নিপিন্ধ,
নালাগে 'চুলিয়া' আৰু !
নে,– সংসাৰ এৰিলে
একোকে নালাগে
উদঙ্গে স্বৰ্গত থাকে ?
চোলা চুৰিয়া
সংসাৰৰ বস্তু,
ইয়াতে মাথোন লাগে ?
* * *
'মোৰ' কথা নেকি
মাথোঁ সংসাৰত,
স্বৰগত ই কথা নাই ?
তিয়াগি সংসাৰ
গ'লে স্বৰগত
'মোৰ' কথা পাহৰি যায় ?
পাহৰিছ যদি
পাহৰ সোণাই !
নুবুলিবি আৰু 'মোৰ' !
'মোৰ' বুলিবলৈ নাই সংসাৰত,
সংসাৰ যে ভ্ৰান্তি ঘোৰ ॥
* * *

মোৰ মোৰ বুলি
'দে-তা'ক ধৰহি,
নিদিছিলি কাকো চুব !
"মোৰ মা-গ" বুলি
লগে লগে ফুৰ,
এতিয়া কোনেনো যাব ?
'মোৰ' বুলিছিলি
'পৰ' ভাবি ল'লি
হঠাতে তিয়াগি গ'লি !
যি 'আপোন' তোৰ
এৰিলি সবকে,
'পৰ'ক বিচাৰি ল'লি !
* * *

দয়াময় !
অসাৰ সংসাৰ
সকলো অসাৰ
সংসাৰত একো নাই !
কোনো লোকে কয়,
সংসাৰেহে সাৰ,
সংসাৰতে মোক্ষ পায় ।
সংসাৰ ক্ষেত্ৰত
তয়ু লীলা প্ৰভু !
বুজিব নোৱাৰোঁ একো ।
স্বাৰ্থত ব্যাঘাত
লাগিলে মাথোন
চকুৰ চকুলো টোকোঁ ।
সাৰ কি অসাৰ
ই ভৱ সংসাৰ
বুজিব নোৱাৰোঁ আমি !
সংসাৰ ৰহস্য
তুমি মাথোঁ জানা
সৰ্বজ্ঞ অন্তৰযামী !
জানো মাথোঁ আমি
জগতৰ পিতা !

মূল সকলোৰে তুমি !
সৃজোঁতা মাৰোঁতা,
দিওঁতা, নিওঁতা,
পালোতা সকলো প্ৰাণী ॥
সকলোৰে আদি,
অনাদি কাৰণ
তোমাৰ বিভূতি ভৱ,
তোমাৰ ঐশ্বৰ্য
তিনিও ত্ৰৈলোক্য
তোমাৰে সকলো জীৱ ॥
সন্তান সন্ততি
দিছিলা চাৰিটি
তুমিয়ে মাথোন, হৰি !
চাৰিটিৰে এটি
নিলা ! তুমি নিজে,
তুমি কাল মূৰ্তি ধৰি !
আপোনাৰ বস্তু
নিলা যে আপুনি
তাত কি মাতিম আমি ?
সংসাৰ-হাটত
তযু লীলা খেলা,
অহা যোৱা কৰে প্ৰাণী ॥
কিবা ভাব কৰি
দিছিলা পঠাই
লাহৰী জিতেন ফেৰি !
কিবা মন হ'ল,
নিলা পুনৰায়,
কি সাধ্যে ৰাখিম ধৰি ?
দুদিনৰ হেতু
দিছিলা পঠাই,
দুদিন সমাপ্ত হ'ল !
জীৱনৰ লীলা
কৰি সমাপন
মোৰো যে জিতেন গ'ল ॥
তোমাৰেই মায়া
(সংসাৰৰ মায়া)
সি মায়া জালতে পৰি
সোণক হেৰাই
কান্দি উঠে প্ৰাণ,
ওলায় চকুলো ধাৰী ॥
সি মায়া ডোলতে
বান্ধ খাই, প্ৰভু !
তালই চিতনি লাগে,
জানো সি পুৰীতো
"মা-গ দে-ইতা"ক
নেদেখি জিতেন কান্দে ॥
যদি কোনো দিন
কান্দে সোণে তাত
আমাৰ সলনি, হৰি !
কোলা লই তাক
চুমা এটি দিবা
ডিঙ্গিত সাবটি ধৰি !
জগতৰ পিতা
দিবা জিতেনক
বাৎসল্য স্নেহৰ ভাগ ।
কুমলীয়া ল'ৰা
অকলে নেৰিবা,
ছাগকে ভাবিব বাঘ ॥
নজনা ল'ৰাই
যদি দুষ্ট কৰে
তুমি নোকোবাবা তাত !
আদৰৰ বস্তু
থ'বা আদৰত,
দুখৰ নিদিবা ছাট ॥

তুমি দয়াময়
জগতৰ পতি
তুমি ব্ৰহ্মা বিষ্ণু হৰি ।
তোমাৰ কাষত
ইয়াকে খাটিলো
দুখনি চৰণ ধৰি ॥

## প্ৰিয়তমা

"My love involves the love before,
My love is vaster passion now;
Tho' Mix'd with God and nature thou,
I seem to love thee more and more.
For off thou art, but ever nigh;
I have thee still,—
I shall not lose thee tho—

—*Alfred Lord Tennyson.*

– আৰু কি বাজিব
লাহৰী বীণাত
প্ৰাণৰ অমিয়া সুৰ ?
বাজিব খোজোঁতে
ছিগিলে যে তাঁৰ–
আৰু কি লাগিব জোৰ ?
আৰুনে প্ৰাণত
মিচিকিয়া হাঁহি
খেলিব বিজুলী সাজি ?
বিজুলীয়ে স'তে
আৰুনে নাচিব
যি হিয়া গইছে ভাগি ?

ভগা হিয়াখনি
আৰু জোৰা খাব,–
"চাহাবা" ফুলনি হ'ব ?
মৰুৰ মাজত
ফুলিব গোলাপ ?
আৰু মন্দাকিনী ব'ব ?
কুলু কুলু সুৰে
আৰু নেকি গাব
অমিয়া মধুৰ গান ?
শান্তিৰূপী নেকি
শীতল নিজৰা
শান্তিৰে ভৰাব প্ৰাণ ?
হায়-----
–যি অমূল্য ধন
হেৰাল হাতত
হিতেশে আৰু কি পাব ?
হিতেশৰ প্ৰাণ
হিতেশৰ মন
আৰু কি আগৰ হ'ব ?
আৰুনে হিতেশে
হাঁহিব মিচিকি
প্ৰাণৰ অমিয়া হাঁহি ?
বাজিবনে ধীৰে
আৰু হিতেশৰ
প্ৰাণত মধুৰ বাঁহী ?
নাই–
নাবাজে !– নাবাজে !–
আৰুতো নাবাজে !!–
আৰু যে নাগাব গান !
প্ৰাণৰ অৰ্দ্ধাঙ্গী
গইছে তিয়াগি
ভাগি অকালত প্ৰাণ !!

অকালে ভাগিছে
বীণা হিতেশৰ
অকালে নীৰৱ আজি !
ভগা বীণা নেকি
আৰু জোৰা খাব ?
আৰু কি উঠিব বাজি ?
নহয় !–
প্ৰাণৰ মইনা !
প্ৰাণৰ প্ৰতিমা !
প্ৰাণৰ অৰ্দ্ধাঙ্গী মোৰ !
যি বীণা ভাঙ্গিলা
তুমি অকালত
আৰু সি নাখায় জোৰ ॥
ভগা বীণা খনি
ভগা হৈয়ে ৰ'ল,
গোটেই জীৱন জুৰি !–
মধুময় সুৰে
আৰুতো নাগায়
সঙ্গীত পৰাণ ভৰি !
"অৰ্দ্ধাঙ্গ" বিহীন
যি কৰিলা তুমি
সি "অঙ্গ" নহ'ব পূৰ !
জীৱনৰ বাকী
"আধা" হৈয়ে ৰ'ব,–
অৰ্দ্ধাঙ্গ– জীৱন মোৰ !
কিন্তু সেই বুলি
তোমাৰ নিমিত্তে
নাকান্দো, মইনা !– মই !
নৰ জীৱনৰ
সন্ধিয়া লাগিলে
পামতো তোমাক গ'ই ?
'অৰ্দ্ধাঙ্গ' পূৰণ
হ'ব সি ৰাজত–
স্বৰ্গত তোমাক পাম ।

বিৰহৰ পাছে
ঘটিব মিলন,
মিলিব প্ৰাণত প্ৰাণ !
ভগা বীণা খনি
পুনু জোৰা খাব–
উঠিব মধুৰ সুৰ
প্ৰাণৰ সঙ্গীত
প্ৰাণত মিলিব
অশান্তি কৰিব দূৰ ।
– মিছা কথা, প্ৰিয়ে
– মানৱৰ লীলা,
(আকাংক্ষা তোমাৰ মোৰ !)
নহয় নিশ্চয়
সংসাৰতে শেষ,–
নপৰে ইয়াতে ওৰ ।
ইয়াৰ পাছত
আছে যে এটাই–
অপূৰ্ব অমৰা দেশ
জগতৰ পিতা
বিৰাজিত তাত–
তাতেহে নৰৰ শেষ ।
বাকী জীৱনত–
(থাকোঁ যি কেদিন)
নিতে বাটলই চাম ।
নৰ জীৱনত
সন্ধিয়া লগাই
কেতিয়া তোমাক পাম ।
স্বৰগৰ জীৱ
গ'লা স্বৰগত,
আনন্দে স্বৰ্গত থাকা ।
যদিহে মনত
পৰে কেতিয়াবা
স্বপ্নত দিবাহি দেখা ।

স্বপ্নতে এবাৰ
চাম মুখ-খনি
মোৰ প্ৰাণ-মন হৰা ।
দাৰুণ অশান্তি
জানোবা আঁতৰে
খন্তেক মনৰ পৰা ॥

## সামৰণি

"Thine are these orbs of light and shade;
Thou Madest life in man and brute;
Thou Madest Death, and Lo, thy foot
Is on the skull which thou hast made,
Thou wilt not leave us in the dust,
Thou Madest Man, he knows not why,
He thinks, he was not made to die,
And thou hast made him : thou art just,
Thou seemest human and divine,
The highest, holiest man-hood thou :
Our wills are ours, to make them thime,
Our little systems have their day;
They have their day and cease to be :
They are but broken lights of thee
A beam in darkness :—

—*Alfred Lord Tennyson.*

ক্ষমা কৰাঁ, প্ৰভু ! তুমি
অজ্ঞান মানৱ আমি,
তোমাৰ অনন্ত মায়া
বুজিব নোৱাৰি
মিছাতে চকুলো টোকোঁ
বিলাপো চিয়ঁৰি ॥
জগতৰ স্ৰষ্টা তুমি
তোমাৰ সৃজিত প্ৰাণী
তোমাৰে মায়াত ঘূৰে
সংসাৰ ক্ষেত্ৰত,
কাল পূৰ্ণ হ'লে— যায়
তোমাৰে কাষত ॥
মোৰো ভাই, ভনী, নাথ !
এৰাই সংসাৰ হাত
মৰ্ত্যৰ লীলাৰ ছুঁয়া
এই মৰতত
লভিলে অনন্ত শান্তি
তোমাৰ পাৰত ॥
জন্মদাত্ৰী– মাতৃ,–সোণ !
লাহৰী জিতেন মোৰ
(আদৰৰ বস্তু তযু)
নিলা তুমিয়েই,
মায়ামুগ্ধ নৰ আমি
কান্দিছোঁ এনেই ॥
পৰাণৰ অৰ্দ্ধাঙ্গিনী
সুখে দুখে সমভাগী,
হিয়া শূন্য কৰি মোৰ,
নিলা কিবা ভাবি
অকলশৰীয়া কৰি
জীৱনৰ বাকী ।
তোমাৰ সম্পত্তি, প্ৰভু !
তুমিয়েই নিলা পুনু
অবোধ মানৱ, হায় !
কান্দিছোঁ বিনাই !
মায়াত বিভোল আমি
কাণ্ড জ্ঞান নাই !!
প্ৰভু ! মোক ক্ষমা কৰাঁ
অজ্ঞান এন্ধাৰ হৰাঁ
অন্তৰত দিয়াঁ জ্ঞান
পৱিত্ৰ নিৰ্মল,
মানৱ জনম মোৰ
নকৰা 'বিফল' ॥

**A**

**Tragedy of the**

**Ahom-Kacharee War**

**" My grave is to be my Wedding bed"**

# সমৰ্পণ

## শ্ৰীযুত ধৰ্মেশ্বৰ বৰবৰুৱা ককাইদেওলৈ

ককাইদেও!–
সংসাৰৰ ফুলনিৰ ফুলৰ গছত
ধৰে বহু কলি ফুল ডাল ভৰি ভৰি,
সকলোটি কিন্তু তাৰ নুফুলে কালত,
কতো ফুলে, কতো কলি যায় সৰি সৰি
কতো ধৰে পোকে, কতো গেলি যায়
কতোবা মুজুৰা হয়, কতোবা শুকায় !
মানুহৰ অৱস্থাও তেনুৱা একেই,
একেটি ঘৰৰে, একে মাক-বাপেকীৰ,
কতো ল'ৰা দীৰ্ঘজীৱি কতো খন্তেকীয়া,
কতো হাঁহে, কতো কান্দে, কতোবা অস্থিৰ ।
কতো কৰি সুখ ভোগ হাঁহে আনন্দত
কাল কুচক্ৰত কতো কান্দে বিষাদত ।
কতোৰ হিয়াত বয় আনন্দৰ নই,
সুখ সন্তোষত মেলে ৰঙ্গেৰে মাতৰ ;
সংসাৰৰ মিচিকিয়া হাঁহি দেখা পাই
কতো হাঁহে আনন্দত হাঁহি হৰিষৰ ।
সকলোৰে ভাগ্যে কিন্তু নঘটে একেই,–
নোলায় সবাৰে হাঁহি, হাঁহো বুলিলেই ।
সংসাৰ বনৰ এটি গছৰ ডালত
একেটি ঠাৰিতে আমি তিনটি চুপহি
(তুমি, মই, সুৰেশ্বৰ) আছিলো ওলমি ;
অকালতে কিন্তু, হায় ! এটি গল খহি !!
অকালত ঢোপাকলি মৰহি শুকাল !
নাপালে ফুলিব, দাদা ! কপাল ! কপাল !
কত যে হেঁপাহ, আহা ! আছিলে আমাৰ
তিনোটিৰে, – সংসাৰৰ অমিয়া হাঁহিত
মিলাব তিনোৰে হাঁহি– সুখ সঙ্গীতত
মিহলি কৰিব' তান মধুৰ ল-নিত ।
কালৰ বতাহে কিন্তু সেই হাঁহি তান,
নিদিলে মিলিব ক'তো !! কৰি থান-থান
নিলে উৰুৱাই হায় ! শোক সাগৰত
(অশেষ ক্ৰন্দন য'ত) দিলে উটুৱাই !
শোকৰ কান্দোনে স'তে মিলি সেই তান
হৰিলে সুখৰ হাঁহি ! – হাঁহি আৰু নাই !!

★ ★ ★

পূৰ্ব জনমত যিটে সাধি অহা নাই,
পাৰে কি হাঁহিব সুখে হাঁহি মিচিকিয়া ?
পাৰে কি লেখিব তৰা, আকাশৰ জোন
সেই জনে, যি জনৰ চকু নাইকিয়া ?
লঙ্ঘিব কি পাৰে খোৰা সুমেৰু পৰ্বত ?
কলাই আমোদ, কিবা পায় সঙ্গীতত ?
মোৰো কপালত, দাদা ! নাই সুখ ভোগ,
নাই মোৰ অদৃষ্টত আনন্দৰ হাঁহি !
আছে মাথোঁ সংসাৰৰ যাতনা বিষম,
শোকৰ কান্দোন আৰু সন্তাপৰ বাঁহী
হৃদয়ত বয় মোৰ যাতনাৰ নৈ,
শোক দুখ ডকা ঢউ উঠে ৰই ৰই ।
দশোদিকে বলে মোৰ কালৰ ধুমুহা
উৰুৱাই নিয়ে যেন দেখোঁ কেতিয়াবা !
এদিন নহয় মোক নিশ্চয় এদিন !
নিব আঁতৰাই, দাদা ! আৰু তাক নাপাবা ॥

আৰুতো নাপাম মই দেখিব তোমাক ।
নাপাবাতো আৰু তুমি দেখা ভায়েৰাক !!

★ ★ ★

সুদূৰ বিস্তৃত নীলগিৰি পাৰ হই,
অকলে অকলে মই গুচি গই,
চাবলই আৰু মই নাহোঁতো তোমাক,
নোপোৱা তুমিও আৰু দেখা ভায়েৰাক !
আপোন শোকত মই আপুনি কান্দিম,
হৃদয়ৰ যত শোক নিজেই সহিম ।
সন্তাপৰ তুঁহজুই ফুৱাই ফুৱাই
আপুনি কান্দিম, দাদা ইনাই বিনাই ।
ভাতৃ চেনেহৰ ডোলে সংসাৰৰ ফালে
নোৱাৰে আনিব টানি আৰু ভায়েৰাক !
নাহোঁ যে কান্দিব' আৰু জগতৰ মাজে,
নাপাম আৰুতো মই দেখিব' তোমাক ।
ভ্ৰাতৃ-প্ৰেম চিহ্ন ৰূপে কি দিম তেতিয়া ?
একো যে নাথাকে সিকালত ভায়েৰাৰ !
কি কৰি পূৰাম মই মনৰ হেঁপাহ,–
দিম কিবা প্ৰতিদান স্নেহৰ তোমাৰ ?

হাতৰ লেখনী মোৰ নাথাকেতো আৰু-
নিৰস লিখন আৰু নেলেখে লেখনী !
অঁকৰা আঙুলি মোৰ আৰুতো নেগাঁথে
পলাশ ফুলৰ মালা, আউঁজা গাঁথনি ।

★ ★ ★

কিন্তু দাদা ! - জানো মই; - মই যদিস্যাতো
নাজানো গাঁথিব মালা মন মুগ্ধকৰ,–
তথাপিও মালা মোৰ স্নেহৰ তোমাৰ ;
মই যে তোমাৰ ভাই অতি মৰমৰ ।
সেই বিশ্বাসতে বান্ধি সাহসেৰে হিয়া,
"তলসৰা ফুল" আনি কল ঠকৰাৰে
গাঁথিলো ই মালাধাৰি অতি হেঁপাহত,–
লোৱাঁ দাদা । পাব ৰঙ্গ তোমাৰ ভায়েৰে ।
আঁজলী "মালিতা" মোৰ মালা আদৰৰ,–
আলই-আথানি কৰি ছিঙ্গি নেপেলাবা ;
ছিঙ্গিলে নোপোৱাঁ গোন্ধ, - হব পাহি পাহি
মালাৰ সৌন্দৰ্য - শোভা পাহিত নাপাবাঁ ।
ইতি ।

ভদৰি বৰবৰুৱাৰ আলি । "সৰুমইনা"
যোৰহাট ২৮।৮।১৪

# পাতনি

প্ৰকৃতিৰ লীলাভূমি আমালোকৰ আসাম জননী অসংখ্য ঐতিহাসিক উপাদানেৰে পৰিপূৰ্ণ। তাৰে এটি সামান্য ঐতিহাসিক ঘটনাৰ ছায়া লৈ, এই ক্ষুদ্ৰ উপন্যাস খনি লিখা হ'ল। বৰ্ত্তমান যুগৰ অসমীয়া ভাষাত এয়েই প্ৰথম উপন্যাস নহ'লেও, লিখোঁতাৰ কিন্তু উপন্যাস লিখা ইয়াকে প্ৰথম বুলিব লাগে। কোনো কাম কৰিবলৈ গ'লে, প্ৰথম অৱস্থাতে অনেক বিঘিনি। আমাৰো এই প্ৰথম উপন্যাসত যে অনেক খুঁত আছে, সেইটো আৰু পাঠক-পাঠিকাসকলক বিশেষকৈ কোৱাৰ আৱশ্যক নকৰে।

নিজৰ অৱসৰ নোহোৱাত, আমাৰ পৰম সুহৃদ, যোৰহাট বাৰৰ উকীল, অনৰেৰি মেজিষ্ট্ৰেট্ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াই অনেক পৰিশ্ৰম স্বীকাৰ কৰি মাজে মাজে পুথিখনিৰ আৰ্হি কাকত চাই দিছে, সেইবুলি, তেখেতৰ ওচৰত আমি চিৰকৃতজ্ঞ থাকিলো ;

আৰু "দৰ্পণ প্ৰেছৰ" আমাৰ সহোদৰ তুল্য শ্ৰীমান বৰদা নাথ ফুকনেও এই পুথিখনৰ লগত অনেক পৰিশ্ৰম কৰিছিলে, সেইবুলি এইখিনিতে তেওঁৰো শলাগ ল'লো।

ইতি

শ্ৰীহিতেশ্বৰ বৰবৰুৱা

ভদৰি বৰবৰুৱা আলি

যোৰহাট

২৮।৮।১৪

প্ৰথম আখ্যা

# দেখা-দেখি

**"Whence and what art thou!"**

***Milton.***

বেলি পৰে পৰে। সাত গাঁৱৰ ওচৰৰ এখন মহা অৰণ্যৰ মাজে, ঘোঁৰা এটাত উঠি এজন ২৫/২৬ বছৰীয়া ডেকা অকলে অকলে গৈছে। ডেকাজন দেখিবলৈ অতি সুন্দৰ আৰু দেখিলেই এজন বীৰ পুৰুষ বুলি বিশ্বাস হয়। তেওঁৰ পিন্ধা সাজপাৰ বিলাক সৈনিক পুৰুষৰ নিচিনা, হাতত এখন তৰোৱাল।

দেখোঁতে দেখোঁতে সূৰ্য অস্ত গ'ল। চৰাইবিলাকে দুখিত মনেৰে গছৰ ডালত আশ্ৰয় ল'লেগৈ; শিয়ালবিলাকে হোঁৱা-হোৱা কৰি চিয়ঁৰিবলৈ ধৰিলে।আজি মৰ আঁউসী, ঘোৰ এন্ধাৰ! এই মহা অন্ধকাৰৰ মাজত ঘোঁৰাটোৰে সৈতে অৰণ্যৰ পৰা কেনেকৈ বাহিৰ ওলাব, ডেকাজনে ভাবি বিমোৰ হ'ল। বাহিৰ ওলাবলৈ তেওঁ বহুত চেষ্টা কৰি চালে, কিন্তু সকলোবিলাক চেষ্টা বিফল হ'ল। তেওঁ বাহিৰ ওলাব নোৱাৰিলে। অৱশেষত তেওঁ ভোক আৰু পিয়াহত লাল-কাল হ'ল। তেওঁ জীৱনৰ আশা ভৰসা এৰি দি, লাহে লাহে উজনি ফাললৈ মুখ কৰি যাবলৈ ধৰিলে, গৈ গৈ তেওঁ ভালেমান দূৰত একুৰা জুইৰ পোহৰ দেখিলে। ডেকাজনে ভাবিলে, এই জন-শূন্য অৰণ্যৰ মাজত জুই কুৰা ক'ৰ পৰা ওলাল? বোধকৰোঁ, মোৰ সৈন্য সেনাবিলাকেই হাতত জোৰ লৈ, মোক বিচাৰি ফুৰিছেহি। যাহক "কালিকা জুই" তো এনেকুৱা নহয়? কোৱা শুনিছোঁ কালিকা জুই বোলে লৰি ফুৰে, কিন্তু জুই কুৰা একেঠাইতে ৰই থকা দেখিছোঁ? মোৰ মানুহৰ হাতৰ জোঁৰ নহলেও, এইকুৰা কোনোবা মানুহৰেইহে জুই, অতএব দেখা যাওক।" এই ভাবি তেওঁ জুইকুৰাৰ ফালে যাবলৈ ধৰিলে। ৰাতি প্ৰায় দুপৰ মান হৈছেহি। অলপ সময়ৰ পাছতে ডেকাজনে অৰণ্যৰ মাজে মাজে আহি, জুই কুৰাৰ ওচৰ পালেহি। ডেকাজন অবাক হ'ল। তেওঁ দেখিলে এজোপা ডাঙৰ গছৰ তলত ৮।৯ টা মান সৰু সৰু পঁজা, তাৰ ওচৰতে একুৰা ডাঙৰ জুই দপ্ দপ্ কৰে জ্বলিব লাগিছে, আৰু সেই জুই কুৰাৰ ওচৰতে এটি ১৬।১৭ বছৰীয়া গাভৰু ছোৱালীটিয়ে হাত বাউলি দি ডেকাজনক ওচৰলৈ মাতিলে। ডেকাজন ওচৰ চাপি গ'ল দেখিলে

ছোৱালীটি দেখিবলৈ অতি ৰূপৱতী, কিন্তু তেওঁৰ হাত ভৰি শিকলিৰে বন্ধা।

ছোৱালীটিয়ে অৰণ্যৰ কেউফালে এবাৰ চকু ফুৰাই চাই, ডেকাজনক মাতি মনে মনে ক'লে– "আপোনাৰ ঘৰ ক'ত ? আপুনি এই শঙ্কাজনক ঠাইলৈ কিয় আহিছিলে ? ইয়াত ক'তো মানুহৰ ঘৰ নাই, এই যে সৰু সৰু পঁজা কেইটামান দেখিছে সেইবিলাক মানুহৰ নহয়, সেইবোৰ ডকাইতৰূপী ৰাক্ষসৰ এতিয়া ডকাইতবোৰ

ডকাইতি কৰিবলৈ গৈছে, অলপতে আকৌ উলটি আহিব। আপুনি সোনকালে ইয়াৰ পৰা আঁতৰ হওঁক, নহলে সিহঁত পালেহি আপোনাক বৰ বিপদত পেলাব। মই যে আপোনাক মোৰ নিজৰ পৰিচয় দিম তাৰ সময় নাই, আপোনাক যে পাম এনে আশাও কৰিব নোৱাৰি। যাহক-আপুনি বেগত কৰে ইয়াৰ পৰা গুচি যাওক, ডকাইতহঁত আহি পালেহি আৰু ৰক্ষা নাই। পলাই যাওঁ বুলি সিহঁতে মোক লৰিব চৰিব নোৱাৰা কৰি বান্ধি থৈ গৈছে, নচেৎ মোৰ পৰাও হয়তো আপোনাৰ অলপ উপকাৰ হ'ব পাৰিলেহেঁতেন ; কিন্তু বৰ্তমান অৱস্থাত তাৰ আশা সমূলি নাই। আপুনি শীঘ্ৰে এই শঙ্কাজনক ঠাই এৰি দক্ষিণ ফাললৈ পলাই যাওঁকগৈ। কিছু দূৰ গৈ আপুনি এজোপা কৰচ গছ পাব, তাৰ দাঁতিয়েদি এটা বাট আছে, সেই বাটেই গ'লেই আপুনি এখন গাওঁ পাবগৈ। আজিলৈ আপুনি সেই গাঁৱতেই থাকি ৰাতি পুৱালে নিজ ঠাইলৈ যাবগৈ। আপুনি শীঘ্ৰে পলাওক, নহলে মহা সঙ্কট হ'ব।"

ডেকাজনে ছোৱালীটিৰ কোমল কোমল আৰু শুৱলা কথাবিলাক শুনি, সৰলতা আৰু সাধুতাৰ পৰিচয় পাই, দুখেৰে এটি হুমুনিয়াহ কাঢ়িলে আৰু নিৰলে টোপদিয়েক চকুলো টুকিলে। একেথিৰে ভালেখিনি পৰলৈকে ছোৱালীটিৰ সুন্দৰ আৰু সৰল মুখখনিৰ ফালে চাই থাকি, থিয় হই থকা ঠাইৰ পৰা এখোজকে নলৰালে আৰু মুখৰো মাত নোলালে। পাঠকসকল আপোনালোকে সুধিব পাৰে, যে ডেকাজনৰ এনেকুৱা কিয় হ'ল ? কিন্তু আপোনাসকলৰ কাৰো জীৱনত যদি কেতিয়াবা এনে ঘটনা ঘটিছে তেনেহ'লে তেখেতে নিজেই বুজিছে, আৰু ভৱিষ্যতেও যদি কাৰো জীৱনত এনে ঘটনা ঘটে তেনেহলেও তেখেতে নিজেই অনায়েসে বুজিব পাৰিব।

ডেকাজনৰ এনেকুৱা অৱস্থা দেখি ছোৱালীটিয়ে কন্দনমুৱা হই আকৌ ক'লে, আপোনাক ইমান ক'লো, তথাপি আপুনি মোৰ কথা নুশুনে কিয় ? আপোনাৰ প্ৰাণত মমতা নাই নেকি ? যমৰ কালমূৰ্ত্তি দেখিও আপোনাৰ শঙ্কা হোৱা নাই নেকি ? এতিয়াও আপুনি ৰক্ষা পাব পাৰে। আৰু এক মুহূৰ্ত্তৰ পাছত আপোনাৰ যে কি সৰ্বনাশ ঘটিব, তাক মই কই অন্ত কৰিব নোৱাৰো। এই মহা অৰণ্যৰ মাজত আহি ডকাইতৰ হাতত পৰিছেহি, তথাপি আপুনি একো বুজিব পৰা নাই। উস ! –ময়ো বন্দী হই আছো---------- এতিয়াও আপুনি পলাই সাৰক। মই হাতযোৰ কৰি মাতিছো– আপুনি প্ৰাণ ৰক্ষা কৰক– ডকাইতবিলাক আহি পাবৰ হৈছেহি। আপুনি জনা বুজা মানুহ হৈ মূৰ্খৰ দৰে কাম কৰিব খোজে কিয় ? আত্মৰক্ষা কৰাতো সকলোতে ভাল–নিজৰ প্ৰাণতকৈ প্ৰিয় নাই। যাওক– আপুনি পলাই প্ৰাণ ৰক্ষা কৰোক।"

এইবাৰ ডেকাজনৰ মাত ওলাল। তেওঁ ধীৰে ধীৰে ক'লে, আইটি ! মোৰ ভালৰ নিমিত্তে তুমি যে মোক ইমান বুজনি দিলা তাৰ কাৰণে মই চিৰকাললৈ কৃতজ্ঞতা পাশাৰে তোমাৰ ওচৰত বন্ধা থাকিলো। মই যতদিন জীয়াই থাকিম মোৰ চিৰকাল তোমাৰ এই মধুময় কথা কেইষাৰি মনত থাকিব। কিন্তু মই সম্প্ৰতি স্বাধীন, তুমি পৰাধীনা, বিশেষতঃ বন্দিনী। তুমি মোৰ প্ৰাণ ৰক্ষা কৰিবলৈ যেনেকৈ যত্নৱতী হৈছা, ময়ো সম্প্ৰতি তোমাৰ উপকাৰ সাধন কৰিবলৈ তেনেকুৱা যত্ন কৰিব লাগে। তোমাৰ সুকোমল আৰু লাৱণ্য দেহাত শিকলিৰ বান্ধ দেখি, মোৰ প্ৰাণত বৰ দুখ লাগিছে। মই সৈনিক পুৰুষ, সৈনিকৰ প্ৰাণত মমতা নাই। যদিহে মোৰ জীৱনৰ লীলা খেলা ডকাইতৰ হাতত আজিয়েই অৱসান হব লগা আছে হওক। তাত মোৰ অলপো দুখ নাই। তোমাৰ নিচিনা এটি লাৱণ্য প্ৰতিমা– বিশেষতঃ এটি অবলা নিঃসায়া তিৰোতাক ৰক্ষা কৰিবলৈ যাওঁতে যদি মোৰ এই প্ৰাণ যায়, তেনেহলে মই নিজকে বৰ ভাগ্যশালী বুলিহে বিবেচনা কৰিম। সি যাহ'ক যদিহে কোনো উপায় আছে তেনেহ'লে তোমাক আজি ডকাইতৰ হাতৰ পৰা উদ্ধাৰ কৰি মোৰ জীৱনক ধন্য কৰিম। এনেস্থলত তোমাৰ অনুৰোধ ৰাখিবলৈ মই আজি নিতান্ত অক্ষম, অত এব মোক ক্ষমা কৰিবা। উস্ !! তোমাক এনেকুৱা অৱস্থাত পেলাই থৈ মই কেনেকৈ এৰি যাম ? মই সৈনিক পুৰুষ সঁচা– হওঁতে আমালোকৰ অন্তঃকৰণ শিলতকৈও টান বুলি কয়, কিন্তু আজি তোমাক দেখি মোৰ অন্তঃকৰণ পমি গৈছে। তোমালৈ মোৰ বৰ এটা মমতা লাগিছে–তোমাৰ নিমিত্তে যদি প্ৰাণ যায় যাওঁক, সেইটো বৰ আনন্দৰ কথা। মই যোদ্ধা যুদ্ধ কৰি প্ৰাণ দিবলৈ মোৰ ভয় নাই। আজি ডকাইতৰ লগত যুদ্ধ দিম, যদি পাৰো সিহঁতক পৰাজয় কৰি তোমাক উদ্ধাৰ কৰিম, নহলে নিজেই প্ৰাণ দিম। তোমাৰ নিচিনা নিৰাশ্ৰয়া তিৰোতাক বিপদত পেলাই থই এৰি যোৱাতকৈ মৰাই মঙ্গল।

ছোৱালীটিয়ে ডেকাজনৰ কথা কেইষাৰ শুনি এইবাৰ হুকহুক্ কৰে কান্দিবলৈ ধৰিলে বহুত পৰৰ মূৰত ডেকাজনৰ ফালে চাই ক'লে– "আপোনাৰ নিচিনা এজন সৎসাহসী পুৰুষৰ দিব্যমূৰ্ত্তি দৰ্শন কৰি আজি মই পবিত্ৰ হলোঁ, আৰু মই নিজে পৰম ভাগ্যৱতী বুলি বিবেচনা কৰিছোঁ। আপুনি আহক, মোৰ পাচফাললৈ আহি সেই গছবিলাকৰ আঁৰত লুকাওক। দেখা যাওক, অভাগিনীৰ ভাগ্যত আৰু কি লিখা আছে।"

দ্বিতীয় আধ্যা

# উদ্ধাৰ

**"Thou curs'd by heaven's decree;**
**How' ill exchang'd are things**
**like these for thee."**
**Goldsmith**

ৰাতি প্ৰায় আৰু এপৰমানহে আছে, এনেতে ছোৱালীটিয়ে কলে,– আপুনি এইবাৰ অলপ সাৱধান হই যাওক। আপুনি এইবাৰ অলপ সাৱধান হই যাওক। মই গম পাইছো, ডকাইতহঁত আহি ওচৰ পাইছেহি। ডেকাজনে হাতলৈ তৰোৱালখন তুলি ললো চাৰিওফালে চকু ফুৰাই চাই ডকাইতহঁতৰ মাজত ৰূপ সিন্দীকৈক দেখি তেওঁ কান্দিবলৈ ধৰিলে। ৰূপ সিন্দীকৈ ডেকাজনৰ দেউতাকৰ সখিয়েক।

ডেকাজনে কান্দি কান্দি সুধিলে, "সিন্দীকৈ দেউতা! (এইখিনিতে কই থোৱা ভাল ডেকাজনে ৰূপ সিন্দীকৈক দেউতাকৰ সখিয়েক বুলি কেতিয়াবা 'দেউতা' আৰু "সিন্দীকৈ দেউতা" বুলি মাতে) আপুনিনো ডকাইতৰ লগ ললেনো কেনৈকৈ? আপোনাক যে আৰু দেখা পাম, এনে আশা নাছিলে। চিলাৰাই যুদ্ধত কোঁচহঁতে আপোনাকো মাৰিলে বুলিয়েই বহুতে কৈছিলে। যাহক পৰমেশ্বৰৰ ইচ্ছাত আপুনি ভালে আছে। কিন্তু আপোনাৰ এই বেশ কৌলৈ? নিজ ঠাইলৈ ভাই-বন্ধুৰ ওচৰলৈ ন'গৈ আপুনি ডকাইতৰ লগ ল'লে কিয়? আৰু আজি মোৰ দেউতা ক'ত? আপোনাৰ সখিয়েকক ক'ত এৰিলে? দেউতা দেখোঁ আৰু যুদ্ধৰ পৰা ঘৰলৈ উলটি নগ'ল!" এইবুলি ডেকাজনে দেউতাকলৈ মনত পৰি কান্দিবলৈ ধৰিলে।

ৰূপ সিন্দীকৈয়েও কান্দি কান্দি ক'লে,– "বোপাই কান্দিলে আৰু তোমাৰ দেউতাৰা নোলায়হি। তোমাৰ দেউতাৰাই বীৰোচিত কাৰ্য কৰি সম্মুখ যুদ্ধত প্ৰাণত্যাগ কৰি স্বৰ্গলৈ গ'ল। তাত তুমি দুখ কৰা ভাল নহয়। আশীৰ্বাদ কৰিছো তুমিও যেন দেউতাৰাৰ দৰে এজন বীৰ পুৰুষ হোৱা, আৰু দেশৰ মঙ্গলৰ নিমিত্তে প্ৰাণ পৰ্যন্ত উচৰ্গা কৰিবলৈকো যেন পৰাঙ্মুখ নোহোৱা। আৰু বোপাটি! মোৰ কথা যে সুধিছা, মইনো আৰু নিজ ঠাইলৈ কিনো যাম? ককাই ভাই যি আছিলে সকলোবিলাক যুদ্ধতেই আদায় হল! মইনো নিজ ঠাইত আৰু কাৰ মুখ চামগৈ? দুৰন্ত কোঁচহঁতে মোৰ ল'ৰাটিকো মাৰিলে। পুত্ৰহন্তা কোচক

প্রতিফল দিব পাৰো বুলি, দুখে বেজাৰে ডকাইতৰ লগ ললো। আজি ইমানদিনে চিলাৰাইৰ আৰু কোঁচহঁতৰ অনিষ্ট চেষ্টা কৰি ফুৰিছোঁ, কিন্তু আজিও মোৰ মনৰ কামনা পূৰ নহ'ল! হববো আৰু আশা নাই। বোপাটি আজিয়েই মোৰ জীৱনৰ শেষ দিন। এই সময়ত যেন তোমাক দেখা পাম মোৰ এনে আশা সমূলি নাছিলে। যা হক তোমাক যে আজি দেখা পালো ইও মোৰ পৰম- সৌভাগ্য। আৰু এই যে সৌ ছোৱালীটি কালি সন্ধ্যা বেলিকা কছাৰী ৰজাৰ ফুলনিবাৰীৰ পৰা ধৰি আনিছোঁ। কত ৰকমে সুধি চালো ছোৱালীটিয়ে কোনো কথা নকয়। কাজেই ছোৱালীটিৰ পৰিচয় নাপালো, পাম যে তাৰো আশা নাই। গতিকে গোত্ৰ দেখিলে ছোৱালীটিক ভালৰ সঁচ বুলিয়েই বিশ্বাস হয়। আজি প্ৰায় এঘাৰ বছৰ ডকাইতৰ ব্যৱসায় কৰি বহুত ধন বস্তু গোটাইছিলো। ইচ্ছা আছিলে ভাল ল'ৰা এটি চাই চাই ছোৱালীটিক বিয়া দিম আৰু ধন বস্তুখিনি বিয়াৰ যৌতুক স্বৰূপে দান কৰি অৰ্জাৰ সাৰ্থক কৰিম। কিন্তু দুৰ্ভাগ্য গতিকে সেয়ে হৈ নুঠিলগৈ।" এই বুলি কৈয়ে ৰূপ সন্দিকৈয়ে টোপদিয়েক চকুলো টুকিলে অৰু নিতাল মাৰি ৰ'ল।

ডেকাজনে সুধিলে "সন্দিকৈ দেউতা! আপোনাৰ যে জীৱনৰ আজিয়েই শেষ দিন ইয়াৰ মানে কি? আপোনাৰ কি হ'ল?" ৰূপ সন্দিকৈয়ে ক'লে, " বোপাটি! আজি এই কছাৰী দেশৰ এঘৰ ধনী মানুহৰ ঘৰত ডকাইতি কৰিবলৈ গৈছিলো, মানুহ ঘৰত মানুহ ভালেমান। সিহঁতে সৈতে আমাৰ মানুহৰ ভালেখিনি পৰলৈকে মৰামৰি কটাকটি হৈছিলে, অৱশেষত সিহঁতৰ মানুহ এটাই মোৰ পিঠিত পাছ ফালৰ পৰা কপিদাৰে সৈতে কোব এটা মাৰিলে! দাখনৰ মুখত বিহ আছিলে মই বিষত চেষ্টা পোৱা নাই! বোপাটি! অলপ পাছতে মোৰ জীৱনৰ লীলা শেষ হ'ব। উস্! মোক ধৰা, মোৰ প্ৰাণ যায়! এই বুলি ৰূপ সন্দিকৈ ঢাল খাই পৰিল! মুখৰ মাত মুখতে মাৰ গ'ল।

ডেকাজনে তেওঁক পোনাই ধৰিলে, মুখত অলপ পানী দিয়াত তেওঁৰ আকৌ জ্ঞান হ'ল। ডেকাজনৰ ফালে চাই তেওঁ আকৌ ধীৰে ধীৰে ক'লে, "বোপাই ছোৱালীটি তোমাক গতালো যি কৰা কৰিবা! এই হাবি ডোখৰৰ পশ্চিম ফালে চুকলৈ এজোপা ডাঙৰ চাম গছ আছে, তাৰ তলতে সাতোটা ডাঙৰ ঘাগৰি পুতি থোৱা আছে, তুমি খানি আনিবা। দিবৰ মন হলে ছোৱালীটিকো অলপ দিবা। তুমি যে যুদ্ধ কৰিবলৈ আহি সাঁত গাৱঁত কোঠ মাৰি আছাহি মই সেইটো খবৰ- পাইছিলো। বোপাটি, মোৰ লগৰ মানুহ কেইটাকো তোমাৰ লগতে লৈ যোৱা, সিহঁত যুদ্ধবিদ্যাত পাৰ্গত, সিহঁতৰ পৰা তুমি এই সময়ত অনেক সহায় পাবা। তুমি এটি ভালৰ ঘৰৰ উঠি অহা ডেকা, যুদ্ধত বীৰৰ নিচিনা কাৰ্য কৰিবা, পিতৃহন্তাক প্ৰতিফল দিবলৈ পৰাংমুখ নহবা। বোপাটি! মোৰ প্ৰাণ যায় বোপাটি, মোৰ মৃত্যুৰ পাছত শটোৰ সৎকাৰ কৰিবা। উস্! মোৰ প্ৰা-ণ-যা-য়!! এই বুলি কৈয়ে ৰূপ সন্দিকৈ মূৰ্ছিত হৈ পৰিল! লগে লগে দেহাৰূপী সজাৰ পৰা মায়াৰূপী শিকলি কাটি প্ৰাণৰূপী পখী উৰি পলাল। এই খিনিতে কোৱা ভাল—ৰূপ সন্দিকৈৰ বয়স অনুমান ৬০ বছৰমান হৈছিল, কিন্তু মানুহ

গৰাকী দেখি তেওঁৰ বয়স ৪৫ বছৰতকৈ বেছি বুলি আপোনাসকলৰ ভিতৰত কোনোৱে নকলেহেঁতেন বুলি আমি ডাঠকৈ কব পাৰো।

ৰাতি পুৱাই পুৱাই আহিছে। ৰূপ সন্দিকৈ আৰু এই সংসাৰত নাই, তেওঁ সংসাৰৰ ওচৰত চিৰ বিদায় লৈ নেদেখা ঠাইলৈ গ'ল! কোনে জানে ৰূপ সন্দিকৈ স্বৰ্গলৈকে যাবনে নৰকলৈকে যাব? ডেকাজনে কান্দি কান্দি ছোৱালীটিৰ বান্ধবিলাক– মোকোলাই পেলালে। তাৰ পাছত ছোৱালীটিক তাতে থাকিবলৈ কই, ডকাইত কেইটাক লগত লই ৰূপ সন্দিকৈৰ শটো সংকাৰ কৰিবলৈ লৈ গ'ল।

## তৃতীয় আখ্যা

# পৰিচয়

**"O Romeo, Romeo! whereforeart thou Romeo ?**
**Deny thy father, and refuse thy name;**
**Or, if thou wilt not, be but sworn my love,**
**And I'll no longer be a capulet."**
**Shakespeare.**

ৰাতি পুৱাল। চৰাই-চিৰিকতি, পশু-পতঙ্গ সকলোটি সাৰ পালে। নিৰ্জীৱ জগত আকৌ সজীৱ হ'ল, ঠিক এনে সময়তে ডকাইত কেইটাৰ স'তে ডেকাজন আৰু ছোৱালীটিৰ য'ত আছিলে, তালৈ আহিল। লাহেকৈ তেওঁ ছোৱালীটিক সুধিলে "আইটি, ডকাইতবিলাকে তোমাক ইয়ালৈ কেনেকৈ আনিলে? তোমাৰ দেউতাৰাৰ নাম কি? তোমাৰ ঘৰ ক'ত? মোক সকলোবিলাক ভাঙ্গি পিটি কই দিয়া। মই তোমাক ঘৰত থই আহিমগৈ।"

ছোৱালীটিয়ে ক'লে "বোধকৰোঁ আপুনি কছাঁৰী ৰজা শত্ৰুদমনৰ নাম শুনিছে, মই তেওঁৰে ভনীয়েক মোৰ নাম মালিতা। দেউতা থাকোঁতে সকতে মোক পণ্ডিতৰ হতুৱাই ঘৰত লেখা পঢ়া শিকাইছিল। পাছে দেউতা ঢুকালত ককাইদেউহঁতে তিৰোতা মানুহে পঢ়িবলৈ আৰু লিখিবলৈ শিকাটো ভাল কথা নহয় বুলি এৰুৱাই পেলালে। পণ্ডিতজনৰ এটি জীয়েক আছে তেওঁৰে সৈতে মোৰ সখী সম্বন্ধ। সেই সূত্ৰে পণ্ডিতৰ ঘৰলৈ গৈ ককাইদেউহঁতে ভু নোপোৱাকৈ মাজে মাজে আকৌ পঢ়িবলৈ ধৰিলো। আমাৰ ঘৰৰপৰা পণ্ডিতৰ ঘৰলৈ যোৱা মাজবাটতে আমাৰ এখন ডাঙ্গৰ ফুলনিবাৰী আছে। যোৱা পৰ্হি বেঁটী দুজনীয়ে সৈতে মই

সখীইঁতৰ ঘৰলৈ গৈছিলো। ঘূৰি আহোঁতে সন্ধিয়া লাগিল, ফুলনিবাৰীত সোমাই ফুল কেইটামান ললো, লাহে লাহে নিশা ভালেখিনি হ'লগৈ। হঠাত জোপাৰ মাজৰ পৰা কেইটামান মানুহ ওলাই আমাক দেখা দিলে। বেটী দুজনী লৰ মাৰি কেনিবা লুকাল, মই লৰিব নোৱাৰোঁ, মোক পাই সিহঁতে ধৰি বান্ধি লই আহি ইয়াত শিকলিৰে বান্ধি থৈছিলহি। সেইটো আপুনি দেখিবলৈকে পাইছেহি।

মালিতাৰ কথা শুনি ডেকাজনৰ গোট গাই ঘাম বৰলৈ ধৰিলে, চকু মুখ ৰঙা হ'ল। তেওঁ সুধিলে "মালিতা আইটি তোমাৰ ককাদেউৰা কেইজনা ? "মালিতাই ক'লে– "দুজনা, শত্ৰুদমন আৰু ভীমবল। শত্ৰুদমন বৰ, ভীমবল তেওঁতকৈ সৰু। বৰ জনা ৰাজপাটত উঠি ৰাজকাৰ্য চলাইছে, সৰুজনা ভীমবল প্ৰধান সেনাপতি।"

মালিতাৰ কথা শুনি ডেকাজনে ভালেখিনি পৰলৈকে মনতে কিবা কিবিবোৰ ভাবিবলৈ ধৰিলে ; তাৰ পাছত ক'লে, "মালিতা, কছাৰীৰ ভীমবল কোঁৱৰ প্ৰধান শত্ৰু, তেওঁ মোৰ পিতৃহন্তা। আহোম-কোঁচৰ যুদ্ধত তোমাৰ ভীমবল কোঁৱৰে চিলাৰাইৰ ফলীয়া হৈ মোৰ দেউতাক হত্যা কৰিলে। তোমাৰ ককাইদেৱৰা মোৰ শত্ৰু।"

মালিতা– "ভীমবল কোঁৱৰ আপোনাৰ পিতৃহন্তা। মই শুনি বিস্ময় মানিছোঁ। মোক ভাঙি কওঁকচোন।"

ডেকাজন– " মালিতা ! ভাঙি কবলৈ হ'লে সি বহুত কথা। তুমি শুনিবও পোৱা আজি প্ৰায় তিনি কুৰি দহ এঘাৰ বছৰৰ কথা। আহোমৰ চুহুঙমুঙ স্বৰ্গদেৱে (হিন্দু মতে স্বৰ্গ নাৰায়ণ বা দিহিঙীয়া ৰজাই) আহোম সিংহাসনত ৰাজত্ব কৰোঁতে কোচানৰ ৰজা বিশ্বসিংহই হেনো কোনো কাৰণত আমাৰ স্বৰ্গদেৱৰ ওচৰত আশ্ৰয় মাগেহি–তেতিয়াৰে পৰা হেনো কোচানৰ ৰজাই আমাৰ স্বৰ্গদেৱৰ ওচৰলৈ বছৰি মানুহ পঠাই "দ্ৰব্যজাত" দি আছিলে। কুৰি বছৰমান এইদৰে যোৱাৰ পাছত আমাৰ গড়গাঁয়া ৰজাৰ দিনত এবছৰ হেনো কোচানৰ ৰজাই "দ্ৰব্যজাত" কম পঠালে। আমাৰ স্বৰ্গদেৱে তাৰ কাৰণ সোধাত কোচানৰ ৰজাই লাজ পাই তেওঁৰ পুতেক চিলাৰাইক ক'লে, যে যেনেই নহওক আহোমৰ তলতীয়া নামটো গুচাব লাগে। পিতৃ - আজ্ঞা অনুসৰি আমাৰ খোৰাৰজাৰ দিনত ১৪৮৪ শঁকত চিলাৰায়ে হেনো সসৈন্যে আহি আহোমৰ ৰাজ্য আক্ৰমণ কৰেহি। চিলাৰায়ে বামুণ বধ নকৰে, এই কথা শুনিবলৈ পাই, আমাৰ স্বৰ্গদেৱে কিছুমান শূদীৰ মানুহক লগুণ পিন্ধাই ৰণলৈ পঠালে, বামুণ দেখি চিলাৰায় হেনো হুহকি গ'ল। ইয়াৰ পিছত ঘূৰি বছৰ চিলাৰায়ে হেনো অ হাম ৰাজ্য আক্ৰমণ কৰিছিলগৈ। এইবাৰ কিন্তু বামুণ নাই। আহোম বংশৰ নামজ্বলা বীৰ দেওৰজা এইবাৰ প্ৰধান সেনাপতি। চিলাৰায় আৰু আমাৰ দেওৰজা দুয়োজন সমান যোদ্ধা ; কাৰো জয় পৰাজয় নাই। পাছে এদিন গাধোৱাৰ সময়ত দেওৰজাৰ "ঔষধ আৰু মন্ত্ৰৰ বিৰী" ডিঙিৰ পৰা খহাই যোৱাৰ পৰা চিলনীয়ে থাপমাৰি নি চিলাৰাইৰ ফৌজৰ মাজত পেলাই দিলেগৈ। দেওৰজাই শুনি ঈশ্বৰ নিগ্ৰহ হ'ল বুলি, যুদ্ধ নকৰি চাবিঙলৈ গই মৈদাম কৰাই

আপুনি জীৱিতাৱস্থাতে মৈদামত সোমালগৈ। আমাৰ খোৰাৰজা স্বৰ্গদেউ ভাগি গৈ পৰ্বতত উঠিলগৈ ; ইয়াৰ পাছত সন্ধিৰ প্ৰস্তাৱ হয়। সেই সন্ধিমতে আমাৰ পাত্ৰ মন্ত্ৰী সকলোৰে ঘৰৰ ল'ৰা একোটা লগত লৈ চিলাৰায় আমাৰ দেশ এৰি দি কোচানলৈ গুচি যায়। এই ঘটনা আনুমানিক ১৪৮৫ শকত। ইয়াৰ বছৰচেৰেকৰ পাছত অনুমান ১৫২৩।২৪ শকত আমাৰ স্বৰ্গদেউৱে চিলাৰায় বিৰুদ্ধে আকৌ এটা ফৌজ পঠায়। এই ফৌজৰ লগত ৰূপ সন্দিকৈ আৰু লেচাইডাঙ্গ গোহাঁই দুয়ো সেনাপতি স্বৰূপে যায়। মালিতা, তোমাৰ ককাইদেউৰা ভীমবল কোঁৱৰ চিলাৰায় ফলীয়া হৈ যুদ্ধ কৰিছিল। সেই যুদ্ধতে অন্যায় কৰি ভীমবলে লেচাইডাঙ্গ সনাল গোঁহাইক হত্যা কৰে। লেচাইদাঙ্গ গোঁহাই মোৰ দেউতা, মই তেওঁৰ বৰ পুতেক, মোৰ নাম অভয়। মই আহোম ৰজাৰ এজন সেনাপতি।

মালিতা– "আপুনি এই অৰণ্যৰ মাজলৈ অকলে অকলে কিয় আহিছিলে ?

অভয়– "মালিতা, তুমি হয়তো শুনিবও পোৱা সম্প্ৰতি অলপ কথাৰ নিমিত্তে আমাৰ বৰ্তমান ৰজা বুদ্ধিস্বৰ্গনাৰায়ণ বা চুচেঙ্গফা স্বৰ্গদেৱে তোমাৰ ককাইদেউৰাহঁতক বেয়া পালে। এতিয়া তোমাৰ ককাইদেউৰাহঁতৰ লগত যুদ্ধ কৰিবলৈ ফৌজে সৈতে আহি সাত গাৰঁত কোঠ দি আঁছেহি। কালিয়েই হাবিত চিকাৰ কৰিবলৈ আহিছিলো। পহু এটা খেদি ফুৰোতে ভালেখিনি নিশা হল ; লগৰ মানুহবিলাক যেনিয়ে পাই তেনিয়ে গ'ল ; সিহঁতক আৰু বিচাৰি নাপালো। নিশা বৰ এন্ধাৰ আছিলে বুলি অকলে অকলে অৰণ্যৰ বাহিৰ ওলাব নোৱাৰিলো, বাট বিচাৰি ঘূৰি ফুৰোঁতে তোমাক দেখা পালোহি। মালিতা, আজি প্ৰায় ৯ বছৰ হ'ল, আহোম-কোঁচৰ যুদ্ধত অন্যায় কৰি তোমাৰ ভীমবল কোঁৱৰে মোক দেউতাক হত্যা কৰিলে। ভীমব'ল মোৰ পিতৃহন্তা। আজি অনেক দিনৰ পৰা মই বৈৰী নিৰ্যাতন কৰিবলৈ উপায় বিচাৰি ফুৰিছোঁ। ভাবি স্থিৰ কৰিছো হয় বৈৰী নিৰ্যাটন কৰি পিতৃহন্তাৰ ৰক্তেৰে দেউতাৰ স্বৰ্গীয় আত্মাক তৰ্পণ কৰিম, নহয় নিজৰ তেজেৰে জন্মভূমিক তৰ্পণ কৰি পৰলোকলৈ গই দেউতাৰ লগত দেখা দেখি হমগৈ। সেই যাহক, মালিতা ! অলপ ৰাতি হলেই মই তোমাক ঘৰৰ ওচৰত থৈ আহিমগৈ। এতিয়া দিনত মোৰে সৈতে তোমাক যোৱা দেখিলে মানুহে বেয়া বুলিব। কিন্তু এটা কথা তুমি ঘৰ পাই সেই মুহুৰ্ত্তেই মোৰ পৰিচয় নিদিবাগৈ, কিয়নো মোৰ জীৱনৰ আশঙ্কা আছে। তোমাৰ ককাইদেৱে মোৰ কথা গম পালে মোক শুদাই নেৰে।"

মালিতা– "যুদ্ধৰ সাজেৰে আহি যে আপোনালোকে সাতগাৰঁত কোঠ দি আছেহি সেইটো মই শুনিবলৈ পাইছোঁ। কিন্তু আপুনি ককাইদেউহঁতৰ প্ৰধান শত্ৰু। মই আপোনৰ শত্ৰুৰ ভনীয়েক, তথাপি মোৰ ওচৰত নিজৰ কথা গোপন নকৰি স্বচ্ছন্দ চিত্তে আপুনি কেনেকৈ কোন সাহসৰ ওপৰত মোক পৰিচয় দিলে ? আৰু আপোনাৰ অন্তঃকৰণৰ ভিতৰত যি লুকাই আছিলে তাকো মোৰ আগত আপুনি কেনেকৈ প্ৰকাশ কৰিলে ? আপোনাৰনো মোলৈ অলপো সন্দেহ হোৱা নাইনে ?

অভয়– "মালিতা ! তোমৰ দিব্য মূৰ্ত্তি দেখি তোমাৰ সৰল স্বভাৱৰ পৰিচয় পাই মই– তোমাক নিজৰ আত্মাতকৈও বেছি বিশ্বাস কৰিছোঁ, কাজেই তোমাৰ ওপৰত মোৰ অলপো সন্দেহ হোৱা নাই । চেঁচা পানী খাওঁতেও যদি কাবোবাৰ মুখ পোৰে, মালিতা, তেনেহলে সেইটো তাৰ নিজা অদৃষ্টৰেই দোষ ।"

মালিতাই মনে মনে হাঁহিলে– ফুটাই ক'লে " যদি ককাইদেউহঁতৰ লগত আপোনাৰ সম্ভাৱ কৰাই দিব পাৰো বোধকৰো তেনেহলে আপুনি পিতৃ শোক পাহৰিব পাৰিব ।"

অভয়ে ক'লে,– " নহয় নহয় মালিতা, মই সেইটো কৰিব নোৱাৰো । পিতৃহন্তাৰ লগত মোৰ সম্ভাৱ জীৱনত নহয়– কেতিয়াও হব নোৱাৰে ; হয় তোমাৰ ককাইদেউৰা ভীমবল কোৰঁৰ মৰিব, নহয় তোমাৰ ককাইদেউৰাৰ হাতত মই এই সংসাৰৰ পৰা চিৰ বিদায় লম ।"

অভয়ৰ কথাকেইষাৰ শুনি মালিতাই মনটো আমোলাই পেলালে, বহুত পৰ অভয়ৰ মুখৰ ফাললৈ চাই আছিলে । শেহত দুখেৰে এটি হুমুনিয়া পেলালে আৰু চকু দুটিৰ পৰা জৰ জৰ কৰে পানী বৰলৈ ধৰিলে । মালিতাই কন্দনামুৱা হৈ ক'লে–"তেনেহলে মোৰ উপায় ?" অভয় অবাক হ'ল–অলপ পৰ ৰই সুধিলে–"মালিতা ! তোমাৰ কথাটো একো নুবুজিলো, তোমাৰ আকৌ উপায় কি ? মই যে তোমাক ঘৰত থৈ আহিমগৈ ?"

মালিতাই এইবাৰ কান্দিলে, কান্দি কান্দি ক'লে, "ভীমবল মোৰ ককাইদেউ, আপুনি মোৰ স্বামী, জীৱনৰ–এজনৰ বিয়োগো মই সহিব নোৱাৰোঁ । আপোনাক মিনতি কৰি কওঁ আপুনি মোৰ ককাইদেউহঁতৰ সৈতে সম্ভাৱ কৰি মোক আপোনাৰ সহধৰ্মিনী কৰোক । মই আপোনাৰ সৈতে প্ৰথম সাক্ষাতত্তেই ভাবিছিলো যদি ডকাইতৰ হাতৰ পৰা কোনোৰকম উদ্ধাৰ হ'ব পাৰো, তেনেহলে আপোনাকে স্বামী বৰণ কৰিম আৰু যদি উদ্ধাৰ হব নোৱাৰোঁ তেনেহলেও আপোনাকেই মনে মনে স্বামী ভাবি আৰু আপোনাৰে শ্ৰীচৰণ চিন্তা কৰি, আনন্দ চিত্তেৰে মৃত্যুক আলিঙ্গন কৰিম । নাথ ! আপুনি মোৰ উদ্ধাৰ-কৰ্ত্তা । ডকাইতৰ হাতৰ পৰা উদ্ধাৰ কৰি মোক আপুনি জীয়ালে, এতিয়া আকৌ মৰিয়াই নামাৰিব, ককাইদেউহঁতৰ সৈতে সম্ভাৱ কৰি আপুনি মোক বিবাহ কৰোক ।

প্ৰথমে সাক্ষাতত্তেই মালিতাৰ কোমল হৃদয়ত প্ৰেমৰ অঙ্কুৰ উঠিল । পাঠকসকলে হয়তো মনে মনে লিখোঁতাৰ গাত দোষ দিছে, কিন্তু পাঠকসকল । লিখোঁতাইনো কি কৰিব ? প্ৰেম যে নিতান্ত অদমনীয়, প্ৰেমে কাৰো হাক বচন নুশুনে, বিশেষতঃ শতকৰা পঞ্চাশতকৈও বেচি ভাগৰ প্ৰেম প্ৰথম সাক্ষাতত্তেই অঙ্কুৰিত হয় বুলি লিখোঁতাৰ বিশ্বাস । যদি মিছা তেনেহলে, লিখোঁতা উন্মাদ । আৰু এটি কথা মালিতাৰ হৃদয়ত অঙ্কুৰিত হোৱাদি অভয়ৰ অন্তৰতো প্ৰেম বা ভালপোৱাৰ কিবা অঙ্কুৰ উঠিছেনে ? সেই কথাৰ উত্তৰ হ'লে আমি এতিয়াও দিব নোৱাৰোঁ । কিন্তু আমাৰ শুনা আছে, কোনো এজন বৈজ্ঞানিক পণ্ডিতে কৈছে, যে তুমি যদি কাৰোবাক অন্তৰে অন্তৰে ভালপোৱা, অথচ সেইটো প্ৰকাশো নকৰা, তুমি নিশ্চয় জানিবা, যে

সিজনেও তোমাক অন্তৰত ভালপোৱাবলৈ আৰম্ভ কৰিছে, প্ৰেমৰ এনে আচৰিত গুণ । যদি এই কথাতে সত্যতা আছে, তেনেহলে, পাঠকসকল । আমি ডাঠিকৈ কব পাৰো, অভয়ৰ অন্তৰতো নিশ্চয় প্ৰেমৰ অঙ্কুৰ উঠিছে, আৰু মনে মনে মালিতাক ভাল পাবলৈ আৰম্ভ কৰিছে ।

সেই যাহক, মালিতাৰ কথা শুনি অভয় বিচূৰ্ত্তি হ'ল । বহুত পৰৰ মূৰত আকৌ ক'লে, মালিতা ! তোমাৰ ককাইদেউৰাৰ সৈতে মোৰ সন্তাৱ হোৱাতো টান । তাতে মই ৰজাৰ আজ্ঞা মতে যুদ্ধ কৰিবলৈ আহিছোঁ, সন্তাৱ কৰি উলটি গলে আমাৰ ৰজাই মোক শুদাই নেৰে । কাজেই মালিতা ! ৰজাৰ বিনানুমতিত মই যুদ্ধ এৰি সন্তাৱ কৰিব নোৱাৰোঁ । মালিতাই ক'লে, "বাৰু, মই যদি ককাইদেউহঁতক বুজাই মেলি আপোনাৰ ৰজাৰ স'তে সন্তাৱ কৰাই দিওঁ, তেনেহলে আপুনি মোক বিয়া কৰাবনে ?"

অভয় এইবাৰ স্থিৰ হৈ ৰ'ল, গম্ভীৰ মনেৰে কিবা কিবি ভাবিবলৈ ধৰিলে, শেষত দুখেৰে এটি হুমুনিয়া পেলাই মালিতাৰ মুখৰ ফালে চাই ক'লে, "মালিতা ! মালিতা ! মই নিতান্ত অকৃতজ্ঞ । তোমাৰ নিচিনা সুন্দৰী সৰল স্বভাৱৰ আৰু সচ্চৰিত্ৰা- কুমাৰী এটি বিয়া কৰিবলৈ পোৱাতো মই পৰম সৌভাগ্য বুলি বিবেচনা কৰোঁ, কিন্তু মই প্ৰতিজ্ঞা ভঙ্গ কৰি পাপত মজিব নোখোজোঁ । মালিতা ! তোমাক বিয়া কৰাবলৈ মোৰ কোনো আপত্তি থাকিবই নোৱাৰে, বৰং তোমাক লাভ কৰাটো মই পৰম সৌভাগ্য বুলিহে বিবেচনা কৰিম । কিন্তু যেতিয়ালৈকে মই পিতৃহন্তাক প্ৰতিফল দিব নোৱাৰোঁ, সেই পৰলৈকে মোৰ বিয়া বা সংসাৰৰ সুখ ভোগ কৰিবলৈ মন নাই । মোৰ প্ৰতিজ্ঞা কৰা আছে, হয় মাৰিম নহয় মৰিম । অতএব মালিতা ! মোক ক্ষমা কৰিবা । মই তোমাৰ অনুৰোধ ৰাখিব নোৱাৰিলো, সেই বুলি মই নিতান্ত দুঃখীত হলোঁ । কিন্তু কি কৰিম ? উপায় থকাহলে তোমাৰ প্ৰস্তাৱত সন্মত হবলৈ মই কেতিয়াও পৰান্মুখ নহলোহেঁতেন । মালিতা ! মালিতা ! ৰজাই যুদ্ধ এৰিবলৈ কলেও মই যে প্ৰতিহিংসা পাহৰিব পাৰিম, এনে আশা একেবাৰেই নাই ।"

অভয়ৰ কথা শুনি মালিতাই হুক হুক কৰে কান্দিবলৈ ধৰিলে । পাছত কান্দি কান্দি কলে, তেনেহ'লে মোক আপুনি ঘৰতেই থই আহককৈগে, মোৰ কপালত যি আছে সেয়েই হব । কিন্তু আপুনি নিশ্চয় জানিব, আপুনিয়েইহে মোৰ স্বামী, আপোনাত বিনে মোৰ কোনো নাই ।

অভয়ে কলে, মালিতা ! মই তোমাক ৰাতি হলে ঘৰত থৈ আহিমগৈ । দিনৰ ভিতৰত তোমাক থবলৈ নোৱাৰোঁ । কাৰণ তুমি এতিয়া মোৰ লগত গলে মানুহে দেখিলে বেয়া বুলিব । অতএব ৰাতি হওক, ঘৰত থই আহিমগৈ । তুমি মনত একো চিন্তা নকৰিবা । তুমি ঘোঁৰাত উঠিব পাৰানে ? মালিতা– "মই ঘোঁৰাত কেতিয়াও উঠা নাই । মোৰ ঘোঁৰালৈ ভয় লাগে ।"

অভয়– "বাৰু, একো ভয় নকৰিবা । ময়ো উঠিম, তোমাকো আগতে তুলি লম আৰু ভয় কৰা যদি মই ধৰি ধৰি যাম ।"

অভয়ৰ কথাতে মালিতা সন্মত হল, আকৌ কান্দি কান্দি কলে, "হায়! আপুনি ককাইদেউইঁতৰ শত্রু নহৈ যদি আন কোনোবা হ'লহেঁতেন! প্ৰাণনাথ! কওক, মেৌলৈ, এই অভাগিনী মালিতালৈ আপোনাৰ অন্তৰত কণামাত্ৰো স্নেহ উপজিছে।"

অভয়ে কলে, "মালিতা! প্ৰাণৰ মালিতা! হৃদয়খনি ফালি দেখুৱাব পৰাহলে, তোমাক দেখালোহেঁতেন।"

## চতুৰ্থ আখ্যা

# ফুলনিৰ মাজত

**"With thou be gone ! It is not near a day"**

— *SHAKESPEARE*

**"Out of this wood do not desire to go,**
**There Shalt remain here, whether**
**thou wilt or no"**

—*SHAKESPEARE*

দেখোঁতে দেখোঁতে সন্ধ্যা হল। যি মোহিনী সন্ধ্যাক দেখা পালে, আকাশ মণ্ডল উজ্জ্বল তৰাবিলাকক লই অনন্ত শোভেৰে শোভা পায়, প্ৰেমিক প্ৰেমিকাসকল নতুন আনন্দৰে উৎসাহিত হয়, প্ৰকৃতিদেৱীয়ে শান্ত ভাৱ ধাৰণ কৰে আৰু কবি সকলে জগতৰ নতুন শোভা দৰ্শন কৰি কল্পনাৰ ৰথত উঠি ইফালে সিফালে ঘূৰি ফুৰে, সেই সুখময়ী সন্ধ্যা উপস্থিত হোৱাত আমাৰ পূৰ্ব পৰিচিত অভয় গোঁহাইদেউ আৰু মালিতা, দুয়োটি যাত্ৰা কৰিলে। একেটা ঘোঁৰাতে তেওঁলোক দুয়ো উঠিছে; আগতে মালিতা, তেওঁৰ পাছতে আমাৰ অভয় গোহাঁইদেউ। গোটেই ৰাতি লাহে লাহে গই গই ৰাতি প্ৰায় এপৰমান থাকোঁতে তেওঁলোক কছাৰী ৰাজ্য পালেগৈ আৰু এখন ফুলনিবাৰীৰ মাজত সোমাই দুয়োটি এজোপা গছৰ তলত, ঘোঁৰাৰ পৰা নামি ৰহিলগৈ।

সময় কালেকো বৈ নাথাকে, দেখোঁতে দেখোতে ৰাতি পুৱাওঁ পুৱাওঁ হলহি। মালিতাৰ ফালে চাই অভয়ে কলে– "প্ৰিয়ে মালিতা! তেন্তে মোক এতিয়া বিদায় দিয়াঁ। মই যাওঁগে, ৰাতিও পুৱাৰৰ সময় হ'লহি।" মালিতাই ক'লে "কেলৈ যাব লাগিছে, নাথ! মালিতাৰ হৃদয়ৰ ধন এতিয়া যাব নালাগে, ৰাতি পুৱাৰৰ সময় নউ হয়।"

অভয়– "নহয় মালিতা ! ৰাতি পুৱাইহে লাগে, পূবফালে পোহৰ দেখিছোঁ, ৰাতি পুৱাৰ সময় হ'লহি । চোৱাচোন সৌৱা গছৰ ডালত কুলিয়ে কুউ কুউ কৰি মাতিছে । মালিতা ৰাতি পুৱাইহে লাগে তুমি এই সময়তে ঘৰলৈ যোঁৱাগৈ, ময়ো কোঠলৈ যাওঁগে ।"

মালিতাই অভয় গোঁহাইৰ কথা শুনি অলপ সময় মনে মনে থাকি কিবা কিবি ভাবিবলৈ ধৰিলে শেহত ক'লে, "নাথ ! মালিতাৰ হৃদয়ৰ ধন ! আপুনি ওপৰলৈ চাওঁকচোন, আকাশৰ তৰাবিলাক কাইলৈ আকৌ ওলাব, তৰাবিলাকক লৈ আকাশ মণ্ডল আকৌ কাইলৈ শোভা পাব, নিশাদেবীয়ে আকৌ কাইলৈ মিচিকিয়া হাঁহি হাঁহিব, কিন্তু মোৰ হৃদয়ৰ ভোটা তৰা আপুনি যে ৰাতি পুৱাই যাবগৈ,– আকৌতো মই কাইলৈ ইয়ালৈ আহিলে আপুনি ইয়ালৈ আহি আকৌ মোৰ হৃদয় পোহৰ নকৰেহি ? মই আপোনাক কেনেকৈ এৰি দিম ? নাথ ! আপুনি যাব নালাগে । আজি মালিতাৰ কথা ৰাখোক, আপুনি নাযাব, মোক অকলে পেলাই থই, মোক দুখৰ সাগৰত উটাই দি, আপুনি নাযাব । মই আপোনাৰ দুখনি চৰণত ধৰি মাতিছোঁ, মোক এৰি থই আপুনি নাযাব ।"

অভয় গোহাঁয়ে ক'লে, "মালিতা ! প্ৰাণৰ মালিতা ! মই আৰু থাকিব নোৱাৰোঁ, ৰাতি পুৱাইহে লাগে । মই এতিয়া যাওঁগে । বাৰু তোমাৰ লগত মোৰ আৰু এদিন দেখাদেখি হব । অন্ততঃ যুদ্ধৰ দিনাখন তোমাৰ লগত এবাৰ দেখা কৰিবলৈ বৰ ইচ্ছা আছে । সেইদিনা পাৰিতপক্ষে তুমি মোক য'তে ত'তে এবাৰ দেখা দিবা । সেই দেখাই কিন্তু জীৱনত শেষ দেখা । তোমাৰ ককাইদেউৰা ভীমবল কোঁৱৰ এজন বিখ্যাত বীৰ পুৰুষ । তেওঁৰ হাতত সেই দিনাখন সেই যুদ্ধৰ দিনা, মোৰ মৃত্যু ঘটিব । ই নিশ্চয় জানিবা । তথাপি সেই যুদ্ধৰ দিনা ৰাতি সেই শ্ৰীপঞ্চমীৰ নিশা যেন তোমাক এবাৰ দেখিবলৈ পাওঁ ।" অভয় গোহাঁয়ে এইবুলি চকুলো টুকি তললৈ মুখ কৰিলে, আৰু মালিতাই হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে ।

অভয় গোহাঁয়ে আকৌ ক'লে,– "মালিতা ! প্ৰাণৰ মালিতা ! তুমি নাকান্দিবা । তোমাক কন্দা দেখিলে মই বৰ শোক পাওঁ । মালিতা ! মই এতিয়া যাওঁগৈ, তুমিও যোৱা ।" এই বুলি কৈয়ে অভয় গোহাঁই তাৰ পৰা আঁতৰ হ'ল । কিছুদূৰ গৈ তেওঁ আকৌ উলটি চালে, দেখিলে মালিতাই তেওঁৰ ফালে একেথিৰে চাই আছে, চাই চাই চকুলো টুকিছে । দুয়োৰে চকুত দুয়োৰে চকু পৰিল, চাৰি চকুৰ মিল হ'ল ! আৰু থাকিব নোৱাৰিলে ! অভয় গোহাঁয়ে আকৌ খোজ ল'লে ।

অভয় গোহাঁই ফুলনিৰ পৰা বাহিৰ ওলাই কিছুদূৰ গই, এজোপা ডাঙৰ গছৰ তলত বহিলগৈ, বহি বহি কত কি ভাবিলে, তাৰ অন্ত নাই, শেহত আঠুৰ মাজত মূৰ সুমাই তেওঁ বলিয়ালি বকিবলৈ ধৰিলে, "মালিতা ! মালিতা ! মোৰ প্ৰাণৰ মালিতা ! হতভগীয়া অভয়ক এৰি থই তুমি কলৈ গ'লা ? আৰু কি তোমাক দেখিবলৈ নাপাম ? তোমাৰ অবিহনে মোৰ যে দশোদিক অন্ধকাৰ হ'ল । মোৰ আঁউসী নিশাৰ ৰাঙলী জোৰ । মোৰ প্ৰাণৰ প্ৰাণ

মালিতা ! আঁহা, মোৰ হৃদয়ত এবাৰ পোহঁৰ দিয়াহি । মালিতা ঐ ! তোমাক কৌলৈ দেখিছিলো ? তুমি মোক কিয় এনেকুৱা কৰিলা ? দুইদণ্ডৰ নিমিত্তে তুমি মোক কেলৈ প্ৰণয় ফাঁহেৰে বান্ধিলা ? যদি বান্ধিলা তেনেহলে মোক আকৌ এৰি দিলা কেলৈ ? তুমি গ'লা যোৱাঁ, তুমি মোৰ কথাতেই গৈছা, কিন্তু উলটি উলটি মোলৈ চাই গৈছা কিয় ? কি ! কি ! তোমাৰ সুন্দৰ মুখখনি সৰলতাৰ ছবিখনি আৰু কি জীৱনত দেখিবলৈ নাপাম ? আৰু কি তোমাৰ শুৱলা মধুৰ কথাবিলাকে মোৰ কাণত অমৃত; নবৰষেহি ? মালিতা ! ৰ'বা অলপ ৰ'বা মালিতা ! অভয়ৰ প্ৰাণৰ প্ৰাণ ! তুমি নাযাবা । এই সময়তে তোমাক আৰু এবাৰ শেষ চোৱা চাই লওঁ । তেতিয়া ভালকৈ চাবলৈ নহ'ল !– তেতিয়া প্ৰতিজ্ঞা ভঙ্গ হোৱাৰ ভয়ত তোমাক চাবলৈ নহ'ল ! চাওঁতে মন প্ৰাণ অৱল হয় বুলি, চাবলৈ নহ'ল, ৰ'বা মালিতা ! প্ৰাণৰ মালিতা ! ৰ'বা এবাৰ প্ৰাণভৰি চাই লই জীৱনৰ হেপাহ পূৰাই লওঁ ।" অভয় গোহাঁয়ে এইদৰে কত প্ৰলাপ – কত কথাই কৰবলৈ ধৰিলে । কিন্তু হায় ! সেইবিলাক কি আৰু মালিতাই শুনিবলৈ পাইছে যে তেওঁৰ কথামতে মালিতা তাত অলপ পৰ ৰ'ব ? নাই মালিতা আৰু নাহিল ! অভয় গোহাঁইৰ সেই প্ৰলাপ উক্তিবিলাক অনন্ত আকাশত মিলহৈ গল । ৰাতিও পুৱাল । ৰাতি পুৱাইছে হয়, কিন্তু এতিয়াও উষাদেবীয়ে পশ্চিম সাগৰত গা-ধুবলৈ যোৱা নাই । আৰু এতিয়াও সূৰ্য্যৰ তাপত মানুহৰ মুখত ঘাম ওলোৱা নাই ! ৰাতি পুৱা দেখি অভয় গোহাঁই ঘোঁৰাটোত উঠি সাত গাৱঁৰ ফালে খোজ ললে । দুপৰমান সময়ত তেওঁ আহি নিজা কোঠ পালেহি । সৈন্য সেনাবিলাকে সেনাপতি অভয় গোহাঁইক পাই বৰ সুখী হ'ল ।

## পঞ্চম আধ্যা
# পুৰণি কথা

**"His grave in our bosoms shall ever be green ;**
**And his monument never Know defacing."**

**Fraser.**

পাঠক সকল ! আপোনাসকলক কিছুমান কথা কব লগা আছে ; প্ৰকৃতপক্ষে সেইবিলাক কথা এই পুথিখনিৰ প্ৰাৰম্ভতেই কই আহিব লাগিছিল, কিন্তু অনেক অসুবিধা থকাত আমি তেতিয়া কৰবলৈ নহল । সম্প্ৰতি এই আধ্যাত সেই কথাবিলাক যথাসাধ্য বৰ্ণনা কৰিবলৈ আগবঢ়া হৈছে ।

আপোনাসকলৰ আসাম বুৰঞ্জী পঢ়োঁতা মাত্ৰেই জানে যে আহোমৰ বুদ্ধি স্বৰ্গ নাৰায়ণ বা চুচেঙফা ৰজাই ৰাজত্ব কৰোঁতে সপ্তদশ শতিকাৰ প্ৰাৰম্ভতে, কছাৰী ৰজাৰ বংশৰ ডিমৰুৱাৰ শাসন কৰ্ত্তা প্ৰভাকৰক জয়ন্তীয়াৰ ধনমাণিক ৰজাই বন্দী কৰি নিয়েহি। প্ৰভাকৰ কছাৰী ৰজা শত্ৰুদমন আৰু ভীমবল কোঁৱৰৰ ভতিজাক হয়। শত্ৰুদমনে ভতিজাকক এৰি দিবলৈ ধনমাণিকলৈ কৈ পঠায়, কিন্তু জয়ন্তৰ ৰজাই তাৰে আওকাণ কৰিলে। এই কথাতে কুপিত হৈ ১৫৩৩।১৫৩৪ শকত শত্ৰুদমণে জয়ন্তা ৰাজ্য আক্ৰমণ কৰে। জয়ন্তীয়া ৰজা আৰু কছাৰী ৰজাৰ ভিতৰত এখন মহৎ যুদ্ধ হয়। এই যুদ্ধত তিষ্ঠিব নোৱাৰি, জয়ন্তাৰ ৰজাই আহোম ৰজা বুদ্ধি স্বৰ্গনাৰায়ণেৰে সৈতে মিত্ৰতা স্থাপন কৰি সাহায্য মাগে আৰু তেওঁ আহোম ৰজালৈ তেওঁৰ একমাত্ৰ কন্যা পদ্মাৱতীক দিবলৈ স্বীকাৰ পায়।

আহোম ৰজাই জয়ন্তাৰ ৰজাক ভালে মান সৈন্য সেনা দি সাহায্য কৰে। কছাৰী ৰজাৰে সৈতে জয়ন্তাৰ ৰজাৰ আকৌ এবাৰ যুদ্ধ হৈ উঠে। দুয়ো দলৰ বহুত ক্ষতি আৰু বহুত সৈন্য সেনা মৰিল। অৱশেষত জয়ন্তাৰ ফালেই ভাগ্যলক্ষ্মী সুপ্ৰসন্না হ'ল। কছাৰী ৰজাই জয়ন্তীয়া ৰাজ্য এৰি সসৈন্যে পলাই যায়।

যুদ্ধ শেষ হোৱা শুনি, বুদ্ধি নাৰায়ণ ৰজাই জয়ন্তাৰ ৰজাৰ জীয়েকক আনিবলৈ মানুহ পঠালে কিন্তু, জয়ন্তাৰ ৰজাই ছোৱালী নপঠায় আহোম ৰজালৈ এই মৰ্মে এখনি চিঠি দিলে, যে কছাৰী ৰজাৰ নগৰৰ মাজেদি, দোলাৰে সৈতে যদি ছোৱালী নিয়াব পাৰে, তেহে ময়ো ছোৱালী দিম, নহলে ছোৱালী দিয়া নহব। বুদ্ধি স্বৰ্গনাৰায়ণ ৰজাই চিঠিখনি পঢ়ি চাই জয়ন্তীয়া ৰজাৰ জীয়েকক আনিবলৈ দুজন কটকী পঠাই, কছাৰী ৰজালৈ নগৰৰ বাট খুজি পঠালে, কিন্তু জয়ন্তাৰ লগত শত্ৰুতা থকা হেতুকে, কছাৰী ৰজাই বাট দিবলৈ অসম্মত হল।

এই কথাত আমাৰ বুদ্ধি স্বৰ্গনাৰায়ণ ৰজাৰ বৰ খঙ্গ হ'ল, কছাৰী ৰজাক মাৰিবলৈ, ডাঙ্গৰীয়া সকলেৰে আলচ কৰি ধনশিৰি নইৰ বাটেদি চাও প্ৰেত বুঢ়াগোহাঁই, চাৰিঙ্গ ৰজা, তিপাম ৰজা, মৰঙ্গি খোৱা বৰচেটিয়া আৰু সাদৰী গোহাঁইকে আদি কৰি ভালেমান মানুহ পঠাই দিলে। এওঁলোকে ভালেমান সৈন্য সেনাই সৈতে গই শিব দুৱাৰত কোঠ মাৰি থাকিলগৈ। কপিলী নইৰ বাটেদি খাম চিং বৰগোহাঁই, সুন্দৰ গোহাঁই আৰু অভয় ৰাম সলাল গোহাঁই এওঁলোক তিনি জনা ভালেখিনি সৈন্য লৈ গ'ল। অৱশেষত দুয়োদল মানুহ একেলগ হৈ, কছাৰীৰ ধৰ্মপুৰ লাহোৰ নামৰ চকী আৰু সাত গাওঁ এই গাওঁ কেইখন ধ্বংস কৰি সাতগাৱঁতে কোঠ মাৰি থাকিল। ইয়াৰ কেইদিনমানৰ পাছতেই অভয়ৰাম সলাল গোহাঁই এদিন কিছুমান মানুহ লগত লই অলপ দূৰৰ হাবি এখনত চিকাৰ কৰিবলৈ গৈছিল। তাৰ পাছত যি যি ঘটনা ঘটিছে, সেইবিলাক পাঠকসকলৰ জনা আছে গতিকে এইখিনিত আৰু পুনৰুক্তি কৰা নহ'ল।

এইখিনিতে পাঠকসকলক আৰু এটি কথা কই থোৱা উচিত বুলি বিবেচনা কৰা হল। আমাৰ অভয় ৰাম গোহাঁইৰ দেউতাক লেচাইদাঙ্গ সলাল গোহাঁই যোক- আহোম কোঁচৰ

যুদ্ধত ভীমবলে অন্যায় কৰি হত্যা কৰিলে) আহোমৰ ভিতৰত এজন বিশেষ বুদ্ধিমান আৰু বীৰ পুৰুষ আছিলে। তেওঁ বৰ গোহাঁই পৰীয়া মাদুৰিয়াল ফৈদৰ এজন গুটীয়া গোহাঁই আছিলে। তেওঁৰ বুদ্ধি আৰু বীৰত্বৰ পৰিচয় পায় আমাৰ খোৱা ৰজা বা চুখাম্‌ফা- স্বৰ্গদেৱে তেওঁকেই প্ৰথম সলাল গোহাঁই পাতিলে, তেওঁৰ দিনৰ পৰাহে সলাল গোহাঁইৰ বিষয় চলি আছে। সলাল গোহাঁই তিনিজনা দাঁতিয়লীয়া গোহাঁইৰ এজনা, শদিয়াত শদিয়া-খোৱা গোহাঁই আৰু মৰঙ্গিত মৰঙ্গিখোৱা গোহাঁই যেনে, কলিয়াবৰত সলাল গোহাঁয়ো তেনেকুৱাই এজন প্ৰধান বিষয়া। তেওঁ জীয়াই থকা কেদিনৰ ভিতৰত অনেক সজ কাম কৰি গৈছে, কিন্তু সেইবিলাক বাখ্যা কৰা এই পুথিখনিৰ উদ্দেশ্য নহয়।

আহোম কোচৰ যুদ্ধত তেওঁৰ অকাল মৃত্যুত আহোমৰ বহুত হানি হল। যদিও বৰ্ত্তমান ছাপা হোৱা বুৰঞ্জীত তেওঁৰ নাম বৰকৈ দেখিবলৈ পোৱা নাযায় তথাপি আগৰকলীয়া সাঁচিপতীয়া হাতে লেখা বুৰঞ্জীত তেওঁৰ যথেষ্ট গুণ গৌৰৱ আছে। আহোম বংশৰ যতদিন অস্তিত্ব থাকিব লেচাই দাঙ্গ সলাল গোহাঁইৰ নামো তত দিন দেশীয় মানুহৰ মনত জিলিকি থাকিব।

অভয় গোঁহাইৰ বয়স দেউতাক যুদ্ধত মৰাৰ সময়ত, ১৫/১৬ বছৰমান হৈছিল। তেওঁৰ দেউতাকলৈ বৰ মৰম আছিল। তেওঁ দেউতাকৰ অকাল মৃত্যুত (বিশেষতঃ– অন্যায় যুদ্ধত হত হোৱা শুনি) বৰ শোক পালে। তাতে মৰিবৰ সময়ত আইতাকেও কই গৈছে, "বোপাই! দেউতাৰক অন্যায় কৰি কছাৰীৰ ভীমবল কোঁৱৰে মাৰিলে, তই পিতৃহন্তাক প্ৰতিফল দিবলৈ কেতিয়াও নাপাহৰিবি।" অভয় গোহাঁয়েও আইতাকৰ মৃত্যু শয্যাত ধৰি শপত খাইছিল যে যেতিয়ালৈকে তেওঁ পিতৃহন্তাক প্ৰতিফল দিব নোৱাৰে, তেতিয়ালৈকে তেওঁ বিবাহাদি কাৰ্য কৰি সাংসাৰিক সুখত মনোনিবেশ নকৰে।

অভয় গোহাঁই এতিয়াও অবিবাহিত। তেওঁৰ বয়স ২৫।২৬ বছৰমান হৈছে। আইতাক মৰাৰ ৫ কি ৬ বছৰৰ পাছতে দদাইদেৱেকে তেওঁৰ বিয়া থিক কৰিছিলে, কিন্তু তেওঁ বিয়া কৰিবলৈ অস্বীকাৰ কৰিলে। "তেওঁ ক'লে যেতিয়া ভীমবলৰ তেজেৰে দেউতাৰ আত্মাৰ তৰ্পণ কৰিব পাৰিম- তেতিয়াহে বিয়া কৰাই মই সংসাৰ কৰিম। নচেৎ নিজেই ভীমবলৰ হাতত প্ৰাণ এৰি অনন্ত ধামলৈ গই দেউতাৰ সতে দেখাদেখি হমগৈ।"

ষষ্ঠ আধ্যা

# মহামায়াৰ মন্দিৰত

**Turn, Angolia ever dear,**
**My charmer, turn to see,**
**Thine own, thy long lost Edwin here,**
**Restored to love and thee,**
**Thus let me hold thee to my heart,**
**And every care resign;**
**And shall we never, never part,**
**My life, my all that's mine ?**
**No never from this our to part,**
**We will live and love so true;**
**The sigh that rends thy constant heart,**
**Shall break thy Edwin's too."**

**GoldSmith**

মালিতা ডকাইতৰ হাতৰ পৰা এৰাই আহিবৰ আজি ছুদিন হ'ল। এই ছুদিনে মালিতাই অভয়ৰাম সলাল গোহাঁয়ে সৈতে ককাইদেউইঁতৰ সম্ভাৱ কৰাবলৈ কত যত্ন কৰিলে, তাৰ সীমা নাই, কিন্তু সকলোটিয়েই বৃথা হ'ল। ভীমবল কোঁৱৰে সম্ভাৱ কৰিবলৈ কোনো ৰকমেই সম্মত নহল। ভীমবলে কয় যে জয়ন্তীয়া ৰজাৰ জীয়েকক দোলাৰে সৈতে নগৰৰ মাজেদি নিবলৈ বাট দিলে কছাৰী ৰজাৰ বংশত মহৎ কলঙ্ক থাকিব, অথচ বাট নিদিলে সম্ভাৱ হোৱাৰো নিতান্ত অসম্ভৱ।

আজি আহোম সেনাৰে কছাৰী সেনাৰ ভয়ানক যুদ্ধ হৈছে। আহোম সেনাৰ সেনাপতি স্বৰূপে অভয় গোহাঁই, কছাৰী সেনাৰ ফালে ভীমবল। মালিতাৰ আজি মুখত পানী নাই, মালিতাই আজি কত কি ভাবিছে তাক ঈশ্বৰেহে জানে। এই সময়ত মালিতাৰ মনত যে কি ৰকমৰ ভাব উপস্থিত হৈছে, সেইটো বুদ্ধিমান পাঠকে বোধকৰো এনেই বুজিব পাৰিছে, বিশেষকৈ কোৱাৰ আৰু আৱশ্যক নকৰে। অভয় গোহাঁই হৈছে মালিতাৰ স্বামী, মালিতাৰ জীৱন-সৰ্বস্ব, আৰু ভীমবল হৈছে মালিতাৰ আপোন ককাইদেৱেক, কছাৰী ৰজাৰ বংশৰ উজ্জ্বল ৰত্ন, আৰু ৰাজ্যৰ আশা ভাৰষাৰ স্থল। অভয় গোহাঁইৰ অনিষ্ট হলেও মালিতাৰ প্ৰাণে

নসয়, ভীমবলৰ বেয়া হলেও মালিতাই সহিব নোৱাৰে, কবলৈ গ'লে মালিতা মহা সঙ্কটত পৰিল ।

মালিতাই জানিলে, ককাইদেৱেকে সৈতে অভয়ৰাম সলাল গোহাঁইৰ আৰু সম্ভাৱ নহয় আৰু যি পৰিমিত ভীমবলক বধ নকৰে সেই পৰিমিত সলাল গোহাঁয়ে তেওঁক বিয়া নকৰায়, সলাল গোহাঁয়ে তেওঁৰ ককাইদেৱকক বধ কৰিব, এইটোও তেওঁৰ প্ৰাণে নসয় । মালিতাই জানে ভাতৃহেন বন্ধু জীৱনত এবাৰে হেৰুৱালে আৰু ঘূৰি নাপায় । আৰু যদিহে যুদ্ধত সলাল গোহাঁই মৰা পৰে, তেনেহলে যে মালিতাৰ জীৱনৰ আশা ভৰষাই সমূলে নিৰ্মূল হ'ল । মুঠতে কবলৈ গলে এই বিলাকক ভাবি চিন্তি মালিতা আজি বলিয়ানী হ'ল । অৱশেষত হৃদয়ৰ কোব সহ্য কৰিব নোৱাৰি মালিতাই আত্মহত্যা কৰিবলৈ স্থিৰ কৰিলে ।

মালিতা এতিয়া উন্মাদিনী ! বেলি তিনিপৰীয়া মান হৈছে । এনেতে অকলে অকলে নিজৰ মনতে কত কি ভাবি চিন্তি মালিতা যুদ্ধৰ ঠাইলৈ গ'ল । দেখিলে যুদ্ধৰ ঠাইত কোনোৱেই নাই, সলাল গোহাঁইৰ ফৌজো নাই । মালিতা হতাশ হ'ল । মালিতাৰ ইচ্ছা আছিলে, এইবাৰ তেওঁ সলাল গোহাঁইক তেওঁৰ জীৱনৰ সৰ্বস্ব অভয়ক দেখাদেখি লব, কিন্তু সেয়ে হৈ নুঠিল । যুদ্ধক্ষেত্ৰত আজি অভয় গোহাঁই নাই, মালিতা আজি আশাত নিৰাশা হ'ল । মালিতাই কান্দিবলৈ ধৰিলে । কিবা কিবি ভাবি চিন্তি মালিতা অৱশেষত যুদ্ধৰ ঠাইৰ পৰা দক্ষিণ ফালে মুখ কৈ যাবলৈ ধৰিলে । গই গই এটি মন্দিৰ পাই তাৰ ভিতৰত সোমালগৈ । এইটি "মহামায়াৰ মন্দিৰ," ইয়াত পাষাণময়ী মহামায়া মূৰ্তিয়ে বিৰাজ কৰিছে । মালিতাই দেবীমূৰ্ত্তিৰ আগত দীঘল হই পৰি কান্দি কান্দি কবলৈ ধৰিলে, "হে মহামায়া মাতৃ ! দাসীয়ে আন উপায় নেদেখি আপোনাৰ শ্ৰীচৰণত আশ্ৰয় ললেহি । হয় দাসীক ৰক্ষা কৰোক, নহলে বলি ৰূপে গ্ৰহণ কৰি এই হতভাগীক মহা সঙ্কটৰ পৰা পৰিত্ৰাণ কৰোক । মাতৃ ! এই দুখুনী হতভাগিনীৰ দুখৰ কথানো আৰু কি জনাম ? আপোনাৰ ওচৰত সকলোটি বিদিত আছে । কত চেষ্টা কৰিলো, কান্দি কান্দি তুতি মিনতি কৰি কত বুজালো, তথাপি সৰু ককাইদেৱে সলাল গোহাঁয়ে সৈতে সম্ভাব কৰিবলৈ সন্মত নহল । মাতৃ ! আপুনি জানেই ককাইদেউ মৰিলেও মোৰ প্ৰাণে নসয়, সলাল গোহাঁই মৰিলেও মই প্ৰাণ ধৰিব নোৱাৰোঁ । ককাইদেউ যদি মৰে মই ভাতৃহীনা হম, আৰু যদিহে সলাল গোহাঁই মৰে তেনেহলে বিধৱা হম । বিধৱাৰ জীৱনত কাম নাই, মুঠতে কবলৈ গলে এজনৰ বিয়োগ্ হলেই মোৰ প্ৰাণ নাথাকে । কিন্তু যুদ্ধত এজন মৰিবই, কাজেই মাতৃ ! মোৰ জীৱনত আৰু সকাম নাই, মোক বলি স্বৰূপে গ্ৰহণ কৰি এই মহা সঙ্কটৰ পৰা উদ্ধাৰ কৰোক ।

হে মাতৃ ! আপোনাৰ শ্ৰীচৰণত কিন্তু দাসীৰ এটি ভিক্ষা আছে । মাতৃ ! আশীৰ্বাদ কৰিব যেন আপোনাৰ শ্ৰীচৰণৰ প্ৰসাদত পৰলোকতো গই অভয়ৰাম সলাল গোহাঁইকে স্বামী পাই সুখী হবলৈ পাৰোঁ । হে সৰ্ব মঙ্গলা মহামায়া ! মই কছাৰী ৰজা শত্ৰুদমন আৰু ভীমবল কোঁৱৰৰ ভনীয়েক আহোম ৰজাৰ সেনাপতি অভয় ৰাম সলাল গোহাঁইৰ তিৰোতা ; মই প্ৰাণ

দিবলৈ ভয় নকৰোঁ; মোৰ প্ৰাণত বৰ মমতা নাই। এই বুলি কাপোৰৰ তলৰ পৰা ডাৱ কটাৰী এখন উলিয়াই লই মালিতাই কান্দিবলৈ ধৰিলে। মালিতাৰ কান্দোনত পাষাণময়ী দেবী মূৰ্ত্তিয়েও যেন টোপাটোপে চকুলো টুকিবলৈ ধৰিলে।

তাৰ পাছত পৰাণৰ প্ৰাণ অভয় গোহাঁইক লক্ষ্য কৰি মালিতাই কান্দি কান্দি কবলৈ ধৰিলে "নাথ! প্ৰাণেশ্বৰ! মালিতাৰ জীৱন সৰ্ব্বস্ব! আপুনি এই সময়ত কত থাকিলে? আপোনাৰ অভাগিনী মালিতাই আজি আত্মহত্যা কৰি সংসাৰৰ পৰা চিৰ বিদায় লব খুজিছে! এই সময়ত আপুনি এবাৰ চাই যাওকহি। আপোনাক এবাৰ দেখাই যে এই জীৱনৰ পৰিণাম হব, সেইটো মোৰ স্বপ্নতো ভবা নাছিলে নাথ! পৰাণৰ প্ৰাণ! মই হতভাগীয়ে ভাবিছিলো, আপোনাৰ শ্ৰীচৰণতে মন প্ৰাণ অৰ্পণ কৰি জীৱনত সুখী হম। কিন্তু মোৰ ভাগ্যৰ ফেৰত সেয়ে হই নুঠিলগে! প্ৰাণনাথ! তিৰোতাৰ মানত স্বামী যে কি ধন, তাত যে কি মাধুৰ্য আছে, তাৰ একোকেই বুজিবলৈ নাপালো, নাথ! মোৰ মনত ভালেমান আশা, মনৰ হেঁপাহ মনতেই ৰ'ল। তাৰ এটিও পূৰ নহল। যদি কেতিয়াবা পৰলোকত গই আপোনাক দেখা পাওঁ তেতিয়াই সেই হেপাহ পূৰাই লম। প্ৰাণনাথ! এই হতভাগিনীৰ যৌবন ধনত আপোনাৰ সম্পূৰ্ণ অধিকাৰ আছিলে, কিন্তু সেই ধন আজলী মালিতাৰ হাতত থবলৈ দিয়াত বেছি দিন নাথাকিল। আপুনি মোক ক্ষমা কৰিব। প্ৰাণনাথ! মালিতাৰ হৃদয়ৰ ধন! পৰলোকত অভাগিনীক শ্ৰীচৰণত অলপ ঠাই দিব।" এই বুলি মালিতাই নিজৰ ডিঙ্গিত ৰেপ দিবলৈ ডাব কটাৰীখন তুলি ললে!! এনেতে হঠাৎ কৰে মৰঙ্গীখোৱা বৰ চেঙ্গিয়াই সৈতে অভয় গোহাঁই উপস্থিত হৈ ভিতৰ সোমাই গ'ই, তেওঁ মালিতাৰ হাত দুখনত ধৰিলে, আৰু ডাব কটাৰীখন মালিতাৰ হাতৰ পৰা কাঢ়ি লই, দলি মাৰি পেলাই দিলে। মালিতাই ঘূৰি চাই দেখিলে, অভয় গোহাঁই, যাক মালিতাই নিজৰ প্ৰাণতকৈও অধিক প্ৰিয় বুলি ভাৱ কৰে, সেই অভয় গোহাঁই তাত আহি হঠাৎ উপস্থিত। অভয় গোহাঁয়ে কলে "মালিতা! মালিতা!! তোমাৰ চিৰ দাস হতভাগ্য অভয় উপস্থিত, তুমি মৰণ সঙ্কল্প এৰি দিয়াঁ।" মালিতাই চকু মেলিলে, চকু দুটাৰ পৰা টপ্ টপ্ কৰে চকুলো ওলাবলৈ ধৰিলে। বহুত পৰ ৰই থাকি, অভয় গোহাঁইৰ মুখলৈ চাই, মালিতাই কলে, "প্ৰাণনাথ! আপুনি ক'ৰ পৰা আহি এই হতভাগিনীক ৰক্ষা কৰিলেহি? আপোনাক যে আৰু দেখা পাম, মোৰ এনে আশা নাছিল।"

চেলেং কাপোৰৰ আগেৰে মালিতাৰ চকুলো মচি দি অভয় গোহাঁয়ে কলে, "মালিতা! তোমাৰ জনাই আছে, আজি তোমালোকৰে আমাৰে ৰাতি পুৱাঁৰে পৰা ভয়ানক যুদ্ধ হৈছিল। যুদ্ধত তোমালোকৰ বিলাক হাৰি পলাই যায়, আমালোকে পাছে পাছে খেদি নগৈ, উলটি আহিলোহঁক। থিক দুপৰতে যুদ্ধ শেষ হৈছে। তাৰ পিছত আমাৰ সৈন্য সেনাবিলাক কোঠলৈ পঠাই দি, মই আৰু সখি দুয়োজনে মেৰঙ্গীখোৱা বৰচেটীয়া অভয় গোহাঁইৰ সখিয়েক হয়) যুদ্ধক্ষেত্ৰৰ ওচৰৰ ডাঙ্গৰ গছজোপাৰ আৰঁত লুকাই থাকি, গোপনে তোমালোকৰ সেনাবিলাকৰ গতি বিধি চাই আছিলোঁ। কিছুমান পৰ থাকি, তোমাক যুদ্ধক্ষেত্ৰৰ পৰা অকলে অকলে অহা

দেখিলোঁ। তাৰ পাছত তুমি দক্ষিণফালে মুখকৈ এই মন্দিৰৰ ফালৈ আহিলা। তোমাৰ পাছে পাছে আহি আমিও এইখিনি পালোহি। তুমি মন্দিৰৰ ভিতৰলৈ সোমালা, আমি দুৱো বাহিৰতেই থাকিলো। ক্ৰমে তোমাৰ হৃদয় বিদাৰক খেদোক্তি আৰম্ভ হ'ল; আমি বাহিৰৰপৰা শুনি আছিলো। পাছত যেতিয়া তুমি মোৰ, এই দুৰ্ভগীয়া অভয়ৰ নাম ধৰি নিজে আত্মঘাতী হবলৈ ডাব কটাৰী খন তুলি ল'লা, তেতিয়া মই আহি তোমাৰ হাত দুখনিত ধৰিলোহি। প্ৰিয়ে! অভয়ৰ প্ৰাণৰ প্ৰাণ! এনে কাম কিয় কৰিব খুজিছিলা? এয়া তোমাৰ হতভগীয়া অভয়।" এই বুলি অভয় গোহাঁয়ে মালিতাক কোলালৈ তুলি ললে, মালিতাই কান্দিবলৈ ধৰিলে!!

অভয়– "মালিতা! প্ৰাণৰ মালিতা!! তুমি কান্দিছা কেলৈ? মই কি কৰিলে তুমি সুখী হোৱা? কোৱাঁ,– মই প্ৰাণ পণে তাৰ নিমিত্তে চেষ্টা কৰিম।"

মালিতা– "নাথ! আপোনাৰ যদি হতভাগিনীলৈ দয়া হৈছে, তেনেহলে ককাইদেউহঁতে সৈতে সদ্ভাৱ কৰি, এই হতভাগিনীক আপোনাৰ শ্ৰীচৰণৰ দাসী ৰূপে গ্ৰহণ কৰোক। সেয়ে হলেই মই সুখী হওঁ।"

অভয়– "বাৰু মালিতা! তুমি চিন্তা নকৰিবা। মই তোমাৰ অনুৰোধ ৰক্ষা কৰিবলৈ চেষ্টা কৰিম। কাইলৈ তোমাৰ সৰুজনা ককাইদেউৰা ভীমবল কোঁৱৰক আমাৰ কোঠলৈ পঠাই দিবা।"

মালিতা– "প্ৰাণনাথ! সেয়েইহে হৈছে লেঠা। সৰু কাকাইদেউ যে আপোনালোকৰ কোঠলৈ যাব, মোৰ এনে ভাবে নধৰে। সদ্ভাব কৰি সন্ধি কৰাটো তেওঁ লাজৰ বিষয় যেন ভাবে।"

অভয়– "মালিতা! তোমাৰ ককাইদেৱৰা আজি যুদ্ধত হাৰি পলাই গৈছে। এতিয়া মোৰ বিশ্বাস তেওঁ নিশ্চয় সন্ধি কৰিবলৈ সম্মত হব। মই আমাৰ ৰজা বুদ্ধি স্বৰ্গ নাৰায়ণ স্বৰ্গদেৱত সন্ধিৰ প্ৰস্তাৱ জনোৱাইছিলো। সন্ধি কৰিবলৈ স্বৰ্গদেৱে অনুমতি দিছে। কিন্তু তাতে অলপ কথা আছে,সেই কথা তোমাৰ ককাইদেউৰাকহে ক'ম। তুমি কাইলৈ তেওঁক আমাৰ কোঠলৈ পঠাই দিবা। কোনো ভয় নাই। আহোম ঘাটক নহয়। মালিতা, তুমি নিশ্চয় জানিবা, আহোম বংশ উদাৰ চৰিত্ৰৰ জ্বলন্ত দৃষ্টান্ত।"

মালিতা– "মই যিমান পাৰো যত্ন কৰি চাম। পাৰিতপক্ষে কাইলৈ ককাইদেউক আপোনাৰ ওচৰলৈ পঠাম। কিন্তু নাথ! প্ৰাণনাথ! মালিতাৰ জীৱন সৰ্বস্ব! এই হতভাগিনীৰ মনৰ কামনা যেন নিস্ফল নহয়।" এই বুলি মালিতা নিতাল মাৰিলে, আৰু তললৈ মূৰ কৰি আকাশ পাতাল ভাবিবলৈ ধৰিলে।

* * * * * *

অভয় গোহাঁয়ে নিজৰ আঙুলিৰ পৰা হীৰা পতোৱা আঙুঠি এটা সোলোকাই, মালিতাৰ আঙুলিত পিন্ধাই দিলে, গালত চুমা এটি খালে, আৰু হাত দুখনিত ধৰি কলে,--"মালিতা!

মালিতা এতিয়া মোক বিদায় দিয়াঁ, মই যাওঁগে। ইয়াত বেছি সময় থকা ভাল নহয়। তুমিও ঘৰলৈ যোৱাঁগৈ, মানুহে দেখিলে বেয়া বুলিব।" মালিতাই কান্দিবলৈ ধৰিলে, কান্দি কান্দি নিজৰ ডিঙিৰ পৰা সাতসৰী ধাৰ সোলোকাই লই, অভয় গোহাঁইৰ ডিঙিত পিন্ধাই দি ক'লে, "নাথ, মালিতাৰ প্ৰাণৰ প্ৰাণ, মৌলৈ,– এই দুখুনী হতভাগিনী মালিতালৈ নাপাহৰিব।"

মালিতাৰ কান্দোন দেখি অভয় গোহাঁয়েও কান্দিবলৈ ধৰিলে তাৰ পাচত দুয়ো দুফালে গুচি গ'ল।

## সপ্তম আধ্যা

# মন্ত্ৰণা

**"I fear , it is ; and yet, methinks, it should not**
**For he hath still been tried a holy man."**

— *SHAKESPEARE*

বৰচেটিয়া– "সখি, তোমাৰ মনটো দেখোঁ একৰকম যেন দেখিছোঁ ? তুমিনো মনত কি ভাবিছা ?"

অভয়– "এৰা সখি, কথাতো হওঁতে মিছা নহয়। সেইদিনা চিকাৰলৈ যাবৰে পৰা মনটোত কিবা হল। সেই যাহ'ক কালি মহামায়াৰ মন্দিৰত মালিতাক লগ পাবৰে পৰা মোৰ মন একেবাৰেই বেলেগ হ'ল। সখি ! কৰোঁ কি ? মালিতাৰ কথাবিলাক যে মোৰ মনৰ পৰা নুগুচায় হ'ল।"

বৰচেটিয়া– "সখি ! মই তোমাক কালি বাটে বাটে আহি থাকোতে কি বুজাইছিলো ? তোমাক নকৈছিলো, বোলো তুমি বৰ বিপাকত পৰিলা। ভীমবল তোমাৰ শত্ৰু, তেওঁৰ লগত আজি কেইবাদিনো যুদ্ধ কৰিছা, কালি তেওঁ যুদ্ধত হাৰি পলাই গৈছে। তেওঁৰ ভনীয়েকক যে তুমি বিয়া কৰাবলৈ পাবা, তেনে আঁশা কৰাই অন্যায়।"

অভয়– "কিন্তু, সখি ! এটা কথা। মালিতা মোৰ ফলীয়া। তেওঁ ককায়েকক সন্ধি কৰিবলৈ বুলি আজি গধূলিকৈ আমাৰ কোঠলৈ পঠাব খুজিছে। যদিহে ভীমবল আহে আৰু সন্ধি হয়, তেনেহলে বোধকৰো, মালিতাক পাবলৈ একো টান নহব। আমাৰ ৰজা ঘৰৰ পৰাও অনুমতি হৈছে, সন্ধি হোৱাইহে ভাল, বিশেষত; মালিতাই বৰ ৰং পাব।"

বৰচেটিয়া– "সন্ধি হোৱাটো অৱশ্যে ভাল, কিন্তু এই বিষয়ে ভালকৈ মীমাংসা কৰি চাব লাগে। বৰগোহাঁই ডাঙৰীয়া এজন জনাবুজা বয়সীয়া মানুহ, তেখেতেৰে গোটখাই ভালকৈ পৰামৰ্শ কৰিব লাগে। অ, তেখেত সৌৱা এই ফাললৈকে আহিছে। আহক, ডাঙৰীয়া। আহক এই খিনিতে বহক।" এই বুলি মৰঙ্গী খোৱা বৰচেটীয়াই ডাঙৰ মেৰ ঢৰা এখন পাৰি দিলে, বৰগোহাঁই ডাঙৰীয়া তাতে বহিল।

বৰগোহাঁই– "বৰচেটীয়া। তোমালোকেনো কিহৰ মেল পাতিছাহঁক ?"

বৰচেটিয়া– "ডাঙৰীয়া। আজি হেনো ভীমবল কোঁৱৰ সন্ধি কৰিবৰ মনেৰে আমাৰ কোঠলৈ আহিব খুজিছে। পাছে, ডাঙৰীয়া, আপোনাৰ মনেৰেনো কি ভাল দেখে ? সন্ধি হোৱাটো বোধকৰো আপুনিও ভাল পায় ?

বৰগোহাঁই– "সন্ধি কৰিলে অৱশ্যে বেয়া নহয়। কিন্তু কছাৰী ৰজাৰ বংশৰ কাৰো ওপৰত মোৰ বিশ্বাস নাই। বিশেষকৈ ভীমবল কোঁৱৰৰ আসৈয় পোৱা বৰ টান। কিজানি ভীমবলে সন্ধি কৰিম বুলি আশা দি, আমাক কিবা বুদ্ধি ছলনেৰে ছলে ? তেতিয়ানো কৰিবা কি ?"

অভয়– "ডাঙৰীয়া। সেইটো নিমিত্তে কোনো আশঙ্কা নকৰিব। আজি ভীমবলে যুদ্ধত বৰ ভয় পায় গৈছে। মোৰ বিশ্বাস ভীমবলে আমাক কেতিয়াও ছলিব নোৱাৰে, সেইটোৰ নিমিত্তে মই গাত লব পাৰোঁ।"

বৰগোহাঁই– "তেনেহলে সন্ধি কৰিবলৈকে ঠিক ঠাক কৰাহঁক। তাত মোৰ কোনো আপত্তি নাই।"

খামচিং বৰগোহাঁই অভয় সলাল গোহাঁই আৰু মৰঙ্গী খোৱা বৰচেটীয়া এওঁলোক তিনিজনে এই ৰকমে কথা-বাৰ্ত্তা হৈ আছে,–এনেতে ভীমবলৰ এটা কটকী আহি তেওঁলোকৰ ওচৰত আঁঠু ললেহি। বৰগোহাঁয়ে সুধিলে– "তইনো ক'ৰ মানুহ ? ক'লৈ যাৱ ?"

কটকী– "দেউতা ঈশ্বৰ! মই কছাৰী ৰজাৰ কটকী, মোক সম্প্ৰতি ভীমবল কোঁৱৰে দেউতাসকলৰ ওচৰলৈ পঠাই দিছে।"

বৰগোহাঁই– "সকাম বা কি ?"

কটকী– দেউতাসকল! আমাৰ কোঁৱৰ সন্ধি কৰিবলৈ বুলি আহি আপোনাসকলৰ কোঠৰ দুৱাৰতে বৈ আছেহি।–দেউতাসকলৰ অনুমতি হলে, তেখেত ইয়ালৈ আহিব পাৰে।"

বৰগোহাঁই– "বাৰু, তইঁতৰ কোঁৱৰক পঠাই দেগৈ। তেওঁ যি স্থলত মিত্ৰ ভাৱ কৰি আমাৰ ওচৰলৈ ইমান দূৰ আহিছে, আমিও তেওঁক মিত্ৰজ্ঞ ভাৱ কৰিলোঁ। তেওঁৰ একো ভয় নাই, তেওঁ নিৰ্ভয় মনেৰে ইয়ালৈ আহিব পাৰে।"

বৰগোহাঁই ডাঙৰীয়াৰ কথা মতে, কটকীয়ে লগুৱা লিকচৌৱে সৈতে, ভীমবল কোঁৱৰক কোঠৰ ভিতৰলৈ লৈ আহিলগৈ। অভয় গোহাঁয়ে সমাদৰ কৰি কোঁৱৰক বহোৱালে। ভীমবলে অভয় গোহাঁইৰ ফালে চাই ক'লে,– "গোহাঁইদেউ আপোনাৰে সৈতে মোৰ বিশেষ ধাৰণা

নাথাকিলেও, মালিতাৰ মুখে মই আপোনাৰ সকলো কথা শুনিবলৈ পাইছোঁ। মালিতা মোৰ আপোন ভনী। আপুনি এজন জ্ঞানী আৰু উদাৰ প্ৰকৃতিৰ লোক, আপোনাক বিশেষ কি বুজাব লাগিছে। সাপৰহে সদায় ক্ৰোধ থাকে, মানুহৰ হলে, আজি বেয়া কাইলৈ ভাল। আপোনাৰ মৌলৈ যি ক্ৰোধ আছিল, আজিৰে পৰা সেইবিলাক এৰি দিয়ক। সম্প্ৰতি মই যত দূৰ বুজিব পাৰিছোঁ, মালিতাৰ আপুনি স্বামী। সাংসাৰিক সম্বন্ধ মতে, আপুনি মোৰ বৈনাই। জেঠৈৰি-বৈনাই যুদ্ধ কৰাটো দেখিবলৈ নিতান্ত অশোভ। সেইকাৰণে আজি মই আপোনাসকলে সৈতে সন্ধি কৰিবলৈ আহিছোঁ, আশা কৰোঁ সৰল অন্তঃকৰণেৰে, মোৰে সৈতে সন্ধি কৰি মালিতাক দেখাদেখিকৈ আপোনাসকলৰ দস্তুৰ মতে বিয়া কৰাই মোক আৰু শত্ৰুদমন ককাইদেওক সুখী কৰিব। আৰু, বৰগোহাঁই ডাঙ্গৰীয়াকো জনাইছো, আপোনাসকলে যেনে ভাল দেখে-

বৰগোহাঁই- "কোঁৱৰ। সেয়ে হ'লেই আমিও সন্তোষ পাওঁহঁক।"

অভয়- "কোঁৱৰ। আপুনি যি কৈছে, শুনি আমি সকলোৱে সন্তোষ পাইছোঁহঁক। সন্ধি কৰাই থিৱাং হ'ল। আৰু মই আজিৰে পৰা সকলোবিলাক কথা এৰি দি, আপোনাৰ লগত মিত্ৰতা স্থাপন কৰিলো, কিন্তু এটা কথা। আমাৰ ৰজাৰ মনেৰে,-আপুনি ৰজালৈ আপোনাসকলৰ "পমনা"-হাতীটো দিব লাগে। আশাকৰো আপুনি হাতীটো দি আমাৰ ৰজাক আৰু আমালোক সকলোটিকে সন্তোষ দিব"।

"পমনা" হাতীৰ কথা শুনি ভীমবল অবাক হ'ল। বহুপৰ কিবা কিবি ভাবি চিন্তি, পাচত তেওঁ কলে, "গোহাঁইদেও! "পমনা" নামৰ হাতীটো ককাইদেওৰ বৰ আদৰৰ বস্তু, তাক দিবলৈ ককাইদেও মান্তি হোৱা বৰ টান। যাহক, মই কোনো ৰকমে বুজাই মেলি তেওঁক ঠিক কৰিম। সম্প্ৰতি আজিলৈ মই যাওঁ, আৰু ১৪ দিনৰ পাচত আজিৰ পৰা ১৫ দিনৰ দিনা শ্ৰী পঞ্চমীৰ ৰাতিলৈ, মই হাতীটো আপোনাসকলক দি যামহি"।

এই বুলি ভীমবল কোঁৱৰ, কোঠাৰ চাৰিওফালে এবাৰ পাক মাৰি চাই, ঘৰলৈ গুচি গ'ল। আহোম সেনাবিলাকেও যুদ্ধলৈ কাণসাৰ এৰি দি ৰঙ্গ ধেমালিত লাগিল।

এইখিনিতে কই থোৱা যাওঁক, আমি যি সময়ৰ কথা কৈছো, সেই দিনত কছাৰী ৰজাৰ "পমনা" নামৰ দঁতাল এটা বৰ "নামজাদা" হাতী আছিল। এই হাতীটোৰ সদ্গুণৰ বিষয়ে বুৰঞ্জীত অনেক কথা লিখা আছে, কিন্তু সেই ব্যাখ্যা কৰা এই পুথি খনিৰ উদ্দেশ্য নহয়। মুঠতে কৈ থোৱা যাওক, হাতীৰ যিবিলাক সদ্গুণ আৰু ভাল ভাল লক্ষণ থাকিব লাগে, সেই সকলোবিলাকেই "পমনাৰ" গাত বিৰাজমান আছিলে।

# অষ্টম আখ্যা

## চাকি নুমাল

"—Blow, blow, thou winter wind,
Thou art not so unkind
As man's ingratitude;
Thy tooth is not so keen,
Because thou art seen,
Although thy breath be rude,"

—Shakespeare,

"________________________Arise, arise;
Awake the snorting citizens with the bell
or else the devil will make a grandsire of you.
Arise, I say ___________________________"

— *SHAKESPEARE*

দিনৰ পাচত ৰাতি, ৰাতিৰ পাচত দিন, এইদৰে গই গই, আজি ১৪ দিন হই গল। ১৫ দিনো যায় যায়। আজি শ্ৰী পঞ্চমী সন্ধিয়া লাগিছে। আজি ভীমবল কোঁৱৰে "পমনা" হাতী দি সন্ধি কৰাৰ কথা আছিল, কিন্তু এই পৰিস্থিত ভীমবল কোঁৱৰো নাই, "পমনা" হাতীও নাই। অভয় গোহাঁয়ে বাটলৈ চাই আছে, কিন্তু ভীমবল নাই। লাহে লাহে ৰাতি বহুত হ'লহি, অভয় গোহাঁই শুই থাকিলগৈ, বৰগোহাঁই আৰু বৰ চেটিয়াও শুলেগৈ।

মানুহৰ ভাত ঘুমটি আহিছে। এনেতে সৈন্য সেনা লগত লই ভীমবল কোঁৱৰে আহোমৰ কোঠ আক্ৰমণ কৰিলেহি। অভয় গোহাঁয়ে সাৰ পালে। ভীমবল কোঁৱৰৰ অভিসন্ধি বুজিব পাৰি অভয় গোহাঁয়ে তেওঁলোকৰ সৈন্য সেনা বিলাকক চিয়ঁৰি চিয়ঁৰি কবলৈ ধৰিলে,– "সৈন্যসকল বন্ধুসকল। তোমালোকে উঠা, হাতত তৰোৱাল আদি অস্ত্ৰ তুলি লোৱা; নচেৎ আজি কছাৰী সেনাৰ হাতত নিৰস্ত্ৰভাৱে অকালত প্ৰাণ এৰিব লাগিব। বন্ধুসকল। তোমালোকে আৰু শুই নাথাকিবা, দুৱাৰত মহা শত্ৰুৱে গৰ্জিব লাগিছে, তোমালোক উঠা"। এই বুলি অভয় গোহাঁয়ে লৰালৰিকৈ যুদ্ধৰ সাজ পিন্ধিলে। এনেতে আহোম সেনাবিলাকেও সাৰ পালে, অস্ত্ৰ থোৱা ঘৰলৈ গই তৰোৱাল জাতি হিলৈ তুলি তুলি ললেগৈ।

পাঠক সকলক বোধকৰো নকলেও হ'ব, যে আজি কালিৰ হিলৈ (বা বন্দুক) মাৰিবলৈ যেনেকুৱা সুচল, আগৰ কালৰ আমাৰ আহোম ৰজাৰ দিনীয়া হিলৈ মাৰিবলৈ তেনেকুৱা সুচল নাছিলে। তেতিয়াৰ হিলৈ জুই লগাই মাৰে।

আহোম সেনাবিলাকে হিলৈত জুই লগায়হে লগায়,–কিন্তু হিলৈত জুই নালাগি নুমাই নুমাই যায়। অৱশেষত দেখিলে, হিলৈত পানী দিয়া আছে। তেতিয়া সকলোবিলাকে জানিব পাৰিলে যে এই কাম বিশ্বাস ঘাটক ভীমবলৰহে, ভীমবলেইহে কেতিয়াবা মনে মনে আহি হিলৈত পানী দি গ'লহি! কছাৰী সেনাবিলাকে কেউফালৰ পৰা বেৰি ধৰি আহোম সেনাবিলাকক গুলিয়াবলৈ ধৰিলে! আহোম সেনাই শুদাহাতে কি কৰিব! আহোম সেনা পেপুৱা লাগিল।

তাৰ পাছত আহোম সেনাবিলাক তৰোৱাল যাঠি ইত্যাদি থোৱা ঘৰলৈ গ'ল, দেখিলে তাত একোৱে নাই; ঘৰ শুদা হৈ আছে। এইবাৰ আহোম সেনাৰ মুখ শুকাই গ'ল। শুদা হাতে কিমান যুদ্ধ কৰিব,–বহুত আহোম সেনা নিৰস্ত্ৰভাবে অন্যায় যুদ্ধত নষ্ট পৰিল। বাকিবিলাক পলাই পত্ৰং দিলে। অসংখ্য কছাৰী সেনাৰ মাজত কেৱল এটি আহোমৰ বীৰ পুৰুষ থিয়, সেইটি অভয় গোহাঁই। অভয় গোহাঁইৰ গাত কছাৰী সেনাৰ তৰোৱাল যাঠি বৰষুণ পৰা দি পৰিছে, তেওঁৰ গোটেই শৰীৰ খণ্ড বিখণ্ড হৈছে, তথাপি তেওঁ নিৰাশ নহৈ, অসীম সাহসেৰে যুদ্ধ কৰি বহুত কছাৰী সেনাক ধ্বংস কৰিছে। ধন্য অভয়! ধন্য সলাল গোহাঁই! তুমিয়েই যথাৰ্থ বীৰ।

এনেতে ভীমবলক দেখা পাই, অভয় গোহাঁয়ে কলে,–"ভীমবল! পাপীষ্ঠ! মিত্ৰ কৰিম বুলি আশা দি, এনে কাম কৰিলি? তোৰ অলপো ধৰ্ম জ্ঞান আৰু লাজ নাই"। ভীমবলে কলে,– "মই আহোমৰ লগত মোৰ প্ৰাণ থকাত কেতিয়াও মিত্ৰতা নকৰোঁ। আহোম বৰ পাপী, নিতান্ত নিষ্ঠুৰ, সেই দেখিহে আহোমক 'পোৱালি খোৱা' বোলে। সেই যাহ'ক। তই এতিয়া তোৰ ইষ্ট দেৱতাক স্মৰণ কৰি ল, নহলে আৰু সময় নাপাবি। মুহূৰ্তৰ পাচতেই বৰগোহাঁই আৰু বৰচেটিয়াৰ দৰে ভীমবলৰ হাতত তোৰ জীৱনৰ লীলা শেষ হ'ব।

ভীমবলৰ কথা শুনি অভয় গোহাঁয়ে বেছকৈ বুজিব পাৰিলে যে কছাৰীৰ হাতত নিৰস্ত্ৰভাৱে বৰগোহাঁই ডাঙৰীয়াই আৰু বৰচেটিয়াই অকালত প্ৰাণ হেৰুৱালে। তেওঁ বুজিলে যে তেওঁ এতিয়া শত্ৰুৰ মাজত একেবাৰেই অকলশৰীয়া হই পৰিল। তেওঁ হতাশ হ'ল। ভীমবললৈ চাই অভয় গোহাঁয়ে কলে– "নিলাজ কছাৰী! আহোম বৰ পাপী, কিন্তু আজি যে তই কছাৰীয়ে এনেকুৱা বিশ্বাসঘাটকতা কৰিলি, এইটো বৰ ভাল কামনে? ৰাতি শুই থাকোতে নিৰস্ত্ৰ অৱস্থাত অন্যায় কৰি বৰগোহাঁই ডাঙৰীয়া আৰু মৰঙীখোৱা বৰচেটিয়াক হত্যা কৰিলি, এইটো বীৰৰ যোগ্য কামনে? বিশ্বাস ঘাটক! সন্ধি কৰিম বুলি আশা দি বুদ্ধি ছলনেৰে ছলিলি। হিলৈত মনে মনে পানী দি গলিহি। তৰোৱাল যাঠি ইত্যাদি যুদ্ধৰ আহিলাপাতি বিলাক চুৰ কৰি নিলিহি। নিলাজ কছাৰী! এইবোৰ তোৰ পাপ কাম

নহয়নে ? নিলাজ ! তই মোক আজি হত্যা কৰিবি, কিন্তু তাত তোৰ কিবা গৌৰৱ হবনে ? মই আহোমৰ ল'ৰা, আৰু সেই বুলি মই নিজক গৌৰৱান্বিত বিবেচনা কৰোঁ । মই মৰিবলৈ ভয় নকৰোঁ । মোৰ প্ৰাণত সিমান মমতা নাই । ভীমবল ! কছাৰীৰ কলংক । তই নিশ্চয় জানিবি, যদিও মই এতিয়া নিতান্ত অকলশৰীয়া, যদিও বা মোক মোৰ সৈন্য-সেনাবিলাকে এৰি থই গৈছে তথাপি মই তোৰ দৰে তিৰোতাৰ আঁৰত লুকাই প্ৰাণ ৰাখিবলৈ পলাই নাযাওঁ, মোক মাৰ, মোক কাটি পেলা, তাঁলে মই ভয় নকৰোঁ ।" এই ৰকমে কথা কই থাকোঁতে পাচফালৰ পৰা এটা কছাৰী সেনাই ভীমবল কোঁৱৰৰ টিপনীত তৰোৱালেৰে সৈতে অভয় গোহাঁইৰ পিঠিত ঘাপ মাৰি দিলে । অভয় গোহাঁই ঢাল খাই পৰিল । আহোম বংশৰ উজ্বল ৰত্ন উজ্বল তৰা আজি অন্যায় যুদ্ধত চিৰ কালৰ নিমিত্তে মাৰ গ'ল ।

ভীমবল ! তই বুদ্ধি ছলনেৰে ছলিলি ? তোৰ পাপ অভিষ্ট সিদ্ধি হ'ল ? কিন্তু অন্যায় কৰি অভয়ৰাম সলাল গোহাঁইক বধ কৰাত তোৰ কিবা গৌৰৱ হলনে ? ভীমবল ! তোৰ নৰকতো ঠাই নহ'ব, ইতিহাসলেখকে তোৰ দুৰ্যশ গাব ।

## নৱম আধ্যা
## বিদায়

" ________________________If I keep
My virgin flower uncropt, pure, chast and fair,
No goblin, wood-god fairy elf or fiend
Satyr or other power that haunts the groves
Shall hurt body, ________________________"

**Flecher.**

ঈশ্বৰে মনে খনা পুখুৰীৰ পানী খাব নিদিয়ে । মালিতাই মনে মনে ক'ত কথা সাজিছিল, ক'ত আশা লতা হৃদয়ত কছিলে,–ঈশ্বৰে আজি সকলোবে গুৰি উঘালি পেলালে । মালিতাই ভাবিছিল, ককাইদেৱেকৰ লগত অভয় গোহাঁইক লই তেওঁ মহানন্দে প্ৰেম-সাগৰত সাঁতোৰ মেলিব, সংসাৰৰ গতিবিধি বুজিব, কালৰ কুটিল চক্ৰক তুচ্ছ জ্ঞান কৰি মিচিকিয়া হাঁহি হাঁহিব, গৃহস্থীৰ সুখভোগ কৰিব, কিন্তু হাঁয়! ক'তা ? তাৰ একোৰে একোটি মালিতাৰ ভাগ্যত হই নুঠিল । হাঁয় ! মালিতা নিচেই আজলী ! মালিতাই নাজানে–
কত যত্ন কৰে
কতজনে সংসাৰৰ অমিয়া হাঁহিত

মিলাব, নিজৰ হাঁহি,–সুখ সঙ্গীতত
মিহলি কৰিব, তান মধুৰ মোহিত ।
কালৰ বতাহে কিন্তু সেই হাঁহি, তান,
নিদিয়ে মিলিব কতো ! কৰে থান থান !!
মালিতাই নাজানে– – – –
মনত ভবাটো নৰে নাপায় নাপায় !
মনে খনা পুখুৰীত পানী নাই নাই !!

মালিতা আজলী, সংসাৰৰ কুটিল গতি মালিতাই অলপো বুজ নাপায় । মালিতাৰ আশালতা আজি উঘালি পৰিল ! মালিতাৰ আকাশ কুসুমবিলাক আজি লেৰেলি শুকাই গ'ল । সেই কাৰণেই কওঁ–ঈশ্বৰে মনে খনা পুখুৰীৰ পানী খাব নিদিয়ে ।

ৰাতি প্ৰায় দুপৰ মান হৈছে, অভয় গোহাঁই যে আজি যুদ্ধত (?) পৰিল, এই কথাৰ মালিতাই খবৰ পালে । মালিতা ব্যাকুল হই পৰিল । আউলী বাউলী হই কান্দিবলৈ ধৰিলে ! কান্দি কান্দি এখন চিঠি লিখিবলৈ ললে । মালিতাই লিখিলে–

"আইতা ! আপোনাৰ শ্ৰীচৰণৰ পৰা আজি হতভাগিনী মালিতা চিৰকালৰ নিমিত্তে বিদায় হ'ল । আপুনি আৰু মালিতাক এই সংসাৰত দেখিবলৈ নাপায় । মোৰ ভাগ্যত যে এনেকুৱা ঘটিব এইটো মোৰ স্বপ্নৰো আগোচৰ আছিলে । আইতা ! মই ভাবিছিলো, এদিন নহয় এদিন মই সলাল গোহাঁইৰ সহধৰ্মিনী হই আপোনাৰ শ্ৰীচৰণৰ সেৱা কৰিম, কিন্তু তাৰ একোৱেই নহল । কবলৈ গলে, আৰু যিটো স্বপ্নতো ভবা নাছিলো সেইটো চাপি আহিল !–আইতা মোক ক্ষমা কৰিব ।

আইতা ! পতিহীন জীৱনত প্ৰয়োজন কি ? ককাইদেউক কত কলো,–কত তুতি মিনতি কৰি বুজালো; তেওঁ মোৰ কথা–মোৰ অনুৰোধ নাৰাখিলে । ধৰ্মতে কবলৈ গলে,' সলাল গোহাঁই মোৰ স্বামী, কিন্তু ককাইদেৱে মোক তেওঁলৈ নিদি, আন মানুহৰ লগত বিয়া দিব খুজিছে !! আইতা ! সলাল গোহাঁই আৰু নাই । তেওঁক ককাইদেৱে অন্যায় কৰি হত্যা কৰিলে । কাজেই ককাইদেও–সৰু জনা ককাইদেও, এতিয়া মোৰ প্ৰধান শত্ৰু, তেওঁ মোৰ পতিহন্তা !! এতিয়া মই বিধৱা, বিধৱাৰ বিয়া নাই ! বিধৱাৰ জীৱনত সকাম নাই ।

তিৰোতা জাতিৰ সতীত্বই প্ৰধান ধন । মই সেই ধনৰ অধিকাৰিণী । অন্যৰ হাতত প্ৰাণ সঁপি, মই সেই ধনৰ পৰা বঞ্চিত নহওঁ, কেতিয়াও নহওঁ, জীৱনত থকাত নহওঁ । তিৰোতাৰ স্বামী এজন, এক স্বামীৰ বাজে দুই স্বামী হ'লে, সেই তিৰোতাক দ্বিচাৰিণী বোলে । আইতা ! মই যদি আৰু কিছুদিন জীয়াই থাকোঁ, তেনেহলে ককাইদেৱে মোক নিশ্চয় অন্যৰ লগত বিয়া দিব, মোৰ সতীত্ব ধৰ্ম নষ্ট হ'ব !! এই বিলাক ভাবি চিন্তি, মই আজি আপোনাৰ শ্ৰীচৰণৰ পৰা চিৰ বিদায় লই ঘৰৰ বাজ হ'লো । ঘৰৰ পৰা যি বাহিৰ হলো, হলোৱেই;

মই আৰু উলটি নাহো । মই সতী ! মই প্ৰকৃততে সতী । যি পৰিমিত এই সতীত্ব ধৰ্মৰ পৰা মই বিচলিত নহওঁ, মোক কোনোৱে একো কৰিব নোৱাৰে !! আইতা । মোৰ আজি ভয় নাই !!

আইতা ! মোক আৰু আপোনাসকলে এই সংসাৰত দেখিবলৈ নাপায় । আহোম সেনাবিলাকে যে সাত গাৱঁত কোঠ মাৰি আছিলহি, তাত হয়তো কাইলৈ আপোনালোকে মোৰ মৰা শটো দেখা পাবও পাৰে । আইতা ! যদি পায়, তেনেহলে সলাল গোহাঁয়ে সৈতে একেলগে মোৰ শৰটো দাহ কৰাব । আইতা ! আপোনাৰ হতভাগিনী মালিতাৰ এইটোৱেই শেষ প্ৰাৰ্থনা ।

আইতা । মই আজি উন্মাদিনী । মোৰ মনৰ স্থিৰতা নাই । মনত যিহকে আহিছে তাকে লিখি গৈছো, অভাগিনীৰ অপৰাধ ক্ষমা কৰিব । আইতা ! আশীৰ্বাদ কৰিব, যেন পৰলোকত গই সলাল গোহাঁইকে স্বামী পাওঁগে ।

ইতি
আপোনাৰ শ্ৰীচৰণাশ্ৰিতা
হতভাগিনী মালিতা"

চিঠি লিখা অন্ত হ'ল । মালিতাই চকুলো টুকি টুকি চিঠিখন সামৰিলে, তাৰ পাচত, তেওঁ শোৱা গাৰুটোৰ ওপৰতে থলে । মালিতাই কান্দিবলৈ ধৰিলে । কিন্তু পাঠক । মালিতাৰ লগতে আপুনিও নাকান্দিব । এই কন্দাই কন্দা নহয়, সংসাৰত আৰু কন্দা আছে । পাঠক ! জীৱনৰ ভিতৰত কত যে কান্দিব লাগিব, তাৰ কি অন্ত আছে ? অৱশ্যে সংসাৰ কন্দাৰ ঠাই । ইয়াত চিৰ কালেই কন্দা !! এই বিষময় সংসাৰত কালৰ কুটিল চক্ৰত পৰি, যি এটোপাও চকুলো টোকা নাই, যি জীৱনৰ ভিতৰত এদিনো কন্দা নাই, সংসাৰৰ বিষম ভাৱনাত যাৰ হৃদয়ত দপ্‌দপ্ কৰে জুই জ্বলা নাই, তেৱেঁই ধন্য । তেওঁ মনুষ্যৰূপী দেৱতা, তেওঁক দেৱতা বুলি পূজা কৰা উচিত ।

দশম আধ্যা

## অন্তিমত মিলন

"And will he not come again ?
And will he not come again ?
No, No he is dead,
Go to thy death-bed
He never Will come again |"

—Shakespeare

"—She raised his visor, kissed his face,
Then on her bosoms ducked and died.

M.G.Lewis

ৰাতি প্ৰায় তিনি পৰীয়া মান হ'লহি । জগত নিস্তদ্ধ । কাৰো কতো সাৰ সিকতি নাই । এনে সময়তে মালিতা অকলে অকলে কান্দি কান্দি সাত গাৱঁৰ কোঠৰ ফালে গৈছে ।

পাঠক ! আপোনাসকলৰ বহুতে ভাবিব পাৰে যে তিৰোতা মানুহবিলাক অতি ভয়াতুৰ, তিৰোতা মানুহৰ সাহ নাই । কিন্তু অলপ দকৈ ভাবি চালেই, সেই ধাৰণা যে কিমান যুক্তিসঙ্গত সেইটো সম্পূৰ্ণৰূপে বুজিব পাৰি ।

তিৰোতা মাত্ৰেই যে ভয়াতুৰা, তিৰোতা বুলিলেই যে সাহ নাইকিয়া এনে নহয়, তিৰোতাৰ ভিতৰতো সাহসী আৰু বলৱতী আছে । ভাবি চিন্তি চাই, প্ৰকৃত কথা কবলৈ গলে পুৰুষ বিলাকতকৈ তিৰোতাবিলাক বেছি সাহসী আৰু তেজস্বিনী । অতি প্ৰাচীন যুগৰ পৌৰাণিক কথালৈ যাবই নালাগে অৰ্লীন, অৱৰোধত জোৱান অৱ আৰ্ক, ঝান্সিৰ ৰাণী লক্ষ্মীবাই, আৰু মুছলমানে ষষ্ঠবাৰ আসাম আক্ৰমণ কৰোতে পতি বৈৰী তুৰবক সেনাপতিক নিজ হাতে প্ৰতিশোধ দিবৰ হেঁপাহত ৰণলৈ যোৱা বৰগোহাঁই ডাঙৰীয়াৰ বিধবা ডাঙৰীয়ানীলৈ মনত পেলালেই তিৰোতা বিলাকৰ যে সাহ কিমান, তেওঁলোকে যে কিমান তেজস্বিনী, সেইটো বেচকৈ বুজিব পাৰি । আৰু পাঠক ! চাওকচোন, মালিতাই আজি এই এন্ধাৰ নিশা, নিৰ্ভয় মনেৰে অকলে অকলে কেনেকৈ সাত গাৱঁৰ ফাললৈ গৈছে । মালিতাৰ আজি ভূত প্ৰেতলৈ আৰু বাঘ ভালুকলৈ ভয় নাই । মালিতাই আজি মৰিবলৈ ভয় নকৰে । ভয় কৰিবই বা কিয় ? মালিতাৰতো আজি প্ৰাণলৈ মমতা নাই । মালিতাৰ যে জীৱনৰ উজ্জ্বল তৰা, আজি চিৰ কাললৈ মাৰ গ'ল । মালিতাৰ আশা ভৰসা লোপ পালে । মালিতাৰ

জীৱনত আৰু কি সকাম আছে ?

মালিতা গই গই সাত গাৱঁৰ কোঠ পালেগৈ, দেখিলে সেই ঠাই ডোখৰৰ দৃশ্য অতি ভয়ানক। দা, তৰোৱাল, হিলৈ, মৰা হাতী, ঘোঁৰা আৰু মৰা মানুহৰ শৰবিলাক দ'ম খাই পৰি পৰি আছে। ওচৰত থকা গছ গছনিবিলাকৰ পাত-ছোত নাইকিয়া, যেন ভূতবিলাকেহে থিয় দি দি আছে। ঠায়ে ঠায়ে সৈন্যবিলাকৰ গাৰ অলঙ্কাৰ আৰু হাতৰ তৰোৱালবিলাক মালিতাৰ হাতৰ জোঁৰ কুৰাৰ পোহৰ পৰাত, জিলিকি জিলিকি উঠিছে। শিয়াল কুকুৰবোৰে চিঞৰ-বাখৰ লগাইছে। আৰু ঠায়ে ঠায়ে মৰা শৰবোৰৰ নাৰী ভুৰু আজুৰি আজুৰি উলিয়াই খাইছে। ঠায়ে ঠায়ে মৰা মানুহৰ বিকতা বিকতি মুখ আৰু দাঁত বিলাকে এক ভয়ঙ্কৰ দৃশ্য কৰি তুলিছে।

এই দৃশ্য দেখি মালিতাৰ হওঁতে মনতে অলপ ভয় লাগিছিল। তথাপি সেই মৰা শৰবিলাক লুটিয়াই বগৰাই, তেওঁৰ সলাল গোহাঁইৰ শৰটো বিচাৰিবলৈ ধৰিলে। শেহত এঠাইত মালিতাই দেখিলে যে সলাল গোহাঁই শৰটো অকলে অকলে পৰি আছে। এটা শিয়ালে শৰটোৰ মাংস একুৱাই একুৱাই খাইছে !! মালিতাই শিয়ালটো খেদাই দিলে, আৰু সলাল গোহাঁইৰ শৰটো সাবট মাৰি ধৰি, ইনাই বিনাই কান্দিবলৈ ধৰিলে !! "প্ৰাণনাথ ! মালিতাৰ হৃদয়ৰ ধন ! আজি আপোনাৰ এই বেশ কৈলৈ ? আজি মাটিতে আপোনাৰ মহা নিদ্ৰা কিয় ? প্ৰাণনাথ অভাগিনী মালিতাৰ কি দশা হৈছে, এবাৰ চাওঁক।"

হায় ! সলাল গোহাঁইটো আৰু এই সংসাৰত নাই, যে তেওঁ আজি মালিতাৰ কথাৰ উত্তৰ দিব। মালিতাই আউলী বাউলী হই আকৌ কান্দিবলৈ ধৰিলে, "প্ৰাণনাথ ! দুখুনীৰ ধন ! আপুনিতো আৰু এই সংসাৰত মোৰ ওচৰত আহি, মোক কথা নকয়হি ? আপোনাকতো আৰু মই নাপাওঁ ? নহয় ! প্ৰাণনাথ ! মালিতাৰ জীৱন সৰ্বস্ব, মই আপোনাক নেপাম কিয় ? মই যদি সতী হওঁ, যদি মোৰ ধৰ্মত একান্ত মতি আছে, যদি মই আপোনাৰ বাহিৰে কাকো ভবা নাই, তেনেহলে মই অৱশ্যে আপোনাক পাম, কিন্তু এই জনমত নহয়, এই জনমত মই আৰু আপোনাক নাপাওঁ। মই মৰিলে আপোনাক পৰকালত লগ পামগৈ, পৰকালত মই আপোনাৰে সৈতে সুখে কাল কটাবগৈ পাৰিম !!

প্ৰাণনাথ !—মালিতাৰ প্ৰাণৰ প্ৰাণ ! তেনেহলে মোৰ জীয়াই থকাৰ প্ৰয়োজন কি ? জীয়াই থকাত মইতো আৰু আপোনাক নেপাওঁ। অত এব, মই মৰি যোৱাইহে ভাল। নাথ ! প্ৰাণনাথ ! এই সংসাৰত মই আপোনাক নাপালো। তাত মোৰ কোনো দুখ নাই, সংসাৰ খন্তেকীয়া, এই আছে এই নাই। নাথ। জগতত আপোনাৰে সৈতে মোৰ দেহে দেহে মিলন নহল। সেই বুলি মই সেই বেজাৰত কন্দাহি নাই। মনে মনেতো মিল হ'ল। তেনেহলে তাত দুখ কি ? এই অনিত্য দেহতো সদায় নাথাকে ? পাপ দেহা যে পৃথিৱীতেই থাকি যাব নাথ। পৃথিৱীত আমালোকৰ মিলন নহল। স্বৰ্গততো মিলন হবগৈ ? তেলিতো এই বিষময় সংসাৰৰ নিৰাশ প্ৰণয়ৰ ছাঁয়া মাত্ৰও যাব নোৱাৰে ? এই পৃথিৱী বিৰহ বিচ্ছেদৰ জুই আৰু

পাপ তাপ আদি ইয়াতেইতো থাকি যাব ? তেনেহলে প্ৰাণনাথ। মালিতাৰ হৃদয়ৰ দেৱতা। আমাৰ ভয় কি ? আমিতো স্বৰ্গত মিলিমগৈ ? প্ৰাণনাথ। জগতে আপোনাৰ লগত মোৰ বিয়া দেখিবলৈ নাপালে। তাৰ বাবে নো হানি কি ? আজিয়েই আমাৰ বিয়া হওক।" এই বুলি মালিতাই নিজৰ হাতৰ ডাবকটাৰী খনেৰে সৈতে আপোনাৰ ডিঙ্গিত ৰেপ মাৰি দি, অভয় গোহাঁইৰ শৱটোৰ ওপৰত ঢাল খাই পৰিল।

মালিতা আৰু নাই। কছাৰী ৰজাৰ বংশৰ আদৰ্শ সতী চিৰস্মৰণীয়া মালিতা আৰু এই সংসাৰত নাই। মালিতাই আজি এই সংসাৰৰ পৰা এই দুখময় জগতৰ পৰা চিৰ বিদায় ললে। প্ৰেমিক প্ৰেমিকাৰ অন্তিমত মিলন হ'ল।

## একাদশ আধ্যা
## শেষ কথা

**"Farewell, farewell to the,**
**No pearl ever lay under oman's green water,**
**More pure in its shall than thy spirit in thee**
**The young village maid, when with Flowers she dresses**
**Her dark flowing hair, for some festival day,**
**Will thank of thy fate, till neglecting her tresses**
**She mournfully turns from the mirror away"**

**—Moore.**

ৰাতি পুৱাল। নিৰ্জীৱ জগত আকৌ সজীৱ হ'ল। কছাৰী ৰাজ্যৰ কি ৰজা কি প্ৰজা কি ধনী কি দুখীয়া সকলোটিয়েই উঠিল; কিন্তু মালিতাৰ এতিয়াও টোপনি (?) ভগা নাই।

লাহে লাহে বেলি দুপৰমান হলহি। তথাপি মালিতাৰ সাৰ নাই। মালিতাৰ বিচাৰ লাগিল। মালিতাৰ আইতাক পদ্মাৱতী ৰাণীয়ে জীয়েকক বিচাৰি, জীয়েকৰ শোৱনী কোঠালৈ গ'ল; কিন্তু দেখিলে তাত মালিতা নাই। জীয়েকক নেদেখি ৰাণী বিচূৰ্তি হ'ল, শেহত জীয়েকৰ শোৱা গাৰুটোৰ ওপৰতে এখন চিঠি পালে, দেখিলে চিঠিখন মালিতাৰ লেখা। ৰাণীয়ে চিঠিখন পঢ়ি চাই ঢাল খাই পৰিল। হিয়ামূৰ ভুকুৱাই কান্দিবলৈ ধৰিলে। ৰাণীৰ কান্দোন শুনি ভীমবল সোমাই আহিল। ৰাণীয়ে কান্দি-কান্দি ভীমবলৰ হাতলৈ দিলে,

ভীমবলে আগৰে পৰা গুৰিলৈকে চিঠিখন পঢ়িলে, পঢ়ি চাই কান্দিবলৈ ধৰিলে।

ৰাণীয়ে কান্দি কান্দি কলে, "বোপাই ভীমবল অ"। মই তোক পূৰ্বতে নকৈছিলো,– বোলো, সলাল গোহাঁইলৈ মালিতাক নিদিলে, পাচত মহা বিপদ ঘটিব ? মই তোক কিমান কলো, ককায়েৰেও তোক কিমান বুজালে, তই কাৰো কথা নুশুনিলি। মালিতাক আন এটালৈ বিয়া দিবৰ মনেৰে সন্ধি কৰিম বুলি আশা দি, সলাল গোহাঁইক অন্যায় কৰি মাৰিলি। যিহকে ভয় কৰিছিলো সেয়েই পালেহি। ভীমবল। তোৰ মনৰ পাপ হাবিয়াস পূৰ্ণ হ'ল। আই মালিতা অ"। তই মোক এৰি থৈ কলৈ গলি ? তোক নেদেখি মই গোটেই জগত এন্ধাৰ দেখিছো। আই অ"। আজিৰ পৰা মোক আৰু আইতা, আইতা বুলি মাতি কোনে মনত ৰঙ্গ লগাবহি ? মই আৰু কাৰ মুখলৈ চাই জীয়াই থাকিম ? আই ঐ। তোক মই ইয়ালৈকে তুলিছিলো। তোৰ মনত এয়ে আছিলে ?" এই বুলি ৰাণীয়ে ইনাই বিনাই কান্দিবলৈ ধৰিলে।

ইতিমধ্যে সম্পূৰ্ণ ঘটনা শত্ৰুদমনৰো কাণত পৰিলগৈ। আইতাকৰ কান্দোনত ভিতৰলৈ সোমাই আহি তেওঁ কান্দিবলৈ ধৰিলে, কিছু বেলিৰ পাছত কলে, "আইতা ! কান্দিলে আৰু কি হ'ব ? যি হবৰ হ'ল, যাহক, মিছাতে শোক কৰি থকাৰ কোনো দৰকাৰ নকৰে। শেহত যে এনেকুৱা বিপদ হ'বগৈ সেইটো মোৰ অলপ জনা আছিল। সেই কথা, মোৰ মনৰ আশংকাৰ কথা মই ভীমবলক অনেক বাৰ কৈছিলো, কিন্তু সি মোৰ কথালৈ অলপো কাণ নকৰিলে। সেই যাহক আমি এতিয়া সাতগাঁৱৰ কোঠৰ ফালে যাওঁহঁক, দেখা যাওক, মালিতাৰ কোনো চিন বান তাত পোৱা যায় নে নাযায়"। এই বুলি ভীমবলক লগত লই শত্ৰুদমন সাতগাঁৱৰ কোঠৰ ফালে খোজ ললে। পুতেকহঁতৰ লগতে কান্দি কান্দি ৰাণীও গ'ল।

গই গই তেওঁলোকে সাতগাঁৱৰ কোঠ পালেগৈ, দেখিলে মালিতাৰ তেজৰে ৰাঙলী হই থকা শৱটো সলাল গোহাঁইৰ শৱটোৰ ওপৰতে পৰি আছে। ইমান বেলি, তেওঁলোকে মালিতাই আত্মহত্যা কৰিছে বুলি ভবা নাছিলে, তেওঁলোকে ভাবিছিলে মালিতাই সম্ভৱতঃ সলাল গোহাঁইৰ বেজাৰত মনৰ বেগত কৰবালৈ গুচি গৈছেগৈ। কিন্তু এতিয়া জানিলে যে মালিতা আৰু এই সংসাৰত নাই। মালিতাৰ প্ৰাণপখী আজি দেহা সজা এৰি থৈ উৰা মাৰিলে। মালিতাই আজি দুখময় সংসাৰ এৰি, নশ্বৰ জীৱন এৰি ঘৃণনীয় সঙ্গ পৰিত্যাগ কৰি স্বামীয়ে সৈতে অনন্ত ধামলৈ গ'ল। এই শোকজনক ভয়ংকৰ দৃশ্য দেখি তেওঁলোকৰ বিশেষকৈ ৰাণীৰ যে কেনেকুৱা অৱস্থা ঘটিছিল, তাক আমি লিখি অন্ত কৰিব নোৱাৰোঁ। পাঠক ! আমাৰ লেখনি কঁপিছে। আমি আৰু সৰহকৈ লিখিব নোৱাৰিম। আপোনাসকলে নিজে নিজেই বুজি লব। আমি মুঠে চমুকৈ আৰু কেই এষাৰমান কথাহে লিখিম, তাৰ পাছতেই সামৰণি।

তেওঁলোকে কান্দি কান্দি মালিতাৰে অভয়ৰাম সলাল গোহাঁইৰে শৱ দুটি নৈৰ দাঁতিলৈ লই গ'ল আৰু তেওঁলোকৰ দেশাচাৰ মতে একেলগে শ দুটি দাহ কৰিলে। সলাল গোহাঁইৰে

মালিতাৰে দেহা দুটি দেখোঁতে দেখোঁতে ভস্ম হই উৰি গ'ল ।

ঘৰলৈ উলটি আহিবৰ সময়ত ভীমবল কোঁৱৰে দাহ কৰা ঠাই ডোখৰৰ ফালে চাই, কান্দি কান্দি কলে, "মালিতা ! মৰমৰ ভনীটি । মই মহাপাপী, তুমি মোক ক্ষমা কৰিবা । তুমি সতী, তুমি সতী তিৰোতাৰ তুমি জ্বলন্ত দৃষ্টান্ত ! তুমি মোক ক্ষমা কৰিলেই মোক ঈশ্বৰেও ক্ষমা কৰিব । মালিতা । প্ৰাণৰ ভনীটি । তুমি প্ৰকৃততে সতী, তুমি সতীত্বৰ জ্বলন্ত দৃষ্টান্ত দেখুৱাই জগতত অক্ষয় কীৰ্তি ৰাখি গ'লা । তোমাৰ নাম জগতত অনন্ত কাললৈ জ্বলি থাকিব । কছাৰী ৰাজ্যৰ ঘৰে ঘৰে যেতিয়া দুটি তিনটি তিৰোতা গোট খাব তেতিয়াই তোমাৰ সতীত্বৰ কথা ওলাব । মালিতা । প্ৰাণৰ ভনীটি তুমি স্বৰ্গলৈ যোৱা গৈ, স্বৰ্গত গৈ স্বামীয়ে সৈতে অনন্ত কাললৈ অনন্ত সুখ ভোগ কৰাগৈ ।" এই বুলি ভীমবলে ইনাই বিনাই কান্দিবলৈ ধৰিলে । শত্ৰুদমন আৰু ৰাণীৰ কান্দোনত সাত গাৱঁৰ কোঠ প্ৰতিধ্বনিত হৈ উঠিল ।

কান্দি কান্দি ৰাণীয়ে কলে–"আই মালিতা । যাগৈ । স্বৰ্গত তোৰ মনৰ কামনা পূৰ হোক" । ভীমবলে কলে, "ভনীটি । প্ৰাণৰ ভনীটি । তুমি যোৱাগৈ ।

প্ৰতিধ্বনিয়ে কলে, "তুমি যোৱাগৈ ।"

(আগৰখিনি নাই)

ৰাজ্যৰ সুশাসন আৰু প্ৰজাৰ মনোৰঞ্জনেই মোৰ প্ৰধান ধৰ্ম্ম। কাজেই, প্ৰজাৰঞ্জন কৰিবলৈ, সীতাক পৰিত্যাগ কৰাই স্থিৰ হ'ল। অতএব, দুৰ্ম্মুখ! তুমি শীঘ্ৰে যোৱা, লক্ষ্মণক মোৰ ওচৰলৈ মাতি আনাগৈ।

দুৰ্ম্মুখ ঃ প্ৰভু! ক্ষমা কৰোক। আৰু এই নিদাৰুণ ইচ্ছা পৰিত্যাগ কৰোক। উস্! সীতা মাতৃয়ে কি অপৰাধ কৰিছে, যে আপুনি তেওঁক সামান্য লোকৰ অপবাদত, তেওঁৰ এই গৰ্ভাৱস্থাত পৰিত্যাগ কৰিবলৈ স্থিৰ কৰিছে। প্ৰভু! মই মিনতি কৰি কৈছো- সীতামাতৃক যেন আপুনি পৰিত্যাগ নকৰিব।

ৰাম ঃ নহয় দুৰ্ম্মুখ! তুমি বুজা নাই। প্ৰজাৰঞ্জন কৰাই ৰজাৰ প্ৰধান ধৰ্ম্ম, কাজেই সীতাক পৰিত্যাগ কৰিবই লাগিব। তুমি শীঘ্ৰে যোৱা, লক্ষ্মণক মোৰ ওচৰলৈ অতি শীঘ্ৰে পঠাই দিয়াগৈ।

(দুৰ্ম্মুখৰ প্ৰস্থান)

হায়! প্ৰিয়ে! তোমাৰ কপালত বিধাতাই ইয়াকে লিখিছিল।

গীত

প্ৰিয়ে! তযু কপালত বিধিয়ে কি লিখিছিলে!
দুখে শোকে চিৰকাল কন্দা তযু নুগুচিলে!!
লঙ্কা অশোক বনত
ৰাক্ষসীৰ তাড়নাত
কান্দোতে কান্দোতে হায়! নিতউ ৰাতি পুৱালে!
আহি আকউ ঘৰত
আপোন ভাগ্য - দোষত
বিনা অপৰাধে শেষে দুৰ্দ্দশা এনে ঘটিলে॥
স্বামী বুলি ভাবি যাক
সঁপিছিলা প্ৰাণ যাত
নাচাই তোমাৰ মুখ, সেয়ে শত্ৰু হৈ উঠিলে॥

হা মাতৃ- কৌশল্যা। হা জনকৰাম! হা দেৱি বসুন্ধৰা! হা মাতৃ অৰুন্ধতি! হা কুলগুৰু বশিষ্ঠ! আপোনসকল এতিয়া ক'ত! এনে যে বিপদ হ'ব, আগেয়ে জনা নাছিলে! অগ্নি পৰীক্ষাতো, প্ৰিয়ে! কলঙ্ক যে নুগুচিলে॥

হায়! জনক নন্দিনী!
তোমাসম অভাগিনী।
কোন আছে জগতত? কিয় বিধি সৰজিলে?
হই ৰজাৰ বোৱাৰী
তাতে, ৰজাৰ জীয়াৰী
দুখুনীৰ সৰে, সুখ কপালত নঘটিলে॥
হায়! কি দুখ দিবলৈ

বিধাতাই পৃথিৱীলৈ
অযোধ্যাৰ ৰাজলক্ষ্মী সীতাক ........ পঠালে !!

**দুৰ্ম্মুখ** ঃ প্ৰভু ! ক্ষান্ত হওঁক । (অন্যফালে চাই) হায় ! মই মহা পাতকী । ময়েই প্ৰভুৰ এই মনস্তাপৰ কাৰণ হলো ! মোত শতধিক !

**ৰাম** ঃ উস্ ! মই এতিয়া কি কৰোঁ ? এফালে প্ৰাণপ্ৰিয়া সীতাক পৰিত্যাগ কৰা, আনফালে প্ৰজাৰঞ্জন কৰা-? উস্ ! প্ৰজাৰঞ্জন কৰাটো কি মহৎ কাৰ্য্য ! মই কি অধম ! মোত শতধিক !! মোৰ পৰাই কি বিশুদ্ধ সূৰ্য্য বংশ কলঙ্কিত হব ? হা প্ৰিয়ে জানকি ! পৰিণামত যে তোমাৰ এনে বিপদ হবগৈ সেইটো মই স্বপ্নটো ভবা নাছিলো ! উস্ ! মই কি বিপদত পৰিলো ! হাঃ প্ৰিয়ে তোমাৰ পৰাই জগত পৱিত্ৰ আৰু সৌভাগ্যশালী হল, অথচ তুমি নিজে অভাগিনী হলা ! প্ৰিয়ে তুমি চন্দন ভাবি হলাহলৰ ফোঁট লৈছিলা, মই পৱিত্ৰ বংশত জন্ম গ্ৰহণ কৰিছোঁ সঁচা, কিন্তু আচৰণত মই চণ্ডাল বিলাকতকৈ সহস্ৰগুণে অধম । নহলে, বিনা দোষতেই তোমাক পৰিত্যাগ কৰিবলৈ স্থিৰ কৰিম কিয় ? হায় ! হায় !! মোৰ জীৱনত আৰু প্ৰয়োজন নাই, মোৰ মৃত্যু হলে ভাল ।

( দুৰ্ম্মুখৰ ফালে চাই )

দুৰ্ম্মুখ ! বিলম্ব কৰাৰ আৰু কোনো প্ৰয়োজন নাই । যেতিয়া ৰাজ্যভাৰ গ্ৰহণ কৰি হা সখা সুগ্ৰীৱ ! হা বন্ধু বিভীষণ ! হা বৎস হনুমান ! তোমালোক এই সময়ত ক'ত থাকিলা ? তোমালোকৰ যাক দেখিলে আনন্দৰ সীমা নাথাকে আজি যে সেই সীতাক আকৌ বনবাস দিবলৈ ওলাইছোঁ ! উস ! সীতাক জানিবা পৰিত্যাগেই কৰিলোঁ, কিন্তু তেওঁৰ গৰ্ভত থকা সন্তানটিয়ে মোক কি অপৰাধ কৰিছে ? হা মৃত্যু । তুমি এই সময়ত কত ?

( লক্ষ্মণৰ প্ৰবেশ )

**লক্ষ্মণ** ঃ প্ৰভু ! দুৰ্ম্মুখৰ মুখত কি সৰ্বনাশৰ কথা শুনিলো ! আপুনি বোলে সীতাদেৱীক আকৌ বনবাসলৈ দিব খুজিছে ? প্ৰভু ! সীতাদেৱী অবলা, তাতে তেওঁ গৰ্ভযুক্তা, তেওঁক বিনাদোষত এই অৱস্থাত বনলৈ দিয়া কেতিয়াও উচিত নহয় । আপুনি সেই সঙ্কল্প পৰিত্যাগ কৰোক ।

**ৰাম** ঃ নহয়, লক্ষ্মণ ! আৰু মোৰ সীতাত প্ৰয়োজন নাই ! সীতাক ৰাখিলে প্ৰজাবিলাকৰ ওচৰত মই কলঙ্কৰ ভাগী হম ? কাজেই সেই সীতাক ৰাখি কোনো ফল নাই । সীতা যে ৰাৱণৰ ঘৰত আছিলে, সেইটোৱেই তেওঁৰ অপযশৰ প্ৰধান কাৰণ । লক্ষ্মণ ! কি কৰিম ? প্ৰজাবিলাকৰ এতিয়াও সন্দেহ দূৰ নহ'ল ! নহলে সীতাৰ চৰিত্ৰৰ বিষয়ে মোৰ অলপো সন্দেহ নাই ।

**লক্ষ্মণ** ঃ প্ৰভু ! সীতাদেৱীয়ে যে তেওঁৰ নিষ্কলঙ্ক স্বভাৱৰ পৰিচয় দিবৰ নিমিত্তে অগ্নিকুণ্ডত প্ৰৱেশ কৰিছিলে আৰু পৰীক্ষা যে ইন্দ্ৰাদি দেৱতাসকলেও দেখিছে ? তাতো কি আপোনাৰ সন্দেহ নগল ? প্ৰভু ! সামান্য মানুহৰ তুচ্ছ কথাতেই কি আপুনি নিৰপৰাধিনী সীতাক অপৰাধিনী

ভাবিছে ? প্ৰভু ! আপোনাক যে লোকে দয়াময় বোলে, কিন্তু আপুনি আজি ইমান নিৰ্দ্দয় হৈছে কিয় ? সামান্য প্ৰজাবিলাকে যে পাপকলঙ্ক ৰটি ফুৰিছে, সিহঁতৰ একো ভাল বেয়া বিবেচনা নাই। আপুনিও কি সেই সাধাৰণ মানুহৰ কথাকেই বিশ্বাস কৰি সীতাদেৱীক পৰিত্যাগ কৰিব ! তেনে কৰিলে প্ৰভু ! আপোনাক কোনেও ভাল নুবুলিব।

ৰাম : লক্ষ্মণ ! তুমি ল'ৰা মানুহ ! নাজানা, ইয়াত প্ৰজাবিলাকৰ কোনো দোষ নাই। সিহঁতেতো কোনেও সীতাৰ অগ্নি পৰীক্ষা দেখা নাই ? তেনেস্থলত, সীতাক পৱিত্ৰ বুলি সিহঁতে কেনেকৈ জানিব ? যদি সেই অগ্নি পৰীক্ষা প্ৰজাৰ আগতে হ'লহেঁতেন তেনেহ'লে কোনো কথাই নাছিল, সীতাক শুদ্ধ বুলি সিহঁতেও জানিব পাৰিলেহেঁতেন। কিন্তু দুৰ্ভাগ্যক্ৰমে সেয়ে হৈ নুঠিলে ! সম্প্ৰতি মই ৰাজ্যভাৰ গ্ৰহণ কৰিছোঁ। প্ৰজাৰঞ্জন কৰাই মোৰ জীৱনৰ প্ৰধান কাম। এনেস্থলত প্ৰজাবিলাকতকৈ মোৰ ওচৰত জানকী কেতিয়াও আদৰণীয়া হব নোৱাৰে। প্ৰজাৰঞ্জন কৰিবৰ নিমিত্তে মই প্ৰাণো দিব পাৰোঁ। অধিক কি তুমি মোৰ প্ৰাণতকৈও প্ৰিয়, এনেকুৱা কাৰ্য্যৰ নিমিত্তে যদি তোমাকো পৰিত্যাগ কৰিব লগা হয়, তাকো কৰিবলৈ সাজু আছোঁ। এনেস্থলত সীতাক পৰিত্যাগ কৰাটো মোৰ পক্ষে একো টান নহয়। অতএব, লক্ষ্মণ ! তুমি যিমানেই কোৱা, যিমানেই অন্যায় মই সীতাক পৰিত্যাগ কৰিমেই কৰিম। যদি তোমাৰ মোলৈ স্নেহ আছে তেনেহলে মোক আৰু বাধা নিদিবা। সম্প্ৰতি তুমি মোৰ আদেশ প্ৰতিপালন কৰিবলৈ সাজু হোৱা। ইতিপূৰ্বেই সীতাই বাল্মিকীৰ তপোবনলৈ যাব খুজিছিলে সেই ছলতে তুমি এতিয়া তেওঁক তপোবনত থই আহাঁগে। এই বিষয়ে তুমি কিবা আপত্তি কৰিলে মই বৰ দুখ পাম। লক্ষ্মণ ! তুমি মোৰ আদেশ আগেয়ে কেতিয়াও অৱহেলা কৰা নাই, এতিয়াও নকৰিবা। কাইলৈ ৰাতিপুৱাই তুমি মোৰ আদেশ প্ৰতিপালন কৰিবা। লক্ষ্মণ ! আৰু এটা কথা, মই যে তেওঁক একেবাৰেই পৰিত্যাগ কৰিছোঁ, সেই কথা তুমি ভাগীৰথী পাৰ নোহোৱালৈকে সীতাৰ আগত কেতিয়াও নকবা।

( বিষাদ মনে লক্ষ্মণৰ প্ৰস্থান )

## চতুৰ্থ গভাঙ্ক— সীতাৰ অন্তঃপুৰ

( অকলে অকলে সীতা, লক্ষ্মণৰ প্ৰবেশ আৰু সীতাৰ চৰণত প্ৰণাম )

সীতা : লক্ষ্মণ ! তুমি চিৰজীৱী আৰু সুখী হোৱা।

লক্ষ্মণ : দেৱি ! আপুনি বোলে দাদাৰ আগত তপোবনলৈ যাওঁ বুলি কৈছিলে, সেই কাৰণে তেওঁ আজি আপোনাক তপোবনলৈ নিবলৈ মোক আজ্ঞা দিছে। আপুনি যাবলৈ শীঘ্ৰে সাজু হওঁক।

সীতা : লক্ষ্মণ ! হয়, মই প্ৰভুৰ আগত তপোবনলৈ যোৱাৰ কথা কৈছিলো, আৰু সেই আনন্দতেই মই গোটেই ৰাতি শুবলৈকে নহল। সকলোবিলাক আয়োজন কৰি, যাবলৈ মই ঠিক হৈ আছোঁ। ৰথ

আনিলেই যাব পাৰোঁ। লক্ষ্মণ! মই ভাবিছিলো, হয়তো তোমাৰ দাদাৰাই এই সময়ত মোক তপোবনলৈ নপঠাব,কিন্তু তাকে নকৰি আনন্দমনে মোক আজি তপোবনলৈ পঠোৱাত মই যে কিমান প্ৰীতি লাভ কৰিছোঁ, সেইটো মই কৈ অন্ত কৰিব নোৱাৰো বোধকৰো পূৰ্বজন্মত মই অনেক তপস্যা কৰিছিলো, সেইহে এনেকুৱা এজন স্বামী লাভ কৰিছো। লক্ষ্মণ! মই ইষ্টদেৱতাৰ ওচৰত কায় বাক্যমনে প্ৰাৰ্থনা কৰোঁ - যেন যদি মোৰ পুনৰ তিৰোতা জন্ম হয়, তেনেহলে যেন তোমাৰ দাদাকেই স্বামী আৰু তোমাকেই দেৱৰ পাওঁ।

**লক্ষ্মণ** ঃ তেনেহ'লে দেৱি! সুমন্ত্ৰক ৰথ আনিবলৈ কওঁ।

**সীতা** ঃ লক্ষ্মণ! মই তপোবনলৈ অকলেই যামনে? তোমাৰ দাদাৰা মোৰ লগত নাযায়নে?

**লক্ষ্মণ** ঃ দেৱি! বিশেষ কাৰ্য্যৰ গতিকে প্ৰভু শ্ৰীৰামচন্দ্ৰ তপোবনলৈ যাব নোৱাৰা হ'ল।

**সীতা** ঃ উৰ্ম্মিলা, মাৰ্ত্তৱী আৰু শ্ৰুতকৃতী ভনীটিহঁতো মোৰে স'তে নাযায়নে?

**লক্ষ্মণ** ঃ দেৱি! আপুনি মোক উপহাস কৰিছে কিয়?

**সীতা** ঃ লক্ষ্মণ! তোমাক মই উপহাস কৰিম কিয়? তোমাৰ লগত যে মোৰ দুটা সম্বন্ধ আছে, সেইটো কি তুমি নাজানা? যাহ'ক উৰ্ম্মিলাই পাছে তোমাক খং কৰিব, তুমি শীঘ্ৰে যোৱা,- উৰ্ম্মিলাক সুধি আহাঁগৈ।

**লক্ষ্মণ** ঃ (অলপ বৈ থাকি) দেৱি! তপোবনলৈ আৰু কোনো নাযায়; আপোনাৰ লগত মাথোঁ ময়েহে যাম।

**সীতা** ঃ তেনেহ'লে, বিলম্ব কৰাৰ প্ৰয়োজন নাই। সুমন্ত্ৰক ৰথ আনিবলৈ কোৱাঁ।

**লক্ষ্মণ** ঃ (নেপথ্যৰ ফালে চাই) সুমন্ত্ৰ! শীঘ্ৰে ৰথ লই আহাঁ।

**( ৰথ লই সুমন্ত্ৰৰ প্ৰবেশ, সীতা আৰু লক্ষ্মণৰ ৰথত আৰোহণ, ৰথ লই সুমন্ত্ৰ তপোবনৰ ফালে প্ৰস্থান )**

## দ্বিতীয় অঙ্ক

## প্ৰথম গৰ্ভাঙ্ক–তপোবনৰ বাট

**( ৰথত উঠি যাওঁতে যাওঁতে সীতা আৰু লক্ষ্মণ )**

**সীতা** ঃ লক্ষ্মণ! এই পৰিমিত মই ৰঙ্গেৰে আহিছিলোঁ, কিন্তু হঠাৎকৰে মোৰ ভাবান্তৰ উপস্থিত হ'ল। মোৰ মনটো অকস্মাতে কান্দি উঠিছে, সোঁফালৰ চকুটো অনবৰত নাচিব লাগিছে, শৰীৰটো কঁপি কঁপি উঠিছে, অন্তঃকৰণ ব্যাকুল হৈছে, আৰু গোটেই জগতকে মই শূন্যময় দেখিছো। অকস্মাতে মোৰ এনেকুৱা হ'ল কিয়? মই একো বুজিব পৰা নাই লক্ষ্মণ! অযোধ্যাত হয় প্ৰভু শ্ৰীৰামচন্দ্ৰৰ, নহয় ভৰত শত্ৰুঘ্নৰ কিম্বা উৰ্ম্মিলাদি ভনীটিহঁতৰ কিবা অমঙ্গল ঘটিছে, মই একো থিৰ কৰিব পৰা নাই লক্ষ্মণ। কোনো ৰকম সৰ্বনাশ ঘটিছেই ঘটিছে, নহলে মোৰ আনন্দৰ সময়ত হঠাৎকৰে এনেকুৱা অশান্তিৰ সঞ্চাৰ হ'ব কিয়?

লক্ষ্মণ : দেৱি ! আপুনি তিৰোতা মানুহ, এনেই চিৰ সুখত ডাঙৰ হোৱা, তাতে আকৌ পূৰ্ণগৰ্ভা ; এনেকুৱা অৱস্থাত আপোনাৰ দেহা কঁপাটো কোনো অসম্ভৱ কাণ্ড নহয় । আপুনি নিচিন্ত থাওক ।

সীতা : নহয় লক্ষ্মণ ! তুমি বুজা নাই । বোধকৰো নিশ্চয় কোনো সৰ্বনাশ ঘটিছে, নহলে মই জগত শূন্যময় দেখিম কিয় ? লক্ষ্মণ ! মোৰে শপত কোৱাঁ, প্ৰভু ৰামচন্দ্ৰ ভালে আছেনে ? আহিবৰ সময়ত তেওঁৰ কোনো অমঙ্গল দেখা নাইনে ?

লক্ষ্মণ : দেৱি ! আপুনি কাতৰ নহব । ৰঘুবংশৰ দেৱতাসকলে আমালোকৰ সকলোটিকে মঙ্গলে ৰাখিব ।

সীতা : তেনেহলে লক্ষ্মণ ! কোৱাচোন, মোৰ মনটো আজি এনেকুৱা কৈলে হ'ল ? মোৰ আৰু এতিয়া তপোবনলৈ যাবলৈ মন নাই, অযোধ্যালৈ উলটি যাবৰহে মন গৈছে । মোক ঘৰলৈ ওলোটাই লোৱা ।

লক্ষ্মণ : দেৱি ! ঘৰলৈ উলটি যাব নেলাগে । অলপ গ'লেই বাল্মীকিৰ তপোবন পামগৈ ।

সীতা : লক্ষ্মণ ! মোৰ মন যে ক্ৰমেই ব্যাকুল হৈ উঠিছে । কি কৰিম নিৰুপায় হৈছোঁ । ৰাৱণে মোক হৰি নিয়াৰ কিছু আগতে মোৰ মনটো এনেকৈ ব্যাকুল হৈ উঠিছিলে ! লক্ষ্মণ ! মোৰ আকৌ তেনেকুৱাই হব খুজিছে নেকি ?

লক্ষ্মণ : দেবি ! আপুনি ইমান চিন্তা কৰিছে কৈলে ? অযোধ্যাত সকলোটিয়েই ভালে আছে । আজি বহুকাল আপুনি তেওঁলোকৰ সতে একেলগে থাকি এতিয়া অকলে অকলে তপোবনলৈ অহাত, তেওঁলোকলৈ মনত পৰি, আপোনাৰ মন ব্যাকুল হৈ উঠিছে । নহলে আৰু অন্য কোনো কাৰণ নাই ।

সীতা : লক্ষ্মণ ! তোমাৰ ভাবগতি দেখি মোৰ মনত বিষম সন্দেহ উপস্থিত হৈছে । তোমাৰ সুন্দৰ মুখখনি ক'লা-ম'লা পৰি গৈছে কিয় ? যদি অনিষ্ট ঘটিছে, তেনেহলে মোক কই দিয়া । লক্ষ্মণ ! প্ৰভু ৰামচন্দ্ৰ ভালে আছেনে ? কালি আবেলিৰ পৰা তেওঁৰে সতে আৰু দেখাদেখি নহ'ল ! বোধকৰো, আহিবৰ সময়ত তেওঁক এবাৰ দেখি অহা হলে মোৰ মনটো ইমান ব্যাকুল নহ'লহেঁতেন । লক্ষ্মণ ! তুমি আজি ভঙ্গা ভঙ্গা মাতেৰে কথা কৈছা কিয় ? তোমাৰ কি হ'ল ?

লক্ষ্মণ : দেৱি ! আপুনি ব্যাকুল নহব । আপোনাক ব্যাকুল দেখি মোৰ মনটোও ব্যাকুল হৈ উঠিছে, আৰু এই ৰ'দত আহোঁতে আহোঁতে মোৰ বৰ ভাগৰ লাগিছে, সেই কাৰণেই মোৰ মুখৰ পৰা এনেকুৱা ভঙ্গা ভঙ্গা কথাবিলাক বাহিৰ হৈছে । আৰু দেৱি ! (আঙুলিয়াই দেখাই) সৌৱা চাই পঠিয়াওকচোন, ভাগীৰথী নই আজি কেনে সুন্দৰ দেখাইছে ।

(লক্ষ্মণৰ কান্দোন)

## দ্বিতীয় গৰ্ভাঙ্ক—ভাগীৰথী তীৰ

(সিপাৰে বাল্মীকিৰ তপোবন – ইপাৰে লক্ষ্মণ আৰু সীতা )

সীতা : লক্ষ্মণ ! তুমি আজি চকুলো টুকিছা কিয় ? বোধহয় কোনো সৰ্বনাশ

ঘটিছে। নহলে তোমাক মই কোনোদিন কন্দা দেখা নাই। প্ৰভু শ্ৰীৰামচন্দ্ৰ বনলৈ যাওঁতে, অযোধ্যাৰ ঘৰে ঘৰে সকলোটিয়েই কান্দিছিলে, আৰু প্ৰভুৱে নিজেও কত কান্দিলে, কিন্তু তেতিয়াও তোমাৰ চকুত এটোপা চকুৰ পানী নেদেখিলো! আজি তোমাৰ কি হৈছে? লক্ষ্মণ! মোৰে শপত কোৱা; তুমি আজি কিয় কান্দিছা?

লক্ষ্মণ : দেৱি! আপুনি কোনো অমঙ্গলৰ আশঙ্কা নকৰিব। বহুদিনৰ পাছত ভাগীৰথীক দেখা পাই মোৰ মনত একৰকম দুখৰ ভাব উদয় হৈছে, সেই কাৰণেই মোৰ চকুলো ওলাইছে। দেৱি! মোৰ মনত পৰিছে, শ্ৰীৰামচন্দ্ৰ প্ৰভু বনলৈ যাওঁতে আমি তিনিও এই ভাগীৰথী পাৰ হৈ গৈছিলো। উস্! সেই দিন কেইটা যে আমাৰ কিমান কষ্টতেই গ'ল!! সেই ভাগীৰথী আজিও আছে, আৰু সেই ভাগীৰথীকেই আজিও আকৌ পাৰ হবলৈ আহিছোঁহক! দেৱি! ভাগীৰথীক দেখি, মোৰ অতীত ঘটনাবিলাক মনত পৰিছে, সেই কাৰণেই মোৰ চকুলো ওলাইছে! সেই যাহক, এতিয়া ভাগীৰথী পাৰ হব লাগে, আপুনি ৰথৰ পৰা নামক, পাৰ হলেই তপোবন পাম।

( সীতা আৰু লক্ষ্মণ ৰথৰ পৰা নামে )

সুমন্ত্ৰ : (নেপথ্যৰ ফালে চাই) হেৰ ঘাটে! এই যে নাওখন লই আহ! সীতামাতৃ আৰু লক্ষ্মণক সিপাৰ কৰি থ।

( ঘাটেয়ে নাও আনে, সীতা আৰু লক্ষ্মণ পাৰ হয় )

সীতা : লক্ষ্মণ! সৌৱাইনে তপোবন?

লক্ষ্মণ : হয়, দেৱি। সেয়েই তপোবন।

সীতা : লক্ষ্মণ! ঋষিসকলৰ আশ্ৰম কিমান দূৰত আছে? আহা, বেগাই যাওঁ হক।

লক্ষ্মণ : দেৱি! বেগাই যাব নালাগে, লাহে লাহে যাওঁক। আৰু সৌ গছৰ তলতে অলপ বিশ্ৰাম কৰক। এইখিনিতে মোৰ অলপ কৰ্ত্তব্য আছে; মই নিবেদন কৰিম।

(দুয়ো এজোপা গছৰ তলত বহে, লক্ষ্মণৰ কান্দোন)

সীতা : লক্ষ্মণ! তুমি কান্দিছা কেলৈ? কি কৰা শীঘ্ৰে কোৱাঁ। তোমাৰ আকাৰ প্ৰকাৰ দেখি মই নিতান্তই ব্যাকুল হৈছো। লক্ষ্মণ! কি হ'ল মোক শীঘ্ৰে কোৱা। তুমি আহিবৰ সময়ত প্ৰভু শ্ৰীৰামচন্দ্ৰৰ কোনো অমঙ্গল সম্বাদ পাইছিলা নেকি? নে অন্য কোনো সৰ্ব্বনাশ ঘটিছে? শীঘ্ৰে কোঁৱা।

লক্ষ্মণ : দেৱি! ক'ম কি? কথা যে মুখতেই নোলায়। দাদাৰ চিৰবাধিত হই, মোৰ অদৃষ্টত যে এনেকুৱা ঘটিব, সেইটো মোৰ স্বপ্নটো ভবা নাছিলোঁ। যি দুৰ্ঘটনা ঘটিছে, তালৈ মনত পৰিলে, মোৰ হৃদয় বিদীৰ্ণ হৈ যায়। ইয়াৰ আগতে মোৰ মৃত্যু হোৱা হলে, বহুত ভাল আছিল! যদি মৃত্যুতকৈও কোনো ডাঙৰ দুৰ্ঘটনা আছে, তেনেহ'লে মোৰ পক্ষে সিও ভাল আছিল। সেয়ে হোৱা হলে, আজি মোক এনেকুৱা নিষ্ঠুৰ কাৰ্য্যৰ ভাৰ লবলৈ কেতিয়াও নহলহেঁতেন। হা বিধাতা! তোমাৰ মনত এয়ে আছিল!

( লক্ষ্মণৰ কান্দোন )

সীতা : লক্ষ্মণ! ক্ৰমেই তোমাৰ

কান্দোন বৃদ্ধি হৈছে কিয় ? কি কাৰণেইবা তুমি তোমাৰ মৃত্যু কামনা কৰিলা ? তোমাক একেবাৰেই ব্যাকুল দেখিছো। অৱশ্যে তুমি অলপ কাৰণত ইমান ব্যাকুল হোৱা নাই। কোঁৱা লক্ষ্মণ! প্ৰভু শ্ৰীৰামচন্দ্ৰৰতো কোনো অমঙ্গল হোৱা নাই ? তোমাৰ প্ৰাণটো তেওঁতে, তোমাক ইমান ব্যাকুল দেখি তেওঁৰেই কিবা অমঙ্গল হৈছে বুলি মোৰ বৰ ভয় লাগিছে! হয়তো অথনি এই কাৰণেইহে ইমান অমঙ্গল দেখিছিলো। যাহক লক্ষ্মণ! তুমি শীঘ্ৰে কোৱা, অযোধ্যাত কাৰ কি হ'ল! বোধকৰো মোৰেই কপাল ফুটিলে, নহলে তুমি ইমান ব্যাকুল নহলাহেঁতেন।

লক্ষ্মণ : দেৱি! সৰ্ব্বনাশৰ কথা আৰু কি কম ? কথা যে মুখতেই নাহে! দেৱি! মোৰ হৃদয় যে বিদীৰ্ণ হই গৈছে।

( লক্ষ্মণৰ কান্দোন )

সীতা : লক্ষ্মণ! আৰু বেলি নকৰিবা, যেই হওক তুমি শীঘ্ৰে কোৱাঁ। তোমাৰ কথা শুনি আৰু ভাবভঙ্গি দেখি, মোৰ স্পষ্ট বোধ হৈছে, মোৰেই কপাল ফুটিলে! কি হ'ল ? লক্ষ্মণ! শীঘ্ৰে কোৱা। এইদৰে থাকিলে আৰু এক মুহূৰ্ত্তৰ পাছতে মোৰ প্ৰাণ যাব। লক্ষ্মণ! মোৰে শপত কোৱা, প্ৰভুৰ কোনো অমঙ্গল হোৱা নাই ? সঁচা কথা কোৱা, আৰু বিলম্ব কৰিলে মোৰ প্ৰাণ নাথাকে।

লক্ষ্মণ : দেৱি! আপুনি যে ৰাৱণৰ ঘৰত আছিল, সেইটোতে প্ৰজাবিলাকে আপোনাৰ চৰিত্ৰৰ বিষয়ে সন্দেহ কৰি, নানা ৰকম দুৰ্নাম ৰটি থাকে। প্ৰভু শ্ৰীৰামচন্দ্ৰই, সেইটোকে শুনিবলৈ পাই, স্নেহ দয়া-মায়া বিসৰ্জ্জন দি, আপোনাক পৰিত্যাগ কৰিছে। মোক ইয়াকে আজ্ঞা কৰিছিলে, বোলে তপোবনলৈ নিয়াৰ ছলেৰে তুমি সীতাক নি বাল্মীকিৰ আশ্ৰমৰ ওচৰত থৈ আহাঁগৈ। দেৱি! সৌৱাই সেই বাল্মীকিৰ আশ্ৰম! হা বিধাতা! তোমাৰ কপালত এয়ে আছিলে !!

( লক্ষ্মণৰ পতন আৰু মূৰ্চ্ছা )

সীতা : ( ৰিহাৰ আঁচলেৰে লক্ষ্মণক বিচি বিচি ) লক্ষ্মণ, তুমি অধৈৰ্য্য নহবা। যি হৈছে, মোৰ কপালৰ দোষতেই হৈছে, এতিয়া তুমি উঠি বহাঁ! মই এই পাপ দেহা পৰিত্যাগ কৰোঁ। (হিয়াত ভুকু মাৰি) হা কণা বিধাতা! মোৰ কপালত ইয়াকে লিখিছিলি !! ( সীতাৰ পতন আৰু মূৰ্চ্ছা )

লক্ষ্মণ : ( জ্ঞান পাই আৰু সীতাৰ চৰণত পৰি ) উস্! কি হ'ল! দেৱি! আপুনি মোক এৰি থৈ কলৈ গ'ল ? এবাৰ চকু মেলি চাওক। দেৱি! আপোনাৰ চৰণ সেৱা কৰিবৰ নিমিত্তে মোকো লগতে লই যাওঁক, মই যে আপোনাৰ বাদে আৰু কাকো নাজানো! দেৱি! আজি আপোনাৰ চিৰদাস লক্ষ্মণৰ কি অৱস্থা কৰিলে ? মই যে আপোনাৰ আৰু প্ৰভু শ্ৰীৰামচন্দ্ৰৰ নিমিত্তে চৌদ্ধবছৰ অৰণ্যে ভ্ৰমণ কৰিছিলোঁ আৰু শিৰত জঁটা, দেহত গছৰ বাকলি আৰু বুকুত শক্তিশেল ধাৰণ কৰিছিলোঁ! দেৱি! সেইবিলাক কি পাহৰি পেলালে ? দেৱি! এবাৰ উঠি বহোক!

সীতা : ( জ্ঞান পাই ) হা কণা বিধাতা! তোক মই কি অপৰাধ কৰিলোঁ, যে তই

মোৰ এনে দশা কৰিলি ? হায় ! হায় !! মোৰ কি হ'ল ? ( কান্দোন ) ।

**লক্ষ্মণ** ঃ দেৱি ! আপোনাৰ ভাগ্যত যিহকে আছিলে, সেয়ে হৈছে। অনৰ্থক আৰু দুখ কৰিলে কি হ'ব ? (লক্ষ্মণৰ কান্দোন) ।

**সীতা** ঃ লক্ষ্মণ ! অৱশ্যে অনৰ্থক দুখ কৰিলে কি হ'ব, সকলোবিলাক নিজৰ অদৃষ্টৰেই দোষ। নহলে ৰজাৰ জীয়াৰী ৰজাৰ বোৱাৰী আৰু ৰজাৰ ৰাণী হই, কোনে কেতিয়া মোৰ দৰে চিৰকাল দুখতেই কাল কটাইছে ? জানিলো, যাৱজ্জীৱন দুখ ভোগ কৰিবৰ নিমিত্তেই মোৰ তিৰোতা জনম হৈছে ! লক্ষ্মণ ! অৱশেষত যে মোৰ এনেকুৱা হবগৈ, এইটো কোনে জানিছিল ? ( কান্দোন ) ।

লক্ষ্মণ ! পূৰ্ব্বজন্মত হয়তো মই কত মহা পাপ কৰিছিলোঁ তাৰ অন্ত নাই ! নহলে বিধাতাই মোৰ কপালত ইমান দুখ লিখিব কেলৈ ? বিধাতাৰেই বা দোষ কি ? পূৰ্ব্বজন্মত যেনে কাম কৰি আহিছো,এতিয়া তাৰ তেনেকুৱা ফল ভোগ কৰিছোঁ।বোধকৰো পূৰ্ব্বজন্মত কোনো সতী তিৰোতাৰ স্বামীহৰণ কৰিছিলোঁ সেই পাপতেই আজি মোৰ এনেকুৱা দুৰ্দ্দশা ঘটিছে ! লক্ষ্মণ ! তেওঁ যে মোক বনলৈ পঠিয়ালে, তাত মই কাতৰ হোৱা নাই। তেওঁৰে সঁতে মই ভালেদিন বনত আছিলো, মোৰ বনত থকা অভ্যাস আছে। তেওঁৰ লগত চিৰকাল বনত থাকিলেও মোৰ কোনো দুখ নাই। কিন্তু তেওঁ যে মোক বিনা অপৰাধতেই পৰিত্যাগ কৰিলে, এয়েই মোৰ মহৎ দুখ। মুনিপত্নীবিলাকে সুধিলে মই কি ক'ম ? তেওঁলোকে প্ৰভু শ্ৰীৰামচন্দ্ৰক 'কৰুণাৰ সাগৰ' বুলি জানে, মই প্ৰকৃত কাৰণ কলে, তেওঁলোকে কেতিয়াও বিশ্বাস নকৰিব। তেওঁলোকে ভাবিব মই কোনো গুৰুতৰ অপৰাধ কৰিলোঁ, সেইকাৰণেহে প্ৰভু শ্ৰীৰামচন্দ্ৰই মোক পৰিত্যাগ কৰিলে। (কান্দোন) ।

**লক্ষ্মণ** ঃ উস্ ! ইয়াৰ আগতে মোৰ মৃত্যু হোৱা হলে বৰ ভাল আছিলে ! সেয়ে হোৱা হলে, আজি মোৰ এনেকুৱা ধৰ্ম্ম বিগৰ্হিত কাম কৰিবলৈ কেতিয়াও নহ'লহেঁতেন ! মই দাদাৰ আজ্ঞা পালন কৰিবলৈ আহি, অতি বেয়া কামেই কৰিলো। যদি তেওঁৰ আজ্ঞা পালন নকৰি, চিৰকাল তেওঁৰ বিৰাগ-ভাজন হই থাকিলোঁহেঁতেন, সেইটোও বৰ ভাল কাম আছিলে। উস ! মই কি কাম কৰিলো ? হৃদয় ! তুমি এতিয়াও বিদীৰ্ণ হোৱা নাই কিয় ? শৰীৰ ! তুমি এতিয়াও ভস্ম হোৱা নাই কিয় ? উস্ ! প্ৰভু ! আপুনি যে ইমান নিৰ্দ্দয়, সেইটো মোৰ স্বপ্নতো জনা নাছিলে ! যদি আপোনাৰ মনত এয়েই আছিলে, তেনেহ'লে সীতাদেৱীক লঙ্কাৰ পৰা উদ্ধাৰ কৰি অনাৰ প্ৰয়োজন আছিলে কি ? সিমান যন্ত্ৰণা সহ্য কৰাৰ দৰকাৰ আছিলে কি ? উস্ ! মই এতিয়া কি সতেৰে অযোধ্যালৈ উলটি যাওঁ ? কৌশল্যা মাতৃয়ে যদি সোধে "লক্ষ্মণ ! মোৰ প্ৰাণৰ সীতাক তই ক'ত থই আহিলিগৈ ?" তেতিয়া মই কি কম ? আৰু যেতিয়া কান্দি কান্দি উৰ্ম্মিলাই সুধিব "নাথ ! বাইটিক আপুনি ক'ত এৰি থৈ আহিলেগৈ ?" তেতিয়ানো মই কি বুলি প্ৰবোধ দিম ?

**গীত**

কি সঁতেৰে আজি মই ঘৰলৈ উলটি যাওঁ ?
মাতৃসবে যদি সোধে তেতিয়ানো কিনো কওঁ ?
উৰ্ম্মিলাই কৰি শোক
যদি ৰাতি সোধে মোক
নাহিলে বাইটি কিয় ? কি কই মই বুজাওঁ ?

সীতা ঃ ( কান্দি কান্দি ) লক্ষ্মণ ! মোৰ অদৃষ্টত যিহকে আছিলে সেয়ে হৈছে, ইয়াত কাৰো দোষ নাই ! লক্ষ্মণ ! এই ঘোৰ অৰণ্যত মোৰ কি গতি হ'ব ? মই মৰিবলৈ ভয় কৰা নাই, কেৱল তিনিটা কাৰণত মোৰ দুখ লাগিছে। প্ৰথমতে, মই আহিবৰ সময়ত প্ৰভু শ্ৰীৰামচন্দ্ৰ আৰু মাতৃসকলৰ চৰণত বিদায় লৈ আহিবলৈ নহ'ল, দ্বিতীয়তে, প্ৰভু শ্ৰীৰামচন্দ্ৰই মোক ছল কৰি বনলৈ পঠিয়ালে ; তৃতীয়তে, এই তপোবনৰ মাজত এই অভাগিনী সীতাৰ গৰ্ভত থকা শিশুটিৰ অৱস্থা কি হ'ব ? লক্ষ্মণ ! এই তিনিটা দুখেই মোৰ মৰ্ম্মভেদী হ'ল ! লক্ষ্মণ ! মই যদি পূৰ্ণগৰ্ভা নহলোহেঁতেন, তেনেহ'লে এই মুহূৰ্ত্ততে তোমাৰ আগতেই ভাগীৰথীত পৰি মই প্ৰাণত্যাগ কৰিলোহেঁতেন। সেই যাহক লক্ষ্মণ ! তুমি আৰু ইয়াত থাকিব নালাগে ; তুমি এতিয়া অযোধ্যালৈ উলটি যোৱাঁগৈ।

লক্ষ্মণ ঃ এই তপোবনৰ মাজত আপোনাক মই অকলে অকলে কেনেকৈ এৰি থৈ যাওঁ ? উস্ ! দেৱি ! আপোনাৰ প্ৰাণবধ কৰিবৰ নিমিত্তেই কি মোৰ জন্ম হৈছিল ?

( লক্ষ্মণৰ কান্দোন )।

সীতা ঃ লক্ষ্মণ ! তুমি আৰু নাকান্দিবা। তুমি ধৈৰ্য্য ধৰা। সকলোবিলাক মোৰ অদৃষ্টৰ ফেৰতেই হৈছে। তুমি সেই নিমিত্তে কাতৰ নহবা। সৌৱা ওচৰতেই বাল্মীকিৰ তপোবন, তুমি যোৱাঁগৈ, মই আশ্ৰমত নিশ্চয় আশ্ৰয় পাম ; তুমি মোৰ নিমিত্তে কোনো চিন্তা নকৰিবা। এতিয়া তুমি মোৰ চিন্তা এৰি দি, শীঘ্ৰে প্ৰভু শ্ৰীৰামচন্দ্ৰৰ ওচৰলৈ যোৱাঁ। তেওঁ মোক পৰিত্যাগ কৰি নিশা কাতৰ হৈছে, তাত কোনো সন্দেহ নাই। যাতে তেওঁৰ শোক নিদাৰুণ হয়, তাৰ নিমিত্তে তুমি বিশেষ যত্ন কৰিবা। লক্ষ্মণ ! তুমি দাদাৰাৰ আগত কবাগৈ, বোলে মোৰ নিমিত্তে শোক কৰাৰ কোনো আৱশ্যক নাই, তেওঁ সুবিবেচনাৰ কামকেই কৰিলে, প্ৰাণপণে প্ৰজাৰ মন ৰঞ্জন কৰাই ৰজাৰ প্ৰধান ধৰ্ম, মোক পৰিত্যাগ কৰি তেওঁ মুঠে সেই ৰাজ ধৰ্ম্মকেই প্ৰতিপালন কৰিছে মাথোন। আৰু কবা, যে লোকৰ গ্লানিৰ ভয়ত তেওঁ যদিও মোক অযোধ্যাৰ পৰা দূৰ কৰিলে, তথাপি যেন মনৰ পৰা তেওঁ মোক আঁতৰ নকৰে। ময়ো তপোবনত থাকি এই কামনাৰে তপস্যা কৰিম, যেন জন্মে জন্মে তেওঁকেই মই স্বামী পাওঁ। (কান্দোন)। লক্ষ্মণ ! মোৰ অদৃষ্টত কি ঘটিছে তাৰ নিমিত্তে মই ইমান কাতৰ হোৱা নাই। পাছে তোমাৰ দাদাৰ মনত দুখ হয়, এই বুলিহে মই অস্থিৰ হৈছোঁ। তেওঁ যেন মোৰ কাৰণে কোনো দুখ নাপাই, তাৰ নিমিত্তে তুমি চেষ্টা কৰিবা। লক্ষ্মণ ! তুমি সদায় তেওঁৰ ওচৰতে থাকিবা, ক্ষন্তেকৰ নিমিত্তেও তেওঁক তুমি

অকলে থাকিবলৈ নিদিবা ; অকলে থাকিলেই তেওঁৰ মনত নানা ৰকম দুশ্চিন্তাবিলাক আহি উপস্থিত হ'বহি। তেওঁ ভালে থাকিলেই মোৰো ভাল ; তেওঁ যাতে সুখে থাকে তাৰ নিমিত্তে তুমি বিশেষৰূপে চকু দিবা। (লক্ষ্মণৰ হাতত ধৰি) কোঁৱা লক্ষ্মণ ! মোৰে শপত কোঁৱা, তুমি মোৰ কথামতে কাম কৰিবা। তপোবনত থাকি যদি কাৰোবাৰ মুখে শুনিবলৈ পাওঁ, যে প্ৰভু শ্ৰীৰামচন্দ্ৰ ভালে আছে, আৰু লক্ষ্মণে তেওঁক বিশেষ যত্ন কৰিছে, তেনেহ'লেই মোৰ সকলোবিলাক দুখ দূৰ হ'ব।

লক্ষ্মণ ঃ দেৱি ! মই আপোনাৰ আদেশ পালন কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিম। (কান্দোন)

সীতা ঃ লক্ষ্মণ ! তুমি আৰু কান্দিছা কৌলে ? মোৰে শপত নাকান্দিবা।

লক্ষ্মণ ঃ দেৱি ! আপুনি জানেই মই প্ৰভু শ্ৰীৰামচন্দ্ৰৰ একান্ত আজ্ঞাবহ ; তেওঁ যিহকে কৰিবলৈ কয়, মই তাকে কৰোঁ। প্ৰাণপণে জ্যেষ্ঠ ভ্ৰাতৃৰ আজ্ঞা প্ৰতিপালন কৰিব লাগে, এয়েই শাস্ত্ৰৰ নিয়ম। এই নিয়মৰ বশৱৰ্ত্তী হৈয়েই, আজি মই এই মহৎ অন্যায় কাৰ্য্য কৰিলোহি ! দেৱি ! আপুনি মোক ক্ষমা কৰিব। ( লক্ষ্মণে সীতাৰ চৰণত দীঘল দি পৰে )

সীতা ঃ ( লক্ষ্মণৰ মূৰত হাত দি ) লক্ষ্মণ ! তোমাৰ অপৰাধ কি ? অকাৰণ ইমান ব্যাকুল হৈছা কিয় ? তোমাৰ ওপৰত অসন্তুষ্ট হোৱা দূৰে থাওক, মই কায়বাক্যমনে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিম, যেন - জন্মে জন্মে তোমাৰ নিচিনা সদগুণী দেৱৰ পাওঁ। লক্ষ্মণ ! তুমি চিৰজীৱী হৈ থাকা। তুমি অযোধ্যালৈ গই, প্ৰভু শ্ৰীৰামচন্দ্ৰক আৰু কৌশল্যাদি মাতৃসকলক মোৰ সেৱা জনাবাগৈ ; ভৰত শত্ৰুঘ্ন আৰু উৰ্ম্মিলাদি ভনীটিহঁতক মোৰ মৰম দিবাগৈ। লক্ষ্মণ ! তোমাৰ ওচৰত মোৰ আৰু এটা কথা আছে, মই চিৰ দুখুনী ; মোৰ অদৃষ্টত বিধাতাই সুখ লিখা নাই, সেইবুলি মোৰ সৰ্বনাশ ঘটিলে ! কিন্তু যাতে মোৰ ভনীকেইজনীয়ে দুখ নাপায়, তাৰ নিমিত্তে তুমি বিশেষ যত্ন কৰিবা।

লক্ষ্মণ ঃ "দেৱি ! আপুনি যি কৈছে মই তাৰ নিমিত্তে বিশেষ যত্ন কৰিম। ( প্ৰণামপূৰ্বক ) দেৱি ! তেনেহলে মই যাওঁ, এই চিৰদাস লক্ষ্মণক প্ৰসন্ন মনে বিদায় দিয়ক। সৌৱা অলপ গলেই বাল্মীকিৰ আশ্ৰম– ( লক্ষ্মণৰ প্ৰণাম আৰু কান্দোন )

সীতা ঃ লক্ষ্মণ ! তুমি যোৱাঁগৈ, মোৰে শপত তুমি আৰু নাকান্দিবা। ( মূৰত হাত দি ) তুমি চিৰজীৱী হোৱা, লক্ষ্মণ ! তোমাক ঈশ্বৰে মঙ্গল কৰোক।

( লক্ষ্মণৰ প্ৰস্থান, আশ্ৰমৰ ফালে সীতাৰ গমন )

## তৃতীয় গৰ্ভাঙ্ক– বাল্মীকিৰ তপোবন

( এটা জোপাৰ আঁৰত বাল্মীকি। কিছু দূৰত আন এটা জোপাৰ আঁৰত সীতা কান্দি কান্দি উপবিষ্টা ; বনলতা আৰু মালতীৰ প্ৰৱেশ )

বনলতা ঃ সখি ! ফুল তুলিবৰ সময় পালেহি। মুনিয়ে দেখিলে আমাক বৰ খঙ কৰিব, ব'লা ফুলনিলৈ যাওঁহক।

মালতী ঃ এৰা সখি ! যাওঁ বলা। নে,

অলপমান ৰোৱাঁচোন, মই ভালকৈ কানি-কাপোৰ পিন্ধি আহোঁগৈ । সখি ! মোৰ খোপাটো ভালকৈ বান্ধি দিয়া ।

বনলতা : সখি ! তুমিও ভাল কথাবোৰকে কৈছা । তোমাৰ কথা শুনিলে তোমাৰে স'তে মোৰ ফুৰিবলৈকে মন নাযায় । সংসাৰত্যাগী মুনিৰ আশ্ৰমত থাকিও তোমাৰ ভাল সাজ-পাৰ পিন্ধিবলৈ মন যায় ? খোপাটো আকৌ ভালকৈ বান্ধি দিব লাগে ? সখি ! তোমাৰো মনটো বাৰু । তেনেহলে মুনিৰ আশ্ৰমত থকাৰ প্ৰয়োজন কি ? নগৰত থকাই ভাল ।

মালতী : সখি ! মুনিৰ আশ্ৰমত থাকিলেই যে খোপা বান্ধিব নাপায় আৰু ভালকৈ কাপোৰ-কানি পিন্ধিব নালাগে, এনে নহয় । যি পিন্ধে, সি অৰণ্যত থাকিলেও পিন্ধিব । যাহ'ক সখি ! ব'লা যাওঁ, ফুল তোলাগৈ ।

গীত

ব'লা সখি ! ফুল তোলো গই ফুলনি বনত ।
ফুলনিৰ দেখি ফুল প্ৰীতি লাগিব চকুত ॥
ভোমোৰা ভোমৰী দুটি
একেলগে বহি, সখি !
কৰা দেখি মধুপান, তৃপ্তি হ'ব অন্তৰত ।

( দুয়ো সখি অলপ যায় )

বনলতা : সখি ! সৌফালে দেখোন কাৰোবাৰ কান্দোন শুনা যেন কৰিছে ? কোনে নো- কান্দিছে, ব'লাচোন চাওঁগৈ ।

মালতী : ( কাণপাতি শুনি ) হয়, সখি ! মাইকী মানুহৰ কান্দোন যেন শুনিছোঁ । মুনিৰ তপোবনত নো ক'ৰ মানুহজনীয়ে কান্দিবলৈ আহিল ? সখি ! চাওঁগৈ ব'লাচোন ।

( দুয়ো আকৌ অলপ যায় )

বনলতা : ( সীতাক দেখি ) সখি ! চোৱাঁচোন, সৌ মানুহজনী যি ঠাইত বহি কান্দিছে, সেই ঠাইডোখৰ কেনেকৈ পোহৰ হৈছে । সখি ! বোধহয় তাত জুই লাগিছে ।

মালতী : ( অলপ ৰই থাকি ) সখি ! সেইটো মানুহজনীৰ ৰূপৰ পোহৰহে, তাত জুই লগা নাই ।

বনলতা : ছি ! ছি ! সখি ! এনেকথা কবলৈ তোমাৰ বেয়া নালাগেনে ? মানুহৰ ৰূপৰ পোহৰতনো ক'ৰবাত বন পোহৰ হয়নে ?

মালতী : তেনেহ'লে, সখি ! ব'লাচোন, মুনিঠাকুৰক কওঁগৈ ।

( দুয়ো মুনিৰ ওচৰত উপস্থিত )

বনলতা : মুনিঠাকুৰ ! আমি ফুল তুলিবলৈ গৈ দেখিলোঁ তপোবনত জুই লাগিছে, আৰু সেই জুইৰ মাজতে এজনী মাইকী মানুহ কান্দি কান্দি আছে । আমালোকে ভয়তে ওচৰ চাপিবলৈ নহ'ল ।

বাল্মীকি : কি ! মোৰ তপোবনত জুই লাগিব পাৰে ? বাৰু, চাওঁগৈ ব'লাচোঁহঁক ।

( বনলতা মালতীয়ে স'তে মুনিৰ সীতাৰ ওচৰত উপস্থিত )

বনলতা : মুনিঠাকুৰ ! সৌৱা চাওক ।

বাল্মীকি : ( সীতালৈ চাই ) দেৱি ! তুমি কোন ? অকলে অকলে এই তপোবনৰ মাজত কিয় কান্দিছা ? তোমাৰ ৰূপ দেখি মোৰ মনত নানা ৰকম সংশয় উপস্থিত হৈছে । তুমি কি নাৰায়ণৰ নাৰায়ণী ? নে

ইন্দ্ৰৰ ইন্দ্ৰাণী ? মোৰ তপোৱন পৱিত্ৰ কৰিবৰলৈকে কি তুমি পৃথিৱীত অৱতীৰ্ণা হৈছা ? নে তুমি কোনোবা মায়াবিনী ৰাক্ষসী ? কু-অভিপ্ৰায় লৈ মোৰ তপোবনলৈ আহিছা ? বা কোনো ৰজাৰ মহিষী ! তুমি যিয়েই হোৱা, শীঘ্ৰে মোক তোমাৰ যথাৰ্থ পৰিচয় দিয়া ।

(অসমাপ্ত)

## "উঠা প্ৰভু"

( এটি সংলগ্ন ছনেট্ )

চতুৰ্মুখ চাৰিমুখে কৰে বেদ উচ্চাৰণ
চাৰি হাতে কৰে সৃষ্টি জীৱ চৰজন।
মদমত্ত ভোলানাথ, ৰুদ্ৰৰূপ ধৰি
কৰিছে নিতউ প্ৰভু ! তাক সংহাৰণ ॥
কদলী বনত যেনে কৰিবৰ
তযু জীৱ উদ্যানত তেনে তমঃ গুণ
ভাগে চিঙে দলে নিতে উদ্যানৰ ফুল
বিনাশি অসংখ্য তাৰ শোভা অতুলন ॥
প্ৰিয়তমা তযু, প্ৰভু ! কমলা চঞ্চলা
কৰে তাতে মহাখেলা, পাতি ক্ৰোড়পতি
কালে হইঁৱায় আজি, কালি কৰি তাক
পথৰ ভিক্ষাৰী দিয়ে অশেষ দুৰ্গতি ॥
উঠা প্ৰভু ! কি সুখত তুমি অনন্ত শয্যাত
ইদৰে নিদ্ৰিত আজি মহানন্দে অচিন্তাত ?

"সন্দৰ্ভ" ২৫।৭।২৩

মোৰ 'জন্মপত্ৰিকাত' দেখিলো মোৰ ১৭৯৭ শকৰ (ইং ১৮৭৬ খৃষ্টাব্দৰ) পুহ মাহৰ ২৮ দিন যাওঁতে কৃষ্ণ প্ৰতিপদ তিথিত জন্ম হয়। মোৰ দেউতাৰ (পিতৃদেৱতাৰ) নাম (জন্ম, শঁক, পিতৃনাম) ঘনশ্যাম আছিল। কিন্তু সাধাৰণতে মানুহে তেওঁৰ নাম চিকৌ গঁগে আছিল বুলিহে জানিছিল। তেওঁৰ ঘৰুৱা নাম বুটি আছিল, সেইকাৰণে বিশেষকৈ তেওঁৰ সমনীয়া বন্ধুবিলাকে বুটি গঁগে বুলিছিল। আহোমৰ ভিতৰত " সাতঘৰীয়া" আহোমেই সৰ্ব্বপ্ৰধান। সেই সাতঘৰীয়া আহোমৰ সন্দিকৈৰ বংশত মোৰ জন্ম হয়। আহোম ৰাজত্বত সন্দিকৈৰ ঘৰ বৰ প্ৰতাপী মানুহ আছিল, এই বংশত ১২ জনা (বংশ পৰিচয়) বৰবৰুৱা আৰু ৮ জনা বৰফুকন হৈ গৈছে। এই সকলৰ বাহিৰেও, তলখাপৰ ফুকন, বৰুৱা, ৰাজখোৱা প্ৰভৃতি বিষয়ো বহুতে খাইছিল। এই বংশৰ বিশেষ প্ৰতাপশালী ৰাজমন্ত্ৰী ভদৰি বৰুৱাৰ নাম অনুসৰি আমি ভদৰি বৰবৰুৱাৰ নাতি বুলি পৰিচয় দি গৌৰৱ কৰোহঁক। ভদৰি বৰবৰুৱাৰ পুতেক দেউৰাম বৰবৰুৱা, তেওঁৰ পুতেক ডাঙ্গনাভ তেওঁক দুৱলীয়া বৰবৰুৱা বোলা হৈছিল, আৰু তেওঁৰ ঘৰুৱা নাম বৰগঁগে আছিল। তেওঁৱেই আমাৰ পুঠাদেউতা (ককাদেউতা)। ককাদেউতাৰ আৰু দুগৰাকী বৈমাত্ৰেয় ভাই আছিল, মুঠতে সিবিলাক তিনি ককাই-ভাই। ভায়েক দুজনৰ বৰ গৰাকীৰ নাম কন গঁগে, ইজনৰ নাম সৰু গঁগে। কন গঁগে ককাদেউতাক আমি দেখিছিলো, মোৰ যেতিয়া প্ৰায় ১৪/১৫ বছৰমান বয়স তেতিয়াহে তেখেত ঢুকাইছে, দাহ কৰোতে মই শ্মশানত উপস্থিত আছিলো। তেওঁৰ বৈবাহিক জীৱনৰ ফল এগৰাকী কন্যাসন্তান দেখাৰ কথা মোৰ মনত পৰে, তেওঁক আমি কহুমি পেহীদেউ বুলি মাতিছিলো। তেওঁক চৈকটাৰ ফালে বিয়া দিছিল, ঘৰটো মই পাহৰিলো, আৰু তেওঁৰ সতি-সন্তান কোনোবা এতিয়া আছেনে নাই তাকো নাজানো। ঘৈণীয়েক ঢুকুৱাৰ পিছত, কন গঁগে ককাদেউতাই বৰলা ভাত খাই, শেষত বুঢ়াকালত চুটীয়া কুলৰ লোকৰ এবেহাৰাবী তিৰোতা এজনী নিজৰ তিৰোতাকৈ ৰাখিছিল। এই সম্মিলনৰ ফল স্বৰূপে সৰু নামে এক পুত্ৰ সন্তান বৰ্ত্তমান আছে। সম্বন্ধত সৰু মোৰ খুড়া হয়। কিন্তু তেওঁৰ আচৰণ আৰু স্বভাৱ চৰিত্ৰ অতি জঘন্য, মাতৃকুলৰ অনুৰূপ, মোৰ নিজ বংশৰ মানুহ

বুলি চিনাকী দিবলৈও লাজহে লাগে। 'সৰুগঁগৈ' ককাদেউতাক আমি দেখা নাই। তেখেতৰ দুটি ল'ৰা-ছোৱালী আমাৰ লগতে আছিল। ছোৱালীটি ডাঙৰ,– ফেদেলী পেহীদেউ, লৰাটি- সৰু-ৰঘুনাথ খুড়া। ফেদেলী পেহীদেউক হোলাশ পাৰৰ গোঁহাই গাঁৱৰ মেধী গোঁহাইৰ ভতিজা পুতেকলৈ বিয়া দিয়া হৈছিল। পেহীদেউ এতিয়া ঢুকাল, তেওঁৰে তিলেশ্বৰ নামেৰে এটি পুত্র সন্তান আছিল। এতিয়া কোন ক'ত আছে কব নোৱাৰো। আমাৰো যাবলৈ সময় নাই, সিহঁতে আমাৰ একো খবৰ নকৰে। ৰঘুনাথ খুড়া ডেকা ডাঙৰ হৈছিল, কিন্তু বিয়া বাৰু কৰাবলৈ নহ'ল, বয়সত তেওঁ মোৰ ককাইদেউ ধৰ্ম্মেশ্বৰতকৈ ডাঙৰ আছিল। তেওঁ ফুৰিবলৈ গৈ জয়দাৰ তাত ঢুকালগৈ। আইদেউতাৰ মুখে শুনা আছে মোৰ জন্ম হোৱাৰ আগতে হেনো সৰু গঁগৈ ককাদেউতাই ল'ৰা-ছোৱালীহাল আমাৰ ঘৰত গটাই থৈ, কিবা কাৰণত, গোপনে পলাই গৈ ডিব্রুগড় পায়গৈ, তেওঁ আৰু পুনৰ ঘৰলৈ নাহিল। তেওঁ তাত (কোনোবা এটা 'ছ-মিলত' (Saw Mills)ৰ মহৰি কাম কৰি থাকি কোনোবা সাধাৰণ শ্রেণীৰ আহোমনী ছোৱালী এজনী তিৰোতা ভাবে ৰাখে, কেইটামান - ল'ৰা-ছোৱালীও হৈছিল। মোৰ ককাইদেউ ধৰ্ম্মেশ্বৰে এবাৰ সেইফালে গৈ সেইবোৰক আৰু সৰু গঁগৈ ককাদেউতাক লগ পাইছিলগৈ। বৰ্ত্তমান ককাদেউতা নাই। তেওঁৰ পুতেকহঁত টেঙাখাতত আছে বুলি শুনিছো। সিবিলাকক চিনি নেপাওঁ, মোৰ ভতিজা শ্ৰীমান কিশোৰ শশী আৰু মোৰ পুত্র শ্ৰীমান নলীনিহঁতে সেইবোৰৰ খা-খবৰ কৰি চপাই লবলৈ চেষ্টা কৰিব। হাজাৰেই কি নহওক সিবিলাক আমাৰ নিচেই আপোন।

মোৰ ল'ৰা-কালত আইদেউতাৰ মুখে শুনা আছে আন আন মুখেও শুনিছিলো মোৰ ককা পদ্মনাথ দুৱলীয়া বৰবৰুৱাৰ দিনত আমাৰ ঘৰৰ ধন সম্পত্তি অপৰ্য্যাপ্ত আছিল। তেতিয়া মাথোন আহোমৰ হাতৰ পৰা ইংৰাজ গৱৰ্ণমেন্টে ৰাজ্যভাৰ লৈছিলহে। সৰহ দিন হোৱা নাছিল। এনে প্ৰৱাদ - আছে আহোম ভদ্র বংশত আমাৰ ঘৰৰ নিচিনা ধন সম্পত্তি কাৰো-নাছিল। ভদৰি বৰবৰুৱা কমলেশ্বৰ সিংহৰ দিনত ৰাজমন্ত্রীৰ বাব পাইছিল-, (পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়া তেতিয়া King Maker) ; সেই সূত্রে তেওঁ হেনো অনেক সম্পত্তি উপাৰ্জ্জন কৰিছিল। তেখেতৰ নাতিয়েক মোৰ ককাদেউতা পদ্মনাথ দুৱলীয়া বৰবৰুৱাৰ প্ৰথমা পত্নী দুৱৰাৰ (কোকতীৰ দুৱৰাৰ নহয়) বংশৰ আছিল। তেওঁ এটি মাত্র পুত্র সন্তান প্ৰসৱ কৰিয়েই এই সংসাৰ পৰিত্যাগ কৰে, সন্তানটিৰ নাম চিকন আছিল। চিকন মোৰ বৰ দেউতা হয়। তাৰ পাছত ককাদেউতাই লুঙ্গি ডেকা ফুকনৰ নাতিয়েক সোমেশ্বৰ ডেকা ফুকনৰ জীয়েক ৰেমনী গাভৰুক বিয়া কৰায়, তেওঁৱেই মোৰ আইদেউতা (বা বুঢ়ী আইতা) ; মোৰ পিতৃদেৱ চিকৌ গঁগৈ তেওঁৰ গৰ্ভস্থ একমাত্র সন্তান। আইদেউতা

আমাৰ হাততহে মৰিছে, তেতিয়া মাৰ বয়স ১৪/১৫ বছৰ মান হব। তেওঁৰ মুখে শুনা আছে, তেওঁৰ সপত্নী সন্তান চিকন-বৰদেউতা হেনো ধুনীয়া মানুহ আছিল, তেওঁক দেখিলে হেনো মানুহে বৈ বৈ চাই থাকে। এদিন আমাৰ - আত্মীয়ৰ ঘৰত হেনো এখন বিয়া হৈছিল, ককাদেউতাৰ নিতান্ত অনিচ্ছা স্বত্তেও ৰাজগুৰু ফুকনৰ বংশৰ চিকন বৰদেউতাৰ সমনীয়া কেইগৰাকীমান বন্ধুৰ অনুৰোধ এৰাব নোৱাৰি, তেওঁক (বৰদেউতাক) ৰাজ অলঙ্কাৰ পিন্ধাই সেই বিয়ালৈ পঠোৱা হৈছিল। বিয়া চাই আহি চিকন বৰদেউতা হেনো পাছদিনা ঘৰ পোৱা মাত্ৰকে তেওঁৰ ঘূ-ঘূৱা অলপ জ্বৰ হ'ল। সেই - সামান্য জ্বৰতেই তেওঁৰ তাৰ পাছদিনা মৃত্যু ঘটিল। মোৰ আইদেউতাই তেওঁৰ নিজ জীৱনৰ শেষ মুহূৰ্ত্তলৈকে কৈ দুখ কৰা মোৰ শুনা আছে, বোলে মোৰ বোপাইক (চিকন বৰদেউতাক) ৰাজগুৰুৰ ঘৰৰ বামুনখনে ৰাজঅলঙ্কাৰ পিন্ধাইহে মানুহৰ মুখ লগাই মাৰিলে। সপত্নীৰ সন্তানৰ ওপৰত যে বেমাতৃৰ এনেকুৱা স্নেহ থাকিব পাৰে, মোৰ কিন্তু দেখা ইয়াকে প্ৰথম বুলিব পাৰো। মোৰ নিজ পিতৃৰ (দেউতাৰ) জন্ম বৰদেউতাৰ মৃত্যুৰ পাছতহে হৈছে। তেখেতো আইদেউতাৰ জীৱদ্দশাতে ঢুকাইছে, কিন্তু - নিজৰ পুতেকৰ নিমিত্তে দুখ বেজাৰ কৰা আইদেউতাক নিচেই কমহে দেখিছিলো। অনবৰত তেওঁ তেওঁৰ সপত্নী সন্তান চিকন বৰদেউতাৰ নিমিত্তেহে শোক কৰি চকুলো টোকা দেখা মোৰ মনত পৰে। চিকন বৰদেউতাৰ মৃত্যু হোৱাত মোৰ দেউতা (পিতৃ) চিকৌ গঁগেয়েই ককাদেউতাৰ একমাত্ৰ সন্তান, আলাসৰ লাডু। ককাদেউতাই তেওঁক ১৬ বছৰত মোৰ আইতাক (মাতৃক) বিয়া কৰাই দিয়ে। মোৰ আইতা যোগেশ্বৰ সিংহ স্বৰ্গদেৱৰ পুত্ৰ ডম্বৰুধৰ যুৱৰাজৰ প্ৰথমা কন্যা উষা আইদেউ। আইতাৰ আপোন ককাউদেৱৰ নাম কৃষ্ণৰাম সিং, তেওঁক সাধাৰণতে মানুহে মৌজাদাৰ বুলি জানে। (কাৰণ তেওঁ, মৰিয়নীৰ ফালে মৌজা খাইছিল)। তেওঁক মই দেখিছিলো, কিন্তু তেওঁ ইমান শকত আছিল যে মই তেওঁক দেখা পালেই ভয়তে কান্দিছিলো, তাতশালৰ খুটাবোৰৰ মাজেদি একতীয়া হৈহে তেওঁ পাৰ হব পাৰিছিল; আৰু বহি থাকিলেও তেওঁক থিয় দি থকা মানুহ যেন ওখ দেখাইছিল, তেখেত আজানুলম্বিত পুৰুষ আছিল, হাত দুখন আঁঠু পাইছিলগৈ তেওঁ আমাৰ নিচাদেউতা হয়। (যাহক অনাহোম সকলে বৰমোমাইক জেঠ পা বোলে হব পায়)। নিচাদেউতাৰ দুই কন্যা (পূৰ্ণ বাইদেও আৰু সৰু বাইদেউ) দুই পুত্ৰ (ওমৰ সিং আৰু কুমৰ সিং), পূৰ্ণ বাইদেউক চৈকতাৰ ফালে বকতিয়ালৰ মান গঁগেৰ পুতেকলৈ বিয়া দিছিল। তেওঁৰ দুটি ছোৱালীক কৰঙ্গাৰ গোলাপ হাতীবৰুৱাৰ পুতেক এগৰাকীয়ে বিয়া কৰিছে। নাম আৰু কোন ক'ত আছে কব নোৱাৰো। সৰু বাইদেউক মাদুৰীৰ ঘণ্টাকৰণ গোঁহাইৰ পুতেকলৈ বিয়া দিছিল, তেওঁৰ বৰ্ত্তমান

কোন ক'ত আছে কব নোৱাৰো। সৰু বাইদেউক মাদুৰীৰ ঘণ্টাকৰণ গোঁহাইৰ পুতেকলৈ বিয়া দিছিল, তেওঁৰ বৰ্ত্তমান কোন ক'ত আছে কব নোৱাৰো। সিবিলাক দুয়ো গৰাকী বাইদেৱেই ঢুকাল। ওমৰ সিং ককাইদেউ মোৰ ককাইদেউ ধৰ্ম্মেশ্বৰতকৈ ডাঙৰ। তেওঁৰ ল'ৰা ৪টি (দুৰ্গা, শিব, ৰাজেশ্বৰ আৰু চন্দ্ৰ)। দুৰ্গাৰেই স্বভাৱ চৰিত্ৰ ভাল যেন লাগে, বাকীকেইজন মোৰ মতে "পাগল" আৰু "জঘন্য"। কুমৰ সিং বয়সত মোতকৈ এবছৰ মানৰ সৰু। তেওঁৰ ছোৱালী এজনী আৰু ল'ৰা এটি (জয়চন্দ্ৰ)। ছোৱালীজনী পূৰ্ণানন্দ বুঢ়গোঁহইৰ পৰিনাতি কুমুদেশ্বৰ বুঢ়াগোঁহাইয়ে – (Excise Inspector) বিয়া কৰাইছে; ল'ৰাটি জয়চন্দ্ৰ কটন কলেজত I.A পঢ়িছিল, (ময়ো দুখী দুখী অৱস্থাৰে যথাশক্তি কলেজত পঢ়া ডোখৰত প্ৰতিমাহে সহায় কৰিছিলো)। তাৰ পিছত সি যোৰহাটৰ কছাৰীত Paid professional হৈ কাম কৰিছিল; কিন্তু দুখৰ বিষয় অকালতে তাক কালে মোৰ বুলি আমাৰ মাজৰ পৰা লৈ গ'ল। মই তাক বৰ মৰম কৰিছিলো, তাৰো নিশ্চয় মোলৈ ভক্তি আছিল, তাৰ অকাল মৃত্যুত মই অন্তৰত যি শোক পালো, সেইটো প্ৰকাশ কৰা সহজ নহয়। জয়ৰ মৃত্যুত মোৰ মাতৃকুল এক হিচাপে লোপ পালে বুলি ভাবিছো। জয়ৰ বাপেক কুমুদেশ্বৰ বুঢ়াগোঁহাইৰ পত্নী মোৰ ভতিজা জী কাজেই মোৰ ভতিজা শশীৰ তেওঁ বায়েক হয় আৰু তেওঁৰ জীয়েক (কমলিনী) এতিয়া গাভৰু হৈছে, শশীহঁতৰ ভাগিনী হয়। শশীৰ মুখে শুনিছো শশীৰ আগত হেনো কমলিনীৰ "পৰ্দ্দা" ইয়াতকৈ হৰি! হৰি!! আহোম সমাজৰ আৰু কি বেছি অধঃপতন হব পাৰে মই ভাবি পোৱা নাই। আহোমৰ কোনো যুগতে পূৰ্ব্বে "পৰ্দ্দা" নাছিল, আহোমৰ তিৰোতাসকলে পূৰ্ব্বে অবাধে ৰাজকাৰ্য্য আৰু ৰণক্ষেত্ৰতো যোগ দিছিল, আৰু আমাৰ মনত পৰা কাললৈকে, আমাৰ আইতা আৰু বাইদেউহঁত, অধিক কি দুৰ্গেশ্বৰ বুঢ়াগোঁহাইৰ ডাঙৰীয়ানী– ধৰ্ম্মেশ্বৰী আইদেউ সকলো অবাধে বিনা "পৰ্দ্দাই" হাতীত উঠি ইফালে সিফালে অহা-যোৱা কৰিছিল, মোৰ নিজ চকুৰে দেখা মই কব পাৰো। কিন্তু আজি মোৰ ভতিজা শশীৰ আগত মোৰ নাতিনী কমলিনীৰ "পৰ্দ্দা" !! ইয়াৰ উত্তৰ, মই আশাকৰো কুমুদেশ্বৰ বুঢ়াগোঁহাইয়ে ৰাইজৰ আগত দাখিল কৰিব।

১১।২।৩২ দেউতাৰ যেতিয়া বয়স ১৭ বছৰ তেতিয়া আমাৰ বৰবাইদেওৰ জন্ম হয়। তেওঁৰ নাম মুক্তেশ্বৰী আছিল। (ঘৰত মতা নাম কমল আইদেও) তেওঁ পাছত ৰত্নেশ্বৰী (ঘৰুৱা নাম ৰাঙ্গল) আৰু তেওঁৰ পিছত দুৰ্গেশ্বৰী জন্ম হয়। দুৰ্গেশ্বৰীৰ ঘৰুৱা নাম লুথুৰি আইদেও আছিল। সিবিলাকৰ পিছত মোৰ ককাইদেউ ধৰ্ম্মেশ্বৰৰ জন্ম হয়, (ঘৰুৱা নাম বৰ বোপাটি)। ককাইদেউ জন্ম হোৱাৰ পিছত আইতাৰ পাঁচ বছৰলৈ কোনো সতি-সন্তান হোৱা নাছিল, মানুহে ভাবিছিল আইতাৰ আৰু ল'ৰা-ছোৱালী

নহব। ঈশ্বৰৰ ইচ্ছা, ককাইদেও জন্ম হোৱাৰ পাঁচ বছৰৰ পিছত এই অভাজনৰ জন্ম হয়। মুক্তেশ্বৰী বৰবাইদেউকে দুৰ্গেশ্বৰী সৰু বাইদেউকে পূৰ্ণানন্দ বুঢ়া গোঁহাই ডাঙৰীয়াৰ বংশধৰ লোকেশ্বৰ সিংহ বুঢ়া গোঁহায়ে বিয়া কৰায়। বৰ বাইদেউ মুক্তেশ্বৰীৰ ছোৱালী পাঁচজনী, (তুলসী, কুশেশ্বৰী, ফুল, কলী আৰু বগী) আৰু এটি ল'ৰাও হৈছিল। তুলসীক খুড়া দিহীঙ্গিয়া ফুকনৰ নাতি পূৰ্ণলৈ বিয়া দিয়া হৈছিল, তাই এতিয়া ঢুকাল, তাইৰ একমাত্ৰ সন্তান কনআইতা, তাইক টিয়কৰ ফালৰ ৰামমোহনলৈ বিয়া দিছিল, ৰামমোহন গৰু ম'হৰ ডাক্তৰ আছিল। ৰামমোহন এতিয়া ঢুকাল, কন আইতাৰ অৱস্থালৈ ভাবিলে বৰ দুখ লাগে। কুশেশ্বৰীক আনি বৰপাত্ৰৰ ঘৰৰ ভৰলৈ বিয়া দিছিল, তাইৰ ল'ৰালুৰি মই ভালকৈ কব নোৱাৰো। ফুল ৬ বছৰমান বয়সতে ঢুকাল, তাইৰ পিছত হোৱা লৰাটিও ১ বছৰমান বয়সতে ঢুকায় তাৰ পিছত কলীৰ জন্ম হয়। কলীক সৰুতে আইতাই আমাৰ ঘৰলৈ আনি ডাঙৰ দীঘল কৰে, কাৰণ তেতিয়া মোৰ সৰুভনী বিমলাৰ মৃত্যু হোৱাত আইতাৰ বুকু শুদা হৈ পৰিছিল। আইতা ঢুকুৱাৰ পিছত কলীক মই নিজে ধন খৰচ কৰি বৰ্তমান নাজিৰ কুশৰাম বৰুৱালৈ বিয়া দিওঁ, কলীয়ে কিন্তু সেই কথা পাহৰিলে কুশৰামহঁত 'জৰধৰা' খেলৰ আহোম মানুহ। কলীৰ ল'ৰা দুটা – ছোৱালী এজনী। দুটা ল'ৰা পঢ়া-শুনাত ভাল হৈছে। ছোৱালীজনীও ভাল হৈ উঠিছে। পৰমেশ্বৰে কৰিলে তাইৰ ভালৰ আগন্তুক আছে। কলীৰ পিছত বগীৰ জন্ম, বগীক কুকুৰাচোৱা বৰুৱাৰ ঘৰৰ চন্দ্ৰকান্ত বৰুৱা B.A. লৈ বিয়া দিয়া হৈছে। তাইৰো ল'ৰা-ছোৱালী কেইবাটাও হৈছে। ক্ষুদ্ৰ বৰুৱাই বৰ্তমান গোলাঘাট বেজবৰুৱা গৱৰ্ণমেণ্ট হাইস্কুলত মাষ্টাৰি কাম কৰে।

১২।২।৩২ ৰত্নেশ্বৰী (বা-ৰাঙ্গল) বাইদেউক পূৰ্ণানন্দ গোঁহাইৰ বংশৰ ওপৰ দৈয়ঙ্গীয়া ৰাজখোৱাৰ নাতিয়েক মালভোগ গোঁহাইয়ে বিয়া কৰাইছিল। মালভোগ ভিনদেউ ককাদেউতাকক বঙ্গালী গোঁহাই বুলিও জানে, কিয়নো তেওঁৰ জন্ম বঙ্গাল দেশত হৈছিল। বঙ্গালী গোঁহাই ৰুচিনাথ বুঢ়াগোঁহাইৰ ভায়েক। বাইদেউৰ ছোৱালী তিনিজনী হোৱাৰ পিছত ঢুকাল। ছোৱালীকেইজনীৰ বৰজনী (বৰ আইদেউ) নৰা কোঁৱৰৰ এজন ডেকাই বিয়া কৰাইছিল, এতিয়া বৰ আইদেউ ঢুকাল, সতি সন্তান কি আছে নাই কব-নোৱাৰো। দ্বিতীয় জনীৰ নাম বগী, তাই ঘনশ্যাম বৰা, পুলিচৰ চৱইন্‌চপেক্টৰলৈ পৰিছে, ঘনশ্যাম এতিয়া বৰতলী থানাত আছে, ল'ৰা-ছোৱালী কি হৈছে কব নোৱাৰো। সৰুজনীৰ নাম চন্দ্ৰা। চন্দ্ৰা কাকডঙ্গাৰ মোজাদাৰ সোমেশ্বৰ শইকীয়ালৈ পৰিছিল, দুখৰ বিষয় সোমেশ্বৰ ঢুকাল, লৰা এটি (বসন্ত) সম্প্ৰতি আমাৰ- ঘৰতে থাকি যোৰহাটত ইংৰাজী পঢ়িছে। বাইদেউৰ মৃত্যুৰ পিছত, মালভোগ ভিনীদেউৱে মেলেঙ্গাৰ ডম্বেশ্বৰ গোঁহাইৰ জীয়েক এগৰাকী বিয়া কৰায়, (ডম্বেশ্বৰ

গোঁহাইক বৰগোঁহাই পৰীয়া বুলি কয়) ; তেওঁৰ গৰ্ভতে উপেনৰ জন্ম। উপেন মোৰ বাইদেউৰ সতিনীয়েকৰ লৰা। তাঁলেকে মোৰ সৰুভনী জয়দাৰ দ্বিতীয় কন্যা চাৰুক বিয়া দিয়া হৈছে, উপেন B.A পাছ, কলেজত পঢ়োতে মোৰ জোঁৱাই উমাই তাক পঢ়াৰ খৰচ যোগায়। উপেন সম্প্ৰতি গৌহাটীত আছে, সি Co-Operatie credit society ৰ ইনচ্‌পেক্তৰ কাম কৰে।

দুৰ্গেশ্বৰী (বা নুথুৰী) আইদেউ লোকেশ্বৰ বুঢ়াগোঁহাইৰ সৰু ঘৈণী। তেওঁৰ গৰ্ভত প্ৰথমে দুজনী ছোৱালীৰ জন্ম হয়। (সাৱিত্ৰী আৰু বিদ্যা) তাৰ পাছত ক্ৰমে গনেশ কাৰ্ত্তিক আৰু সুৰেণ মইনাৰ (ঘৰুৱা নাম সুৰখ) জন্ম হয়। তাৰ পিছত ক্ৰমে আইকন আৰু ভানু। ছোৱালী কেইজনীৰ সাৱিত্ৰীক দুৱৰাৰ ঘৰৰ চেনী দুৱৰালৈ বিয়া দিছে, ল'ৰা ছোৱালী হৈছে। বিদ্যাক ছুফৰাইৰ বৰমহৰি দশৰথ বৰগোঁহাইলৈ দিছে, আইকন পৰিছে বাহনী বাগিছাৰ গৰাকী ফটিক গগৈলৈ। বিদ্যাৰ ল'ৰা-ছোৱালী হৈছে, আইকনৰ ছোৱালী দুজনী। ভানুক সূৰ্য্যকান্ত বৰুৱা C.A.C. ৰ পুত্ৰ কমলাকান্ত বৰুৱা B.L. লৈ বিয়া দিছে। তাইৰ দুটি ল'ৰা হৈছিল– বৰ শোক লগা কথা, দুয়োটি সন্তানেই অগাপিছাকৈ সপ্তাহ দিনৰ ভিতৰতে ঢুকায়। কমলাই এতিয়া গৌহাটীত থাকি ওকালতি কৰিছে। ভাগিন তিনিটাৰ প্ৰথমটো গনেশ, সি চিংলু বাগিছাত কেইবছৰমান বৰমহৰি কাম কৰিছিল, সম্প্ৰতি এতিয়া ঘৰতহে আছেহি। তাৰ প্ৰথম পৰিবাৰ নামডাঙৰ ফালৰ বৰগোঁহাই পৰীয়া গোঁহাই জীয়াৰী, তাই ঢুকাল। তাৰ পিছত লাকুৱাৰ ৰজাৰ কোঁৱৰৰ ছোৱালী এজনী এতিয়া বছৰেকমান হৈছে, গনেশে বিয়া কৰাইছে। আগৰজনীৰ ৰবীয়া ল'ৰা এটাই, ছোৱালী এজনী আছে। কাৰ্তিক অলপতে ঢুকাল। সুৰেণ মইনাই B.L. পাছ কৰি যোৰহাটত ওকালতি কৰিছে। সি সিদিনা অলপতে (২৫ জানুৱাৰী তাৰিখে) ডিব্ৰুগড়ৰ ওচৰৰ দুৱৰা বংশৰ বেদৱতী দুৱৰাক বিয়া কৰাইছে। বেদৱতী শিক্ষিতা ছোৱালী Matric পাছ কৰি কলিকতাত I.A পঢ়িছিলগৈ। সিহঁতৰ পাৰিবাৰিক জীৱন সুখৰ আৰু শান্তিময় হওঁক। সিহঁতৰ গিৰিয়েক ঘৈণীয়েক দুয়োকে মই মোৰ ইয়ালৈ অনাইছিলো, শনিবাৰে গধূলি অনাই সোমবাৰে ন বজা মানতহে পঠাইছো। বিয়াত ককায়েক কুমুদ গোঁহাই নগল, কোনো সহায়ো নকৰিলে, অধিক কি তেওঁৰ সৰু লৰা এটিও দদায়েকৰ বিয়ালৈ নপঠালে। কুমুদ গোঁহাই নিজে সিমান বেয়া মানুহ নহয়, তেওঁক বেয়াভাবে বুজায় বেয়া কৰিছে। কেইটামান "কেলেহুৱা চপনীয়া ইয়াৰ"। "ইয়াৰ" বোৰ তেওঁৰ লগৰ পৰা আঁতৰিলেই কুমুদ গোঁহাইৰ মতৰ পৰিবৰ্তন ঘটিব বুলি মই আশা কৰো। ককাইদেউ ধৰ্মেশ্বৰ মোতকৈ পাঁচ বছৰৰ ডাঙৰ। তেওঁলৈ নগাৱৰ পাত্ৰৰ ঘৰৰ, নাহৰণীৰ কনকেশ্বৰ বৰপাত্ৰ ডাঙৰীয়াৰ ২য় কন্যা মলাই আইদেউক বিয়া কৰোৱা হৈছিল। ককাইদেউ আৰু বৌদেউ দুয়োগৰাকীয়ে এতিয়া স্বৰ্গত।

ককাইদেউ এগৰাকী মাতব্বৰ আৰু অতি বিচক্ষণ বুদ্ধিৰ মানুহ আছিল। তেওঁৰ গাত যিবিলাক গুণ আছিল তাৰ শতাংশৰ এক অংশও তেওঁৰ সন্তান কেইটাৰ কি এই অভাজনৰ গাত নাই। তেওঁলৈ "বনৰ বাঘেও ডৰাইছিল"। তেওঁ ইংৰাজী স্কুলৰ পঞ্চমান শ্ৰেণীলৈকে পঢ়ি প্ৰথমতে পুলিচৰ "ৰাইটাৰ কনিষ্টবল"ত সোমায়, তাৰ পিছত তেওঁ "হেড্ কনিষ্টবল" আজিকালিৰ A.S.I. হয়। পুলিচত তেওঁ ১২ বছৰ কাম কৰি তাৰ পিছত মই বাগিছাত কাম কৰিবলৈ যোৱাত, ঘৰত ঘৰচলাওঁতা মানুহ নাইকিয়া হোৱাত, নিজ ইচ্ছাতে তেওঁ কাম ইস্তফা দি ঘৰ সোমায়হি। তেওঁৰ প্ৰথম সন্তান এটি ল'ৰা হৈছিল, ল'ৰাটিৰ নাম সুৰেণ আছিল। ল'ৰাটি মোৰ অতি মৰমৰ আছিল, মই তেতিয়া স্কুলত পঢ়ো। সদায় সি মোৰ লগতেই খায় আৰু মোৰ লগতে শোৱেও। পাঁচ বছৰ মান বয়সত সি আমাক কন্দুৱাই স্বৰ্গলৈ গ'ল। তাৰ মৃত্যুত মই যি বেজাৰ পালো আনেও বা মাক-বাপেকে পাইছিলনে নাই মই কব নোৱাৰো। তাৰ মৃত্যুৰ পিছত কেইবা বছৰলৈ মই বৰ উদাস হৈ পৰিছিলো। মোৰ 'মালচৰ' 'চনেট'ত আৰু কমতাপুৰ ধ্বংস' কাব্যৰ ঠায়ে ঠায়ে তাৰ অকাল মৃত্যুৰ আভাস আছে। তাৰ পাছতে কিশোৰীৰ জন্ম। কিশোৰীয়ে মেট্ৰিকলৈকে পঢ়ি এতিয়া বৰহোলা বাগিছাত 2nd clark কাম কৰিছে। তালৈ বিয়া কৰোৱা হৈছিল লোকেশ্বৰ বুঢ়াগোঁহাইৰ বৰ পুতেকৰ (মোৰ বাইদেউ দুগৰাকীৰ সতিনীয়েকৰ পুতেকৰ) প্ৰথমা কন্যা ইকনক। বৰ শোক লাগে তাই দুটি কেচুৱা ছোৱালী আমাৰ হাতত দি অলপতে এই সংসাৰ এৰি গ'ল। বৰটিৰ নাম "সোণটি", তাই ঘৰত আছে বয়স ডেৰবছৰ মান হৈছে, সৰুটিক মই মোৰ ইয়ালৈ লৈ আহিলো মাক মৰোতে তাইৰ বয়স মুঠে ২২ দিন, তাইৰ এতিয়া বয়স ৮ মাহ হৈছে; আৰু তাইক লালন-পালন কৰিবৰ ভাৰ মোৰ নুমলীয়া জী কিৰণক দিয়া হৈছে, লগতে চঞ্চলা নামৰ কুলি মাইকী এজনীও ঘৰতে ৰখা হৈছে। কিৰণে ছোৱালীকণৰ নাম "লাজু" থৈছে; লাজুৰ চেহেৰা বেয়া দেখা নাই, পৰমেশ্বৰে কৰক তাই - দীৰ্ঘজীৱি হওক। কিশোৰীলৈ পুনৰ বিবাহ কৰিবৰ নিমিত্তে নগাঁৱৰ মাহীটি'কে (মোৰ মৰমৰ জোঁৱাই উমাৰ ভাগিনীয়েক) স্থিৰ কৰিছো, উমা আৰু মোৰ বৰ-জী হিৰণেও দিব খুজিছে। মাহীটি গৌহাটীৰ ধৰ্ম্মকান্ত বুঢ়াগোঁহাই উকিলৰ নাতিনী, P.W.D হেডক্লাৰ্ক দেবকান্ত গোঁহাইৰ জীয়েক। মাক বাপেক উভয়ে ঢুকুৱাত মাহীটি এতিয়া মোমায়েক উমাৰ লগতে আছে। পাৰিলেই শীঘ্ৰেই এই সম্বন্ধটো ঘটাই পেলাব লাগে। তালৈকে এই মাহৰ ভিতৰতে এবাৰ হিৰণৰ তালৈ যাবলৈ মন কৰিছো, কোনদিনা জানো যাব পাৰো ঈশ্বৰেহে জানে। কিশোৰীৰ পিছতে এজনী ছোৱালী (স্বৰ্ণ)। স্বৰ্ণক গৌৰী দাৰোগাৰ পুতেক কুললৈ বিয়া দিয়া হৈছে, কুলই এতিয়া হাজো থানাত পুলিচৰ চাবৃইন্সপেক্তৰ কাম কৰিছে। সিহঁতৰ দুটি ছোৱালী আৰু অলপতে এটি পুত্ৰ সন্তান

হৈছে। পৰমেশ্বৰে সিহঁতৰ মঙ্গল কৰক। স্বৰ্ণৰ পাছতে সুৱৰ্ণ, সুৱৰ্ণৰ পিছত শশী, শশীৰ পিছত সৌদা, তাইৰ পিছত লৱন আৰু পুতু, তাৰ পিছত ভনী, (মই ভৱানী-বোলো) তাইৰ পিছত একোবাৰে শেষত মিলন, কণেই দেওৰ - সতি - সন্তান ইমানেই। সুৱৰ্ণক-হিলেদাৰি কোঁৱৰ খেলৰ হৰিশ ফুকনলৈ বিয়া দিয়া হ'ল, হৰিশে আসাম কোম্পানীৰ খুমটাই- বাগিছাত "ছোটকেৰাণী" কাম কৰিছে। সম্প্ৰতি সুৱৰ্ণৰ দুটি ছোৱালী হৈছে। সিহঁতৰ ঘৰ জাঁজীৰ মৰাবজাত। চৌভাক বুঢ়া গোঁহাইৰ গৰুধৰীয়া ফৈদৰ ৰমা নাজিৰৰ নাতিয়েক দয়ানন্দলৈ বিয়া দিয়া হৈছে। (দয়ানন্দৰ-দেউতাকৰ নাম পৰমানন্দ গোঁহাই, তেখেতে স্কুলৰ ডেপুটি ইন্সপেক্তৰ কাম কৰিছিল, ঘৰ শিৱসাগৰ টাউনতে,- দয়ানন্দই সম্প্ৰতি দৈমুখীয়া বাগিছাত বৰকেৰাণী কাম কৰিছে। সিহঁতৰ সম্প্ৰতিকৈলে দুজনী ছোৱালী জন্ম হৈছে। বৰ দুখৰ বিষয়- ডাঙৰ ছোৱালীটি অতি ধুনীয়া আছিল তাইক ঈশ্বৰে খোবা, কোঙা আৰু বোবা কৰিলে, তাইৰ আৰু আজিলৈকে মাত নুফুটিল। ভনী (বা ভৱানী) সম্প্ৰতি কন্যা ভাল হৈছে, ঘৰত সোণটিক প্ৰতিপালন কৰিছে।

১৪।২।৩২ দাইদেউৰ দ্বিতীয় পুত্ৰ শশী। সি কটন কলেজৰ পৰা B.A পাচ কৰি আৰ্ল ল কলেজত ৪ বছৰ ল লেক্চাৰ শুনি সম্প্ৰতি বেজবৰুৱা (যোৰহাট) হাইস্কুলত মাষ্টাৰি কৰিছে। ল পৰীক্ষা দিবলৈ বাকী আছে, কেতিয়াকৈ- দিয়েগে তাক কব পৰা নাই এথোন। সি Lawটো পাচ নকৰাত মই বৰ বেজাৰ পাইছো, মোৰ মতে ধন উপাৰ্জ্জন কৰাটোৱেই বিদ্যা শিক্ষাৰ একমাত্ৰ বা প্ৰধান উদ্দেশ্য নহয়। মোৰ ক্ষুদ্ৰ জীৱনৰ উপাৰ্জ্জনৰ বেছিভাগ তাক পঢ়াওতে শুনাওঁতে ব্যয় হৈছে বুলি কলে মিছা কোৱা নহব, আন কেইটাৰ লগত তাৰ হিচাপে মোৰ নিশ্চয় টকা খৰচ হোৱা নাই। গৌহাটীত কলেজত ৮।৯ বছৰ পঢ়োৱাৰ বাহিৰেও সি গৱৰ্ণমেণ্টৰ পৰা বৃত্তিলৈ মাদ্ৰাজৰ Y.M.C.A National School of Physical Education ত ছমাহ ট্ৰেইনিং লবলৈ যায়। নামতহে গৱৰ্ণমেন্টৰ বৃত্তিধাৰী যেন লাগিল, কিয়নো এই সূত্ৰে মোৰ নিজৰ পৰাও দুশ টকাতকৈও বেছি টকা তাৰ নিমিত্তে খৰচ কৰিবলৈ হৈছিল। সি যিকি নহওঁক সি তাত ছমাহ থাকি সুখ্যাতিৰে সৈতে Director of Physical Training অৰ ডিপ্লোমালৈঘৰলৈ ঘূৰি আহে। তাক আসাম গৱৰ্ণমেন্টে ৭৫ টকা দৰ্মহাত Physical Instructor কামত মকৰল কৰি ধুবুৰীলৈ পঠাইছিল, কিন্তু সি এই কাম লবলৈ ইচ্ছা নকৰিলে। সি মাদ্ৰাজত থকা তাত সুখ্যাতি আৰ্জ্জিছিল, তাৰ বাতৰি কাকত কেইখন মানত তাৰ বিষয়ে এনেকৈ লিখিলি-

The Anglo-Indian Variety-Entertainment this year was Specialized by Assamese and Burmese dances. Assamese was contributed by Mr. S. Borboruah B.A. a Student from Assam at the

school of Physical Education — His dance was harmonised by a piano— played by Mrs: Kamala Samuel. It was excellent piece of dancing art that reseuebles a little with the Greek motions * * *".

**—'The Madras Mail.'**
**1st Sept. 1928**

"Variety Entertainment aid of the South Kaeeara P.C. association was a grand success. Assamese dance by Mr. S. Barbaruah B.A. and Burmese dance by Mr. Nure and his friends were relished by the audience. Mr. Barbaruah was dressed-

Silk "Kurta", a "Dhoti" with both ends tucked up behind a fashionable way. Chadar tied round the waist with its ends— on a side like a sword, and a turban.

"His dance was performed in accompaniment with piano played upon by Miss Bhabani— Swaminathon. M.A.L.T."

**The Madras Mail.**
**4th November 1928**

"Under the auspices of the Madras city students' Union , Mr. S.C. Barbaruah B.A. delivered a very interesting speech on "Assam and the Assamese", at 5-30 P.M. on the 4th February in the okhale Hall. Ancient of Assam and the Assamese Language. Sankardeva, the Assamese Vaishnavism, Lachit Bor Phukan, the Assamese general; absence of Hindu. Muslim harted and the Hand-loom industry in every home of Assam, were the main subject-matters of his Speech. He regrelled that many things of all India interest were not encluded in Indian-Histories. and hoped New Historians would try to have inquisitive peeps into the Historical concerns of India to make the History of India complete."

**—The Hindu.**
**19th February.1928.**

গৌহাটীৰ কলেজীয়া জীৱনতো ব্যায়াম চৰ্চাত তাৰ বৰ ধাউতি আছিল। ছাত্ৰ জীৱনত সি ব্যায়াম চৰ্চাৰ কাৰণে তলত দিয়া "মেডেল" কেইটা পাইছিল-

১। এটা সোণৰ মেডেল (বা পদক)
Fifth Assam Educational conference.
Nowgong, 12th April 1925.

২। এটা সোণৰ মেডেল
The Sibsagar public,
11th. june 1925.

৩। এটা সোণৰ মেডেল
The Dibrugarh public
28th. june 1925
৪। এটা সোণৰ মেডেল
Collegiate High School. Gauhati.
22th. October 1925.
৫। এটা ৰূপৰ মেডেল
আসাম সাহিত্য সম্মিলন,
নগাওঁ, ২৭ ডিচেম্বৰ ১৯২৫
৬। এটা সোণৰ মেডেল–
Teok Students' Conference.
13th. June 1926.

ইয়াৰ বাহিৰেও নগাওঁত বহা আসাম এডুকেছনেল কনফাৰেঞ্চৰ প্ৰতিডিঙত তাৰ বিষয়ে এইদৰে লিখিছিলঃ–

"Sjt. Sosi Chandra Borboruah B.A. demonstrated- the physical exercise system of prof. Mohan Chand Naidu in accompaniment to the harmonium and the whole audience looked at his masters- of performance with rapt attention. Only the Merry applause of the audience broke the silence very often. He has been awarded a gold Medal from the conference."

Proceding on the 5th. A.C. conference.

Nowgong, 12th. April 1925.

আৰু মোৰ শ্ৰদ্ধেয় বন্ধু, আৰ্ল ল-কলেজৰ সুযোগ্য প্ৰিন্‌চিপাল শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা (Bar-at-Law) ই তেখেতৰ ১৯২৫-২৬ চনৰ এনোৱেল ৰিপৰ্টত তাৰ কথা এইদৰে উলিয়াইছিলঃ– "We are happy to have a student in our hostel, who is an earnest devotee of the maxim Mous sana in corpore sana. Sosi Borboruah follows :— Mohan Naidu's method of physical Culture. He exhibited his feats in the Teachers' conference at Nowgong in 1925.The conference awarded him a gold medal. We hope Sosi Borboruah will have disciples all over Assam.

—In his Annual report,
1925-26.—
Sd.J.Borooah (Bar-at-law).
Principal,
Earle Law College.
—Gauhati.

শশীৰ স্বভাৱ চৰিত্ৰ বৰ্ত্তমান ভালেই দেখিছোঁ, পাছলৈ কেনে হয়– সেইটো কব নোৱাৰি। তথাপি মোৰ বৰ মৰম, মই তাক নিজৰ পোটোতকৈও বেছি স্নেহ কৰোঁ। তাৰো অৱশ্যে মোলৈ যথেষ্ট ভক্তি আছে বুলি মই জনো। সি শিক্ষিত ল'ৰা তাৰ গতিমতি চিৰকালেই ভাল থাকিব বুলি আশা কৰিছোঁ। তাৰ ওপৰতেই, প্ৰকৃত কথা কবলৈ গ'লে, এটা অতি প্ৰাচীন আহোম ভদ্ৰ- পৰিৱাৰৰ (বিখ্যাত ভদৰি বৰ বৰুৱা বংশৰ) উন্নতি অৱনতি নিৰ্ভৰ

কৰিছে। তাৰ ওপৰতেই আমাৰ সকলোৰে আশা। ভগৱানে তাৰ সকলো প্ৰকাৰে মঙ্গল কৰোক। কলিকলীয়া মানুহ। মই এতিয়া বুঢ়া হলোহি, এতিয়া মোৰ ৫৫ বছৰ হ'ল,– মইনো আৰু কিমান দিন জীয়াই থাকিম। ক্ৰমে উপাৰ্জ্জন কৰিবলৈ অক্ষম হৈ অহা যেন গম পাইছোঁ। এই ক্ষুদ্ৰ জীৱনত যি উপাৰ্জ্জন কৰিছিলো, সিহঁতক ডাঙৰ-দীঘল কৰোতে আৰু পঢ়াওঁতে শুনাওঁতেই শেষ হ'ল। বাকী জীৱনটো সিহঁতৰ পৰাই শান্তি পাম বুলি আশা কৰিছো। পৰমেশ্বৰে জানে, সেই আশা মোৰ পূৰ্ণ কৰেনে নকৰে। মোৰ একমাত্ৰ পুত্ৰ নলিন, নাতিনি অৱনী প্ৰভৃতিক মই শশীৰ হাতত গটাইছোঁ, সি যেন সিহঁতক কষ্টত পৰিবলৈ নিদিয়ে আৰু অৱনীক পঢ়াই-শুনাই মানুহ কৰি সংসাৰত মোৰ নাম এটা ৰাখিবলৈ যেন সি যৎপৰোনাস্তি চেষ্টা কৰে। তাঁলৈ যদিহে সি আওকাণ কৰিব,– মই মৃত্যুৰ পাছতো সিপুৰীৰ পৰা দেখি থাকিম,– আৰু মোৰ আত্মাই তেনে আওকাণ কৰাৰ বাবে তাক অভিশাপ দিব। অৱণী মোৰ " বোপাই কণ" মোৰ প্ৰাণতকৈও বেছি আদৰৰ, তাক যেন শশীয়ে প্ৰাণ থকাত কেতিয়াও কষ্টত পৰিবলৈ নিদিয়ে।

মোৰ পাছত ময়দাৰ জন্ম (তাইক আইকণ বুলি ঘৰত মাতে), তাই মোতকৈ তিনিবছৰৰ সৰু। ময়দাক নগাওঁৰ লক্ষ্মীকান্ত গোঁহাইলৈ বিয়া দিয়া হৈছে, গোপাল ফুকন সম্প্ৰতি শিলচৰত পুলিচৰ বৰ দাৰোগা কাম কৰে। ময়দাৰ ছোৱালী ৪ জনী,– মাইকণ, চাৰু, সাৰদা আৰু বুঢ়ী। মাইকণক গোপাল ফুকনলৈ বিয়া দিয়া হৈছে। চাৰুক উপেন গোঁহাইলৈ বিয়া দিয়া হৈছে,– সাৰদা আৰু বুঢ়ী ঘৰতে আছে। সাৰদা কন্যাকাল হ'ল,– বুঢ়ী এতিয়া সৰু। জয়দা সম্প্ৰতি বিধবা,– তোই মোৰ জোৱাই উমাৰ বৈ-মাতৃ, – উমাৰ মাক মৰাৰ পাছত উমাৰ দেউতাকে তাইক বিয়া কৰায় )। বৰ দুখৰ কথা, ময়দা এতিয়া কানিয়াণী, – তাই কানি খাবলৈ শিকিলে। আমাৰ ঘৰত কোনো পুৰুষতে কেতিয়াও কোনোৰে কানি খোৱাৰ অভ্যাস নাছিল,– তাই নগাওঁত এই কু-অভ্যাসটো কেনেকৈ ললে, মই ভাবি একো বিচাৰি পোৱা নাই। এই ছোৱালী ৪ জনীৰ উপৰিও ময়দাৰ এটা অতি সুন্দৰ মতা লৰাও জন্মিছিল ; কিন্তু ঈশ্বৰৰ ইচ্ছা, প্ৰায় ৪ বছৰমান বয়সতে সি ঢুকাল।

ময়দাৰ দুবছৰ পাছতে মোৰ সৰু ভাই পিয়ালৰ জন্ম হয়। তাৰ আচল নাম সুৰেশ্বৰ,– সি মোতকৈ পাঁচ বছৰৰ সৰু। মই টিফুক বাগিছাত কেৰাণী কাম কৰি থাকোঁতে, সিও মোৰ লগতে থাকি তাতে 2nd. Tea house Mohorei কাম কৰিছিল। কাম কৰাৰ প্ৰায়ে দুবছৰ মান হৈছিল, এনেতে মোৰ ভনী ময়দাৰ গিৰীয়েক লক্ষ্মীকান্ত গোঁহাইদেৱে বেটৰ মহল কেইটামানৰ কাৰবাৰ হাতত লয়। সেই কাৰবাৰলৈ ককাইদেউ ঘৰ এৰি আঁতৰি যাব লগা হোৱাত, আমাৰ ঘৰত মতা মানুহ এটা নোহোৱা হোৱাত, বৰ অসুবিধা দেখি, কামৰ পৰা একন্নাই তাক

ঘৰত থাকিবলৈ পঠাই দিওঁ। হঠাৎ এদিন তাৰ কলেৰা হ'ল, আগদিনা প্ৰায় দিনৰ ৩ বজা মানত আৰম্ভ,- সেইদিনাই ৰাতিপুৱাই-পুৱাই আহোঁতেই সকলো শেষ !! এই ঘটনা ইং ১৯০৩ চনৰ পুহ মাহত হ'ব পায়। তেতিয়া মইও টিফুকৰ কাম এৰি আহি মহবন্ধাত কাম কৰিছিলোহি। মই টিফুকত প্ৰায় ছবছৰ আছিলো। সুৰেশৰ বিয়াৰো প্ৰায় আয়োজন কৰা হৈছিল,- তালৈ কুমুদ বুঢ়াগোঁহাইৰ ভনীয়েক দুৰ্ব্বাকি ঠিক কৰা হৈছিল। এক হিচাবে সেইটো ভালেই হ'ল কাৰণ বিয়াৰ আগতে সি ঢুকাল। নহলে জীয়া বাঁৰী এজনীক আগত লৈ নিতৌ জ্বলা জুই ফুঁৱাই থাকিব লাগিলহেঁতেন ! তাৰ মৃত্যুত বিশেষকৈ আইতাই বৰ শোক পালে।

সুৰেশৰ পাছতেই, মোৰ নিচেই সৰু ভনী, অতি চেনেহৰ ৰম্নদাৰ জন্ম হয়। তাইক ঘৰত বিমলা বুলি মাতিছিল। মোৰ অতি আলসুৱা আছিল। মই তাইক "পুলু" বুলি মাতিছিলো। "পুলু" শব্দৰ অৰ্থ আছেনে নাই মই নাজানো,আৰু তাইক কিহৰ পৰা "পুলু" নাম দিয়া হৈছিল তাকো এতিয়া মোৰ মনত নপৰে। সি যিকি নহওক "পুলু" নামটো মোৰ অতি প্ৰিয়, অতি আদৰৰ ( সেই কাৰণেই মোৰ নিজা নুমলীয়া জী কিৰণকো মই "পুলু" বুলিহে মাতো)।

তাই ১২/১৩ বছৰ মানতে ঢুকায়,- কন্যাকাল হৈছিল, - মই তেতিয়া টিফুকত। তাই ঢুকাওঁতে মই আহিব নোৱাৰিলো,- মাত্ৰ খবৰটোহে ককাইদেওৰ চিঠিৰপৰা পালো। তাইৰ জীৱনটো মোৰ ওপৰতে আছিল,- মোৰো জীৱনটো আছিল তাইৰ ওপৰতে, কিন্তু ভগৱানৰ কি ইচ্ছা ! অন্তিম কালত মই তাইৰ মুখ দেখিবলৈ নাপালো। মোৰ স্নেহৰ নিদৰ্শন স্বৰূপে 'ডেচডিমোনা' কাব্যখন তাইৰ উদ্দেশ্যে উৎসৰ্গ কৰা হৈছে। ৰম্নদা (বা বিমলাৰ মৃত্যু সুৰেশৰ মত্যুৰ আগত)।

আমাৰ আপোনাৰ বাই-ভনী, ককাই-ভাই মুঠতে আঠোটা ঃ- মুক্তেশ্বৰী (কন্যা), ৰত্নেশ্বৰী (কন্যা), দুৰ্গেশ্বৰী (কন্যা), ধৰ্ম্মেশ্বৰ (পুত্ৰ) এই অভাজন (পুত্ৰ), ময়দা (কন্যা) সুৰেশ্বৰ (পুত্ৰ) আৰু ৰম্নদা (কন্যা)। এতিয়া বাইদেউহঁত (মুক্তেশ্বৰী, ৰত্নেশ্বৰী আৰু দুৰ্গেশ্বৰী),- মৰমৰ সৰু ভাই (সুৰেশ) আৰু প্ৰাণতকৈও অধিক আদৰৰ, অতি চেনেহৰ নুমলীয়া ভনী (ৰম্নদা) ঢুকাল ! অধিক কি, মোৰ অতি মৰমৰ ককাইদেও (যাৰ ওপৰত মই সকলো প্ৰকাৰে, সকলো কাৰ্য্যতে নিৰ্ভৰ কৰি- সংসাৰৰ অলেখ যন্ত্ৰণাৰ মাজেদিও সংসাৰৰ পাকচক্ৰৰ লগত "লুকালুকি" খেদি ফুৰিছিলো) তেৱোঁ ঢুকাল। তেওঁ ঢুকালত মোৰ কঁকাল একেবাৰেই ভাগি পৰিল ! এই কঁকাল আৰু এই জন্মত জোৰা নাখায় !! এতিয়া আমাৰ ডালৰ মুঠে দুটি প্ৰাণী সংসাৰত জীয়াই আছোঁ,- এক হৈছোঁ এই অভাজন, আনটি হৈছে, ভনিটি- ময়দা - নগাওঁত।

১৬।২।৩২ আমাৰ আইতাৰ বাহিৰেও, তেওঁৰ জীৱাদ্দশাতে আমাৰ দেউতাই আৰু এগৰাকী মানুহ তিৰোতা স্বৰূপে ৰাখিছিল। তেওঁ ঢোৰোক গোঁহাইৰ জীয়েক বুলি

জনাজাত আছিল, দেউতাই তেওঁক বিয়া কৰোৱা নাছিল। তেওঁৰ নাম ফেদেলী আছিল। দেউতাৰ ঔৰষত তেওঁৰ গৰ্ভত দুটি সন্তান জন্ম হৈছিল, এটি ছোৱালী (গোলাপী), এটি লৰা (নাম নাজানো) গোলাপী বাইদেউ চিৰকুমাৰী তেওঁৰ মাকো ঢুকাল। তেওঁ এতিয়া আমাৰ লগতে আছেহি। তেওঁ নিচেই হোজা ধৰণৰ মানুহ, কথা-বাৰ্ত্তা কি কোনো বস্তুৰ তেওঁৰ লাগ-বান্ধ নাই। সেই কাৰণে শুনিবলৈ পাইছোঁ, শশীয়ে হেনো তেওঁক বৰ খং ৰাগ কৰে। সেইটো কিন্তু শশীৰ ভুল। গোলাপী বাইদেউ আমাৰ ঘৰৰ মানুহ হ'লেও, তেওঁ আমাৰ লগত লালিত পালিত হৈ ডাঙৰ - দীঘল হোৱা নাই। মোৰ আইতাৰ সমানে বিয়া - সবাহৰ সমাজত তেওঁৰ মাকে সমানে বানতত বহিবলৈ নাপায়। দেউতাৰ লগত হাই-কাজিয়া কৰি মোৰ মনত পৰাৰ আগেই তেওঁ তেওঁৰ ককায়েক জেঠৰাম গোঁহাই আৰু বায়েক পেনেউ বৰভকত (না)ৰ লগলৈ জীয়েক (গোলাপী)ক লৈ গুচি যায়। তেওঁৰ পুত্ৰ সন্তানটি মোতকৈ বয়সে ডাঙৰ আছিল। আইতাৰ মুখে কোৱা শুনা আছে, সেই লৰাটিয়ে হেনো (তেতিয়া বয়স প্ৰায় ৪ বছৰমান) জেওবা এখনৰ বিন্ধাত মোৰ মূৰটো কেনেবাকৈ সুমাই মোৰ প্ৰাণ মৰাহে, কথমপিহে জীলোঁ। অৱশ্যে খিয়ালত নহয়, - হবও নোৱাৰে,- অজান বালক, একো নাজানে, মই তেতিয়া চুঁচৰি ফুৰা। মাক তাতেই ঢুকাল— তেতিয়াহে গোলাপী বাইদেউক আমাৰ লগলৈ আনিছোঁ। সম্প্ৰতি আমাৰ ঘৰত থাকিবলৈ বয়সীয়া মাইকী মানুহ তেওঁত বাহিৰে আৰু কোনো নাই। গতিকেই তেওঁ থকাত আমাৰ যথেষ্ট উপকাৰ আৰু সহায় হৈছে। তেওঁক মনোকষ্ট দিব নালাগে। তেওঁৰ এতিয়া বৃদ্ধাৱস্থা,— স্বভাৱ পৰিৱৰ্ত্তনৰ আৰু সময় নাই। গোলাপী বাইদেউৰ ভায়েকটি মোতকৈ প্ৰায় ৪ বছৰ মানৰ ডাঙৰ আছিল – ৫ বছৰ মান বয়সতে ঢুকায়। আমি কোৱা শুনাহে মনত আছে।

মোৰ দেউতা চিকৌ গঁগে অপৰিমিতব্যয়ী মানুহ আছিল। মোৰ আইতাৰ মুখে কোৱা শুনো, তেওঁক যেতিয়া দেউতালৈ বিয়া কৰাই আনে, তেতিয়া ককাদেউতা সকলৰ তিনিও ককাই-ভাই (মোৰ নিজা ককাদেউতা,— কণ গঁগে আৰু সৰু গঁগে ককাদেউতা) একেলগেই আছিল। কিছুদিনৰ পাছত সিবিলাকে যেতিয়া বেলেগ হয়, তেতিয়া আমাৰ নিজা ককাদেউতৰ ভাগত, আন বস্তু বেহানিৰ বাহিৰে- ২১ যোৰ সোণৰ বাখৰামী খাৰু আৰু ৮ সেৰ ডলুৱা সোণ পাইছিল। সোণৰ মণি, বিৰি, থুৰিয়া, কেৰু, কৰিয়া, আঙঠি, পোৱাল ইত্যাদি বিলাক দোনেৰে-খৰাহিৰে জুখি ভগাই লৈছিল,— কোনে কেই দোন, বা কেই খৰাহি পালে, তাৰহে লেখ হৈছিল! এইবিলাক ধন-সম্পত্তিৰ বাহিৰেও ভদৰি বৰবৰুৱাৰ ঘৰত এটা অতি প্ৰাচীন অমূল্য বস্তু আছিল,— সেইটি হৈছে এযোৰ গোট খাই হীৰা পতোৱা 'কঙ্কণ' ককাদেউতা মৰিবৰ সময়ত হেনো কৈছিল, যে সকলো সম্পত্তি শেষ হ'লেও

"কঙ্কণ" যোৰ যেন বিক্ৰী কৰি খোৱা নহয়,– আৰু যদি নিতান্তই এনে দুৰৱস্থাত পৰোঁগে যে তাক নিবিকিলেও নহয়, তেতিয়া হ'লে তাক নি যেন নিজ গুৰু ঘৰ দক্ষিণ পাট সত্ৰত দিয়েঁগে, কিয়নো সেই অমূল্য বস্তু আন সাধাৰণ মানুহৰ ঘৰত থকিবলৈ ভাল নহয়)। কঙ্কণ যোৰ ভাগ নকৰি আমাৰ ককা-দেউতাই নিজে ৰাখিলে। সেই কঙ্কণ যোৰক মাঘৰ বিহুত আৰু বহাগৰ বিহুত হেনো সংক্ৰান্তিৰ দিনা মাহ-হালধিৰে স্নান কৰাই বছৰি পূজা-কৰাৰ নিয়ম আমাৰ ঘৰত চলি আহিছিল। কঙ্কণৰ ভাগ নাপাই কণ গঁগে আৰু সৰু গঁগে ককাইতে গোলাঘাটত ককাদেউতাৰ ওপৰত গোচৰ তৰিছিলগৈ। (তেতিয়া গোলাঘাটতহে বিচাৰৰ আদালত আছিল,– পাছতহে যোৰহাটত তেনে আদালত হৈছে)। পাছত মানুহে ধৰি মেলি মোকৰ্দ্দমা খন মিত্মাত কৰায়,– ককাদেউতাৰ পৰা সিবিলাক দুজনে প্ৰত্যেকে ৫০০ টকৈ চিকা ৰূপ নগদ ললে। ইয়াৰ পৰাই আমাৰ ঘৰৰ ধন– সম্পত্তিৰ এটা অনুমান কৰিব পাৰি। ইয়াৰ বাহিৰেও, মান মৰাণৰ উপদ্ৰৱৰ সময়ত বহুত ধন-সোণ আমাৰ ঘৰৰ মানুহে দক্ষিণপাট সত্ৰত লুকাই থৈছিল।দেশ সুস্থিৰ হ'লত গোসাই-ঈশ্বৰে আমাৰ ককাক সেইবোৰ ঘূৰাই দিছিল। আমাৰ ককাদেউতাই হেনো নালাগে বুলি, সেই সোণেৰে স্বৰ্গীয় যাদৱৰায়ৰ অলঙ্কাৰ আৰু কিৰীটি গঢ়াই দিবলৈ কলে। বৰ্ত্তমান দক্ষিণপাট সত্ৰৰ স্বৰ্গীয় যাদৱৰায়ৰ মূৰ্ত্তিৰ কিৰীটি আৰু অলঙ্কাৰ সেই আমাৰ ঘৰৰ সোণেৰেই গঢ়াই দিয়া হৈছে। এই কথা আমি আইতাৰে সৈতে ল'ৰা কালত এবাৰ সত্ৰলৈ যাওঁতে স্বৰ্গীয় নৰদেৱ প্ৰভু ঈশ্বৰে নিজ মুখেৰে আমাক কৈছে আৰু মই নিজ কাণে শুনিছোঁ। তেতিয়াৰ পৰাহে মই ইয়াৰ গম পাওঁ, আগে সঠিকভাবে মোৰ জনা নাছিল,– মাত্ৰ আইদেউতাৰ মুখে শুনা মনত আছে, যে দক্ষিণপাট সত্ৰত আমাৰ বহুত ধন-সোণ থাকিল। স্বৰ্গীয় নৰদেৱ ঈশ্বৰ পুৰুষ এতিয়া বৈকুণ্ঠত, – বৰ্ত্তমানৰ অধিকাৰ প্ৰভুৱে এইবিলাক কথা শুনা আছিল নে নাই মই কব নোৱাৰোঁ। বৰ্ত্তমানৰ অধিকাৰ প্ৰভুৱে স্বৰ্গীয় নৰদেৱ প্ৰভুৰ দ্বাৰা সংগৃহীত "দক্ষিণপাট সত্ৰৰ বুৰঞ্জী" বুলি এখনি পুথি ছাপা কৰাই প্ৰকাশ কৰিবলৈ যো-জা কৰিছে। এই পুথিখনিৰ সম্বন্ধে কিবা মীমাংসা কৰিবলৈ যো-জা কৰিছে স্বৰ্গীয় নৰদেৱ প্ৰভুৱে। তেখেতে এই অভাজনক সত্ৰলৈ বৰকৈ মাতিছিল ; কিন্তু দুৰ্ভাগ্য মোৰ আৰু পৰৰ (বিশেষকৈ চাহ বাগিছাৰ গোলাম মই) অধীন, গতিকে মই যাব নোৱাৰাত, সিদিনা অলপতে দুজন ভকত লগত দি পণ্ডিত শ্ৰীযুত প্ৰিয়নাথ ব্যাকৰণ তীৰ্থক সেই 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী' পুথিখনিৰে সৈতে মোৰ ইয়ালৈ পঠাই দিছিল। সিবিলাকক ৪ দিন ৰাখি, যথা-শক্তি মোৰ জনা মতে পুথিখন শুধৰাই দি পঠাইছোঁ। তাত কিন্তু 'আমাৰ ঘৰৰ সোণেৰে' যে স্বৰ্গীয় যাদৱৰায়ৰ কিৰীটি আৰু অলঙ্কাৰ কৰোৱা হৈছে, তাৰ কোনো উল্লেখ নাই। মই পণ্ডিতজনক সেইকথা

প্ৰভু ঈশ্বৰক জনাবলৈ কৈছিলো। 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী' পুথিত সেই কথাৰ উল্লেখ নাথাকিলে, পুথিখন সম্পূৰ্ণ হৈছে বুলি কব পৰা নহয়।

আই-দেউতাৰ মুখে কোৱা শুনা আছে– ইংৰাজ গৱৰ্ণমেণ্টে ৰাজ্য লোৱাৰ পাছত, মোৰ পদ্মনাভ ককাদেউতাক নিস্কৰ মাটি, পেঞ্চন, আদি বৃত্তি কি লাগে সুধিবলৈ দুবাৰো মতাইছিল। ককাদেউতা কিন্তু নগ'ল,– তেওঁ হেনো এইদৰে কৈছিল বোলে বৰ্তমান মোৰ যি ধন-সম্পত্তি আছে, তাকে মোৰ এটা পো আৰু তাৰ সতি সন্ততিয়ে খাই অন্ত কৰিব নোৱাৰে,– মোক ইংৰাজে দিয়া একো বৃত্তি নালাগে,– বিশেষতঃ মই এবাৰ এজন ৰজাক সেৱা কৰিছোঁ,– সেইটো মুৰেৰে আৰু এতিয়া মই ইংৰাজক সেৱা (বা চালাম) কৰিবলৈ নাযাওঁ।

এইবুলি কৈ তেওঁ ইংৰাজে দিব খোজা নিস্কৰ মাটি আৰু পেঞ্চন আদি একো বৃত্তি নললে।

ককা দেউতাই সম্পত্তিৰ অলপো খৰচ কৰা নাছিল। তেওঁ ঢুকালত আমাৰ দেউতাই সেই সম্পত্তি পাই, ৰাজগুৰু ডেকাৰ ঘৰৰ সমনীয়া ডেকাবোৰৰ লগত জুৱা খেলিবলৈ ধৰিলে। জুৱাত মত্ত হৈ তাতে সৰ্ব্বস্বান্ত হ'ল। ককাইদেউ জন্ম হোৱা কাললৈকে আমাৰ ঘৰত কিছু সম্পত্তি আছিল,- কিন্তু মই অভাজনে যেতিয়া জন্ম গ্ৰহণ কৰো, দেউতা তেতিয়া সৰ্ব্বস্বান্ত ! কবলৈ গ'লে,– মই অতি কুলক্ষণীয়া,– মুৰত জুইৰ চৰুলৈ দুৰ্ৰ্কপলীয়া হৈ মই সংসাৰত জন্ম ধৰিবলৈ আহিছিলো ! ককাই দেওৰ জন্ম হওঁতে, 'তিনিদিনীয়া জালৰ' দিনা গোটেই যোৰহাট নগৰৰ ভদ্ৰলোক আৰু আন আন বন্ধু-বান্ধৱৰ ঘৰত 'মাছদান' কৰিছিল, ককাইদেউৰ 'কাণ বিন্ধনী' দিয়াত দহযোৰা গায়ন-বায়ন মাতিছিল,– (আইতাৰ মুখে শুনা আছে) সেইবিলাক মানুহক কোমল-চাউল, গাখীৰ -গুৰৰ ঠাইত সন্দেশ ৰসকৰা প্ৰভৃতিৰেহে জলপান বুলি খুউৱা হৈছিল। মোৰ জন্মৰ সময়ত কিন্তু তেনে আয়োজন একোকে হোৱা নাছিল,– কাৰণ দেউতা তেতিয়া সৰ্ব্বস্বান্ত ! মই ১৫/১৬ বছৰমান বয়সতহে সীহ দি কাণ ফুটাইছোঁ। বাইদেউহঁত, ককাইদেউ আৰু মই সৰু চৰাইখাটৰ আমাৰ পুৰণি বাৰীত ওপজা,– ময়দা, সুৰেশ আৰু ৰত্নদাৰ জন্ম 'ফুটুকাণী'ৰ বাৰীত (যত এতিয়া মহেশ কটকীহঁতৰ ঘৰ আছে)। মোক কেচুৱাতে "ফুটুকাণী"লৈ লৈ আহিছিল।

সৰু চৰাই খাটৰ পুৰণি বাৰী খনক মানুহে 'বৰবকৰা টোল' বুলি জানিছিল। টোলত ৬/৭ ঘৰ মান আমাৰ বন্দী বহতীয়া মানুহ আছিল,– মই দেখিছিলো, আমি 'ফুটুকাণী' লৈ উঠি অহাৰ পাছতো সিহঁত সেই টোলতেই আছিল,– ককাইদেৱে পুলিচত কাম কৰা ৮/৯ বছৰ মান হ'লতহে, সিহঁতে সেই টোলৰ পৰা আন ঠাইলৈ উঠি গৈছে। উঠি যোৱাৰ প্ৰধান কাৰণ "বহতীয়া" বা বৰবকৰাৰ ঘৰৰ "বন্দী" নামটো গুচোৱা। সিহঁত এতিয়া গাৱঁলীয়া হিচাপে চহকী মানুহ, – সিহঁতক

আমি বন্দী বহতীয়া বুলিলে বৰ অপমান বোধ কৰে। সিহঁতৰ কোন ক'ত আছে মই ভালকৈ কব নোৱাৰোঁ.- আহিনা গাওঁবুঢ়াৰ পুতেক ভেকোলা,- আৰু কমাৰণীৰ পুতেক দিনাই ৰজাখাটত আছে বুলি জানো। আমাৰ ১৫/১৬ বছৰমান সময়লৈকে বিহুয়ে-সংক্রান্তিয়ে, বা কোনো 'সকাম' আদিত আমাৰ বহতীয়া মানুহ কেইঘৰে ঘৰেপতি ভাৰ একোখন লৈ অহা দেখিছিলো,- আজি কালি আৰু সেইবোৰ দস্তুৰ উঠি গ'ল। কেইঘৰ মান মুছলমান মানুহৰ লগতো আমাৰ বৰ ভাল ভাব আছিল,- মোৰ মনত পৰা কালত যোৰহাটৰ খোৰ-ছেদ মোলোনাই তেওঁৰ পুতেক জোনাব- আলি যৈণীয়েকৰ লগত অহা, নিজৰ নহয়) আৰু নুৰ মহম্মদৰ (নিজা পুতেক)ৰ হাতত বিহুৱে সংক্রান্তিয়ে ওলা, মিচিৰি, খাজুৰি, চোৰোহা আৰু কাম চৰাইৰ পাখীৰ গুণা মেৰিৱা কাণ খজুৱা মাৰি প্রভৃতি বস্তু দি পঠিওৱা দেখা মোৰ মনত পৰে-, আৰু- মোলোনাই নিজেও মাজে - সময়ে আহি মা'ৰ খবৰ কৰি থাকিছিলহি। জোনাব আলিয়ে কাছাৰীত হেডক্লাৰ্ক কাম কৰিছিল,- এতিয়া ঢুকাল,- লৰালুৰি তেওঁৰ কি আছে কব নোৱাৰোঁ। নুৰমহম্মদে দিচৈ বাগিচাত কেৰেণী কাম কৰিছে- তীয়েক মিউনিচিপেল অফিচত কাম কৰে। আইভাই কৈছিল,- খোৰছেদ মোলোনাৰ বাপেক হেনো আমাৰ বুঢ়াগোঁহাই পৰীয়া গোহাঁই মানুহ আছিল,- কেনেবাকৈ জাতঁগৈ হেনো মুছলমান হ'ল। খেৰ্চা আৰু বক্তাৰৰ ঘৰৰ মানুহে সততে - আমাৰ ঘৰলৈ অহা-যোৱা কৰিছিল। আফনুৰ আৰু চাহাদৎ দুই ককাই ভাই আমাৰ আপোনৰ মানুহৰ নিচিনা আছিল,-আফনুৰ ঢুকাল,- ঘৰ বৰ গোঁহাইৰ পুখুৰীৰ ওচৰতে আছিল,- তাৰ লৰা এটি আছে-বুলি শুনিছোঁ,- মই তাক চিনি নাপাওঁ। চাহাদৎ তিতাবৰৰ ফালে উঠি গ'ল-এতিয়া আছেনে নাই কব নোৱাৰোঁ।

মোৰ জন্ম হওঁতে দেউতাৰ বয়স-২৮/২৯ বছৰমান হ'ব পায়; মই তেওঁ ঢুকাওতে ১০ কি ১২ বছৰীয়া মান। মই জন্ম হোৱাৰ পাঁচ বছৰ মান পাছতহে মোৰ ভাইটোৰ জন্ম হৈছিল। ককাইদেউ মোতকৈ ৫ বছৰমানৰ ডাঙৰ। তেওঁৰ জন্মৰ পাছত বহুত দিনলৈ সন্তান নোহোৱাত মানুহে হেনো আইতাক বাজী হ'ল বুলিহে ভাবিছিল। দেউতা সর্ব্বস্বান্ত হৈ উপায় নাপাই গুৱাহাটীৰ কন্দৰ্পেশ্বৰ সিংহৰ (তেতিয়া তেওঁক গুৱাহাটীৰ কুকুৰ - মুতাত গৱৰ্ণমেণ্টে পেঞ্চন দি ৰাখি থৈছিল), চিঠি এখনলৈ ম্বিলঙলৈ গৈ চিফ্ কমিচনাৰ চাহাবক দেখা কৰিছিলগৈ। তাৰ ফল স্বৰূপে গৱৰ্ণমেণ্টে দেউতাক বছা-ডাংধৰা-বেৰেজীয়া আদি কেইটামান মৌজা দিছিল। মৌজাদাৰ হৈও দেউতাই একো উন্নতি কৰিব নোৱাৰিলে। নেঘেৰিটিংত (বাগিছাত) বঙ্ক বাবু ডাক্তাৰ আৰু চকলানী বাগিছাত দীননাথ ডাক্তাৰ বাবু আছিল,-দেউতাৰ সেই সকলৰ লগত মিলন হ'ল। বঙ্ক বাবু আৰু দীন বাবু বঙ্গদেশীয় মানুহ হ'লেও, দেউতাৰ লগত সিঁহিঁলাক অন্তৰঙ্গ

বন্ধু হৈ পৰিছিল,- কিন্তু দেউতা হ'লে সিবিলাকৰ Table friend নাছিল। দেউতা এক হিচাপে বৰ নৈষ্ঠিক আছিল,- মোৰ অলপ অলপ মনত পৰে, তেওঁ নিতৌ গা-ধুই অলপ অলপ শিৱ পূজা কৰে (আৰু আইতাৰ মুখে কোৱা শুনা আছো) তেওঁৰ মৃত্যুৰ আগতে কোনোবা ডাক্তাৰে কুকুৰা চৰাইৰ চুৰুহা আৰু ব্ৰাণ্ডিৰ চেৰাপ খাবলৈ কোৱাত, সেই কথা তেখেতে দক্ষিণপাটলৈ জনাই পঠাইছিল। গোসাঁই ঈশ্বৰে ঔষধ বুলি খাবলৈ অনুমতি কৰিছিল যদিও চেৰাপ খালে 'মানুহৰ 'জাত' নাথাকে" বুলি হেনো কৈছিল। সেই কথা শুনি দেউতাই সেই বেমাৰত প্ৰাণকে হেৰুৱালে। কিন্তু ঔষধ বুলিও কুকুৰা চৰাইৰ চুৰুহা অৰু ব্ৰাণ্ডিৰ চেৰাপ নাখালে। দেউতা দক্ষিণপাটত শৰণীয়া আৰু নগোঁসাইৰ ঘৰৰ কালীবল্লভ গোঁসাইৰ পিতৃদেৱেকত দীক্ষিত আছিল। সেই কাৰণে কালীবল্লভ গোঁসায়ে মোক দীক্ষা দিবলৈ বৰ চেষ্টা কৰিছিল,- কিন্তু মই দীক্ষা নললো,- আৰু ভৱিষ্যতেও নলম। মোৰ মতে দীক্ষা গ্ৰহণটো এটা Sort. মাথোন যিটোৱে মানুহৰ মনত এটা আত্মাভিমান আনিব পাৰে। মিছা Sort আৰু আত্মাভিমান এই দুটাক মই বৰ ঘিণ কৰো। মোৰ ভতিজা জী ভুলো আইদেউ তোইৰ আচল নাম কি কব নোৱাৰোঁ, কুমুদ বুঢ়াগোঁহাইৰ ঘৈণীয়েক) দীক্ষালৈ লৈ আছি (?) (অৰ্থাৎ কুমুদ বুঢ়াগোঁহায়ে দীক্ষা লৈছিল) মোৰ ঘৰত চাহ-পানী নাখালে !! দীক্ষাৰ 'কালিকা' এইটোৱেই,- এনে 'কালিকা', - হে মাতৃ মোৰ মাতৃ সৰ্ব্বমঙ্গলা ! যেন মোৰ গাত নলম্ভে ! মোক Show নালাগে, মোক অভিমান নালাগে, লাগে মাথোন,- মাতৃ ! তোমাত মোৰ অচলা ভক্তি। দীক্ষা নলৈও মই তোমাক পূজিব পাৰোঁ, - অদীক্ষিত বুলি হে মাতৃ ! তুমি যেন এই দীনহীন হিয়াৰ ভক্তিৰ অঞ্জলি চৰণেৰে ঠেলি দূৰলৈ নেপোলোৱা। কালীবল্লভৰ পিতৃদেৱেকত মোৰ দেউতা দীক্ষিত আছিল বুলিয়েই মই কালীবল্লভ গোঁসাইক ভক্তি কৰোঁ,- আৰু যি পাৰোঁ, সহায়ো কৰোঁ। মোৰ ল'ৰাহঁতকো সেই কথা কওঁ,- কিন্তু সিহঁত সেই স্কুলৰ ছাত্ৰ নহয়। এইবোৰ দেখি মই একো আচৰিত হোৱা নাই, - কিয়নো জগৎ পৰিবৰ্ত্তনশীল আৰু এনে পৰিবৰ্ত্তন বৰ্ত্তমান সমস্যাত আৱশ্যকীয় হৈ পৰিছে।

১৮।২।৩২ বঙ্ক বাবু আৰু দীন বাবুৰ লগ পাই দেউতা দেৰগঁয়া নটা গানত একেবাৰেই মত্ত হৈ পৰিল। আমাৰ ঘৰত বাৰ্ষিক স্বৰ্গীয় ৰী জগদ্ধাত্ৰী পূজা কৰাৰ দস্তুৰ আছিল। সেই পূজাত দেউতাই হেনো দেৰগঁয়া নটা গান আনি বৰ আমোদ উৎসৱ কৰে। সৰু চৰাই তেতিয়া বুঢ়া কিংম্লি (Mr.C. Kingsly) চাহাবৰ বাগিছা আছিল (এতিয়া অলপৰ পৰাহে ৰায়বাহাদুৰ শিৱপ্ৰসন্ন বৰুৱাহঁতৰ হৈছে), দেউতাই কিংম্লি চাহাবক পূজালৈ মাতে, চাহাবো হেনো আহি চকি এডোখৰত বহি নাচ-গান চাই থাকেহি। বঙ্কবাবু দীনবাবুহঁতো আহে,- নাচগানত মত্ত হৈ টকা-পইছা দি দেৰগয়ানীহঁতৰ লগত

আমোদ-প্ৰমোদ কৰি ৰাতিটো কটায়। পূজাৰ পাছতো দেউতাই হেনো কেবাদিনলৈকে গান কৰাই দেৰগঁয়া নটীইঁতক মুঠিয়ে মুঠিয়ে টকা দিয়ে। এইদৰে মৌজাৰ খাজনা তোলা টকা প্ৰায় আদায় কৰে,– পাছত কিস্তি আদায় কৰিবলৈ কেওঁৰ ঘৰৰ পৰা সুদলৈ টকা ধাৰ কৰে। এইদৰে দেউতাৰ ধাৰ-ঋণ ক্ৰমে বাঢ়িবলৈ ধৰে। দেউতাই মৌজাদাৰ কাম কৰা মোৰ মনত নপৰে। মৌজাৰ খাজনা নিয়ম মতে আদায় কৰিব নোৱাৰাত, তেওঁ মৌজাৰ পৰা বৰখাস্ত হয়। মৌজা যোৱাৰ বছৰ চেৰেকৰ পাছত দেউতাৰ মৃত্যু হয়। তেখেতৰ মৃত্যুৰ কথাও মোৰ স্বপ্নৰ দৰেহে মনত পৰে,– তেতিয়া মোৰ কিজানি বয়স ১০ কি ১১ বছৰমান হ'ব পায়। তেওঁৰ মৃত্যুৰ পাছত আমাৰ অৱস্থা অতি শোচনীয় হৈ পৰে। আমি মুঠতে আঠ ভাই-ভনী। দেউতা থাকোতেই বৰবাইদেও মুক্তেশ্বৰীক লোকেশ্বৰ বুঢ়াগোঁহায়ে নিয়ে। তেতিয়া আমি ঘৰত ৭ ভাই-ভনী, আইতা, আইদেউতা, – ফেদেলী পেহীদেউ, ৰঘুনাথ খুৰা, মেমেৰী বাই (বেটী),– ভকতী বুঢ়ী (ঘৰৰ বেটী,– মানৰ দিনীয়া বুঢ়ী, ইংৰাজে দেশ লওঁতে গাভৰু,– ভোকোলাৰ বাপেক আহিনা গাওঁবুঢ়াৰ মাহীয়েক, আমাক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল, মই ইংৰাজী স্কুলৰ ৪ৰ্থ শ্ৰেণী মানত পঢ়োতেহে বুঢ়ী ঢুকাইছে,– আৰু মই নিজ হাতে বুঢ়ীৰ মুখাগ্নি কৰিছো। আহিনাক মাতি আমি আমাৰ খৰচেৰে বুঢ়ীৰ পিণ্ড এটাও দিওৱা হ'ল, কিয়নো আমাকে মোৰ বুলি চিৰ জীৱনটো আমাৰ লগত থাকি গ'ল। আৰু দুটা দেউতাৰ লগত থকা চাকৰ, মাধ আৰু বালী। মুঠতে ঘৰত খাওঁতা ১৩ টা প্ৰাণী হ'লো। আমাৰ দুখ কুলাই পাচিয়ে নধৰা হ'ল! খাওঁতা ১৫টা প্ৰাণী হ'লো, ঘৰত এমুঠি ধান নাই, আইতা কি, আই দেউতাৰ হাতত এটা কপৰ্দকো নাই মাটি বাৰী সম্পত্তিও নাই বুলিলেই হয়। যিবোৰ মাটি-বাৰী আছিল, তাৰো ৩/৪ বছৰৰ খাজনা দিব পৰা নাই। তাৰ উপৰিও দেউতাই অনেক ঋণ থৈ যায়। যিবিলাক মানুহে দেউতাক ধাৰ দিছিল, সেইবিলাক মানুহে মোকৰ্দ্দমা কৰিবলৈ ধৰিলে,– আৰু মৌজাদাৰেও বাকী খাজনাৰ নিমিত্তে মোকৰ্দ্দমা কৰি, মাটি-বাৰী সকলোখিনি নিলাম কৰালে,– সকলোখিনি শেষ হ'ল,– মাত্ৰ থাকিলগৈ বাৰীখন, ঘৰ থকা ভেঁটিটো মাথোন,– তাৰো খাজানা ৪/৫ বছৰমানৰ বাকী পৰি আছিল। ককাইদেউক ইংৰাজী স্কুলত পঢ়িবলৈ পঠোৱা হ'ল,– মোক কিন্তু আইতাই নিজে ঘৰত পঢ়াবলৈ ধৰিলে, মই ঘৰতে ৰামায়ণ - মহাভাৰত আদি পুথি পঢ়িব পৰা হ'লো– পইছাৰ অভাৱত আইতাই মোক পঢ়াশালীলৈ পঠাব নোৱাৰিলে।

২০।২।৩২ সেই সময়ত যোৰহাট ৰেইলওৱেত এটা "কাৰখানা" আছিল (আজি কালি নাই হ'ব পায়। তাত মিস্ত্ৰিৰ কাম শিকিবলৈ যোৱা লৰাবিলাকক ২ বজাৰ পৰা ৪ বজালৈ নিতৌ অসমীয়া পঢ়োৱা এটা স্কুল

আছিল। বৰ্ত্তমান ষ্টেচন ঘৰৰ যিটো 'ওৱেটিং কম' হৈছে, সেই কামোৰাটোতে সেই স্কুল বহিছিল। আৰু তাৰ শিক্ষক আছিল স্বনাম খ্যাত স্বৰ্গীয় তোয়ধৰ শৰ্ম্মা (পণ্ডিত লক্ষ্মিনাথ শৰ্ম্মা M.A. বিদ্যাভূষণৰ দেউতাক)। তোয়ধৰ পণ্ডিতে মৰম কৰি মোক 'বিনামাচুলে ' তাত পঢ়াম বুলি মাতি নিলে,– তাত অলপ দিন পঢ়াৰ পাছত,– নগা মজিন্দাৰ বংশৰ স্বৰ্গীয় বালীকান্ত শৰ্ম্মাৰ লগত মোৰ লগ হয়। তেখেত আইসকল ওলালে 'পানীজাৰি' দিয়াৰ নিমিত্তে বৰ প্ৰখ্যাত আছিল।' মোৰ গাত 'আই' ওলাইছিল,– আইতাই তেখেতক মতাই আনিছিল। তেখেতে পানী জাৰি দিয়াতে মোৰ আইসকল চৰমিলে। এই সূত্রে- তেখেত আমাৰ ঘৰলৈ কেইবাদিনো আহিছিল। পাছে এদিন তেখেতে মোক তেওঁৰ পঢ়াশালীলৈ মাতি নিলে। তেওঁ পঢ়াশালীৰ পণ্ডিত আছিল,– সেই পঢ়াশালীখন, এতিয়া য'ত নন্দ পাঠকৰ (উকীল) ঘৰ আছে তাৰ পূব ফালে আছিল,– পঢ়াশালীৰ ভেঁটিটো তেওঁৰ বাৰীখনৰ ভিতৰতে পৰিছে। তাত প্ৰায় দেৰ বছৰ মান পঢ়িয়েই মই নিম্ন প্ৰাইমেৰী ছাত্ৰ বৃত্তি পৰীক্ষা দিওঁ, কিয়নো মোক আইতাই ঘৰতেই ভালে খিনিলৈ পঢ়াইছিল। মই পৰীক্ষাত 'পাচ' (উত্তীৰ্ণ) হৈ দুবছৰলৈ মাহে- ৩টকা হিচাপে বৃত্তি ধৰি ইংৰাজী পঢ়িবলৈ যাওঁ। মই স্কুলত নাম- লগাবৰ দিনাই শিৱপ্ৰসাদ বৰুৱা (বৰ্ত্তমান ৰায় বাহাদুৰ), কমল কাকতী (বৰ্ত্তমান E.A.C.), পজিৰুদ্দিন (বৰ্ত্তমান বেঙ্গলৰ ফালে মুন্সেফ) আৰু চন্দ্ৰ শৰ্ম্মাই নাম লগাই। চন্দ্ৰ শৰ্ম্মা কেশ চিৰন্তাদাৰৰ ককায়েকৰ পুতেক,– এতিয়া তেওঁ ক'ত আছে কব নোৱাৰো। ছাত্ৰ জীৱনত প্ৰথমতে তেওঁৰে মোৰে বৰ মিল আছিল,– তাৰ পাছত কিবা এটা কথাত তেওঁৰ লগত মোৰ মতান্তৰ ঘটে।

মই যেতিয়া ইংৰাজী পঢ়িবলৈ যাওঁ, ককাইদেউ তেতিয়া পুলিচত ৰাইটাৰ কনিষ্টবল কামত সোমায়গৈ। ইয়াৰ আগতে আইতাই কটনা-কটা পাই পইছাৰে সৈতে কাৰো ওচৰত হাত নপতাকৈ দুখী দুখী অৱস্থাৰে ৰমেশ্বৰী বাইদেউ আৰু ফেদেলী পেহীদেওক বিয়া দিছিল। মই নাম লগাওঁতে স্কুলৰ ৮ম শ্ৰেণীত নাম লগাইছিলো, ৮ম শ্ৰেণী তেতিয়া ইংৰাজী স্কুলৰ নিচেই তলৰ শ্ৰেণী - আজি কালিৰ মতে কোন শ্ৰেণী কব নোৱাৰো। তেতিয়া প্যাৰীচৰণ সৰকাৰৰ First Book of Reading পঢ়াইছিল। বছৰৰ অন্তত মই ডবল প্ৰমোচন লৈ ৬ষ্ঠ শ্ৰেণীলৈ উঠোঁ। মই কোনো শ্ৰেণীতে দুবছৰ থকা নাই। ৮ম শ্ৰেণীৰ পৰা ৩য় শ্ৰেণী আৰু তাৰ পৰা ২য় শ্ৰেণীলৈ প্ৰমোচন পোৱালৈকে মই সদায় 2nd prize পাই গৈছিলো। ৮ম শ্ৰেণীৰ পৰা যোগাই গোসাঁই (যোগেশ্বৰ গোস্বামী, তেওঁ এতিয়া স্কুল চব্ ইন্সপেক্টৰ) মোৰ সহপাঠী আৰু প্ৰতিদ্বন্দী আছিল। তেৰোঁ মই নাম লগাবৰ দিনাই স্কুলত নাম লগাইছে, আৰু মোৰ দৰেই তেৰোঁ বৃত্তিধাৰী ছাত্ৰ আছিল। তেওঁ পঢ়াশুনাত বৰ ভাল আছিল। কিন্তু মোৰ অনুমান হয়

( মোৰ অনুমান মিছাও হ'ব পাৰে ) তেওঁ 1st prize পাব নালাগে, মইহে পাব লাগে, কিন্তু তেওঁ বছৰি 1st prize পায়, আৰু মই পাওঁ 2nd prize । যোগাই গোসাঁই দেখিবলৈ শুৱনী, neat & cleanআৰু আটোম টোকাৰি । বুঢ়ী গোসাঁনীৰ দেৱালৰ ফালে মহেন্দ্ৰ বৰুৱাৰ (বৰ্তমানৰ বেজবৰুৱা হাইস্কুলৰ হেড্ মাষ্টৰৰ ককাইদেৱেক) বাৰীত ঘৰ কৰি আছিল । যোৰহাটৰ পানী পাই গোসাঁই ক্ৰমে আৰু সুশ্ৰী হৈ পৰিল । জোতা-মোজা, ধোবাই ধোৱা কাপোৰ-কানি আৰু চেইন ওলোমাই লোৱা জেপ-ঘড়ীৰে গোসাঁই সদায় তমস্কাৰ, অৱশ্যে চচ্মা (বিত্চকু) যোৰ হ'লে নাছিল । গোসাঁই Smart আৰু মই বৰ reserved, বৰকৈ লগৰ লৰাকি আন মানুহৰ লগতো হাঁহি-মাতি কথা-বাৰ্ত্তা হোৱাৰ দস্তুৰ মোৰ নাছিল, আৰু দেখিবলৈও মই এটা'জৰলৌ' প্ৰাণী । মোৰ জোতা-মোজা, জেপ-ঘড়ী যে নাছিলেই, পিন্ধিবলৈ ভাল চুৰিয়া এডোখৰো নাছিল । ঘৰত বোৱা খনিয়া বা চেলেং কাপোৰ এখন, মাৰ্কিনৰ চুৰিয়া আৰু বজাৰৰ সাধাৰণ কামিজ চোলা এটাই মোৰ স্কুললৈ যোৱা পোছাক আছিল । সুগন্ধি তেলৰ লগত মোৰ সম্বন্ধ নাছিল, অধিক কি সৰিয়হৰ তেল একণো মোৰ মূৰত সদায়ে উঠিছিল বুলি মই কব নোৱাৰোঁ । তাৰ উপৰিও, মই সদায় ভাত খাই স্কুললৈ যাবলৈ নাপাওঁ, আই-দেউতাই ভাত ৰান্ধোতে কোনো দিন পলম হয়, মই নোখোৱাকৈ গুচি যাওঁ, আৰু মাজে মাজে ঘৰত ধান-চাউল নথকাত তিনি চাৰি সাঁজকৈও লঘোণ হয় । মই কিন্তু স্কুল খতি নকৰোঁ, একেৰাহে তিনি-চাৰি সঁজীয়া লঘোণেৰেও মই স্কুললৈ গৈ থাকোঁ । সেই অৱস্থাৰেই ক'লা ম'লা পৰি স্কুললৈ যোৱাত আইতাই মনত বৰ বেজাৰ পায়, আৰু চকুলো টোকে, কিন্তু লঘোণে স্কুললৈ আজি যাব নালাগে বুলি হ'লে নকয় ।

শিক্ষক সকলৰ মতে মই হেনো ইংলিচ, মেথ্মেটিথ্ক্চ আৰু সংস্কৃতত চোকা আছিলোঁ, হিষ্টৰি আৰু জিওগ্ৰাফিত কিন্তু তেনে নহয় । যোৰহাট হাইস্কুলত "গুণাভিৰাম বৰুৱা প্ৰাইজ" বুলি বটা দিয়া হয় (আজিকালিও থাকিব পায়, থাকিবৰেই কথা) । দ্বিতীয় শ্ৰেণীৰপৰা প্ৰথম শ্ৰেণীলৈ প্ৰমোচন পাওঁতে সেই প্ৰাইজ পাবলৈ হৈছিল, কিন্তু মোৰ সহপাঠী বন্ধু এজনে হেড্মাষ্টৰক গৈ মনে মনে চুকুলি কৰিলে যে হিতেশে পৰীক্ষাত চুৰ কৰিহে সিমান "মাৰ্ক" ধৰিছে । তেতিয়া আমাৰ হেড্মাষ্টৰ আছিল মহেন্দ্ৰনাথ দত্ত (এতিয়া ৰায়চাহব, গোলাঘাটৰ সতীশ উকিলৰ দেউতাক) । তেখেতে মোক re-examine কৰিব খুজিলে, মই তাত ঘোৰ আপত্তি কৰিলোঁ । মই কলো যে মই আকৌ পৰীক্ষা দিবলৈ হ'লে, মই আৰু স্কুলকে এৰিম । মোৰ কিন্তু স্কুল এৰাওঁ নহ'ল, হেড্মাষ্টৰেও আৰু মোক পুনৰ examine নকৰিলে, মাত্ৰ prizeটো বন্ধকৰি ৰাখিলে । সেই সময়ত যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ বৰ পুখুৰীৰ পশ্চিম ফালৰ পাৰটোত উত্তৰা-দক্ষিণাকৈ খেৰৰ চাং-বঙ্গলা- আছিল । আমি যি

বছৰ প্ৰথম শ্ৰেণীলৈ প্ৰমোচন পাইছোঁ, সেই বছৰ পক্কা স্কুলটো (য'ত এতিয়া ইন্সপেক্টৰৰ অফিচ আৰু চিভিল চাৰ্জ্জনৰ অফিচ বহিছে) তৈয়াৰি হৈ উঠিছে, আমি পক্কা স্কুলতহে প্ৰথম শ্ৰেণীত বহিছোঁ। মহেন্দ্ৰনাথ হেড্‌মাষ্টৰ তেতিয়া গৌহাটীলৈ বদলি হ'ল, তেওঁৰ ঠাইত শৰৎচন্দ্ৰ গাঙ্গুলী হেডমাষ্টৰ হৈ আহিল। শৰৎ গাঙ্গুলী সেই সময়ৰ যোৰহাটৰ অম্বিকাচৰণ ব্ৰহ্মচাৰী মুক্তিয়াৰৰ (তেওঁক অম্বিকা উকিল বুলিহে জানিছিল, কিন্তু প্ৰকৃততে তেওঁ মুক্তিয়াৰহে আছিল) ভাগিনীয়েক আছিল। শৰৎ গাঙ্গুলীও এতিয়া ঢুকাল বুলি শুনিছোঁ। শৰৎ গাঙ্গুলীয়ে মোক বৰ মৰম কৰিছিল। তেখেতলৈ মোৰ আজিও বৰকৈ মনত পৰি থাকে। কোনো মানুহ স্কুললৈ আহিলে তেওঁ মোকহে introduce কৰাইছিল, আৰু কৈছিল বোলে মোৰ হেনো এটা B.A. পঢ়াৰ সমান ইংৰাজীত জ্ঞান আছে। কথাটো কিন্তু একেবাৰে সঁচা নহয়, ইংৰাজী সাহিত্যত মোৰ নিশ্চয় তেনে জ্ঞান নাছিল, কিন্তু তেওঁ কি উদ্দেশ্য লৈ তেনে Remark কৰিছিল, মই আজিও বুজিব নোৱাৰিলো। মই প্ৰথম শ্ৰেণীত পঢ়োতে Stockৰ অঙ্ক বুজাবৰ হ'ল। তেওঁ নিজৰ হাতৰ চক্ ডোখৰ মোৰ হাতত দি সহপাঠীসকলক অঙ্কটো বুজাই দিবৰ নিমিত্তে প্ৰায়েই মোক black boardৰ ওচৰলৈ পঠাইছিল। অৱশ্যে তেতিয়া Mathematicsত মোৰ মগজটো ভালেই আছিল, আজিও algebra খনহে পাহৰিলো, arithmeticখন হ'লে মই বৰ ভাল পাওঁ।

সেই সময়ত চন্দ্ৰকান্ত ৰায় আমাৰ স্কুললৈ চেকেণ্ড মাষ্টৰ হৈ আহে। আগৰ চেকেণ্ড মাষ্টৰ কেশৱনাথক ধুবুৰীলৈ বদলি কৰে। কেশৱ ফুকনলৈ আমাৰ ছাত্ৰবোৰৰ বৰ ভক্তি আছিল, তেখেতক আমি ভালেমান ছাত্ৰই যোৰহাট ৰেলেদি গৈ ককিলামুখৰ জাহাজঘাটত আগবঢ়াই থৈ আহিছিলোঁগৈ। চন্দ্ৰকান্ত ৰায় এতিয়া ঢুকাল, তেওঁ আমি স্কুল এৰাৰ পাছত তেজপুৰত হেড্‌মাষ্টৰ হৈছিলগৈ। কেশৱ ফুকন তামুলী ফুকনৰ ঘৰৰ। তীৰ্থনাথ ফুকন B.L. আৰু লোকনাথ ফুকনৰ দেউতাক তামুলী ফুকনৰ ঘৰ ৰজাৰ দিনত আহোমৰ বৰ প্ৰিয়পাত্ৰ আছিল। সিবিলাকৰ বংশত কেইবাখনো Important বিষয় আহোম ৰজাই দিছিল, সিবিলাকেও কঁকালত কাপোৰ বান্ধি মোৱামৰীয়া বিদ্ৰোহত আহোমৰ হঁকে যুঁজ কৰিছিল। বুঢ়া মানুহৰ মুখে শুনা আছে, তামুলী ফুকন আৰু বেজবৰুৱাৰ ঘৰৰ লগত আহোম-বামুণৰ একো ভেদাভেদ নাছিল হেনো। আজিকালি কোনো কোনো মানুহৰ মুখে শুনিবলৈ পাওঁ যে তেওঁলোকৰ ঘৰৰ মানুহে আহোমক বৰ ঘিণ কৰে, মই কিন্তু ব্যক্তিগত হিচাপে তেনে ব্যৱহাৰ সিবিলাকৰ ঘৰৰ মানুহৰপৰা পোৱা মনত নপৰে।

চন্দ্ৰকান্ত ৰায়ে আমাক History আৰু Geography পঢ়াইছিল। সেই subjectটোত মোৰ প্ৰায় নিস্পৃহা আছিল, মই ভালকৈ 'লেচন' দিব নোৱাৰোঁ, সেইকাৰণে তেওঁৰ মোৰ ওপৰত প্ৰথমতে ভাল 'নজৰ' নাছিল। সেইকালত আমাৰ

এটা debating club আছিল। প্ৰতি শনিবাৰে দুবজাৰ পৰা ৪ বজালৈ এগৰাকী শিক্ষকক প্ৰেছিডেণ্ট পাতি লৈ clubৰ কাৰ্য আৰম্ভ কৰা হয়। এটা অধিবেশনত তেখেতকে প্ৰেছিডেণ্ট পাতি লোৱা হৈছিল, আৰু সেই দিনা মই তাত "Some Defects of the present System of Education" শীৰ্ষক প্ৰবন্ধ এটা পঢ়িছিলো। মোৰ প্ৰবন্ধটোৱে মোৰ বৰ নাম কৰি পেলালে। পাছদিনা ক্লাচলৈ আহিয়েই তেখেতে মোক কলে "হিতেশ! তুমি এমন একটা brilliant ছেলে, আমি আগে জানতাম না, তুমি ভাল করে History-Geography subjectটা পড়না কেন? যাৰ এমন brain আছে, সে একটুকু চেষ্টা করলেই সব ঠিক হয়ে যাবে, তুমি আজ থেকে History-Georaphy ভালকৰে পড়।" সেই দিনাৰেপৰা তেখেতে মোক বৰ মৰম কৰিবলৈ ধৰিলে, আৰু ময়ো History-Geography-subjectটোত অলপ মনোযোগ দিবলৈ ধৰিলো। এনেতে 4th master ৰত্নকান্ত ভাদুৰী ৪ মাহৰ ছুটীত ঘৰলৈ যাবলৈ ওলাল, গতিকেই এজন মাষ্টৰৰ আৱশ্যক হ'ল। সেই সময়ত কলিকতাৰ কলেজ বন্ধথকাত, ভালেখিনি F.A. B.A. পঢ়া ল'ৰা ঘৰত আছিলেহি। সিবিলাকৰ বহুতে এই চাৰিমহীয়া মাষ্টাৰি কামলৈ দৰখাস্ত কৰিছিলে, কিন্তু হেড্‌মাষ্টৰ শৰৎ গাঙ্গুলীয়ে সেই কাম কাকো নিদি মোক দৰখাস্ত কৰিবলৈ কলে বোলে, "হিতেশ, তোমাৰ অৱস্থাটো সুবিধাৰ নয়, তুমি এই চাৰিটা মাস এই কাজটা চালাও। তোমাৰ নামটাও আমি স্কুলেৰে হাজিৰা বুকে ৰেখে দেব, অথচ মাষ্টাৰি কাজ কৰে তোমাৰ কয়টা টাকাও উপাৰ্জ্জন হ'বে" মই ভালেই পালো, তেখেতৰ আজ্ঞা শিৰোধাৰ্য্য কৰি লৈ মই সেই কামলৈ দৰখাস্ত কৰিলোঁ। দৰখাস্ত মঞ্জুৰ হ'ল। হেড্‌মাষ্টৰে ক'লে বোলে "হিতেশ! তুমি এখন একজন মাষ্টাৰ, পায়ে জুত দিয়ে আসতে হ'বে।" হৰি! হৰি! মই বিমোৰ হ'লো। মই জীৱনত তেতিয়ালৈকে কেতিয়াও জোতা পিন্ধা নাই, আৰু জোতা বোলা বস্তুটো মোৰ নায়েই। জোতা এযোৰ বেপাৰী পট্টিৰপৰা কিনি আনিবলৈকো মই আইতাক পইচা খুজিব নোৱাৰোঁ, আইতাৰ হাতত যে পইছা একেবাৰে নাই, সেইটো মোৰ ভালকৈ জনা আছিল। গতিকে মোৰ মহা সঙ্কট উপস্থিত হ'ল। ককাইদেৱে- পোন-প্ৰথমে পুলিচত সোমাওঁতেই (তেওঁ এতিয়া হেড্ কনিষ্টবল, – আজিকালিৰ A.S.I.) uniformৰ লগত পোৱা ammunition boots জোতা এযোৰ ঘৰত ভেকুৰি পৰি আছিল। তেতিয়া ককাইদেও শিৱসাগৰৰ সদৰ থানাত। মই সেই গদহা বুট জোতাযোৰকে ভৰিত সুমাইলৈ মাহৰ ১লা তাৰিখৰ দিনা মাষ্টাৰি কাম কৰিবলৈ ঘৰৰ পৰা ৰাওনা হ'লো। কোনো কালে জনমত জোতা নিপিন্ধা মানুহে প্ৰথমতে জোতা পিন্ধি যিদৰে খোজ কাঢ়ে, ময়ো নিশ্চয় সেইদৰেই খোজ কাঢ়িছিলো। মোক চাঁগে কিমান মানুহে যে কেৰাহি-কেৰাহিকৈ চাই হাঁহিছিল মই সেইটো ঠিককৈ কব নোৱাৰো, কিন্তু কিছু

মানুহে যে হাঁহিছিল, ই নিশ্চয়। সি যি কি নহওক, মই সেই গদহা বুট জোতা পিন্ধি স্কুলত উপস্থিত হোৱা মাত্ৰকে গোটেই মাষ্টৰ জাকৰ staffটোত হাত-চাপৰি আৰু কিৰিলিৰ ধ্বনি উঠিল। কাৰণ, জোতাৰ মুখ নেদেখা হিতেশে আজি গদহা বুট জোতা পিন্ধি স্কুলত উপস্থিত হ'ল! মোৰ সহাধ্যায়ী আৰু সহপাঠী ছাত্ৰসকলৰ মানত মই এটা যেন কিম্ভুত কিমাকাৰ প্ৰাণী– পৃথিৱীৰ 'সপ্তআশ্চৰ্য্যৰ' ভিতৰত ময়ো যেন এটা আশ্চৰ্য্য বস্তুহে! সেই সময়ত মোৰ মনৰ অৱস্থাই কেনে ৰূপ লৈছিল সেইটো বৰ্ণনাতীত। তাৰ উপৰিও মোৰ অনেক সহপাঠী আৰু সহাধ্যায়ী বন্ধুৱে মোক হোৱাই-নোহোৱাই ঠাট্টাৰ ছলেৰে "Sir! Sir!" বুলি সম্বোধন কৰি অনেক দিগদাৰী কৰিছিল। সি যি কি নহওক, কোনো ৰকমে স্কুল-মাষ্টৰ কামত ৪টা মাহ কটালো। মোৰ জীৱনত, একটি হ'লও, এয়েই প্ৰথম চাকৰি, টকা কেইটামানো পালো। সেই টকাৰে মই কিছু জোতা মোজা, চুৰিয়া -চোলা নলৈ কিছুমান ইংৰাজী কিতাপ কিনিলো। proseত কৈ poetry পঢ়িবলৈ ভাল পাইছিলো, গতিকেই Southey, Milton, Cowper, প্ৰভৃতিৰ কিছুমান poems কিনা পৰিল।

ছাত্ৰ জীৱনত মই বৰ book warm আছিলো, কিন্তু স্কুলত পঢ়োৱা কিতাপতকৈ মই বাহিৰা কিতাপ পঢ়িহে সময় কটাইছিলো। এদিন মহেন্দ্ৰনাথ দত্ত হেড্ মাষ্টৰে মোৰ হাতত কিবা বঙ্গালী উপন্যাস এখন পাই, মোক ক্লাছত আধা ঘন্টালৈ বেঞ্চৰ ওপৰত থিয় কৰি ৰাখিছিল। মোৰ ছাত্ৰজীৱনত স্কুলত পঢ়া দিব নোৱাৰি কেতিয়াও কোনো দিনে শাস্তি ভোগ কৰা নাছিলো, অন্য কাৰণত কাচিত্ অৱশ্যে শাস্তি ভোগ কৰিব লগা নৈহেছিল। চেকেণ্ড ক্লাছত পঢ়োতে বৰদাপ্ৰসাদ শ্যাম নামে 3rd মাষ্টৰ এজনে আমাক History আৰু Geography ৰ subjectটো পঢ়াইছিল। তেওঁ এদিন ক্লাছত পঢ়াই থাকোতে কিবা এটা কথাৰ প্ৰসঙ্গত অসমীয়া মানুহক বৰ নিন্দা কৰিছিল, আৰু বৰৈকে এনেকৈ কৈ আছিল বোলে অসমীয়া লৰাৰ মগজ হ'ব পাৰে কেনেকৈ? সিহঁতে নাখায় ভাল খাদ্য, নাখায় ঘিউ, খায় মাথোন লাই শাক, লফা শাকৰ জোল, পচলাৰ খাৰ, ঔ টেঙা আৰু ঢেঁকীয়া শাক, ইত্যাদি। কথাষাৰে মোৰ প্ৰাণত বৰকৈ আঘাত কৰিলে, মই সকলৰেপৰা মোৰ নিজৰ জাতিৰ নিন্দা সহিব নোৱাৰোঁ। মই লাহেকৈ মাত লগালো। বোলো "Sir! আমাৰ চক্ বজাৰত নিতৌ যিবোৰ লাই - লফা শাক ওলায়, সেইবোৰ আমাৰ অসমীয়াই বিক্ৰীহে কৰেহি, কিন্তু গধুলি কিনি নিয়া দেখো কিছুমান পেটুৱা পেটুৱা বঙ্গালী বাবুসকলকহে! আৰু ঢেঁকীয়া শাকৰ কথা যে কৈছে, আমি অসমীয়াই ঢেঁকীয়া শাক খাওঁ সঁচা, আৰু বঙ্গালীয়েও যে খায় সেইটোও সঁচা, কিন্তু চক বজাৰত যি ঢেঁকীয়া শাক বিক্ৰী হয়, সেই ঢেঁকীয়া শাক আমি অসমীয়াই কেতিয়াও কিনি নাখাওঁ, কাৰণ সেইবোৰ শাক বজা মৈদামৰ কাষৰৰপৰা তুলি অনা হয়,

(তেতিয়া বজা মৈদামৰ দাঁতিত টেঁকীয়া শাকেৰেই হাবি, যোৰহাট চক্ বজাৰলৈ তুলি অনা টেঁকীয়া শাকখিনি মানুহে তাৰপৰাই আনি বিক্ৰী কৰেহি)। সেই ঠাইডোখৰ বৰ শুৱনী, ডোম গাঁৱৰ মাছমৰীয়াসকলে তাতে- শৌচাচাৰ কৰে। আমাৰ অসমীয়াই শুৱনী ঠাইত কোনো বনবীয়া শাক নাখায়, পেটাল বঙ্গালী বাবুবোৰেহে মুঠা মুঠে সেইবোৰ কিনি নি খায়গৈ আৰু লাই শাকৰ পানী আৰু পচলাৰ খাৰ খায়েই আনন্দৰাম বৰুৱা আজি ভাৰতীয় মানুহৰ ভিতৰত প্ৰথম গ্ৰেজুৱেট I.C.S. হ'ব পায়- সতেন্দ্ৰ নাথ ঠাকুৰ, সুৰেণ বেনাৰ্জ্জি, ৰমেশ দত্ত প্ৰভৃতিয়ে B.A. পছ্ নকৰাকৈয়ে I.C.S পঢ়িবলৈ যায় হ'ব পায়। আনন্দৰাম অসমীয়া, লাই-লফাৰ জোল আৰু পচলাৰ খাৰ খোৱা, কিন্তু আজি Greatest Oriental Scholar that India ever produced বুলি জনাজাত," এই কথা কোৱাত ৰবদাপ্ৰসাদ শ্যাম মাষ্টৰৰ মোৰ ওপৰত বৰ খং হ'ল। মোৰ বহুত তৰ্কাতৰ্কি হ'ল, পাছত মোক বৰ Important বুলি মোক আধা ঘণ্টালৈ বেঞ্চৰ ওপৰত খাৰা কৰিলে। মোৰ যিমান-দূৰ মনত পৰিছে, স্কুলীয়া ছাত্ৰ-জীৱনত এই দুটাই মোৰ শাস্তি হৈছিল— ইয়াৰ বাহিৰে আৰু মোৰ শাস্তিৰ কথা মনত নপৰে।

মই বৰ reserved আৰু টোকোনা মানুহৰ দ'ৰা আছিলো। সেই বুলিয়েই নেকি মোৰ সহপাঠীসকলো ছাত্ৰৰ লগতে মোৰ বিশেষ প্ৰণয় নাছিল। ধনী মানুহৰ ল'ৰাৰ লগত ময়ো বন্ধুত্ব কৰিবলৈ বৰ সঙ্কোচিত আছিলো, আৰু ধনী মানুহৰ লৰায়ো ঘিণ কৰি মোৰ লগত বন্ধুত্ব কৰিবলৈ ইচ্ছা নকৰিছিল। যি দুই চাৰিজন অৱস্থাপন্ন ছাত্ৰৰ লগত মোৰ বন্ধুত্ব ঘটিছিল, মই ক্লাছত brilliant ছাত্ৰ আছিলো বুলিহে সম্ভৱতঃ সিবিলাকৰ লগত মোৰ বন্ধুত্ব- ঘটিছিল। সি যি কি নহওক, অনুপাত হিচাপে অসমীয়া ছাত্ৰৰ লগত মোৰ বন্ধুত্ব নিচেই কমহে আছিল। তেতিয়া মই বঙ্গলা ভাষাৰ কিতাপ খুব বেছি পৰিমাণে পঢ়োঁ, আৰু বঙ্গালী মানুহ- আৰু বঙ্গলা ভাষাৰ বিশেষ পক্ষপাতী হৈ উঠিছিলো। মই প্ৰথমতে স্কুলীয়া জীৱনতে- 'সৰলা বিজয়' নামে এখন কাব্য বঙ্গ ভাষাত লিখিছিলো, সেই পুথিৰ পাণ্ডুলিপি আমাৰ প্ৰথমবাৰ ঘৰ পোৰোতে (ফুটুকানিত) ধ্বংস পায়। মোৰ সহপাঠী সকলোৰে লগত বিশেষ প্ৰণয় নাথাকিলেও, মোৰ কিন্তু কাৰো লগত অমিলো নাছিল। কিয়নো ছাত্ৰসকলৰ সকলো সজ অনুষ্ঠানতে মই আগৰণুৱা আছিলোঁ। অসমীয়া সহপাঠীসকলৰ ভিতৰত, মুছলমানৰ সৈতে মোৰ বিশেষ বন্ধুত্ব আছিল (অৱস্থা পূজ্যতে-ৰাজন ন শৰীৰং শৰীৰীনাং— গতিকেই তেওঁলোকে সম্ভৱতঃ এতিয়া পাহৰিছে) মৌলবী তফজ্জুল হুচেন হাজৰিকা। (তেওঁ এতিয়া অসমৰ এজন নামজ্বলা tea -planter), মৌঃ ৰহিমদ্দিন (তেওঁ এতিয়া D.S:P.— অনাৰেবল মিঃ আব্দুল মজিদ চাহাৱৰ জোঁৱায়েক); মৌ নুৰুল হুচেন্

হাজৰিকা (তেওঁ এতিয়া S.D.M.— ৰৰ পথাৰত Colonization Officer হৈ আছে), – মৌঃ পাজিৰুদ্দিন আহ্মদ B.L. (তেওঁ এতিয়া বেঙ্গলত মুন্সিপ কাম কৰিছে),– খিৰদমন আলি (তেওঁ S.D.C. হৈছিল, এতিয়া ঢুকাল, যোৰহাটৰ এ, দৌলাইতৰ বৰ ককায়েক আছিল)। তেওঁ নিচেই ঘুটমুটীয়া চুটি-মুটি মানুহ আছিল, – আমাৰ 4th. Master মোহন চন্দ্ৰ বৰুৱাই (বৰ্তমানৰ এঃ নাজিৰ প্ৰতাপ বৰুৱাৰ দেউতাকে) তেওঁৰ নাম মেহোমেটোন দিছিল,– আমিও সকলোৱে তেওঁক মেহোমেটোন বুলিছিলো। তাত তেওঁ অলপো অসন্তুষ্ট নৌহৈছিল, তেওঁ বৰ ভাল স্বভাৱৰ মানুহ আছিল। মহম্মদ হুছেইন তেওঁ সেই সময়ৰ চিনামৰা বাগিছাৰ গুডাম মহৰিৰ পুতেক, তেওঁ এতিয়া ঢুকাল তেওঁ A.B.Ry.ৰ Driver-in-charge কাম কৰিছিল, তেওঁৰ দুই ককায়েক Dr.আব্দুল হাকিম, আৰু মৌঃ তফজুল হুচেন হাজৰিকাৰ লগত মোৰ বৰ প্ৰণয় আছিল। তেওঁ মোক ছাত্ৰ জীৱনত অনেক সহায় কৰিছিল। মতিজান বাগিছা তেতিয়াও তেওঁলোকৰেই আছিল, আৰু ককায়েক ফিৰদোস্ত আলি হাজৰিকাই তেতিয়া বাগিছা চলাইছিল। বৰ্তমান বিষ্ণুৰাম হলৰ পূবৰ আলিটোৰ-পৰা এ, দৌলাইতৰ দোকানৰ সন্মুখৰ আলিটোলৈ, উজনি মুৱাকৈ গ'লে, বৰ আলিৰ সোঁহাতৰ ফালে যিডোখৰ মুকলি ঠাই আছে, আৰু যিডোখৰ ঠাইতে-আসামৰ মুছলমানসকলৰ এটা ডাঙৰ Conference বহিছিল। ঠিক সেই ঠাইতে এটা সৰু বঙ্গলা ঘৰ সাজি লৈ তফজুল হাজৰিকা স্কুলত পঢ়িছিল। অৱস্থা ভাল হ'বৰ গতিকে তেওঁ ককায়েকৰ পৰা খৰচৰ নিমিত্তে অলপ বেছি বেছিকৈও টকা পইচা আনিছিল– আৰু সেই ধনৰ পৰাই তেওঁ মোক মাজে সময়ে দুটকা, চাৰি টকা দি সহায় কৰিছিল। কাৰণ মোৰ যে আৰ্থিক অৱস্থা শোচনীয় সেইটো তেওঁৰ বেছিকৈ জনা আছিল। তেওঁৰ সেই গুণ মই আজিও পাহৰা নাই, আৰু নিশ্চয় নমৰো মানে- নাপাহঁৰো। ছাত্ৰ জীৱনত তেওঁৰ সাহিত্যৰ ফালে এটা ধাউতি আছিল যেন - দেখিছিলো। আমি তেতিয়া 4th. classত পঢ়ো, (কি 3rd. class লৈ উঠিছো) এনেতে মৌঃ মফিজুদ্দিন হাজৰিকাৰ 'জ্ঞান মালিনী' পুথিখন প্ৰথমতে ছপা হৈ ওলায়। তেতিয়াৰ স্কুলৰ ডেপুটি ইন্সপেক্টৰ শশীধৰ বৰকাকতীলৈ 'উপহাৰ' পঠোৱা 'জ্ঞান মালিনী' খনকে আমি প্ৰথমতে পঢ়িবলৈ পাওঁ। প্যাৰীমোহন বৰুৱা মোৰ সহপাঠী, তেওঁ বৰকাতীৰ ভাগিনীয়েক হয়। তেওঁ তাতে থাকি আমাৰ লগত পঢ়িছিল আৰু ক্লাছলৈ 'জ্ঞান মালিনী'খন লৈ আহিছিল। 'জ্ঞান মালিনী'ৰ সকলোৱে নাম কৰিছিল, আৰু এতিয়াও পুথিখনৰ বৰ ভাল নাম। মই কিন্তু পুথিখন সিমান ভাল নাপাইছিলো, আৰু আজিও নাপাওঁ। অৱশ্যে কিছুমান ঘৰুৱা চহা শব্দৰ ঝঙ্কাৰেই 'কবিতা' হয় যদি, আমাৰ কবলৈ একো নাই। লেনীয়ে 'Self culture' নামৰ এখনমান কিতাপ এখন লিখি সাহিত্যিক বুলি জগতত নাম জুলালে,– আমাৰ হাজৰিকায়ো 'জ্ঞান -

মালিনী'খন মাত্ৰ লেখিয়েই (??) literary pensioner আৰু সাহিত্য সভাৰ গোলাঘাটৰ অধিৱেশনত সভাপতি হ'ল। ই কম ৰাহাদুৰী আৰু সৌভাগ্যৰ কথা নহয়। সি যি কি নহওক, মফিজুদ্দিন হাজৰিকাৰ কবিতা পুথি 'জ্ঞান মালিনী'ক দেখি, মোৰ সহপাঠী বন্ধু তফজ্জুল হাজৰিকাৰো এখন কবিতাৰ পুথি প্ৰকাশ কৰিবলৈ বৰ ধাউতি হ'ল। কিন্তু তেওঁ নিজে কবিতা লেখাত সিদ্ধহস্ত নাছিল। সেই কথা তেওঁ মোক প্ৰায়েই কবলৈ ধৰিলে। তেতিয়া মই মাজে মাজে, জনাই নজনাই, ভালেই হওক বা বেয়াই হওক, ইংৰাজী ভাষাতো কেইটামান poem লিখিছিলো, (সেইবোৰ ঘৰত জুই লাগোতে পুৰিলে), আৰু ইংৰাজীৰ কোনো ভাল poem পালে তাৰো কিছুমান অসমীয়ালৈ ভাঙি 'কবিতা' স্বৰূপে ক্লাছৰ সহপাঠীসকলক পঢ়ি শুনাইছিলো। তাৰে কিছুমান মোৰ তলসৰা ফুলৰ খণ্ড আঁজলি' নামৰ খণ্ড কবিতাৰ কিতাপত সন্নিবিষ্ট কৰা হৈছিল (সেই পুথিৰ পাণ্ডুলিপিখন দাস কোম্পানীৰ জিতেন দাসৰ হাতত এতিয়াও থাকিব পায়, তেওঁ প্ৰকাশ কৰিম বুলি নিছিল, কিন্তু এতিয়াও প্ৰকাশ কৰা নাই)। তেতিয়া 'অসম কুসুম' নাম দি মই এখনি সৰু কবিতাৰ পুথি লেখিছিলো। সেই পুথিখনিকে মই মোৰ বন্ধু তফজ্জুল আলি হাজৰিকাক দিলো, তেৰোঁ সাদৰে গ্ৰহণ কৰিলে, আৰু মোক মৰম কৰি ৫০ (পঞ্চাছ) টকা মূল্যৰ এটা G.C. Note দিলে। সেই পুথিখন কিন্তু আজিও ৰাইজৰ আগলৈ নোলাল, পাণ্ডুলিপিখন এতিয়া আছে নে নাই তাকো নাজানো, আৰু তাৰ নকল এটাও মোৰ হাতত নাই। সম্ভৱতঃ তাৰ কিছুকালৰ পাছতে, স্কুলীয়া জীৱন এৰি তেওঁ নিজৰ চাহ-বাগিছাখনৰ কামত লাগিবলগীয়া হোৱাত, তেওঁ তালৈ মন-কাণ এৰি দিলে।

(সম্ভৱ ১৯২১ ইং চন) তেতিয়া যোৰহাটত মিঃ এ, ফিলিপচন চাহাব ডিপুটি কমিচনাৰ আছিল। 'বিষ্ণুৰাম হলত' তেওঁ anti-Non-co-Operationৰ সম্পৰ্কে এখন ডাঙৰ মিটিং কৰিছিল। তালৈ গণ্য-মান্য লোক আহিছিল বহুতো, মোৰ বন্ধু তফজ্জুল হাজৰিকা আৰু তেওঁৰ ককায়েক ফিৰদোস্ত হাজৰিকাও আহিছিল, সেই মিটিংত তফজ্জুল হাজৰিকাই 'আহোম শাসন'ৰ লগত অসমত 'ইংৰাজ শাসন'ৰ তুলনা কৰি আহোমৰ শাসন প্ৰণালীক বৰকৈ আক্ৰমণ কৰিছিল। মোৰ কিন্তু সেইটো সহ্য নহ'ল। মোৰ মতে সেই সময়ৰ দেশকাল পাত্ৰলৈ চাই আহোম-শাসন সময়োপযোগীহে হৈ আছিল। মই তেওঁৰ উক্তিত আপত্তি দৰ্শাই সভাপতি মিঃ ফিলিপ্চনৰ মনোযোগ আকৰ্ষণ কৰি তেওঁৰ বক্তৃতা বন্ধ কৰিবলৈ চেষ্টা - কৰিছিলো। কিন্তু সভাপতিয়ে তেনে নকৰাত মোৰ বৰ খং উঠিল,– আৰু সভাপতিৰ ফালে চাই থিয় হৈ মই এইদৰে কবলৈ ধৰিলো, "The blackest pages of the Indian History are those dealing with the Muhammadan periods,— and yet, Mr. Hazarika, being a member of the same community in Assam, Compares Ahom system of

Government with that of Barbarians !" মোৰ বৰঁকৈ খং উঠা যেন দেখি, তেতিয়া মিঃ ফিলিপচনে তেওঁক বক্তৃতাটো বন্ধ কৰিবলৈ ক'লে,– আৰু মোৰ ফালে চাই তেওঁ ক্ষমা প্ৰাৰ্থনা কৰিলে। সেইদিনা তেওঁ (হাজৰিকাই) মনত অলপ বেয়া পাইছিলনে কি ক'ব নোৱাৰো। বোধহয় তেওঁ বৰ বেয়া পোৱা নাছিল। মোৰ লগত তফজ্জুল হাজৰিকা আজিও সেই স্কুলীয়া জীৱনৰ তফজ্জুলেই,– তেওঁ অতি অমায়িক, তেওঁ মোক এতিয়াও আগৰ দৰেই ভাল পায়।

অসমীয়া হিন্দু ছাত্ৰৰ ভিতৰত মোৰ বন্ধু আছিল (যদিও সেইসকলৰ বহুতে আজি মোক বন্ধু বুলিবলৈ ঘিণ কৰিব পাৰে) কৃষ্ণ নেওগ (তেওঁ এতিয়া নাই ! B.A. লৈকে পঢ়ি তেওঁ অবিবাহিত অৱস্থাতে ঢুকাল), ৰূপলাল দত্ত (এতিয়া ডিব্ৰুগড়ৰ চৌকিডিঙ্গি বাগিছাত বৰ কেৰাণী), লোকনাথ বৰুৱা (তেওঁ পুলিচৰ ইন্সপেক্টৰ আছিল, এতিয়া পেঞ্চন লৈ ঘৰতে আছে), কৃষ্ণনাথ হাজৰিকা (তেওঁ Steamer coy's agents ৰ কাম কৰিছিল, এতিয়া গোলাঘাট লোকেল বৰ্ডৰ হেড্ ক্লাক্, আৰু দুৰ্গানাথ হাজৰিকা B.L'ৰ দেউতাক), যজ্ঞেশ্বৰ শৰ্মা (এতিয়া 'বৰুৱা', তেওঁ সম্প্ৰতি Dept. Inspector of Schools), যোগেশ্বৰ গোস্বামী (তেওঁ এতিয়া Sub. Inspector of Schools), দিবাকৰ খাৰঘৰীয়া (এতিয়া 'ফুকন', তেওঁ এতিয়া যোৰহাট হাইস্কুলত asst. Teacher), চন্দ্ৰকান্ত বৰপূজাৰী (তেওঁ মোৰ এগৰাকী মৰমৰ বন্ধু, তেওঁ এতিয়া স্থানীয় গৱৰ্ণমেণ্ট হাইস্কুলৰ হেড্‌পণ্ডিত), শিৱপ্ৰসাদ বৰুৱা (এতিয়া ৰায় বাহাদুৰ,– অসমৰ বিখ্যাত ধনী আৰু নামজ্বলা tea planter, তেওঁ M.L.C.ও হৈছিল), কমল কাকতী (আজিকালি Kagty) ছাত্ৰ জীৱনত তেওঁ নিজৰ নাম 'কমল কাকতী' লিখিলে, মহম্মদ হুচেইন আৰু মই 'কাকতী' শব্দটো কাটি 'কাগটী' লিখি দিছিলো, কালত সেই 'কাগটী'য়েই তেওঁৰ বৰ্তমান উপাধি হ'লগৈ, ছাত্ৰ - জীৱনত আমাৰ জবৰ দস্তিত পৰি তেৰোঁ মাজে মাজে Kagty লিখিছিল, এতিয়া দেখিছোঁ, তেওঁ গৱৰ্ণমেণ্টৰ গেজেটতো Kamal chandra Kagtyহে (Kakaty নহয়), তেওঁৰ 'Kagty' উপাধিটো আমাৰ ছাত্ৰজীৱনৰ জবৰ দস্তি ফলস্বৰূপ, বোধকৰোঁ, কমল কাকতীৰ মনত সেই কথা এতিয়াও জাগৰিত থাকিব পায়। কমল এতিয়া Retd. E.A.C.- দেবেন্দ্ৰ নাথশৰ্মা (মোৱাৰীৰ ঘৰৰ) মোৰ মৰমৰ 'দেবা', মই এতিয়াও দেবা বুলিয়েই মাতোঁ, আৰু সিও মোক 'হিতেশ' বুলি মাতে, সি আজিকালি Deputy Inspector of Schools, ভুবন বৰঠাকুৰ (সি মোৰ 'বুঢ়া', মই তাৰ 'বুঢ়া', সিও মোৰ মৰমৰ বন্ধু, সি Local Bd.ৰ Overseer কাম কৰিছিল,– এতিয়া retd.), নন্দধৰ বৰুৱা (পৰম শ্ৰদ্ধাস্পদ চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্নৰ ভায়েক) মোৰ অন্তৰঙ্গ বন্ধু, সঁচাকৈয়ে আজিও 'অন্তৰঙ্গ' তাৰ মোৰ ভিন পৰ নাই, দুয়ো একেখন কাঁহিতে খাওঁ (কিবা লেঠা লাগিবনেকি ? বামুণে আহোমে একে কাঁহিতে খোৱা কিন্তু বৰ ডাঙৰ দোষৰ কথা !) একেলগে একে ঢাৰি-পাটীতে

একেখন কাপোৰকে লৈ শুই থাকোঁ, আমাৰ ভিনপৰ নাই। হৰেশ্বৰ বৰুৱা, (মেলেঙৰ ৰোমেশ্বৰ মেনেজাৰৰ ঘৰৰ, তেওঁ এতিয়া ঢুকাল। 'কুসুমকুমাৰী' নামে এখন উপন্যাস আৰু 'শকুন্তলা' নাটক এখন তেওঁ লেখিছিল), গোলাপ বৰুৱা তেওঁ 'দৰ্পন প্ৰেছ'ৰ মেনেজাৰ আছিল। তেওঁ ৰাজগুৰুৰ ঘৰৰ বিনন্দচন্দ্ৰ ফুকনৰ ভনীয়েকক বিয়া কৰাইছিল। বৰ শোকৰ কথা, তেওঁ কিবা কাৰণত আত্মহত্যা কৰিলে। এইবিলাকৰ বাহিৰেও আৰু বন্ধু আছিল, সেইসকলৰ অনেকৰ লগত- আজিকালি দেখা-শুনা নাই।

এইবিলাকৰ বাহিৰেও চন্দ্ৰ বৰুৱাৰ লগত মোৰ বিশেষ প্ৰণয়। তেখেত মোতকৈ বয়সে ডাঙৰ, মোৰ সহপাঠীও নহয়, কিন্তু তেখেতে মোক সকলোৰে বৰ স্নেহ কৰে, আৰু ময়ো তেখেতক বৰ ভাল পাও আৰু অন্তৰে সৈতে ভক্তি কৰোঁ— Not I love, like him, but adore him too. মোৰ সম্পূৰ্ণ বিশ্বাস, তেখেতে মোক তেখেতৰ সহোদৰ ভায়েকতকৈও অধিক ভাল পায়। তেখেতৰ পুতেক মুকুলী ৱৰুৱা প্ৰভৃতিয়েও মোক শ্ৰদ্ধা কৰে, তেখেতৰ নিচেই নুমলীয়া ল'ৰা- 'পুতি'য়ে মোক বৰ ভক্তি কৰিছিল। ময়ো বৰ স্নেহ কৰিছিলো। লৰাটিয়ে অকালত সকলোকে কন্দুৱাই এই সংসাৰৰ পৰা অলপতে চিৰ বিদায় ললে! বৰ বেজাৰ পালো! তাৰ 'বাসৱ বিজয়' নামৰ কাব্য পাণ্ডুলিপি এখন এতিয়া মোৰ হাতত আছে। পুথিখনৰ ছন্দবিলাক চাই-চিতি মোক শুধৰাই দিবলৈ বুলি দিছিল, কিন্তু অসমীয়া ভাষা আৰু সাহিত্যৰ দুৰ্ভাগ্য – লৰাটি হঠাতে ঢুকাল! লৰাটিৰ কাব্য লেখাত বৰ ধাউতি আছিল, ভগৱন্তই আৰু বছৰচেৰেক সময় দিয়া হ'লে সি নিশ্চয় অসমৰ এজন নামজ্বলা কবি হৈ মাতৃভাষাৰ মুখ উজ্জ্বল কৰিব-পাৰিলেহেঁতেন! কিন্তু ভগৱন্তৰ বোধকৰোঁ তেনে ইচ্ছা নহয়! 'পুতি' তুমি গ'লাগৈ যোৱাঁ, স্বৰ্গত থাকাগৈ, ইন্দ্ৰৰ নন্দন বনত বহি কবিতা সূত্ৰেৰে তুমি তাত মদাৰ ফুলৰ মালা গাঁথিবা, আৰু সুবিধা বুজি নৰলোকলৈ তাৰ এধাৰি-দুধাৰি দলিয়াই দিবা।

( অসম্পূৰ্ণ )

# অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণ

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, আৰু উপস্থিত ভদ্ৰমহিলা আৰু ভদ্ৰমহোদয়সকল, কিতাপ লিখিলে পাতনি লিখিব লাগে, সেইদৰেই হেনো সভা-সমিতিতো সভাপতি হলেই বক্তৃতা দিব লাগে। সভা-সমিতিত বক্তৃতা দিয়া মোৰ একেবাৰেই অভ্যাস নাই। মই জীৱনত সভা-সমিতিত কেতিয়াও বক্তৃতা দিয়া নাই, আজিও যে কিবা বক্তৃতা দিম আপোনালোকে সম্ভৱতঃ তেনে ভবা নাই, যদি কোনোৱে ভাবিছে, সিসকল নিশ্চয় নিৰাশ হ'ব। তাৰ বাবে দোষৰ ভাগী- মই হলে কেতিয়াও নহওঁ।

## বুৰঞ্জী, History আৰু ইতিহাস

সন্মিলনৰ আজি এই সভাখনি বুৰঞ্জী বিভাগীয় সভা। এই বুৰঞ্জী শব্দটো বৰ্তমান আমাৰ ভাষাৰ অন্তৰ্ভুক্ত হলেও, আচলতে ই টাই বা আহোম ভাষাৰ শব্দহে। বৰ্তমান ইংৰাজী ভাষাৰ History আৰু আহোম ইতিহাস শব্দৰ ঠাইত অসমীয়া ভাষাত এই বুৰঞ্জী শব্দৰ ব্যৱহাৰ হৈছে। ইংৰাজী ভাষাৰ history শব্দ গ্ৰীক্ ভাষাৰ historia শব্দৰ পৰা ওলাইছে, তাৰ মানে, নিজৰ অনুসন্ধানৰ দ্বাৰা জানি আৰু আনৰ মুখৰপৰা শুনি লিখি থোৱা ঘটনাবিলাকৰ পুথি। য়ুৰোপত অতীজতে এই history বিলাকত ৰজাবিলাকৰ বংশাৱলীৰ কথা মাথোন লিপিবদ্ধ কৰা হৈছিল, পিছলৈ ডাঙৰ ডাঙৰ যুদ্ধবিলাক আৰু ক্ৰমে সন্ধি-কথা, ছুই-পেছকচ্ আদি দিয়া, আৰু ওচৰ-চুবুৰীয়া জাতিবিলাকৰ লগত ৰাজনৈতিক সম্বন্ধৰ কথা আৰু সেই সূত্ৰে পত্ৰ-সন্দেশ লৈ কটকী যাতায়াত কৰাৰ কথাও লিপিবদ্ধ কৰিবলৈ ধৰা হ'ল ; কিন্তু প্ৰজাবিলাকৰ ভিতৰুৱা অৱস্থাৰ বা সিবিলাকৰ উন্নতি অৱনতিৰ কথা আৰু সমাজ সম্পৰ্কে কোনো কথাই তাত ঠাই নাপাইছিল। য়ুৰোপত গ্ৰীক্‌বিলাকেই ইয়াৰ সৰ্বপ্ৰথম বাট দেখুৱাওঁতা। তাৰ পিছত সিবিলাকক অনুকৰণ কৰি ৰোমানবিলাকেও history লিখিবলৈ আৰম্ভ কৰে। কিন্তু পোন্ধৰ শতিকালৈকে সিবিলাকৰ ভিতৰত কি, আৰু আন আন য়ুৰোপীয় জাতিৰ ভিতৰতো কি, এই history বা বুৰঞ্জী সাহিত্যই বৰকৈ গা কৰিব পৰা নাছিল। পিছলৈ উনৈছ শতিকাৰ আৰম্ভণৰ লগে লগে য়ুৰোপীয় বুৰঞ্জী-সাহিত্যত, জাৰ্মান দেশৰ

পাণ্ডিত্যৰ প্ৰভাৱত এটা যুগান্তৰ ঘটে আৰু তেতিয়াৰেপৰাই য়ুৰোপত বৈজ্ঞানিক প্ৰণালীৰে ইতিহাস লিখিবলৈ ধৰে ।

তেৰ শতিকাৰ প্ৰাৰম্ভলৈকে, অকল অসমতেই নহয়, সমগ্ৰ ভাৰতবৰ্ষতে হিন্দু ৰজাসকলৰ আমোলত, এই ইতিহাস বা বুৰঞ্জী সাহিত্যই একো গা কৰিব পৰা নাছিল । আমি বুৰঞ্জী বুলিলে, অন্ততঃ অসমীয়া মানুহে যিহক বুজোঁ, তেনেভাৱে বুৰঞ্জী লিখাৰ প্ৰথা সেই কালত ভাৰতৰ কোনো প্ৰদেশতে নাছিল । ইতিহাস শব্দৰ অৰ্থ হেমকোষৰ মতে, ইতিহ মানে আগৰ পৰা চলি অহা পুৰণি কথা বা সাধুকথা, ইতিহ য'ত থাকে তাক ইতিহাস বুলিছিল । আচলতেও পূৰ্ব কালত হিন্দুবিলাকে যিবিলাক পৰম্পৰাগত উপদেশপূৰ্ণ সাধুকথা আদিক আশ্ৰয় কৰি ধৰ্ম-অৰ্থ-কাম-মোক্ষ বিষয়ক শিক্ষা লাভ কৰিব পাৰিছিল, সেইবিলাককহে ইতিহাস বুলিছিল । সেই বুলিয়েই আমি মহাভাৰত, ৰামায়ণ আদি পুথিকো এই ইতিহাসৰেই অন্তৰ্গত বুলি ধৰো । বৰ্তমান কালৰ ভাৰত বুৰঞ্জীকে আদি কৰি, অসমৰ বাহিৰে অন্যান্য প্ৰদেশৰ যিবিলাক ইতিহাস বা বুৰঞ্জী আমি দেখিবলৈ পাইছোঁহক, সেই সকলোবিলাকেই য়ুৰোপীয় historyৰ অনুকৰণ মাথোন । বুৰঞ্জী বুলিলে আমি অসমীয়াই যি বুজোঁ, তেনেভাৱে লিখা বুৰঞ্জী তেৰ শতিকাৰ প্ৰাৰম্ভৰ পৰাই অসম দেশত বুৰঞ্জী লিখাৰ দস্তুৰ চলি আহিছে আৰু তেতিয়াৰে পৰাই বৈজ্ঞানিকভাৱে বুৰঞ্জী লিখাৰ প্ৰথাও চলি আহিছে । বৰ্তমান কালৰ ভাৰত বুৰঞ্জী আৰু আন আন প্ৰাদেশিক বুৰঞ্জীবিলাক প্ৰাচীন শিলালিপি, তামৰ ফলি আদি আৰু পুৰুষানুক্ৰমে চলি অহা কিংবদন্তি আৰু পুৰাণাদিৰ কথাৰ ওপৰত নিৰ্ভৰ কৰি লিখা হৈছে । অনেক স্থলত 'আন্দাজৰ ওপৰত ফৰমুটি মাৰি' অনেক নতুন কথাৰ অৱতাৰণা কৰি তাক বুৰঞ্জীৰ পাতত ঠাই দিয়া হৈছে । এই দেশৰ অৰ্থাৎ অসমৰ বুৰঞ্জী কিন্তু তেনেবিধৰ কথাৰে পৰিপুষ্ট হোৱা বুৰঞ্জী নহয় । আমাৰ বুৰঞ্জীত তেনেবিধীয়া আন্দাজৰ ওপৰত ফৰ্মুটি মৰা কথা বা কিংবদন্তিমূলক কথা একেবাৰে নাই বুলি কলেও মিছা কোৱা নহ'ব । মুঠতে কবলৈ গ'লে, বুৰঞ্জীৰ কথাবিলাক যেনে নিভাঁজ সত্য হ'ব লাগে, আমাৰ বুৰঞ্জীবিলাকৰ কথাবোৰো ঠিক তেনেকুৱাই নিভাঁজ সত্য । তাত সত্যক গোপন কৰিবলৈ কোনো চেষ্টাৰ প্ৰয়াস পোৱা দেখা নাযায় । তাত ক'তো অতি বাহুল্য বা অতিৰঞ্জনৰ চেষ্টা নাই । প্ৰকৃত কথা কবলৈ গ'লে, অসম বুৰঞ্জী লিখোঁতা সকলৰ গাত ৰহণ লগোৱা কথা লিখাৰ অভ্যাস একেবাৰেই নাছিল আৰু মুখ চাই কেনেকৈ ৰবষে, তেওঁবিলাকে সেইটো একেবাৰেই নাজানিছিল । ৰজাঘৰীয়া আৰু উচ্চখাপৰ বিষয়াসকলৰ অনেক চেকা লগা বদনামৰ কথাও বুৰঞ্জীবিলাকত খোলাখুলিকৈ লিখা হৈছিল । ঘটনাৰ যথাযথ বিৱৰণৰ বাহিৰে তাত কোনো ৰহণ লগোৱা কথাই ঠাই নাপাইছিল । এইবিলাকেই তাৰ জ্বলন্ত প্ৰমাণ । ইয়াৰ বাহিৰেও মুছলমান বুৰঞ্জী লিখকসকলে এই দেশৰ বিষয়ে লিখি থৈ যোৱা কথাবিলাকৰ লগত অসম বুৰঞ্জীৰ কথাবোৰৰ মিল আছে । তদুপৰি বুৰঞ্জীত দিয়া শক, তাৰিখ আদি শিলৰ ফলি, তামৰ ফলি আৰু মোহৰবিলাকৰ শক তাৰিখেৰে মিল পোৱা যায় । আমাৰ দেশৰ এই বুৰঞ্জীবিলাক তেৰ শতিকাৰ পৰাই

ধাৰাবাহিকৰূপে লিখাৰ দস্তুৰ চলি আহিছে, কিন্তু ইউৰোপীয় জাতিৰ ভিতৰত যোৰ অনুকৰণ কৰি বৰ্তমান যুগৰ ভাৰত-বুৰঞ্জী আৰু অন্যান্য প্ৰাদেশিক বুৰঞ্জীবিলাক ৰচিত হৈছে। এই বুৰঞ্জী-সাহিত্যই পোন্ধৰ শতিকালৈকে ববৈকে গা কৰিব পৰা নাছিল ; কেৱল উনৈশ শতিকাৰ প্ৰাৰম্ভৰপৰাহে সিবিলাকে আমাৰ দৰে বুৰঞ্জী লিখিবলৈ ধৰিছে। এই হিচাপে বুৰঞ্জী সাহিত্যত, ভাৰতীয় আন জাতিৰ কথা ক'বই নালাগে, আনকি য়ুৰোপীয় বা পাশ্চাত্য জাতিবিলাকো আমাতকৈ বহুত পাছ পৰাহে। যি নহওক, সমগ্ৰ ভাৰতৰ ভিতৰত পোন প্ৰথমে এই দেশতেই কেনেকৈ আৰু কাৰদ্বাৰা এই ধাৰাবাহিকৰূপে বুৰঞ্জী লিখাৰ প্ৰথা প্ৰচলিত হয়, সেই সম্পৰ্কে এতিয়া অলপ আলোচনা কৰা যাওঁক।

## পৌৰাণিক যুগত আৰু আহোমৰ পূৰ্ববৰ্তী কালত এই দেশ

আমাৰ এই দেশ (যাক এতিয়া আমি অসম দেশ বুলিছোঁহক) পৌৰাণিক যুগত প্ৰাগ্‌ জ্যোতিষপুৰ, শোণিতপুৰ, কুণ্ডিল, হিড়ম্ব, জয়ন্তীপুৰ, মণিপুৰ, প্ৰভৃতি ৰাজ্যৰ সমষ্টি আছিল। কালক্ৰমে সেই দেশবিলাক পতন হলত, সকলোবোৰেই কামৰূপ বুলি প্ৰসিদ্ধ হ'ল। এই দেশ অতি পুৰণি দেশ আৰু অতি প্ৰসিদ্ধ আছিল। ইয়াৰ নাম শুনিলে আন দেশৰ মানুহে ভক্তিত গদগদ হৈ মূৰ দোঁৱাই সেৱা কৰিছিল। যোগিনীতন্ত্ৰত কৈছে–

কৃতে কৰ্মণি সিধ্যেত কামনা তু সুৰেশ্বৰি !
তাতো মৰ্ত্যঃ কামৰূপমিতি ৰূপকল্পয়ৎ ॥

অৰ্থাৎ মানৱ সকলে যেই কোনো কামনা কৰি এই পীঠত জপ আৰু পূজা কৰিলে, সেই কামনা অতি শীঘ্ৰে সিদ্ধ হয় বুলি মানুহে এই দেশক কামৰূপ বোলে। কালিকা পুৰাণৰ মতে ঃ মহাদেৱৰ নেত্ৰৰপৰা বাহিৰ হোৱা কোপাগ্নিত কামদেৱ ভস্মীভূত হৈ, পুনৰ সেই মহাদেৱৰ বৰতে এই ঠাইত তেওঁৰ পূৰ্বৰূপ প্ৰাপ্ত হৈছিল বুলি, এই দেশ কামৰূপ নামে অভিষিত হয়। ত্ৰেতা যুগত ৰামচন্দ্ৰৰ প্ৰপিতামহ ৰঘুৰজাৰ দিনত এই দেশ এতিয়াৰ দৰেই হাতীৰ নিমিত্তে প্ৰসিদ্ধ আছিল। কামৰূপৰ ৰজাই ৰঘুৰজাৰ যজ্ঞত বিশেষ মান-সৎকাৰ পাইছিল। পৰশুৰামে মাতৃ বধ কৰি হাতৰ পৰা কুঠাৰ এৰৱাব নোৱাৰি এই দেশৰ পৰশুকুণ্ডত স্নান কৰি হাতৰ সেই কুঠাৰ এৰুৱায়হি। দ্বাপৰ যুগতো এই দেশৰ কুণ্ডিল ৰাজকুমাৰ ৰুক্মবীৰ আৰু প্ৰাগ্‌জ্যোতিষপুৰাধিপতি নৰকাসুৰে অতুল বিক্ৰমেৰে যুদ্ধ কৰি, যুদকুল-প্ৰদীপ শ্ৰীকৃষ্ণ ভগৱন্তৰ হাতত ঘাটি খাইছিল আৰু নৰকাসুৰৰ পুতেক ভগদত্তই কুৰুক্ষেত্ৰৰ মহাযুদ্ধত কৌৰৱৰ পক্ষ লৈ যুদ্ধ কৰি এই দেশৰ নাম জিলিকাইছিল। বৰ্তমানৰ বঙ্গদেশ, যি বঙ্গদেশ ভাৰতৰ ভিতৰত এতিয়া ইমান উন্নত, এই কামৰূপৰ জয় জয় ময়ময় কালত, কামৰূপ যেতিয়া কীৰ্ত্তিৰ আলোকেৰে সম্যক আলোকিত, সেই বঙ্গদেশো তেতিয়া অন্ধকাৰত বা সমুদ্ৰৰ গৰ্ভত লুকাই আছিল বুলি কলেও মিছা কোৱা নহ'ব। এই দেশৰ

জীয়াৰী ৰুক্মিণী ভগৱান শ্ৰীকৃষ্ণৰ সৰ্বপ্ৰধান মহিষী আৰু শোণিতপুৰ নন্দিনী অনিৰুদ্ধপত্নী উষা তেওঁৰ নাতিনী-বোৱাৰী। মহাৰজা দুৰ্যোধনৰ ৰাজমহিষী ভানুমতী, মধ্যম-পাণ্ডৱ অৰ্জুনৰ পত্নী চিত্ৰাঙ্গদা আৰু নাগকন্যা উলুপী, দ্বিতীয় পাণ্ডৱ ভীমৰ প্ৰিয়তমা পত্নী হিড়িম্বা, - এইসকল দ্বাপৰ যুগৰ প্ৰসিদ্ধ ৰমণী, আৰু আটাইবিলাকেই এই দেশৰ জীয়াৰী। মহাভাৰতৰ চন্দ্ৰহংস ৰজাৰ দেশ এই দেশৰেই অন্তৰ্গত আৰু বেহুলা, যাক লৈ আমাৰ ৰঙ্গদেশীয় ভাতৃসকলে এতিয়াও আমাৰ লগত টনা আঁজোৰা কৰিয়েই আছে, তেৰোঁ এই দেশৰেই জীয়াৰী। মহাভাৰতৰ 'নাগলোক' এই দেশৰ নগা পৰ্বতেই। নাগকন্যা উলুপীৰ কাৰেঙৰ ভগ্নাৱশেষ এতিয়াও কহিমাৰ পৰা এঘাৰ মাইল দূৰৈত খানামা নামে পৰ্বতত আছে বুলি জনা যায়। বব্ৰুবাহনৰ হাতত মধ্যম-পাণ্ডৱ অৰ্জুনৰ মৃত্যু ঘটিলত, তেওঁক পুনৰ্জীৱিত কৰিবলৈ যিটো সুৰঙ্গ পথেদি এই নাগলোকৰ পৰা ঔষধ অনোৱা হৈছিল, সেই সুৰঙ্গপথ এতিয়াও বিদ্যমান। খানামৰা নগাবোৰে সেই সুৰঙ্গ-দ্বাৰত এতিয়াও বছৰি পূজা দি থাকে। পূৰ্বে সেই সুৰঙ্গদ্বাৰৰ ওচৰতে এটা ঘৰ আছিল আৰু মণিপুৰৰ পূৰ্বৰ ৰজাবিলাক তাতহে অভিষিক্ত হৈছিল। উখা নামে পাহাৰত শোণিতকুমাৰী উষাৰ কাৰেঙৰ চিন এতিয়াও আছে; তদুপৰি তাত এক মহাদেৱৰ মূৰ্তি আছে। কথিত আছে, বাণ কন্যা উষাই হেনো সেই শিৱ-মূৰ্তিক পূজা কৰিছিল। চিমা আৰু বৰ্মা নামক পৰ্বতৰ মাজৰ কোনো এঠাইত প্ৰমীলাৰ নগৰ আছিল। নগাসকলে কয় যে কহিমাৰ পৰা ৮০ মাইল দূৰৈত মালামী নামে পৰ্বতৰ ওচৰত এখন কেৱল তিৰোতা মানুহৰেই গাওঁ আছে। তাত মতা মানুহৰ নাম-গোন্ধো নাই আৰু তালৈ মতা মানুহ যাবও নোৱাৰে। পুৰুষ মানুহ তালৈ গলেই এন্ধাৰে চাৰিওফালৰ পৰা ঘোপ মাৰি পেলায় আৰু ওপৰৰ পৰাও বৰষুণে চপ চপাবলৈ ধৰে, সেই কাৰণে বাট-পথ হেৰুৱাই পুৰুষ মানুহবোৰ ঘূৰি আহে। তাৰ উপৰিও সেই তিৰোতা মানুহবোৰে ডাঙৰ ডাঙৰ জপাত মৌ পোহে আৰু তালৈ পুৰুষ মানুহ যোৱাৰ গম পালেই কামুৰিবলৈ সেই মৌবোৰ এৰি দিয়ে। পিছে কেঁচা মৌৰ কামোৰত তৎ নাপাই পুৰুষ মানুহবোৰ তাৰপৰা পলাবলৈ বাধ্য হয়। সেই গাঁৱৰ ওচৰতে এডোখৰ ঠাইত এনে এবিধ বতাহ বলে তাক সেৱন কৰিয়েই হেনো সেই তিৰোতাবিলাক গৰ্ভৱতী হয়। পিছে যদি পুত্ৰ সন্তান জন্ম হয়, তাক ততালিকে মাৰি পেলায় আৰু যদিহে কন্যা জন্ম হয়, তেতিয়া হলে বৰ- আদৰ-সাদৰ কৰি সেই সন্তানক লালন-পালন কৰা হয়, ইত্যাদি। প্ৰমীলাৰ মালিনী-নগৰীৰ নাম অনুযায়ী সম্ভৱতঃ পৰ্বতটোৰ নাম মালামী হৈছে। মহাভাৰতৰ অশ্বমেধ পৰ্বত উল্লেখ আছে যে পাণ্ডৱৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰাই কোনো এক সৰোবৰৰ পানী খাই ব্যাঘ্ৰৰূপ ধাৰণ কৰিছিল। সেই সৰোবৰো এই দেশতেই অৱস্থিত বুলি অনেকে অনুমান কৰে। উখা পাহাৰত গভৰ্ণমেণ্টৰ চাৰ্ভে পাৰ্টিৰ এটা চকী আছে। সেই চাৰ্ভে কেম্পৰ কিছু দূৰতে এটা পিটনিৰে ভৰি থকা পুখুৰী আছে। এটা ৰগা বাঘে হেনো সেই পুখুৰীটো সদায় ৰখি থাকে। অনেক নগাই সেই বাঘটো লগ পাইছে। সি হেনো মানুহক একো অপকাৰ নকৰে। সেই পুখুৰীটোক নগাসকলে অতি পৱিত্ৰ তীৰ্থস্থান বুলি ভাবে

আৰু তাত থকা এডোখৰ শিলক পূজা-পাতল দিয়ে। সেই ঠাইৰ কোনো বস্তুকে সিহঁতে আঁতৰাই নিনিয়ে, কাৰণ সিহঁতৰ এনে বিশ্বাস আছে যে তাৰপৰা কোনো বস্তু আঁতৰালে সিহঁতক পৰুৱাই পাব বা বাট হেৰুৱাব।

**কালিকা-পুৰাণ, যোগিনী-তন্ত্ৰৰ কথা**

এই কামৰূপ পূৰ্বে এক বিশাল দেশ আছিল।

করতোয়া-নদী-পূৰ্ব্বং যাৱদ্দিকৰৱাসিনীং।
ত্রিংশদ্—যোজন-ৱিস্তীৰ্ণং যোজনৈক-শতায়তম।
ত্ৰিকোণং কৃষ্ণবৰ্ণঞ্চ প্ৰভূতাচল - পূৰিতং।
নদীশত—সমাযুক্তং কামৰূপ - প্ৰকীৰ্ত্তিতম্।

অৰ্থাৎ কামৰূপৰ সীমা পশ্চিমে কৰতোৱাৰ পৰা পূবে দিকৰ বাসিনীলৈকে, ইয়াৰ পৰিমাণ দীঘে এশ যোজন, বহলে ত্ৰিশ যোজন, দেশখন ত্ৰিকোণ বা তিনি কোণীয়া আৰু অনেক কৃষ্ণবৰ্ণৰ পৰ্বতমালাৰে পৰিবেষ্টিত আৰু এশ নদী সমাযুক্ত— ইয়াকেই কামৰূপ বুলিছিল।

যোগিনী-তন্ত্ৰ কালিকা পুৰাণতকৈ অনেক পিছত ৰচিত হৈছিল ; তাতো লিখিছে, –

করতোয়াং সমাসাদ্য যাৱদ্দিকৰৱাসিনীম।
কামৰূপ ইতি খ্যাতঃ গায়ন্তি গিৰি-নন্দিনি।

ইয়াৰ পৰা জানিব পাৰি যে পূৰ্বে গোটেই পূৰ্ববঙ্গ আৰু ভোটান ৰাজ্যও কামৰূপৰ অন্তৰ্ভুক্ত আছিল।

আজিকালি থান্‌চা-বান্‌চা হৈ সিবিলাক বিভিন্ন প্ৰদেশ বুলি পৰিচিত হোৱাত, সেই বিশাল কামৰূপ কুঁচি-মুচি এতিয়া অকণমান দেশ হৈ পৰিছে।

এই কামৰূপক পূৰ্বে ৰত্নপীঠ, কামপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ নামে চাৰি ভাগত বিভক্ত কৰা হৈছিল। এই সৌমাৰ পীঠেই এতিয়াৰ উজনি খণ্ড বা Upper Assam. মহীৰঙ্গ দানৱ সুমাৰিয়ান জাতিৰ অন্তৰ্গত আছিল আৰু এই খণ্ডত তেওঁ ৰাজত্ব কৰিছিল বুলি সুমাৰিয়ানবিলাকৰ নাম অনুসাৰে এই খণ্ডৰ নাম সৌমাৰপীঠ হৈছিল। স্বৰ্ণপীঠেই মধ্য অসম বা Central Assam আৰু কামপীঠেই নামনি অসম বা Lower Assam. ৰত্নপীঠ এতিয়া কামৰূপৰ পৰা- বেলেগ হৈ, বঙ্গদেশৰ এক অঙ্গত পৰিণত হৈছে।

এই দেশ প্ৰকৃতিৰ বিতোপন ক্ৰীড়াভূমি। অনেক প্ৰকাৰ প্ৰাকৃতিক সৌন্দৰ্যৰে এই দেশ ভৰ-পূৰ। ইয়াত নিৰ্জনে তপস্যা কৰিবলৈ অনেক স্থান আছে, সেইবিলাক স্থানত ৰহি, প্ৰকৃতিৰ অনুপম শোভা চাই, সকলোৰে গৰাকী সেই বিশ্বপিতা পৰমেশ্বৰৰ অনন্ত সৌন্দৰ্য উপলব্ধি কৰিবলৈ অতি উত্তম সুযোগ। সেই কাৰণেই পূৰ্ব কালত আৰ্য ঋষিসকলে ইয়ালৈ আহি অনেক ঠাইত তপস্যা কৰিছিলহি, আৰু সেই কাৰণেই এই দেশত বশিষ্ঠাশ্ৰম প্ৰভৃতি অনেক ঋষি-মুনিৰ আশ্ৰম আৰু অনেক তীৰ্থস্থান আছে। পূৰ্বকালত এই দেশ কিন্তু মহাৰণ্য-পূৰ্ণ আৰু অতিশয় দুৰ্গমো আছিল। মগধৰ ৰজা জৰাসন্ধই তেওঁ ৰাজ্য কাঢ়ি লোৱা অনেক ৰজাক ইয়াৰ সৌমাৰ

খণ্ডত বন্দী কৰি থৈছিল। পিছত শ্ৰীকৃষ্ণৰ কৌশলত দ্বিতীয় পাণ্ডৱ ভীমে জৰাসন্ধক বধ কৰি, সেই ৰজাবিলাকক মুক্তি দিছিল। ই পূৰ্বে একালত বাণাসুৰ, নৰকাসুৰ, হিড়িম্ব, বব্ৰুবাহন, ভীষ্মক প্ৰভৃতি ৰজাৰ দেশ আছিল। সি যি নহওক, সিবিলাকৰ পিছত এই দেশতো আৰ্যস্ৰোত প্ৰবাহিত হ'ল আৰু ক্ৰমে আৰ্যসন্তানে বসতি কৰিবলৈ ধৰিলে, সিবিলাকৰ লগে লগে এই দেশত আৰ্য ধৰ্মও প্ৰচলিত হ'ল।

## আহোমবিলাকৰ সৌমাৰ-খণ্ডত ৰাজ্য-স্থাপন

অনেক কাল হিন্দু ৰজা হোৱাৰ পিছত এই দেশত অনেক কাললৈ বৌদ্ধ ধৰ্ম প্ৰচলিত হৈছিল। ক্ৰমে সেই বৌদ্ধ ধৰ্ম লোপ পোৱাত, পুনৰ এই দেশত আৰ্য ধৰ্ম হিন্দু ধৰ্ম প্ৰচলিত হ'ল আৰু কেবা খণ্ডও ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য স্থাপিত হৈ উঠিল। ঠিক এনে সময়তে তেৰ শতিকাৰ প্ৰাৰম্ভতে (ইং ১২২৯ চনত) বৰ্মা বা মানদেশৰ ভিতৰৰ শ্যান প্ৰদেশৰ ছোৱেলী উপত্যকাৰ পৰা কিছুমান মানুহে চুকাফা নামে এগৰাকী কোঁৱৰৰ নেতৃত্বত আহি, এই দেশৰ সৌমাৰ খণ্ডত প্ৰথমে ৰাজ্য স্থাপন কৰেহি। এতিয়াৰ শিৱসাগৰ আৰু লক্ষীমপুৰ জিলা এই সৌমাৰ খণ্ডত পৰিছে আৰু শ্যানবিলাকৰ ৰাজত্বৰ পূৰ্বে, এই খণ্ড বৰাহী, চুতীয়া, কছাৰী প্ৰভৃতি জাতিৰ দখলত আছিল আৰু সৰু সৰু কেইখনমান ভূখণ্ড বাৰ- ভূঞাবিলাকেও শাসন কৰিছিল। এই শ্যানবিলাকৰ বংশধৰসকলে (যাক পিছলৈ আহোম বোলা হৈছিল) ক্ৰমে ৰাজ্য বিস্তাৰ কৰি ন্যূনাধিক ছশ বছৰ কাল এই দেশত প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰে। এক বংশৰ মানুহে ইমান দীঘলীয়া ৰাজত্ব কৰা পৃথিৱীৰ ইতিহাসত বিৰল বুলি কলেও মিছা কোৱা নহব। কিন্তু প্ৰাণী-দেহৰ যেনেকৈ উৎপত্তি, বৃদ্ধি আৰু বিনাশ আছে, তেনেকৈ এক এক জাতিৰো তেনেকুৱা অৱস্থা থাকে। এই শ্যানবিলাকৰো তেনেকৈ উৎপত্তি আৰু বৃদ্ধি হোৱাৰ পিছত, ৰাজসিক আৰু ধৰ্মবিষয়ক অনেক প্ৰকাৰ হুলস্থূল হোৱাৰ ফলত, সিবিলাকৰ নিজৰ ভিতৰতে গৃহকন্দলাদি হৈ, নানা কাৰণত সিবিলাক ধ্বংস পায়। সিবিলাকৰ সেই ছশ বছৰীয়া দীঘলীয়া ৰাজত্বৰ বিবৰণ ; কোন ৰজাৰ পিছত কোন ৰজা হ'ল, কেইবাৰ কেনেকৈ মুছলমানে এই দেশ আক্ৰমণ কৰিছিল, কেনেকৈ মোৱামৰীয়া বিদ্ৰোহ নামে এই দেশত অন্তৰ্বিপ্লৱ হৈছিল, কাৰ দ্বাৰা কেনেকৈ দন্দুৱা-দ্ৰোহ হৈছিল, মানে কেনেকৈ এই দেশ আক্ৰমণ কৰিছিল আৰু মানক খেদি ইংৰাজৰ হাতলৈ এই দেশ কেনেকৈ আনিলে, সেইবিলাক বিবৰণ আপোনালোকে ছপা-হোৱা বুৰঞ্জীবিলাকত পঢ়িবলৈ পাইছে। সেইবিলাক উল্লেখ কৰি মই আপোনালোকক আমনি কৰিবলৈ ইচ্ছা নকৰো। মাত্ৰ আপোনালোকে সৈতে সিবিলাক চা-চিনাকি কৰি দিবৰ নিমিত্তে আৰু সিবিলাকৰ ৰাজত্ব কালত এই বুৰঞ্জী সাহিত্যই কিদৰে উন্নতি কৰিছিল, সেই সম্পৰ্কে যি হয় কেইআষাৰমান কৈ আৰু এনেধৰণৰ কেইটামান কথা কৈ- মোৰ আজিৰ বক্তব্যৰ সামৰণি মাৰিবলৈ চেষ্টা কৰিম।

# আহোমৰ পূৰ্বজাতি, ভাষা আৰু ধৰ্ম

এই শ্যানবিলাক টাই জাতীয় মানুহ আছিল। বৰ্ত্তমানৰ শ্যাম (siam) দেশীয় শ্যান্ মানুহবিলাকেৰে (Siamese) এওঁবিলাক একে বংশৰ মানুহ। এজন ইংৰাজ গ্ৰন্থকাৰে "Silken East" নামেৰে কিতাপত লিখিছে,– The race (the Shans) began to spread into Burma from south - western China about two thousand years ago. Its migration was hastened by the pressure of the Chinese races behind, and as the pressure increased it spread from the Valley of the Shweli river, its first home in burma, southwards to the Siamese seas, eastward to Jonking and North and West, till it reached the Brahmaputra Valley and founded the Ahom kingdom of Assam.

অৰ্থাৎ এই শ্যান্‌বোৰ প্ৰায় দুহেজাৰ বছৰ হ'ল চীন দেশৰ দক্ষিণ-পশ্চিম অঞ্চলৰ পৰা আহি মান বা বৰ্মা দেশত সোমায়হি। চীনাবিলাকৰ ঠেলাত থাকিব নোৱৰাটোৱেই সিবিলাকৰ মানদেশত সোমোৱাহিৰ প্ৰধান কাৰণ আৰু তেনেকুৱা ঠেলা ক্ৰমে প্ৰবল হোৱাত, সিবিলাক মান দেশৰ ছোৱেলী উপত্যকাৰ পৰা দক্ষিণমুৱা হৈ কিছুমান শ্যাম উপসাগৰৰ ফালে যায়, কিছুমান পুবমুৱা হৈ টংকিঙৰ ফালে যায় আৰু কিছুমানে উত্তৰ আৰু পশ্চিমাভিমুখে গৈ, ব্ৰহ্মপুত্ৰ উপত্যকা পাই, তাত আহোম ৰাজ্য স্থাপন কৰেগৈ।

পৃথিৱীৰ বুৰঞ্জী পঢ়িলে সাধাৰণতে দেখা যায় যে সৰহ মানুহ থকা ঠাই এডোখৰত, মানুহে কোনো বিষয়ে আচল - বিচল পালেই, আন এডোখৰ ভাকৰীয়া মানুহ থকা ঠাইলৈ গুচি যায়। পিছে সিবিলাকে সভ্য আৰু পৰাক্ৰমী জাতি হ'লে, সেই ঠাইৰ নিশকতীয়া নিজাপী মানুহবিলাকক নিজৰ বংশলৈ আনি, তলতীয়া কৰি আপোনাৰ গৌৰৱ আৰু শ্ৰেষ্ঠতা বঢ়ায় আৰু শেহত এক উন্নত জাতিত পৰিণত হয়গৈ। এই টাই মানুহবিলাকৰো প্ৰায় সেয়েই হৈছিল। সিবিলাকে লোকাৰণ্য ছোৱেলী উপত্যকাত থাকিবলৈ অসুখ-অশান্তি পাই, ব্ৰহ্মপুত্ৰ উপত্যকাৰ ফালে যাত্ৰা কৰি, পাটকাই আৰু নগাপাহাৰেদি বাট লৈ, সৌমাৰ খণ্ডত সোমায়হি। তেতিয়া সিবিলাকৰ লোকসংখ্যা নিচেই তাকৰ আছিল। চুকাফা- কোঁৱৰ সৌমাৰত সোমাওঁতে, লগত বুঢ়াগোঁহাই, বৰগোঁহাই প্ৰমুখ্যে জনচেৰেক বিষয়াই সৈতে ১০৮০ জন মানুহ আহিছিল। অতীজৰে পৰা পৃথিৱীৰ ইতিহাসত দেখিবলৈ পোৱা যায়, যে উন্নতিৰ সোপানত খাপে খাপে উঠি, যিবিলাক জাতিয়ে সভ্য আৰু পৰাক্ৰমী বুলি জগতত চিনাকি দি আহিছে, সিবিলাকৰ সৰহ ভাগেই প্ৰায় মানুহ তাকৰীয়া জাতিৰ ভিতৰৰহে। আৰ্যবিলাক পঞ্চনদৰ তীৰত আহি বসতি কৰোঁতে কেইজনমান মানুহ মাথোন আছিল, বেবিলন্, কাৰ্থেজ আৰু মিছৰ প্ৰভৃতি দেশৰ মানুহে যেতিয়া আগ-পিছকৈ পৃথিৱীৰ খ্যাতিমন্ত হৈ উঠিল– প্ৰবল প্ৰতাপী গ্ৰীকে যিদিনা ধৰণী কঁপাইছিল, আৰু য়ুৰোপীয় সভ্যতাৰ আৰ্হি জিকাক বণুৱা

ৰোমানবিলাকে ইটালীৰ পৰ্বত টিঙতে পোনতে কোঁঠ পাতোঁতে, সিবিলাক প্ৰত্যেক জাতিৰ লোকসংখ্যা নিচেই তাকৰীয়াহে আছিল। দৰাচলতে, লোকসংখ্যা কম থকা জাতিয়েহে সভ্য আৰু উন্নত হৈ, জগতত কীৰ্ত্তিমন্ত হব পাৰিছে। মহাদেশ এচিয়াৰ লোকসংখ্যাৰ লগত তুলনা কৰিলে, সমগ্ৰ য়ুৰোপৰ লোকসংখ্যা প্ৰায় এক-চতুৰ্থাংশ মানহে হব কিন্তু আজি এছিয়াবাসীৰ অৱস্থা কি আৰু য়ুৰোপীয় জাতিবিলাকৰেই বা অৱস্থা কেনে? আৰু সিবিলাক কেনে উন্নত? তাক বিজাই চালেই এই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰিব। এইবিলাক কথা ভালকৈ পিটিকি চালেও, সৰহীয়া মানুহ থকা জাতিতকৈ তাকৰীয়া জনসংখ্যাৰ জাতিয়ে বেছিকৈ উন্নতি কৰিব পাৰে বুলি নামানি নোৱাৰি।

## অসমীয়া জাতিৰ আদি

সৌমাৰ খণ্ডত তেতিয়া বৰাহী, মৰাণ, কছাৰী, চুটীয়া আৰু বাৰভূঞাৰ বসতি আছিল। আৰু সিবিলাকৰ লোকসংখ্যা টাইবিলাকতকৈ অনেক পৰিমাণে বেছি থকা সত্বেও নৰ্মাণ্ডীৰ ডিউক বিজয়ী উইলিয়ামৰ লগৰ নৰ্মান মানুহখিনিয়ে চেক্সন্‌বিলাকৰ লগত মিহলি হৈ যেনেকৈ বৰ্ত্তমানৰ প্ৰবল-প্ৰতাপান্বিত ইংৰাজ জাতিৰ সৃজন কৰিলে,– এই তাকৰীয়া টাই মানুহখিনিয়েও ঠিক সেই দৰেই সৌমাৰ আদিবাসীবিলাকক তলতীয়া কৰি লৈ, সিবিলাকে সৈতে মিলি পৰি, আজিৰ এই অসমীয়া জাতিটো সৃজন কৰিলে। অসমীয়া জাতিৰ এয়েই আদি-মূল। ইয়াৰ পূৰ্বে অসমীয়া বুলি জাতি এটা পৃথিৱীত নাছিল। ইংৰাজ জাতিয়ে উইলিয়ামৰ আৰু ফৰাচীবাসীয়ে নেপোলিয়ানৰ অতিকৈ গৌৰৱ কৰে। ইংলণ্ড আৰু ইংৰাজ জাতিৰ নিমিত্তে আজি বিজয়ী উইলিয়াম গৌৰৱিত আৰু সেইদৰেই ফ্ৰান্স আৰু ফৰাচী জাতিৰ নিমিত্তেও নেপোলিয়ান আজি জগতত চিৰপৰিচিত আৰু বিশেষৰূপে গৌৰৱান্বিত। সেইদৰে বিজয়ী চুকাফাক লৈও অসমীয়া জাতি গৌৰৱান্বিত হব লাগে।

অসমীয়া জাতিৰ মূলতে যে এই টাই মানুহবিলাক তাক কোনেও নুই কৰিব নোৱাৰে। এই টাইবিলাক আজিকালি আহোম নামে পৰিচিত। পূৰ্বে সিবিলাকক আহোম নুবুলিছিল। সৌমাৰত থাকোঁতে বৰাহীবোৰে সিবিলাকক বোলে,– "ইসকল আনৰ বঙহ নহয়, দেও মানুহ, যি বুলি কয় সেয়ে হয়। ইসকল অসম,– আন ইসকলৰ সম নহয়', এই বুলি কোৱাকুই কৰাত ক্ৰমে সিবিলাকে "অসম" নাম পালে। আহোমবিলাকে অৰ্থাৎ টাই মানুহবিলাকে "স"ক "হ" উচ্চাৰণ কৰে। গতিকেই "অসম"ৰ পৰা "অহম" আৰু ক্ৰমে "আহোম" হৈ পৰিল। "অহম" মানুহৰ ৰাজ্য বুলি দেশখনৰ নামো "অসম দেশ" হ'ল আৰু ইংৰাজৰ হাতলৈ অহাত তাক এতিয়া "আসাম দেশ" বুলিছে। কোনোৱে কয় যে এই দেশখন পৰ্বতময়, গতিকে ই অসমান আৰু অসমান বুলিয়েই এই দেশক অসম দেশ বোলে। এই কথা কিন্তু ঠিক নহয়, কিয়নো অসম বা আহোমবিলাক এই দেশলৈ অহাৰ পূৰ্ববৰ্তী কালতো ইয়াত

এতিয়াৰ দৰেই পৰ্বত আছিল আৰু ঠাইবিলাকো এনেকুৱাই অসমান আছিল। কিন্তু ক'তা, তেতিয়া দেখোন ইয়াক অসম দেশ নুবুলি কামৰূপহে বুলিছিল ? আহোমৰ অসম অনুযায়ী যে এই দেশক অসম দেশ বোলে,সি ধুৰূপ আৰু অসম দেশ বুলিলে প্ৰথমতে সৌমাৰপীঠ বোলা ঠাই ডোখৰকহে বুজাইছিল। ক্ৰমে অসম বা আহোমৰ ৰাজ্য বিস্তাৰ হোৱাৰ লগে লগে স্বৰ্ণকোষ বা সোনকোহলৈকে অসম দেশ নাম হ'ল।

এই টাই বা আহোমবিলাকৰ ভাষা সুকীয়া আৰু সেই ভাষা চহকী আছিল। সেই ভাষাত বুৰঞ্জীকে আদি কৰি নানা বিষয়ৰ অলেখ পুথি আছিল। সেই ভাষাৰ জ্যোতিষ শাস্ত্ৰ "বান্-চেং" আৰু "কুকুৰা- ঠেং" আদি পুথিবিলাকৰ সহায়ত দেওধাই বাইলুং প্ৰভৃতি আহোম পণ্ডিতবিলাকে যিবোৰ আচৰিত কথা গণনা কৰিছিল, শুনিলে স্তম্ভিত হব লাগে।.এতিয়া সেই ভাষাৰ অস্তিত্ব প্ৰায় লোপ হ'ব লগা হৈছে। বৰ- সন্তোষৰ কথা,– আহোম ভাষাবিদ মোৰ অগ্ৰজপ্ৰতিম, শ্ৰদ্ধেয় ৰায় চাহাব শ্ৰীযুত গোলাপ চন্দ্ৰ বৰুৱাই ইং ১৯৩৬ চনত অনেক পৰিশ্ৰম কৰি এখন আহোম ভাষাৰ অভিধান "Ahom - Assamese- English Dictionary" সংগ্ৰহ কৰি অসম গভৰ্ণমেণ্টৰ হাতত দিয়ে আৰু ১৯২০ চনত দয়ালু গভৰ্ণমেণ্টে সেই অভিধানখনি ছপা কৰি উলিয়ায়। আহোম ভাষা আৰু তাৰ আখৰবিলাক প্ৰায় লুপ্ত পাওঁ পাওঁ হৈছিলহি। আমাৰ সদাশয় গভৰ্ণমেণ্টে অভিধানখনি ছপা কৰি নুলিওৱা হ'লে, লোপ পালেহেঁতেন। সেই বুলি কেৱল আহোমেই নহয়, সদৌ অসমীয়া জাতিয়ে প্ৰায় ছশ-বছৰীয়া দীঘলীয়া ৰাজত্ব কৰোঁতা জাতি এটাৰ ভাষাৰ অস্তিত্ব ৰক্ষা কৰাৰ বাবে গভৰ্ণমেণ্টৰ ওচৰত কৃতজ্ঞ হব লাগে আৰু এই প্ৰসঙ্গতে শ্ৰীযুত ৰায় চাহাব ডাঙৰীয়ালৈকো শলাগৰ শৰাই আগবঢ়োৱা হওক।

আহোমবিলাক মঙ্গলিয়ান বা মঙ্গল-জাতীয় মানুহ। সিবিলাক পূৰ্বত বৌদ্ধধৰ্মী আছিল। মঙ্গল জাতীয় বৌদ্ধবিলাক সাধাৰণতে দুটা সম্প্ৰদায়ত বিভক্ত– যেনে মহাযান আৰু হীন-যান। আহোমবিলাক মহা-যান আৰু হীন-যান দুয়ো সম্প্ৰদায়ৰ সানমিহলি মতলম্বী আছিল। চীন দেশৰ শ্যান্‌বিলাকো (যাক আহোম ভাষাত "টাইনৰ" বোলে) টাই - জাতীয় মানুহ আছিল, সিবিলাক মহা-যান পন্থী বৌদ্ধ। নেপালৰ লিমুবিলাকো পূৰ্বত টাই জাতীয় মানুহ আছিল। সিবিলাকৰ ভাষা আজিও আহোম ভাষাৰ লগত মিলে। টাই ভাষাত সিবিলাকক "চুৱা" বোলে। সিবিলাক এতিয়া হিন্দু হৈছে। শ্যাম (Siam) দেশৰ শ্যানবিলাকেবে আহোমবিলাকৰ গুৰি একে আৰু ভাষাও একে। শ্যামৰ বৰ্তমান ৰজাই এতিয়া অলপ দিন হৈছে, সিবিলাকৰ ভাষাৰ পৰা আজি প্ৰায় ৭০০ বছৰৰ ভিতৰত আহোম ভাষা কিমান আঁতৰি পৰিছে, তাক চাবৰ নিমিত্তে এহেজাৰ টকা পুৰস্কাৰ দি, ৰায়চাহাব শ্ৰীযুত গোলাপচন্দ্ৰ বৰুৱাৰ হতুৱাই এখন আহোম ভাষাৰ ব্যাকৰণ লিখাই নিছে। শ্যামদেশীয় শ্যানবিলাক- এতিয়াও বৌদ্ধধৰ্মী আৰু আহোমবিলাকৰ দৰে মহা-যান আৰু হীন-যান দুয়ো সম্প্ৰদায়ৰ সানমিহলি মতাৱলম্বী। সিবিলাক আহোমৰ নিচেই ওচৰ-সম্বন্ধীয়া জাতি।

# আহোমৰ ৰণ-বল, পৰাক্ৰম, অস্ত্ৰ-শস্ত্ৰাদি

এই আহোমবিলাক বৰ বলী আৰু সাহসী জাতি আছিল আৰু যুদ্ধ-বিদ্যাতো বৰ পাৰ্গত আছিল বুলি সকলোৱেই মুক্তকণ্ঠে স্বীকাৰ কৰিছে। মুছলমান বুৰঞ্জীলিখকে লিখা "ফঠিয়া-ই-ইব্ৰীয়াহ" নামে (Fathiyah—i—Ibriah) পাৰস্য গ্ৰন্থত লিখিছে– They (the Ahoms) are superior to most nations in their bodily strength, and power of endurance. They were enterprising ------------ fond of war ----------- if one of them should meet ten Muhammadans on foot, he will fearlessly attack them, and even be victorious.

অৰ্থাৎ "শাৰীৰিক বল আৰু কষ্ট সহিষ্ণুতাৰ নিমিত্তে আহোমবিলাক অনেক জাতিৰ ওপৰত, আহোমবিলাকৰ নিচিনা বাহুবলী আৰু কষ্টসহিষ্ণু জাতি নিচেই তাকৰহে আছিল। সিবিলাক বৰ উদ্যোগী আৰু যুদ্ধপ্ৰিয় আছিল। এজন আহোম পদাতিক সেনাই দহজন মুছলমান-পদাতিক সৈন্যৰে নিৰ্ভীক মনে যুঁজিছিল আৰু জয় লাভো কৰিব পাৰিছিল।" আহোমবিলাক যে অতুল বীৰ আৰু সাহী আছিল, মুছলমানেৰে সৈতে দীঘলীয়া ৰণতে তাৰ উজ্জ্বল দৃষ্টান্ত পোৱা গৈছিল। সিবিলাকৰ তিৰোতাবিলাকো অতি উন্নতমনা আৰু তেজস্বিনী আছিল। তুৰ্বকৰ ৰণত বীৰাঙ্গনা মূলাগাভৰু আৰু জেৰেঙা পথাৰৰ মাজত চাওডাঙৰ হাতত অসমীয়াৰ আদৰ্শ সতী জয়মতী কুঁৱৰী আদি আহোম ৰমণীবিলাকেই তাৰ জ্বলন্ত প্ৰমাণ। আহোমবিলাকে শৰাইঘাটৰ আৰু ইটাখুলিৰ ৰণত সিবিলাকৰ বল-বীৰ্যৰ চৰম চানেকি দেখুৱাইছিল। আহোম সেনাৰ পৰাক্ৰমৰ নিমিত্তেই ভাৰতবিজয়ী মোগল- বাহিনীয়ে অসম দেশ মোগল সাম্ৰাজ্যৰ ভিতৰ সুমুৱাব নোৱাৰিলে। আহোম সেনাৰ যুদ্ধ কৌশল আৰু ৰণবিক্ৰম মুছলমান ঐতিহাসিকসকলেও মুক্তকণ্ঠে স্বীকাৰ কৰিছে। তেওঁলোকৰ হাতত মুছলমানবিলাক কেবাবাৰো সম্পূৰ্ণৰূপে পৰাজিত হৈছিল। তেওঁলোক দুৰ্গম হাবি পৰ্বত পাৰ হৈ চুতীয়া আৰু কছাৰী ৰাজ্য অধিকাৰ কৰিছিল, আৰু শ্ৰীহট্ট পৰ্যন্ত আক্ৰমণ কৰি, তাৰো এক অংশ নিজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিছিল। একালে কোচ ৰজা, সিকালে মণিপুৰ আৰু জয়ন্তীয়া ৰজাই আহোম ৰজাৰে মিত্ৰতা কৰিবলৈ বাধ্য হৈছিল।

সিবিলাকৰ ৰাজত্বৰ প্ৰথম ছোৱাত আহোমবিলাকে বৰছা, ৰাৰু, কাঁড়- ধনু, যাঠি, দা, তৰোৱাল প্ৰভৃতিৰে ৰণ কৰিছিল। কিন্তু সময়ৰ লগে লগে নানাবিধ অস্ত্ৰ-শস্ত্ৰাদিৰ আবিষ্কাৰ হোৱাত, সিবিলাকে পূৰ্বোক্ত অস্ত্ৰাদিৰ উপৰিও "বিয়াগোম-তোপ", "মিঠাহোলোং" প্ৰভৃতি পাঁচবিধ বৰহিলৈ বা বৰতোপ, আৰু গঠীয়া জুমুৰি, "পহলঙী" প্ৰভৃতি এঘাৰ বিধ হাতনলীয়া হিলৈ ব্যৱহাৰ কৰিছিল। জয়ধ্বজ সিংহ মহাৰাজৰ ৰাজত্বৰ কালত আওৰংজেৱ বাদছাৰ প্ৰধান সেনাপতি মীৰজুমলাই এই দেশ আক্ৰমণ কৰি উলটি যাওঁতে এই দেশৰ পৰা ৬৭৫ টা বৰতোপ লৈ গৈছিল। তাৰ ভিতৰৰ আটাইতকৈ ডাঙৰ তোপটোৰ গুলীটোৱেই তিনি মোণ

গধুৰ আছিল। ইয়াৰ বাহিৰেও তেওঁ ৩৪৩ টা গঠীয়া জুমুৰি, ১২০০ ৰামচাঙী আৰু ৬৫৭০ টা সৰু হাতনলীয়া বন্দুক লৈ গৈছিল। মুছলমান বুৰঞ্জী-লেখকৰ মতে, সেই হিলৈবোৰ সুন্দৰৰূপে মিনা কৰোৱা আছিল আৰু সেইবোৰ সাজোঁতে অসমীয়া মানুহে অদ্ভুত ৰকম বুদ্ধি খটাইছিল।

এই আহোমবিলাকক হিলৈ আৰু তাৰ বাৰুদ বা খাৰৰ আৱিষ্কাৰক বুলিও অনুমান কৰে। Jean Baptista Tavernier নামে এজন ফৰাচী দেশৰ ভ্ৰমণকাৰীয়ে তেওঁৰ "Travels in India" নামে পুথিত আহোমবিলাকৰ বিষয়ে এইদৰে লিখিছে,—

It is believed that it is the same people, who, in ancient time first discovered gun-powder and guns, which passed from Assam to Pegu, and from Pegu to China; this is the rason why the discovery is generally ascribed to the Chinese.

অৰ্থাৎ "অতীজতে এই আহোমবিলাকেই বাৰুদ হিলৈ আবিষ্কাৰ কৰে। তাৰ পিছত ক্ৰমাৎ সেই বিদ্যা অসমৰপৰা বাগৰি বাগৰি পেগু আৰু চীন দেশ পায়গৈ। সেই কাৰণেহে অনেক ভাবে যে চীন দেশতে জয়েজয়ে হিলৈ আৰু তাৰ খাৰ আবিষ্কাৰ হৈছিল।" সি যিকি নহওক, আহোমবিলাক হিলৈ আৰু বাৰুদৰ আৱিষ্কাৰক হওকেই বা নহওকেই, সিবিলাক যে সেইবোৰ তৈয়াৰ কৰাত বৰ পাকৈত আছিল, তাত কোনো সন্দেহ নাই। মীৰজুমলাই এই দেশৰপৰা নিয়া বন্দুকৰ সংখ্যাৰপৰাই হিলৈৰ বিষয়ে ঠাৱৰাব পাৰি আৰু বাৰুদৰ বিষয়ে টেবাৰ্ণিয়াৰ চাহাবে কয় যে মীৰজুমলাই অসম দেশৰ পৰা নিয়া কলাই খাৰেৰে মৰা যিবোৰ হিলৈ নিছিল, তাৰ বাৰুদবোৰ বৰ ভাল। সেই বাৰুদৰ গুলীবোৰ ফৰাচী দেশৰ বাৰুদৰ দৰে মিহি ঘূৰণীয়া আৰু আন দেশৰ বাৰুদতকৈ চোকা আছিল। ভোটান ৰাজ্যত তৈয়াৰ হোৱা বাৰুদৰ দৰে সেইবোৰ দীঘলীয়া নাছিল। এই বাৰুদ আহোম ৰজাৰ আমোলত যথেষ্ট পৰিমাণে তৈয়াৰ হৈছিল। মীৰজুমলাই অসমৰ পৰা উলটি যাওঁতে, অসম ৰজাৰ এটা ভঁৰাল লুটি ৩৪০ মোণ খাৰ আৰু দুমোণ - আঢ়ৈ মোণ খাৰেৰে খুন্দখাই থকা ১৯৬০ টা খাৰৰ পেটাৰি লৈ গৈছিল। আহোম ৰজাৰ আমোলত হিলৈ খাৰ কি পৰিমাণে তৈয়াৰ হৈছিল, সেইটো ইয়াৰপৰাই বেছকৈ ঠাৱৰাব পৰা যায়।

সিবিলাকে যথেষ্ট পৰিমাণে যন্ত্ৰকাৰো তৈয়াৰ কৰিছিল। হিলৈ খাৰ আৰু যন্ত্ৰখাৰ কৰিবলৈ দুখেল নিৰ্দ্দিষ্ট মানুহ আছিল। হিলৈ খাৰ কৰোঁতাবিলাকক "খাৰঘৰীয়া" আৰু "যন্ত্ৰখাৰ" কৰাবোৰক "যন্ত্ৰ-খৰীয়া" বোলা হৈছিল।

## আহোমৰ শাসন-প্ৰণালী

আহোমবিলাকৰ শাসন-প্ৰণালীক আজিকালি অনেকে স্বেচ্ছাচাৰতন্ত্ৰী বুলি নিন্দা কৰিব খোজে। কিন্তু প্ৰকৃত কথা ক'বলৈ গলে তেনে নাছিল। পিছলৈ যেতিয়া দেশত বিদ্ৰোহাদি

হ'বলৈ ধৰিলে, তেতিয়াৰপৰাহে অলপ স্বেচ্ছাচাৰিতাৰ আৰম্ভ হৈছিল । যেতিয়া বাপেকক মাৰি পুতেকে, ককায়েকক মাৰি ভায়েকে ৰজা হবলৈ ধৰিলে আৰু মন্ত্ৰীবিলাকৰ ভিতৰতো কোনো এগৰাকীয়ে ষড়যন্ত্ৰ কৰি, এজন ৰজাক মাৰি তেওঁৰ ঠাইত আন এজনক ৰজা লবলৈ ধৰিলে, সেই সময়ৰ পৰাহে দেশত নানা ৰকম উগ্ৰ শাস্তিৰ সৃষ্টি হৈছিল । এনেকুৱা সময়ত আন আন সভ্য দেশত এনেকুৱা বা ইয়াতকৈ বেছি উগ্ৰ শাস্তিৰো যে অৱতাৰণা হয়, সেইটো বোধকৰোঁ নকলেও হয় । আহোম ৰজাৰ উগ্ৰ শাস্তিবিলাক সেই কালৰ সমসাময়িক ৰজা বাদছাহবিসকলৰ উগ্ৰ শাস্তিতকৈ বেছি উগ্ৰ আছিল বুলি ভাবিব নোৱাৰি । জয়ধ্বজ সিংহৰ দিনত মীৰজুমলাই এই দেশ আক্ৰমণ কৰোঁতে তেওঁৰ লগত অসমলৈ গ্লেনিয়াচ নামে এজন হলেণ্ডবাসী সৈনিক আহিছিল । মীৰজুমলাই অসমীয়া ৰণুৱা বন্দীবিলাকক যেনেকুৱা উগ্ৰ শাস্তি কৰি প্ৰাণ মাৰিছিল, তাৰ কথা উনুকিয়াই তেওঁ "Relation of an unfortunate voyage to the kingdom of Bangala" নামে পুথিত এইদৰে লিখিছে,– "শত্ৰুপক্ষৰ গতি-বিধি লক্ষ্য কৰিবৰ নিমিত্তে আমাৰ গুপ্তচৰ পঠোৱা হয় । শত্ৰুপক্ষৰ কোনো মানুহ আমাৰ মানুহৰ হাতত ধৰা পৰি বন্দী হলে, সিবোৰক নিৰ্মমভাবে চমটাৰে চমটিওৱা হয়, তাৰ পিছত মূৰটো কাটি পাচিত ভৰাই গছৰ ডালত আঁৰি থোৱা হয় । বিপক্ষ দলৰ মানুহ যেতিয়া বেছি পৰিমাণে আমাৰ মানুহৰ হাতত বন্দী হয় আৰু সেইবোৰক বন্দী কৈ থ'বলৈ ঠাইৰ নাটনি বা অসুবিধা হয়, তেতিয়া হ'লে সৰহখিনি মানুহৰ মূৰবোৰ কাটি, বাকীবোৰৰ ডিঙিত বান্ধি ওলোমাই দিয়া হয় । এবাৰ এনে দুটা ৰণুৱা বন্দী আমাৰ ছাউনিলৈকে বান্ধি অনা হৈছিল । সিহঁতক প্ৰথমতে বেতেৰে কোবাবলৈ ধৰা হ'ল । যেতিয়া সিহঁতৰ ধাতু যায় যায় হ'ল, তেতিয়া সিহঁতৰ মূৰ দুটা কাটি গছৰ ডালত ওলোমাই দিয়া হ'ল । সময়ে সময়ে এনেকুৱা বন্দীৰ কোনোটোক বা কেতিয়াবা জীয়াই জীয়াই যাঠিৰে খুঁচি পেটৰ নাড়ী-ভুৰু উলিয়াই শত্ৰুপক্ষৰ মানুহে যাতে দেখিবলৈ পায়, তেনে ঠাইত নি পেলাই দিয়া হয়, ইত্যাদি ।" এই বিষয়ে আৰু বেছি কথা কৈ মই আপোনালোকৰ পকা ঘাত চেঙাতেল দিবলৈ ইচ্ছা নকৰোঁ । মুঠতে কৈ থওঁ যে এনেবিলাক উগ্ৰ শাস্তিৰ লগত ৰিজালে, আহোম ৰজাৰ উগ্ৰ শাস্তিবিলাকক অতি উগ্ৰ বুলি ভাবিব নোৱাৰি ।

আহোম ৰজাৰ শাসন-বিধি ব্ৰিটিছৰ শাসন-বিধিৰ লগত অনেক মিলে আৰু ইংলণ্ডৰ "ফিউডেল ছিষ্টেম"ৰ লগত ভালকৈয়ে ৰিজাব পাৰি । আহোম ৰজাসকলৰ ক্ষমতা অসীম আছিল বুলিও, তেওঁবিলাক প্ৰধান মন্ত্ৰীসকলৰ মন্ত্ৰণাৰ তল । সিবিলাকৰ ভিতৰত দুখন মেল বা ৰাজসভা আছিল, এখন "ডাঙৰীয়া মেল" আৰু ইখন "বিষয়া মেল" । "ডাঙৰীয়া মেল"ত কেৱল ৰজা আৰু তিনিজনা ঘাই ডাঙৰীয়া বহে,– ইংৰাজৰ লৰ্ড সভাৰে এই মেলক ৰিজাব পাৰি । "বিষয়া মেল"ত তিনিজনা ডাঙৰীয়া আৰু বৰবৰুৱা প্ৰমুখ্যে বিষয়াসকল বহে কিন্তু এই মেলত ৰজাই সততে যোগ নিদিয়ে । বিশেষ লাগতিয়াল কাম থাকিলেহে বহেহি । এই মেল ইংৰাজৰ কমন সভাৰ লগত মিলে । ৰজাসকলে নিজৰ ইচ্ছা অনুসৰি কোনো কাৰ্য কৰিব

নোৱাৰিছিল। কোনো আদেশ প্ৰচাৰ যুদ্ধবিগ্ৰহাদি চলোৱা,কিম্বা আন দেশৰ ৰজাৰে কাৰোবাৰ কৰিবলৈ হ'লে, ঘাইমন্ত্ৰী কেইগৰাকীয়ে পৰামৰ্শ কৰিহে চলিছিল। তেখেতবিলাকৰ সম্মতি নহলে ওপৰত উল্লেখ কৰা কোনো কাৰ্যকে ৰজাই নিজ মনৰ মতে কৰিব নোৱাৰিছিল। গতিকেই শাসন-সংক্ৰান্ত প্ৰায় সকলো কাৰ্যতে ৰজাবিলাক প্ৰধানমন্ত্ৰী কেইগৰাকীৰ সম্মতিৰ মুখাপেক্ষী আছিল। সেই কাৰণে আহোম ৰজাৰ শাসন-বিধক 'স্বেচ্ছাচাৰতন্ত্ৰী' বুলিব নোৱাৰি।

## আহোম ৰজাৰ দিনত দেশৰ অৱস্থা, আন দেশৰ লগত বেহা-বেপাৰ আদি

মীৰজুমলাই ইং ১৬৬২ চনত অসম দেশ আক্ৰমণ কৰে। ইয়াৰ প্ৰায় তেৰ বছৰৰ পিছত আহোমৰ চুজিনফা ৰজাৰ ৰাজত্ব কালত, ফৰাচী ভ্ৰমণকাৰী টেবাৰ্ণিয়াৰ এই দেশত ভ্ৰমণ কৰিবলৈ আহে। তেতিয়াৰ অসম দেখি তেওঁ এইদৰে কৈছিল যে "The Kingdom of Assam is one of the best countries of Asia, for it produces all that is necessary to the life of men, without being needed to go for anything to the neighbouring states." প্ৰকৃত পক্ষেও আহোম ৰজাৰ দিনত আমাৰ জন্মভূমি এই অসম দেশ ৰত্ন প্ৰসৱিনী আৰু সোণৰ সঁফুৰাৰ দৰে আছিল। মাগন্তাজনে তেতিয়া ইয়াতে বাঞ্ছিত ৰত্ন লাভ কৰিব পাৰিছিল। নিত্যপ্ৰয়োজনীয় বস্তুৰ নিমিত্তে কাৰো ওচৰত হাত পাতিব নালাগিছিল। এচিয়া মহাদেশৰ ভিতৰত সঁচাকৈয়ে অসমৰ দৰে দেশ নাছিল। এই দেশত আহোমৰ ৰাজত্ব কালত যিহকে বিচাৰে তাকে পাইছিল। এই দেশৰ ব্ৰহ্মপুত্ৰ, দিকৰং, লুইত, সোৱণশিৰী প্ৰভৃতি নৈত সোণ আৰু ৰূপ পাইছিল। বৰ্ত্তমান শিৱসাগৰ জিলাৰ দক্ষিণ কালে নগা পৰ্বতৰ দাঁতিত জয়পুৰৰ পৰা বছা দৈয়াঙলৈকে অঙ্গাৰিত লো-পুঙত লো-তীখা পাইছিল। এই দেশৰ আবৰ আৰু নগাপৰ্বতত অনেক লোণৰ পুং আছিল। বৰহাট আৰু শদিয়াৰ লোণপুঙৰ প্ৰায় গোটেই অসমৰ মানুহক লোণ যোগাব পৰা ক্ষমতা আছিল। ইয়াৰ বাহিৰেও নামগড়ৰ লোণ পুঙৰপৰাও অনেক লোণ পোৱা গৈছিল। কিন্তু এই লোণ-পুংবিলাক পৰ্বতৰ ওচৰত থকাত সেই পৰ্বতীয়া জাতিবিলাকে অনেক সময়ত উপদ্ৰৱ কৰাত, আমাৰ মানুহে তাৰ পৰা সততে যথেষ্ট পৰিমাণে লোণ উলিয়াব নোৱাৰিছিল। সেই কাৰণে মাজে মাজে বিদেশৰপৰাও কিছু লোণ অনাবৰ আৱশ্যক হৈছিল। মহাৰাজ কমলেশ্বৰ সিংহৰ ৰাজত্বৰ কালত (১৮০৯ চনত) কেৱল শদিয়াৰ লোণ পুঙৰপৰাই বছৰেকত দুকুৰি হেজাৰ টকাৰ মূল্যৰ লোণ পোৱা গৈছিল বুলি পেম্বাৰটন চাহাবে কয়। তেওঁ আৰু কয় যে এই পুঙৰপৰা পোৱা লোণবোৰ বিদেশৰপৰা অনা লোণতকৈ অনেক গুণে উৎকৃষ্ট আৰু বেছি মূল্যবান আছিল।

এনেকুৱা নিত্যপ্ৰয়োজনীয় বস্তুবিলাক যদিওবা প্ৰায়েই দেশতে পোৱা গৈছিল, সেই বুলিও

আহোম ৰাজত্ব কালত এই দেশলৈ আন দেশৰপৰা কোনো বস্তুৰ আমদানি কৰা নহৈছিল, এনে কথা অৱশ্যে মই কব খোজা নাই। মহাৰজা ৰুদ্রসিংহৰ ৰাজত্বকালত, তেখেতে বঙ্গদেশৰ নৱাব, পঞ্জাৱৰ ৰজা আৰু মধ্য ভাৰতৰ ৰজাসকলৰ লগত পত্রেৰে মিত্রতা কৰি, সেইবোৰ দেশলৈ এই দেশৰ হাতী-দাঁত, গান্ধকলাই (কস্তুৰী), মেজাঙ্কৰি, মুগাসূতা, মুগাকাপোৰ, এৰীকাপোৰ, মেজাঠি, লা প্রভৃতি বস্তু পঠাই, তাৰ সলনি সেইবোৰ দেশৰপৰা হীৰা, পান্না, ডালিমা, মুক্তা প্রভৃতি বস্ত এই দেশলৈ আনিছিল। তেতিয়া ভোট আৰু এইদেশৰ ভিতৰত বিস্তৰৰূপে আদান-প্রদান চলিছিল। এই ভোটান-অসম-বাণিজ্য সুচাৰুৰূপে পৰিচালনা কৰিবৰ নিমিত্তে চিমলীয়াবাৰী নামে ঠাইত এজন আহোম ৰজাৰ বিষয়া ৰখা হৈছিল আৰু এই বাণিজ্যত বছৰি এক লাখ টকাৰ আদান-প্রদান হৈছিল। ইয়াৰ বাহিৰেও ভুটীয়াবোৰে পশ্চিম ফালৰ পৰা বিনা মাছুলে হাজোত সিহঁতৰ বস্তুবোৰ ৰপ্তানি কৰিছিল আৰু এই দেশৰ বস্তুবোৰ সেই বাণিজ্য কেন্দ্রৰ পৰা ভোট ৰাজ্যলৈ সৰবৰাহ হৈছিল। দলিছা, মুগা সূতা, মুগা কাপোৰ, এৰী কাপোৰ, শুকান মাছ, উল, সোণ, কস্তুৰী, লোণ, ঘোঁৰা, হাতী, লা, মজাঠি আৰু চীন দেশৰ পছম আদি বস্তুবোৰেৰে ভোট আঁৰু এই দেশৰ বাণিজ্য হৈছিল। এই বেপাৰীবোৰৰ পৰা মাছুল আদায় কৰি চিমলীয়াবাৰীত থকা আহোম ৰজাৰ বিষয়া গৰাকীয়ে ৰজাৰ ভঁৰাললৈ পঠাইছিল।

এই দেশৰ লা বৰ প্রসিদ্ধ আছিল, সুদূৰ চীনদেশ আৰু জাপান পৰ্যন্ত তাৰ ৰপ্তানি হৈছিল। টেৱাৰ্ণিয়াৰ চাহাবে কয়, – A large Quantity of it is exported to China and Japan to be used in manufacture of cabinets; it is the best lac in the whole of Asia for these purposes. (Travels in India, by J. B. Tavernier) অৰ্থাৎ "অসমৰ লা চীন আৰু জাপানলৈকো ৰপ্তানি হৈছিল, চীনা আৰু জাপানীবোৰে পেৰা- পেটাৰি সজা কাৰ্যত এই লা ব্যৱহাৰ কৰিছিল, আৰু তেনে কাৰ্য্যৰ নিমিত্তে এচিয়াৰ ভিতৰত অসমৰ লাই সৰ্বোৎকৃষ্ট আছিল।" কমলেশ্বৰসিংহৰ ৰাজত্ব কালৰ শেহছোৱাত এবছৰ ৫৫,০০০ টকাৰ এই লা বঙ্গদেশলৈও ৰপ্তানি হৈছিল বুলি Sir Frederic James Holliday চাহাবে কয়। মহাৰজা ৰুদ্রসিংহৰ দিনত তিব্বত আৰু চীন দেশেৰে সৈতেও এই দেশৰ বেহা বেপাৰ বৰ ডাঙৰভাৱেই চলিছিল। কাঁহ, পিতল, তাম প্রভৃতি ধাতুবিলাক চীন আৰু তিব্বতৰ পৰা আন বস্তুৰ সলনিত আমাৰ দেশলৈ অনা হৈছিল। ইয়াৰ পৰা কিন্তু এনে ভাবিব নালাগে যে আহোম ৰজাৰ দিনত অসমীয়া মানুহ কাঁহ, পিতল আনিবলৈ গৈ চীন আৰু তিব্বত দেশ পৰ্যন্ত পাইছিলগৈ। তিব্বতৰ ৰাজধানী লাছা নগৰৰ পৰা অসমৰ ফালে দুমাহৰ বাটত চৌনা নামে এডোখৰ ঠাইত তিব্বতীবিলাকৰ এখন হাট আছিল আৰু চৌনাৰ পৰা প্রায় চাৰি মাইলমান দূৰৈত আমাৰ দেশৰ ফাললৈ জীগনচুৰ নামে ঠাইত আহোম ৰজাৰ এখন হাট আছিল। এই হাট দুখন বছেৰেকত একে সময়তে দুমাহলৈ মাথোন বহাৰ নিয়ম আছিল। আৰকালি চৌনা হাটলৈ চীন আৰু তিব্বত দেশৰ বেপাৰীবোৰে কাঁহ, পিতল, তাম,কৰ্কশ, লবণ প্রভৃতি অনেক

বেপাৰৰ বস্তু লৈ আহে আৰু আমাৰ দেশৰ মুঁদে আৰু ৰজাৰ সঁজাতীবোৰেও চাউল, মুগা আৰু এৰীকাপোৰ, হাতীদাঁত, লো, লা, মেজাঠি, কস্তুৰি প্ৰভৃতি বস্তু লৈ জীগনচুৰ হাটত বহেগৈ। ইয়াৰ খবৰ পালেই চৌনা হাটৰ পৰা চীনা আৰু তিব্বতী বেপাৰীবিলাক জীগনচুৰ হাটলৈ আহি, কাঁহ, পিতল আদি বস্তু দি আমাৰ মানুহৰ লগত বেচা-কিনা কৰেহি। Sir Frederic James Holliday চাহাবৰ ৰিপোৰ্টমতে এই দুমহীয়া বাণিজ্যত একলাখ টকাতকৈও বেছি টকাৰ আদান - প্ৰদান চলিছিল। ইয়াৰ বাবে আহোম ৰজাই তিব্বতৰ ডালাই লামাক বছৰি এটা সামান্য পেচকছ দিব লাগিছিল। গুৱালপাৰাৰ ইপাৰে হাদিৰা বা ফুলবাত আহোম ৰজাৰ চকী আছিল, তাত এখন হাট বহিছিল, তাৰ নাম "বঙালহাট" আছিল। ই অসম দেশ আৰু বঙ্গদেশৰ বহুদিনীয়া সীমা। আহোম ৰজাৰ আমোলত বঙাল দেশৰ বেপাৰীবোৰ বেপাৰৰ বস্তু লৈ গুৱালপাৰাত থাকিছিল আৰু তাৰ পৰা বঙালহাটত বেপাৰ কৰিছিলহি। এই দেশৰ বেপাৰীবোৰেও বঙালহাটতে থাকি বেপাৰ কৰিছিল। Sir Frederic James Holliday চাহাবৰ ৰিপোৰ্টমতে, মহাৰজা কমলেশ্বৰসিংহৰ ৰাজত্ব কালৰ শেষ ভাগত (ইং ১৮০৯) বঙ্গদেশৰ পৰা এই দেশলৈ ১,৯২,০০০ টকা মূল্যৰ লোণ, ১০,০০০ টকা মূল্যৰ মলমল্ কাপোৰ আৰু ২৬,৩০০ টকা মূল্যৰ মচুৰ মাহ, ৰহৰ মাহ, আৰু ঘিঁউ প্ৰভৃতি খাদ্য সামগ্ৰী (মুঠতে ২,২৮,৩০০ টকা মূল্যৰ বস্তুৰ) এই দেশলৈ আমদানি হৈছিল ; আৰু তাৰ ঠাইত এই দেশৰ পৰা ৫৫,০০০ টকা মূল্যৰ লা, ১১,৩৫০ টকাৰ মুগা সূতা, ১৭,৫০০ টকাৰ মুগাকাপোৰ, ৫০০ টকাৰ মেজাঠি, ৩০০ টকাৰ জলকীয়া, ৩৫,০০০ টকাৰ কপাহ, ৬,৫০০ টকাৰ হাতীদাঁত, অসমীয়া কাঁহৰ বৰ্তন ১,৫০০ টকাৰ, সৰিয়হ ২০,০০০ টকাৰ, এই দেশৰ কোৰ ৬০০ টকাৰ, পুৰণি খেকেৰা ২,০০০ টকাৰ আৰু ১৮,৭৫০ টকাৰ ডলুৱা সোণ আৰু ৰূপ (মুঠতে ১,৫১,০০০ টকা মূল্যৰ দ্ৰব্য বস্তু) এই দেশৰ পৰা বঙ্গদেশলৈ ৰপ্তানি হৈছিল। এই বঙ্গ-অসম বাণিজ্যৰ কাৰণেই বঙাল-হাটত আহোম ৰজাৰ এগৰাকী বিষয়া আছিল। তেখেতে বেপাৰীবোৰৰপৰা মাচুল আদায় কৰি ৰজাৰ ভঁৰাললৈ পঠাইছিল। আহোম ৰজাৰ দিনত এইভাবেই আনদেশৰ লগত অসমৰ আদান-প্ৰদান চলিছিল।

## আহোমৰ হিন্দুধৰ্ম গ্ৰহণ, হিন্দু ধৰ্মৰ উন্নতিৰ চেষ্টা

পৃথিৱীৰ অন্যান্য জাতিৰ বুৰঞ্জী পঢ়িলে প্ৰায়েই দেখা যায় যে বিজিত জাতিয়ে বিজেতাবিলাকৰ লগত মিহলি হৈ নিজৰ জাতীয়তা লোপ কৰে। নতুবা ক্ৰমে নিৰ্বংশ হৈ পৰে। অৰ্থাৎ বিজেতাবিলাকে বিজিতবিলাকক হজম কৰি পেলায়। তাৰ প্ৰমাণ বিচাৰি সৰহ দূৰলৈ যাব নালাগে। ভাৰতৰ আৰ্য জাতি আৰু অনাৰ্য জাতি, ইংলণ্ডৰ ব্ৰিটন আৰু টিউটন বিলাক, আমেৰিকাৰ য়ুৰোপীয় সভ্য জাতি আৰু তাৰ আদিমবাসী, Red Indians, অষ্ট্ৰেলিয়াৰ

য়ুৰোপীয়বিলাক আৰু তাৰ আদিনিবাসী "ফিন্ন"বোৰ— এইবিলাকলৈ চালেই এই কথাৰ সত্যাসত্য বুজিব পাৰি। কিন্তু আহোমবিলাক বিজেতা জাতি হৈয়ো অসমৰ শিৰফুটা আদি বাসীবিলাকক একেবাৰে হজম কৰিব নোৱাৰিলে, কিম্বা বিশেষ কাৰণবশতঃ হজম নকৰিলে। ৰাজকাৰ্য সুকলমে চলাবৰ অৰ্থে, অধিক কি, সিবিলাকে নিজৰ মাতৃভাষা আৰু ধৰ্মকো এৰি হিন্দুধৰ্ম গ্ৰহণ কৰিলে আৰু প্ৰজাৰ লগত মিহলি হৈ নতুনকৈ অসমীয়া নামে জাতি এটা সৃজন কৰিলে। সিবিলাক অতি পৰাক্ৰমী জাতি হৈয়ো, সিবিলাকৰ বৌদ্ধধৰ্ম লোৱাৰ নিমিত্তে প্ৰজাক পীড়ন নকৰি, নিজে প্ৰজাৰ ধৰ্ম আৰু ভাষা গ্ৰহণ কৰি যি প্ৰজাবৎসলতাৰ পটন্তৰ দেখুৱালে, তেনে পটন্তৰ আন দেশৰ বুৰঞ্জীত অতি বিৰল। অনেক কব পাৰে যে আহোমবিলাকৰ সংখ্যা নিচেই তাকৰ আছিল, গতিকেই সিবিলাকে প্ৰজাৰ ধৰ্ম আৰু ভাষা গ্ৰহণ নকৰি কি কৰিব? এই ঠাৱৰণি কিন্তু সিমান ঠিক নহব। আৰু ইংৰাজ ৰাজত্বৰ বিৱৰণৰ ফালে মন কৰি চালেই তেনে ঠাৱৰণি কেনে অসাৰ তাক সকলোৱে বুজিব পাৰিব। সি যি কি নহওক, আহোমবিলাক যে যোদ্ধা জাতি আৰু বীৰৰ সন্ততি
আছিল, তাত কোনো সন্দেহ নাই। অহিন্দু থাকোঁতে হিন্দুসমাজৰ চকুত সিবিলাক যেইভাৱেই থাকক লাগে হিন্দুধৰ্ম গ্ৰহণ কৰি প্ৰজাৰ লগত মিহলি হৈ, অসমীয়া জাতি আৰু অসমীয়া সমাজৰ প্ৰতিষ্ঠাপক স্বৰূপে সমাজত সিবিলাকে ক্ষত্ৰিয় জাতিৰ স্থান পাবলগীয়া।

আহোমবিলাকৰ ভিতৰত হিন্দুধৰ্মৰ বীজ ইংৰাজী ১৪১৬ চনত বামুণকোঁৱৰ ৰজাৰ দিনতে পৰে (তেওঁৰ দিনতে চাওত লক্ষ্মীনাৰায়ণ শালগ্ৰামৰ পোনপ্ৰথমে পূজাৰ চলতি হয়। সেই বীজ দিহিঙীয়া ৰজাৰ দিনত অঙ্কুৰিত হয়। তেৱেঁই প্ৰথমেই স্বৰ্গনাৰায়ণ খিতাপ লৈ, দেশত হিন্দু শকাব্দ প্ৰচলন কৰে, বুঢ়া ৰজা বা স্বৰ্গনাৰায়ণ মহাৰাজৰ দিনত সেই অঙ্কুৰ পুলি হয়। তেখেতেই পোনপ্ৰথমে দেৱৰগ্ৰামৰ দৌল নিৰ্মাণ কৰাই তাত হিন্দুমতে পূজা-সেৱা চলাই থাকিবলৈ নিয়ম কৰে আৰু সেই পুলি ইং ১৬৫৪ খৃষ্টাব্দত মহাৰজা জয়ধ্বজ সিংহৰ ৰাজত্বকালত গছ হয় (কিয়নো তেৱেঁই পোনপ্ৰথমে হিন্দুধৰ্মত প্ৰকাশ্যৰূপে দীক্ষিত হৈ হিন্দুধৰ্মক ৰাজধৰ্ম বুলি ঘোষণা কৰে)। তেতিয়াৰে পৰা আহোম ৰজাসকলে হিন্দুধৰ্মৰ উন্নতি সাধিবৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিবলৈ ধৰে, অনেক ঠাইত ডাঙৰ ডাঙৰ পুখুৰী আৰু তাৰ পাৰত অনেক দৌল দেৱালয় আদি নিৰ্মাণ কৰায় আৰু অনেক ঠাইত অনেক সত্ৰ স্থাপন কৰে। ইয়াৰ উপৰিও অন্যান্য প্ৰদেশৰ পৰা সজ ব্ৰাহ্মণ কায়স্থাদি অনেক লোক এই দেশলৈ আনি বসতি কৰায়হি। কেৱল হিন্দু মানুহকেই নহয়, অনেক ভদ্ৰবংশীয় আৰু কাৰিকৰী মুছলমান লোকেৰে সৈতে (যেনে চৈয়দ, ফাৰ্চী-পঢ়া, আখৰকটীয়া, গুণাকটীয়া, শিলাকটীয়া, নানাবিধ ফুল, লতা আদিৰে উদ্যান সজোৱাদি) আহোম ৰজাসকলে নানা দেশৰপৰা নানা জাতি মানুহ আনি এই অসম দেশখন সজায়হি। সিবিলাকৰ পূৰ্ববৰ্তী কালতো এই দেশত ব্ৰাহ্মণাদিৰ বসতি আছিল বুলি জনা যায়। আহোম ৰজাসকলে কনৌজ আদি প্ৰদেশৰ পৰা কেইগৰাকীমান শিক্ষিত আৰু সজ ব্ৰাহ্মণ অনায়। এই দেশত তীৰ্থ কৰিবলৈ অহা কিছুমান

ব্ৰাহ্মণ পণ্ডিতে এই দেশত বসতি কৰিবলৈ ইচ্ছা প্ৰকাশ কৰাত, সিবিলাককো যোগ্যানুসাৰে বৃত্তি, বিধান দি আহোম ৰজাসকলে এই দেশত পাতিলে। এনেভাৱে কেইটামান কায়স্থ পৰিয়ালো আন দেশৰ পৰা আহি, আমাৰ দেশত বসতি কৰেহি। এনেকুৱা ব্ৰাহ্মণ আৰু কায়স্থাদিৰ সংখ্যা যে অধিক আছিল, এনে কথা কব নোৱাৰি। আহোম ৰজাসকলে সেই ব্ৰাহ্মণ গোঁসাইসকলক দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ আদি মাটি-বৃত্তি দান কৰিছিল আৰু আন কথাতো সিবিলাকক ৰজাঘৰৰপৰা বিশেষ সন্মান দেখুৱা হৈছিল।

## আহোম ৰজা, অসমীয়া ভাষা আৰু সাহিত্য

আহোম ৰজাসকলে অসমীয়া ভাষাৰ আৰু সাহিত্যৰ উন্নতিৰ অৰ্থেও যথেষ্ট পৰিমাণে চেষ্টা কৰিছিল। বৰ্তমান কালৰ অসমীয়া ভাষা আৰু সাহিত্য আহোম ৰজাসকলৰ ওচৰত বহু পৰিমাণে ঋণী। আহোম ৰজাৰ দিনত এই অসমীয়া ভাষা আৰু সাহিত্যই ৰজাঘৰীয়া সহানুভূতি পাই আশাতীত ৰূপে শ্ৰীবৃদ্ধি সাধিব নোৱৰা হলে, আজি আমাৰ ভাষা আৰু সাহিত্যক এই অৱস্থাত নাপালোহেঁতেন। এই সম্পৰ্কে আলোচনা কৰিবলৈ বহুত কথা আছে। সাহিত্য বিভাগৰ কোনো এগৰাকী পৰবৰ্তী সভাপতিয়ে এই বিষয়ে বহলাই আলোচনা কৰিলে বৰ সন্তোষৰ কথা হব।

## বুৰঞ্জী আৰু আহোমৰ দিনত তাৰ চৰ্চা

বুৰঞ্জী জগতৰ সত্য কাব্য, বুৰঞ্জী মানৱ-জীৱনৰ হুবহু ছবি, আৰু সাহিত্যৰ লগত ককাই-ভাই সম্বন্ধীয়া। সাহিত্য নহলে বুৰঞ্জীৰ শ্ৰীবৃদ্ধি নহয়, আৰু সাহিত্যয়ো বুৰঞ্জী নহলে উন্নতি কৰিব নোৱাৰে। আহোমৰ ৰাজত্ব কালতে এই বুৰঞ্জী সাহিত্যই বৰ উন্নতি কৰে, কাৰণ আহোমবিলাক বুৰঞ্জী লিখাত বৰ কাজুৱা আৰু পৃথিৱীৰ ভিতৰত অগ্ৰগণ্য আছিল। আহোমৰ পূৰ্ববৰ্ত্তী কালৰ এই দেশৰ সঠিক বুৰঞ্জী পাবলৈ নাই, তাৰ অনেকাংশ কিংবদন্তি আৰু পুৰণাদিৰ মুখাপেক্ষী। তেৰ শতিকাৰ প্ৰাৰম্ভতে আহোমবিলাক এই দেশলৈ আহে আৰু সেই সময়ৰ পৰাই আহোমবিলাকে এই দেশৰ বুৰঞ্জী চৰ্চাৰ আৰম্ভ কৰে আৰু সিবিলাকে লিখা বুৰঞ্জীকে প্ৰকৃত অৰ্থত বুৰঞ্জী বুলিব পাৰি।

প্ৰথমতে এই বুৰঞ্জীবিলাক আহোম ভাষাত লিখা হৈছিল, পিছলৈ দিহিঙীয়া ৰজাৰ দিনৰপৰা প্ৰজাৰ ভাষা গ্ৰহণ কৰাৰ লগে লগে প্ৰজাৰ সুবিধাৰ অৰ্থে অসমীয়া ভাষাতো বুৰঞ্জীবিলাক লিখিবলৈ ধৰা হ'ল। সেই বুৰঞ্জীবিলাকত আহোম ৰজাৰ বংশাৱলী, সিবিলাকৰ ৰাজত্বৰ বিৱৰণ, ডাঙৰ ডাঙৰ যুদ্ধ-বিগ্ৰহ আৰু ওচৰচুবুৰীয়া জাতিবিলাকৰ লগত ৰাজনৈতিক সম্বন্ধ, এনেকুৱা কথাবিলাক মাথোন লিপিবদ্ধ কৰা হৈছিল। তেতিয়া বুৰঞ্জীবিলাকৰ সংখ্যা বৰ সৰহ নাছিল আৰু বৰগোহাঁই ডাঙৰীয়াৰ গাত এই বুৰঞ্জী লিখাৰ তদাৰক কৰিবলৈ ভাৰ

আছিল। আহোম ভাষাত লিখা বুৰঞ্জীবিলাক চিৰিঙৰ ঘৰৰ মানুহে লিখিছিল আৰু অসমীয়া ভাষাত লিখাবিলাক ব্ৰাহ্মণ পণ্ডিতাদিৰদ্বাৰাই লিখোৱা হৈছিল। পিচত জয়ধ্বজ সিংহ মহাৰাজৰ দিনত, এই বুৰঞ্জীবিলাকৰ সংখ্যা বহু পৰিমাণে বাঢ়ে। তেওঁৰ দিনতে "লিখক" বুলি এখেল মানুহ সৃজন কৰা হয়। সেই লিখকবিলাক একেবাৰেই লিখিব পঢ়িব নজনা নিৰক্ষৰ মানুহ আছিল, কিন্তু সিবিলাকক এনেভাবে তৈয়াৰ কৰা হৈছিল যে যেই ভাষাৰেই কি নহওক, সিবিলাকে এখন বুৰঞ্জী বা পুথি চাই, চিত্ৰকৰে ছবি অঁকাৰ দৰে আন এখন তদ্ৰূপ নকল কৰিব পাৰিছিল। কোনো কাট-কুট কৰা কিম্বা মহীৰ টোপা পৰা থাকিলে, নকল কৰোঁতে সিবিলাকে ঠিক সেই দৰেই কাট কুট কৰি আৰু চিয়াঁহীৰ তদ্ৰূপ টোপা পেলাই বুৰঞ্জী বা পুথিবিলাক অবিকল নকল কৰিছিল। প্ৰবাদ আছে,– এনেকুৱা লিখক এজনে বুৰঞ্জী নকল কৰোঁতে, বুৰঞ্জীৰ পাত এটাত মাখি এটা পৰি থকাত, সেই মাখিৰ ছবিয়ে সৈতে হুবহু তুলিছিল।

ইয়াৰ দুকুৰি বছৰৰ পিছত ৰুদ্ৰসিংহ মহাৰজাৰ ৰাজত্ব কালত, লাই সন্দিকৈৰ মলখু মঠাডঙীয়া ফুকনে বুঢ়াগোঁহাই হব খুজিছিল আৰু চেতিয়াৰ কেইটামান ফৈদে গোহাঁই নাম লৈছিল। সেই কথাতে খং কৰি ৰজাই আহোমবিলাকৰ বেলেগ বেলেগ ফৈদৰ আঁতিগুৰিৰ বিচাৰ লগালে আৰু বিচাৰত যাৰ যেনে আঁতিগুৰি পালে, সেইবিলাক বিৱৰণ বুৰঞ্জীত লিখি থবলৈ নিৰ্বন্ধ কৰিলে। তেতিয়াৰে পৰাই মানুহৰ আঁতি-গুৰিৰ কথা বুৰঞ্জীত লিখি থোৱাৰ প্ৰথা প্ৰচলন হ'ল। ইয়াৰ পঞ্চাছ বছৰৰ পিছত এই জনা স্বৰ্গদেৱৰেই পুতেক, ৰাজেশ্বৰ সিংহ মহাৰজাৰ দিনত, নুমলী বৰগোঁহাই ডাঙৰীয়াই "চকৰিফেটী" নামে এখন বুৰঞ্জী উলিয়াই, সেই সময়ৰ ৰজাৰ প্ৰধান বল্লভ বকতীয়ালৰ ঘৰৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক "জলমবটা"ৰ ঘৰৰ বুলি লিখে। বৰবৰুৱাই এই কথাত লাজ পাই, ৰজাত জনাই, ৰজাই চাবলৈ খুজিছে বুলি, যতে যিমান পালে, দেশৰ সকলোৰে ঘৰৰ বুৰঞ্জীবিলাক গোটাই আনি একে ঠাই কৰিলে। পিছে তাৰে যি কেইখনত বিষম পালে, সেইবোৰ পুৰি পেলালে আৰু সেইবোৰ যাৰ ঘৰত আছিল, যাক পাৰিলে সিবোৰবো বহুতক দণ্ড বিহিলে। যি কেইখন তেওঁ ভাল পালে অৰ্থাৎ যি কেখনত তেওঁক জলমবটাৰ ঘৰৰ বোলা নাই, সেইবিলাক ৰাখি ওলোটাই দিলে। সেই দিন ধৰি বুৰঞ্জী ৰখাৰ আৰু লিখোৱাৰ ভাৰ বৰবৰুৱাৰ হাতলৈ আহিল। বৰবৰুৱাৰ হাতলৈ আহিল। বৰবৰুৱাৰ এই কাৰ্যত প্ৰায়বিলাক বিষয়াৰ মন যদিও তেওঁলৈ বিসদৃশ, তথাপি সেই সময়ত ৰাজ্যৰ ভিতৰত তেওঁ সৰ্বেসৰ্বা হৈ থকাত, তেওঁক কোনেও একো কৰিব নোৱাৰিলে। তেখেতৰ এই বুৰঞ্জী পোৰা অখ্যাতিৰ চিন মাথোন চিৰকাললৈ থাকি গ'ল। সেইদৰে দেশত বিচাৰি বিচাৰি পোৰোঁতে, বৰবৰুৱাৰ প্ৰায় দুবছৰ লাগিছিল। সেই বুলিও তেওঁ যে দেশৰ সকলোবোৰ "চকৰিফেটী" পুৰি অন্ত কৰিব পাৰিছিল, এনে ভাবিব নালাগে। পিছত মোৱামৰীয়া বিদ্ৰোহৰ সময়ত আৰু মানৰ আক্ৰমণ কালত তেনে বুৰঞ্জীৰ বহুত ধ্বংস পায়। এতিয়াও কোনো কোনো মানুহৰ ঘৰত তেনে বুৰঞ্জীৰ ধ্বংসাৱশেষ আছে। তাক

ধোঁৱাচাঙত তুলি উকখনি পানীৰে তিয়াই বা নিগনি এন্দুৰৰ হতুৱাই কুটাই নষ্ট কৰিছে।
আহোম ৰজাৰ দিনত প্ৰত্যেক ভদ্ৰ সন্তানেই দেশৰ বুৰঞ্জী জানিব লাগিছিল। আজিকালি যেনেকৈ বি, এ, এম, এ, পাছ কৰিলে চৰকাৰৰ ঘৰৰ ডাঙৰ কাম পায়, সেই কালত ৰজাঘৰীয়া ওপৰ থাপৰ বিষয় পাবলৈ হলে, তেনেকৈ বুৰঞ্জীৰ কথা ভালকৈ জানিব লাগিছিল। বুৰঞ্জী নাজানিলে সেই কালত কোনেও ভাল মানুহ হ'ব নোৱাৰিছিল। আহোমবিলাকৰ বিয়াতো চকলং কৰোঁতে বুৰঞ্জীৰ আখ্যান কৈ দৰা-কন্যাক বুজনি দিয়াৰ প্ৰথা আছিল, আৰু এতিয়াও সেই দস্তুৰ সিবিলাকৰ সমাজত চলিত হৈয়ে আছে। এইদৰে আহোম ৰজাৰ দিনত এই বুৰঞ্জী চৰ্চাৰ অনেক উন্নতি কৰিছিল আৰু বঙ্গদেশ, কাশ্মীৰ প্ৰভৃতি দেশৰ অধিক কি, সমগ্ৰ ভাৰতৰ প্ৰাচীন বুৰঞ্জীৰ কথাবোৰ শিকোৱা হৈছিল। মুঠতে কবলৈ গলে, সেই কালত বুৰঞ্জী নাজানিলে, কোনেও ওখ তৰপৰ বিষয় খাব পাই ভাল মানুহ বোলাব নোৱাৰিছিল।

## বৰ্ত্তমান আমাৰ কেনেকুৱা এখন বুৰঞ্জীৰ আৱশ্যক

জাতি হিচাপে উন্নতি কৰিবলৈ গ'লে যেই জাতিয়েই নহওক, প্ৰত্যেক জাতিৰেই নিজ নিজ অতীত বুৰঞ্জী বা পুৰণি গৌৰৱৰ ভেটিৰ নিতান্ত প্ৰয়োজন। বৰ্ত্তমান আমাকো আমাৰ এখন বিস্তৃত বুৰঞ্জীৰ বৰকৈ দৰকাৰ হৈছে। বৰ্ত্তমান সময়ত ছপা হোৱা যি কেইখন বুৰঞ্জী আছে, তাৰ প্ৰত্যেকখনেই নিশ্চয় অমূল্য ৰত্ন, কিন্তু অসমীয়া মানুহে বুৰঞ্জী বুলিলে যি বুজে, তাৰ এখনো তেনে ধৰণৰ বুৰঞ্জী নহয়। তেনেকুৱা এখন বুৰঞ্জী লিখিবলৈ হ'লে, মোৰ মনেৰে এই দেশৰ বুৰঞ্জীক (১) আহোমৰ পূৰ্ব্ববৰ্ত্তী যুগ, (২) আহোম যুগ আৰু (৩) ব্ৰিটিছ যুগ— এই তিনি ভাগত ভগাই লৈ আহোম যুগকে অসম দেশৰ আৰু অসমীয়া জাতিৰ উৎপত্তিৰ কাল বুলি ধৰি লৈ আমাৰ জাতীয় বুৰঞ্জী লিখিব লাগিব। কিয়নো আহোমবিলাক অহাৰ আগেয়ে যি কামৰূপ আছিল, সি আহোমৰ দিনত তেনেই নতুন হ'ল, আনকি দেশৰ নাম পৰ্যন্ত লৰি, আহোমৰ নাম অনুযায়ী অসম দেশ নাম হ'ল আৰু সেই অসম দেশত অসমীয়া নামে এটা জাতিৰ উৎপত্তি হ'ল। আহোমৰ পূৰ্ব্ববৰ্তী কালত এই দেশত যিবিলাক মানুহ আছিল, সিবিলাকক তেতিয়া অসমীয়া নামে নাজানিছিল। ৰবাহী, মৰাণ, চুতীয়া, বাৰভূঞা প্ৰভৃতি তেতিয়া গাই-গোটা অৱস্থাত আছিল। সিবোৰ গোট খাই জাতীয় হিচাপে তেতিয়া এটা জাতি গঢ়িব পৰা নাছিল। আহোমবিলাক আহিহে সিবোৰৰ লগত মিহলি হৈ আৰু সকলোকে মিলাই আৰু নানা জাতিৰ মানুহ আনি এই দেশত বসতি কৰাই এই অসমীয়া জাতিটোৰ সৃজন কৰে। আহোমবিলাক এই দেশলৈ আহি ৰাজত্ব নকৰা হলে অসমীয়া নামে জাতি এটা আজি আমি নাপালোহেঁতেন। সেই গুণে আহোম যুগকে অসম দেশৰ অতি পুৰণি কাল ভাবি, আমাৰ এতিয়া এনে এখন বুৰঞ্জী লিখিব লাগে, য'ত অন্ততঃ তলত দিয়াৰ দৰে বিৱৰণবিলাক থাকে যেনে,—

(১) আহোম জাতিৰ বিৱৰণ, সিবিলাকৰ বেলেগ বেলেগ ফৈদবোৰ আৰু সেইবোৰৰ আঁতি-গুৰি ; (২) আহোম ৰাজত্ব কালৰ বিৱৰণ ; সেই সময়ৰ সাময়িক ঘটনা আৰু সিবিলাকৰ শাসন-প্ৰণালী ; (৩) আহোমৰ দিনৰ ৰজাঘৰীয়া বিষয়াবিলাক, সিবিলাকৰ মান-মৰ্যদা আৰু প্ৰত্যেক বিষয়াৰ নিজ নিজ দায়িত্ব ; (৪) খেলবিলাকৰ বিৱৰণ, সিবিলাকৰ আঁতিগুৰি আৰু কৰিবলগীয়া নিৰ্দিষ্ট কাম ; (৫) আমাৰ দেশৰ প্ৰধান প্ৰধান সত্ৰবিলাকৰ বিৱৰণ, কোন ৰজাৰ দিনত কোন সূত্ৰে কোন সত্ৰ স্থাপন হৈছিল, ৰজাঘৰৰ পৰা সিবিলাকক কেনে বৃত্তি দিয়া হৈছিল আৰু সিবিলাকৰ মান-মৰ্যদা, ইত্যাদি ; (৬) যিবিলাক গোসাঁই, ব্ৰাহ্মণ, কায়স্থাদি হিন্দু মানুহ আৰু চৈয়দ, ফাৰ্চী-পঢ়া, আখৰকটীয়া, গুণাকটীয়া, খনিকৰ প্ৰভৃতি মুছলমান পৰিবাৰ কনৌজ, বঙ্গ আদি প্ৰদেশৰ পৰা এই দেশলৈ অনা হৈছিল, সিবিলাক কোন ৰজাৰ দিনত কোন সূত্ৰে এই দেশলৈ অনা হৈছিল, সিবিলাক কোন ৰজাৰ দিনত কোন সূত্ৰে এই দেশলৈ আহিবলৈ পালে সেইবিলাকৰ সংক্ষিপ্ত বিৱৰণ ; (৭) অসমীয়া মানুহৰ ভিন্ ভিন্ জাতিবিলাক আৰু দাঁতিকাষৰীয়া পৰ্বতীয়া জাতিবিলাকৰ বিৱৰণ ; (৮) আহোমৰ দিনৰ শিল্প - বাণিজ্য ; সোণ, ৰূপ, লো, লোণ, বাৰুদ আৰু যৰখাৰ আদি তৈয়াৰ কৰাৰ প্ৰণালী ; (৯) আহোমৰ দিনৰ দৌল, দেৱালয়, পুখুৰী, আলি, শিলৰ সাঁকো, গড়, ইত্যাদি ; (১০) আহোমৰ দিনৰ শিলৰ ফলি, তামৰ ফলি ইত্যাদি ; (১১) আহোমৰ পূৰ্ববৰ্তী কালত, আহোমৰ দিনত আৰু বৰ্ত্তমান ইংৰাজৰ আমোলত এই দেশৰ অৱস্থা । এনেকুৱা আৰু অনেক লাগতিয়াল কথা তাত থাকিব লাগিব । এনেকুৱা এখন বুৰঞ্জী সংগ্ৰহ কৰাটো অৱশ্যে বৰ্তমান বৰ কঠিন হ'ব । সেই কাৰণে যতদূৰ পৰা যায় এতিয়াই এই বিষয়ে সকলোৱে চেষ্টা কৰা উচিত । এনে বুৰঞ্জী লিখিবলৈ গ'লে বাটত অৱশ্যে অনেক প্ৰতিবন্ধকো আছে ; এনেকুৱা বুৰঞ্জীয়ে আজিকালিও অনেক কীৰ্তিচন্দ্ৰ বৰবৰুৱা সৃজন কৰি বুৰঞ্জীমেধ যজ্ঞৰ অৱতাৰণা কৰিব পাৰে, কিন্তু সেই বুলি নিৰুৎসাহ হ'বৰ কোনো কাৰণ নাই । খাঁটি কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰাজ্যৰ ভিতৰত ৰজাৰ প্ৰধান বল্লভ আৰু সৰ্বেসৰ্বা হৈ থকোতেও দেশত বুৰঞ্জী পুথি অন্ত কৰিব নোৱাৰিলে যেতিয়া, এতিয়াৰ নকলী কীৰ্তিচন্দ্ৰবিলাকে সেই বুৰঞ্জীৰ অস্তিত্ব লোপ কৰিব পাৰিব বুলি আশঙ্কা কৰিব নালাগে ।

## নগাঁৱৰ সংক্ষেপ বুৰঞ্জী

ৰাইজসকল, মোৰ কবলৈ আঁক সৰহ নাই । আমি সকলোটি আহি আজি য'ত সম্মিলিত হৈছোহঁক, সেই নগাঁৱৰ সম্বন্ধে একেষাৰ কৈয়েই আজি মোৰ বক্তব্যৰ সামৰণি মাৰিম । এই নগাওঁ জিলা অসমৰ ভিতৰত এখন অতি পবিত্ৰ তীৰ্থস্থান আৰু বুৰঞ্জী প্ৰসিদ্ধ ঠাই । তীৰ্থস্থান বুলিছোঁ, কিয়নো অসমীয়াৰ গৌৰৱৰ ধন মহাপুৰুষ শঙ্কৰদেৱৰ নিজ জন্মভূমি শিশু লীলাৰ ঠাই বৰদোৱা এই নগাওঁ জিলাতে আৰু ইয়াতে মহাপুৰুষ দামোদৰৰো জন্মস্থান । পূৰ্বে এই

নগাওঁ জিলা কছাৰী আৰু জয়ন্তীয়া ৰজাৰ অধীনত আছিল। পিছে আহোম ৰজাই ক্ৰমে সিবিলাকৰ হাতৰ পৰা কাঢ়ি লৈ নিজ ৰাজ্যৰ ভিতৰুৱা কৰি, আন ঠাইৰপৰা মানুহ আনি, নতুনকৈ ইয়াত এখন গাওঁ পাতিছিল বুলি ইয়াৰ নাম নগাওঁ হ'ল। বৰ্তমান বহি থকা ঠাইৰ পৰা প্ৰায় আধা মাইল পূবে সেই নগাওঁ আছিল। তাৰ নাম অনুসৰিয়েই এতিয়া গোটেইখন জিলাৰ নাম নগাওঁ হৈছে। ইং ১৬১১ চনত আহোমৰ বুদ্ধি স্বৰ্গনাৰায়ণ মহাৰজাৰ দিনত, মোমাই-তামুলী বৰবৰুৱাই কলিয়াবৰৰ পৰা প্ৰথমতে মানুহ আনি এহেজাৰ পাইকেৰে শৃঙ্খলা ৰূপে এই নগাওঁ পাতিবলৈ আৰম্ভ কৰে আৰু গদাধৰসিংহ মহাৰজাৰ দিনত সন্দিকৈ বৰফুকনে ইং ১৭৭২ চনত নগাওঁ পতা শেষ কৰে। কছাৰী, জয়ন্তীয়া, মিকিৰ প্ৰভৃতিৰ আক্ৰমণ নিবাৰণ কৰিবলৈ ন-খন গাৱঁত সেই এহেজাৰ পাইক পতা হৈছিল। কলং নৈৰ দুয়ো পাৰে এইবোৰ গাওঁ আৰু ইয়াৰ দুয়োকাষে দুটা আলি আছিল। ঘৰৰ পৰিয়াল বুজি, পথালিয়ে আলিৰ দাঁতিত বেঁও জুখি মাটি দিয়া হৈছিল, আৰু দীঘে যি যিমান পাৰে সিমান ল'ব পাৰিছিল। ইয়াতে সাতগাওঁ আৰু আঠগাওঁ নামে দুখন গাওঁ আছিল তাতো দুখেল পাইক আছিল। এনে কঠিন শাসনেৰে এই নগাওঁ পতা হৈছিল যে প্ৰতি দিনে মানুহে পতি বাঁহৰ মুঢ়া বা তামোলৰ পুলি, নাইবা আন কোনো আম কঠালৰ গছকেই কেইজোপামান ৰুব লাগিছিল। তিৰুতা জনীয়ে অন্ততঃ কেইটামান সূতলাহি কাটিব লাগিছিল। বৰবৰুৱাৰ টেকেলাই গৈ প্ৰতিদিনে এই কাৰ্য চোৱাৰ নিয়ম আছিল আৰু তাকে নকৰিলে মুনিহে কি তিৰোতাই দণ্ড পাইছিল। সেই কাৰণেই নগাৱৰ গাওঁবোৰ অসমৰ অন্য ঠাইৰ গাঁৱতকৈ শৃঙ্খলাবদ্ধ। এই নগাওঁ পতা কাৰ্য আৰম্ভ কৰোঁতে ইয়াত চাৰি ঘৰ ব্ৰাহ্মণ আৰু কঢ়াল, খৰঙী, বাখৰ প্ৰভৃতি নঘৰ মানুহ প্ৰধান আছিল। আহোম আৰু অন্যান্য ভদ্ৰবংশীয় অনেক মানুহ উজনিৰ পৰা আনি ইয়াত পতাহি হৈছিল।

লাঙি গদাপাণি (পিছলৈ গদাধৰসিংহ) ল'ৰাৰজাৰ ভয়ত ছদ্মবেশ ধৰি পলাই ফুৰোঁতে, উজনিৰ কোনো গোসাঁইৰ সত্ৰত আশ্ৰয় নোপোৱাত শেষত জখলাবন্ধা সত্ৰত আশ্ৰয় লয়হি। সেই সময়ৰ জখলাবন্ধাৰ সত্ৰাধিকাৰ গোসাঁয়ে তেওঁৰ গাত ৰাজলক্ষণ দেখি চিনি পাই, ভাল গৈৰা মহ এটা মৰাই তেওঁক ভাত খুৱাই, তুমি এদিন ৰজা হবা বুলি আশীৰ্বাদ কৰিছিল। পিছত গদাপাণি ৰজা হৈ আন আন গোসাঁই মহন্তবিলাকক যেতিয়া চেউনি, বছা আদি ঠাইত বন্দী কৰে, তেতিয়া সেই জখলাবন্ধীয়া গোঁসায়ে ৰজাক অনুৰোধ কৰি সেই গোঁসাই মহন্তবিলাকক মুক্তি দিছিল। সেই জখলাবন্ধা সত্ৰও এই নগাঁৱতেই। নগাওঁ জিলাৰ মিছাবাহৰত ৰুদ্ৰসিংহ মহাৰজাৰ লগত ইং ১৭১১ চনত জয়ন্তীয়া আৰু কছাৰী ৰজাই সাক্ষাৎ কৰি, আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰে। মোৱামৰীয়া বিদ্ৰোহৰ কালত, গৌৰীনাথসিংহ মহাৰজাই ৰূপহীৰ ওচৰত বাহৰ কৰি থাকোঁতে, নগৰ ফুকন বৰুৱা আদি বিষয়াবিলাকে নগাঁৱৰ মানুহৰ ৰাৰীৰ তামোল-পাণ আদি আপোন ইচ্ছাৰে বলেৰে পৰাই আনিছিল আৰু অনেকৰ মাটি কাঢ়ি লৈ খাত পাতি নগঞা মানুহক অনেক উপদ্ৰৱ কৰিছিল। তাতে নগঞা মানুহে খং খাই সকলোটি একেমুঠীয়া হৈ

ওলাই আহি, হাতত দা, যাঠি লৈ ৰজাৰ বাহৰৰ চাৰিওফালে কিৰীলি মাৰি ধৰি, বোলে "স্বৰ্গদেউ ইয়াৰ পৰা ওলাই যাওক, যদিহে নাযায়, বৰবৰুৱা বৰফুনকে মুখ্য কৰি সকলো ফুকন বৰুৱাখিনিৰ সাল-সলনি কৰোক। আমি বন্দীহঁতে একো ৰূপে ৰক্ষা নাপাইহে স্বৰ্গদেৱক জনাইছো।" পিছে ৰজাই নগঞা প্ৰজালৈ ভয় কৰিয়েই হওঁক বা সিবিলাকৰ মনত সন্তোষ দিবৰ অৰ্থেই হওক, বৰুৱা ফুকনবিলাকৰ সালসলনি কৰিবলৈ মান্তি হ'ল আৰু বোলে, "তহঁতে নো কাক বৰুৱা, ফুকন পাতিবলৈ জনাইছ"? নগঞা মানুহে বোলে, "পূৰ্বাপৰে বৰবৰুৱা বৰফুকন হোৱা অনেক ঘৰ আছে, তাৰে স্বৰ্গদেৱে যাক প্ৰাতিলে আমি বন্দীহঁতে ৰক্ষা পাওঁ, তাকে পাতক।" এই কথা শুনি, ৰজাই নগঞা প্ৰজাৰ মন বুজি ৰূপহীৰ বাহৰতে বুঢ়াচেটীয়াক বৰফুকন ভাঙি, দুৱৰাৰ বদনচন্দ্ৰক বৰফুকন পাতে, আৰু সন্দিকৈৰ ভদৰি চোলাধৰা ফুকনক লাহনৰ বাটিকটীয়াক ভাঙি, তেওঁৰ ঠাইত বৰবৰুৱা পাতিলে। এই ভদৰি বৰবৰুৱা মোৰ আজোককা। প্ৰকৃত কথা কবলৈ গ'লে নগঞা মানুহৰ অনুগ্ৰহতেই মই আজি মোৰ নামৰ পাছত বৰবৰুৱা লিখিবলৈ পাইছোঁ। সেই কাৰণে নগঞা মানুহৰ ওচৰত মই কৃতজ্ঞ আৰু নগাওঁ মোৰ গৌৰৱৰ ঠাই আৰু এক হিচাপে তীৰ্থস্থান।

ইয়াৰ পিছত মানৰ আক্ৰমণৰ দিনত, এই নগাঁও জিলাৰেই ইয়াৰপৰা প্ৰায় ২৮ মাইল আঁতৰত কুঁৱৰীটোল নামে চন্দ্ৰকান্ত সিংহৰ কুঁৱৰীবিলাকৰ টোল আছিল। তেতিয়া চন্দ্ৰকান্তসিংহ কলিয়াবৰত থাকে আৰু ইংৰাজ সৈন্যই মানক খেদি গড়গাঁও নগৰ উদ্ধাৰ কৰে। এই কুঁৱৰীটোলৰ উজনিতে হাটবৰ (ইয়াৰ পৰা ৩১ মাইল দূৰৈত), তাতে ইংৰাজ সৈন্যে মানক হেৰুৱায়। এই ঠাইৰ পৰা প্ৰায় আঠ মাইল দূৰৈত পুৰণিগুদাম। এই পুৰণিগুদামৰ ভাটিত সাত মাইলৰ মাজৰ ঠাইডোখৰত কাখৰি নামে গাৱঁত মানহঁত পলাবৰ সময়ত এটা জাকি দিয়ে। স্কটলেণ্ডৰ গ্লেন্‌কোৰ হত্যাকাণ্ড আৰু ভাৰতৰ অন্ধকূপ হত্যাৰ অমানুষিক অত্যাচাৰ আৰু নৃশংসতাও এই কাখৰি গাঁৱৰ জাকিৰ সমতুল নহয়। ঘৰ এটাৰ ভিতৰত থাক্-থাক্ কৈ দুখন ডালবাঁহৰ চাং পাতি, তাতে যাকে য'তে পালে ধৰি আনি ভৰাই, বাহিৰৰ পৰা দুৱাৰ মাৰি, ঘৰটোত জুই লগাই দি, আমাৰ মানুহবোৰ পুৰি মাৰিছিল। এনেকুৱা অনেক বুৰঞ্জীপ্ৰসিদ্ধ ঘটনাৰ এই নগাঁও জিলা আবাসভূমি। সেই নগাঁৱতে আজি বুৰঞ্জীবিভাগৰ পোনপ্ৰথমে অধিবেশন হোৱাটো নিশ্চয় যুক্তিসঙ্গত হৈছে আৰু সাহিত্য সভাৰ লগে লগে এই বুৰঞ্জী শাখাৰো ভৱিষ্যতলৈ একোটা অধিবেশন প্ৰতি বছৰে হব বুলি আশা কৰিছো।

# পুৰণি কথা

## (১)

নৰনাৰায়ণ ৰজাৰ পুতেক লক্ষ্মীনাৰায়ণ যেতিয়া বেহাৰত ৰজা হয় তেওঁৰ ভায়েক ৰঘুনাৰায়ণৰ পুতেক পৰীক্ষিতনাৰায়ণ সেই সময়ত ঘিলা বিজয়পুৰত ৰজা হ'ল। কিছু দিনৰ ভিতৰত তেওঁলোকৰ ভিতৰত মনান্তৰ হয়। পৰীক্ষিতক বলে নোৱাৰি লক্ষ্মীনাৰায়ণে নিজৰ জীয়েকক দি দিল্লীৰ জাহাংগীৰ বাদছাহত শৰণাপন্ন হলগৈ। জাহাংগীৰ বাদছাহে কিছুমান সৈন্য দি মক্ৰংখাঁক পৰীক্ষিতৰ ৰাজ্য আক্ৰমণ কৰিবলৈ পঠালে। মক্ৰংখাঁই সসৈন্যে সেৰপুৰ আৰু শিলিকোনৰ চকিলৈকে খেদি আহিল। পাছত, ধুবুৰীৰ ওচৰতে এখন যুদ্ধ হয়। এই যুদ্ধকে বৰমাইৰ যুঁজ বোলে।

এই যুদ্ধত অকলে তিষ্ঠাটো টান যেন দেখি, পৰীক্ষিতে আমাৰ চুচেংফা (বা বুদ্ধি স্বৰ্গনাৰায়ণ) ৰজাক তেওঁৰ ফলীয়া হৈ মক্ৰংখাঁৰে সৈতে যুদ্ধ কৰিবলৈ অনুৰোধ কৰে। আমাৰ ৰজাই কিন্তু তাত মান্তি নহৈ পৰীক্ষিতলৈ এইদৰে কৈ পঠালে, বোলে যদি "তেওঁ যুদ্ধক নোৱাৰে, মোৰ ঠাইক আহোক, মই ৰাখিম।" পৰীক্ষিতে কিন্তু অনেক ভাবি চিন্তি, মুক্ৰংখাঁৰে সৈতে মিলাপ্ৰীতি কৰাটোকে ভাল বিবেচনা কৰি, মক্ৰংখাঁত শৰণাপন্ন হ'লগৈ। মক্ৰংখাঁয়ো লক্ষ্মীনাৰায়ণেৰে সৈতে তেওঁৰ মিলাপ্ৰীতি কৰাই দিম বুলি অনেকে "কিৰা কৰি" পৰীক্ষিতকে লক্ষ্মীনাৰায়ণকে দুইকো দিল্লীৰ জাহাংগীৰ বাদছাহৰ ওচৰলৈ ধৰি লৈ গ'ল। যাবৰ সময়ত মক্ৰংখাই ৫ হেজাৰ অশ্বাৰোহী সৈন্যেৰে সৈতে জাহিৰ্বেগক কামৰূপত থৈ যায়। এই সময়ত কামৰূপৰ এক অংশ ঢাকাৰ ইচলাম খাঁ নবাবৰ অধীনত আছিল।

দিল্লীত জাহাংগীৰ বাদছাহে পৰীক্ষিতক লক্ষ্মীনাৰায়ণৰ "পাও পাকুৰিব" দিলে। পৰীক্ষিতে তাত আপত্তি কৰি বাদছাহক কলে, বোলে "পাসোৰ আজ্ঞামত সিজনো ছত্ৰধাৰী ৰজা, ময়ো ছত্ৰধাৰী ৰজা, কেমনে পাও পাকুৰিম ? পাসো যে সমুদ্ৰ; সমুদ্ৰত শাৰ্দুল, মৎস্য, কচ্ছপ অনেক থাকে, তাৰ আজ্ঞায় বৃষ্টিক নলভে। যি সিংহ হুব, শৃগালৰ আজ্ঞায় হস্তীক নাহি মাৰে"। পৰীক্ষিতৰ কথাত বাদছাহে বৰ সন্তোষ পাই কিংকৰ্তব্যবিমূঢ় হ'ল। অৱশেষত বাদছাহে পৰীক্ষিত আৰু লক্ষ্মীনাৰায়ণ দুইকো দেশলৈ বিদায় দিলে। পৰীক্ষিতে চাৰিলাখ টকাৰে সৈতে তেওঁৰ চাৰি পুত্ৰক (ধীৰনাৰায়ণ, দৰ্পনাৰায়ণ, ভীমনাৰায়ণ, শূৰনাৰাণ) বাদছাহৰ তলে কৰ্মচাৰী কৰি দি দেশলৈ বিদায় হ'ল; কিন্তু বাটতে নৰীয়া পৰি প্ৰয়াগত তেওঁৰ মৃত্যু হয়। বাদছাহে এই সম্বাদ পাই, মকৰংখাঁক পুনৰ ঘিলা বিজয়পুৰলৈ পঠিয়ায়; কিন্তু বাটত আহোতে পহু চিকাৰ কৰিবলৈ যাওঁতে, লুইতত নাও ডুবি, মক্ৰংখাঁ মৰা পৰে। ইয়াৰ পাছত জাহাংগীৰ বাদছাহে "বাইচ্ওম্ৰাও সহিতে" পুনৰ চৈয়দ বাবাকৰক পঠায়; বাবাকৰ আহি হাজোত থানা

দি থাকেহি। বাবাকৰ অহা শুনি, পৰীক্ষিতৰ ভায়েক বলিনাৰায়ণে বংগালৰ ভয়ত আমাৰ ৰজায়ো তেওঁক নিৰ্ভয় দি ৰাখি থলে; কন্যা, গ্ৰাম, দাস-দাসী, হাতী-ঘোঁৰা, আন বস্তু দি, মোৰ বুলি ৰক্ষা কৰিলে।"

এই সময়ত বংগালৰ এক্ৰতন্ ছাহ নামেৰে এটা সদাগৰে শিংগৰীত বেহা-বেপাৰ কৰি আছিল। এই কথা আমাৰ ৰজাই ভু পালে। কোচৰ ৰাজ্যখন মৰাৰ দৰে, আমাৰ দেশবো সিইঁতে কিবা অনিষ্ট কৰে বুলি আশংকিত হৈ আমাৰ ৰজাই চেংগধৰা নেওগক কিছুমান ৰৰা বুৰুক লগত দি, শিংগৰীৰ চকিখন চাবলৈ পঠাই দিলে। নেওগে চকি চাই, উত্তৰে উজাই আহোঁতে শিংগৰীত বংগালৰ দুখন বেহনীয়া নাও পাই নাও দুখন লুটপাত কৰি, তাৰ মানুহ কেইটামান কাটিলে; কেইটামান পলাই গৈ এই ঘটনাৰ কথা হাজোত চৈয়দ বাবাকৰৰ আগত কলেগৈ। বাবাকৰে পাণ্ডুৰ থানাদাৰ সত্ৰজিতক ইয়াৰ প্ৰতিশোধ লবলৈ হুকুম কৰিলে। সত্ৰজিতে তিনিকুৰি বৰুৱাৰে সৈতে কলংগেদি আহি হাতী মূৰাৰ পৰা হাবুংগ পিক্ঠাইলৈকে নেওগৰ লগৰ মানুহ বিলাকক খেদি থলেহি। হাবুংগত সেই সময়ত আমাৰ এটা আহিলাপাতিৰ ভঁড়াল আছিল; তাত যি আহিলাপাতি পালে, তাক লুট কৰি নিলে, আৰু বিশ্বনাথত তিনিদিন থাকি গোঁসাইৰ যি অলংকাৰ পাতি আছিল, সেয়ে সৈতে আমাৰ তিনিজনী নাটিনী ধৰি লৈ গ'ল। এই ঘটনা ১৫৩৯ শকৰ বহাগ মাহত। ইয়াৰ পাছত সত্ৰাজিতে বৰুৱাবিলাকেৰে সৈতে, লুইতে ভটিয়াই হাজোলৈ গ'ল। আমাৰ ৰজাই খবৰ পাই, বংগালক মাৰিবলৈ ডাংগৰীয়াসকলেৰে সৈতে আলচ পাতিলে। এই সময়ত কিন্তু কছাৰী ৰজাৰ লগত আহোম ৰজাৰ বিশেষ ৰূপে মনান্তৰ আছিল। বংগালেৰে সৈতে যুদ্ধত প্ৰবৃত্ত হলে ইফালে জানোচা সুযোগ পাই কছাৰী ৰজাবো গা উঠি আমাৰ ৰাজ্য আক্ৰমণ কৰে, এই আশংকাত ডাংগৰীয়াসকল বিশেষ চিন্তান্বিত হ'ল। পাচে, বহুত ভাবি চিন্তি চাই, কছাৰী ৰজাৰ লগত আমাৰ ৰজাই কৌশলেৰে মিত্ৰতা স্থাপন কৰে। (এই বিষয়ে আমি সুবিধা বুজি আমাৰ পাছৰ প্ৰবন্ধত বিশেষৰূপে বহলাই লিখিম)।

এনেতে নৰীয়া পৰি চওপ্ৰেট বুঢ়াগোহাঁই মৰিল, থকবকক বুঢ়াগোহাঁই পাতিলে। পাচে, শুইমেলা বৰগোহাঁই আৰু লাকু বৰপাত্ৰই সৈতে কিছুমান বৰবুৰুক আৰু হাতীমুৰীয়া লগত দি থকবক্ বুঢ়াগোহাঁইক বংগাল মাৰিবলৈ পঠালে। তেওঁলোক গৈ প্ৰথমতে দিখৌমুখত, তাৰ পাচত চোমধৰাত কোঠ দি থাকিলগৈ। ইয়াতে বৰগোহাঁয়ে, ইকেজনাৰ লগ এৰি; অকলে অকলে মাছ পহু মাৰিবলৈ লাগ্লি। এই কথা হাতীমুৰীয়াইতে আমাৰ ৰজাক জনালেহি, বোলে, "সিবোৰ লগ এৰি মাছ পহু মাৰি, বৰগোহাঁই ৰণলৈ যাবলৈ মন নকৰে, বাটতে আছে। আমাক মহাৰাজাদেৱে কাটিব মাৰিবলৈ পাব, আমি তেনেহলে বৰগোহাঁইৰ লগত যাব নোৱাৰো।" এইকথা শুনি শুইমেলা বৰগোঁহাইক বৰগোঁহাই ভাংগি, খামপ্ৰেট বৰগোঁহাইক বৰগোঁহাই পাতি, বংগালক মাৰিবলৈ নতুন উৎসাহত উৎসাহিত হৈ, থক্বক বুঢ়াগোহাঁইৰ লগলৈ পঠাই দিলে, আৰু ঠিক এই সময়তে, যুদ্ধত সফল কাম হবলৈ বুলি

(১৫৩৯ শকত) মাঘৰ বিহুৰ দিনা "মেছাগড়ৰ পুখুৰি" খানি আহোম নিয়ম মতে "সৰগদেও"লৈ বুলি (অৰ্থাৎ ঈশ্বৰৰ নামে) উচৰ্গি দিলে।

পাণ্ডুৰ ওচৰত সত্ৰাজিতৰ মানুহেৰে সৈতে আমাৰ মানুহৰ চুৰ্চুৰীয়াকৈ হাৰ হলেও, বংগালেও ভালকৈ এসেকা পাইছিল। আমাৰ ফালৰ ৰণ–পলৰীয়া মানুহবিলাক যেনিয়ে পাই তেনিয়ে পলাই পত্ৰং দিলে। অনেক কষ্ট কৰিহে লাংগি পানীসিয়াই সকলোটিকে আকৌ গোটাই আনি ঘৰ উলিয়ালেহি। এই আপাহতে আমাৰ ৰজাই লাংগি পানীসিয়াক সোণৰ খাৰু আৰু টেমি দি বৰফুকন পাতি কাজলীলৈ পঠাই দিলে। সেই সময়ত বৰফুকনৰ হেডকোৱাৰ্টাৰ কাজলীতহে আছিল।

ইফালে সত্ৰাজিতে মনত কি এটা অভিসন্ধি লৈ, মিত্ৰতাৰ ছলনা কৰি, তেওঁৰ পাচ-বছৰীয়া ল'ৰাটিকে ধাইজনীৰে সৈতে সঁজাতীৰ লগত দি, আমাৰ ৰজাক সেৱা কৰিবলৈ পঠালে। ৰজাৰ বৰ মৰম লাগি পৰ্বতীয়া পিলিংগা গোঁহাইক ল'ৰাটি তুলি লবলৈ কলে। পিলিংগা গোহাঁয়ে কিন্তু তাত অসম্মত হৈ ৰজাক জনালে, বোলে "সত্ৰাজিতৰ লৰা শিশু বা, একো নাজানে। তাৰ লগত জীয়া পোৱা তিৰোতা আহিছে, সিও আহিবৰ যোগ্য নহে। ল'ৰাৰে জীয়া পোৱাতীৰে মই কি কথা হম ?" এই কথাত ৰজাই খং কৰি শুকুলা হুদু বৰগোঁহাই আৰু লাকু বৰপাত্ৰ এওঁলোকে দুজনাৰ তত্ত্বাৱধানত কিছুদিন ৰাখিবলৈ লৰাটি গতাই দিলে। কেইবছৰ মানৰ পাছত, ল'ৰাটিক ৰজাই আনি "হাতী এটা, তাৰ হাৰ আৰু কৰ্ণভূষণ* চিকন কাপোৰ পাট কাপোৰ, ৰূপ দুহেজাৰ" এইখিনি বস্তু লগত দি সত্ৰাজিতৰ ওচৰলৈ পঠাই দিলে।

সত্ৰাজিতৰ কিন্তু অন্তৰ সৰল নাছিল। ভিতৰে আমাৰ অনিষ্ট কৰিবলৈ চেষ্টা কৰাৰ গম পাই, ছলেৰে উমানন্দৰ বালিলৈ মাতি আনি সত্ৰাজিতক ধৰিবৰ কাৰণে আমাৰ ৰজাই লাংগি বৰফুকনলৈ কৈ পঠালে। বৰফুকনেও সত্ৰাজিতলৈ সজাঁতীক কৈ পঠালে, বোলে, "ভাই নবাবে সহিতে এক দিন উমানন্দৰ বালিত দেখা-দেখি হবৰ ইচ্ছা কৰো। সত্ৰাজিতে বোলে, ভাল, ভাই নবাবেও ইচ্ছা কৰে"।

উমানন্দৰ বালিত দেখা সাক্ষাৎ হোৱাৰ দিন স্থিৰ হ'ল। নিৰ্দিষ্ট দিনত সত্ৰাজিতক ধৰিবৰ নিমিত্তে গোপনে গোপনে সম্ভ্ৰম হৈ, বৰফুকন উমানন্দৰ বালিলৈ গ'ল, আৰু সঁজাতীক পঠাই সত্ৰাজিতক তালৈ মতাই পঠালে। সত্ৰাজিতৰ মনত অলপ আশংকা আছিল। তেওঁ কেনেবাকৈ বৰফুকনে ধৰে বুলি, বিশেষৰূপে সম্ভ্ৰম হৈ থাকি, নাৱে আহি, উমানন্দৰ ঘাটতে

* তাহানিখন স্কুলত পঢ়োতে, যদুগোপাল চট্টোপাধ্যায় লিখা "পদ্যপাঠ ২য় ভাগ"ত হাতীৰ বিষয়ক বংগলা কবিতা এটাত, হাতীক ৰজাই পৰাই, নানাৰকম অলংকাৰ পিন্ধোৱাৰ কথা গুলাওঁতে, আমাৰ দেশত (অধিক কি দেশীয় ৰজাসকলৰ দিনতো) হাতীৰ কোনো অলংকাৰ নাছিল বুলি, আমাৰ বংগালী "পণ্ডিত মহাশয়ে" আম্যক ইতিকিং কৰাতো আমাৰ অন্তৰত আজিও বাজি আছে। পাঠকসকলে কিন্তু প্ৰাচীন বুৰঞ্জীৰ পৰা তুলি দিয়া এই ফাকিৰ পৰা বেটকৈ বুজিব পাৰিছে যে আমাৰ "পণ্ডিত মহাশয়"ৰ ধাৰণাটি একেবাৰেই নিৰ্ভুল নাছিল। অসমতো আহোম ৰজাৰ দিনত, হাতীৰ হাৰ আৰু কৰ্ণভূষণৰ নিচিনা অলংকাৰ আছিল।

নাও বান্ধিলেহি। পাচে সত্ৰাজিতে "দলিছা ২০ খন, সামক ৩ খন, ৰচট ৩ টাও, পোৱাল ২০ হুজুৰ হল"। বৰফুকনেও সত্ৰাজিতলৈ "সোণ ২০ তোলা, ফোতা ১০০, ভাল পাট কাপোৰ ২০ খন, থাংগা ৩০ খন, কামলি ৪০ খন, গন্ধক ৭ টকা" দি কৈ পঠালে, বোলে ভাই নবাবে সহিতে নিলগে হুজুৰ হৈছো। এখন ভাই নবাবে সহিতে চোফাৰি খিলাইতে মন কৰো। সত্ৰাজিতে বোলে আমি পাসোৰ চাকৰি, নাজানি পাসোৱে শুনিলে কোন খানি দোছা কৰে, কেমনে চোফাৰি খিলাম ? বৰফুকনে বোলে, তেওঁভি পাসোৰ নবাব, আমিও মহাৰাজাদেৱেৰ নবাব, দুই ভাই চোফাৰি খিলাইতে কিছু জুঠ নাহি।" এই বুলি দুয়োজন একে ঠাইহে, একে দলিছাতে বহি, অনেক কথাবাৰ্তা হোৱাৰ পাছত, দুয়ো দুইকো চোফাৰি দিয়া দি কৈ, "ভাই নবাব সুখে ৰহ" বুলি সত্ৰাজিতে নিজৰ নাওত উঠি ভটিয়াই গলগৈ। সত্ৰাজিতক সন্ত্ৰম হৈ থকা দেখি বৰফুকনে তেওঁক ধৰিব নোৱাৰিলে, আৰু পাছত তেওঁ নিজৰ ঠাই কাজলীলৈ গুচি আহিল।

(২)

আমি ইয়াৰ আগৰ প্ৰবন্ধত কছাৰী ৰজাৰে সৈতে আমাৰ ৰজাৰ কোনো বিষয়ে মনান্তৰ থকা আৰু তেওঁলোকে সৈতে আমাৰ-ৰজাই কৌশলেৰে মিত্ৰতা স্থাপন কৰাৰ কথা অলপকৈ উনুকিয়াই আহিছো। সম্প্ৰতি এই প্ৰবন্ধত আমি সেই বিষয়ে যথা সাধ্য কৰলৈ চেষ্টা কৰিম।

আমি যি সময়ৰ কথা কব খুজিছো, সেই সময়ত আমাৰ চুচেংঙফা (বা বুদ্ধি স্বৰ্গনাৰায়ণ) ৰজাই ৰাজত্ব কৰিছিল। কছাৰীৰ শত্ৰুদমন আৰু জয়ন্তাৰে ধনমাণিক, এওঁৰ সমসাময়িক ৰজা আছিল। কছাৰী ৰজাৰ বংশৰ ডিমৰুৱাৰ শাসনকৰ্তা প্ৰভাকৰক কোনো কাৰণবশতঃ জয়ন্তাৰ ধনমাণিকে বন্দী কৰি নিয়েহি। প্ৰভাকৰ কছাৰী ৰজা শত্ৰুদমন আৰু ভীমবল কোঁৱৰৰ ভতিজাক। শত্ৰুদমনে ধনমাণিকলৈ প্ৰভাকৰক এৰি দিবলৈ কৈ পঠায়, ধনমাণিকে কিন্তু সেই কথালৈ আওকাণ কৰিলে। এই মনেবাদলৈ, কছাৰী ৰজা আৰু জয়ন্তাৰ ৰজাৰ ভিতৰত এখন যুদ্ধ হয়। এই যুদ্ধত কছাৰী ৰজাক বলে নোৱাৰা যেন দেখি ধনমাণিকে আমাৰ ৰজাৰে সৈতে মিত্ৰতা স্থাপন কৰি সহায় মাগে, আৰু যুদ্ধৰ অন্তত তেওঁৰ জীয়েকক আমাৰ ৰজালৈ দিম বুলি স্বীকাৰ পায়। আমাৰ ৰজাৰ সহায় পাই জয়ন্তীয়া ৰজাৰ যুদ্ধত জয় হ'ল, আৰু কছাৰী ৰজা সসৈন্য পলাই যায়।

যুদ্ধৰ অন্তত আমাৰ ৰজাই "জয়ন্তাৰ কন্যাক" আনিবলৈ লগত "দোলা মানুহ" দি সুন্দৰ গোঁহাইক ধনমাণিকৰ ওচৰলৈ পঠালে। ধনমানিকে, ছোৱালী নপঠাই, সুন্দৰ গোঁহাইৰ হাতত আমাৰ ৰজালৈ এখন চিঠি পঠালে। সেই চিঠিত এইদৰে লিখা আছিলে যে "জয়ন্তাৰ কন্যাক" দোলাৰে সৈতে কছাৰী ৰজাৰ নগৰৰ মাজেদি অনাব লাগিব, নহলে তেওঁ ছোৱালী নপঠায়। আমাৰ ৰজাই দুটা কটকী পঠাই ছোৱালী আনিবৰ নিমিত্তে কছাৰী ৰজালৈ বাট খুজি পঠালে, কছাৰী ৰজাই কিন্তু জয়ন্তাৰ লগত শত্ৰুতা থকা হেতুকে বাট দিবলৈ অস্বীকাৰ কৰিলে। এই কথাত আমাৰ ৰজাৰ বৰ খং হ'ল ; কছাৰীক মাৰিবৰ কাৰণে ধনশিৰীৰ

বাটেদি, চওপ্ৰেট্ বুঢ়াগোহাঁই, চাৰিংগ ৰজা, তিপাম ৰজা, মৰংগিখোৱা বৰচেটীয়া আৰু সাদৰী গোহাঁয়ে সৈতে ভালেখিনি মানুহ পঠাই দিলে। তেওঁলোক গৈ শিংদুৱাৰত কোঠ মাৰি থাকিলগৈ। কপিলী নৈৰ বাটেদি খামচিং বৰগোহাঁই, সুন্দৰ গোহাঁই, আৰু অভয়ৰাম সন্দাল গোহাঁই এওঁলোক তিনিজনা ভালেমান সৈন্য লৈ গ'ল। অৱশেষত দুয়োদল মানুহ একেলগে হৈ, কছাৰীৰ ধৰ্মপুৰ, লাহোৰ নামৰ চকি আৰু সাত গাওঁ, এই গাওঁ কেইখন ধ্বংস কৰি, সাত গাৱঁত কোঠ মাৰি থাকিল।

সাত গাৱঁৰ কোঠৰ ওচৰত কছাৰীৰ লগত আমাৰ মানুহৰ এখন যুদ্ধ হয়। এই যুদ্ধত কছাৰীৰ ফালে ভীমবল কোৱঁৰে সেনাপতি হৈ যুদ্ধ কৰিছিল। পাচে মনত কোনো দুৰভিসন্ধি লৈ, তেওঁ আমাৰ ডাঙৰীয়াসকলৰ ওচৰত এক সন্ধিৰ প্ৰস্তাৱ কৰে। আমাৰ ৰজাত জনোৱাত এই সন্ধিৰ স্বৰ্তমতে, আমাৰ ৰজাই কছাৰী ৰজাৰ "পমনা" নামৰ দঁতাল হাতীটো দিব লাগে বুলি দাওৱা কৰে। কছাৰী ৰজা শত্ৰুদমনে "নিজৰ নগৰক গৈ, ৰবাবুৰুক সহিতে আলচ কৰি "পমনা" হাতীক দিবলৈ আলচ কৰিলে"। ভীমবল কোৱঁৰে কিন্তু তাত অমত হৈ কলে, বোলে, "এখন হস্তীগোট নেদিবা; দিনাচাৰেক দগা দি চাওঁ, কি কৰিব পাৰোঁ। এই বুলি পমান হাতী, শত্ৰুদমন হাতী এই দুইক লগত লৈ, লোকজন সহিতে দগা পাতি কটক সমুখে ৰহিল, কছাৰী ৰজাও (শত্ৰুদমনো) লোকজন সহিতে সন্তম হুই সিংহ দুৱাৰ সমুখে ৰহিল"। ইফালে ছলেকৈ ১৫ দিনলৈ বুলি আমাৰ ডাঙৰীয়াসকলৰ ওচৰত দিন ললে।

এনেতে নগৰৰ পৰা ভণ্ডাৰী গোহাঁয়ে বিশ্বাসকৈ মনে মনে সুন্দৰ গোহাঁইলৈ কৈ পঠালে, বোলে "তেওঁহে আছে ৰণক সমুখে, এখেত ৰজাই খাঁৰৰ জীয়েক সহিতে* লেনা-দেনা বাঢ়িছে, চাংগলৈ আনিবলৈ হৈছে, নিশ্চয় কথা। সুন্দৰ গোহাঁয়ে শুনি মনত দুখকৈ অসন্তোষ কৰি আছিল। সেই বেলা, বৰ গোহাঁয়ে সুন্দৰ গোহাঁইলৈ কৈ পঠালে, বোলে, কছাৰী ৰজাই ১৫ দিনলৈ দিন ললে, তাতকৈ দেখোঁ দিন বাঢ়িল, কথা দেখো বিড়ম্বনা হেন দেখোঁ। তাকে চাই সন্তম হব লাগে। পাচে সুন্দৰ গোহাঁয়ে বৰগোহাঁইলৈ বুলি গ'ল,–আপুনি গোহাঁয়ে সন্তম হক, মই যি সন্তম হলোৱেইহে তিৰী-ভাৰ্য্যাক ৰাখিবৰ নিমিত্তে দেহপ্ৰাণ উচৰ্গি মহাৰাজৰ কাৰ্য্য কাম কৰা যায়। তিৰীভাৰ্য্যাক ৰাখিব নোৱাৰিলে ইয়াত কি কাম ? মই চাৰি কড়া দি মাটি ইয়াতেহে কিনিলো, গোঁহায়ে মাত্ৰ সন্তম হক, গড়গাঁৱলৈ ফিৰি মুখ নকৰো। সুন্দৰ গোহাঁই অসাৱধান হবৰ জানি, কছাৰীবোৰে হিঁলৰ মুখত পানী বাকিলে। এনে সময়তে ৰাতি ভীমবল কুমাৰে দুই হাতীৰে কছাৰী সহিতে দুয়োজনাৰ কোঠ বেৰি ধৰিলে। শত্ৰুমৰ্দন হাতীয়ে বৰগোহাঁইৰ কোঠৰ গড় ভাংগিলে, সেই পোনে কছাৰী সোমাইৰ ধৰিলে পমনা হাতীয়ে সুন্দৰ গোহাঁইৰ গড় ভাংগিলে, সেই পোনে কছাৰী সোমাইৰ ধৰিলে।

"পাচে আমাৰ লোকে হিঁলৈত জুই দিয়ে, পাচে জুই নেলাগে; আমাৰ লোক বেবুৱা লাগিল,

* খাঁৰৰ জীয়েক সুন্দৰ গোহাঁইৰ বৈনীয়েক

পাচে কছাৰীয়ে যাকে যতে পালে কাটিব ধৰিলে। বৰগোহাঁইক বৰছাৰে খোঁচ মাৰিলে। সুন্দৰ গোহাঁয়ো তেওঁৰ তামুলা পটীয়া পজাত সোমাই আছিল, পাচে কছাৰীয়ে ধৰাই খোচি মাৰিলে শক ১৫০৭।"

বৰ গোঁহাইৰে, সুন্দৰ গোহাইৰে মূৰ দুটা কাটি নি, দুটা কছাৰীয়ে কছাৰী ৰজা শত্ৰুদমনক দেখালৈগে। কছাৰী ৰজাই সিহঁতক বৰ খং কৰিলে, বোলে "মহাৰাজাৰ ঠাইৰ ডাংগৰীয়া জীয়া ধৰি আনিব লাগিল, কিয় মাৰিলি ? মোৰ সভাত থাকিব লাগিল, দেশ দেশান্তৰৰ মানুহে দেখিব লাগিল।" এনে বুলি দায় ধৰি দুই মানুহক কাটিলে।

এইখন ৰণত আমাৰ "আহিলাপাতি বিস্তৰ পৰিল, লোকজনো বিস্তৰ মৰিলে, যি কিছু হয়, পলায়ে ৰলে।পলাই অহা মানুহে চুৰ কৰি আমাৰ চকি পালেহি, পিচে স্বৰ্গদেৱে শুনি বুঢ়াগোহাঁই প্ৰমুখ্যে ডাংগৰীয়াবোৰক সাত গাঁৱৰ পৰা হুহকি আহিব দিলে, পলাই অহা লোককো চপাই আনিবলৈ আজ্ঞা কৰিলে। পাচে ডাংগৰীয়াসকলে ভগনীয়া লোকসকলক চপাই আনি মহাৰজাক সেৱা কৰালেহি, আৰু সুন্দৰ গোহাঁইৰ সলনি ভগা ফুকন লেচাম গোহাঁইক ফুকন পাতিলে।"

এই যুদ্ধত জয় লাভ কৰি শত্ৰুদমনে "জয়নাৰায়ণ" বা "প্ৰতাপনাৰায়ণ" নাম লয়, আৰু তেওঁৰ ৰাজধানী মায়বং বা মায়ংগৰ নাম "কীৰ্তিপুৰ" থলে। ইয়াৰ কিছু দিনৰ পাছত আমাৰ ৰজাই "পত্ৰসন্দেশ" দি কছাৰী ৰজাৰ ওচৰলৈ দুজন কটকী প্ৰীতিৰ কাৰণে পঠায়। দুই কটকীয়ে গৈ প্ৰীতিৰ কথা জনালত, কছাৰী ৰজাই বোলে "তহঁতে যে প্ৰীতিৰ কাৰণে আহিলি হয়, দেখো সুন্দৰ গোহাঁই সবে, বৰগোহাঁইৰ গাওঁ গাওঁ মাৰি নগৰো মাৰিবলৈ মন কৰিলে, তহঁতে মিছা কথা কিয় কহিলি ?" আমাৰ কটকীয়ে বোলে, "মহাৰজা আমাক যেখন পঠায়, স্বৰ্গদেৱে প্ৰীতিৰ কাৰণেহে কহি পঠালে, পাচত কোনখান হৈছে আমি তাক কেমনে জানিম ? পিঠি দিলে হস্তীও পৰ্বতক নেদেখে।" পাচে কছাৰী ৰজা বোলে, "তহঁতক কাটিলোহঁতে, নাকাটো, এখন বিদায় দিলো যা তোৰ ৰাজাত কবিগৈ। আৰু তহঁতৰ ৰাজ্যত মূৰ নহলে কৰ্মক্ৰিয়া নকৰে হেন শুনিছোঁ, যদি দুইজন ডাংগৰীয়াৰ মূৰ লাগে তোৰ ৰজাই মাগিবলৈ আহিবলৈ আহিব। মই মূৰ দিম।" এই বুলি দুই কটকীক কলাপটুৱাৰ ভুৰ বান্ধি ধনশিৰীয়েদি উটাই পঠালে, কথমপি কচু ঢেকীয়া খাই দৈগোৰোংগৰ চকী পালেহি, চকীয়ালে পাই, বৰচেটীয়াৰ ঠাইত দিলেহি। বৰচেটীয়াই পাই দিনাচাৰেক ৰাখি স্বৰ্গদেৱৰ ঠাইলৈ পঠাই দিলে। মহাৰজাই সিহঁতক মুখৰ কথা শুধি বোলে, কছাৰী ৰজাই তহঁতৰ আগত কোনখান বুলিলে ? দুই কটকীয়ে বোলে স্বৰ্গদেৱে যদি দায় নধৰে, তেহে বুলিব পাৰোঁ। মহাৰাজা বোলে, "কথাহে কবি, তহঁতক কিয় দায় ধৰিম।" পাচে দুয়ো কটকীয়ে আপোনাৰ দুখ নিকাকৈ, দুয়োজনা গোহাঁইৰ মূৰ মাগিবৰ কথা কলত, মহাৰজাই বিস্তৰ অসন্তোষ কৰিলে।"

এই সময়ত কিন্তু আসামত বংগালৰ আক্ৰমণৰ ঠেলা পৰে ( অৰ্থাৎ আমাৰ ১ম প্ৰবন্ধত

উনুকিওৱা পাণ্ডুৰ থানাদাৰ সত্ৰাজিতে ৰানুৱাবিলাকে সৈতে লুইতে ভটীয়াই হাজোলৈ যায়। আৰু আমাৰ ৰজাই খবৰ পাই বংগালক মাৰিবলৈ ডাংগৰীয়াসকলেৰে আলচ পাতে। বংগালৰ লগত যুদ্ধত প্ৰবৃত হলে ইফালে কছাৰীৰ গা উঠি নগৰ আক্ৰমণ কৰে বুলি আশংকা কৰি, ডাংগৰীয়াসকলেৰে পৰামৰ্শ কৰি, কছাৰী ৰজাৰ ওচৰলৈ আমাৰ ৰজাই আকৌ চাৰিটা ভাল মানুহ (তিনিজনা গোহাঁইৰ তিনিটা, চাৰিংগৰ ৰজাৰ এটা) "পূৰ্বে প্ৰীতিক দশাই" পঠাই দিলে। এই চাৰিটা মানুহৰ নাম কমলা, ৰূপাই, নিতাই আৰু বিহুৱা।

(৩)

আমাৰ কমলা, ৰূপাই, নিতাই আৰু বিহুৱা এই চাৰি মানুহ গৈ কছাৰী ৰজাৰ চকিত কলৈগে,বোলে " মহাৰজাৰে কছাৰী ৰজাৰে অভেদ প্ৰীতিগোট আছিলে,এখন দেখোঁ সেই প্ৰীতিগোট নচলিছে, কি কাৰণে নচলিছে, ইয়াৰ ভালমন্দ জানিবৰ কাৰণে তিনি জনা ডাংগৰীয়া আৰু চাৰিংগ ৰজাই আমাক পঠাইছে।" চকীয়ালে গৈ কছাৰী ৰজাত এই কথা জনালত, কছাৰী ৰজাই আমাৰ চাৰি মানুহক মতাই নি সুধিলে, বোলে তিনিজনা ডাংগৰীয়া আৰু চাৰিংগ ৰজাই যে তহঁতক পঠাইছে, কি কাৰণে পঠাইছে ? আমাৰ চাৰি মানুহে বোলে,হিড়িম্বেশ্বৰেৰে আমাৰ যে প্ৰীতিগোট আছিলে, সেই প্ৰীতিগোট যে নচলিছে, যেমনে চলিব, সেই নিমিত্তে আমাক ডাংগৰীয়াসকলে পঠাইছে।"

আমাৰ চাৰি মানুহৰ মুখে এই কথা শুনি কছাৰী ৰজাই "সিহঁতক দাই ধৰিলে, বোলে, তহঁতে যে প্ৰীতিৰ কথা কৈছহি, পূৰ্বে তহঁতৰ ৰজাৰে আমাৰ অভেদ প্ৰীতিগোট আছিল, সেই প্ৰীতিগোট আমাত হন্তে, মলিন হোৱাই নাই, তহঁতৰ ৰজাৰ হন্তেহে পূৰ্ব প্ৰীতিগোট ছেদ হ'ল। তহঁতৰ মহাৰজাই সুন্দৰ গোহাঁইকে* বৰগোহাঁইকে দি মোৰ গাওঁ ভূঁই মাৰিলেহি, নগৰ মাৰিবলৈকো মন কৰিলে, শিংগদুৱাৰে লোকজন সহিতে আছিলহি। এতিয়া, ডাংগৰীয়াসকলে প্ৰীতিৰ কথা কিয় কয় ?"

আমাৰ চাৰি মানুহে বোলে, "মহাৰজা! যি বাত্ত কহিছা, কহিবাক লগা কথা হয়। পাচে আমাৰ মহাৰজাই দুজনা ডাংগৰীয়াক জয়ন্তাৰ কন্যাক নমাই আনিবৰ কাৰণেহে পঠাইছিলে, এই কথাৰ কাৰণে মহাৰাজা শুনিলেহঁতে, দণ্ড কৰিলেহেঁতেন। পাছে কছাৰী ৰজাই পুনৰ্বাৰ দাই ধৰি বোলে, ভাল, সুন্দৰ গোহাঁই আৰু বৰগোহাঁই আহিল কন্যা নমাই নিবৰ কাৰণে, ধনশিৰীয়ে দি শিংগদুৱাৰলৈ যে লোক জন সহিতে ডাংগৰীয়াসকল সজুলি সহিতে আহিছিলে, সিবোৰনো আহিছিল কি কাৰণে ? পাছে আমাৰ চাৰি মানুহে বোলে, জয়ন্তাৰ কন্যাৰ লগত অহা মানুহক পুহিবৰ নিমিত্তে মাছ পহু মাৰিবৰ কাৰণে পঠাইছিলে। ডাংগৰীয়ালকলে মাছ

---

* এওঁক সোণৰ গোহাঁইয়ো বোলে।

পহু মাৰি, মহাৰজাক সেৱা কৰিলৈগৈ, আমি আকেহে জানো ।"

এই কথা শুনি, কছাৰী ৰজাই বৰ সন্তোষ পাই আমাৰ চাৰি মানুহৰ লগত "পুনৰ্বাৰ পত্ৰ সন্দেশ দি ৰমানন্দ কটকীক আমাৰ ডাংগৰীয়াসকলৰ ঠাইক পঠাই দিলে । ৰমানন্দ আহি তিনিজনা ডাংগৰীয়াৰ ঠাইত পত্ৰসন্দেশ দি প্ৰীতিৰ কাৰণ কহিলে, মহাৰাজাৰো ঠাইত সেৱা কৰি প্ৰীতিৰ কাৰণ কহিলত, পাছে মহাৰাজেও পুনৰ্বাৰ পত্ৰসন্দেশ দি, প্ৰীতিৰ কাৰণে আমাৰ শীতলীয়াল মাধৱ কন্দলীক লগত দি ৰমানন্দক বিদায় দিলে । ৰমানন্দ সহিত আমাৰ দুই কটকী গৈ কছাৰীৰ ভীমবল ৰজাৰ* ঠাইত পত্ৰসন্দেশ দি পুনৰ প্ৰীতিৰ কাৰণ কহিলে, কছাৰী ৰজায়ো প্ৰীতিৰ কাৰণ শুনি পুনৰ্বাৰ প্ৰীতিৰ কাৰণ লিখি, পত্ৰসন্দেশ দি ৰমানন্দ সহিতে আমাৰ দুই কটকীক বিদায় দিলে ।"-

আমি যি সময়ৰ কথা কৈছোঁ, সেই সময়ত কছাৰীৰ ৰজাৰ লগত ডিমৰুৱাৰ মংগল ৰজাৰ কোনো কাৰণ লৈ বিশেষ মনান্তৰ হৈছিল । কছাৰী ৰজাৰ ভয়ত মংগল ৰজাই আমাৰ ৰজাত শৰণাগত হয়হি ; তেওঁক অভয় দি আমাৰ ৰজায়ো নিজ নগৰতে ৰাখি থয় । ৰমানন্দৰ হাতত কছাৰী ৰজাই ওপৰত উনুকিয়াই অহা যি "পত্ৰ সন্দেশ" দিছিল, সেই পত্ৰত "পূৰ্ব প্ৰীতিক দৰ্শাই ডিমৰুৱাৰ মংগল ৰজাৰ কাৰণ কহি পঠিয়াইছিল, বোলে, সিহঁত হাৰামখোৰ হৈছে, আমাৰ হাৰামখোৰে মিত্ৰ ৰজাৰ হাৰামখোৰ; আকে চাই তাক (মংগলৰজাক) নাৰাখাহে যুগুত । স্বৰ্গদেৱে বোলে, ডিমৰুৱা ৰজা মোৰ শৰণাগত, তাক মই কিয় দিম ? পূৰ্বে আমি যি কালত হিড়িম্বেশ্বৰক থাপিছো, সেই কালতে ডিমৰুৱাকো থাপি থোৱা হৈছে । তথাপি সিও হাৰামখোৰ হৈয়ে পুনৰ্বাৰ শৰণাগত হৈছে । তাক আমি কিয় এৰিম ? এই বুলি এখন পত্ৰ লিখি সন্দেশে সহিতে আমাৰ দুই কটকীক লগত দি কছাৰী কটকীক বিদায় দিলে । সিহঁতে গৈ, পত্ৰসন্দেশ দি কছাৰী ৰজাত এই কথা কলৈগৈ । কছাৰী ৰজায়ো "থাপিত সাঁচিত" বুলিবৰ শুনি, লাজ পাই খংগৈকে বোলে, আমাক কাহানি "থাপিছে-সাঁচিছে" ? ভাল যদি "থাপিত—সাঁচিত বুলিব পায়, এখনো সেইৰূপে কন্যা দি থাপক । এই বুলি ভীমবল ৰজাই প্ৰীতিত থাকি এক কন্যা মহাৰাজলৈ মাগি পঠালে পাছে, মহাৰজাই বোলে, কন্যা যদি আগবাঢ়ি নিয়ে, তেবে এখন কন্যা পাব কছাৰী ৰজাই বোলে, ভাল, মহাৰাজা যদি কন্যা দিয়ে,ময়ো শিংগদুৱাৰলৈ গৈ আগবাঢ়ি আনিম গৈ । পাছে মহাৰাজাই চাৰিংগীয়া সন্দিকৈৰ কন্যা এটা আনি, অলংকাৰ পাতি দি আনো বস্তু জাত দি' চাওপ্ৰেট বুঢ়াগোহাঁইৰ হাতত দি পঠালে । বুঢ়া গোহাঁই গৈ শিংহ দুৱাৰত ৰহি, কছাৰী ৰজালৈ জনাই পঠালে । কছাৰী ৰজাই বোলে, মোৰ নগৰ এৰি মই এতিয়া শিংগদুৱাৰলৈ যাব নোৱাৰো । পাছে এই কথা বুঢ়াগোহাঁয়ে মহাৰজালৈ জনাই পঠালে, বোলে, কছাৰী ৰজাই আনিব নোৱাৰো বুলি পাছে মহাৰজাই বা এখন কোনখান কৰিব দিয়ে ?"

---

* ইতিমধ্যে কছাৰীৰ শত্ৰুদমন মৰাত ভীমবল কোঁৱৰ ৰজা হয় ।

আমাৰ ৰজাই এই কথা শুনি, বুঢ়াগোহাঁইলৈ কৈ পঠালে, বোলে, "মই যে দিবলৈ পালো, ওলোটাই আনিবলৈ ভাল নহয়, কটকী পঠাই কছাৰীৰ নগৰতে কন্যা শোধাই দিয়কনি। পাছে এই কথা শুনি বুঢ়াগোহাঁয়ে বাণ্টাকৰৰ হাতত কন্যা দি কছাৰীৰ নগৰত শোধাই দিলেনি। কটকীও গৈ কছৰী ৰজাৰ ঠাইত প্ৰীতিৰ কাৰণ কহি কন্যা যোগালে নি। কছাৰী ৰজায়ো মহাৰাজালৈকো, বুঢ়াগোহাঁইলৈকো, আনো যি ভাল মানুহ গৈছিল, সেই সকলৈলৈকো বঁটা-বাহন দি কটকীক বিদায় দিলে পাছে, বুঢ়াগোহাঁয়ো আহি মহাৰাজাত সেৱা কৰিলেহি। এমনে প্ৰীতিক দৰ্শাই কছাৰী সমুখে লোকজন নেদিব লগা কৰি ৰহি," প্ৰথম প্ৰবন্ধত কোৱাৰ দৰে, "গুইমেলা বৰগোহাঁই আৰু লাকু বৰপাত্ৰই সৈতে কিছুমান বৰা বুৰুক লগত দি, থকবক্ বুঢ়াগোহাঁইক বংগাল মাৰিবলৈ পঠালে।

(৪)

এই শীৰ্ষক প্ৰথম প্ৰবন্ধত আমি বৰ ফুকনেৰে সৈতে উমানন্দৰ বালিত দেখা সাক্ষাৎ হোৱাৰ কথা কৈ আহিছোঁ। সেই ঘটনাৰ কিছুদিনৰ পাচত ঢাকাৰ আবদুল ইচলাম নবাবৰ অনুমতি লৈ হৰিবোল ৰাই, সোণাৰি মুঁদে, জয়হৰি আৰু নৰহৰি আমাৰ এই তিনি মুঁদেয়ে শ্ৰীসূৰ্য্যত বেহা বেপাৰ কৰি আছিল। ইহঁতে আমাৰ ৰজাৰ লগত প্ৰীতি কৰাই দিব পাৰো বুলি ঢাকাৰ নবাবেৰে সৈতে কথা হ'ল। নবাবে "মহাৰাজাৰ ঠাইলৈ এক লিখা পত্ৰ দি, সোণৰ মল্মা কৰা হাতীদাঁতৰ এক পিৰা, মুক্তা ১০ ধাৰ, পোৱাল ৩০ ধাৰ দুগদুগী ১ ধাৰ, কিছু হীৰা পান্না, সোনোৱালি কাপৰ ২১ খান, চিকন ৪০ তাও, এই সন্দেশ দি ৰাজিত থাকে গোপালকে তিনি মুঁদেৰ লগত পঠাই দিলে। আমাৰ তিনি মুঁদেয়ে বংগালৰ কটকী আনি কুৰুৱাত থৈ লাংগি ফুকনত জনালেহি।"

এই কথা সত্ৰাজিতৰ কাণত পৰিলগৈ। তিনি মুঁদেৰ সহায়ত আমাৰ ৰজাৰে নবাবৰে ভিতৰত প্ৰীতি স্থাপন হ'লে, নবাবৰ ওচৰত তেওঁৰ কিছু প্ৰতিপত্তি কমে বুলি আশংকা কৰি সত্ৰাজিতে গোপনে বৰফুকনলৈ কৈ পঠালে, বোলে, "তিনি মুঁদেয়ে যদি ঢাকাৰ নবাবৰ কটকী মহাৰাজাৰ ঠাইক নিবাকে পায়; তেবে ভাই-নবাবেৰে আমাৰে প্ৰীতিগোটা কেমনে ৰহিব? ঢাকাৰ নবাবৰ উকীল মহাৰাজাৰ ঠাইত যেমনে যাইবাক নাপায় সেইখান কৰিবা। বৰফুকনে শুনি ভায়েক লেচাম ডেকাক পঠিয়াই মহাৰাজালৈ জনাই পঠালে বোলে সোণাৰী মুঁদেহঁতে ঢাকাত বংগালৰ আগত মহাৰাজাৰ সকলো বিশ্বাসৰ কথা কৈ মিলা প্ৰীতি হৈ বংগালৰ পত্ৰ সন্দেশ সহিতে কটকী আনি কুৰুৱাত থৈছেহি। মহাৰাজা স্বৰ্গদেৱৰ বচন হলেহে উকিল পত্ৰ আনিব পায়,–বিনা আজ্ঞায় এই কাম কৰিব নাপায়। এই কথা মহাৰাজাই শুনি, বোলে সিহঁতে বেপাৰী, বেপাৰৰ কাম কৰিব পায়। মই নোবোলাগৈ বংগালৰ কটকী সিহঁতে কিয় আনিব?" এই দায় ধৰি হৰিবোল ৰাই সোণাৰী মুঁদে জয়হৰি আৰু নৰহৰি এই তিনিকো

কাটিলে। সিহঁতৰ লগত যি গৈছিলে সিহঁতকো কাটিলে। কুৰুৱাৰ পৰা বংগালৰ কটকীক কলা পটুৱাৰ ভুৰ বান্ধি উঠাই পঠাব দিলে। বৰফুকনে বংগালৰ কটকীক কলা পটুৱাৰ ভুৰ বান্ধি উঠাই পঠাব দিলে। বৰফুকনে বংগাল কটকীক কলা পটুৱাৰ ভুৰত উঠাই পঠালে। সিহঁতে কোনো প্ৰকাৰে প্ৰাণ ৰক্ষা কৰি ঢাকাত গৈ সকলো কথা জনালে গৈ।

এই সময়ত হাজোৰ বাবাকৰে পৰীক্ষিতৰ সৰু পুতেক চন্দ্ৰ নাৰায়ণক ধৰি দিল্লীলৈ বন্দী কৰি পঠাবলৈ তলে তলে ষড়যন্ত্ৰ কৰে। সেই কথাকে ভূ পাই চন্দ্ৰনাৰায়ণে গাভৰুৰ* হতুৱাই বৰফুকনক জনোৱালে বোলে "থানাদাৰেও আমাক বংগাললৈ ধৰি দিব খোজে, লোক জন দি মহাৰাজালৈ জনাই ৰক্ষা কৰক। বৰফুকনে এই কথা মহাৰাজালৈ জনাই পঠালে। মহাৰাজাই শুনি, চন্দ্ৰ নাৰায়ণলৈ সোণৰ হাৰ এগছ, কঁৰিয়া এজোৰ, ৰূপ দুহেজাৰ, ৰূপৰ বটা এটা, পিতলৰ জৰা এটা, বেৰাৰ সহিতে কাঁহি এজোৰ, কাপোৰ ৫৫ খন, এই খিনি বস্তু আৰু লগত মানুহ দুহেজাৰ লগত দি কমললোচন কটকীক বৰফুকনৰ ওচৰলৈ পঠাই দিলে। বৰফুকনেও স্বৰ্গদেৱৰ কথা শুনি হৰিডেকাকে কলাই হাজৰিকীয়াকে সেই মানুহ দুহেজাৰ লগত দি ৰাজাই দি পঠোৱা বস্তু খিনিয়ে সৈতে কমললোচন কটকীক লগত দি চন্দ্ৰনাৰায়ণৰ গালৈ পঠালে। চন্দ্ৰ নাৰায়নেও স্বৰ্গদেৱৰ বটা প্ৰসাদ সেৱাকৈ লৈ দুই হাজৰিকীয়াৰে থানাদাৰক খেদি গৈ কৰাইবাৰী সীমাকৈ ৰাজ্য ললৈগে। থানাদাৰৰ লোকজন পলাই পতং দিলে। চন্দ্ৰনাৰায়ণে তেওঁৰ লগৰ কোঁচ মানুহ ৫ হেজাৰ আৰু আমাৰ ৰজাই পঠোৱা মানুহ দুহেজাৰে সৈতে কৰাইবাৰীতে বসতি কৰি থাকিলে।"

এই সময়তে আমাৰ ৰজাই "দোপগড়" বান্ধি হাট পাতি এই নিৰ্বন্ধ কৰিলে, বোলে, "চৌটাংগ নোহোৱাকৈ ইয়াৰ ভিতৰত নগা সোমাব নাপায়।" তেতিয়াৰ পৰাহে লগত চৌটাং নোহোৱাকৈ নগা সোমাবলৈ এৰিলে।

এই সময়ত শৰাইঘাটত বিৰাম খাঁ, মাজুলি বাটত সত্ৰাজিত, আৰু আগ চকী দি অশ্বক্ৰান্তত আছিল আলেক্চা। এদিন বংগালৰ মানুহে কুকুৰ মেলি, হাবিত পহু খেদিছিল। ৰাতি এন্ধাৰ হলত কুকুৰ আহি আমাৰ পালিত সোমালহি বংগালৰ মানুহে কুকুৰ খুজিলে, কিন্তু আমাৰ মানুহে নিদিলে। সেই খংগতে আমাৰ খৰিভাৰী মানুহ দুটাক ধৰি, এটাক কুকুৰেৰে কামোৰাই মাৰিলে, এটাক আধামৰা কৰাই ধৰি লৈ গ'ল। চকীয়ালৰ মুখে ইয়াৰ সম্বাদ পাই কাজলীৰ পৰা আমাৰ বৰুৱা ফুকনবিলাকে বংগালক খেদি গৈ পাণ্ডু পৰাইঘাটত কোঠ দি বলৈগে। সত্ৰাজিতো হেংইকি আহি আগিয়াঠুটিৰ মাজালি ৰালিত থাকিলহি। পাছে এদিন নাৱত ফুৰোতে এটা জুৰীৰ ওচৰত বৰ ডাংগৰ শিল এটা দেখি, তাতে উঠি আমাৰ নেওগ ফুকনে বংগালৰ গতিবিধি চাইছিল। এনেতে হঠাৎ কৰে বংগালৰ ফালৰ গুলি এটা আহি তেওঁৰ মুখতে পৰিলহি, সেই মুহূৰ্তেই নেওগ ফুকনৰ মৃত্যু হ'ল। "সেই বেলা বৰুৱা

*অৰ্থাৎ বৰফুকনৰ ঘৈনীয়েক।

ফুকন আৰু যুঁজাৰু লোকসকলে বোলে, আমাৰ সেনাপতিয়ে পৰিল, এতিয়া আমাক লানবাখৰু (লানমাঙ্ক) চেটীয়া পালি-পাচি থাকক, পাছত মহাৰাজাই যাক যি দিয়ে দিব। এই বুলি সকলোৱে আলচি এই কথা জনাই পঠালে। ৰজাই শুনি বৰুৱা ফুকন আৰু ৰাজখোৱাবিলাকক খংগীকে মোমাই তামুলী বৰবৰুৱাক সকলোৰে নেওগ পাতি, গণাই বৰুৱাক লগত দি মাজালি বালিলৈ বংগাল মাৰিবলৈ পঠাই দিলে"। ইফালে ডাংগৰীয়া সকলেও "ভালেমান লোকজন" লগত লৈ ভৰলীৰ কোষত কোঠ দি থাকিলগৈ।

"পাছে এক দিনা ৰাতিপুৱা বংগালে কুৰলী আঁৰত ভৰলী পাৰ হৈ বিস্তৰ মানুহ কাটিলে। আমাৰ বোৰে যুদ্ধত ধৰিলত বংগালে তিষ্ঠিব নোৱাৰি চামধৰাত ৰলগৈ। এই কথা ডাংগৰীয়াসকলে ৰজালৈ জনাই পঠালে। আমাৰ ৰজাই যুদ্ধত জয় কামনা কৰি অনেক সম্ভাৰ লৈ মহেশ্বৰৰ ঘৰত (শিৱ দ'লত) স্তুতি-স্তোত্ৰ কৰিব দিলে বোলে, প্ৰভু মহেশ্বৰ! মোক বংগাল শত্ৰু মাৰি দিয়া। পাছে ৰাত্ৰি নিদ্ৰাত মহেশ্বৰে বুলিলে, বোলে, মই আপুনি গৈ বংগাল মাৰি দিম, তই সংশয় নকৰিবি। এই বুলি মহেশ্বৰে বিস্তৰ সৈন্যক দা যাঠি দি লগত লৈ গ'ল। পাছে ৰমাদেৱে চেতন পালে।' ৰাতিপুৱা উঠি মহাৰাজা চকীত সুধিব দিলে বোলে, ৰাতি মানুহ যাবৰ সাৰ পালিনে কি? চকীয়ালে বোলে, একো নেদেখিলো, একো নাপালো, পাছে ৰাতি এপৰ মানৰ পৰা হলে মানুহ যাবৰ সাৰ পালো, পুৱা সময়তহে নিসা হ'ল। আমি ৰব নোৱাৰি আঁতৰিহে আছিলোঁ"। এই কথা ৰজা দেৱে শুনি বোলে, পুথাও ৰজা অৰ্থাৎ সদাশিৱ) আগ হ'ল আমি যাব নালাগে। এই বুলি নিৰ্বন্ধ কৰি সোণ এচৰু, ৰূপ এচৰু লৈ "লাইপেন" হাতীত উঠি লুইতত নামি বোলে " হে ব্ৰহ্মপুত্ৰ! যদি মই বংগালত হাৰিম, মোক তল নিয়াবা, যদি জিনিমহে তুমি মোক থাউনি দিবা।" এই বুলি লুইতত থাউনি পাই ৰজা হাতী এৰি নামি গল। লুইতৰ পানীত হাতীৰে তলপেট মাথোন তল গৈছিলে। তাতে দুয়ো চৰু সোণ ৰূপ দি ৰজাই গা ধুলে। তাতে "ৰণ জয়" জানিলে। ভৰলীতো পূজা দিলে, বোলে ভৰলী আই! মংগালখিনি খাই দিবা।" পাছে মাঘৰ ৭ দিন যাওঁতে, আমাৰবোৰ গৈ ভৰলীত যুঁজ লাগিলগৈ। উত্তৰে ভৰলী, দক্ষিণে বৰপেটা এই সীমাকে বংগালৰে আমাৰে ঘোৰ যুদ্ধ লাগিল। ভৰলীত যি বংগাল পৰে, উটুৱাই নিয়ে, ৰামত পালে আহোমে কাটে, লুইততো পানীৰ বেগে আহোমক নাপায়, বংগাল পালে উটাই নিয়ে। দক্ষিণ ফালে বংগাল ভাগি পলাই বৰপেটা দলনীত পৰিলগৈ। তিৰী তিকতায়ো বেওঁৰে কুৰ্মুৰাৰে কোবাই মাৰিলে, কতোক খেৰেৰে জুই দি পুৰিলে এইৰূপে উত্তৰে দক্ষিণে বংগালক ভংগাই খেদি নি খাগৰিৰ যোৰ বেৰা দি কিছুমান বংগালক তাত সুমাই জুই দি পুৰি মাৰিলে, ইবোৰ বংগালক নি ঠায়ে ঠায়ে পাতিলে, কতো ডাংগৰীয়াবোৰক ৰাতি দিলে।

ইফালে বৰুৱা ফুকন বিলাকেও "মহাৰাজাৰ খংগ হেন জানি, সমস্তে আলচি নাৱে-তৰে বংগালক খেদি ধৰিলেগৈ, মাজালী বালিত নাও নাওৰা আহিলা-পাতি বিস্তৰ পালে। সত্ৰাজিত পলাই গল, আসামেও নাৱে-তৰে ৰগৰীৰাৰীমান খেদি নিলে।" এনেতে ঢাকাৰপৰা ছেৰখাঁ

মিত্ৰাচান্দে চাৰি কুৰিমান বৰুৱাৰে সৈতে আহি বগৰীবাৰী পাই, সত্ৰাজিতৰ লগত যোগ দিলেহি। এই সময়ত আমাৰ টংচু সন্দিকৈয়ে এটা কোঠ মাৰিবলৈ ধৰিছিল কিন্তু "কোঠ সাংগ নৌহওঁতেই বংগালে হাতীৰে আহি কোঠৰ গড়ত ধৰিলেহি, আমাৰ মনুহে পাঠৰ-কলাইৰ গুলি মাৰিলে, হাতীৰ কপালত গুলি লাগিলত হাতী উলটি ভাগিল। হাতীৰ ভংগে বংগালো ভাগি হোইঁকি গ'ল। পাছে আমাৰ মানুহে বংগালক ভেটি গড় দিবৰ দেখি, বংগালে বোলে আমি যুদ্ধ এৰিলো, আমাক ধৰ্মপথ দিওক। তথাপি আমাৰ মানুহে নেৰিলে ; পাছে বংগালেও খাইবাক নাপাই বিবুদ্ধি হ'ল।" অবশেষত নিৰুপায় যেন দেখি আবদুল ইচলামে মিৰ্জাখাঁ, ফুজুলবেগ মিৰ্জাকুচন্ সেৱাই ৰজা মহম্মদ ৰামচা আৰু কৰ্মচান্দ এই সকল সমন্বিতে আহি মোমাই তামুলি বৰবৰুৱাৰ ওচৰত "প্ৰীতি মাগিলেহি। বৰবৰুৱাই নবাবৰ লগত অহা মানুহ কেইজনক ধৰি বন্দী কৰি মহাৰাজৰ ওচৰলৈ দি পঠাবলৈ স্থিৰ কৰিলে। এই কথাৰ গম পাই" মিৰ্জাখাঁই বোলে পাসোৰ লোণ হাৰাম কেমনে কৰিম ? এই বুলি কোঠৰ ভিতৰতে যুঁজি আমাৰ মানুহ দুই চৰি মাৰিলে। আমাৰ মানুহেও বংগালক কচু-কটা দি, হাজোখন উচ্ছন্ন কৰিলৈগে। এই ঘটনা ১৫৫৮ শকৰ মাঘ মাহত।

(৫)

সেইবেলা লগৰ অনেক লোকজনে লান্‌মাখ্ৰু চেটীয়াৰ কথাক মহাৰাজাত গোচৰ দিলে,– বোলে নিদানৰ বেলা, মহাৰাজাদেৱলৈ বুলি বংগালে পেৰা এটা দিছিল, তাত কি বস্তু আছে, তাক আমি নাজানো। আৰু শুৱালকুছিৰ দুকুৰি দহ ঘৰ তাঁতি আছিল, লান্‌মাখ্ৰু ফুকনে তাক ভাংগি আনি দক্ষিণ কূলত পাতিলে নি, মহাৰাজা দেৱৰ কি ঠায়ে নাটিলে ? আৰু তাঁতিবোৰে পাসোলৈ যি পাট কাপোৰ বৈছিল তাকো ফুকনে আপোনাক লাগি তুলি আনি থ'লে। এই বস্তুসকলক মহাৰাজাদেৱে পাইছেনে নাপাইছে ?

এই কথাতে দায় ধৰি লান্‌মাখ্ৰু ফুকনক আনি মাৰিলে, মোমাই তামুলী বৰবৰুৱাক গণাই বৰুৱাকে এই দুইক বন্দী কৰি থলে, পাছে পিক্‌চাই চেটীয়াক বৰফুকন পাতিলে।

১৫৫৯ শকৰ জেঠত বংগালো আহি মধুপুৰ পালেহি, আসামৰো লোকজন আগবাঢ়ি সোম্মাত কোঠ দি ৰহিলগৈ। সেই বেলা বংগাল খেদি আহি আসামৰ কোঠত ধৰিলেহি। পাছে বংগাল যুদ্ধ নোৱাৰি " বাৰে পৰ্হতা"ত ৰহিলগৈ। তাত পাছে ধৰ্মনাৰায়ণে* খুনলাই চেটীয়াই উত্তমক (১) ভংগালে উত্তমো ৰহিব নোৱাৰি পলাই বৰ নগৰত সোমালগৈ। আসামেও খেদি গৈ উত্তমৰ ছোৱা কুৰ্মা* সহিতে বস্তুজাত লুৰি আনিলে। উত্তমেও আসামক দগা দি বিস্তৰ

---

* এওঁক বলিত নাৰায়ণ বুলিও জানে। এওঁ পৰীক্ষিত নাৰায়ণৰ ভায়েক। এওঁক ইং ১৬১৪ চনত আহোম ৰজাই দৰংগৰ ৰজা পাতে।

(১) এওঁ বুৰ নগৰৰ জমিদাৰৰ লৰা। বংগামাটিৰ নবাবৰ কিছুমান মুছলমান সেনা লৈ, এওঁ আমাৰ ৰজাৰ আশ্ৰিত ধৰ্মনাৰায়ণৰ ৰাজ্য আক্ৰমণ কৰিছিল।

* ছোৱা-ছাৱাল, কুৰ্মা-মিতিৰ কুটুম।

কাটিলে। তাত পাছে আলিয়াৰ খাঁই আহমদ জাহিৰখাঁই এই দুই আহি চুলবীত কোঠ দি ৰহিলহি। আসামৰো লাইফুং জাংগ ফুলবৰুৱায়ে ডেকা দুৱৰায়ে ধৰ্মনাৰায়ণে ৰজা সমে বংগালক ভংগাই বেংকিপৌমনা, ৰাজাখলি, খন এই তিনি ঠাইত বংগালক ভংগালে। বংগালো গৈ ভাটোচুকীত ৰহিলগৈ। খুনলাই চেটীয়া, ধৰ্মনাৰায়ণ ৰজা, ডেকা দুৱৰা, ফুলবৰুৱা লাইফুংজাংগ এইসকল প্ৰমুখ্যে লোকজন কালাপানীত কোঠ দি ৰহিল, কাঁৰে গুলিয়েও পায়, মতামতিও কৰি থাকে। বংগালে সহিতে এহিমতে দুমাহ হৈ গ'ল।

সেই বেলা সৰু চকুৱা গোহাঁয়ে বস্ৰ কন্দলি, মাধৱ কন্দলি, বিৰিল্লা এই তিনি কটকী সমে মহাৰাজাদেৱত গোচৰ দিলে, বোলে পিকচাই বৰফুকনে দুই তিৰোতাৰে কন্দল ভাংগিব নোৱাৰে, আৰু ফুকনক নিতৌ চন্দন পিন্ধি বহি থাকিবৰহে দেখোঁ, এতেকে মহাৰাজা স্বৰ্গদেৱৰ কাৰ্য কাম কি কৰিব ? এই কথাতে পিক্‌চাই চেটীয়াক লোৱাদি আনি হাতীশালত বন্দী কৰি থৈ, ফুকন ভাংগি, সৰু চকুৱা গোহাঁইকে বৰফুকন পাতিলে ; আৰু পাণ্ডুত থাকিব দিলেগৈ। পাছে বাত ৰোগ হবৰ শুনি, তেওঁক ভাংগি পুনু পিক্‌চাই চেটীয়কে আনি বৰফুকন পাতিলে। আগে কছাৰীয়ে মৰংগিদুৱাৰে অহা যোৱা কৰিছিলে, সেই বেলাৰ পৰাহে কছাৰীৰ কলীয়াবৰেদি বাট হ'ল।

সেই বেলা গবাই লস্কৰক গুচাই গড়গঁয়া সন্দিকৈক চকীয়াল বৰুৱা পাতি থলে। তাত পাছে পৰ্বতীয়া সৰু বৰ গোহাঁই, দিলিহীয়াল শুকুলা হুদু বুঢ়া গোহাঁই, লাকুৱৰ পাত্ৰ এই তিনিজনা গোহাঁই মহাৰাজদেৱৰ আজ্ঞাৰে আগে গড়গাঁৱৰ পৰা গৈ শালত আছিলগৈ, পাছে ৰণুৱা ভাগি আহিবৰ শুনি কলীয়াবৰত ৰহিলগৈ। পাছে তিনিজনা গোহাঁয়ে মহাৰাজাদেৱলৈ সুধি পঠালে, বোলে, আমি বংগালক কাজলীত ধৰোগৈ, মহাৰাজা স্বৰ্গদেৱে বা কি বোলে ? পাছে মহাৰাজা দেৱে বোলে, গোহাঁইবোৰে অথন নাযাব, ফুকনবোৰক পঠাওক। তত্ৰাপি সিবোৰে চেটীয়া গোহাঁই প্ৰমুখ্যে গোহাঁইবোৰে কলংগে খেদি গৈ, পিক্‌চাই চেটীয়াই নৌ পাওঁতেই, বংগালক ধৰিলেগৈ। টুংচু সন্দিকৈক বংগালে যৈয়ালে কং কং চেটীয়া, বিহুৱা বৰা, গলমণি এই তিনি প্ৰমুখ্যে আনো শইকীয়া হাজৰিকাক কাটিলে।

মহাৰাজাদেৱে শুনি দুখকৈ, চিৰিংডাংগ প্ৰমুখ্যে আনো লোকজন সহিতে গোহাঁইবোৰৰ নাও-নাৱৰা কাঢ়ি, বৰবৰুৱাৰে বৰফুকনৰে হাতত দিলে। মোমাই তামুলী বৰবৰুৱাক দক্ষিণ কূলত দিলে,– পিক্‌চাই চেটীয়াক দিলে উত্তৰ কূলত বৰফুকন পাতি। ১৫৬০ শকৰ ভাদ্ৰ মাহত মিৰ্জা জাহিলা আহি বৰ কৈৱৰ্যনীত পানী জুখি চাই ৰহিলহি। সেই বেলা আমাৰ ডাংৰীয়াসকলৰে ফুকন বোৰেৰে আলচি, মোমাই তামুলী বৰ বৰুৱাই বোলে আমাৰ যে গড় প্ৰাস্কিত খামতিয়াৰ হোৱা নাই, এতেকে যেমনে তিয়াৰ কৰি লব পাৰোঁমানে বংগালৰ গালৈ মানুহ পঠাই ভাৰসা দি ৰাখিবলৈ তোমালোক সকলোৱে কি বোলাইক ? পাছে সকলোৱে বোলে উত্তম মুকুতি। এই বুলি বংগালৰ গালৈ বৰফুকনৰ লগুৱাবৰা সনাতনকে, তিপমীয়া চলাকে পঠাই দিলে। এইহঁতো গৈ বংগালৰ গালৈ গল। বংগালে আমাৰ দুয়ো কটকীক নি

বোলে, তইঁতক বৰবৰুৱাই কি কাৰণে পঠাইছে ? দুই কটকীয়ে বোলে নবাবসকল যে আহিছে, কি কাৰণে ? লেঢ়াইক মনে আহিছেনে ? তাক আমাক কৈ পঠাওক । পাসোৰ পাসোৰহে লেঢাই, যি খোজা আমি দিতে আছোঁ । বংগালে বোলে, বনৰ হস্তী আগৰ কাঠ, জালুক সোণা এইসকল যদি দিয়ে, তেবে আমি লেঢ়াই নকৰোঁ ।

আমাৰ দুই কটকী আহি এই কথা জনালত, বৰবৰুৱাই পুনৰ্বাৰ বংগালৰ গালৈ কটকী পঠাই বুলিলে, বোলে, ভাল, মহাৰাজ স্বৰ্গদেৱলৈ জনাই আমি দিম, আৰ অৰ্থে আমি কি কন্দল কৰিম ? এই বুলি বংগালক ৰাখি গৰ-প্ৰাঙ্কিত খাম তিয়াৰ কৰি, পাছে বংগালৰ গালৈ মানুহ পঠাই বোলে, মহাৰাজা স্বৰ্গদেৱত আমি জনালোঁ, মহাৰজা বুলিব দিছে, বোলে বনৰ যি হস্তী খুজিছে, হাতী চাৰি লাদকো নিদিও, আগৰ কাঠ খুজিছে, কাঠ ছাৰি বাঁহৰ জেংগকো নিদিওঁ, জালুক ছৰি চৈকো নেদিওঁ, সোণা ছাৰি লুইতৰ বালি তাকো নিদিওঁ । এই কথা গৈ আমাৰ কটকী সনাতনে কলত বংগালে দায় ধৰি বোলে জান্ যে লেঢ়াকে ননে আওৱে, তবে, হাৰাম জাদা ! আগে তুই কেনে জুঠবাত্ কহিলি ? এই বুলি আমাৰ কটকীক পানীত বান্ধি পেলাব দিলে । কটকীৰ লগত সোণা দুই তোলা আছিলে, তাকে বংগালক দি বোলে, বাবা আমাৰ চকীৰ পোনেদি পানীত পেলাবি । বংগালেও সোণা পাই আমাৰ চকীৰ পোনে পানীত পেলাবলৈ নিওঁতে আমাৰ কটকীয়ে চকীয়ালত আটাহ পাৰি বোলে মহাৰাজ স্বৰ্গদেৱৰ শৰণ ! বংগালে মোক পানীত বান্ধি পেলায়, তইঁতে মোক খেদি ধৰহি । আমাৰ চকীয়ালে শুনি খেদি গল, বংগালেও কটকীক পানীত পেলালে । আমাৰ চকীয়ালে পাই পানীৰ পৰা তুলি আনিলে ।

আত পাছে বংগালে আগবাঢ়ি আহি চামধৰাত বৰগোহাঁইৰ গড়ত ধৰিলেহি । তাৰ লগে লগে ৰাজা প্ৰাণনাৰায়ণো* আহিছিলে । চাৰি দণ্ড বেলি আছিবৰ পৰা গধূলিলৈকে যুদ্ধ হ'ল, বংগালৰ যোৰ মানুহৰ শৰে খাঁৱে হোহঁকি গ'ল । আৰু এদিন বৰপাত্ৰৰ গড়ত ধৰিলেহি, তাৰ পাচে শিমলুৰ গড়ত ধৰিলেহি, পাচে বলে নোৱাৰি হুহকি গ'ল । নবাবসকলৰে গুৱাহাটাত থাকি কথা বাৰ্তা অনেক হোৱা যায় । আত পাছে সনাতন, শ্ৰীকান্ত ভ্ৰমৰা এই দুই কটকীৰ হাতে লিখা পত্ৰ দি বৰবৰুৱা বোলে, সেই খানৰ কাৰ্য কাম তোমাৰ ওপৰ, ইঠাইৰ আমাৰ ওপৰ অতএব তোমাৰ মনে যেমত ভাল, প্ৰতিবাসে তাৰ প্ৰত্যুত্তৰ তৎকালে লেখিবা, এমন হৈলে তোমাৰ আমাৰ মৈত্ৰিক সফল ৰহিব । আৰ বাকী সমাচাৰ সনাতন ও শ্ৰীকান্ত ভ্ৰমৰাৰ মুখে জ্ঞাত হৈবা । কিমধিকং বিজ্ঞবৰেষু ।

সেই দিন ধৰি বংগালৰে আমাৰে কটকী গতাগত হৈ মিলি আছিল । সেই সেই বেলা মোমাই তামুলী বৰবৰুৱাই চামধৰাৰ পৰা হাক নিদাৰুণী পৰ্বতত লগাই গড়বান্ধিলে ডাংগৰীকে, আত পাচে বুঢ়াৰজা স্বৰ্গদেৱৰ (বুদ্ধি স্বৰ্গনাৰায়ণ) দিনত ভগা ৰজা দেৱৰ দিনত

* কোঁচ বেহাৰৰ ৰজা ।

নবীয়া ৰজা স্বৰ্গদেৱৰ দিনতো. ভগনীয়া ৰজা স্বৰ্গদেৱৰ দিনতো বংগালে সহিতে মিলাপ্ৰীতিতে গল। তাত পাছে বুঢ়া ৰজা দিনত কছাৰীৰ চন্দ্ৰমল নাৰায়ণ* ৰজাই মোমাই তামুলী বৰবৰুৱাৰ গাঁলে উজান দলৈকে কাশী ৰেজকে সন্দেশ পত্ৰ সহিতে প্ৰীতিৰ কাৰণে পঠালে। বৰ বৰুৱাই সিহঁতক অনাই বোলে হেৰ্মেশ্বৰ (হিড়িম্বেশ্বৰ) ৰজাই কোন খান বুলি পঠাইছে? সিহঁতে বোলে হৰ্মেশ্বৰে প্ৰীতিৰ কাৰণে সন্দেশ পত্ৰ দি আমাক পঠাইছে। পত্ৰতো এই মৰ্ম্মে লেখিছিল, স্বৰ্গদেৱে যি মতে বৰবৰুৱাক গো-ব্ৰাহ্মণক ৰক্ষাৰ হেতু বৰ নৱাব পাতি থৈছে, ময়ো সেই সীমাত নৱাব পাতি থৈছোঁ। স্বৰ্গদেৱ সহিতে আমাৰ প্ৰীতি গোট চলিবৰ নিমিত্তে। পাছে বৰবৰুৱাই এনে বিধাৰণ শুনি, দুয়ো কটকীক দায় ধৰিলে, বোলে মই স্বৰ্গদেৱৰ হে বন্দী, স্বৰ্গদেৱেহে শত্ৰুক কাটি মাৰি খেদাবৰ নিমিত্তে নৱাব পাতি থৈছে কাৰণেহে আছোঁ; তোমাৰ ৰজাই যে বোলে ময়ো নৱাব পাতি থৈছোঁ, কছাৰী ৰজাৰ নৱাব নে কি? কছাৰী ৰজা মোক কাহানি বৰবৰুৱা পাতি থৈছে? যাতে স্বৰ্গদেৱে বংগালক কাটিব মাৰিবলৈ থৈছিল, বংগাল মাৰি কাটি খেদালোঁ। এনেই যে এই সীমাত বৈ আছোঁ কছাৰীৰ থলে পৰ্বতে তাৰ ৰাজ্য মাৰি আনিবৰ নিমিত্তে সম্মুখে ৰহিছোঁ ভালে যাতো তইঁতে প্ৰীতি মাগিছহি, এতেকেহে একো নকৰি আছোঁ। যদি প্ৰীতিক বাঞ্চা আছে, পূৰ্বাপৰৰ ধাৰণে সন্দেশ পত্ৰ লৈ আহগৈ। আহিলে প্ৰীতি গোট চলিব। ময়ো সকলোজনৰ হিত চিন্তি দুই তিনি মাল অপেক্ষা কৰি থাকিম। তাত পাছে যিখান হৰ আপুনি দেখিবিহঁক। এই খান বুলি কাকত ফালি দুই কটকীক খেদাই পঠালে। সেই বেলা উত্তৰ কূলত হাতী ধৰিলে। উত্তৰ কূলৰ পৰা ভাংগি বাৰভূঞাক পাৰকৈ আনি দক্ষিণ কূলত পাতিলে। বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই এই তিনিও জনাক বিলাইত পাতি বাটি দিলে। ইয়াৰে ফালি এঘৰ-দুঘৰকৈ বাৰেও বিলাইত পাতিলে। তাত পাছে ৰাইজকো হাজাৰিবন্ধীয়া কৰি বৰুৱাফুকন ৰাজখোৱা হাজৰিকা সকলো নিয়ম কৰিলে। বুঢ়াৰজা স্বৰ্গদেৱে মোমাই তামুলী বৰবৰুৱাৰ হতুৱাই দেৱৰ গাৰ্ব্বৰ দল বন্ধালে। বুঢ়াৰজাদেৱৰ নগৰ দৰিকাত এখন, পৰ্বতত এখন, তাও কাকত এখন, অভয়পুৰত এখন, মেৰিখোৱাত এখন, শাকবাৰীত এখন, চিনাতলীত এখন, নামডাংগত এখন, মেচাগড়ত এখন, গজপুৰত এখন, ডবকাত এখন আৰু গড়গাৱত এখন, এই বাৰ খন নগৰ; এই আদি কৰি অনেক ঠাইত নগৰ কৰিছিল। পূৰ্বে বুঢ়া ৰজা স্বৰ্গদেৱৰ দিনত নামলী ৰাজ্যৰ অহা মানুহ মাণিক কাঠ এঘৰ, ক্ষেত্ৰী এঘৰ, গৃহস্থ এঘৰ, জান্তীৰাম এঘৰ, পত্ৰ নৰিচ এঘৰ, বংগাল চক্ৰবৰ্ত্তী এঘৰ, ৰঘুনন্দন মিশ্ৰ এঘৰ, ৰামনাৰায়ণ ঠাকুৰ এঘৰ, কংকপাত্ৰ এঘৰ। কবিচন্দ্ৰ এঘৰ, ৰামচন্দ্ৰ এঘৰ, মহীচন্দ্ৰ এঘৰ, মৰা এঘৰ। কামৰূপৰ ঢেকেৰীৰপৰা অহা বৰকাঠ চান্দৰাই এঘৰ, চলিহা এঘৰ। পূৰ্বে পৰীক্ষিতত ভয়ে পলাই অহা মাল ৰজা এঘৰ, তাত ৰাজেও অনেক দুই চাৰি মানুহ আহিল।

* এওঁক ইন্দ্ৰমল নাৰায়ণো বোলে।

**বুঢ়াৰজাৰ দিনত লোৱা কটকী ঃ**

ধৰাধৰ এঘৰ, নিৰীহ গুৰু এঘৰ, বৰ কন্দলী এঘৰ, ছোট কন্দলী এঘৰ, সাগৰ কন্দলী এঘৰ, চণ্ডীগুৰু এঘৰ, ঠাকুৰীয়া গোপাল এঘৰ, গোপাল এঘৰ, ৰতন কন্দলী এঘৰ, আকাদহ (একাদশ ?) এঘৰ, মাধৱ কন্দলি এঘৰ, বিহা এঘৰ, শীতলীয়াল এঘৰ, শ্ৰীকান্ত এঘৰ, সোণাৰৰ এঘৰ, বিৰহ এঘৰ, চলা এঘৰ, সনাতন এঘৰ, ৰাজগুৰু এঘৰ ।

বুঢ়াৰজা স্বৰ্গদেৱৰ দিনত মুকুন্দ নামে এক গোসাঁয়ে বিধি এৰি নাম গাই, লগ্ন দিয়াই বিয়া কৰায় । এই শুনি স্বৰ্গদেৱে বোলে, বিধি এৰি যে প্ৰবৰ্তে, মোক মহিমা দেখাওক, এই বুলি বন্দী কৰি থৈছিল । পাছে একো মহিমা নাপালত দায় ধৰি মুকুন্দ গোসাঁইক মাৰিলে । সেই সময়ত সাত দিন ভূমি কম্পালে, মাটি ফাটি মাগুৰ মাছ ওলাল, ৰজায়ো বিস্তৰ ভয় পালে । কত দিন থাকি বংশীগোপালেও নামহৰি সেৱাকে হাবিয়ে হাবিয়ে পলাই ফুৰিছিল । স্বৰ্গদেৱেও স্বপ্ন দেখি, বিচাৰ কৰি আনি কুৰুৱাবাহীত মঠমণ্ডপ কৰি নিৰ্ভয় দি থলে । বংশীগোপালেও নাম হৰি সেৱা কৰি স্বৰ্গদেৱক আশীৰ্বাদ দি থাকিল । কত দিন থাকি, বংশীগোপালেও দেহা এৰিলত মিশ্ৰ গোঁসাই সত্ৰৰ অধিকাৰ হ'ল, গোপালদেৱৰ পুত্ৰ দুইজনা গোঁসাই ভকত কৰালে, সিবোৰেও ভকত হুই কুৰুৱাবাহীত ডাংগৰ ৰূপে সত্ৰসভা কৰাই দিলে ।

সতাই নামে মিশ্ৰ গোসাঁইৰ এক ভকত আছিল । পাছে তাক অভকতীয়া পাই, সত্ৰৰ পৰা খেদিলে । পাছে কত দিন থাকি সি আহি ৰজাত গোচৰ দিলে, বোলে, পিতলৰ গছা, সোণৰ পিকদান ইয়াক ৰজা হলেহে লব পায় আক লৈ মিশ্ৰবাপু ৰজা হ'ল । এই বুলি কলত স্বৰ্গদেৱে সতাইৰ কথাক লৈ মিশ্ৰ গোসাঁইক মাৰিলে । তাত পাছে আখেক গোহাঁই* বাপেকৰ পূৰ্ব কথাক লৈ সুমৰি, বিকৰ্থনা কৰি মাৰিলে । ভণ্ডাৰী চেটিয়াই লগাই গোহাঁইৰ জীয়েককো বৰ ঘাটতে পানীত পেলাই মাৰিলে । তাত পাছে ঠাকুৰীয়া মেধি বোৰক নামৰূপত মাৰিলে নি ।

পূৰ্বে যি কালত বুঢ়াৰজাদেৱে উত্তৰ কূলত হাতী ধৰিবলৈ গ'ল, সেই সময়ত বাৰে ভূঞাই সোণ এচৰু ৰূপ এচৰু ভেটি সেৱা কৰিলে । পাছে স্বৰ্গদেৱে বোলে, মই আহিলতহে সেৱা কৰিছহঁক, আন কাল দেখোঁ তহঁতৰ সেৱা পোৱা নাই ? ভূঞাবোৰে বোলে, স্বৰ্গদেৱৰ আমি শৰণীয়া বন্দী, এইৰূপে বছৰি দিয়ে আছোঁ । আগৰেপৰা যাতো ভণ্ডাৰী গোহাঁইক স্বৰ্গদেৱে অধিকাৰী কৰি দিছে, এতেকতে তেওঁৰ হাতত আমি বছৰি এইৰূপে দি স্বৰ্গদেৱলৈ সেৱা জনায়ে আছোঁ । স্বৰ্গদেৱে পইছে নাপাইছে তাক আমি নাজানো । এই কথা থাকিল । তাত পাছে, ভণ্ডাৰী গোহাঁইৰ তামুলী, ভণ্ডাৰী, ভণ্ডাৰতলীয়া এইবোৰেও স্বৰ্গদেৱত গোচৰ দিলে, বোলে পূৰ্বে সোন্দৰ গোঁহায়ে কছাৰীক মাৰিব পাৰিলেহেঁতেন, যাতো স্বৰ্গদেৱৰ বিশ্বাস ভাংগি ভণ্ডাৰী গোঁহায়ে সোন্দৰ গোহাঁইলৈ কৈ গল । সোন্দৰ গোঁহায়ে শুনি মনত দুখে অপমানে

* এওঁ সুন্দৰ গোহাঁইৰ পুতেক ।।

ৰাজকামলৈ হেলা কৰিলে, এই কাৰণেহে ৰাজকাৰ্যত বৈগুণ্য । আথেক গোহাঁয়ে কেঁৰা গোহাঁয়ে স্বৰ্গদেৱক হেলা কৰিবলৈ আহিবলৈ মন কৰিছিল, সেই সময়ত ভণ্ডাৰী গোঁহায়ে মানুহ পঠিয়াই বোলে, সিহঁত দুয়ো পলাওক, পালে মহাৰাজা শুদাই নেৰে । এই বাৰ্তা পাই সিহঁতো ভাগি পৰীক্ষিতৰ ঠাই সোমাল গৈ । এই কথাও স্বৰ্গদেৱৰ মনত থাকিল । আত পাচে তাঁতী সোণাৰী নগৰীয়াসকলেও গোচৰ দিলে, বোলে, ভণ্ডাৰী গোহাঁইৰ পুতেকহঁতে সকলোৰে জাতিকুল ললে, আমি ৰব নোৱাৰোঁ । পাছে স্বৰ্গদেৱে সুধি, বোলে ইহঁতৰ কথা আগেও বিস্তৰ শুনিছো, ৰাজ কামত কষ্ট পাইছে একো নুবুলিলোঁ । এতিয়া তাৰ পুতেকহঁতে ৰাইজৰ জাতি কুল লয়, এনে কৰ্ম কৰিব পায়নে কি ? এই দায় ধৰি ভণ্ডাৰী গোহাঁইৰ পুতেকহঁতক মাৰিলে, পৰে বাপেককো মাৰিব দিলে । পাছে ভণ্ডাৰী গোহাঁয়ে বোলে লৰাহতে বঢ়া কাম কৰিলে, স্বৰ্গদেৱে সিহঁতক মাৰিলে, ভাল কৰিলে,স্বৰ্গদেৱে বুঢ়া বন্দীৰ দেহাটো ৰক্ষা কৰোক । স্বৰ্গদেৱে শুনি বোলে, যি গছৰ আগ তিতা তাৰ গুৰিও তিতা, এতিয়াও তাক কেনেকৈ ৰাখিম ? এই বুলি ভণ্ডাৰী গোহাঁইক মাৰিব দিলে ।

মোমাই তামুলী বৰবৰুৱা কলীয়াবৰত থাকোঁতে কছাৰীৰ ইন্দ্ৰনাৰায়ণ ৰজাই উমা দলৈকে কাশীনাথকে পঠাই পত্ৰ সন্দেশ দি বৰবৰুৱাৰ নাম গুচাই "নামজালি ৰজা" বুলি নাম লিখি, দুই কটকীক পঠালো পাছে দুই কটকী আহিলত তুলি পত্ৰ শুনি স্বৰ্গদেৱলৈ জনাই পঠালে. বোলে মই স্বৰ্গদেৱৰ বন্দীক যে ৰজা হেন বুলি আহিছে, এখান বিধাৰণ পত্ৰত কিয় লেখিব ? এইৰূপে দায় ধৰিবলৈ মনকৈ স্বৰ্গদেৱলৈ জনাই পঠালে । স্বৰ্গদেৱে শুনি বোলে মোৰ বৰবৰুৱাক যে ৰজাহেন বুলিয়ে মানিছে, মোৰ যশস্যাক ডাংগৰকৈ বঢ়াইহে আহিছে, ইয়াত একো দোষ নাই । এই বুলি দুই কটকীক ৰোজবাজ দিবলৈ দিলে । সিদিনাৰ পৰাহে বৰবৰুৱাক "নামজালি ৰজা" নাম বোলে, "ৰজা এঘৰ, বৰবৰুৱা এঘৰ" বুলি কয় ।

কছাৰীৰ দুই কটকীয়েও পূৰ্বৰ ধাৰণে সন্দেশ সহিতে আহি, অনুক্ৰমে ডাংগৰীয়া সকলৰ ঠাইত স্বৰ্গদেৱৰ ঠাইতো সেৱা কৰি প্ৰীতিৰ কাৰণে কহিলে । স্বৰ্গদেৱে বোলে হৰ্মেশ্বৰে প্ৰীতিৰ কাৰণ কহি পঠাব পায়, যাতো আমাৰ পূৰ্বাপৰৰ থাপিত-সক্তিত । আমিও সেইকাৰণে সৌহাৰ্দ প্ৰীতিতে ৰহিছোঁ ।তুমিহে সৌহাৰ্দ প্ৰীতি গোট ছেদ কৰিয়া এখন পুনৰ্বাৰ ধৰ্মপথক স্মৰি তুমি যে আগমন কৈ পঠাইছা, এমনে ৰহিলে, কিসক তোমাৰ প্ৰীতিগোট চলিব ? এইৰূপে পত্ৰ লেখি আমাৰ শীতলীয়াল মাধৱ কন্দলিক লগত দি উজান দলৈ উমামে কাশীনাথকে বিদায় দিলে । কটকীহঁতে গৈ কছাৰী ৰজাত কলত, থাপিত সক্তিত বুলিবৰ শুনি কছাৰী ৰজাই বোলে ভাল, যিসকলক কন্যা দি থাপিছে সক্তিছে সেই সকলকহে থাপিত সক্তিত বুলিব পায় । আমাকো যে থাপিত সক্তিত বুলিছে, স্বৰ্গদেৱে পূৰ্বাপৰৰ কথাক সুমৰি কন্যা দি থাপিবাক মনেহে বুলিছে, স্বৰ্গদেৱৰ বচন কেনে অন্যথা হব ? ভাল আমাকো, কন্যা দি থাপক । এমনে পত্ৰত লেখি পূৰ্বধাৰণে পত্ৰ সন্দেশ সহিতে কাশীনাথকে উজান দলৈকে লগত দি আমাৰ মাধৱ কন্দলি শীতলীয়ালক বিদায় দি পঠালে । সিহঁতো আহি স্বৰ্গদেৱৰ ঠাইতো

তিনিজনা ডাংৰীয়াৰ ঠাইতো পত্ৰ সন্দেশ সহিতে কন্যাৰ কাৰণ কহিলে। স্বৰ্গদেৱে বোলে ভাল, মই কন্যা দিম, ৰজাৰ ভাইবেটা পঠাই নিব পাৰেইঁতে। এই বুলি পত্ৰ সন্দেশ সহিতে আমাৰ দুই কটকীক লগত দি কছাৰী কটকীক বিদায় দিলে। কটকীইঁত কছাৰী ৰজাৰ ঠাই পালত গৈ, এখেত বুঢ়াৰজা স্বৰ্গদেও স্বৰ্গী হ'ল।

(৬)

পাছে কছাৰী ৰজায়ো স্বৰ্গদেৱ স্বৰ্গী হবৰ শুনি পূৰ্বধাৰণে পত্ৰ সন্দেশ দি, ফুল ছাব (ছাপ) গুচাই সিংহ ছাব দি, আমাক দুই কটকীৰ লগত মজিন্দাৰকে চেটীয়া দলৈকে পঠাই দিলে। সিইঁতো আহি ভগাৰজাৰ* ঠাই পালেহি। পাছে স্বৰ্গদেৱে পত্ৰত সিংহ ছাব দিবৰ দেখি, খংগৈকে ৰৰপাত্ৰক কলে, বোলে কছাৰী কটকীক দাই ধৰি খেদি পঠাওক।

স্বৰ্গদেৱৰ আজ্ঞাৰে লাকু বৰ পাত্ৰে বোলে, "ঐ মজিন্দাৰ! চেটীয়া দলৈ! পূৰ্বাপৰে তইঁতৰ পত্ৰত ফুল-ছাব হে, এতিয়া কেতে সিংহ ছাব দিয়? ফুল ছাব হে দিব পায়, এখন সিংহ ছাব দিয়া পত্ৰ কিসক আনিছ? এই বুলি দাই ধৰি স্বৰ্গদেৱৰ আগতে কাকত ফালি গতিয়াই খেদিলে। তাৰে পৰা কছাৰীৰে কতোকাল অপ্ৰীতিয়ে থাকিল।

তাত পাছে ভগাৰজা শলগুৰিত আলি বন্ধালে আৰু...... ভণ্ডাৰী চেটীয়াৰ ফৈদৰ পেটকামুৰীয়াৰ জীয়েক লোকৰ ঘৰত পৰিছিল, তেৱে ককায়েকৰ লৰা এটি তুলিছিল সেয়ে সৈতে আনি ৰজাই বিৰামবাৰীত থৈ বিয়া কৰাই বৰকুঁৱৰী পাতিলে; পুতেকটিকো মেৰাই ললে। পাছে কত দিন থাকি ১৫৬৫ শকৰ শাওণৰ ১৩ দিন যাওঁতে শনিবাৰে ৰাত্ৰি সেই তোলনীয়া পুতেকটি মৰিল। পাছে আই কুঁৱৰীয়ে ৰজাৰ ভায়েকৰ পুতেক লাপলুপ্ গোহাঁইক বাদ দিলে, বোলে মোৰ লৰাক বিষ খুৱাই মাৰিলে। এই বুলি ৰজাত কলে। পাছে ৰজায়ো ভায়েকক বোলে, তোৰ পোৱেৰে হে মোৰ পোক মাৰিলে, তাকো মই মাৰো উলিয়াই দে। এই বুলি দাই ধৰি ভায়েকৰ মানুহ দুনুহ কাঢ়ি ললে। লিগিৰা, চাংমাই, পানীতোলা, কুকুৰাচোৱা যাক লাগে তাকে লৰাৰ লগত মাৰি দিবৰ নিমিত্তে হাতীশালৰ গঁড়ালত থলে নি। ৰজায়ো সেই কুঁৱৰীৰ কথাক লৈ ডা-ডাংগৰীয়া, বৰাবুকুকৰ সকলোৰে লৰা একোটাকৈ সেই লৰাৰ লগত দিবলৈ খুজিলে। সকলোৰে গা নসৰে। সকলোৱে আলচি নৰীয়া ৰজাৰে* কথা হৈ ভগাৰজাক জখলা ওভোটাই ধৰিলে গৈ। ১৫৬৬ শকৰ ভাদ্ৰৰ ২৩ দিন যাওঁতে শনিবাৰে প্ৰভাততে ভগাৰজাক ভাংগি নৰীয়া ৰজা হ'ল। ভগাৰজাৰো পূৰ্বফাল্গুনী নক্ষত্ৰত সিংহত গ্ৰহণ হল, পাছদিনা ভাগিল। সেই সময়ৰ পৰাহে ৰজাৰো আৰোৱানত গিলিপ হ'ল। পাছে ভগা ৰজাকো বোজবাজ দি পৰ্বতত ৰখীয়া দি থলে নি। ছমাহৰ পাছে ফাগুনৰ ১৮ দিন যাওঁতে

* ভগাৰজা– এওঁক আহোম মতে চুৰম্‌ফা বোলে। বুদ্ধিস্বৰ্গনাৰায়ণ বা বুঢ়াৰজাৰ পাছত এওঁ ৰজা হয়।
* নৰীয়া ৰজা– (বা চুত্যিংফা) এওঁ ভগাৰজাৰ ভায়েক লাপলুপ গোহাঁইৰ বাপেক।

দেওবাৰে মাৰিলে।

নবীয়া ৰজাই কত দিন থাকি লাকু বৰপাত্ৰৰ জীয়েকক বৰকুঁৱৰী পাতিলে, বৰপৰ্বতৰ পৰা মৈদাম নেদেখাকৈ পিংগলাগড়ত লগাই আংগৰা খাটৰ পৰা গড় বন্ধালে, বাঁহো বোৱালে। তেওঁৰে পুতেক বৰজনা গোহাঁই লাপলুপে বাপেক ৰজা দেখি আপুনি স্বয়ংগালিকৈ মানুহ লগত লৈ ফুৰে, লাকু বৰপাত্ৰৰে কথা হয়। এই কথা সৰিয়হ বুঢ়াগোহাঁইৰে কথা হৈ তেওঁৰ ভনীয়েক কুকুৰে খোৱা গোহাঁইৰ মাকে ৰজাত লগাই বোলে, তোমাৰ বৰ পুতেৰে লাকু বৰ পাত্ৰেৰে কথা হৈ ৰাজ্যকে মেৰাই ললে, তোমাকো ধৰেহে। ৰজাই এই কথা শুনি প্ৰমাণকৈ চাই, লোকজন সৰহকৈ ফুৰিবৰ প্ৰমাণ পাই, বৰপাত্ৰৰো লগত লোকজন সৰহকৈ ফুৰে হেন শুনি, প্ৰমাণ পাই, পাছে এই কথা মনত লই লাপলুপ গোহাঁইক সাজ খাবলৈ বুলি মাতি ভিতৰ সোমাই ধৰি ভোগবাৰীত মাৰিলে নি, ১৫৬৬ শকৰ আষোণৰ ১৭ দিন যাওঁতে দেওবাৰে। লাকু বৰপাত্ৰকো মাৰিলে, লাকু বৰপাত্ৰৰ ভনীয়েককো বৰকুঁৱৰী ভাংগিলে। দিহীংগীয়া বৰগোহাঁইৰ ভনীয়েক কুকুৰে খোৱা গোহাঁইৰ মাকক বৰকুঁৱৰী পাতিলে। পাছে কুকুৰে খোৱা গোহাঁইৰ মাকে ৰজাত লগাই খহুৱা গোহাঁইক* হেমনবাৰীত থৈছিল, তেওঁকে এদিন ভাত খুৱাবলৈ মাতিলে, ভাত খুৱাওঁতে ফকামৰ আঁৰৰ পৰা শেলমাৰি পঠালে, খহুৱা গোহাঁইৰ গাত নপৰিল। পাচে ৰজাই দেখি মনত অসন্তোষ কৰি হেমন বাৰীৰ পৰা উলিয়াই ভোগবাৰীত থলে নি।

ইয়াৰ পাছত নবীয়া ৰজাদেৱে চুংগী মাৰিবলৈ দিলিহীয়াল শুকুলা হুদু বুঢ়া গোহাঁই, দিহিংগীয়া বৰগোহাঁই, কেন্দুগুৰীয়া বৰপাত্ৰকে এই তিনিকো পঠাই দিলে সিবোৰে দিত্ৰংগেদি গৈ মাঘনোৱাত ৰলগৈ, বুঢ়া কোঁৱৰে পিকচাই চেটীয়াই বকজে দি গৈ চুংগীৰ ঘৰ দুৱাৰ পুৰি ধান আলু কচু কাটি ওলাই আহিল। ডাংগৰীয়াবোৰেও আগুৱাই চৰ্কীয়াই ৰূপৰাই হাজৰিকাক গড় বান্ধিবলৈ বাঁহ কাটি আনিবলৈ যাব দিলে। বাঁহ আনোতে সেই লগতে চুংগীয়েও বাঁহৰ কণা (বেন্ধা) পেলাই ৰূপৰাই হাজৰিকা প্ৰমুখ্যে একুৰিমান মানুহ মাৰিলে। আৰু চুংগী গোটাদিয়েক যাই কুৰঁৰীয়ে পঠাইছে বুলি গোহাঁইবোৰৰ গালৈ আহিল। গোহাঁইবোৰেও সিইতক কাপোৰ একজোৰ দিলে। পাছে চুংগীয়ে গড়ৰ বাজ হৈ বোলে গোহাঁইবোৰৰ যি কাপোৰ একোজোৰ আনিলো তাকে যেতকি কৰ নোৱাৰিলে, আমাক কেনেকৈ মাৰিব! সিবোৰ উলটি যাওঁক, এই বুলি চুংগী পলাই গ'ল।

তাত পাছে গোহাঁইবোৰ মাঘনোৱাৰপৰা বান্দৰদেৱাত ৰহিলগৈ। তাৰপৰা চুংগীক যাই জিজ্ঞাস কৰিবলৈ যাওঁতে, চুংগীয়ে আসামৰ ৰতাহগিলা প্ৰমুখ্যে একুৰিমান মানুহ কাটিলে, হাইচৰাতো পাঁচশমান লোক কাটিলে। পাছে দিহিংগীয়া বৰগোহাঁইয়ে দিলিহীয়াল বুঢ়াগোহাঁইৰ আগত বোলে, চুংগীয়ে ডালৰ বান্দৰ তাক আমি ধৰিবলৈ পাওঁনে কি? আমি ওলাই যাওঁ। যদি জগৰ-তন্তৰ লাগে মই গা কৰিলোঁ। মোৰ ভনী বৰকুঁৱৰী ইমান কথাকে

* এওঁৰ নাম চুতাম্লা হিন্দুমতে জয়ধ্বজ সিংহ নাম লৈছিল।

ৰাখিব নোৱাৰিবনে কি ? এই বুলি হোহঁকি আহিল । পাছে মহাৰাজাই গোহাঁইবোৰক দাই ধৰিলত দিহিংগীয়াল বুঢ়াগোহাঁয়ে বৰপাত্ৰয়ে যে আহিল অকলে মই ৰহিব পাৰোনে কি ? এই বুলি বুঢ়াগোহাঁইকে বৰপাত্ৰকে এই দুইকো ভংগালে । তাৰ পাছত পূৰ্ণ চলিহা ঢেকেৰী চাংগত স্বয়ম্ভু ৰজা হৈছিল, পাছে ডফলাৰ হাতে কথা হৈ মহাৰাজাই তাক কটালে । সেই বেলা মেছাঘৰীয়া বৰগোহাঁইকে হাতীমুৰীয়া ফুকনকে পূৰ্ণবাৰ চুংগী মাৰিবলৈ পাচিলে । বৰগোহাঁই উজাই গৈ আঠিয়াবাৰী ভিতৰত ৰহিলগৈ । হাতীমুৰীয়া ফুকনো খোৱা মুখেদি বাট কাটি গৈ আঠিয়াবাৰীত ৰহিল গৈ ; চুংগীৰ ঘৰ-দুৱাৰ কাটি, ধান কাটি যি পালে মানুহ-গৰু ধৰি লৈ ওলাই আহিল । বৰগোহাঁয়ে পৰ্বতৰ দাতিয়েদি চুংগীৰ ঘৰ কাটি পুৰি মানুহ-গৰু ধৰি পশ্চিমক যাওঁতে, তৰাৰ সান্ধিত জুপি থাকি চুংগীয়ে বৰগোহাঁইক কাঁৰ একাঠি লগালে । পাছে তাতে দিনাদহেক থাকি ৰংগতী বিৰেধীয়া সোলেংগী এই চুংগীৰ গাওঁ মাৰি কাটি ঘৰ পুৰি যি পালে মানুহ গৰু ধৰিবলৈ খাৱেয়ে দি লুইতলৈ ওলাই আহিল । পাছৰ বছৰ পুনৰ্বাৰ ধান কটিলেগৈ । চুংগী যি আছিল, খাবলৈ নাপাই সবে আহি বৰিলহি ।

কতো দিন অন্তৰে কছাৰীৰ বীৰদৰ্প নাৰায়ণ যাই, কলীয়াবৰেদি পঠালে, মজিন্দাৰক, পাত্ৰমন্ত্ৰীবোৰেও সমালোচনা কৰি মৰংগীয়েদি পঠালে ফুৰাদলৈক, দুয়ো আহি দুঠাইৰ চকি পালেহি । চকীয়ালহঁতে বোলে তহঁত কি কি কাৰণে আহিছ ? মৰংগীয়েদি অহাটো বোলে প্ৰীতিৰ কাৰণে মন্ত্ৰীবোৰে পঠাইছে, কলীয়াবৰেদি অহাটে দোলে প্ৰীতিৰ কাৰণে ৰজা পঠাইছে । এই কথা দুয়ো ঠাইৰ চকীয়ালে বৰচেটীয়াতে বৰবৰুৱাতে জনালেহি, দুয়ো জনাই ৰজাই জনালে । মন্ত্ৰীবোৰৰ কথাত কৰি ৰজাৰ কথাহে ডাংগৰ আকে চাই বৰ চেটীয়াই ফুৰা দলৈকে আনি তুলি ৰোজ-বাজ দি ৰাখি থব দিলে, বৰবৰুৱাক মজিন্দাৰক আনি পত্ৰ সন্দেশ সহিতে ভাল মানুহ এটা লগত দি পূৰ্ব বিধাৰণে আহিবলৈ বিদায় দিব দিলে । মহাৰাজাৰ আজ্ঞাই বৰবৰুৱাই আনি মজিন্দাৰক তুলি, সন্দেশ পত্ৰ সহিতে শুকতিশুংগাক লগত দি মজিন্দাৰক লগত দি পঠালে । বৰচেটীয়াই ফুৰাদলৈকে আনি তুলি ৰোজবাজ দি ৰাখি থলে ।

তাত পাছে কছাৰী ৰজালৈ পত্ৰত এইখান লিখি বোলে, "তোমাৰ আমাৰ প্ৰতিগোট চলি গৈছে । এইক্ষণে আমি সেই প্ৰীতিতে ৰহিছোঁ । তুমি যে উকিল অনাদৰ কৰি পঠাইলাহেন যে লিখিছা, থাপিত সন্ধিতৰ ব্যৱহাৰ আগত কৰি বিপৰীত কৰি পত্ৰত দিছা যেখন তুমিহে প্ৰীতিচ্ছেদ কৰিছা এখন ধৰ্ম পথক স্মৰি পূৰ্ব নিৰ্বন্ধে ব্যৱহাৰ ৰহিলে, কিসক প্ৰীতি গোট নচলিব ?" এজনে পত্ৰত লিখি পত্ৰ সন্দেশ সহিতে শীতলীয়াল, নাৰায়ণক লগত দি মজিন্দাৰকে ফুৰাদলৈকে বিদায় দিলে । আমাৰ দুই কটকীক বোলে, মৰংগীত যি আছে, সিহঁতকো লগত লৈ কছাৰী ৰজাত জোগাই দিবিনি । আমাৰ দুই কটকী গৈ ৰবিদৰ্পনাৰায়ণ ৰজাৰ ঠাইত পত্ৰ সন্দেশ দি প্ৰীতিৰ কাৰণ কহিলে । পাছে পত্ৰত 'থাপিত সন্ধিত' বুলিবৰ শুনি আমাৰ দুই কটকীক দাই ধৰি কছাৰী ৰজা বোলে, "আমাক তোৰ ৰজাই কাহানি

থাপিছে সাঙ্কিছে, থাপিত যে বোলে ?" পাছে আমাৰ দুই কটকীয়ে বোলে "ৰাজাসকলৰ অভিপ্ৰায় ৰজাসকলে জানে, ৰজাৰ বিশ্বাস আমি কেমনে জানিম ? আমাৰ মুখৰ বচন নহয়, পত্ৰৰ বচন, অন্যথা কেমনে লিখিব ? মহাৰাজা পাত্ৰ মন্ত্ৰী সহিতে বিচাৰ কৰি চাওক।" পাছে কছাৰী ৰজা পাত্ৰমন্ত্ৰী সহিতে সমালোচনা কৰি বোলে,– "পূৰ্বে সেই সকলক কন্যাদি থাপিছে, সেই সকলকহে থাপিত-সাঙ্কিত বুলিব পায়। যেমনে অজাত পুত্ৰৰ নামকৰণ নঘটে তেমনে কন্যা দি নৌ থাপোঁতেই 'থাপিত-সাঙ্কিত' কেমনে ঘটিব ? এখন প্ৰীতিক স্মৰি কন্যা দি খপিবাক মনেহে 'থাপিত-সাঙ্কিত' বুলি লিখিছা– ভাল, আপোনাৰ বচন ৰক্ষা কৰি কন্যা দি থাপোক।" এইখান পত্ৰত লিখি, পত্ৰ সন্দেশ সহিতে মজিন্দাৰকে ডেবেৰাদলৈকে লগত দি আমাৰ দুই কটকীক বিদায় দিলে। দুই কটকী আহি ডাংগৰীয়া সকলৰ ঠাইত,– মহাৰাজাৰ ঠাইত, সেৱা কৰি, পত্ৰসন্দেশ দি পূৰ্বাপৰ ধাৰণে প্ৰীতিৰ কাৰণ কহি, কন্যাৰ কাৰণ কহিলে।

কন্যাৰ কাৰণ শুনি মহাৰাজা ডাংগৰীয়া সকলত সুধিলে, বোলে, কন্যা দিয়া বচনখন বুলিবলৈ কোনখান বোলাইক ? ডাংগৰীয়াসকলে বোলে, পূৰ্বে কন্যাদি অসন্তোষ পোৱা গৈছে, নিওতেও অনাদৰ কৰিহে নিলে, আকে চাই আশা দি থবলৈহে ভাল, নিশ্চয় কৰি দিবলৈ ভাল নহয়। হেনজানি স্বৰ্গদেৱৰ মনে বা কোনখান বোলে ? মহাৰাজা বোলে, কন্যা দি কছাৰীৰে আমাৰ কি মতে (কোনো মতে) ছলছন্দৈকে হাট পাতিম, তাত তাৰ আমাৰ মানুহে বেচা-কিনা কৰি থাকিব- চল বিচলো চাব, চল চাই, একে ৰাতিয়ে গাঁৱো মাৰি আনিম, তেহে মোৰ কোষৰ শাল গুচে। এইখান নিশ্চয় কৰি কন্যা দিম হেন বুলি পত্ৰ লিখি পুনৰ্বাৰ শীতলীয়াল কটকী ৰাম কটকীক পত্ৰসন্দেশ সহিতে লগত দি কছাৰীৰ দুই কটকীক বিদায় দিলে। মহাৰাজাদেৱে এখন হাটো পাতিলে।

পাছে আমাৰ দুয়ো কটকী গৈ ৰবি দৰ্পনাৰায়ণ ৰজাৰ ঠাইত লিখা পত্ৰ দি প্ৰীতিৰ কাৰণ কহি কন্যাৰ কাৰণ কহিলে। পাছে ৰবিদৰ্পনাৰায়ণ ৰজায়ো পুনৰ্বাৰ দুই কটকীক তুলি, প্ৰীতি পূৰ্বক কন্যাৰ কাৰণ কহি মজিন্দাৰৰে মাধৱ কন্দলিৰে হাতত পত্ৰসন্দেশ দি আমাৰ দুই কটকীক বিদায় দিলে। আমাৰ দুই কটকীয়ে সহিতে মজিন্দাৰে মাধৱ কন্দলিয়ে আহি বৰবৰুৱাৰ ঠইত উঠি, পত্ৰসন্দেশ দি, প্ৰীতিপূৰ্বকে কন্যাৰ কাৰণ কহিলে। সেইবেলা পোৱালি পাচনীৰ আই কুঁৱৰীত খাটনি আছিল, সেইকাৰণে লোকক পৰাভৱ কৰা হেন দেখি, আই কুঁৱৰীয়ে পোৱালিকে বন্দী কৰি থৈছিল। পাছে বন্দীৰপৰা এৰালত, সেয়ে ৰজাত গোচৰ দিলে, বোলে আই কুঁৱৰীয়ে ৰূপাই গৰিয়াত কৈ, বৰগোহাঁইলৈ কৈ গ'ল বোলে ভাগিনীয়েকক ৰজা পাতোক এই কথা শুনি ৰূপাই গৰিয়াক কাটিলে। পাছে আই কুৱৰীয়ে বোলে, তোমাৰে মোৰে ভেদ লগাই কোনোবাই মিছায়ে কয়। এই বুলি কলত, আই কুঁৱৰীত থাকি, পোৱালি পাচনীক খিয়েয়ে কাটিব দিলে।

অপৰঞ্চ নৰীয়া ৰজাৰ দিনত কুকুৰে খোৱা গোহাঁয়ে লোকক পৰাভৱ কৰি ফুৰিছিল। গৰ্ভৱতী স্ত্ৰীক দেখিলে ধৰি আনি কুকুৰৰ হতুৱাই গৰ্ভ ফালি লৰা চাইছিল, আনো স্ত্ৰীসকলক

ধৰি আনি জাতি ভ্ৰষ্ট কৰাইছিল, দন্তুৱা মানুহ দেখিলে তাৰে দন্ত গুচায়, আৰু লোকৰ তিৰোতা কাঢ়ি আনি তাক দিয়ায়। ফুকনহঁতৰ দোলাত কুকুৰ তুলি, পহু মাৰিবলৈ যায়, ফুকনবোৰ সাজ খাবলৈ যাওঁতে, চৰাইলৈ বুলি, ফুকনবোৰৰ গালে বাটলুগুটি মাৰে। এই বোৰকে সহিব নোৱাৰি, সকলোৱে সমালোচনা কৰি, খহুৱা গোহাঁইক ৰজা পাতিবলৈ মনে যুগুতি কৰিলে। সক বুঢ়া বৰগোহাঁই, শুকুলা হুদু বুঢ়াগোহাঁই বুঢ়া গোহাঁইপৰীয়া হাতী পোৱালি ঘৰফলীয়া বৰুৱা, নাকজাই দুলীয়া বৰুৱা দীঘলা ঘোৰা চোৱা, সোণমোৱা বেজ এইসকলে খহুৱা গোহাঁইক আনি, ৰবাবুৰুক সহিতে গোহাঁইক চ'ৰাত বহুৱাই থৈ, নৰীয়া ৰজাৰ জখলা ওভোটাই থৈ, খহুৱা গোহাঁইক ৰজা পাতিলে। বাপেক ৰজাক নি ৰণচেখামত বোজ-বাজ দি থলে নি। খহুৱা গোহাঁইৰ মাক ৰণচেখামত গৈ অহাযোৱা কৰি থাকোতে, নৰীয়া ৰজাই বোলে পুতেৰে যদি দিনাচাৰেক ৰাজ খাব, পুৰণি খুটা গুচাই ন খুটা লগাব, এইখান বুলিলে। পাচে ১৫৭০ শক আঘোণৰ ১৫ দিন যাওঁতে বৃহস্পতিবাৰে ভাতৰ লগত বিহ খুৱাই নৰীয়া ৰজাক মাৰিলে। তাত পাছে কুকুৰে খোৱা গোহাঁইৰ মাক বৰকুঁৱীক বিচাৰি ৰাজলৈ উলিয়াই আনিব দিলে। পাছে উলিয়াই আনি, মাক পুতেক দুইকো বৰহাটত মাৰি মাকৰ বুকুত পুতেকক দি পুতি থলে। কুকুৰে-খোৱা গোহাঁইৰ মোমায়েক সৰিয়হ বুঢ়াগোহাঁইকো, চেলেংগ বেজকো, এই দুইকো বৰহাটত মাৰিলে। খহুৱা গোহাঁয়েও ৰজা হই চুতামলা, হিন্দুমতে জয়ধ্বজ সিংহ নাম ললে।

(৭)

জয়ধ্বজ সিংহ ৰজাৰ মুদ্ৰাৰ সংখ্যা কম গতিকে ইতিপূৰ্বে নৰীয়া ৰজাদেৰে পতা হাটৰ বেচা-কিনাৰ কাম সুচলৰূপে নচলিবৰ হেন দেখি, সিংহ পংক্তিৰে আঠচুকীয়াকৈ বহু পৰিমাণে ৰূপৰ মোহৰ মাৰিলে। আমাৰ দেশত সেই সময়ৰ পৰাহে সামাইন লোকৰ ভিতৰতো ৰূপৰ মোহৰ চলিল।

তাত পাছে সেইবেলা বৰবৰুৱাই মহাৰাজালৈ জনাই পঠালে, বোলে কছাৰীৰ কটকীও আহি আছে, তাকে বা কোনখান বোলা যাব ? পাছে মহাৰাজাই ডাংগৰীয়া বোৰেৰে আলচ কৰি বোলে, শ্ৰীহত পত্ৰ কিয় চাম ? এই বুলি কছাৰী কটকীক হাতীশালত তুলিবলৈ বৰবৰুৱালৈ কৈ পঠালে– বোলে কছাৰী কটকীক তুলি তাৰ ঘোৰাঁকে সন্দেশকে এটা কটকীকে এখেতে ৰাখি থৈ আমাৰ কটকী লগত দি, বৰবৰুৱাই প্ৰীতিৰ কাৰণ শুনি কছাৰী কটকীক বিদায় দিওক, মোৰ নামে পত্ৰ আনকগৈ। প্ৰীতিপূৰ্বকে পত্ৰ আহিলে, প্ৰীতি সকল চলিব। পাছে বৰবৰুৱায়ো কছাৰী কটকীক হাতীশালত তুলি পত্ৰ সহিতে মাধৱ কন্দলিক ৰাখি, শীতলীয়ালকে ৰামকে লগত দি মজিন্দাৰক বিদায় দিলে।

পাছে দুয়ো কটকী গৈ ৰবিদৰ্পনাৰায়ণ ৰজাৰ ঠাইত পত্ৰ সন্দেশ সহিতে উঠিল গৈ। ৰবিদৰ্পনাৰায়ণে পুনৰ্বাৰ কটকীৰ আগত এইখান বুলি বিদায় দিলে, বোলে মহাৰাজাৰ পিতৃয়ে যিখান বুলিছে, পুত্ৰে তাক ৰাখিবাক লাগে। আমি এইখানহে কহিছোঁ, আন কিছু কোৱা নাই। অমাৰ দুই কটকীও মজিন্দাৰ সহিতে আহি পত্ৰ লৈ স্বৰ্গ মহাৰাজাৰ ঠাই পালেহি। পাছে মহাৰাজায়ো কছাৰী কটকীক পূৰ্বধাৰণে তুলি, কুশলাকুশলি সুধি বোলে তোৰ হৰ্মেশ্বৰে পত্ৰত যি লিখিছিলে শুনিলো, মুখে কি কৈছে বোল। পাছে মজিন্দাৰে বোলে, মহাৰাজাৰ পিতৃয়ে কন্যা দিম বুলিছিল, মহাৰাজায়ো পিতৃ বচন ৰাখি এখন কন্যা দিবাক লাগে। মহাৰাজাই বোলে, পিতৃ বচনক ৰাখি কিন্তু মই যিখান বোলোঁ তোৰ ৰজা সেইখান কৰিব পাৰিবনে কি? মজিন্দাৰে বোলে, হৰ্মেশ্বৰে যদি কৰিব নোৱাৰিব, তবে মহাৰাজালৈ কিয় কৈ পঠাব? পাছে মহাৰাজাই বোলে, সুদা মানুহৰ কন্যাও দৰা আহিলেহে দিয়ে, এতেকে মই দৰা আহিলেহে কন্যা দিব পাৰোঁ। যদি হৰ্মেশ্বৰে আহিব নোৱাৰে, তেওঁৰ ভাই বেটাকে পঠাব, তেহে কন্যা দিব পাৰোঁ। মজিন্দাৰে বোলে, ভাইৰ যি কথা কলে, ভাই নাই, বেটা সৰু, কেমনে পঠাব? বৰা বুৰুক আহি নিবহি পাৰে। পাছে আমাৰ দুই কটকীয়ে বোলে, মজিন্দাৰে যি বুলিছে বোলক, স্বৰ্গ মহাৰাজাই যি খান বুলিব হৰ্মেশ্বৰে কিয় নাৰাখিব? নিশ্চয় ৰাখিব।

এই কথা শুনি মহাৰাজাই ভাই বেটাৰ কাৰণে কহি ৰবিদৰ্পনাৰায়ণ ৰজাৰ ঠাইলৈ সন্দেশ সহিতে এক পত্ৰ দি মজিন্দাৰ চেটীয়া দলৈ সহিতে আমাৰ দুই কটকীক পুনৰ্বাৰ পঠাই দিলে। হৰ্মেশ্বৰৰ ঠাইৰ পুনৰ পত্ৰ সন্দেশ লৈ মজিন্দাৰ চেটীয়া দলৈ আহি বৰবৰুৱাৰ ঠাই পাই সেৱা কৰি পত্ৰ সন্দেশ দি ভাই ভেটা নাহিবৰ কাৰণ কহিলেহি। বৰবৰুৱায়ো স্বৰ্গ মহাৰাজাৰ ঠাইলৈ জনাই পঠালে। পাছে মহাৰাজায়ো তুলিবলৈ সমালোচনা কৰি বোলে, মেলত সুদা মানুহে মাতিবলৈ ভাল নহয়, বৰবৰুৱাই মাতিলেহে গহীনত পৰে। এই বুলি মহাৰাজাই টুংচু সন্দিকৈ বৰবৰুৱাক মাতিবলৈ বুলিলে। পাছে টুংচু বৰবৰুৱাই বোলে, মজিন্দাৰ! চেটীয়া দলৈ! তহত যেখন আহ, তোৰ হৰ্মেশ্বৰ কুশলে আছে? কটকীয়ে বোলে আমি যেখন আহোঁ, হৰ্মেশ্বৰ কুশলে আছে। পাচে বৰবৰুৱাই পত্ৰ চাই হৰ্মেশ্বৰে ভাই বেটা নপঠাবৰ কাৰণ পঢ়িলে। পত্ৰত লিখিছে বোলে, ভাই নাই কি পঠাম? বেটা সৰু, কি কৈ যাব? বৰা বুৰুকেহে আনিব পাৰৈগে। পাছে বৰবৰুৱাই বোলে, হৰ্মেশ্বৰে যদি ভাই ভেটা দুইৰো এটা যদি পঠালেহেঁতেন তেবে কামনা সিদ্ধি হলহেঁতেন,– নপঠালে যে, এখন কামনা সিদ্ধি কেমনে হব? আৰু তই যে বৰা বুৰুক আহি নিবহি পাৰে বুলি কৈ গৈছ, এতিয়া যে বৰা বুৰুক নাহিল? এতেকে তইঁত যেই বাটে আহিছ সেই বাটে যা। এই বুলি বৰবৰুৱাই কছাৰী কটকীৰ মুখ মাৰি, নিধি কটকীক লগত দি বিদায় দিলে, বচনেও এইখান বুলিলে, বোলে সাতগাৱঁৰ পৰে তইঁতক বিদায় দিলোঁ, পূৰ্বধাৰণে লিখা পত্ৰ আনি অহায়োৱাকৈ থাকিবি। আহিলে গোহাঁইবোৰকো স্বৰ্গ মহাৰাজাকো সেৱা কৰি থকিব পাৰিবি, প্ৰীতিও

হ'ব। কটকীবোৰে গৈ ৰবিদৰ্প নাৰায়ণৰ ঠাইত এই কথা কৈ পত্ৰ সন্দেশ দিলেগৈ। ৰবিদৰ্পনাৰায়ণেও পুনৰ্বাৰ প্ৰীতিৰ কথা কহি কটকীৰ হাতে পত্ৰ সন্দেশ দি আমাৰ নিধি কটকীক বিদায় দিলে। কছাৰী কটকীও আহি বৰবৰুৱাৰ ঠাইত উঠি পত্ৰ সন্দেশ দি প্ৰীতিৰ কাৰণ কহিলে,– বৰবৰুৱাই মহাৰাজাৰ ঠাইক আনিলে। পাছে মহাৰাজাৰ ঠাইতো সেৱা কৰি পত্ৰ সন্দেশ দি প্ৰীতিৰ কাৰণ কহিলে। মহাৰাজায়ো ডাংগৰীয়াবোৰেৰে সমালোচনা কৰি পুনৰ্বাৰ নিধিক গুচাই ৰামলস্কৰৰ হাতত প্ৰীতিৰ কাৰণ লিখি পত্ৰ সন্দেশ দি কছাৰী কটকীক বিদায় দি পঠালে।

পূৰ্বে মোমাই তামুলী বৰবৰুৱাই আলিয়াৰ খাঁ সহিতে যি প্ৰীতি গোট কৰিলে, সেই প্ৰীতি গোট চৈয়দ হুচেন নৱাব,– চৈয়দ ফৌতুফ, নৱাব মিৰ্জা এইসকলৰ দিনত সেই প্ৰীতিয়ে আছিল। এনেতে চাহজাহান পাসো মৰাত, তাৰে চাৰি বেটাৰে শেহত আৰংগজিউ পাসো হুই ৰহিল। সেইবেলা বংগালৰ ভিতৰত আউল দেখি, প্ৰাণনাৰায়ণে বোলে উত্তমৰ বেটা দুৰ্লভ নাৰায়ণ 'নৱাবৰ নফৰ' হুই কেমনে গল ? এই বুলি গুৱাহাটা* লৈবাক ভৱনাথ কাজিক পঠালে। ভৱনাথ কাজিকে বৰ দেৱলীয়া বোলে। দুৰ্লভ নাৰায়ণে পাসোৰ হুই বৰদেৱলীৰ লগত যুদ্ধ কৰিছিলে। পাছে যুদ্ধক নাপাৰি দৰংগলৈ পলাই সোমালহি। এই কথা গুৱাহাটীত নৱাব নাথুল্লাই শুনি, তাৰে বেটা হাৰোণক ভৱনাথ কাজিৰে যুদ্ধ কৰিবাক প্ৰতি পঠালে। পাছে হাৰোণে বাপৰ দাঁতিত ৰহি, ভৱনাথ কাজিৰে যুদ্ধ কৰি, ভংগ হুই পুনৰ্বাৰ গুৱাহাটীকে আহিল। সেইবেলা টংচু বৰবৰুৱাই আমাৰ মানুহে অহাযোৱা কৰিবলৈ কলংগত দলংগখান বান্ধিলে, দুৰ্লভ নাৰায়ণেও ফুকনবোৰৰ ঠাইলৈ আহিব খুজিলে। ফুকনবোৰে শুনি নাও-নাৱৰা কিছু তিয়াৰ কৰিলে।

এই কথা নৱাব নাথুল্লাই শুনি বোলে, ইদিকিও ভৱনাথ কাজি আহিছে, অসমেও নাও-নাৱৰা তিয়াৰ কৰি দলংগ বান্ধিব লাগিছে। আমাক ধৰিবলৈহে যেন মন কৰিছে লাগে। এই ভয়তে গুৱাহাটা এৰি নাথুল্লা পলাল। পাছে টংচু বৰবৰুৱাই পাণ্ডু শৰাইঘাটলৈ গৈ ঘোঁৰা পালে ১৪০, "কামায়ণ হিলৈ" পালে ২০, "টুবুকি হিলৈ" পালে ৩০০। পাসোৰ ভণ্ডাৰত যি আছিল তাকো আমাৰ মানুহে লুটি আনিলে। এই কথা ১৫৮০ শকৰ ফাগুন মাহত।

তাত পাছে চেংগধৰা বৰবৰুৱা হল। বৰুৱা ফুকন সমন্বিতে কলীয়া গোহাঁইৰ পুতেক, লানমাখুৰ পুতেক, পোলোংগা কোঁৱৰ প্ৰমুখ্যে লোকজন লগত দি জবকাৰ পোনে লাক্‌মা নগাক মাৰিবলৈ পাঞ্চিলে। সিবোৰো গৈ জবকাত থানা দি ৰহিলগৈ। পাছে নগাক ধৰিবলৈ যাওঁতে, নগাই বাট ভেটি বিস্তৰ মানুহ কাটিলে, ৰহিব নোৱাৰি বৰুৱাবোৰ হোহঁকি আহিল। এই কথা মহাৰাজা শুনি বৰুৱাবোৰক খংগ কৰি তিৰোৰ পোনে বুৰা ঘোৰা কোঁৱৰক পঠালে, নামচাংগৰ ফালে পঠালে গৰ্গয়া ৰজাৰ শহুৰক। মহাৰাজাও গৈ নামচাংগত

* পূৰ্বে 'গুৱাহাটীক' গুৱাহাটাহে বুলিছিল।

ৰৈ আছিল, ৰজাৰ শহুৰো ৰহিলগৈ পাণবাৰীত, ঘোঁৰা কোঁৱৰ তাওকাকত ৰলগৈ। পাচে দুয়ো একথান হৈ আলচি নগাৰ ঘৰ পুৰি, ধান, আলু, কচলু কাটি উলটি আহি থানে থানে ৰহিলগৈ। নগায়ো খাৱলৈ নাপাই নাগিনী কুঁৱৰী এটি দি ৰহিলহি ; বৰবৰুৱাবোৰে ওলাই আহিল।

ৰজাশহুৰ বৰফুকন পিক্‌চাই চেটীয়া গল পাণ্ডু শৰাইঘাটলৈ, চোঁচাত গড় বান্ধি ৰহিলগৈ টংচু সন্দিকৈ আৰু লাপেতি ফুকন। পাছে ভৱনাথ কাৰ্জি আহি হাজোত ৰহিল। সেই বেলা প্ৰাণনাৰায়ণ চক্ৰপাণি খাৰধৰাকে পাসোগুৱাকে আমাৰ মহাৰাজাৰ ঠাইলৈ পঠাই এই বুলি কোৱালে, বোলে উত্তৰ কুলে মহাৰাজা লৈয়োক,— দক্ষিণ কুলে মই লওঁ ; উত্তৰ কুলে তোমাৰ লোকে আমাৰ লোকে হাতীচলাত এক্কে ঠাই হৈ থাকিলে, বংগালে কি কৰিব পাৰে ? এই কথা মহাৰাজা শুনিলে। পূৰ্বে ই কথা নকৰিলে, এতিয়া ঢেকেৰীয়ে সিজা শাকত কিয় লোণ দিব খোজে ? এই বুলি মহাৰাজাই বেহেৰুৱা লোকক আহিব নেদি বৰুৱাবোৰক ফিৰাই পঠাব দিলে। পাছে ভৱনাথ কাজিৰ লোকে আমাৰ লোকে কিছু যুদ্ধ যত্ন কৰিলে, আমাৰ তালৰ ভোবোলা বৰুৱা পৰিল। বৰ দেৱলীয়াও ভাগি চম্পাগুৰিত চন্দ্ৰনাৰায়ণকে শ্ৰীৰাম কোঁৱৰকে থৈ, বেহাৰলৈ গ'ল।

সেইবেলা মহাৰাজাই আমাৰ মানুহক দাই ধৰিলে, বোলে বংগাল যে ভাগিল, তাক খেদি নধৰিলে কিয় ? আৰু বংগালৰ বস্তুজাত মইহে পাব লাগে, সিহঁতে কিয় ললে ? এই বুলি দুৱৰাৰ পুতেক সদাই ডেকা, কৌপটীয়া এইসকলক টেকেলাই আনি ৰজাহাটত লোৱা লগাই থলে, আৰু চতুৰ্ভূজ কটকীকে একাদশকে দাই ধৰিলে বোলে বংগালৰ লগত যে আহিছিলি, আগে জানি ফুকনবোৰলৈ নকলি কিয় ? আৰু বংগালক দক্ষিণ কুলক পাৰ কৰালি কিয় ? এই বুলি এই দুইৰ চক্ষু কাঢ়িলে। পাছে লাপেতি ফুকন, আন আন বৰুৱা ফুকন সহিতে টংচু সন্দিকৈ গৈ বিজয়পুৰ কোঠ ললেগৈ। তামুলী দলৈৰ পুতেকো নাৱে গৈ সোণকোষ চাৰাই বগলিমৰীয়াৰ পৰা পুনৰ্বাৰ বিজয়পুৰকে আহিল।

# কছাৰী ভাতৃসকল আৰু কাছাৰ জিলা

আমাৰ দেশৰ অতীত বুৰঞ্জী, অধিক কি, সমগ্ৰ ভাৰতৰ বুৰঞ্জীও অন্ধকাৰতহে। প্ৰাক্ আহোম যুগৰ অসম বুৰঞ্জী পুৰণি কলীয়া কিম্বদন্তিৰ মুখাপেক্ষী অৰ্থাৎ সেই কালৰ সঠিক বুৰঞ্জী পাবলৈ নাই। আহোমবিলাক ১৩শ শতিকাৰ প্ৰাৰম্ভতে এই দেশলৈ আহে আৰু তেতিয়াৰ পৰাই আমাৰ দেশত ধাৰাবাহিকৰূপে বুৰঞ্জী লিখাৰ প্ৰচলন হয়। আহোম বুৰঞ্জীৰ পৰা জনা যায় যে আহোমৰ পূৰ্ববৰ্তী কালত এই দেশত দুটা প্ৰধান ৰাজশক্তি আছিল, এটা কছাৰী ৰাজবংশ আৰু আনটো চুটীয়া ৰাজবংশ। সেই কালত বাৰভূঞাবিলাকেও কেইখনমান ভূখণ্ড শাসন কৰিছিল, কিন্তু সিবিলাক চুটীয়া আৰু কছাৰী ৰজাৰ শাৰীৰ ৰাজবংশ নাছিল। বাৰভূঞাবিলাক, প্ৰকৃতপক্ষে কবলৈ গলে, ৰাজপুতনাৰ 'জাইগিৰদাৰ' বিলাকৰ নিচিনাহে আছিল। আহোমবিলাক অহাত, অসমত তিনিটা প্ৰধান ৰাজশক্তি হ'ল। সেই তিনি ৰাজশক্তিৰ ভিতৰত কছাৰী বিলাকো এক প্ৰধান ৰাজশক্তি। সিবিলাক অসম দেশ, বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদিবাসী আছিল। কছাৰীবিলাক দ্বিতীয় পাণ্ডৱ ভীমৰ বংশ বুলি জনাযায়। কছাৰী ৰাজকুমাৰী হিড়িম্বাক (যাৰ নাম অনুসৰি কছাৰী ৰাজ্যৰ ৰাজধানীৰ নাম 'হিড়িম্বাপুৰ' বা 'হিড়িম্বা নগৰ' বুলি ঘোষিত হৈছিল) ভীমে বিয়া কৰায় আৰু তেওঁৰ ঔৰসত ঘটোৎকচৰ জন্ম হয়। ঘটোৎকচ্ৰ নামৰ অপভ্ৰংশ 'কচ্'ৰ পৰাই 'কছাৰী' নামৰ উৎপত্তি হৈছে বুলি অনুমান কৰে। আৰু 'কছাৰী' নামৰ পৰাই বৰ্তমানৰ 'কাছাৰ জিলা'ৰো যে নামকৰণ হৈছে তাক বোধকৰো কোনেও নুই কৰিব নোৱাৰে। কছাৰীবিলাক বড়োবংশী মানুহ, কোনো কোনোৱে 'মেছ' বুলিও কয়। আহোমবিলাকে সিবিলাকক 'তিমিছা' বুলিছিল, কিন্তু সাধাৰণতে সিবিলাক সকলোৰে ওচৰত আজিও 'কছাৰী' নামেই জনাজাত।

ওপৰত কৈ আহিছোঁ যে প্ৰাক-আহোম যুগত অসম দেশৰ কোনো লিখিত বুৰঞ্জী নাছিল; কছাৰী বিলাকৰো তেনেকুৱা কোনো বুৰঞ্জী নাছিল। আহোমবিলাক যেতিয়া ১৩শ শতিকাত সৌমাৰ খণ্ডত সোমাই ৰাজ্যবিস্তাৰ কৰেহি তেতিয়া উজনি আৰু মাজ অসমৰ গোটেই দক্ষিণাংশ দিখৌ নৈৰ পূৰ্বাংশৰ পৰা ধনশিৰী উপত্যকা আৰু কলং নৈ পাৰ হৈও কিছু দূৰলৈকে, আৰু বৰ্তমানৰ কাছাৰ জিলাৰ গোটেই উত্তৰাংশ কছাৰীৰ ৰাজ্য আছিল। ইয়াৰ ভিতৰত ধনশিৰীৰ উপত্যকাতে সিবিলাকৰ প্ৰভুত্ব অতি প্ৰবল আছিল। আহোমবিলাকেৰে সৈতে সিবিলাকৰ সম্পৰ্ক নলগালৈকে, সিবিলাকৰ অতীত বুৰঞ্জীৰ কথা যে একোৱেই কব নোৱাৰি, অধিক কি, কছাৰী ৰজাসকলৰ নাম বিলাকো কিম্বদন্তিমূলকহে। সি যি কি নহওক সিবিলাকৰ ৰাজত্ব কিভাবে ধ্বংস পালে, আজিৰ প্ৰবন্ধত আমি তাৰ উল্লেখ কৰিবলৈ ইচ্ছা নকৰোঁ, কাৰণ, আৱশ্যক বুজি, সেই সম্বন্ধে আমাৰ বেলেগে এটা প্ৰবন্ধ লিখিবলৈ অভিলাষ আছে। আজিৰ প্ৰবন্ধত মুঠতে কছাৰী জাতিনো অতীতত কেনে পৰাক্ৰমী জাতি আছিল আৰু বৰ্তমাননো

সিবিলাকৰ কেনে অধঃপতন হৈছে, আৰু কিহৰ দ্বাৰানো সেইসকলে সিবিলাকৰ পূৰ্ব গৌৰৱ পুনৰ ঘূৰাব পাৰিব, এনেকুৱা বিলাক বিষয়ে মাথোন যথাসম্ভৱ আলোচনা কৰিবলৈ চেষ্টা কৰা যাব।

সংস্কৃত গ্ৰন্থাদিত কছাৰীবিলাকক 'কচ' আৰু 'কুবাচ' বোলে। পূৰ্বত উনুকিয়াই অহা হৈছে, 'কচ' আখ্যা ভীমৰ সন্তান ঘটোৎকচৰ পৰা ওলাইছে। এই কছাৰী বিলাকৰ (অন্ততঃ উজনি অসমত) যিবিলাকে গোসাঁই-মহন্তত শৰণ লয়, সিবিলাকক 'কোঁচ' বোলে, বা, অন্ততঃ কোঁচ জাতিৰ লগত ঠাই পাই প্ৰায় কলিতাৰ শাৰীলৈ যায়, আৰু সি সকলে অনা বা ছোৱা পানী ব্ৰাহ্মণাদি সজকুলীয়া সকলে গ্ৰহণ কৰে। নামনি অসমত কিন্তু 'কোচ' জাতি নাম মাথোন, সেই বংশৰ সম্ভ্ৰান্ত লোকসকলে "ৰাজবংশী" বুলি চিনাকি দিয়ে। উজনি অসমৰ কোঁচবিলাকৰ আঁতিগুৰি বিচাৰি নিলে, দেখা গৈছে, কছাৰী জাতিতে পৰৈগৈ, যদিওবা সময়ৰ সোঁতত গুৰু-গোসাঁইৰ শৰণীয়া হৈ, সিবিলাক জাতি এটা বেলেগ জাতিত পৰিণত হৈছেগৈ। কিন্তু এইটো স্বীকাৰ কৰিবই লাগিব যে 'কছাৰী' আৰু 'কোঁচ'ৰ আঁতিগুৰি একেই। অৱশ্যে কোঁচজাতি কছাৰী জাতিতকৈ আজি অনেক উন্নত, তাক কোনেও নুই কৰিব নোৱাৰে। আমি উজনি অসমত আজিকালিও দেখিবলৈ পাওঁ যে উন্নতিশীল আৰু সদাচাৰী কছাৰীবিলাকক গোসাঁই-মহন্তসকলে শৰণ-ভজন আদি দি, 'কোঁচ' জাতিলৈ তুলি লয় আৰু অনেকক আহোমৰ ভিতৰতো ঠাই দিয়ে। তেনে বংশৰ লগত অনেক আহোম পৰিৱাৰৰ বিবাহাদি আদান-প্ৰদানো চলিছে। কোচবিহাৰ ৰজাৰ বংশ, যদিওবা বৰ্তমানত আমাৰ দুৰ্ভাগ্যগুণে কোচ বিহাৰ বঙ্গদেশৰ অন্তৰ্ভুক্ত আৰু কোচবিহাৰৰ ৰাজবংশই নিজক বঙ্গালী বুলি পৰিচয় দিয়ে, তথাপি সিবিলাক কিন্তু খাঁটি অসমীয়া আৰু কোচবিহাৰো প্ৰাচীন কামৰূপৰ এটা অংশ মাথোন। কোঁচ ৰাজবংশৰ সৰ্বপ্ৰথম ৰজা বিশ্বসিংহও কছাৰীবংশসম্ভূত, তেওঁৰ পুত্ৰ মহাৰাজ নৰনাৰায়ণ আৰু জগদ্বিখ্যাত চিলাৰায় প্ৰাচীন অসমীয়া সাহিত্যৰ সৰ্বপ্ৰধান পৃষ্ঠপোষক আৰু অসমৰ সৰ্বপ্ৰধান দেৱালয় কামাখ্যাৰ প্ৰতিষ্ঠাপক আছিল। বৰ্ত্তমান সিবিলাকৰ সতি-সন্ততিবিলাক সাধাৰণ কছাৰী বিলাকতকৈ উন্নতিশীল আৰু সদাচাৰী, সেইকাৰণে সিবিলাক কছাৰী জাতিৰ পৰা বেলেগ যেন হৈ পৰিছে। অসমৰ সৰ্বপ্ৰধান ধৰ্মপ্ৰচাৰক শঙ্কৰদেৱ আৰু দামোদৰদেৱৰ মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায় প্ৰধান পৃষ্ঠপোষক আছিল। সিবিলাকৰ দিনত অসমীয়া সাহিত্যই যি উন্নতি কৰিলে, তাক কৈ অন্ত কৰিব নোৱাৰি। মুঠতে কবলৈ গ'লে অসমীয়া সাহিত্য, অসমীয়া ভাষা আৰু সদৌ অসমীয়া সমাজ সিবিলাকৰ ওচৰত চিৰ কৃতজ্ঞ। বৰ্তমান সিবিলাকে নিজে কোঁচ বুলিয়েই চিনাকি দিয়ক, বা কছাৰীৰ পৰা এটা পৃথক জাতি বুলিয়েই পৰিচিত হওক, সিবিলাক কিন্তু পূৰ্বত কছাৰী বংশৰেই পদ্মফুল আৰু বৰ্তমান কছাৰী জাতিও সেই বংশৰেই বংশধৰ, তাক কোনেও নুই কৰিব নোৱাৰে।

কছাৰী জাতি অসমৰ এটা প্ৰধান জাতি আৰু অসমীয়া সমাজৰ শৰীৰৰ অঙ্গ স্বৰূপ। আজি যদি আমি কছাৰী জাতিক অসমীয়া সমাজৰপৰা বাদ দিওঁ, তেনেহলে ডাঠি কব পাৰি

যে অসমীয়া জাতিৰ অস্তিত্ব একো নাথাকে। আমি প্ৰথমতে দেখিবলৈ পাওঁ যে অতীজতে (প্ৰাক্-আহোম যুগত) অসমত কছাৰী, চুটীয়া আৰু বৰাহী এই তিনি জাতিৰ মানুহে বসতি কৰিছিল। তাৰ পাছত আহোমবিলাক আহি সিবিলাকৰ সৈতে মিহলি হৈ 'প্ৰথম অসমীয়া জাতি' গঠন কৰে। অন্যান্য জাতিবিলাক প্ৰায়েই পাছৰ আমদানী। তাৰ উপৰিও আৰু দেখিবলৈ পাওঁ যে আহোম বিলাকতকৈ (যি জাতিয়ে কছাৰী, চুটীয়া আৰু বৰাহী আদিক নিজৰ বশলৈ আনি ন্যূনাধিক সাতশ বছৰ ৰাজত্ব কৰে।) কছাৰী জাতি আনত নহলেও, অন্ততঃ শাৰীৰিক বিক্ৰমত অনেক পৰিমাণে উন্নত আছিল। আহোমৰ সৰ্বপ্ৰথম ৰজা চুকাফা সৌমাৰত সোমাওঁতে কছাৰীবিলাক তেতিয়া পাইমালীৰ কোষত ঘৰ সাজি আছিল, তেতিয়া "আহোমৰ মানুহক এদিন কুছিয়া খোঁছা দেখি, কছাৰীয়ে বোলে মাটিৰ তলত তইঁতে কিঁকে কুছিয়া খোঁছ, হেৰ দেখ কিঁকে ? আহোমৰ মানুহে বোলে মাটিৰ তলত কুছিয়াকে খোঁছা ডাঙ্গৰ দেখিলি, তোৰ পেটৰ নাড়িকো দেখিছো, তাকো খুঁছিব পাৰো। এনে কথা শুনি কছাৰী ডৰিল। সেইবেলা বান্‌ফেক্ চৰায়ে 'টোক্‌টোক্' বুলি মাতিছিল। তাকে শুনি কছাৰীয়ে বোলে দেও জন্তুৰেও যেতিয়া কৈছে, আমাক সচাঁকৈয়ে মাৰিব। এই কথা সিহঁতে সিহঁতৰ ৰজাক কলে। ৰজায়ো ভয় পাই দিখৌকুলত ৰলগৈ।"

এই কথাৰ পৰা কছাৰী জাতিৰ অৱশ্যে অলপ নহয় অলপ মানসিক দুৰ্বলতাৰ প্ৰমাণ পোৱা যায়, কিন্তু আহোমৰ দ্বিতীয় ৰজা চতেউফাৰ ৰাজত্ব কালত যেতিয়া কছাৰীবিলাকক উজনি অসমৰ পৰা আঁতৰি যাবলৈ কোৱা হয়, তেতিয়া "কছাৰীয়ে বোলে ই অতি অদ্ভুত কথা। আমি আজিলৈকে ইয়াত তিনি পুৰুষ আছোঁ, তেওঁ আমি ইয়াৰ অধিকাৰ নহলো, ইয়াৰ প্ৰমাণ কি ? আহোমে বোলে ৰাতি নৌপুৱাওঁতেই যদি ইয়াৰ পৰা খাল খানি, তিনি বেও দ কৰি দিখৌত পেলাব পাৰ, তেহে তহঁতৰ ৰাজ জানো। পিছে কছাৰীয়ে বোলে আজিয়ে পেলাম, তহতে চাই থাক। ৰাতি পুৱালে তইঁতৰ ৰাজ, ৰাতিৰ ভিতৰ হলে আমাৰ ৰাজ। এইবুলি কছাৰীবোৰে গধূলিৰে পৰা খাল খানি নৈৰ কাষ পালেহি, হাবিৰ কাৰণে একো নিৰ্ণয় কৰিব নোৱাৰি, কিছু পাক লাগি গল, দুশ বেও থাকোতে ৰাতি মাজ নিশা হ'ল।"

ইয়াৰ পৰা দেখা যায় যে সিবিলাকৰ যথেষ্ট শাৰীৰিক শক্তি আছিল, গতিকে খাল খানি প্ৰায় মাজনিশা হওঁতেই অন্ত কৰিব লগা কৰিলে। কিন্তু সাধাৰণতে মানুহৰ বুদ্ধিৰ লগত শাৰীৰিক শক্তিৰ বিশেষ তুলনা নহয়। কছাৰী বিলাকৰ সময়তো সেয়েই ঘটিছিল। আহোমে দেখিলে যে কছাৰীবিলাক অতি শক্তিমন্ত পুৰুষ আৰু সিবিলাকে ৰাতি নৌ পুৱাওঁতেই খাল খানি নৈত পেলাবগৈ। গতিকে আহোমবিলাকে কিছুমান মানুহক লুকাই থাকি ৰাতি নৌ পুৱাওঁতেই, কুকুৰা কিছুমান উজাৰি দিবলৈ কলে। উজাৰি দিয়াত কুকুৰাই ডাক দিবলৈ ধৰিলে।

"কুকুৰাৰ ডাক শুনি কছাৰীবোৰে হাবিৰ কাৰণে ৰাতি পুৱাল নে নুপুৱাল একো নিৰ্ণয় কৰিব নোৱাৰি, খাল খানিবলৈ এৰি দিলে, নৈত পেলোৱা নহল।"

গতিকে পূৰ্বৰ 'বন্দৰন্ত'ৰ মতে কছাৰীবিলাকে উজনি ৰাজ্য হেৰুৱালে আৰু বুদ্ধিৰ বলতেই হ'ক বা যেনেকৈ হ'ক, বিনাযুদ্ধে আহোমে উজনি খণ্ড হস্তগত কৰিলে। ইয়াৰ পৰা এইটো বেছকৈ বুজা যায় যে কছাৰীবিলাক মানসিক বুদ্ধিত নহলেও শাৰীৰিক বলত কিন্তু আহোম জাতিতকৈ অনেক পৰিমাণে শ্ৰেষ্ঠ আছিল। তাৰ উপৰিও অথৰ্বণ বিদ্যাত অৰ্থাৎ জৰা-ফুকা, পানী জাৰি দিয়া ইত্যাদি ঐন্দ্ৰজালিক বিদ্যাত কছাৰী জাতিৰ নিমিত্তেই এই অসম দেশ, (যাক পূৰ্বত কামৰূপ বুলিছিল) পৃথিৱীৰ ভিতৰত বৰ খ্যাতিপ্ৰসিদ্ধ আছিল। অধিক কি, আজিকালিও অসমত পাশ্চাত্য শিক্ষাৰ ইমান প্ৰচলন হোৱা সত্ত্বেও মায়েঙৰ বেজক আমাৰ মানুহে ৰৰ ভক্তিৰ চকুৰে চায়। সম্ভৱতঃ কছাৰীবংশসম্ভূত মায়েঙীয়া বেজবিলাকৰ নিমিত্তেই অসমৰ বাহিৰা অন্য দেশবাসী মানুহবিলাকে অসমলৈ আহিলে ভেৰা কৰি থয় বুলি অসমলৈ আহিবলৈ এসময়ত বৰ ভয় কৰিছিল।

তাৰ উপৰিও আমাৰ বিশেষত্ব থকা কৰ্মবিলাকত (যেনে— শিল্পনিপুণতাত, পকীঘৰ নিৰ্মাণ কৰা আদি কাৰ্যত) কছাৰী বিলাক সিদ্ধহস্ত আছিল। ডিমাপুৰৰ ভগ্নাৱশেষৰ কথা সকলোৰে জনাজাত, সিও কছাৰীবিলাকৰ শিল্পনৈপুণ্যৰ চিন। আহোম ৰজা যেতিয়া কাঠ-বাঁহ-খেৰৰ ঘৰত আছিল, কছাৰী ৰজা তেতিয়া পকা দালানত। কছাৰী জাতিৰ পক্ষে ই কম গৌৰৱৰ কথা নহয়। সিবিলাকৰ পূৰ্বপুৰুষ সকল যে আহোম বিলাকতকৈ অনেক গুণে উন্নত আছিল, তাক আৰু বহলাই নকলেও হয়। সিবিলাকৰ পূৰ্বপুৰুষ (প্ৰকৃততে কবলৈ সিসকলৰ আদি পুৰুষ, যাৰ নাম অনুসৰি সিবিলাক আজি কছাৰী নামে পৰিচিত) কুৰুক্ষেত্ৰ মহাযুদ্ধৰ অন্যতম সাৰথি ঘটোৎকচে পাণ্ডৱৰ পক্ষ লৈ যুদ্ধ কৰি, কৰ্ণহেন মহাৰথীক যুদ্ধত থৰ-কাছুটি হেৰুৱাইছিল, আৰু তত নেপাই কৰ্ণই অৰ্জ্জুনক বধ কৰিবলৈ ৰাখি থোৱা শক্তিশেল নিক্ষেপ কৰিহে ঘটোৎকচৰ পৰা ৰক্ষা পাইছিল। তেওঁ আকাশত থাকি যুদ্ধ কৰিছিল আৰু তেওঁ কেনে আচৰিত ক্ষমতাৰ বীৰ আছিল, তাক প্ৰত্যেক হিন্দু মাত্ৰেই জানে। তেওঁ দ্বিতীয় পাণ্ডৱ ভীমৰ ঔৰসজাত সন্তান আৰু তেওঁৰেই বংশধৰ আমাৰ কছাৰী ভ্ৰাতৃসকল। গতিকে দেখা যায়, কছাৰী জাতি কেতিয়াও নীহ জাতি নহয়। যিসকলে কছাৰীক নীহ বুলি ভাবে, সেইসকলে নিজৰ গাৰ ফালে এবাৰ ভালকৈ চোৱা উচিত। আমাৰ বোধেৰে কছাৰী জাতি অন্যজাতিৰ অন্তৰ্ভুক্ত কেতিয়াও হব নোৱাৰে। সিবিলাক ক্ষেত্ৰজ অৰ্থাৎ ক্ষত্ৰিয় সন্তান— মাত্ৰ ৰীতি-নীতিৰ ব্যতিক্ৰমত দুৰ্দশাগ্ৰস্ত। এই দেশত যেতিয়া অন্তৰ্বিপ্লৱ হয় (যাক সাধাৰণতে 'মোৱামৰীয়া বিদ্ৰোহ' বুলি জানে) তেতিয়া এই কছাৰী জাতিৰ পৰা ৰাজকীয় শক্তিয়ে যথেষ্ট সহায় পাইছিল। আৰু ইয়াৰ পূৰ্বেও মুছলমানৰ আক্ৰমণৰ দিনত কছাৰী জাতিৰ বীৰ পুৰুষ সকলে যি বিক্ৰম দেখুৱাই গৈছে, তাক লিখি অন্ত কৰিব নোৱাৰি। মুঠতে কবলৈ গলে কছাৰী বীৰ পুৰুষসকলৰ সহায় আৰু সহানুভূতি নথকা হ'লে, অন্ততঃ মুছলমানৰ আক্ৰমণ কালত আহোম ৰাজ্য একেবাৰে ধ্বংস পালেহেঁতেন। কছাৰী ভাতৃসকল সেই বীৰ পুৰুষসকল অসমীয়া সমাজ, ভাষা আৰু সাহিত্যৰ প্ৰকৃত প্ৰতিষ্ঠাতা।

উত্থান আৰু পতন সংসাৰৰ নীতি। এই নীতিৰ পৰিৱৰ্তন প্ৰায়েই নহয়। আমাৰ যি তিনিটা ৰাজকীয় জাতিৰ এদিন উত্থান আছিল, সিবিলাকৰ পতন দেখি আমি আচৰিত হব নালাগে। কুৰুক্ষেত্ৰৰ মহাযুদ্ধৰ কুৰুপাণ্ডৱ বংশধৰ সকল আজি ক'ত? 'দিল্লীশ্বৰো বা জগদীশ্বৰো বা' সেই দিল্লীৰ বাদছাৰ বংশধৰ সকলৰ অৱস্থা আজি কি? দূৰৈলে যাবই নালাগে যি চুটীয়া জাতিয়ে অসম দেশৰ উত্তৰভাগ এদিন অখণ্ড প্ৰতাপেৰে শাসন কৰিছিল, সেই চুটীয়া জাতিৰ কি অৱস্থা? আৰু কছাৰী জাতিৰেই বা কি? যি কছাৰী জাতিৰ পূৰ্ব পুৰুষ চিলাৰাইৰ প্ৰতাপত আহোম ৰজাই বৰাহী বিলাকক লগুণ পিন্ধাই বামুণ সাজিবলৈ বাধ্য হৈছিল– যি কছাৰী ৰজা ভীমবল কোঁৱৰে প্ৰথম আহোম - কছাৰীৰ যুদ্ধত আহোম বিলাকক তড়া-নড়া দেখুৱাইছিল, সেইসকলৰ বংশধৰ কছাৰী জাতি আজি কি?– কানীয়া, চেলেপু, ভঙুৱা আৰু মদ্যপায়ী! এই কথা কোৱাত আমাৰ কছাৰী ভাতৃসকলে মনত বেজাৰ পাব পাৰে, কিন্তু সিবিলাকে যেন ভাবি চায়। কিছুদিন হ'ল, কোৱা শুনিছিলো– কটন হিন্দু হোষ্টেলত বোলে সিবিলাকৰ কোনো কোনো ছাত্ৰই অলপ নহয় অলপ অযথা ব্যৱহাৰ পাইছিল আৰু সেই কাৰণে হেনো সিবিলাকে অসমীয়া সমাজ আৰু অসমীয়া মাতৃভাষা এৰি বঙ্গালী সমাজ আৰু বঙ্গভাষালৈ ধাউতি মেলিছিল। এইটো সিবিলাকৰ সমূলি ভুল। সিবিলাকে যদি ভাবে যে কাইলৈ এজন ব্ৰাহ্মণে সিবিলাকৰ ঘৰত চাহ-পানী এটোপা আৰু ৰন্ধা ভাত কেটামান খালেই সামাজিক অৱস্থাত সিবিলাকে কিছু উজাব পাৰিব, তেতিয়া হলে অৱশ্যে আমাৰ কবলৈ একো নহব পাৰে, কিন্তু আমাৰ বোধেৰে হলে, ব্ৰাহ্মণে সিবিলাকৰ ঘৰত খালেই বা সিবিলাকে অনা পানী ব্ৰাহ্মণৰ ভিতৰত 'চলাচল' হলেই, সিবিলাকে বিশেষ উন্নত হলো বুলি ভাবিবৰ কোনো কাৰণ নাই আৰু প্ৰকৃত উন্নত বুলি পৰিগণিত হবও নোৱাৰে।

সিবিলাকৰ ভিতৰত অনেকে আজিকালি কছাৰী বুলি পৰিচয় দিবলৈ অপমানবোধ কৰি, নামৰ পাছত 'ব্ৰহ্ম' শব্দ লিখিবলৈ ধৰিছে। ঠিক সেইদৰে আমাৰ মৎস্যজীৱী ককাইদেউসকলে ডোম বা নদীয়াল নুবুলি নিজক "কৈবৰ্ত" নে "কৈবৰ্ত্ত" বুলি কয়, পাটপলু ব্যৱসায়ী "যুগী" বন্ধুসকলে " " গুচাই "ে-া" লৈছে (অৰ্থাৎ "যুগী" নুবুলি "যোগী" নাম লৈছে) আৰু সুতকুলীয়া বান্ধৱসকলে "বৰীয়া" নাম এৰি "যজ্ঞোত্তৰ ৫ম নে ৮ম" জাতিৰ দাবী কৰি অনেকে 'লগুণ' নে 'উত্তৰী' লৈছে। পৰম ভক্তিভাজন শ্ৰীশ্ৰীযুত গড়মূৰীয়া গোঁসাই প্ৰভু ঈশ্বৰৰ উপদেশমতে আমাৰ আহোম জাতিসকলৰো অনেকে ক্ষত্ৰিয়ত্বৰ দাবী কৰি "উত্তৰী" লবলৈ দিহা কৰিছে আৰু কোনোৱে লৈছেও হ'ব পায়। সি যি কি নহক, আমাৰ মনেৰে হ'লে এইবোৰৰ একো মূল্য নাই, এনে আন্দোলনৰ পৰা "কাৰো একো নাহেও আৰু কাৰো একো নাযায়ো।" আহোমে নিজক "অসম" বুলি পৰিচয় দিলেও আহোম আহোমেই আৰু "খেতেৰী" বুলি কলেও সেই আহোমেই; "উত্তৰী" পিন্ধিলেও আহোম, নিপিন্ধেলেও আহোম। মুঠতে কবলৈ গলে "তুমি যে তিমিৰে, তুমি সে তিমিৰে।" যেই কোনো জাতি বা সম্প্ৰদায়েই হওক, উন্নত বুলি পৰিগণিত হবলৈ হ'লে, নিজ জাতি বা সম্প্ৰদায়ৰ উন্নতিসাধন কৰিব লাগিব; আৰু সেই

উন্নতিসাধন কৰিবৰৈ হ'লে, নিজৰ ভিতৰত শিক্ষা বিস্তাৰৰ নিতান্ত প্ৰয়োজন। গতিকে কছাৰী ভাতৃসকলে নিজৰ লৰালুৰিক শিক্ষিত কৰিবলৈ চেষ্টা কৰিব লাগে। সিবিলাক অভ্যাস বা আচাৰ-ব্যৱহাৰ হিন্দুধৰ্মৰ ওপৰত নিন্দনীয় বা ঘৃণাজনক, সেইবোৰ ত্যাগ কৰি, সদাচাৰী হ'বলৈ চেষ্টা কৰক। আমি ডাঠি কওঁ যে সিসকলৰ তেতিয়া নিশ্চয় এদিন এনে 'সুদিন' আহিব যে হিন্দু সমাজে সিবিলাকক কিবা স্বৰূপে আৰু অযথা ব্যৱহাৰ কৰিছে বুলি কবলৈ সিসকলৰ আৰু কোনো কাৰণ নাথাকিব। আমি দেখিবলৈ পাইছোঁ–

গাৰোৰ গোবিন্দ, মিৰিৰ পোৰাম
যৱণৰ জয়হৰি, চান্দ খাঁ মুছলমান।

সেইসকলৰ সতি-সন্ততিয়েও আজি হিন্দুধৰ্ম প্ৰচাৰক স্বৰূপে পৰিগণিত হৈ এনে সদাচাৰৰ নিমিত্তেই সৰ্বসাধাৰণৰ পৰা, সমাজত যথেষ্ট মান পাইছে। সিবিলাক মিৰি, গাৰো আদিৰ সন্তান হৈও, হিন্দুধৰ্মৰ আচাৰ-ব্যৱহাৰ সম্পূৰ্ণৰূপে অনুকৰণ কৰি, নিজে সদাচাৰী বুলি পৰিগণিত হৈ তেনে শ্ৰদ্ধাৰ ভাজন হব পাৰিছে। কছাৰী ভাতৃসকলেও হিন্দুধৰ্মৰ আচাৰ-ব্যৱহাৰবিলাক সম্পূৰ্ণৰূপে আয়ত্ত্ব কৰি সদাচাৰী হওক, আৰু যি কৰিলে নিজৰ জাতিৰ উন্নতি হয় যেনে মদত্যাগ, কানিত্যাগ, লেখা-পঢ়াৰ উৎকৰ্ষসাধন, এনেবিলাক কাৰ্য কৰিবলৈ অহোপুৰুষাৰ্থ কৰি নিজৰ জাতিৰ, নিজৰ সমাজৰ উন্নতিসাধন কৰিবলৈ চেষ্টা কৰক, দেখিব, তেতিয়া হিন্দু সমাজে সিবিলাকক অতি সাদৰে সামৰি লব। অসমৰ হিন্দু সমাজৰ পৰা বৰ্তমান যিসকলে যি অবিচাৰ পাইছে বুলি ভাবে, তেনে অবিচাৰ যে কেৱল সিবিলাকেই পইছে, তেনে নহয়, ৰাজ্য পতনৰ লগে লগে অসমৰ অন্যান্য ৰাজবংশয়ো তেনে অবিচাৰ যে পোৱা নাই, আমি কিন্তু তেনে কথা কব নোৱাৰোঁ।

পৰিশেষত কওঁ যে কোনো লোকৰ মনত অসন্তোষ দিবলৈ বুলি আমি এই ক্ষুদ্ৰ প্ৰবন্ধ লিখা নাই। যেনেভাৱে বুজিছোঁ সেইভাৱে ইয়াত লিপিৱদ্ধ কৰা হৈছে। অৱশ্যে আমাৰ বুজাতো অনেক ভুল হব পাৰে। সেই ভুল উপযুক্ত কাৰণে সৈতে দেখুৱাই দিলে আমি আমাৰ ভুল শুধৰাই লবলৈ সদাই ইচ্ছুক।

# প্ৰাচীন বিজিত নাৰায়ণৰ ৰাজ্য গোৱালপাৰা

আমাৰ এই জন্মভূমি অসমক পূৰ্বে কামৰূপ বুলিছিল। সেই কামৰূপ পূৰ্বে এক বিশাল দেশ আছিল ; পশ্চিমে কৰতোৱা আৰু পূবে দিক্কৰ বাসিনীলৈকে ই বিস্তৃত আছিল। গোটেই পূৰ্ববঙ্গ আৰু ভোটান ৰাজ্যও এসময়ত কামৰূপৰ অন্তৰ্ভূক্ত আছিল। সৌমাৰ খণ্ডত আহোম ৰজাসকলে ৰাজত্ব কৰোঁতে, কামৰূপ সাধাৰণতে দুভাগত বিভক্ত আছিল বুলি জনা যায়। উজনি খণ্ডক তেতিয়া 'আহোম কামৰূপ' আৰু নামনি খণ্ডক 'কোচ কামৰূপ' বুলিছিল। বৰ্তমানৰ কোচবিহাৰ, যি এতিয়া বঙ্গভূমিৰ অন্তৰ্গত হৈ বিভিন্ন প্ৰদেশৰূপে পৰিচিত হৈছে, তেতিয়া 'কোচ কামৰূপ'ৰএটা প্ৰধান অঙ্গ আছিল। আৰু গোৱালপাৰা জিলা, যাক লৈ আমাৰ ওচৰ-চুবুৰীয়া বঙ্গভ্ৰাতা সকলে আমাৰ লগত সদায় টনা-আঁজোৰা কৰি আছে আৰু এতিয়া শ্ৰীহট্ট বঙ্গদেশলৈ গলে যি গোৱালপাৰা জিলাও বঙ্গদেশৰ অন্তৰ্ভূক্ত হ'ব লাগিব বুলি প্ৰমোদ বাবুৱে আমাক ভয় খুৱাইছে, সেই গোৱালপাৰাও এই কোচবিহাৰৰে এটা অংশ আছিল।

উজনি খণ্ডত তেতিয়া আহোমৰ বুদ্ধি স্বৰ্গনাৰায়ণ মহাৰাজাই ৰাজত্ব কৰে। কোচবিহাৰৰ বিখ্যাত মহাৰজা নৰনাৰায়ণে তেওঁৰ পুতেক লক্ষ্মীনাৰায়ণ আৰু ভায়েক চিলাৰাইৰ পুতেক ৰঘুদেৱ, এই দুইৰ মাজত তেওঁৰ ৰাজ্য ভাগ কৰি দিয়ে। সোণকোষ নৈৰ পূবৰ পৰা দিক্‌ৰাইলৈকে ৰঘুদেৱক দিলে, আৰু সোণকোষৰ পশ্চিমৰ পৰা কোচবিহাৰৰ সীমালৈকে লক্ষ্মীনাৰায়ণক দিলে। ৰঘুদেৱৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক তেওঁৰ ৰাজ্যত ৰজা হৈ ঘিলাবিজয়পুৰত্ নগৰ কৰে। সেই সময়ত নৰনাৰায়ণ ৰজাৰ পুতেক লক্ষ্মীনাৰায়ণ কোচবিহাৰৰ ৰজা হৈ আছিল। কিছুদিনৰ পাছত বিশেষ কিবা কাৰণত, লক্ষ্মীনাৰায়ণৰে আৰু ৰঘুদেৱৰ পুতেক পৰীক্ষিতৰে দুয়োৰো বিৰোধ হ'ল। আহোম ৰজাৰ লগত পৰীক্ষিতৰ সম্ভাৱ আছিল, সেই কাৰণে লক্ষ্মীনাৰায়ণে পৰীক্ষিতক বলে নোৱাৰি দিল্লীলৈ গল। তাত তেওঁ বাদছালৈ আপোনাৰ জীয়েকক দি এই বুলি কলেগৈ "পৰীক্ষিতৰ পৰা মই আপোনাৰ ৰাজ্য ৰক্ষা কৰিব নোৱাৰোঁ। যদি পাসোৰ কৃপা হয়, তেবেসে আমাৰ ৰাজ্য ৰক্ষা পৰে।" তেতিয়া দিল্লীত আক্‌বৰ বাদছাৰ পুতেক জাহাঙ্গীৰ বাদছাই দিল্লীৰ সিংহাসনৰ অধিকাৰী হৈ আছিল। লক্ষ্মীনাৰায়ণৰ কথাত প্ৰীত হৈ জাহাঙ্গীৰ বাদছাই লগত কিছুমান সৈন্য সেনা দি মকৰংখা নবাবক তেওঁৰ লগত দি পৰীক্ষিতৰ লগত যুঁজিবলৈ পঠালে। মকৰং খাঁ নবাবে আহি পৰীক্ষিতৰ সেনাৰ লগত ধুবুৰীত এখন ডাঙৰ যুদ্ধ কৰে। এই যুদ্ধত পৰীক্ষিত নাৰায়ণ তিষ্ঠিব নোৱাৰি আহোম ৰজালৈ সহায় খুজি পঠালে ; কিন্তু কিবা কাৰণত আহোমৰ বুদ্ধি স্বৰ্গনাৰায়ণ ৰজাই সহায় নপঠাই পৰীক্ষিতলৈ এই বুলি কৈ পঠালে "যদি তেওঁ যুদ্ধক নোৱাৰে, মোৰ ঠাইক আহক, মই ৰাখিম, দুয়ো মিলি বঙ্গালক ধৰিম।" পাছে এই কথা নেমানি পৰীক্ষিত নাৰায়ণে কলে "মই কেঁচা কাম নকৰোঁ, পকা কামহে কৰিম। মই বাদছাৰ ঠাইলৈ যাম, তেহে মোৰ শত্ৰুক উচ্ছেদ কৰিব পাৰিম।" এই বুলি পৰীক্ষিত নাৰায়ণে মকৰং

খাঁৰে সৈতে সন্ধি কৰিবলৈ ইচ্ছা কৰিলে।

মকৰং খাঁই ৫০০০ পাঁচ হাজাৰ ঘোঁৰা দি জাহিৰ্বেগক কামৰূপত থৈ পৰীক্ষিত নাৰায়ণক লগত লৈ দিল্লীলৈ গ'লগৈ। দিল্লীত পৰীক্ষিতৰ সকলো কথা শুনি জাহাঙ্গীৰ বাদছাই পৰীক্ষিতক লক্ষ্মীনাৰায়ণৰ ভৰিত ধৰি ক্ষমা প্ৰাৰ্থনা কৰিবলৈ উপদেশ দিলে। পৰীক্ষিত সেই কথাত অমান্তি হৈ বাদছাক এই বুলি জনালে– "বাদছাৰ আজ্ঞামত সিজনো (অৰ্থাৎ লক্ষ্মীনাৰায়ণো) ছত্ৰধাৰী ৰজা, ময়ো ছত্ৰধাৰী ৰজা, কেমনে পাও পাকুৰিম ? বাদছা যে সমুদ্ৰ, সমুদ্ৰত শাৰ্দূল (?) মৎস্য, কচ্ছপ অনেক থাকে, তাৰ আজ্ঞায় বৃষ্টিক নলভে। যি সিংহ হব, শৃগালৰ আজ্ঞায় হস্তীক নামাবে।" পৰীক্ষিত নাৰায়ণৰ এই কথা শুনি বাদছাই অতি সন্তোষ পালে, কিন্তু তেওঁ একো সিদ্ধান্ত নকৰি মনে মনে থাকিল। পাছে এনেতে লক্ষ্মীনাৰায়ণক বিদায় দি আপোনাৰ ৰাজ্যলৈ পঠায় দিলে। তাকে দেখি পৰীক্ষিত নাৰায়ণেও চাৰি লাখ টকা আৰু আপোনাৰ চাৰি পুতেকক বাদছাৰ পৰিষদ কৰি দি থৈ, দেশলৈ বিদায় হ'ল। কোনো কোনোৱে কয় যে পৰীক্ষিত নাৰায়ণ ৰজা নিচেই অজলা আছিল আৰু তেওঁৰ গাত সংখ্যাৰ একো বুজ নাছিল। বাদছাই তেওঁক বছৰি কিমান কৰ দিব পাৰিব বুলি সোধাত, তেওঁ হেনো কুৰি কোটি টকা দিব পাৰিম বুলি গাত লৈছিল। বাদছাই হেনো তেওঁৰ কথাত মান্তি হৈ তেওঁক নিৰ্ভয় দি লগত কিছুমান মুছলমান সৈন্য দি, পৰীক্ষিত নাৰায়ণক দেশলৈ বিদায় দি পঠাইছিল। পাছে আহোঁতে বাটত নৰীয়া পৰি প্ৰয়াগত তেওঁৰ মৃত্যু হ'ল। কোনো কোনোৱে কয় তেওঁ বোলে সেই বাৰ ঘূৰি আহি নিজৰ ৰাজ্য পাইছিল। নিজৰ দেশ পাই মন্ত্ৰীৰ আগত কুৰি কোটি টকা কৰৰ কথা কোৱাত মন্ত্ৰীয়ে যেতিয়া তেওঁক তাৰ সংখ্যা ভালকৈ বুজায় দিলে, তেতিয়াহে তেওঁৰ মূৰত স্বৰগ ভাগি পৰাৰ নিচিনা হৈছিল। তেওঁ বছৰি ইমান টকাৰ কৰ বাদছাক শোধাব নোৱাৰিব বুলি ভাবি চাই সেই কথা পুনৰ বাদছাক জনাবলৈ যাওঁতেহে বাটতে তেওঁৰ পাটনাত মৃত্যু হৈছিল। সি যিকি নহওক পৰীক্ষিত নাৰায়ণ ৰজা দিল্লীলৈ যাওঁতে বা দিল্লীৰ পৰা নিজ ৰাজ্যলৈ ঘূৰি আহোঁতে বাটত প্ৰয়াগতেই হওক বা পাটনাতেই হওক তেওঁৰ যে মৃত্যু ঘটিছিল, তাত কোনো সন্দেহ নাই। বাদছাই পৰীক্ষিত নাৰায়ণৰ মৃত্যু সংবাদ জানিবলৈ পাই মকৰং খাঁক কিছুমান সৈন্য দি ঘিলবিজয়পুৰ আক্ৰমণ কৰিবলৈ পঠাই দিলে। পাছে মকৰং খাঁ আহোঁতে বাটত পহু চিকাৰ কৰিবলৈ যাওঁতে লুইতত নাও বুৰি বগৰীবাৰীৰ ওচৰত মৃত্যু হ'ল। এই কথা বাদছাই জানিবলৈ পাই, মকৰং খাঁৰ 'বাইছ্ ওমৰাও' সহিতে চৈয়দ বাবাকৰক পৰীক্ষিতৰ ৰাজ্য আক্ৰমণ কৰিবলৈ পঠালে। বাবাকৰে হাজোত থানা দিলেহি। সেই সময়ত পৰীক্ষিত নাৰায়ণৰ ভায়েক বলীনাৰায়ণ আহোমৰ বুঢ়া ৰজা স্বৰ্গদেৱৰ শৰণাপন্ন হলহি। বুঢ়া ৰজাই তেওঁক "নিৰ্ভয় দি, কন্যা গ্ৰাম, দাস-দাসী, হাতী, ঘোঁৰা, ৰাজযোগ্য অলঙ্কাৰ আৰু অনেক বস্তুজাত দি, মোৰ বুলি তেওঁক ধৰ্মনাৰায়ণ নাম দি দৰঙ্গৰ ৰাজা পাতি, ৰক্ষা কৰিলে।" ইফালে পৰীক্ষিতৰ ৰাজ্যত ৰজা নোহোৱাত মুছলমান সৈন্যই দেশ জয় কৰিবলৈ একেৰিও টান নেপালে। সেই সময়ত পৰীক্ষিতনাৰায়ণ ৰজাৰ পুতেক বিজিতনাৰায়ণ নিচেই কম বয়সীয়া

আছিল ; গতিকে নাবালক ৰজাক ডাবি দি মুছলমানে পৰীক্ষিতৰ ৰাজ্য অধিকাৰ কৰি ললে ।

ইতিপূৰ্বে উনুকিয়াবলৈ নহ'ল যে পৰীক্ষিতনাৰায়ণ ৰজাৰ প্ৰয়াগত মৃত্যু হোৱাৰ পাছত, তেওঁৰ মন্ত্ৰীয়ে কুৰি কোটি টকা কৰৰ সম্পৰ্কে মীমাংসা কৰিবলৈ বুলি বাদছাৰ ওচৰলৈ আহিল । জাহাঙ্গীৰ বাদছাই তেওঁক কিছুদিন দিল্লীতে ৰাখি, তাৰ পাছত তেওঁক 'চনদ' দি তেওঁৰ পক্ষীয় 'কানুন'গু কৰি, পূৰ্বে পৰীক্ষিত ৰজাৰ লগত কৰা কৰ দিব লগা নিয়ম ৰহিত কৰি, সেই ৰাজ্য পৰীক্ষিতৰ পুতেক বিজিতনাৰায়ণ আৰু পৰীক্ষিতৰ ভায়েক বলীনাৰায়ণৰ মাজত বিভাগ কৰি দিবলৈ পঠাই দিলে । বাদছাৰ আদেশমতে মন্ত্ৰীয়ে আহি মানাহৰ পৰা সোণকোষলৈকে পৰীক্ষিতৰ পুতেক বিজিতনাৰায়ণক দি মানাহৰ পৰা উজাই বাকীডোখৰ পৰীক্ষিতৰ ভায়েক বলীনাৰায়ণক দিলে । মানাহৰ পৰা সোণকোষলৈকে এই খণ্ড যদিও বিজিতনাৰায়ণক দিয়া হৈছিল, মন্ত্ৰীয়ে কিন্তু বাদছাৰ লগত পৰামৰ্শ কৰি বিজিতনাৰায়ণ আৰু তেওঁৰ ৰাজ্যক সেই সময়ৰ বাদছাৰ তলতীয়া কামৰূপত থকা মুছলমান নবাবজনকে সঁপি দিলে । সেই দিনাৰ পৰা আচলতে বিজিতনাৰায়ণৰ ৰাজ্য বা বৰ্তমানৰ গোৱালপাৰা খণ্ডৰ মূল গৰাকী মুছলমানবিলাকহে হৈ পৰিল । গোৱালপাৰা জিলাৰ বৰ্তমান সদৰ ঠাই ধুবুৰীৰ পৰা প্ৰায় ১২ মাইলমান উত্তৰ ফালে গৌলৈ আলমগঞ্জ নামে যি ঠাই আছে, তাত তেতিয়া ৰঙ্গা মাটি নামে এখন নগৰ আছিল, তাৰ ভগ্নাৱশেষৰ চিন এতিয়াও আছে বুলি শুনা যায় । তেতিয়াৰে পৰাই সেই ৰঙ্গামাটিত চিৰকলীয়াকৈ এজন মুছলমানৰ নবাব থাকিবলৈ ধৰিলে, আৰু তেতিয়াৰে পৰাই এইডোখৰ ভাৰতত মুছলমান ৰাজ্যৰ একাংশৰূপে পৰিণত হ'ল ।

পাছত আহোমৰ গদাধৰ সিংহ স্বৰ্গদেৱৰ দিনত (অসমত মুছলমানৰ আক্ৰমণ কালত পূৰ্বে এসময়ত বন্দৰ বৰফুকনে মুছলমানবিলাকক কামৰূপৰ পৰা উলিয়াই খেদিছিল তাৰ প্ৰতিশোধ লবৰ নিমিত্তে) ৰঙ্গামাটিৰ সেই সময়ৰ নবাব মঞ্জুল খাঁই অনেক সৈন্য সামন্ত লগত লৈ অসম দেশ আক্ৰমণ কৰিবলৈ আহে । তেতিয়া গুৱাহাটীত সন্দিকৈ বৰফুকন ৰজাৰ প্ৰতিনিধি স্বৰূপে আছিল । তেওঁ এগৰাকী আহোমৰ ভিতৰত বীৰপুৰুষ আছিল । তেওঁ নিজ পৰাক্ৰমৰ চানেকি দেখুৱাবলৈ মুছলমানৰ সেনা উজাই অহা দেখিও কাণসাৰ মাৰি থাকি মুছলমানৰ "অসম অধিকাৰ কৰা দুৰাকাংক্ষা" সমূলে উঘালিবলৈ বিপুল আয়োজন কৰিবলৈ ধৰিলে । ইটাখুলি নামে ঠাইত অসমীয়া আৰু মুছলমান সেনাৰ যুদ্ধ আয়োজন হ'ল । মঞ্জুল খাঁৰ অলেখ আৰু সুশিক্ষিত সেনা এফালে আনফালে অসম দেশৰ অসমীয়া জাতিৰ অসীম বীৰত্বপূৰ্ণ অসমীয়া যোদ্ধা । অচিৰে তুমুল যুদ্ধ আৰম্ভ হল । সন্দিকৈ বৰফুকনে নিজেও শত্ৰুসেনাৰ আলেখলেখ চাই আছিল আৰু চোৰাংচোৱা পঠিয়াই চোৰাংকৈ মুছলমানবিলাকৰ সৈন্য সামন্ত আদি ৰণবলৰ বিষয়ে অনুসন্ধান কৰি সকলো কথা জানি আছিল । ইয়াৰ আগেয়েও অসমীয়া সেনাই অনেকবাৰ মুছলমানবিলাকৰ দৰ্পচূৰ্ণ কৰিছে । গতিকে সিবিলাকক বিশেষ উদ্গনি দিয়াৰ আৱশ্যক নাছিল যদিও, সন্দিকৈ বৰফুকনে তেওঁৰ সেনাবিলাকক উদ্গনিপূৰ্ণ বক্তৃতাৰে গাত ৰণ-জেউতি লগাই মতলীয়া কৰি তুলিছিল । অসমীয়া সেনাই তেওঁৰ উদ্গনি শুনি "জয় গদাধৰ

সিংহ মহাৰাজৰ জয় ! জয় সন্দিকৈ বৰফুকনৰ জয় !" বুলি চিঞৰিবলৈ ধৰিলে আৰু ইফালে মুছলমান সেনাই "আল্লাহু আকবৰ" জয়ধ্বনি কৰি আকাশ পাতাল খলক লগালে। সি যি কি নহওক, তাৰ বিৱৰণ লিখাটো এই প্ৰৱন্ধৰ উদ্দেশ্য নহয়। মুঠতে ইমানকৈ কোৱা যাওক যে সেই যুদ্ধত মুছলমানবিলাকৰ পৰাজয় হয় আৰু সন্দিকৈ বৰফুকনে আহোম স্বৰ্গদেৱ গদাধৰ সিংহৰ প্ৰতিনিধি স্বৰূপে মুছলমানৰ হাতৰ পৰা কামৰূপৰ ৰঙামাটিৰ নবাবৰ অধিকৃত ৰাজ্যখণ্ড কাঢ়ি লয়। বৰ্তমানৰ গোৱালপাৰা জিলা সেই মুছলমান অধিকৃত ৰাজ্য আছিল। ই অতীজতে কোঁচবিহাৰৰ মহাৰাজা বিখ্যাত মালদেৱ ওৰফে নৰনাৰায়ণ মহাৰাজাৰ ভায়েক শুক্লধ্বজ বা চিলাৰাইৰ নাতিয়েক বিজিতনাৰায়ণৰ  ৰাজ্য। এতিয়া বোধকৰোঁ নকলেও হব যে এই গোৱালপাৰা জিলা প্ৰাচীন কামৰূপৰ (আৰু বৰ্ত্তমানৰ অসমৰো) এটা প্ৰধান অঙ্গ আছিল। বিজিতনাৰায়ণৰ  পূৰ্বপুৰুষসকল (যাৰ সতি সন্ততি বৰ্তমান কোঁচবিহাৰৰ ৰাজ্যপাল) আদিত অসমীয়া এই কথা কোনেও নুই কৰিব নোৱাৰে। কিন্তু আমাৰ অসমীয়াৰ মহৎ দুৰ্ভাগ্য যে বৰ্তমান সিবিলাক বঙ্গালী বুলি পৰিচিত আৰু সেই সকলেও নিজক বঙ্গালী বুলি গৌৰৱ কৰে। সেই কথা যাওক। বৰ্তমান গোৱালপাৰা জিলাৰ সম্পৰ্কে মুঠতে ইমানকে কোৱা যাওক যে পূৰ্বে এই ডোখৰ কোঁচ কামৰূপৰ প্ৰধান অঙ্গ আছিল আৰু ই বিজিত নাৰায়ণৰ প্ৰাচীন ৰাজ্য। গদাধৰ সিংহ আহোম ৰজাৰ দিনত সন্দিকৈ বৰফুকনে ইয়াক আহোম ৰাজ্যৰ অন্তৰ্ভূক্ত কৰে আৰু তাৰ পাছৰ পৰাই ই আহোম ৰজাৰ এক প্ৰধান চকীৰূপে পৰিণত হয়। গদাধৰ সিংহৰ দিনত অসম আৰু বঙ্গদেশৰ যি সীমা নিৰ্দ্ধাৰিত হয়, এই গোৱালপাৰা জিলা অসম ৰাজ্যৰ শেষ সীমা আছিল। এই গোৱালপাৰা জিলাৰ "বঙ্গালহাট" নামে ঠাইত অসম বঙ্গ বাণিজ্যৰ নিমিত্তে এখন হাট আছিল আৰু তাত আহোম ৰজাৰ 'বঙ্গালহাটৰ বৰুৱা' বুলি এগৰাকী নিৰ্দিষ্ট বিষয়া আছিল। আমাৰ শ্ৰদ্ধাস্পদ বন্ধু আৰ্ল-ল-কলেজৰ অধ্যক্ষ শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা, বাৰ-এট-ল ডাঙৰীয়া সেই বংশৰে পদ্মফুল। এখেত সকলৰ পূৰ্বপুৰুষ সকলে অৰ্থাৎ বঙ্গালহাটৰ বৰুৱাই সেই হাটত বেচাকিনা কৰা বেপাৰীবোৰৰ পৰা মাচুল আদায় কৰি আহোম ৰজাৰ ভঁৰাললৈ পঠাইছিল। তেতিয়াৰে পৰা এই গোৱালপাৰা জিলা অসম বঙ্গৰ প্ৰধান দুৱাৰ স্বৰূপ আছিল।

ইতিপূৰ্বে কোৱা হৈছে যে গোৱালপাৰা জিলা বিজিতনাৰায়ণৰ ৰাজ্য আছিল, আৰু সেই দিন ধৰি ই মুছলমানবিলাকৰ এক আড্ডাৰ নিচিনা হৈছিল।তেতিয়া এই খণ্ডক "বঙ্গাল কামৰূপ" নামে ঘোষিত কৰিছিল আৰু সেই সময়ত তাৰ ৰঙামাটি নামে ঠাইত মুছলমানৰ এগৰাকী নবাব বুলি প্ৰধান কৰ্মচাৰী আছিল। ক্ৰমে মুছলমানবিলাকৰ পৰাক্ৰম লোপ পোৱাত মুছলমান কৰ্মচাৰীবিলাক লাহে লাহে ৰঙামাটিৰ পৰা গুচি  যায়। মুছলমান নবাবৰ "কানুনগু" নামে তাত যি এগৰাকী হিন্দু কৰ্মচাৰী আছিল, তেওঁ এই খণ্ড আহোম ৰজাৰ হাতলৈ অহাত, 'ৰঙ্গামাটি বৰুৱা' নামে উপাধি লৈ, আহোম ৰজাৰ অধীনত জমীদাৰ স্বৰূপে থাকিল। সেই বংশৰে বংশধৰ বৰ্তমান অসমীয়াৰ গৌৰৱৰ বস্তু মাননীয় গৌৰীপুৰৰ ৰজা

বাহাদুৰ শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱা, আৰু বোধকৰো নকলেও হব যে বৰ্তমানৰ বিজনীৰ ৰাজফৈদ ওপৰত উনুকিয়াই অহা বিজিতনাৰায়ণৰেই বংশসম্ভূত। বৰ্তমান অসমৰ, অসমীয়া সমাজৰ আৰু অসমীয়া ভাষাৰ অতি দুৰৱস্থা, সেই বুলি তেখেতসকলে এই অৱস্থাক অতি ঘৃণাৰ চকুৰে চায়। যি কোঁচবিহাৰৰ ৰাজবংশ পূৰ্বে অসমীয়া সমাজ, অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ গৌৰৱৰ বস্তু আছিল, সিবিলাকে এতিয়া বঙ্গদেশৰ অন্তৰ্ভুক্ত আৰু বঙ্গ ভাষাৰ পক্ষপাতী আৰু নিজক বঙ্গালী বুলি পৰিচয় দিবলৈ গৌৰৱ বোধ কৰে। সিসকলৰ কথা এৰি দিলেও, আমাৰ বৰ্তমান গৌৰীপুৰৰ ৰজা বাহাদুৰ আৰু বিজনী ষ্টেটৰ ৰাজবংশীসকলেও বঙ্গভাষা কবলৈ আৰু বঙ্গদেশত ভুক্ত হবলৈ নিতান্ত ইচ্ছুক। কিন্তু বুৰঞ্জীয়ে কয়, আৰু সত্যতাৰ অনুৰোধত কব লাগিব যে সিবিলাক অসমীয়াৰ ৰাজহাড়, সিবিলাকৰ পূৰ্বপুৰুষ অসমীয়া সমাজ, ভাষা আৰু সাহিত্যৰ প্ৰধান পৃষ্ঠপোষক আছিল। অসমীয়া জাতিৰ গৌৰৱৰ ধন শঙ্কৰদেৱ, দামোদৰদেৱ আদিৰ সিবিলাক প্ৰধান পৃষ্ঠপোষক আছিল। সিবিলাকৰ সহানুভূতি আৰু পৃষ্ঠপোষকতা নথকা হ'লে, বৰ্তমান যুগত অসমীয়া সাহিত্যক আমি যিভাৱে পাইছোঁ, আজি তাক তেনেভাৱে নাপালোহেঁতেন ; বৰ্তমানৰ অসমীয়া ধৰ্মসমাজত যি এটা শৃঙ্খলতা দেখিবলৈ পাইছোঁ, আমি সপোনতো ভাবিব নোৱাৰিলোহেঁতেন।

যি গোৱালপাৰা পূৰ্বে বিজিতনাৰায়ণৰ ৰাজ্য আছিল, আৰু অসম দেশৰ অসমীয়া জাতিৰ ৰাজহাড় স্বৰূপে পৰিগণিত হৈছিল আৰু যি গোৱালপাৰা আজিলৈকে অসম প্ৰদেশৰ একাংশ হৈ আছে, তাক এতিয়া অনেক মানুহে পাই বঙ্গদেশত ভুক্ত কৰিবলৈ ইচ্ছা কৰে, সেই কাৰ্যত কিন্তু অসমীয়া জাতিয়ে কেতিয়াও প্ৰতিবাদ নকৰি থাকিব নোৱাৰে। আৰু গোৱালপাৰাবাসী ভ্ৰাতৃসকলেও যেন "আপোনাৰ নাক কাটি সতিনীৰ যাত্ৰাভঙ্গ" কৰিবলৈ আগ নাবাঢ়ে। সি সকল আচল অসমীয়া আৰু অসমীয়া জাতিৰ জাতীয়তাৰ ৰাজহাড়। সি সকলৰ শ্ৰদ্ধেয় পূৰ্বপুৰুষসকল অসমীয়া ভাষা আৰু অসমীয়া ধৰ্মসমাজৰ প্ৰধান পৃষ্ঠপোষক। সেইসকলৰ সহানুভূতি আৰু পৃষ্ঠপোষকতা নথকা হ'লে আজি আমি অসমীয়া জাতি, আৰু অসমীয়া ভাষা আৰু অসমীয়া সাহিত্য বুলি এনেকুৱা একো দেখিবলৈ নাপালোহেঁতেন। এই সংসাৰত অসমীয়া ভাষা, অসমীয়া সাহিত্য আৰু অসমীয়া ধৰ্মসমাজৰ যিমান দিনলৈ অস্তিত্ব থাকিব, গোৱালপাৰাবাসীৰ আৰু গোৱালপাৰাৰ নাম চিৰকাল অসমীয়া জাতিৰ জাতীয় বুৰঞ্জীত সোণোৱালী আখৰেৰে লিখা থাকিব, ই নিশ্চয়।

# আমাৰ তিনিগৰাকী মহাৰাণী

৬ষ্ঠ বছৰৰ যোৱা ৮ম সংখ্যা "আলোচনী"ত প্ৰকাশ হোৱা "ফুলেশ্বৰী কুঁৱৰী" শীৰ্ষক প্ৰবন্ধত প্ৰবন্ধলিখকে বুৰঞ্জীৰ পৰা ভালখিনি আঁতৰি গৈ তাত কিছুমান যোৰা দিয়া কথা সুমাই, বুৰঞ্জীৰ ফুলেশ্বৰীক এগৰাকী নতুন ফুলেশ্বৰী যেন কৰি পেলাইছে। আমাৰ ৰজাৰ কুঁৱৰীবিলাকৰ ভিতৰত যেনেই হওঁক ফুলেশ্বৰী বৰকুঁৱৰী এজনা নামজ্বলা কুঁৱৰী, – তেৱেঁই আমাৰ প্ৰথম "বৰৰজা" বা মহাৰাণী। তেওঁৰ বিষয়ে যাৰে যি ইচ্ছা তাকে কবলৈ দিবলৈ আমি বৰ ভাল নাপাওঁ। সেই বুলি আমি কেইআষাৰমান কবলৈ আগ বাঢ়িলোঁ; প্ৰবন্ধৰ প্ৰতিবাদ কৰা কিন্তু আমাৰ অলপো উদ্দেশ্য নহয়। কাব্য আৰু উপন্যাসৰ কথা অৱশ্যে সুকীয়া, কিন্তু ঐতিহাসিক প্ৰবন্ধত সত্যৰ অপলাপ হোৱাটো নিতান্ত দোষণীয়।

মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ কুঁৱৰী সাতজনা; সন্দিকৈ বৰফুকনৰ দুই জীয়েকৰ বায়েক বৰকুঁৱৰী, ভনীয়েক সৰু কুঁৱৰী। বৰগোহাঁইৰ দুই জীয়েকৰ বৰ গৰাকীৰ নাম কেৰী, এওঁ পৰ্বতীয়া কুঁৱৰী, ভনীয়েক বৰমাহী কুঁৱৰী। এই চাৰিগৰাকী কুঁৱৰীৰ বাহিৰেও পানী-ফুকনৰ জীয়েক, লাই সন্দিকৈ মঠাডংগীয়া ফুকনৰ জীয়েক আৰু লাপেতিৰ জীয়াৰী, এই তিনিগৰাকী চমুৱা কুঁৱৰী আছিল। বৰকুঁৱৰীৰে লাপেতিৰ জীয়াৰীৰে সতি সন্তান নাই, পৰ্বতীয়া কুঁৱৰীৰ এটি ছোৱালী আৰু প্ৰমত্ত সিংহ, মঠাডংগীয়া ফুকনৰ জীয়েকৰ বোন্দা গোহাঁই (ৰাজেশ্বৰ সিংহ); সৰু কুঁৱৰীৰ কাল শিলীয়া গোহাঁই (লক্ষ্মী সিংহ); পানী ফুকনৰ জীয়েকৰ মন গোহাঁই (মোহনমালা দেৱ) স্বৰ্গীয় কাশিনাথ তামুলী ফুকনে শিৱসিংহ আৰু প্ৰমত্ত সিংহ দুয়োজনাকে একেগৰাকী কুঁৱৰীৰে সন্তান বুলিছে, আৰু অনাৰেবল শ্ৰীযুত পদ্মনাথ বৰুৱাই কয় যে স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ তিনিগৰাকী কুঁৱৰীৰ পৰা শিৱসিংহ, প্ৰমত্ত সিংহ, মোহন মালাদেৱ, ৰাজেশ্বৰ সিংহ আৰু লক্ষ্মীসিংহ নামে পাঁচজনা কোঁৱৰ আছিল। এই বুৰঞ্জীবিজ্ঞ লোক দুইজনৰ মতামতৰ ওপৰত আমি কোনো কথা কবলৈ সাহস কৰিব নোৱাৰিলেও আমাৰ উক্তিৰ আখৰে আখৰে সমৰ্থন কৰিবলৈ কিন্তু আমাৰ হাতত যথেষ্ট প্ৰাচীন সম্বল আছে।

বৰজনা কোঁৱৰৰ সৰুতে মাতৃবিয়োগ ঘটে। মাক মৰাৰ পাছত পৰ্বতীয়া কুঁৱৰীৰ এক কুচুনী লিগিৰিয়ে কোঁৱৰক লালন পালন কৰি ডাঙ্গৰ দীঘল কৰে। এই লিগিৰীক প্ৰাচীন বুৰঞ্জীত "ধাইবুঢ়ী" বুলি উল্লেখ কৰিছে। মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গী হোৱাত ইং ১৭১৪ চনত শিংগিৰি ঘৰ উঠি বৰজনা কোঁৱৰ আহোম মতে চুতনফা, আৰু হিন্দুমতে শিৱসিংহ নাম লৈ যেতিয়া আহোম সিংহাসনত ৰজা হয়, তেতিয়াও "ধাইবুঢ়ী" শিৱসিংহ স্বৰ্গদেৱৰ লগতেই আছিল; ৰজা হৈও তেওঁ "ধাইবুঢ়ী"য়ে "ৰাজমাও"ৰ খিতাপ পোৱা নাছিল হয়, কিন্তু ৰজা-প্ৰজাৰ ওপৰত "ধাইবুঢ়ী" ৰ প্ৰতিপত্তি যথেষ্ট আছিল। "ধাইবুঢ়ী"য়ে তেওঁৰ এক ভায়েকক বিলতীয়া বৰুৱা, এক ভায়েকক গন্ধীয়া বৰুৱা আৰু এক ভায়েকক ঢেকীয়াল বৰুৱাৰ বিষয় দিয়াই, জীয়েকক এক কছাৰী চুটীয়া পুতেকলৈ বিয়া দি, জোৱায়েকক নফুকন পাতিছিল।

এই "ধাইবুঢ়ী"ৰ লগতে ফুল নামেৰে কালুগঞা নটৰ ছোৱালী এটি "তামুলী লিগিৰী" হৈ

আছিল। ছোৱালীটি দেখিবলৈ চকুত লগা, স্বভাৱ চৰিত্ৰও ভাল। ৰজাই সেই ছোৱালীটিত চকু দিয়ে। ধাইবুঢ়ীয়ে সেই কথা গম পাই, ছোৱালীটিক নিজৰ লগৰপৰা আঁতৰ কৰি শগুন-পৰাত থোৱালে। ধাইবুঢ়ীৰ সুখ হৰিব নোৱাৰি, শিৱসিংহ ৰজায়ো মুখ ফুটাই একো কব নোৱাৰি মনে মনে থাকিল। কিছুদিন থাকি "ধাইবুঢ়ী" মৰিল। "ধাইবুঢ়ী" মৰাৰ পাছত, ভণ্ডাৰী বৰুৱাক পঠাই শগুন পৰাৰ পৰা সেই ছোৱালীটি অনাই ৰজাই কুঁৱৰী পাতিলেহি। প্ৰথমতে তেওঁক পৰ্বতী মেল দিয়ে,– পাছত "ৰজাৰ প্ৰীতি বঢ়াত" তেওঁক ফুলেশ্বৰী নাম দি বৰকুঁৱৰী পাতিলে বুৰঞ্জীৰ কিংবদন্তি মতেও ফুলেশ্বৰী বৰকুঁৱৰীৰ আঁতি–গুৰি এয়েই বুলিহে আমি জানো। কালুগ্মহূঁৰ ওচৰত গৰখীয়া জাকৰ মাজত, সৰুতে মাক-বাপেকৰ মূৰ-খোৱা মাউৰা ফুলক ৰূপচন্দ্ৰ বৰবৰুৱাই ফুৰিবলৈ যাওঁতে লগ পাই আনি, শিৱসিংহ ৰজাৰ বৰকুঁৱৰীক ভেটোৱা, আৰু বৰকুঁৱৰীয়ে ঈৰ্ষাগ্নিত জ্বলি পুৰি জয় খামদাং খাতৰ ৰাজখোৱাৰ লগত দোলা মানুহ দি ফুলক আঁতৰাই পঠোৱা ইত্যাদি কথা প্ৰবন্ধলিখকে কৰপৰা পাইছে, আমি কব নোৱাৰো। তেখেতৰ প্ৰবন্ধ পঢ়িলে আমাৰ হলে নভেল"লৈহে মনত পৰে।

শিৱসিংহ ৰজাই ছমাহমান ৰাজত্ব কৰোঁতেই গণক আৰু জ্যোতিষীয়া পণ্ডিত সকলে তেওঁৰ ছত্ৰভংগ যোগ পৰিছে বুলি কোৱাত, ৰজাই পৰ্বতীয়া গোসাঁইলৈ জনাই পঠালে। গোসাঁই আৰু পণ্ডিতসকলেৰে মীমাংসা কৰি দিন স্থিৰ কৰি অনেক শান্তি স্বস্ত্যায়ন কৰাই শিৱসিংহ স্বৰ্গদেৱে ফুলেশ্বৰী কুঁৱৰীক ৰাজছত্ৰ দণ্ড দি "বৰৰজা" বা মহাৰাণী নাম দি নিজে ৰাজকাৰ্যৰ পৰা অৱসৰ ললে। এইজনা কুঁৱৰীকে প্ৰমতেশ্বৰী (কোনোৱে প্ৰমথেশ্বৰীও) বোলে। এওঁ ফুলেশ্বৰী আৰু প্ৰমতেশ্বৰী দুই নামেৰেই মোহৰ মৰাইছিল। ৰজাৰ ইছানুক্ৰমে "ধাইবুঢ়ী"ৰ নাম যুগমীয়া কৰিবৰ নিমিত্তে এওঁ 'ধাই আলি' বন্ধায়। গৌৰীসাগৰৰ দৌল আৰু পুখুৰীও এৱেই কৰায়। এওঁৰ গোঁসানী পূজাত প্ৰবল অনুৰাগ আছিল। দুৰ্গোৎসৱ পূজা পাতি, গোঁসানী সেৱা কৰাই, বলিকটা মহ ছাগলীৰ তেজৰ ফোট দি, গোঁসানীৰ প্ৰসাদ আদি কটিয়াই ফুলেশ্বৰী বৰকুঁৱৰীয়ে যি কাণ্ড কৰিলে আৰু তাৰ ফলস্বৰূপে দেশত যি "মোৱামৰীয়া "বিদ্ৰোহ" উপস্থিত হল, সেইবিলাক কথা বুৰঞ্জীৰ পাতে পাতে আৰু অসমীয়া মানুহৰ হাড়ে হাড়ে অংকিত আছে, কাজেই কথাৰ পুনৰুত্থান কৰাৰ এইখিনিত আৱশ্যক নকৰে। মুঠতে কৈ থওঁ, যে মোৱামৰীয়া বিদ্ৰোহৰ নিমিত্তে আমি কুঁৱৰীক যে সৰ্বপ্ৰকাৰে দোষী বুলি ভাবি লৈছোঁ এনে নহয়। এই বিদ্ৰোহৰ নিমিত্তে ঘাইকৈ কোন দায়ী, সেই কথা আমি আমাৰ "আহোমৰ দিন"ত (যি কিতাপ বৰ্তমান আমি হাতত লৈছোঁ) যথাসাধ্য আলোচনা কৰিছোঁ। "মোৱামৰীয়া বিদ্ৰোহ"ৰ নিমিত্তে বৰবৰুৱাৰ-গাত যে অলপো দোষ নাই, সেই কথাও আমি কব নোখোজোঁ, কিন্তু প্ৰবন্ধলিখকে কোৱাৰ দৰে, "পৰশ্ৰীকাতৰ" ৰূপচন্দ্ৰ বৰবৰুৱাই "মোৰ সাক্ষাতত কোনে ইমান খিতাপেৰে ৰাজনগৰৰ কাষেদি যাবলৈ সাহ কৰে ?" বুলি মোৱামৰীয়া মহন্তক আদবাটৰ পৰা ধৰাই আনি কুঁৱৰীৰ অজ্ঞাতে অন্যায়ৰূপে বধ কৰি দেশত "মোৱামৰীয়া বিদ্ৰোহ" ঘটোৱা কথাটো ঐতিহাসিক সত্য নহয়।

ওপৰত কৈ আহিছোঁ "ধাইবুঢ়ী"য়ে এক কছাৰী চুটিয়াৰ পুতেকলৈ জীয়েকক বিয়া দি,

জোঁৱায়েকক নফুকন পাতিছিল। চুটিয়াৰ লৰা নফুকন হৈ ৰজাৰ চ'ৰাতে বহিলত ৰূপচন্দ্ৰ বৰবৰুৱা বিৰক্ত হৈ, সত্ৰ ফুৰিবলৈ যাওঁ বুলি স্বৰ্গদেৱত জনাই  বৰবৰুৱাৰ বিষয় "বুঢ়া দদায়েক'ক দি ৰাজকাৰ্য্যৰ পৰা নিজে অৱসৰ লৈছিল। ফুলেশ্বৰী বৰকুঁৱৰীয়ে দুৰ্গোৎসৱ পূজা কৰোঁতে "বুঢ়াদদাই"হে বৰবৰুৱা আছিল বুলি আমি জানো। 'কাশিনাথ তামুলী ফুকন আৰু অনাৰেবল শ্ৰীযুত পদ্মনাথ বৰুৱাৰ বুৰঞ্জীৰ পৰা  এইখিনিতে আমি অলপ আঁতৰি পৰিছোঁ কিন্তু আমাৰ এই উক্তি বুৰঞ্জীমূলক সত্য বুলি ডাঠি কৰলৈ আমাৰ হাতত যথেষ্ট প্ৰমাণ আছে।

ফুলেশ্বৰী বৰকুঁৱৰীয়ে "বৰৰজা" হৈ অন্যান্য কাৰ্যৰ লগে লগে নিজৰ বংশৰ কিন্তু বহুত উন্নতি সাধন কৰিলে। প্ৰবন্ধলিখকে তেওঁক সৰুতে মাক-বাপেকৰ মূৰ খোৱা মাউৰী ছোৱালী বুলিছে, কিন্তু তেওঁৰ মাক তেওঁ "বৰৰজা" হোৱাৰ সময়তো জীৱিত আছিল। "বৰৰজা"ই প্ৰথমতে মাকক পুৰণি মেল দি কেঁকোৰা দোলা আৰু সোণৰ টুপেৰে জাপি দিলে, তাৰ পাছত ভায়েক হৰিনাথক প্ৰথমতে বৰচেটিয়া পাতিলে, কিছু দিনৰ পাছত "বৰগোহাঁইৰ পো-ভাইক ভোজ খুৱাই, গোহাঁই নাম দি বৰগোঁহাই পাতিলে আৰু অৱশেষত বৰপাত্ৰ গোঁহাই পাতি ৰাজমন্ত্ৰীৰ বাবটিও জাপি দিলে। সেই ঘৰৰ সতি-সন্ততিকে "কালগঞা বৰপাত্ৰ"ৰ ঘৰ বোলে। ফুলেশ্বৰী কুঁৱৰীৰ দুই দদায়েক, জয়ানন্দ আৰু হৰি। জয়ানন্দক ঢেকীয়াল বৰুৱা আৰু হৰিক তিপমীয়া ফুকন পাতিলে, তিনি মোমায়েকৰ এজনক খনিকৰ বৰুৱা, এজনক চাওডাংগৰ বৰুৱা আৰু ইজনক দেৱী ঘৰৰ বৰুৱা পাতিলে। এওঁলোক জাতত নট, খেলত গায়ন।

দ্ৰৌপদী বা অম্বিকা– স্বৰ্গীয় কাশিনাথ তামুলী ফুকন, মিঃ গেইট আৰু অনাৰেবল শ্ৰীযুত পদ্মনাথ বৰুৱাৰ বুৰঞ্জী পঢ়ি (স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে কি লিখিছে, মনত নাই) ফুলেশ্বৰীকে দ্ৰৌপদীকে আপোন বাই-ভনী যেন বুজিব পাৰি, 'ফুলেশ্বৰী কুঁৱৰী' প্ৰবন্ধলিখকে কিন্তু একে মাইকীৰ বাই-ভনীয়েক বুলিছে। তেওঁ দ্ৰৌপদীক ফলৰ লগত গৰখীয়া জাকৰ মাজত হাজিৰ কৰি ৰূপচন্দ্ৰ বৰবৰুৱাৰ লগত শিৱসিংহ ৰজাৰ বৰকুঁৱৰীৰ ওচৰলৈ নি, মাজতে অদৃশ্য কৰি পেলালে। প্ৰাচীন বুৰঞ্জীৰ পৰা আমি জানিব পাৰোঁ, দ্ৰৌপদী ফুলেশ্বৰীৰ আপোন ভনী নহয়। দ্ৰৌপদী ফুলৰ মোমায়েকৰ জীয়েক, নাম আছিল দময়ন্তী, উপৰুৱা নাম "মাহী", মাহী কালুগাৱঁৰ লানমাখ্ৰু পুথাওৱ পুতেকলৈ পৰিছিল। ফুলেশ্বৰী বৰকুঁৱৰীয়ে পুথাওৱ পুতেকক ভনীজোঁৱাই বুলি প্ৰথমতে ন্যায়সোধা ফুকন তাৰ পাছত বৰ চেটিয়া পাতিলে। এনেতে ইং ১৭১৭ চনত ফুলেশ্বৰী বৰকুঁৱৰী মৰে।

বৰ চেটিয়াৰ ফালৰ মাহীৰ দুটি লৰা হৈছিল। সেই লৰা দুটিক বাপেকৰ হাতত দি, শিৱসিংহ ৰজাই গিৰিয়েকৰ ঘৰৰপৰা আনি দ্ৰৌপদী নাম দি নিজৰ কুঁৱৰী পাতিলেহি আৰু ফুলেশ্বৰীৰ দৰেই তেওঁকো ৰাজ-ছত্ৰদণ্ডও দি "বৰৰজা" নাম দিলে। এওঁকেই কোনোৱে "অম্বিকা" আৰু কোনোৱে "মদাম্বিকা" বুলিও কয়। এইজনা কুঁৱৰীয়েও দুই নামেৰেই মোহৰ কৰাইছিল, শিৱসাগৰৰ দৌল আৰু পুখুৰীও এৱেঁই কৰায়। এওঁৰ শিৱসিংহ ৰজাৰ ফালৰ এটি

কোঁৱৰ হৈছিল, তেওঁক তিপমীয়া ৰজা পাতিলে। বৰ চেটিয়াৰ ঘৰত থাকি অহা লৰা দুটিৰ বৰটিক শদিয়াখোৱা গোহাঁই, সৰুটিক বৰগোহাঁই, আৰু আগৰ গিৰিয়েকক (বৰচেটিয়াক) সলাল গোহাঁই পাতিলে। "কালুগঞা বৰপাত্ৰ"ৰ ফৈদৰ দৰে বৰগোহাঁই ঘৰবো "কালুগঞা" বুলি ফৈদ এটা আছে, তেওঁলোক ওপৰত উনুকিওৱা দ্ৰৌপদী "বৰৰজা"ৰ আগৰ গিৰিয়েকৰ ফালৰ সৰুটি পুতেকৰ পৰাই বঢ়া। কালক্ৰমে ইং ১৭৪১ চনত দ্ৰৌপদী "বৰৰজা"ৰ পৰলোক হয়।

এনাদৰী (অনাদৰী) বা সৰ্বেশ্বৰী। দ্ৰৌপদীৰ মৃত্যুৰ পাছত সলাল গোহাঁইৰ জীয়েক অনাদৰী শিৱসিংহ ৰজাই বিয়া কৰায়। (অৱশ্যে দ্ৰৌপদীৰ আগৰ গিৰিয়েক সলাল গোহাঁইৰ জীয়েক নহয়।) এইজনা কুঁৱৰীকো "বৰৰজা"ৰ বা মহাৰাণী পাতি ৰজাই সৰ্বেশ্বৰী নাম দিলে। এৰোঁ নিজৰ নামেৰে মোহৰ মৰাইছিল, শাহুৱেকৰ নামেৰে কেৰী ৰাজমাওৰ দৌল কৰালে।

আমাৰ প্ৰবন্ধ প্ৰায় শেষ হলহি। আৰু কেই আষাৰমান কৈয়েই সামৰণি মাৰিম। প্ৰবন্ধলিখকে কৈছে, জয়খামডাংগৰ ৰাজখোৱা গৰাকীক ঘৰগিৰী বুলি মাতিছিল। এই কথাত আমিহে নালাগে বহুতে আচৰিত মানিব। আহোম ৰাজত্বৰ শেহ ভাগত, স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ আৰু যোগেশ্বৰ সিংহৰ ৰাজত্ব কালত, এবিধ বৰুৱা, ফুকন, ৰাজখোৱা, হাজৰিকা হৈছিল, সেইসকলৰ কথা বিলগ, গোঁসাইসকলৰ খাততো আজিকালি অনেক ৰাজখোৱা আছে, সেইবিলাকৰ কথাও সুকীয়া। কিন্তু মহাৰাজা শিৱসিংহৰ ৰাজত্বত জয়খামডাংগৰ ৰাজখোৱাজন নিচেই সৰুসুৰা বিষয়া নাছিল। আজিকালি লক্ষ লক্ষ বৰুৱা ফুকন ৰাজখোৱাৰ দৰে সেইসময়ত ইমান বৰুৱা ফুকন ৰাজখোৱাৰ আমদানিও নাছিল। এই সম্পৰ্কে আমি আমাৰ "আহোমৰ দিন"ত বহলাই লিখিম। আজিকালি, যদি মন কৰে, ৰাজখোৱাৰ ধাপত লগাই দিয়া লগুৱাও ৰাজখোৱা হব পাৰে ; খাৰৰ ঘৰৰ খাৰঘৰীয়াবিলাকো যদি খাৰঘৰীয়া ফুকন হয়, কোনেও একো কৰিব নোৱাৰে। বৰুৱা ঘৰৰ ছোৱালী বিয়া কৰায়ো আমি হওঁ বুলিলে বৰুৱা হ'ব পাৰোঁ মুঠতে কবলৈ গলে, আজিকালি "সতায়ো ফুকন"*; আজিকালি যাৰেই একো পূৰ্বৰ উপাধি নাই, তেৱেঁই "বৰুৱা"। কিন্তু ওপৰত উনুকিওৱা জয়খামডাংগৰ ৰাজখোৱাগৰাকী সেই শ্ৰেণীৰ বিষয়া নাছিল ; তেওঁক ঘৰগিৰী বোলাত আমি বৰ বেয়া পাইছোঁ। আমাৰ মনেৰে ঘৰগিৰী বুলি ৰাজখোৱাক অপমান কৰা হৈছে। সেই সময়ত ৰাজখোৱাবিলাক যে ৰজা ঘৰৰ উচ্চপদস্থ কৰ্মচাৰী আছিল, সেইটো বোধকৰোঁ প্ৰবন্ধলিখকে নিজেই বেছকৈ জানে, কাৰণ সম্ভৱতঃ তেওঁ "একহিচাপে" ওপৰ দৈয়ংগীয়া ৰাজখোৱাৰ নাতিয়েকেই হ'ব পায়।

---

* স্বৰ্গীয় দুৰ্গেশ্বৰ বুঢ়াগোহাঁই ডাংগৰীয়া বৰুৱা ফুকনৰ আমদানি বেছি দেখি ত্যক্ত হৈ সতাই নামেৰে ৰাজগুৰু ফুকনৰ ঘৰৰ বহতীয়া এটাকৈ "ফুকন" বুলি মাতিবলৈ লৈছিল। ডাংগৰীয়াকে বোলা শুনি "তামোলচা"ৰ ছলতে অন্য মানুহেও তাক সতাই ফুকন বুলি মাতিছিল। এদিন কোনো এক মোকৰ্দমাৰ সাক্ষী স্বৰূপে [illegible], ম্যাজিষ্ট্ৰেটে তাৰ নাম সোধাত সি "সতাই ফুকন" বুলি কলে। ওচৰত থকা উকিল - মুক্তিয়াৰবিলাকে, সি ফুকন নহয় বুলি কলত ম্যাজিষ্ট্ৰেটে তাক পুনৰ সোধাত, সতায়ে উত্তৰ দিলে, বোলে চাৰিংগৰজাই স্বৰ্গীয় কামেশ্বৰ সিংহ) "বৰুৱা ফুকনৰ লবাৰ নিচিনা" বুলি কোৱাতেই মানুহ ফুকন হৈছে, অথচ তাক বুঢ়াগোহাঁই ডাংগৰীয়াই "ফুকন" বুলি মতাতো সিনো কিয় ফুকন হ'ব নোৱাৰিব? আগৰ দিনত বৰুৱা ফুকনতো সেই সকলেইহে পাতিছিল।

# বুৰঞ্জীমূলক প্ৰবন্ধ আৰু নতুন লিখাৰু

বুৰঞ্জীমূলক প্ৰবন্ধ লিখোঁতে আমাৰ নতুন লিখাৰুসকলে নিজে কল্পনা কৰি কিছুমান যোৰা দিয়া ভুল কথা তেওঁলোকৰ প্ৰবন্ধত সুমাবলৈ ধৰিছে। কিন্তু বুৰঞ্জীমূলক প্ৰবন্ধত এনেবিলাক ভুল কথা সুমুওৱা নিতান্ত দোষণীয়।

ষষ্ঠ বছৰৰ ২য় সংখ্যা "বাহী"ত প্ৰকাশ হোৱা "বুৰঞ্জীৰ বিবিধ বাতৰি" প্ৰবন্ধত গেন্ধেলা ৰাজখোৱা বা কলিয়া ভোমোৰা বৰফুকনৰ আখ্যান কওঁতে প্ৰবন্ধ লিখকে লিখিছে,- "তেওঁ যে দেখিবলৈ আপচু আছিল, সেইটো এই দুই নামৰপৰা বেছিকৈ বুজিব পাৰি"। তেওঁৰ নাম গেন্ধেলা আছিল, সেই বুলিয়েই যে তেওঁ দেখিবলৈ আপচু তাৰ কোনো মানে নাই। বৰগোহাঁই ফৈদৰ বিখ্যাত সুন্দৰ গোহাঁইৰ নাম প্ৰথমতে "আপচু গোহাঁই" হে আছিল, দেখিবলৈ বৰ ধুনীয়া বা সুন্দৰ আছিল দেখি, বেহাৰত তেওঁক "সুন্দৰ গোহাঁই" বুলি মাতিছিল। সি যিহক আমি যতদূৰ জানিব পাৰিছো, তেওঁ এজন শুৱনী পুৰুষহে আছিল। অৱশ্যে তেওঁৰ বৰণ ক'লা আছিল, কিন্তু ক'লা হলেই যদি মানুহক আপচু বোলা যায়, তেনেহলে অৱশ্যে আমাৰ কবলৈ একো নাই। কিন্তু ভগৱান শ্ৰীকৃষ্ণৰ বৰণো ক'লা আছিলে। এই কথা যেন পাঠকসকলৰ মনত থাকে।

কলীয়া ভোমোৰা প্ৰথমতে ৰাজখোৱাহে আছিল। ইতিপূৰ্বে গদাধৰ ৰজা লৰা ৰজাৰ ভয়ত পলাই ফুৰোঁতে তেওঁ এজনী গাৰোৱানী তিৰোতাৰ ঘৰত চাপি আছিল। তেওঁৰ ঔৰসত গাৰোৱানীৰ এটি ল'ৰা হয়। তাৰে হৰদত্ত আৰু বীৰদত্ত নামে দুটা পুতেকে ইং ১৭৯৬ চনত বিজনী আৰু কোঁচবিহাৰৰ ৰজাৰ গুপ্ত সহায় লৈ কমলেশ্বৰ সিংহ ৰজাৰ দিনত কামৰূপত এক বিদ্ৰোহ উপস্থিত কৰে। ইয়াকে 'ডুমডুমীয়া বিদ্ৰোহ' বোলে। এই বিদ্ৰোহতেই সিহঁতে কামৰূপৰ গোটেই উত্তৰভাগ অধিকাৰ কৰিছিল। ৰংপুৰত এই সময়ত নানা ৰকম উৎপাত অশান্তি হৈছিল। সেইবিলাক থমাবলৈ নিযুক্ত হৈ থাকিব লগা হোৱাত নগৰৰ পৰাও তেওঁক সৈন্য সামন্ত দি বিশেষ কোনো সহায় কৰিব নোৱাৰিছিল; তথাপি গেন্ধেলা ৰাজখোৱাই ডিমৰুৱা আৰু বেলতলাৰপৰা কিছুমান সৈন্য সংগ্ৰহ কৰি ডুমডুমীয়া বিদ্ৰোহ দমন কৰে। এই আপাহতে কমলেশ্বৰ সিংহই তেওঁক বৰফুকন পাতে। এই সময়ত তেওঁৰ ককাই দেৱেক (ভদৰি) বৰবৰুৱা হৈ আছিল। তাৰ পাছত কেইবাখনো যুদ্ধত জয়লাভ কৰাতহে কমলেশ্বৰ সিংহই তেওঁক 'প্ৰতাপবল্লভ' নাম দিছিল।

প্ৰকৃতপক্ষে, তেওঁৰ গাত অনেক মহৎ গুণ আছিল। তেওঁ এজন বহুদৰ্শী আৰু ৰাজনীতিজ্ঞ পুৰুষ আছিলে। তেৱেঁই প্ৰথমতে বিদেশী চিপাহী আনি ইংৰাজৰ আৰ্হিৰে যোৰাহাট আৰু গুৱাহাটীত দুটা 'পল্টন' গঠন কৰে, আৰু বুঢ়াগোহাঁইৰ ফৈদৰ চন্দ্ৰ গোহাঁই আৰু খংগীয়া ফুকনক তাৰ 'কাপ্তান' পাতে। ৰজাৰ আজ্ঞামতে কামাখ্যাত এটি বিতোপন ঘৰ সজায়, আৰু

ছত্ৰাকাৰ দেৱালয় কৰায়। তেজপুৰৰ পূবে ভোমোৰাগুৰি পৰ্বতৰপৰা শিলঘাটৰ ফালে পোনাই ব্ৰহ্মপুত্ৰৰ ওপৰেদি এখন সাঁকো দিবলৈকো মন কৰিছিল ; কিন্তু সেই কাৰ্য সমাধা হোৱা হলে কলীয়া ভোমোৰা বৰফুকনৰ কীৰ্তি আজি জগতত আৰু চিৰস্মৰণীয় হৈ থাকিলহেঁতেন।

'বুৰঞ্জীৰ বিবিধ বাতৰি' লিখোঁতাই ৰাংগলী আইদেউক 'বৰফুকনৰ মহিষী' বুলিছে। এইটো মহৎ ভুল। ৰাংগলী আইদেউ বৰফুকনৰ বোৱাৰীয়েকহে হয়। বৰফুকনৰ 'মহিষী' দুগৰাকী, বৰ আইচু আৰু কাজলীমুখীয়ানী গাভৰু। বৰ আইচুৰ সতি-সন্তান একো নহল ; সন্দিকৈ বংশৰে হাবীয়াল বৰুৱাক তেওঁ পো বুলি লৈছিল। কাজলীমুখীয়ানী গাভৰুৰ লৰা এটি, তেওঁৰ নাম মোহনচন্দ্ৰ দুৱলীয়া ফুকন। এওঁৰেই 'মহিষী' ৰাংগলী আইদেউ। ৰাংগলী আইদেউ কাপ্তান গোহাঁইৰ ঘৰৰ জীয়ৰী ; এওঁৰ আচল নাম "লম্বাই আইদেউ" ; বৰণ "তেজ-গোৰা" আছিল দেখি তেওঁক ৰাংগলী আইদেউ বুলিছিল। আজিকালিৰ "কাপ্তানৰ সৰু গোহাঁইৰ" (ওৰফে "জং বাহাদুৰৰ") অনেকে নাম শুনিব পায়, ৰাংগলী আইদেউ এওঁৰে পেহীয়েক।

কলীয়া ভোমোৰা বৰফুকনৰ খাত কেইবাখনো, তাৰ ভিতৰৰে দুখন গোলাঘাটৰ চিনাতলী মোজাত। যিখনক আজিকালি 'ৰাংগলী আইদেউৰ খাত' বোলে, সেইখনৰ আগৰ নাম আছিল 'বৰফুকনৰ খাত'। এইখন খাত বৰ আইচু থাকিবলৈ পাতে। ইখনৰ নাম 'মাজৰ খাত', এইখনত মোহনচন্দ্ৰ দুৱলীয়া ফুকন আৰু তেওঁৰ প্ৰিয়তমা পত্নী ৰাংগলী আইদেউ আছিল। 'মাজৰ খাত'ক 'হাঁহচৰা খাত' বুলিও কয়। ইয়াতে কাজলীমুখীয়ানী গাভৰুও আছিল। মহুৰাত আৰু নগাৱঁৰ পুৰণিগুদামতো বৰফুকনৰ খাত আছিল।

বৰফুকন গুৱাহাটীতে মৰে, আৰু তেওঁক তাতে টকৌবাৰী খাতত দাহ কৰি মৈদাম দিয়ে। গোলাঘাটৰ চিনাতলী মৌজাৰ বৰফুকনৰ খাতত 'মাজৰ খাতত', আৰু 'পুৰণিগুদামৰ খাতত' বৰফুকনৰ যি কেইটা মৈদাম আছে সেইবিলাকত বৰফুকনৰ অস্থিহে আছে।

চিনাতলীৰ 'বৰফুকনৰ খাত'ৰ যিডোখৰ ঠাইত মৈদাম আছে, তাৰ মাজ ঠাইতে ২৪ হাত দীঘল বাঁহ এটা পুতি তাৰ সমান ওখকৈ মৈদাম বান্ধিবলৈ বুলি চেষ্টা কৰা হৈছিল, কিন্তু খাতৰ মানুহবিলাকে ৪হাত খানি হাইৰাণ হোৱাত, এদিন ৰাতি 'গেৰমোছা' ভৰালীয়ে তাৰে ৪ হাত কাটি পেলালে, আৰু ৰাতিৰ ভিতৰতে বাঁহৰ আগলৈকে মাটি দি মৈদাম বান্ধি পেলালে। পাছত এই কথা কেনেবাকৈ ভূ-পাই হাবীয়াল বৰুৱাই খাটৰ মানুহবিলাকক নানা তৰহৰ শাস্তি কৰিবলৈ ধৰিলে। ভাঁলেমান মানুহ ভাগি গৈ উত্তৰ পাৰত সোমালগৈ।

মানৰ উপদ্ৰৱৰ সময়ত মানৰ হাতত ৰাংগলী আইদেউৰ গিৰিয়েক মোহনচন্দ্ৰ দুৱলীয়া ফুকন মৰা পৰে। তাৰ পাছত কাজলীমুখীয়ানী গাভৰু আৰু ৰাংগলী আইদেউ বৰ আইচুৰ লগলৈ উঠি আহিল।

কালক্ৰমে বৰ আইচু আৰু কাজলীমুখীয়ানী গাভৰু, দুয়োগৰাকী মৃত্যুৰ মুখত পৰাৰ পাছত, ইংৰাজৰ আমোলত তেওঁক চিনাতলী আৰু আহোম গাওঁ মৌজা দিছিল। তেওঁ

লিখাপঢ়া ভালকৈ জানিছিল, আৰু তেওঁৰ ধৰ্মভাবো বৰ প্ৰবল আছিল। তেওঁ ২৪ বছৰ মৌজাদাৰী কৰি, অৱশেষত বয়স বেছি হোৱা গতিকে, বৃদ্ধাৱস্থাত কমিছনাৰ চাহাবক জনাই পেঞ্চনৰ দৰে সাজত এটকা হিচাপে 'খোৱা খৰচ' লৈছিল। এই খৰচা ৰাংগলী আইয়ে মাত্ৰ দুবছৰহে খালে। তেওঁ মৰিলত, শহুৰেকৰ মৈদামৰ ওচৰতে তেওঁকো দাহ কৰি সৰুকৈ মৈদাম দিয়ে। উইয়ে মাটি তুলি সেই মৈদামকে এতিয়া কিছু ডাঙৰ কৰিছে।

বৰফুকনে ন-গোসাঁই ঘৰত 'শৰণ' লৈছিল বুলি প্ৰবন্ধলিখকে কৈছে, কিন্তু আমি জানো, বৰফুকন আউনীআটীৰহে শৰণীয়া। সম্ভৱতঃ বৰফুকনে ন-গোসাঁই জনৰ ঘৰত 'দীক্ষা'হে লৈছিল। প্ৰবন্ধ লিখকে বোধকৰোঁ 'শৰণলোৱা' আৰু 'দীক্ষা গ্ৰহণ' কৰা একে বুজিছে। ৰাংগলী আইদেউ হলে 'গজলা'ৰ হে আছিল।

কালৰ কুটিল গতিত আজি সেই কলীয়া ভোমোৰা বৰফুকন বা 'প্ৰতাপবল্লভ'ৰ ডালৰ সতি-সন্ততি কোনোৱেই সংসাৰত নাই, অধিক কি হাবীয়াল বৰুৱাৰো (যাক বৰ আইচুৱে পো বুলি লৈছিল) তেওঁৰ ডালৰো কোনো নাই। মাত্ৰ বৰফুকনৰ ককাইদেৱেকৰ ডালৰ দুটি ল'ৰা যোৰহাটত বৰ্তমান জীৱিত আছে।

'বুৰঞ্জীৰ বিবিধ বাতৰি' লিখকে, ফুলেশ্বৰী কুৱঁৰীৰ কথা কওঁতে লিখিছে "মিঃ গেইট আৰু শ্ৰীযুত পদ্মনাথ বৰুৱাই তেওঁলোকৰ বুৰঞ্জীত তেওঁক প্ৰমতেশ্বৰী নামকৰণ কৰিছে। কিন্তু সেইটো তেওঁলোকৰ ভুল। তেওঁৰ নাম প্ৰমথেশ্বৰীহে আছিল, প্ৰমতেশ্বৰী নাছিল।" কিন্তু মহাৰাজা শিৱসিংহৰ দিনত লিখা যি সাঁচিপতীয়া বুৰঞ্জী আমাৰ হাতত পৰিছে তাৰ পৰা আমি তেওঁৰ নাম প্ৰমতেশ্বৰী বুলিহে জানিব পাৰিছোঁ। অৱশ্যে তেওঁক যে সেই সময়ৰ কোনো কোনো লিখকে "প্ৰমথেশ্বৰি" (প্ৰমথেশ্বৰী) বোলা নাছিল, আমি এনে কথাও কব নোখোজোঁ ; কিন্তু আমাৰ মতে, মিঃ গেইটকে আৰু শ্ৰীযুত পদ্মনাথ বৰুৱাকে ভুল বুলি থিৰাং কৰাটো প্ৰবন্ধলিখকৰ যুক্তিসংগত হোৱা নাই। ফুলেশ্বৰী বৰকুঁৱৰীৰ বিষয়ে পাছৰ এক প্ৰবন্ধত আমি বিশেষ ৰূপে বহলাই লিখিম।

শেহত কওঁ যে, আমি এই কথা কেইশাৰী লিখাত প্ৰবন্ধলিখোঁতাই যেন আমাক খং নকৰে। সত্যতা বাহিৰ হোৱাহে আমাৰ উদ্দেশ্য ; তেওঁৰ প্ৰবন্ধৰ প্ৰতিবাদ কৰা আমাৰ ইচ্ছা নহয়।

# 'দুৱলীয়া পানীফুকনৰ স্বদেশাৰ্থে প্ৰাণবিসৰ্জন' আৰু 'মৰাণৰ ৰণচণ্ডী ৰাধা-ৰুক্মিণীৰ সম্বন্ধে' আমাৰো একেষাৰ

মোৰ আদৰৰ ডেকা বন্ধু শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাদেৱে 'বাঁহী'ৰ ১৪শ বছৰৰ ১১শ সংখ্যাত 'দুৱলীয়া পানীফুকনৰ স্বদেশাৰ্থে প্ৰাণ বিসৰ্জন' আৰু ১২শ সংখ্যাত 'মৰাণৰ ৰণচণ্ডী ৰাধা-ৰুক্মিণী' বুলি দুটি বুৰঞ্জীমূলক সাৰুৱা প্ৰবন্ধ লিখিছে। সেই বুলি তেখেত আমাৰ যে অতি শলাগৰ পাত্ৰ, তাক নকলেও হ'ব। ভূঞাদেৱৰ নিচিনা উদীয়মান ডেকা সাহিত্যিকৰ পৰা অসমদেশৰ জাতীয় বুৰঞ্জীয়ে যে অনেক আশা কৰে সেইটো অসমীয়া ৰাইজৰ অবিদিত নহয়। প্ৰবন্ধ দুটিত তেখেতে যি লিখিছে, তাতকৈ বঢ়াই কবলৈ বিশেষ মোৰ একো নাই যদিও, প্ৰথম প্ৰবন্ধত তেখেতে দয়া কৰি এই নিঃকিনৰ নাম উল্লেখ কৰাত ময়ো একেষাৰ কবলৈ আগবাঢ়িলো।

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত মোৱামৰীয়াৰ বিৰুদ্ধে ৰণ কৰিবলৈ দুজন ফুকনক (?) সেনাপতি পাতি পঠোৱা হৈছিল, এজন দুৱৰাৰ ঘৰৰ হৰনাথ ভিতৰুৱাল ফুকন, আনজন দিহিঙ্গীয়া ফৈদৰ বৰৈ দুৱলীয়া পানীফুকন। দিহিঙ্গীয়া ফৈদৰ বংশাৱলী আমি যিখিনি সংগ্ৰহ কৰিব পাৰিছোঁ, তাৰ পৰা বুজা যায় যে লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত ফুকন হোৱা, দিহিঙ্গীয়া ঘৰৰ ডেবেৰা ( যাক কাশি বা দিহিঙ্গীয়া বৰ ফুকন বুলিও জানে, আৰু যাক ভূঞাদেৱে "দিহিঙ্গীয়া বুঢ়া ফুকন" বুলিছে ) প্ৰথমতে পানীফুকনৰ বিষয় খাইছিল। তেওঁৰ দুই পুতেক, বৰজনৰ নাম বৰৈ, সৰুজনৰ নাম চিঁৰৈ। তিনিজনা ডাঙ্গৰীয়াৰ বৰ পুতেক কেগৰাকীক 'লৰি গোহাঁই' আৰু বিষয়া খাই থকা বৰুৱা ফুকনৰ বৰ পুতেকক দুৱলীয়া বৰুৱা বা 'দুৱলীয়া ফুকন' বুলি গৌৰৱ কৰি মতাৰ পূৰ্বে প্ৰথা আছিল। গতিকেই দিহিঙ্গীয়া পানীফুকনৰ বৰ পুতেক বৰৈক "দুৱলীয়া পানীফুকন' বোলা হৈছিল। মোৱামৰীয়া সময়ত ডেবেৰা পানীফুকনক বৰফুকন পতা হয়, আৰু তেওঁৰ পুতেক বৰৈকো, কতদিনৰ পাছত, ডেকাফুকনৰ বাব দিয়া হৈছিল। এই ডেকাফুকনৰ ভায়েক চিঁৰৈ, গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ দিনত 'মেধি' নাম লৈ বৰফুকন হৈছিলগৈ।

হৰনাথ ফুকন ডেকাফুকন নহয়, আৰু তেওঁ কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ জোঁৱায়েকো নহয়। হৰনাথ ভিতৰুৱাল ফুকন কীৰ্তিচন্দ্ৰ বৰবৰুৱাতকৈ বয়সে ডাঙৰ আছিল যদিও, সম্বন্ধত আহোম মতে কীৰ্তিচন্দ্ৰহে তেওঁৰ ককায়েক। হৰনাথ ফুকনৰ মাক বকতীয়ালৰ ঘৰৰ জীয়াৰী তেওঁ কীৰ্তিচন্দ্ৰ বৰুৱাৰৰ পেহী দেউৱেক। সেইমতে কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ দেউতাক (ৰূপচন্দ্ৰ বৰবৰুৱা) হৰনাথ ফুকনৰ নিচাদেউতাক; আহোম নিয়মে 'নিচাদেউতাকৰ পুতেক সৰু হলেও সদায় 'ককাই'। আৰু একেষাৰ মাত্ৰ। ভূঞাদেৱে মোহনমালাদেৱক ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ তৃতীয় পুত্ৰ বুলিছে। আমি জনাত কিন্তু তেখেতক প্ৰথম পুত্ৰ বুলিহে জানো। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ সাতজনা কুঁৱৰী আছিল, বৰকুঁৱৰী আৰু চমুৱাকুঁৱৰী এগৰাকীৰ সতি-সন্তান নাই, বাকী পাঁচজনাৰ ভিতৰৰ পৰ্বতীয়া কুঁৱৰীৰ এটি ছোৱালী আৰু শিৱসিংহ বৰমাহী কুঁৱৰীৰ প্ৰমত্তসিংহ, মঠাভঙ্গীয়া ফুকনৰ জীয়েকৰ

বোন্দাগোঁহাই (পাছলৈ ৰাজেশ্বৰসিংহ) আৰু সৰু কুঁৱৰীৰ কালশিলীয়া গোহাঁই (পাছলৈ লক্ষ্মীসিংহ) আৰু পানীফুকনৰ জীয়েকৰ মনগোহাঁই (বা মোহনমালাদেৱ)। বয়সত মোহনমালাদেৱ কেউগৰাকী কোঁৱৰতকৈ বৰ।

সাধাৰণতে আহোম ৰজাসকলৰ বৰজনা কোঁৱৰহে ৰাজ-পাটৰ উত্তৰাধিকাৰী হয়। সেই নিয়ম অনুযায়ী মনগোহাঁইদেওহে ৰজা হব লাগিছিল ; কিন্তু সৰুকালতে তেওঁৰ আই ওলাই মুখত গুটিৰ চিন থকাত তেওঁ ৰজা হবলৈ অনুপযুক্ত হৈছিল মাথোন। তেওঁ দেখনিয়াত অতি সুশ্ৰী আৰু আচাৰ-ব্যৱহাৰতো দেৱতুল্য আছিল ; সেই কাৰণে তেখেতক মানুহে আগ্ৰহ কৰি মোহনমালাদেৱ নাম দিছিল। মুখিয়াল মুখিয়াল বিষয়াবিলাকৰ প্ৰায় সকলোখিনিয়েই তেওঁক বৰ ভাল পাইছিল, আৰু সকলো প্ৰজাৰেই তেওঁ আলাসৰ লাডুৰ নিচিনা আছিল। তেওঁক ৰজা নাপাতি শিৱসিংহক ৰজা পতাত বহুতৰ মনতেই বৰ অসন্তোষ হৈছিল। পাছত ৰাজেশ্বৰ সিংহৰ দিনত কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰজাত বিষমে বুজাই যেতিয়া বিনাদোষত তেওঁক নগৰৰ বাজলৈ উলিয়াই খেদোৱালে, তেতিয়া মোহনমালাদেৱক ভাল পাওঁতা মানুহবিলাক খণ্ডত ঘৃতাহুতি হ'ল, আৰু ৰাজকীয় ক্ষমতাৰ বিপক্ষে ঠিয় দিবলৈকো মনে মনে তেওঁলোক কৃতসংকল্প হ'ল। এয়েহে বিদ্ৰোহৰ (যাক 'মোৱামৰীয়া বিদ্ৰোহ' বুলি জানে) প্ৰথম সূত্ৰপাত আৰু প্ৰধান কাৰণ। মোৱামৰীয়া মহন্তক অপমান কৰা প্ৰভৃতি আনবিলাক কাৰণ বিদ্ৰোহৰ ঘাই কাৰণ নহয়।

এতিয়া মৰাণৰ ৰণচণ্ডী ৰাধা-ৰুক্মিণীৰ বিষয়ে একেষাৰ কৈয়ে আমি সামৰণি মাৰিম। ৰাধা-ৰুক্মিণী এগৰাকী তিৰোতা নহয়। এইকথা বুৰঞ্জীত ভালকৈ লিখা আছে। সিবিলাক দুগৰাকী মৰাণৰ নাহৰ খোৰাৰ ঘৈণীয়েক। ৰাধাৰ আছল নাম আছিল ভাতুকী আৰু ৰুক্মিণীৰ আছিল ভাকুলী। ভূঞাদেৱে সুধিছে সিবিলাকক ৰাধা-ৰুক্মিণী নাম দিয়া হ'ল কিয় ? আমি তাৰ উত্তৰত ইয়াকে কওঁ যে নাহৰ খোৰাই স্বয়ম্ভূৰূপে 'নৰ-হৰি' (অৰ্থাৎ নতুন হৰি, বা, বৰ্ত্তমান যুগৰ হৰি বা কৃষ্ণ) হৈ পৰিছিল যেতিয়া "নতুন হৰিৰ" পত্নী বা গৃহিণীসকল যে (নতুন) ৰাধা, আৰু (নতুন) ৰুক্মিণী নহব তাৰ কাৰণ কি ? দ্বাপৰৰ শ্ৰীহৰিৰ প্ৰধান মহিষী ৰাধা আৰু ৰুক্মিণী আছিল ; আহোম ৰাজত্বৰ কালত উদ্ভৱ হোৱা নতুন হৰিৰ পত্নীও নিশ্চয় ৰাধা আৰু ৰুক্মিণী হোৱাটো যুক্তি সঙ্গত হৈছিল। আমাৰ মনেৰে ৰাধা ৰুক্মিণীক ৰাঘৱৰ ঘৈণীয়েক বোলাটো বৰ অন্যায় হৈছে। ৰাধা ৰাঘৱৰ মাক, ৰুক্মিণী হৈছে মাহীয়েক (মোহীমাক)। ৰমাকান্ত আৰু ৰাঘৱ দুয়ো সহোদৰ, ৰমাকান্ত বৰ, ৰাঘৱ সৰু, দুয়ো নাহৰ খোৰাৰ ঔৰসজাত সন্তান। "বৰবৰুৱাই (কীৰ্তিচন্দ্ৰই) খণ্ডৰ ভমকত আগ-পাছ নুগুণি চাওডাংৰ হতুৱাই নাহৰ খোৰাৰ পিঠিতহে" চমতাৰ কোব মৰাই, কাণ দুখন কাটি খেদি পঠাইছিল, ৰাঘৱক নহয়।

ভূঞাদেৱে কোৱাৰদৰে, আগৰ দিনৰ পুথি-পাঁজিবোৰত প্ৰায়েই শব্দবোৰ লগালগিকৈ একে লেঠাৰিয়ে লিখে। সেইদৰে ৰাধা আৰু ৰুক্মিণীৰ নাম বেলেগ কৰি নিলিখাত (অৰ্থাৎ নাম দুটাৰ মাজত "আৰু" শব্দ প্ৰয়োগ নকৰাৰ নিমিত্তে) পাছৰ মানুহবিলাকে ৰাধা আৰু ৰুক্মিণীক এগৰাকী তিৰোতা বুলি ভাবিবলৈ ধৰিলে।

# বাটচৰা

## (১)

## ৰাধা, ৰুক্মিণী আৰু নাহৰখোৰাৰ মৃত্যু

যোৱা সংখ্যা 'বাঁহী'ত 'মহাৰাজ ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ' প্ৰৱন্ধত আমাৰ বন্ধু শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাদেৱে ৰামকৃষ্ণ ভৱালী বৰুৱাৰ কথা উনুকিয়াই এইদৰে কৈছে ঃ

"ৰাঘ হামখুৰি খাই পৰিল, এনেতে ৰামকৃষ্ণ হুঁচৰীৰ মাজৰপৰা আহি ৰাঘক তৰোৱালেৰে কুবিয়াই মাৰিলে। এইদৰে ৰামকৃষ্ণ বীৰে দেশৰ স্বাধীনতা উদ্ধাৰ কৰাত আগৰণুৱা হৈছিল। সেই সময়তে ৰামকৃষ্ণৰ মানুহে নাহৰখোৱা মৰাণ, ৰমাকান্ত আৰু নাহৰৰ দুই ভাৰ্যা ৰাধা আৰু ৰুক্মিণীক বধ কৰে।"

এই কথা বৰ ঠিক হোৱা নাই যেন লাগে। ৰাঘক মৰাৰ পাছত ৰামকৃষ্ণৰ মানুহে হৰগৌৰীৰ দলত ৰাধাক খুচি মাৰিলে সঁচা, কিন্তু সেই মানুহে ৰুক্মিণীক আৰু নাহৰখোৰাক বধ কৰা নাই। ৰামকৃষ্ণৰ মানুহে ৰঙ্গনাথৰ পোন পাই, নাহৰখোৰাক ধৰিবলৈ যোৱা মানুহে বুজিবৰ নিমিত্তে মাত লগোৱাত, সেই মাত বুজি পাই, কহনে, অপঁতাই নাহৰখোৰাৰ কৰঙ্গনত যাঠিৰে খোচ মাৰিছিল, কিন্তু নাহৰ খোচ খাই নপৰি পলাই গল। কেইদিনমানৰ পাছত, চহৰীয়াবোৰে পাই, ধৰি আনি দিলতহে নানা উগ্ৰ শাস্তি কৰি তাক মৰা হয়।

ৰংপুৰত যেতিয়া ৰাঘ, ৰাধা আৰু নাহৰক বধ কৰা হয়, ৰুক্মিণী তেতিয়া গুৱাহাটীতহে। তাত ৰণ ওলোৱা শুনি তেওঁ চ'ততে গুৱাহাটীলৈ যায় আৰু তেতিয়াৰেপৰা তাতে আছিল।

১৬৯২ শঁকৰ বহাগৰ সংক্ৰান্তিৰ দিনা, মঙ্গলবাৰে। ৰাতি এপৰ থকাত বিপ্লৱবাদীবিলাকৰ হাতৰপৰা নগৰ উদ্ধাৰ কৰা হয়। তাৰ পাছদিনা ৰাতিপুৱাই ঘনশ্যাম বুঢ়াগোঁহাই ডাঙৰীয়াই মোৱামৰীয়া মহন্তক ধৰি আনিবলৈ আদেশ প্ৰচাৰ কৰে, আৰু তেখেত নিজেও লোক-জন কিছু লগত লৈ মহন্তক ধৰিবৰ নিমিত্তে খুটিয়াপোতালৈ যায়। নানা ফন্দি কৰি তেখেতে মহন্তৰ দুই বাপেক-পুতেকক ধৰিলে, আৰু কাপোৰৰ টোপোলা বান্ধি, হাতৰ ওপৰত দুফালে দুটাক পেলাই, দিনৰ এপৰ থকাত খুটিয়াপোতাৰ পৰা ৰাতিয়ে দিনে আহি, পাছদিনা তিনি পৰ মৰাত ৰংপুৰ পালেহি। স্বৰ্গদেৱে মহন্তৰ বাপেক-পুতেক দুইকো অতি উগ্ৰ শাস্তি কৰি নদুৱাৰৰ মুখৰ হাতীশালৰ মূৰৰ খলাত মৰালে, আৰু মোৱামৰীয়াক ধৰিবৰ কাৰণে পাছদিনা বাঁহবৰীয়া কটকীৰ ঘৰৰ ধনেশ্বৰক গুৱাহাটীলৈ পঠায়। ধনেশ্বৰে চ'ৰা নাৱেৰে ৰাতিয়ে-দিনে গৈ গুৱাহাটী পাই মোৱামৰীয়াৰ বিষয়াবোৰক মন্ত্ৰণা কৰি দোপদৰলৈ নি ধৰে আৰু গৰাল দি, লোহা লগাই বন্দী কৰি থয়। তাৰ পাছত এখেৰপৰা বুঢ়া দিহিঙীয়া বৰফুকন গুৱাহাটীলৈ যায়, তেওঁহে মোৱামৰীয়াৰ নিশেষ ফুকন আৰু ৰুক্মিণীক ধৰাই শাস্তি কৰাই বধ কৰালে।

## ‘মায়ামৰা সত্ৰসকলৰ বিষয়ে’ প্ৰবন্ধৰ বিষয়ে একাষাৰ

পৰম শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই আজি কিছুদিনৰ পৰা ধাৰাবাহিক ৰূপে "মায়ামৰা সত্ৰসকলৰ বিষয়ে" নাম দি আবাহনত এটি প্ৰবন্ধ লিখিছে। প্ৰবন্ধটিৰ সম্ভৱতঃ মূল উদ্দেশ্য হৈছে ‘মোৱামৰীয়া’ সম্প্ৰদায়ৰ সেই নাম গুচাই ‘মায়ামৰীয়া’ নাম-কৰণ কৰা। বৰদলৈ ডাঙৰীয়াৰ এই উদ্দেশ্য কিমানদূৰ ফলৱতী হয়, তাক আমি কব নোৱাৰিছোঁ এথোন। তেখেত অসমৰ এজন নামজ্বলা সাহিত্যিক। বুৰঞ্জীমূলক উপন্যাস লিখাত তেখেতৰ যথেষ্ট নাম আছে আৰু আমাৰ সকলোৰে তেখেত শ্ৰদ্ধাৰ পাত্ৰ। আমাৰ দেশৰ Sir Walter Scott বুলি আমি তেখেতৰ গৌৰৱ কৰোঁ। বুৰঞ্জীৰ মোল তেখেতে ভালকৈ বুজে। তেখেতৰ লগত আমি বাদানুবাদ কৰিবলৈ ভাল নাপাওঁ। মুঠতে তেখেতক ইমানকে জনাই থওঁ যে ‘জাতীয় বুৰঞ্জী’ আৰু সত্ৰ বিশেষৰ ‘চৰিত্ৰ পুথি’ দুয়ো একে নহয়; দুয়োৰে ভিতৰত পাৰ্থক্য অনেক, তালৈ যেন তেখেতে অলপ দৃষ্টি ৰাখে। ‘জাতীয় বুৰঞ্জী’ আৰু সত্ৰ বিশেষৰ ‘চৰিত্ৰ পুথি’ এই দুয়োকে গোটাই, একেলগে ৰান্ধি অসমীয়া ৰাইজক যেন তেখেতে ‘খিচিৰী ভাত’ খাবলৈ নিদিয়ে; ‘খাৰখোৱা’ অসমীয়াৰ পেটত ‘খিচিৰী ভাত’ ভালকৈ ‘হজম্’ নহব। আৰু এটা কথা। তেখেতৰ প্ৰবন্ধটো পঢ়ি, মনত এনে ভাব আহে, যে তেখেতে দিনজয় সত্ৰৰ অধিকাৰ গোসাঁইৰ অনুৰোধত পৰি এই প্ৰবন্ধটো লিখিবলৈ হাতত নোলোৱা হলেই ভাল আছিল, নতুবা, তেখেতে ইমান পৰিশ্ৰম নকৰি ‘দিনজয় সত্ৰৰ চৰিত্ৰ পুথি’ খনকে সাৰশেষে ছপাই উলিওৱা হলে ভাল আছিল। তেনে কৰাতকৈ এই প্ৰবন্ধটোৱে বেছি ফল দিব বুলি আমাৰ বিশ্বাস নহয়। সি যি কি নহওক, বুৰঞ্জী সাহিত্যৰ ক'তো ‘মায়ামৰীয়া’ শব্দটো পোৱা নাযায়, সকলোতে ‘মোৱামৰীয়া’ বুলিহে আছে আৰু অসমীয়া ৰাইজেও চিৰকাল ‘মোৱামৰীয়া’ বুলিয়েই শুনি আহিছে। আদিতে এই সম্প্ৰদায়ৰ কিছুমান মানুহে এখন বিলত মোৱা মাছ ধৰি খোৱা, সেই কাৰণেই সেই বিলখনৰ নাম "মোৱামৰা বিল" হোৱা, তাৰ পাছত তাৰ কাষতে স্বৰ্গীয় অনিৰুদ্ধ দেৱৰ আদি সত্ৰ স্থাপন হোৱা আৰু সেই সত্ৰৰ নাম ‘মোৱামৰা সত্ৰ’ হোৱা কথা এটা চলিত আছে। তাক অসমৰ সকলো মানুহে জানে। এই কথা সিপক্ষৰ পৰা মিছা বুলি একেবাৰে উৰাই দিয়ে। আমি কিন্তু কওঁ, এই কথাত নিশ্চয় এটা সত্য নিহিত আছে। প্ৰাচীন বুৰঞ্জী এখনৰ এঠাইত এইদৰে লিখা আছে–

"পাছে বৰবৰুৱাই জুথে জুথে ধৰাই অনাই মৰালে। পাছে পৰদিনা স্বৰ্গীয় ও সৈসেন্যে সহিতে ভতিয়াই ৰঙ্গপুৰলৈ আহিল। তাৰ পৰদিনা স্বৰ্গীয় এ তিনিজনা ডাঙৰীয়া, বৰবৰুৱা, বৰফুকন, আনোফুকন, ৰাজখোৱা সকলকো ভিতৰলৈকে নিয়াই স্বৰ্গীয় এ শুধিলে বোলে এই মোৱামাছ মাৰি খোৱা মোৱামৰীয়াবোৰে ইমান পৰাভৱ কৰিলে, আৰু পূৰ্বেও এই মৰাণে অনেক অকাৰ্য কৰিছে। এতেকে তাক সপুত্ৰাবান্ধৱে নষ্ট কৰিবলৈনো তোমালোকে কি

বোলা ?" ইত্যাদি। –( দুঃ বঃ বুঃ ৪১ পৃঃ )

ৰাইজৰ অৱগতিৰ নিমিত্তে আমি এই কথা কেইফাঁকি পুৰণি বুৰঞ্জীৰ পৰা তুলি দিলো। ইয়াৰ পৰা বুজা যায় যে মোৱামৰা সত্ৰৰ বা মোৱামৰীয়া সম্প্ৰদায়ৰ মোৱামাছৰ লগত একালত কিবা এটা সম্বন্ধ নিশ্চয় আছিল।

দ্বিতীয়তঃ ৰাধা আৰু ৰুক্মিণীৰ প্ৰসঙ্গত শ্ৰদ্ধাস্পদ শ্ৰীযুত বৰদলৈ ডাঙৰীয়াই এই নিঃকিনৰো নাম উল্লেখ কৰিছে। গতিকে আমিও সেই সম্পৰ্কে কেই আষাৰমান কবলৈ আগ বাঢ়িলো।

শ্ৰদ্ধাস্পদ শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙৰীয়াই ৰাধা আৰু ৰুক্মিণীক ৰাঘৱ মৰাণৰ দুই ঘৈণীয়েক কেনেকৈ বুলিছে, আমি কব পৰা নাই। সৰু কালৰে পৰা মানুহৰ মুখে মুখেও ৰাধা ৰুক্মিণীক নাহৰ খোৰাৰ ঘৈণীয়েক বুলিয়েই শুনি অহা মনত পৰে, তদুপৰি আমাৰ হাতত যি কেইখন বুৰঞ্জী পৰিছে, তাৰ এখনৰ মতে–

"মোৱামৰীয়া নাহৰে কীৰ্তিচন্দ্ৰ বৰবৰুৱাক নৰ্চছা শালত দিলে, আৰু তেওঁৰ পুতেক কেবাজনো কাটিলে। এই উদ্যোগত জঁয়ী হৈ নাহৰে 'নৰ-হৰি' নাম লৈ তাৰ দুই তিৰতাৰ ভাতুকীক ৰাধা আৰু ভাকুলীক ৰুক্মিণী নাম দিলে।" ( আঃ দিঃ ৩৯৬ পৃঃ )

ৰাধা আৰু ৰুক্মিণীৰ আচল নাম ভাতুকী আৰু ভালুকী হে আছিল। আন এখন বুৰঞ্জীত লিখিছে–

"বৰবৰুৱাৰ ভাগৰ হাতি চুঙ্গিয়েও, ফুকনৰ ভাগৰ হাতিচুঙ্গি, দুয়ো ভাগৰ হাতিচুঙ্গি গোটখায়, বৰতিয়া তুলি, দুই তিৰোতা মানুহক ৰাধা-ৰুক্মিণী পাতি, আসুৰি মেল পাতি, ৰণ উলিয়াইছে।" ( দুঃ বঃ বুঃ ১৩ পৃঃ )

সেই বুৰঞ্জীৰে আন এঠাইত লিখিছে–

"মৰাণে গোহাঁইবোৰে আলচ কৰি ৰাঘক বৰবৰুৱা পাতিলে, খোড়াক দেও গোঁসাই পাতিলে; তাৰ নাম নাহৰ, তাৰ দুই ঘৈণীয়েকক ৰাধা-ৰুক্মিণী নাম দিলে।" ( দুঃ বঃ বুঃ ১৫ পৃঃ )

আন এঠাইত লিখিছে–

"এইৰূপে (মৰাণে) নগৰ লৈ হিঁলৈ এজাই জাই কৰিলে, ১৬৯১ শকৰ মাঘ আঘোণ। পাছে নগৰ পাই খোড়াই নাম ললে দেওগোঁসাই, ৰুক্মিণী সহিতে ৰঙ্গনাথত দ'লত থাকিল, ৰাধা হৰগৌৰী দ'লত থাকিল, ৰজা (পৰমানন্দ) নগৰতে থাকিল।" ( দুঃ বঃ বুঃ– ২০ পৃঃ )

এঠাইত আছে–

"ৰঙ্গনাথৰ পোণ পায় খোড়াক ধৰিবলৈ যোৱা মানুহে বুজিবৰ নিমিত্তে মাত লগালে। সেই মাত বুজি পাছে কহণে আপইতাই খোড়াৰ কৰঙ্গনত জাঠিএৰে খোছ মাৰিলে; নগৰি খোছ খাই পলাই গ'ল। পাছে সেই দ'লৰ বৰ দুৱাৰৰ মুখতে, পৰে সেই মানুহেই গই, হৰগৌৰীৰ দ'লত ৰাধাক খুচি মাৰিলে।" (দুঃ বঃ বুঃ ২৩ পৃঃ) "**আৰু খোড়াক চহৰিয়াই কচুদোপত পাই ধৰি দিলেহি, তাকো নানা শাস্ত্ৰি কৰি মাৰিলে।" ( দুঃ বঃ বুঃ ২৪ পৃঃ )

আৰু এঠাইত লিখিছে–

"পাছে পৰদিনা প্ৰভাতে স্বৰ্গীয় এ কুঁঞেগঁঞা মহামন্ত্ৰী বুঢ়া গোহাঞিক খুটিয়াপোতাৰ পৰা মোৱামৰীয়া মহন্তক ধৰি আনিবলৈ আজ্ঞা কৰিলে। পিছে ডাঙৰীয়াও লোকজন সহিতে দিনেৰাতিয়ে গৈ খুতিপোটা পায়, আমাৰ যি কাঁৰি বাকয়তি আছিল, সিহঁতক ৰহস্যে সাৰশেষ বাৰ্তা কলে। লোকজনে শুনি হৰ্ষযুক্ত হৈ, পাছে মন্ত্ৰণা কৰি চতুৰ্পাশে বেৰি ধৰিলে। পাছে স্বৰ্গীয় এ যুদ্ধ লাগে বুলি ৰামকৃষ্ণাকে মগলু মানুহ কিছু সৈতে কোঁৱৰ দুজনাকো পাছুতে পঠালে। পাছে ডাঙৰীয়াই ফন্দ-ফান্দ কৰি মহন্তক উলিয়াই আনি ধৰিলে। পাছে বাপেক পুতেক দুইকো কাপোৰৰ টোপোলা বান্ধি, হাতীৰ ওপৰত দুফালে লৈ দুটাক পেলাই, দিবসৰ একপৰ থকাত খুতিয়া পোটাৰপৰা ৰাতিয়ে দিনে আনি, পৰদিনা তিনি পৰ মৰাত ৰঙ্গপুৰ পালেহি। পাছে স্বৰ্গীয় ত জোগালে। স্বৰ্গীয় ও মহাজনত সোধালে। পাছে মহাজনেও দাই বুলি দাই গাত ললে। স্বৰ্গীয়ও দোষি হেন জানি বাপেক পুতেক দুইকো নদুৱাৰ মুখৰ হাতী ঃ শালৰ শলাত মৰালে। আৰু মৰাণক ( মহাজনক ?) ধৰিবৰ পাছ দিনাই স্বৰ্গীয়এ বাহবৰিয়া কটকিৰ ঘৰৰ ধনেশ্বৰক গুৱাহাটীলৈ মৰাণৰ গুলি-গিৰি কৰি, বৰ ফুকনক ধৰিবলৈ পঠালে। পাছে কটকি ধনেশ্বৰ চৰা নাৱেৰে গৈ ৰাত্ৰি দিনে গুৱাহাটী পায়, গুৱাহাটীত যিবোৰ মৰাণৰ ফুকন, ৰাজখোৱা হৈছিল, মন্ত্ৰণাৰে সকলকো দোপৰলৈ নি ধৰিলে, গৰাল দি, লোৱা লগাই, ৰখা দি থলে। পাছে বৰফুকন পাই গৈ মৰাণৰ নিঃশেষ ফুকন, ৰাজখোৱাক মাৰিলে, ৰুক্মিণীকো মাৰিলে। পাছে কটকি ধনেশ্বৰ আহি ৮ দিনে স্বৰ্গীয়ত মৰাণক মৰা বাৰ্তা কলেহি। পাছে স্বৰ্গীয়এ শুনি ধনেশ্বৰক প্ৰশংসা কৰিলে।" ( দুঃ বঃ বুঃ - ২৪।২৫ পৃঃ )

বুৰঞ্জীৰ পৰা ভালেখিনি কথা উদ্ধৃত কৰা হ'ল। 'আবাহন'ৰ পাঠক-পাঠিকাসকলে হয়তো তাত আমনি যেন পাইছো। সেই কাৰণেই এইখিনিতে জনাওঁ যে এনে কৰাৰ আমাৰ উদ্দেশ্য দুটা, প্ৰথমটো হৈছে, ৰাধা আৰু ৰুক্মিণী যে ৰাঘৱৰ ঘৈণীয়েক নহয়, সিবিলাক দুয়ো নাহৰ খোৰাৰ হে ঘৈণীয়েক, তাক প্ৰমাণ কৰা। দ্বিতীয়টো হৈছে, অনেকৰ আজিও ধাৰণা ৰাধা-ৰুক্মিণী এগৰাকী মানুহ, সেই ভুল ধাৰণা সিসকলৰ মনৰপৰা আঁতৰ কৰা। সেই কাৰ্যত কিমান দূৰ কৃতকাৰ্য্য হোৱা গৈছে, সেইটো সহৃদয় পাঠক আৰু সহৃদয়া পাঠিকাসকলে বিচাৰ কৰিব। এই দুই উদ্দেশ্য নথকা হলে, আজি আমি আহি ইয়াত 'হাজিৰ' হবলৈ সাহ নকৰিলোহেঁতেন। কিয়নো 'মোৱামৰীয়া সত্ৰসকলৰ বিষয়ে' কবলৈ যোৱাটো আজিকালি আমাৰ পক্ষে 'মহাসঙ্কটজনক'। কিছুদিনৰ আগতে এই সম্পৰ্কে 'ৰাতৰি'ত মাত মাতি আমি মুগাচুঙ্গৰ কাউৰী যেন হৈ পৰিছিলো ; বাটলু গুটিৰ কোৰত আমাৰ টকলা মূৰৰ অধ্যা পৰা যেন দেখি গলো। সেই কাৰণে সেই সম্পৰ্কীয় 'বাদানুবাদ'ত যোগ নিদি আমি 'মোৱামৰীয়া বিদ্ৰোহৰ বুৰঞ্জী' বুলি এখনি পুথি যুগুত কৰিবলৈ হাতত লৈছোঁ, তাত আমি এই বিষয়ে বহলাই সবিশেষ আলোচনা কৰিম বুলি ভাবিছোঁ। শাৰীৰিক অসুস্থতা আৰু সময়ৰ নাটনিত সেই পুথি যদিও সম্প্ৰতিকলৈ আমি সমাপ্ত কৰিব পৰা নাই, ৰাইজৰ আশীৰ্বাদত আৰু কিছুদিন জীয়াই থাকিলে, তাক শীঘ্ৰে সমাপ্ত কৰিবলৈ আশা কৰিছোঁ।

# ৰঙালি বিহু আৰু দুৰ্গাপূজা

অসমীয়াৰ জাতীয় উৎসৱ বা বিহু গৈছে, ক্ৰমে পূজা ওচৰ চাপিছেহি। এই মাজখেনতে বিহু আৰু পূজাৰ বিষয়ে একেষাৰ কবৰ্লৈ মন কৰি আজি 'আবাহন'ৰ ওচৰ চাপিছোঁ। তাত আমাৰ অনেক দোষাদোষ হ'ব পাৰে, সহৃদয় পাঠক আৰু সহৃদয়া পাঠিকাসকলে যেন নিজগুণে তাৰ বাবে এই নিঃকিনক ক্ষমা কৰে।

অসমীয়াৰ বিহু তিনটা– কাতি বিহু, মাঘ বিহু আৰু বহাগ বিহু। বহাগবিহুক 'ৰাঙলি বিহু' আৰু কোনো কোনোৱে 'ৰঙালি বিহু'ও বোলে। আমাৰ মতে দুয়োটা শুদ্ধ যেন লাগে। আজি বছৰচেৰেকৰ পৰা বহাগ বিহুৰ সম্পৰ্কে কাকতে পত্ৰে নানা প্ৰকাৰ আলোচনা হৈছে। কোনো কোনোৱে কয়, বিহু একেবাৰে উঠাই দিব লাগে, কোনোৱে কয়, বিহু উঠাই নিদিলেও অন্ততঃ সময়োপযোগী কৰি তাক সংস্কাৰ কৰি লব লাগে। আৰু এদল সাহিত্যিক আছে, সিবিলাকে কিন্তু বিহুটো উঠাব নোখোজেই নে, সিসকল তাৰ সংস্কাৰৰো বিৰোধী; উঠাবলৈ বুলি তাৰ কিবা সংস্কাৰ ঘটাবলৈ কোনোৱে আলোচনা কৰিব খুজিলে তেওঁবিলাকে চমক খাই উঠে। এই চমক খোৱাৰ কিন্তু আমি একো কাৰণ বুজিব পৰা নাই। সম্ভৱতঃ সেই সকলে ভাবে যে আমি অসমীয়া মানুহবোৰে যদি বহাগৰ বিহুত–

"বৈ বৈ যায় পিন্ধোতা নাই
চপা নাহৰৰে কলি, এ বাই!"

এনেকুৱা বিহুনাম বা বিহুগীত গাই হাতত টকা, মুখত পেঁপা আৰু ডিঙিত ঢোল আঁৰি লৈ হুঁচৰি গাই, নাচ বাগ কৰি জাতীয় উৎসৱত যোগ দি, একেলগে প্ৰাণ মিলাই হাঁহিব নাজানে (আৰু বিশেষকৈ, যদি আমগছৰ তলত দুপৰ ৰাতিলৈকে আমাৰ ডেকা-গাভৰুবোৰে নাচি-বাগি স্বৰগৰ পাৰিজাত ফুল মৰ্ত্যত ফুলাব নোৱাৰে) তেনেহলে অসমীয়াৰ 'জাতীয়ত্ব' লোপ পাব। সিবিলাকৰ এনে আশঙ্কাৰো কিবা বিশেষ কাৰণ আছে বুলি আমাৰ কিন্তু মনে নধৰে। অসমীয়াই খাৰ খাবলৈ এৰি বাৰে বাখৰ (বাৰ মছলা) দিয়া আঞ্জাত ধৰিলো; পাহ কটা চুলিৰ ঠাইত 'এলবাৰ্ট ফেছন' ললো, মিৰ্জই, এঙা প্ৰভৃতি চোলা এৰি 'চাৰ্ট' 'গলফ্ কোট' পিন্ধিলো; চুৰিয়াৰ ঠাইত হালবাওতেও হালোৱা ক্ৰকাইইঁতে চুটি পটলুং (shorts) পিন্ধিবলৈ ললে, আমি কথাবাৰ্তা হওঁতে নিজৰ মাতৃভাষা এৰি আধা বঙলুৱা কথা কবলৈ ধৰিলো; অসমীয়া শ্ৰীযুত হিতাই বৰুৱাই বাপেকলৈ অসমীয়াৰে চিঠি লিখোতে আৰম্ভণত 'শ্ৰীচৰণেষু' আদি পাঠ নিলিখি, ইংৰাজীৰে "My dear father" লিখি সামৰণি মাৰে "Your affectionate son, H. Baruah" বুলি; বহু কালৰ মূৰত প্ৰাণৰ লগৰীক লগ পাই সাদৰ আলিঙ্গন নকৰি মুখেৰে Good Morning বুলি কৰমৰ্দন বা Hand Shake কৰে। ইমানতো আমাৰ অসমীয়াৰ 'জাতীয়ত্ব' লোপ পোৱা নাই; এতিয়া বিহুটো সংস্কাৰ কৰিলেহে আমাৰ জাতীয়ত্ব

লোপ পাব ?

অনেকে আকৌ বিহুৰ লগত আনি ইংৰাজৰ 'বলডেন্সৰ' উপমা দিয়েছি। ইংৰাজৰ 'বলডেন্স্' আৰু আমাৰ 'বিহুনাচ' কিন্তু একে নহয়। আমাৰ মনেৰে বিহুৰ কথাৰ প্ৰসঙ্গত বলডেন্সৰ কথা উল্লেখ কৰাটোৱেই যুক্তিসঙ্গত নহয়। আমাৰ বিহুটো এটা নিৰ্দিষ্ট দিনত, নতুন বছৰৰ প্ৰথম দিনত (১লা বহাগত) ; ইংৰাজৰ 'বলডেন্স' যেতিয়াই তেতিয়াই। আমি সদাই বিহু পাতিব নোৱাৰোঁ, ইংৰাজ সকলে কিন্তু 'বলডেন্স' যেতিয়াই ইচ্ছা তেতিয়াই কৰিব পাৰে। তথাপিও যে বিহুৰ কথাৰ প্ৰসঙ্গত 'বলডেন্স'ক আনি 'হাজিৰ' কৰা হয়, আমি ভাবি অবাক মানিছোঁ। সি যিকি নহওক, 'বলডেন্স'ৰ জানো একো সংস্কাৰ হোৱা নাই ? আজিৰ বলডেন্স জানো চিৰ কালেই এনেকুৱা আছিল ? বা ভবিষ্যতলৈকো চিৰকাল এনেকুৱাই থাকিব ? অনুমান ইং ১১শ/১২শ শতাব্দীত ইংৰাজ জাতিৰ ভিতৰত (প্ৰায় সমগ্ৰ ইউৰোপতে) "মিন্‌ষ্ট্ৰেল ডেন্স"ৰ (Minstrel's Dance) অৱতাৰণা হয়। ক্ৰমে সেই 'মিনষ্ট্ৰেল ডেন্সে' ১৪শ কি ১৫শ শতাব্দীত 'মৰিছ ডেন্স'ৰ (Morris Dance) আকাৰ ধাৰণ কৰে। এই 'মৰিছ ডেন্স' ইংলণ্ডৰ সাধাৰণ শ্ৰেণীৰ মানুহৰ ভিতৰত অতি আদৰণীয় হৈ উঠিলেও ভদ্ৰসমাজৰ কোনেও ইয়াত যোগ নিদিছিল আৰু নাচ-বাগো নকৰিছিল। আমাৰ বিহুৰ হুঁচৰি আৰু নাচ-বাগো সাধাৰণ শ্ৰেণীৰ মানুহৰ মাজতহে আৱদ্ধ আছিল, আৰু এতিয়াও সেইদৰে চলি আছে। ভদ্ৰসমাজে পূৰ্বেও ইয়াত যোগ দিয়া নাছিল, এতিয়াও দিয়া নাই আৰু নিশ্চয় আগলৈকো নিদিয়ে। অৱশ্যে ভদ্ৰসমাজৰ তাত সহানুভূতি নথকা নাছিল। আমাৰ মনত পৰিছে, এগৰাকী লিখকে কোনোবা এখন পত্ৰিকাত লিখিছিল—"যিদিনা আসাম আৰু অসমীয়া স্বাধীন আছিল, সেইদিনা অসমীয়াই জাতীয় উৎসৱত ৰজাঘৰৰ পৰা পাইকৰ ঘৰলৈকে একেলগে প্ৰাণ মিলাই হাঁহিব জানিছিল আৰু উৎসৱ কৰিব পাৰিছিল, আৰু সেইদিনা ডেকা গাভৰুৰ নাচোনত, বয়সিয়ালসকলৰ হুঁচৰি কীৰ্ত্তনত স্বৰগৰ পাৰিজাত ফুলিছিল।" হৰি! হৰি !! ইয়াৰ মানে কি ? এই কথাৰ প্ৰকৃত অৰ্থ কি ? আমি হলে একো বুজিব পৰা নাই। শব্দাৰ্থমতে যদি ইয়াৰ অৰ্থ কৰিবলৈ যোৱা হয়, তেনেহলে আমি দঢ়াই দঢ়াই কওঁ যে এই কথা একেবাৰে সত্য নহয়।

সি যিকি নহওক, অনুমান ১৬শ শতাব্দীৰ প্ৰাৰম্ভতে 'মৰিছ ডেন্স' 'বল ডেন্স' লৈ পৰিণত হয়, আৰু পূৰ্বৰ নাচ বাগ, গীতৰ ৰাগ-ৰাগিণী ইত্যাদি সকলোবোৰৰ পৰিবৰ্ত্তন ঘটি এক নতুন আকাৰ ধাৰণ কৰে। তেতিয়াও কিন্তু ইংৰাজ ভদ্ৰপৰিবাৰে 'বলডেন্স'ত যোগ দিয়া নাছিল, কোনো উৎসৱাদি হলে সাধাৰণ শ্ৰেণীৰ মানুহৰ ভিতৰৰ নাচনী প্ৰভৃতিক পাৰিশ্ৰমিক দি নাচ-গান কৰাই আমোদ প্ৰমোদ কৰিছিল। অনুমান ১৮শ শতাব্দীৰ প্ৰাৰম্ভৰ পৰাহে ইংৰাজ ভদ্ৰপৰিবাৰে 'বলডেন্স'ত যোগ দিবলৈ ধৰিছে। ১৬শ শতাব্দীৰ প্ৰাৰম্ভৰ পৰা আজিলৈকে এই 'বলডেন্স'ৰ যে কিমান সংস্কাৰ হৈছে, তাৰ অন্ত নাই। কিন্তু আমাৰ অসমীয়াৰ বিহুটোৰ সংস্কাৰ ঘটাটোত হলে আমাৰ সংস্কাৰ বিৰোধী ডেকালকলে বৰ বেজাৰ

পায় । তেখেতসকলে অসমীয়া জাতিৰ 'জাতীয়ত্ব' কিভাবে বুজিছে আমি বুজিব পৰা নাই ।

আমি কওঁ, পৰাধীনতাৰ লগে লগে যেই কোনো জাতিৰেই কি নহওক, সিবিলাকৰ সামাজিক অধঃপতন পৰিমাণে অনিবার্য । তাহানিখন এজন ডেকাই কোনোবা এখন কাকত লিখিছিল "অসমৰ মুনিহ তিৰুতাই এদিন সমানে কথা পাতিছিল, ৰাজনৈতিক আন্দোলন কৰিছিল, ঘোঁৰাত উঠি ৰণলৈ গৈছিল, প্ৰাণ খুলি হাঁহিছিল আৰু নাচিছিল" (অৱশ্যে কব লাগিব ৰজাৰ ঘৰত ৰজাই ঢোল বজোৱা নাই, পাটমাদৈয়ে নচা নাই আৰু পাটকোঁৱৰেও পেঁপা বজোৱা নাই) । কিন্তু কেতিয়া ? যেতিয়া অসমীয়া জাতি স্বাধীন আছিল । এতিয়া আমি পৰাধীন ; এতিয়া আমি অৱস্থা চাই ব্যৱস্থা কৰিব লাগিব । অৱস্থা বিশেষে সকলো কার্যৰে এটা সীমা আছে । সেই সীমাৰ ভিতৰত থাকি এতিয়াও আমাৰ দেশসেৱক আৰু দেশ সেৱিকাসকলে যথাসম্ভৱ একেলগে কথা পাতিছে আৰু ৰাজনৈতিক আন্দোলনো কৰিছে । সেই বুলি কিন্তু আগৰ দৰে হাঁহি এতিয়া আমাৰ স্বৰগৰ পাৰিজাত ফুলাবৰ শকতি নাই । (যদিওবা সঁচাকৈয়ে পূৰ্বে কেতিয়াবা অসমত মুনিহ তিৰোতাই সমানে কথা পাতি আৰু হাঁহি স্বৰগৰ পাৰিজাত মৰ্ত্যত ফুলাইছিল । অৱশ্যে দুৰ্ভাগ্যগতিকে আমাৰ এই স্বৰ্গীয় পাৰিজাত ফুল দৰ্শন ভাগ্যত নঘটিল ।) এইখিনিতে আমি সোধোঁ বৰ্তমানৰ স্বাধীন জাতিবিলাক যদি কেতিয়াবা কাৰোবাৰ অধীন হয় সিবিলাকৰ যে সামাজিক অধঃপতন নঘটিব তাৰ কিবা মানে আছে নে ?

অসমীয়াৰ জাতীয় জীৱনত জাতীয় উৎসৱ বিহুটোৰ মুদা মাৰিলে বা 'তালাক' দিলে অসমীয়া জাতিটো নিস্তেজ আৰু দুৰ্বল কেনেকৈ হব, তাক আমি বুজিব পৰা নাই । বিহুটোৱেনো অসমীয়া মানুহক কেনেকুৱা সবল কৰিছে, তাকো আমি নাজানো। যদিহে বহাগ বিহুত নাচ-বাগ কৰোঁতে আৰু দেওধপাল পৰাত অঙ্গপৰিচালনা হৈ, অসমীয়া জাতিৰ স্বাস্থ্যৰ কিবা উন্নতি কৰিছে, তাক আমি কব পৰা নাই । অৱশ্যে আমাৰ স্বাস্থ্যবিদ পণ্ডিতসকলে সেই সম্পৰ্কে কিবা কব পাৰিব পাৰে ; আমাৰ চকুৰে হলে তেনেকুৱা উন্মতি একো দেখিবলৈ পোৱা নাই । আমি কিন্তু নিশ্চয় 'তালাক' দিয়াৰ পক্ষপাতী নহওঁ । মুঠতে কবলৈ গলে আমি সংস্কাৰৰ পক্ষপাতী । আমাক বিহু লাগে কিন্তু তাৰ বৰ্তমান সংস্কাৰ হোৱা নিতান্ত আৱশ্যক । এই সংস্কাৰৰ নিমিত্তে যদি অসমীয়াৰ 'জাতীয়ত্ব' লোপ পাই পাওক । বৰ্তমান কালৰ হুঁচুৰি, বিহুগীত, আমগছৰ তলত ডেকা-গাভৰুৰ নাচোনত ফুলা স্বৰ্গৰ পাৰিজাতৰ গোন্ধ লৈ আৰু আন জাতিকো তাৰ গোন্ধদি আমি আমাৰ 'জাতীয়ত্ব' ৰাখিবলৈ ইচ্ছা নকৰোঁ । আনৰ আগত আমি 'অসমীয়া' বুলি চিনাকি দিবলৈ হলে, যদি ঠাইতে বিহুৰ নাচন এপাক নাচি দেখাই আৰু 'বহাগী'ৰ বিহুগীত এটা চিঞৰি গাই শুনাই "আমি অসমীয়া মানুহ" এই বুলি কব লগা হয় আৰু তেনে কৰিলেহে যদি বিদেশীয়ে আমাক 'অসমীয়া' বুলি জানে, তেনেহলে আমি কম, আমাৰ নিচিনাবোৰৰ যেন সেই ঘটনাৰ পূৰ্বেই "মহাপ্ৰস্থান" হয়, আৰু তেনেকুৱা আন্দোলনৰ পৰা আমাক যেন হে পৰমেশ্বৰ ! লক্ষ যোজনৰ অন্তৰত ৰাখিবা । প্ৰভু ! আমাক

আজোকৰ নমুঠিয়েই জুৰিছে, আৰু আমাক নালাগে।

এই হল বিহুৰ কথা। এতিয়া একেষাৰ কোৱা যাওক দুৰ্গা পূজাৰ বিষয়ে। আমাৰ মাতৃভূমিৰ আচল নাম হৈছে 'কামৰূপ', 'অসম' নামটো পালে আহোমৰ পৰা। কামৰূপৰ সৰ্বপ্ৰধান ধৰ্মপীঠ হৈছে 'কামাখ্যা'। কামৰূপ 'কামাখ্যা' আইৰ দেশ। কেঁচুৱা কালত আইৰ কোলাত উঠি পিয়াহ খোৱা কালৰ পৰাই শুনি আহিছোঁহঁক এইখন 'গোঁসানীৰ দেশ'। কিন্তু আজিকালি কেইবছৰ মানৰ পৰা কাকতে-পত্ৰে পঢ়িবলৈ পাইছোঁ যে গোঁসানী পূজাটো হেনো অসমীয়াৰ 'জাতীয় উৎসৱ' নহয়, ই আমাৰ দেশত নতুন "আমদানী"। কোনোৱে কয় পৰ্বতীয়া গোঁসাই অসমলৈ অহাৰ লগে লগে দুৰ্গাপূজা অসমত সোমালহি ; কোনোৱে কয় বঙ্গালী বাবুসকল চাকৰি কৰিবলৈ অসমলৈ আহি দুৰ্গাপূজা কৰাত, তাকে দেখি অসমীয়াবোৰেও দুৰ্গাপূজা কৰিবলৈ ধৰিলে, ই আমাৰ জাতীয় উৎসৱ নহয় ; আমাৰ জাতীয় উৎসৱ বিহু হে।

বিহু যে আমাৰ জাতীয় উৎসৱ, তাত কোনো সন্দেহ নাই ; 'গোঁসানী পূজানো' কামৰূপ কামাখ্যা আইৰ দেশত কেনেকৈ 'বিদেশী' হ'ল, তাকহে আমি একো বুজিব পৰা নাই। এই কথাৰ আলোচনা কৰিবলৈ হলে, আমি 'অসম বুৰঞ্জী'ৰে সৈতে অলপ উজাই যাব লাগিব। পূৰ্বতে কৈ অহা হৈছে যে আগেয়ে (যেতিয়া কোচবিহাৰো কামৰূপৰ এটা অঙ্গ আছিল) গোটেই অসম দেশকে কামৰূপ বুলিছিল। পাছত আহোমে এই দেশলৈ আহি সৌমাৰ খণ্ডত ৰাজ্য বিস্তাৰ কৰাত, আহোমৰ অধীন খণ্ডক আহোম-কামৰূপ আৰু আন ডোখৰক কোঁচকামৰূপ বুলিছিল। আহোম কামৰূপত আহোমৰ দিহিঙ্গীয়া ৰজা থাকোঁতে কোঁচ কামৰূপত বিশ্বসিংহই ৰাজত্ব কৰিছিল। আহোম ৰজাই বিশ্বসিংহৰ ৰাজ্য আক্ৰমণ কৰিবলৈ (আঃ দিঃ ১০০) এজাক সৈন্য পঠাইছিল ; বিশ্বসিংহে ভয় পাই সোণ এচৰু আৰু ৰূপ এচৰু লৈ আহি আহোমৰজাৰে মিত্ৰ কৰিলে। তেতিয়াৰে পৰা বছৰি বছৰি বিশ্বসিংহই আহোমৰজালৈ "দ্ৰব্যজাত' দি আছিল। পাছে বিশ্বসিংহ ঢুকাল, আহোমৰ দিহিঙ্গীয়া ৰজাও ঢুকাল। কোঁচ কামৰূপত নৰনাৰায়ণ ৰজা হ'ল, আহোম কামৰূপত গড়গঞা ৰজাৰ পাছত ৰজা হল খোৰাৰজা। নৰনাৰায়ণ ৰজাৰ দিনত আহোম ৰজালৈ পঠোৱা 'দ্ৰব্যজাত' ক্ৰমে কমি আহিল। তাকে দেখি, আহোমৰ খোৰাৰজাই তাৰ কাৰণ সুধি পঠালে (আঃ দিঃ ১০৭)। তাতে লাজ পাই, নৰনাৰায়ণ ৰজাই ভায়েক চিলাৰাইক ক'লে বোলে "যেনেতেনে উপায়েৰে আমাৰ আহোমৰ তলতীয়া" নামটো গুচাব লাগে। এই কথা শুনি চিলাৰায়ে আহোম কামৰূপ আক্ৰমণ কৰিলেহি। খোৰাৰজাই অনেক প্ৰকাৰে যুঁজি যুদ্ধ জিকিব নোৱাৰি, উপাই নাপাই শেষত ৰবাহিবোৰক নজুন পিন্ধাই বামুণ সাজি যুদ্ধ কৰোৱালে ; তথাপি যুদ্ধত পৰাজয় হে হল। [illegible] সন্ধি কৰিলে। সেই সন্ধিৰ স্বৰ্ত্তমতে চিলাৰায়ে ৰজা আৰু মন্ত্ৰীসকলৰ পো-ভাই কৌঁৱৰসকল কোচবিহাৰলৈ ধৰি লৈ যায়। সিবিলাকৰ লগতে বৰগোহাঁই ডাঙৰীয়াৰ ভতিজাক একবাৰলৈও যায়। তেওঁক সোন্দৰ গোহাঞি বুলি জানে। অসম বুৰঞ্জী

পঢ়োঁতা মাত্ৰেই জানে, এই সোন্দৰ গোহাঁয়ে নৰনাৰায়ণ ৰজাক পাশাত জিকি বছৰদিয়েকৰ পাছতে নিজ দেশলৈ উলটি আহে। সেই সময়ত আহোম ৰাজ্যত বুঢ়াৰজা স্বৰ্গদেৱে ৰাজত্ব কৰিছিল। সোন্দৰ গোহাঁইৰ মুখে কোচবিহাৰত মৃন্ময় মূৰ্ত্তি সাজি দুৰ্গাপূজা কৰাৰ কথা শুনি বুঢ়াৰজাৰো তেনেকৈ দুৰ্গাপূজা কৰিবলৈ মন হয়, আৰু মূৰ্তি সাজিবলৈ শিকিবৰ কাৰণে কিছুমান মৰঙীয়াল মানুহ কোচবিহাৰলৈ পঠাই দিয়ে। সেই মানুহ অনুমান ১৫৩৫ শকৰ প্ৰাৰম্ভতে দেশলৈ উলটি আহে আৰু সিহঁতৰ হতুৱাই দুৰ্গামূৰ্তি সজাই বুঢ়াৰজাই সেই বছৰতে দুৰ্গাপূজা কৰোৱায়। আহোম ৰাজত্বত সম্ভৱতঃ এয়ে প্ৰথম 'দুৰ্গাপূজা'। ইয়াৰ পূৰ্বে এই দেশত দুৰ্গাপূজাৰ প্ৰচলন আছিল যদিও বুৰঞ্জী সেই সম্বন্ধে নিমাত।

সি যি কি নহওক তেতিয়াৰে পৰা এই দেশত বছৰি দুৰ্গাপূজা হবলৈ ধৰিলে, অৱশ্যে সেই কালৰ পূজা আজিকালিৰ দৰে যেয়ে সেয়ে নকৰিছিল বা কৰিবলৈকো ৰজাঘৰৰ পৰা নিষেধ আছিল। সেই কালত কেৱল ৰজাৰ ঘৰতহে প্ৰতিমা সাজি অতি সমাৰোহে দুৰ্গাপূজা কৰিছিল। তাকে চাই প্ৰজাসকলে আনন্দ উপভোগ কৰিছিল। ৰজাঘৰ এৰি, ইহঁতৰ মানুহৰ ভিতৰত (পাছলৈ) পৰ্বতীয়া গোসাঁই, মুকলি মুৰীয়া ভট্টাচাৰ্য আৰু ন-গোসাঁই, প্ৰভৃতি কেইঘৰমান মানুহে মাথোন ঘট স্থাপন কৰি চণ্ডীপাঠ কৰাই পূজা একোভাগ কৰাইছিল। পূজাৰ সময়ত ৰজাঘৰত পাইক খাটিবৰ আৰু দ্ৰব্যবস্তু শোধাব লগাৰ নিয়ম আছিল।

বুঢ়াৰজা স্বৰ্গদেৱৰ দিনত ১৫৩৫ শকৰে পৰা অসমত দুৰ্গাপূজাৰ প্ৰচলন হলেও আজি ইমান দিনে সেই পূজা অসমীয়া জাতিৰ জাতীয় উৎসৱৰ শাৰীত কিয় সোমাব পৰা নাই, তাকে ভাবিহে আমি আচৰিত মানিছোঁ। তদুপৰি কামাখ্যা মাতৃৰ নিজ ৰাজ্যত, গোঁসানীৰ দেশতে গোঁসানী পূজা আজি কিয় 'বিদেশী' আমি একো বুজিব পৰা নাই। আমি অসমীয়াই যি অসমীয়া জাতীয়ত্ব গৌৰৱ কৰো তাৰ ৰাজহাড়ডাল দেখোন গোঁসানী পূজাৰ পৰবৰ্তী কালৰ আমদানিহে। আহোম ৰাজত্বৰ সন্ধ্যাৰ সময়ত পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ দিনত (বা তাতোকৈ পাছত) আমদানি হোৱা "বিদেশী" সকলো দেখোন অসমীয়া জাতিৰ আৰু জাতীয়ত্বৰ ৰাজহাড় স্বৰূপ? সেইবাবে সোধোঁ গোসাঁনীৰ দেশতে গোঁসানী পূজা আজি কিয় 'বিদেশী' যদিও গোঁসানী পূজা এই দেশত ১৫৩৫ শকৰ পৰা প্ৰচলিত হৈ আহিছে।

# দুটিমান প্ৰশ্নৰ উত্তৰত একাষাৰ

'ভাদ'ৰ সংখ্যা 'বাহী'ত 'দুটিমান প্ৰশ্ন'ৰ উত্তৰত জনাই-নজনাই একেষাৰ কৰিলে আগ বাঢ়িলো। আপোনাৰ বহুমূলীয়া কাকতৰ এচুকত ঠাই দিয়ে যেন।

শ্ৰীযুত কেশৱকান্ত বৰুৱাদেৱৰ প্ৰথম আৰু তৃতীয় প্ৰশ্নৰ উত্তৰ কাৰ্জন লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান মহোদয়ৰ ওচৰত, নহ'লে প্ৰত্নতাত্ত্বিক পণ্ডিত শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱৰ ওচৰত পাব পাৰিব বুলি আশা কৰোঁ।

দ্বিতীয় প্ৰশ্নৰ উত্তৰত ক'ব খোজো যে আহোম ৰজাসকলে পুথি লিখিবৰ কাৰণে এক শ্ৰেণীৰ মানুহ নিয়োগ কৰিছিল। সেইসকলক 'লিখক' আৰু তেওঁলোকৰ ওপৰৰ বৰুৱাজনক 'লিখকৰ বৰুৱা' বা 'লিখকলোকৰ বৰুৱা' বোলা হৈছিল। বৰুৱাদেৱে কৈছে, "ৰজাৰ পুথি-ভঁৰালৰ নাম গন্ধীয়া-ভঁৰাল আছিল।" এই কথাটো আমাৰ কেনেবা কেনেবা যেন লাগিছে। আমি জনাত ৰজাৰ যাৱতীয় পুথিবিলাক 'গন্ধীয়া-ভঁৰাল'ত থোৱা নহৈছিল। এই ভঁৰালত বুৰঞ্জী শাস্ত্ৰ আদি ৰজাঘৰীয়া পুথি, আৰু খামৃতি, মান, চিংফৌ, মিচিমি, আবৰ, ডফলা, ভোট, গাৰো, মিকিৰ আৰু নগা, এইবোৰৰ দেশৰপৰা অহা চিঠি পত্ৰাদিহে থোৱা হৈছিল। গোঁসাই-গোসাঁনী পূজা কৰা বিধিবিলাক 'গোঁসাইঘৰীয়া ভঁৰাল'ত আৰু হোম-পোৰা আৰু সম্প্ৰদানৰ বিধিখন বৰ-ভাণ্ডাৰী বৰুৱাৰ তাবে(?)থকা 'বৰ ভঁৰাল'ত থোৱা হৈছিল। গতিকেই "ৰজাৰ পুথি-ভঁৰালক গন্ধীয়া ভঁৰাল বোলে" বুলিলে ভুল হ'ব যেন লাগে।

এই 'গন্ধীয়া' শব্দৰ উৎপত্তি সম্ভৱতঃ গন্ধকৰ পৰাই হৈছে, কিয়নো গন্ধীয়া খেলৰ মানুহে, গন্ধীয়া বৰুৱাৰ তত্ত্বাৱধানত, ৰজা ঘৰীয়া সুগন্ধি তেল ইত্যাদি কৰাৰ বাহিৰেও, প্ৰধানকৈ সিহঁতৰ গাত গন্ধক তৈয়াৰ কৰাৰ বাব আছিল।

এই ভঁৰালক 'গন্ধীয়া ভঁৰাল' বোলাৰ কাৰণ সম্ভৱতঃ হয় গন্ধক, নহয় গন্ধীয়া বৰুৱা, কিয়নো, আৱশ্যকীয় বুৰঞ্জী আৰু কাকত পত্ৰাদি যাতে পোকে খাই নষ্ট নকৰে তাৰ নিমিত্তে তাত গন্ধক ব্যৱহৃত হৈছিল, আৰু গন্ধীয়া বৰুৱাৰ তত্ত্বাৱধানত তৈয়াৰ হোৱা সুগন্ধি তেলাদিও এই ভঁৰালৰে এচুকে থোৱা হৈছিল, আৰু সেইবিলাক দ্ৰব্য আৰু কাকত পত্ৰাদি গন্ধীয়া বৰুৱাই আনি এই ভঁৰালৰ ভঁৰালী বৰুৱাজনক জিম্মা দিছিলহি, আৰু আৱশ্যক মতে তাৰ পৰা উলিয়াই মেলিও নিছিল। বিশেষ সম্ভৱ, গন্ধীয়া বৰুৱাৰ নাম অনুসৰি এই ভঁৰালৰ নাম 'গন্ধীয়া ভঁৰাল'। ৰজাৰ আন এটা ভঁৰালৰ নাম আছিল 'ছোলাধৰা ভঁৰাল', তাত সকলো প্ৰকাৰৰ খাদ্য বস্তু থকে। ছোলাধৰা ফুকনৰ হুকুম মতে তেওঁৰ তাবে থকা লা-লিগিৰীবিলাকে এই ভঁৰালৰ পৰা বস্তু বেহানি উলিয়াই নি, যাকে দিব লাগে দিয়েগৈ, আৰু ছোলাধৰা ফুকনৰ নাম অনুযায়ী সেই ভঁৰালক 'ছোলাধৰা ভঁৰাল' বোলা হৈছিল। সেই অনুক্ৰমেই, চিৰিঙফুকনৰ নামানুসাৰে ৰজাৰ 'চিৰিঙৰ ভঁৰাল' আৰু কাঠকটীয়া বৰুৱাৰ নাম অনুযায়ী 'কাঠভঁৰাল'। অপ্ৰাসংগিক হ'লেও এইখিনিতে কৈ থোৱা যাওক যে আহোম ৰজাসকলৰ ভঁৰাল ছটা, তিনটা বৰ ভঁৰাল, যেনে: ১। বৰ ভঁৰাল, ২। চিৰিঙৰ ভঁৰাল, আৰু ৩। কাঠ ভঁৰাল (এই তিনিওটাকে "বৰ ভঁৰাল" বোলে।) সাধাৰণ ভঁৰাল তিনটাৰ নাম হৈছে-

১। ছোলাধৰা ভঁৰাল। ২। গোঁসাইঘৰীয়া ভঁৰাল। ৩। গন্ধীয়া ভঁৰাল।

# চকীয়ালৰ বুৰঞ্জী

শ্ৰীশ্ৰী স্বৰ্গনাৰায়ণ দেৱ ঈশ্বৰ ৰাজাধিৰাজা
ৰাজেশ্বৰ ৰাজেন্দ্ৰিয় নৰানাং নৰেশ্বৰ ঈশ্বৰ ।

শ্ৰীশ্ৰী দেশ বিভাগি জনা ডাঙ্গৰীয়া শ্ৰীযুত বৰবৰুৱা বৰ নাবাব দেশৰ দেবৰ মধ্যভাতৃ বহাৰ বৰুৱা কটকী বৰা সানাইৰ টেকেলা চকীয়ালৰ বৰাইত । পাক্সুৰজা বিদ্যামানে দেৱৰ আজ্ঞাই শোধে । অ আগিয়া সুবাং তুমি যে খনে আহা তেখনে তোৰ শ্ৰীশ্ৰী হিৰম্বা হিৰম্বেশ্বৰ মহাৰাজা মহাৰাণী পাত্ৰমন্ত্ৰী গোব্ৰাহ্মণ কুশল ? অ' দেৱ আমি যেখনে আহোঁ তেখনে কুশল । আৰু তোৰ হিৰম্বেশ্বৰ মহাৰজাৰ চতুৰ পাশে অনেক শত্ৰু আছে সেই বা কোনো পৰাভাৱ আচৰিছে না ? অ' দেৱ ? দেৱৰ কৃপাত গোঁসাই-গোঁসানীৰ বলত কোনো শত্ৰুৰ পৰাভাৱ আচৰিবে পাৰিবে না । নিভৃয়ে গো ব্ৰাহ্মণক প্ৰতিপাল কৰি মহাৰজা কুশলে আছে । আৰু পথশ্ৰমে হাবি আছন্তে কিছু ভয় ভ্ৰান্তি পাইলাম না । নিৰ্ভয়ে পছিলাম অ দেব দেবৰ তেজ শক্তিৰ বলত কিছু শ্ৰম ভয় পাইলাম না । আৰু পূৰ্বে তোৰ হিড়ম্বেশ্বৰ মহাৰজা, দেৱৰ চৰণত যিৰূপে সেৱা জনাই আছে সেয়ে আহিছে বা নাই । অ দেব ভগা ৰাজ্যৰ ভগা দেশ কিছু নাই । যি পাবি গাছৰ ফুল মাথাৰ চুল এয়েবে সেৱা জনাইবাৰ নিমিত্তে আহিছোঁ তামোল পান ফুল চন্দন দৌগে ভাত মাছ খাই বাছা ঘৰে জুৰাই থাকগৈ । আৰ সমাচাৰ পৰে দিয়া যাব । এই সমাচাৰ বহাৰ বৰুৱাক দিবি । আৰু সন্দেহ পত্ৰ নাহিলে দাই ধৰিব পাই । অ আগিয়া সুবাং এই যে হাতি ঘোঁৰা সন্দেহ পত্ৰ নাই বুলি কৱ এনে অনিৱন্ধ কৰ নাপাৱ । পূৰ্বে ৰাম অৱতাৰত শ্ৰীৰাম গোঁসাই বনত ভ্ৰমি ফুৰন্তে সীতা দেৱীক মায়াছলে ৰাবণে হৰি নিলে । লঙ্কাপুৰত থলৈগে । পুনৰ শ্ৰীৰাম গোঁসাই অনেক সৈন্য সেনাদি সাগৰত সেতু বান্ধি লঙ্কাপুৰ চন কৰি সীতাদেৱীক উদ্ধাৰি আনি শ্ৰীৰামৰ চৰণত সমৰ্পিলেহি । তেমন প্ৰকাৰে পূৰ্বে ৰুদ্ৰ সিংহ দেৱতা অনেক লোকৰ সৈন্য সেনাদি বৈৰাগী বৰবৰুৱাক সন্তোষ কৰি পঠাই জয়ন্তাপুৰ চন কৰি ৰজা তাম্ৰধ্বজক উদ্ধাৰি আনি ৰামসিং ৰজাক ধৰি আনি বিশ্বনাথ ক্ষেত্ৰত সন্যাপন্ন কৰালেহি । তেতিয়াই তোৰ ৰাজাকবুল কৰি আছে । বছৰ সেৱা ২টা হাতী ২টা ঘোঁৰা ৪০ টা মানুহ ২টা বৰুৱা আৰু মানিকি মায়াবাংৰপৰা ভুমি উছৰ্গি দিছোঁ আতে গজ মুক্তা বস্ত্ৰ পোৱাল যি উপজে স্বৰ্গী বোপা ৰজাৰ । আৰু যমনাৰ পাৰ হৈ হাতী ঘোঁৰা মৰিলে দেৱৰ ঠাইলৈ দান্ত ফান্দ দিব । পুনৰ হাতী ঘোঁৰা দিয়া যাব । হিড়ম্বেশ্বৰ মহাৰজাৰ কবুল । আৰু শুনিয়াছো শাস্ত্ৰৰ সম্মত ত্ৰিসায়ে গজিন্দ্ৰে স্নান পান কৰিবাৰ নিমিত্তে সৰোবৰে নামিলৈগে তাতে আসি দুষ্ট গ্ৰাহে ধৰিলে । দশ হাজাৰ বছৰ যুদ্ধ কৰি এড়াইতে নেপাৰে । ভগৱন্ত আসি গজিন্দ্ৰৰ পাশে মিলিল । তেখনে পদ্ম গোটা শুন্দে

ধৰি উপৰক তুলি গজিন্দ্ৰে শৰণ লৈলে ত্ৰাহি ত্ৰাহি জগন্নাথ বুলি। এতেকে গোবিন্দে গৰুড় স্কন্ধেচাৰি হাতে চক্ৰ ধৰি গ্ৰাহ সমে তৰক তুলি চিড়িলন্ত গ্ৰাহ মূখ গজিন্দ্ৰক উদ্ধাৰ কৰিলে। এতেকে গজিন্দ্ৰে মুকুতি লভিলা। সেই পদ্ম কৃষ্ণৰ চৰণৰ বিন্দ পূজিয়া আছে ইতি। আজি ঘোঁৰা হাতী সন্দেহ পত্ৰ নাই বুলি কব নাপাৰ। আৰু শুনিয়াছো শাস্ত্ৰৰ সম্মত দশৰথ ৰাম লক্ষ্মণক মহিৰাৱণে হৰি নিয়া পাতাল পুৰত বন্দি কৰি থৈলে।

বেতাল চন্দিৰ পূজাৰ বলি দিবাৰ নিমিত্তে। বায়ু সূত কপিয়ে অনেক শ্ৰমে বিছাৰ কৰি মসে ৰাঙা পক্ষীৰ সমে বাত্ৰা পায়া তাৰ সঙ্গে মক্ষিকা ৰূপে পক্ষাৰ পাখীতলে ৰহি এক বুৰ দিয়া সাগৰ তৰিল। বৃদ্ধ ব্ৰাহ্মণ ৰূপে নগৰ পশিলা। দেশ স্থলৰ ভবিষ্যত বুজিয়া তেখনে মক্ষিকাৰূপে কৰ্ণপথে প্ৰবেশ কৰিল। তেমন প্ৰকাৰে ভকত ধুলি সাগৰ দুই বৈৰাগীয়ে দেশান্তৰ হৈয়া ৰাজা তাম্ৰধ্বজক প্ৰবেশ কৰাইলা। আৰু শুনিয়াছো ভাৰতৰ কথা কৌৰৱ পাণ্ডৱৰ সংবাদ। মূঢ়মন্ত্ৰী শকুনীকৃত পাশা খেলি দোৰ্য্যো ৰাজা কৌৰৱে পাণ্ডৱক দ্ৰোপদী সমে বনবাসে পাঠাইলা। গছৰ বাকল পৰিধান কৰি অনেক নিকাৰ ভুঞ্জি ৰহুশ্ৰম পাইলা। কৃষ্ণৰ চৰণৰ বিন্দত ভক্তি ভাবে ভজিলা। এতেকে কৃষ্ণ প্ৰসন্ন ভৈলা। ভীম, অৰ্জ্জুন, নকুল, সহদেৱ ধৰ্ম্ম যুধিষ্ঠিৰ দ্ৰোপদী সমে নাৰীগণ যত আছে গ্ৰাম ভূমি সমে নিবেদিলা কৃষ্ণৰ চৰণৰ বিন্দত। এতেকে ভগবান প্ৰসন্ন ভৈলা। দোৰ্যোধন সমে উন সত কৌৰৱক সংগ্ৰামে মাৰিয়া পাণ্ডৱক ৰাজ্য দিলা। সেই শ্ৰীকৃষ্ণ আসিয়া শ্ৰীভীমসেন আসিয়া ৰুদ্ৰসিংহ দেৱতা বৰাগী বৰবৰুৱা দেৱ এই অংশে জন্ম হইয়া তোৰ ৰাজাক ৰাক্ষসৰ গৰ্ভৰ পৰা উদ্ধাৰি আনি দেৱৰ চৰণত জাত কৰালেহি। এতেকেহে পিতাপুত্ৰ সম্বন্ধ ঘটি আছে। এতেকে দুৱাৰে এই সংবাদ দিব নাপাৰ।

পূৰ্বে ৰাজা তাম্ৰধ্বজে কোনো ৰূপাৰ আলি কৰিয়াছে তাতে অনেক পুৰুষে প্ৰবৰ্ত্তিয়া গৈছে অদ্যাপিয়ো সেই আলি জ্বলি আছে। পূৰ্বে ৰাজা তাম্ৰধ্বজে পাণ্ডৱ বংশী ৰাজা দেৱ ঈশ্বৰ ইন্দ্ৰৰ সন্তান দেৱৰ চৰণৰ বিন্দত সন্নাপন্নে (শৰণাপন্ন) কবুল কৰি আছে। আৰু দেৱ ঈশ্বৰ জয়ধ্বজ ৰাজাৰ দিনত মোমাই তামুলীৰ দিনৰ পৰা বৰ বৰুৱাৰ নাম হৈছে। আগেয়ে বড়বৰা নাম। তইতে তিল কুশ ধূপদীপ দূৰ্বাঁলৈ বিশ্বনাথ ক্ষেত্ৰত হাত জুবুৰিয়াই কবুল কৰি আছে। এতেকে দুৱাৰে হাতী ঘোঁৰা সন্দেশ পত্ৰ নাই কব নাপাৰ। আৰু লাও তল যাব, শিল উপণ্ডিব, কোৱা বগা হব, বগ ক'লা হব, ব্ৰহ্মপুত্ৰ উলটি গতি কৰিব তবে কি মোৰ কবুল চাবিবে,না। তোৰ ৰাজাৰ কবুল গজদন্ত। দেৱৰ চৰণলৈ মই কি মুখে জনাম। আৰু তই বা কি সন্তোষ পাবি। আৰু তোৰ মহাৰাজা গো ব্ৰাহ্মণ নৰনাৰী প্ৰজা কি ৰূপে ৰক্ষা পাব। এই ৰূপে ৰহাৰ বৰবৰুৱাৰ জবান সমাচাৰ কৰিবি আৰু পূৰ্বে দেৱ ঈশ্বৰে আজ্ঞা কৰিছে।

চেক নিয়ালৰ বৰদলৈ, জব'লা মাজি, শিঙ্গনিয়াৰ তোৱা কমৰা মুঁদে এই চাৰি ঘৰ আহুম দেৱ খোৰা ৰজাৰ সাতো কুৰঁৰীৰ যাব পাতি গাওঁ তোলা। দেৱৰে ভাতৃ লাণ্ডি গোহাঁইদেৱ খোৰা ৰজা অবিহনে ভাতৃক নাম দিলে জয়ধ্বজ ৰাজা। মোমাই তামুলী বৰবৰুৱা দেৱনো

কি কি কাম কৰিলে। গোৱাহাটীৰ মানুহ গড়গয়া কৰিলে। অভয়পুৰীয়া মানুহ গোৱাহাটী আনিলে। আৰু তেলি, মালি, ধোবা, নাপিত, চমাৰ, কমাৰ তাঁতী, সোণাৰী সকলো জাতিৰ মানুহ ঘৰ ফালি আনি দেশ বঢ়াই পাতিলে।

নৰাৰ দু সীমাৰ পৰা বঙ্গালৰ দুই সীমাৰ লৈকে। আৰু দেৱ ঈশ্বৰে অতি দয়াভৱে বাঘৰ গাঁৱ পাতিলে। কছাৰিয়ে পুৰণি মাইবংগুত থাকি মাৰি নিলে তেতিয়াহে দেৱে বিচাৰ কৰি দায় ধৰি শুধিলে পাত্ৰমন্ত্ৰীক। বাঘৰ গাঁৱ যে কছাৰীয়ে মাৰিলে মোকনো বাত্ৰা কিয় নজনালে। চকী পাতিনো আছেনে নাই? বোলে দেব চকী পাতি নাই। এতেকে বাত্ৰা বৰুৱাক চকী দেগৈ। চতুৰ পাশে চাৰে এটকা চকী পাতিলে। তাতে কাড়ী বাৰুৱতীৰ মানুহ ফালি দিলে ৰহা, জাগীলৈ মানুহ নাতিলে। টঙা দলৈ পৰমাণি বাইলুং। ঠেং চাই পালে টেলেকাই সন্দিকৈক। দেৱে চালে বাৰুৱে সন্দিকৈজনক। তেওঁ মই শহুৰৰ লগত মোৰ দায়ৰ মানুহ চাৰি ঘৰ দিছো। চাৰিৰ লগত চাৰি কুৰি মানুহ দেগৈ। দেৱৰ আজ্ঞায় মোমাই তামুলী বৰবৰুৱাদেৱে ঘৰ ফলা মানুহ চাৰি কুৰি দি বড়া পাতিলে। শনিবাৰে যাত্ৰা কৰি ভটিয়াই আহি কাজলী মুখত বৈ বহা কৰি ছমাহ বেট বাঁহ কাটি কপিলি মুখত কুকুৰা ঠেং মাৰিঁ চকি পাতিলে। শৃগাল কোৱা সিও নাই চাংঘৰ পাছটো, এইৰূপে চকী পাতি প্ৰবৰ্ত্তি আছিলে। তাতে দেৱে আজ্ঞা কৰিলে জয়ৰাম কটকীক। তই যা সন্দিকৈ শহুৰক যে ৰহাৰ চকী পাতিব দিছিলো কি ৰূপে প্ৰবৰ্ত্তি আছেগৈ। কটকীয়ে যায় দেখিলেগৈ চকীৰ বন্দ ব্যৱস্থা সকলো আছে। বৰুৱা বড়া পাচৰো একো ভেদ নাই চিনিব নোৱাৰি। বৰপিৰা পাৰিছে পাচ খান তাতে বহিছে পাচোঁটা মাজতে বেড়া কাঁহী বাতি। তাওকিন চৰীয়ালৈ একে লগে খাই চিনিব নোৱাৰি দেৱৰ শহুৰ টেলেকা সন্দিকৈনো কোন জনা। দলিয়ে দেখালে বোলে এই জনা।

আৰু খোৱা লোৱা চকী পাতি বন্দ ব্যৱস্থা সকলো দেৱৰ চৰণত কটকীয়ে জনালেগৈ। তেতিয়া তলমূৰ কৰি লোটক জৰি পৃথিৱীত পৰিলে। দেৱে বোলে ভাল ৰূপে প্ৰবৰ্ত্তিছে গৈ এই ৰূপে একে শৰীল হৈ থাকিলেহে শত্ৰুক জিনিব পাৰিব ভাল। তেৱ জয়ৰাম যাগৈ লৰাইতক কৰিগৈ সন্দিকৈ শহুৰৰ মৰ্য্যদা নহয় মোৰহে মৰ্য্যদা ৰাখে। পাগটি একেলগে হক পাতখনি বেলেগ লক এই ৰূপে কটকীয়ে আজ্ঞা শুনাই কাঁহী বাতি তাওকিনত খোৱা বোৱাটো গুছালে। আমাৰ কাঠৰ শৰাই কঠালৰ এইৰূপে প্ৰবৰ্ত্তি আছিলে। তাতে বৰুৱাই বোলে বড়াইত দাতিৰ পৰ্বতৰ নিতে জুই দেখোঁ। তাতো গাঁৱৰ মানুহ আছে চাবলৈ যাগৈ এই ৰূপে আজ্ঞা কৰিলে। বড়াইতে মানুহলৈ কুৰি দিন বাট কাটি চহৰী পালেগৈ। দাতিয়ালে ৰণুৱা বুলি ভাগি পলালে, তাৰে হাত ভৰি ভঙা বুঢ়া মেঠা আছিল সিইতক বোলে তই ভয় নকৰিবি। কপিলী মুখতে দেৱৰ আজ্ঞায় বৰমন্ত্ৰী এজনা আছে তালৈকে তইতে অহা যোৱা কৰি থাকিবি। আমি এৰে সৈতে একে মিত্ৰতা হৈ থাকিম। তাৰ মানুহ সকলে চাপি আমাৰ দেশৰ কথা শুধিলে। বোলে বোপাইত তোমালোকৰ নো দেশ কেনে। আমি বোলো, দেৱ ঈশ্বৰ ইন্দ্ৰৰ সন্তান পৃথিৱীত আহি নৰৰূপে নৰোদ্ধাৰ আৰু দেৱৰ দেশৰ সম্মানি ৰাজাৰ পো

ৰাজা, মন্ত্ৰীৰ পো মন্ত্ৰী, সাধুৰ পো সাধু, গাঁও বাৰিকৰ পো গাওঁ বাৰিকা এই ৰূপে সন্মানি দেশৰ দেশ। আমাৰ বোলে তইঁতৰনো কেনে বোলে আমাৰ দেশত ৰাজাৰ পো ৰজা হব নেপাই কুঁৱৰীৰ (এঠাইত জীয়ৰীৰৰ পো আছে) পোহে ৰাজা হব পাই। ৰাজাৰ পো হলে চাকৰ খাটিব পাই। আমাৰ বোলে তইঁতৰ দেশ ভাল নহয় আমাৰ দেশলৈ যাবি। তইঁতৰ ৰাজাৰ লোক দেৱত জনাই ৰজা পাতিম। এই বোল মাত্ত কৰি মিকিৰ বাৰে ঘৰ লালুং বাৰে ঘৰ আনি পাৰ কৰি পাতিলেহি। তাৰে মিকিৰ ৰখাৱ পোক ৰজা পাতিলে। তাৰে দা পাচঁখন ৰাক পাচেখনলৈ দেৱক জনালৈগে। দেৱে বোলে বৰ আপাহ কৰিলে মোৰ শহুৰে বৰাইঁতে মইনো ইইঁতক কি বটা দিম। জয়ৰাম কটকীক আজ্ঞা দিলে তই যা দোপদুৱাৰতে ভেটি বান্ধিবি। তাতে লাই খুটা পুতিবি তাতে টেলেকাই সন্দিকৈ বহিব। আৰু চকিয়ালৰ বৰাইঁত বহিব। ৰঙ্গা চাল পাৰি এই চুলি লগা দা চাৰিখন আগত থব। এই বটা চন্দ্ৰ দিবাকৰলৈ থাকিব। সোণা ৰূপাৰ অলঙ্কাৰ অন্নকালে ঢুকাব যাৱত জিয়ন্তি বটা দিছো আৰু বৰাইঁতৰ বাট কটকী সিইঁতে পৰদেশীলোক আনি মোৰ সেৱকি কৰি দেশ পাতি দিছে। মিকিৰ ৰজাক দিবিগৈ এই চাণ্ডি কন্যা কালী খোল চুলি লগা দা। পৰে বাৰ পুজিয়া ৰজাক খোলাৰ পৰা আনিহে পাতিছে। পৰে টোপা কুছিয়া ৰাজা। এই ক্ৰমে তিনিও ৰজাৰ সন্মান। আৰু দেৱৰ বছৰি সেৱা খৰ্গ এটা ছাল বাৰখন সিং বাৰ জোৰ, তোলা তিনটা, মৌতেল এইবাৰ ক্ষতি নাই। ৰুদ্ৰসিংহ মহাৰাজৰ দিনত বৰাগী বৰবৰুৱা দেৱে জয়ন্তা কছাৰীক আনি বিশ্বনাথ ক্ষেত্ৰত সন্যাপন্ন কৰালেহি। দেৱে আপাহ পাই ৰহা জাগী চকী দোখান বৰাগী বৰবৰুৱা দেৱক দিলে। তেতিয়াৰ পৰাহে আমি বৰবৰুৱাদেৱৰ মানুহ। পূৰ্বে দেওৱেহে বিষয়া ভঙা পতা কৰিছিল। এতিয়া বৰবৰুৱাদেৱে ভাঙেও পাতেও। পূবে শলালৰ মানুহ চাৰিশ আমাৰ চকীত আছিল আৰু দা ধৰা এটা দেৱৰ সজাতি আছিল তাকে গুচাই বৰ টেকেলাটো দিলে। আৰু শলালৰ মানুহটো গুছিলত খামোনৰ পৰা ফালি আনি যোগী, ছুটীয়া ৪০ ঘৰ মানুহ দিলে।

আৰু তিনি ৰজাৰ তিনি কুৰি মানুহ তেতিয়াহে দিলে। আৰু পূৰ্বে দিহিঙ্গিয়াৰ ঠোলোকায়ে কৰত বৰুৱাক কছাৰীক ধৰিবলৈ দিলে। কছাৰীয়ে ৰণ নকৰি পুৰণি মাইবংৰ পৰা ভাগি খাছপুৰত সোমালৈগে। খাছপুৰত ৰজা নাই বাৰেও জীয়ৰীৰ দেশ সোমালৈগে। বাৰেও জীয়ৰীয়ে বোলে তুমি আমাৰ দেশত ৰজা হৈ থাকা। এই বুলি ঘৰবাৰী দি ৰজা পাতিলে। এতৰখে জয়ন্তা ৰজা ৰামসিংয়ে ৰাত্ৰা পালে বোলে অসমৰ খেদাত কছাৰী ৰজাটো ভাগি আহি খাছপুৰত আছেহি। তাৰে যি দেবী জনী আহিছে মহাসুন্দৰী।

চন্দ্ৰ সূৰ্য্যটো মলি আছে তেও দেবীত মলি নাই। এই শব্দ শুনি কটকী ইষ্ট মিত্ৰ কৰিলে আৰু লুইতে উজাই আহি শ্ৰীপুৰত থাকি কছাৰী ৰজাটো ময়ৰধ্বজক নিয়ালে। মিত্ৰ সাক্ষাৎ হওঁ বুলি চৰা নাৱঁত তুলি ভাটী মাৰি নি জয়ন্তাপুৰত উলিয়ালৈগে। সাক্ষীৰ গৰ্ভত তুলি বন্দী কৰি থলৈগে। দেবীয়ে শুনি মহা অসন্তোষ কৰি আছে। আত অনন্তৰে আমাৰ ভকত ধূলি সাগৰ দুয়ো ৰৰগীয়ে দেশান্তৰি হৈ খাছপুৰ পশিলে। দেবীয়ে ছপাই নি শুধিলে বোলে

তোমালোকনো কোন দেশৰ বৰাগী । তেতিয়াই বুজি জ্ঞাত হই বোলে এই অসমৰ খেদাত আমি খাছপুৰ পালোহি । পুনৰো আহি অসমে পালেহি আমিও তাতে সন্যাপন্ন হওঁ । এই বুলি অনেক তুতি প্ৰাৰ্থনা কাৰপণ্য নিবেদন কৰি পত্ৰৰ মাজে লেখি দুই বৰাগীলে সোনাৰ টৈমাত ভৰি কছাৰী বলো ৰামক লগে দি পঠালে । মৰঙ্গীয়ে উলাই আহি বৰবৰুৱা দেৱক সেই পত্ৰ দিলেগৈ । সেই পত্ৰকে পাই কছাৰী ৰজাৰ প্ৰতি প্ৰসন্ন হ'ল ।

পাত্ৰমন্ত্ৰীক ছপাই সুধিলে । ৰুদ্ৰসিংহ দেৱতাই বোলে শৰণীয়া কৰণীয়া এৰিব নেপাই কছাৰী ৰজাটো কোনে আনি দিবহি । বৰাগীবৰুৱাদেওৱে বোলে দেৱ দেৱতাৰ বন্দী আছো মই জয়ন্তা, কছাৰী দুয়ো ৰজাক শৰণাপন্ন কৰাই দিম । অনেক লোক লস্কৰ সৈন্য সেনালৈ চাপানালাই সোমাই লুচনচৰাত ওলালগৈ । ৰুদ্ৰসিংহ দেৱতা মিছা মুখত ৰাহৰ কৰি আছিলে । তেতিয়াহে পুৰণ ৰজাক কাণ কাটি হাতিৰ ফয়াৰে বান্ধি মিছামুখত থলেহি । আৰু পুণৰ চকীয়ালৰ বুলন বৰাই নি খাছপুৰত উলিয়ালেগৈ । উদাৰ বনতে জয়ন্তা দেশৰ স্ত্ৰী এটি পালে । তাইয়ে কয় বোলে অসমৰ বুৰমন্ত্ৰী আহিছে হয় জয়ন্তা ৰজা মহাফন্দী । সিধা সমুগ্ৰহে দিব তাতে বিনা অস্ত্ৰে ভোজন নকৰিব । সেই যে বগা পৰ্বত দেখিবা সকলো মনিসৰ মুণ্ড আকে বুজি বৰ মন্ত্ৰী জ্ঞাত হইল । নৰতণ্ডত লেজুপৰা কোঠ কৰিলেগৈ । সাত দিন সাত ৰাতি হিলৈ জাঁয় কৰি কোঠৰ আগত মাটিৰ দিল কৰি সুবৰ্ণৰ পত্ৰ আৰি কোঠৰ আগত কাপোৰ ঘৰ কৰি বেই বাঁহ পুতি সোনাৰ কলচি দি নোয়ণি ঘৰ কৰি কলপুলি, আমদালি ঘট টেকেলি দি বিয়াৰ সম্ভাও কৰি বাঁহ বৰিয়া কটকীক পঠালে । জয়ন্তা ৰজাৰ ঠাইলৈ কটকীৰ জবান । শ্ৰীশ্ৰী স্বৰ্গ নাৰায়ণ দেৱ ঈশ্বৰ ৰাজাধীৰাজাৰায় ৰাজেশ্বৰ ৰাজেন্দ্ৰিয় নৰানাং নৰেশ্ব বা ঈশ্বৰ । শ্ৰীশ্ৰীদেশ বিভাগি তিনজনা ডাঙৰীয়া শ্ৰীযুত বৰবৰুৱা বৰ নাবাব মন্ত্ৰী বৰেষুদেও ঈশ্বৰৰ দুৱাৰে দিব্য ৰত্নময় কন্যাখানি জন্ম পালে দেশান্তৰি হৈয়া বৰ বছাৰি পোৱা নাই । জয়ন্তী কুৰঁৰীৰ গৰ্ভে জয়ন্তা চাহাব জন্ম ধৰিছে । মহাধৰ্ম্মাৱন্ত বুলি শুনিয়াছো এত দুৱাৰে বৰ মন্ত্ৰীয়ে ৰত্নময় কন্যা লগে আসি নৰতাগুত ৰহি আছে । পত্ৰতো এই সমাছাৰ আকে বুজি ৰামসিংহ জ্ঞাত হৈল । সৈন্য সমনীতে আহি সিধা সমুগ্ৰহ দি বৰিলেহি । পত্ৰ সমনীতে তাৰ পাত্ৰমন্ত্ৰী সমনীতে বটা ৰঙ্গাময় কৰি দিলে । কোঠ ছখান বগালে । তেতিয়াই সৈন্য ঢুকালে । তিনি খান কোঠত মানুহ ৰাখিলে ৰাম সিংহয়ে, তাম্ৰধ্বজে বৰকোঁৱৰে এই তিনিহে থাকিলে । তেতিয়াই চকিয়ালৰ বুলন বৰায়ে ছা মাৰি ধৰি নি পঢ়ুহি দুলাত তুলি খো শৰকাই চৰাত তুলি কিলিংৰে আনি জাগীত উলিয়ালেহি বৰাগী বৰবৰুৱাদেৱৰ কোঠ খানে সৈতে । তেতিয়াহে ৰামসিংয়ে বাহুৰ মাংস কামুৰি খালে । আৰু তাৰ সৰকোটে বাৰ্ত্তা পালে বোলে অসমে আমাৰ ৰজাক ধৰি নিলে । তেতিয়াই আমাৰ কোঠ ছখানে কাটিলে । জনেকো এৰাব নোৱাৰিলে তাৰে নগয়া খৰঙ্গীৰ ৰাকৰতী দুটা গড় এৰাই আহি মিছামুখত বাত্ৰা কলেহি । বোলে দেৱ ৰৰাগী বৰবৰুৱা দেও সমনীতে সাতখন কোঠ কাটিলে এই বুলি কলেগৈ । ৰুদ্ৰসিংহ দেৱতা মিছামুখৰ পৰা বিশ্বনাথলৈ উজাই গ'ল । তাতে

য়ায় ৰাহ ৰাৰিয়া কটকীয়ে বাত্ৰা জনালেগৈ। দেও ৰৰাগী ৰৰবৰুৱাদেও ওলাই আহি জাগীতে ৰইচেহি। জয়ন্তা কছাৰী দুই ৰাজাক উলিয়াই আনিছে। দেওৱে বোলে বাহৰাৰিয়া তই শীঘ্ৰে যা আনগৈ। বিশ্বনাথত আনি. দেওক সাক্ষাত কৰালেহি। তাতে কছাৰী ৰজায়ে স্তুতি প্ৰাৰ্থনা নিবেদন কৰিলে। দেও মই এটা মনিসৰ হন্তে যতখানি সৈন্য হানি পালে তত খানি সৈন্য মোৰ দেখত নাই। চুতৰাজ্য। চুতৰাজ্য।

আৰু সেই সৈন্য খানিক মই পৰলা চাউল কঠাদি সুধিব নোৱাৰিলো। গাছঃ পাত খাই শাখিৰ গৰ্ভৰ পৰা উদ্ধাৰি আনি দেওৰ গৰ্ভত জাত কৰালোহি। আজি ধৰি দেওৱৰ ঋণি হলো। এই ঋণ কোন কালে সুজিম। সাঙ্কো হুই পুজিতে নেপাৱো। আৰু মই মানিকি মাইবঙ্গৰ পৰা ভূমি উচৰ্গি দিছো। আতে গজমুক্তা যি উপজে স্বৰ্গী বোপা ৰাজাৰ আৰু বছৰ সেওৱা ২টা হাতি, ২টা ঘোঁৰা, ৪০ টা মানুহ, দুটা বৰুৱা পাল সেৱা কৰি থাকিব এই বুলি তিল, কুশ, ধুপ, দীপ লৈ বিশ্বনাথ ক্ষেত্ৰত হাত জুবুৰিয়াই কবুল কৰি আছে। লাও তল যাব, শিল উপঙিব, কোৱা বগা হ'ব, বগ কলা হ'ব আৰু ব্ৰহ্মপুত্ৰ উলটি গতি কৰিব তেবে কি মোৰ কবুল চাৰিব না। আৰু দেওৱে শিৱসিংহকে তাম্ৰধ্বজকে দুয়োকো মাথাত হস্তে পৰশি পুত্ৰ থাপিলো আৰু জয়ন্তা কছাৰী দুয়ো ৰজাক উজাই নি দিখৌৰ বালিত থৈছিলৈগৈ। তাতে বসন্ত ওলালে আৰু দেৱৰ ভৰালৰ কাপোৰ জাপী দিলে। ই ঠাইতে ৰাজা ৰামসিংহ হানি পালে। তাৰে ৰৰকোঁৱৰকে দোলা আলোৱান চত্ৰ থৈ গুচি গ'ল। তাকে তলা কোৰ বোলে। অসমৰ কবুল আতে এৰিলো। আমাৰ ৰজাটিক বিষ কাপোৰ, ধাকি মাৰিলে। সেই কাল বধি জয়ন্তা কেৰেচা। সন্দেহ পত্ৰ দিয়ে হাতি ঘোঁৰা নাই। আৰু ৰৰাগী ৰৰবৰুৱাদেৱক দেওৱে আজ্ঞা কৰিলে তাম্ৰধ্বজক নি খাছপুৰত নগৰ কৰি দিৰিগৈ। নগৰ কৰি পাতি থৈ আগৈ। অনেক লোক লস্কৰ সৈন্য সেনালৈ গুৱাবাৰিত থাকি পাতি থৈ আহি পুনৰ দেৱক সেৱা কৰিলেহি। সেই আপাহতে ৰহা জাগী চকী দুখনি দিলে। তামোল পান খাবা বুলি তেতিয়াৰ পৰাহে আনি লগোৱা বুলি কুৰিত দি ও ৰজা হাত দিয়ে। লিগ্‌চৈৰ বাবে গৰু দিয়ে। আৰু পূৰ্বে ৰৰফুকনৰ কাৰবাৰ থাকোঁতে গোভাৰ দুৱৰীয়া নতা লেহেতি আৰু ৰৰাগী ৰৰবৰুৱা দেউএ চকী পালত ৰৰফুকনে গুছাই দিলে। ৰৰবৰুৱাদেওৱে নতুনকৈ দুৱৰীয়া দিলে সেইহে ধন তুলিব নোৱাৰিলে।

পুনৰবাৰ দেওলৈ জনালত ৰাম জীৱন, ৰয় কন্দলী দুই কটকী পুনৰ ও হাল কাটি আনি ৰৰফুকনৰ ঠাইৰপৰা তেতিয়াৰ পৰাহে দেৱৰ চাণ্ডৰ ধন তুলি শোধালে আৰু পুনৰ পাতৰ ৰৰফুকনে দেৱৰ চৰণলৈ প্ৰাৰ্থনা কৰি জনালে। বোলে (কুলৈৰ) জাগীৰ ওচৰৰে পৰা খাগৰীজানলৈকে ৰৰবৰুৱাৰ দেশ। নগাঁৰ খৰঙ্গী মোৰ দেশ। তালৈকে টা টেকেলাটো পঠালে খুটি মাৰি চাউল খাবৰ ঠাই নাই। দন্দোৱাটে চাৰিটি ঠাকুৰী আছে তাত পানৰৰীয়াৰ ডেকা এটি ৰজা পাতি থৈছে। সেই মানুহ কেইঘৰ পালে খুটি মাৰিবলৈ। তেতিয়াই দেওৱে ৰাম জীৱন, ৰয়কন্দলীক দুই কটকীক পঠাই সীমা কৰি দিলে মুৰত মালা

দিলে। আহঁতৰ গুৰি, গৰু ঘাট কালিকাজৰি এইয়ে সীমা। দেৱৰ আজ্ঞা ৰুদ্রসিংহ দেৱতা, বৰাগী বৰবৰুৱা, পাতৰ বৰফুকন, বুঢ়াবৰুৱা পৰে পচন্দ বৰবৰুৱা পৰে কীৰ্ত্তিচন্দ্র বৰবৰুৱা তেওঁনো কি কি কাম কৰিলে লাইৰ নামৰ শিল ধৰ্ম্মপুৰ কচুৱাহাটৰ আৰে পৰা মানুহ ধৰি আনিলে গাওঁ ভাঙ্গি কছাৰীকে দুৱাৰ মাৰিলে। পৰে কপনী অলৰ কনচেঙক পঠাই কছাৰী ৰজাৰ পৰা হাতী ঘোঁৰা সন্দেহ পত্র আনি দুৱাৰ মুকলি কৰিলে। তেতিয়াহে চক ধৰাৰ কৰিব টেকেলা ১০ টা দি কটকী বৰা পাতিলে। তেতিয়াৰে পৰা কেতেকী বৰা খাছপুৰলৈ অহা যোৱা বাব হৈছে পূৰ্বে কটকী চকীয়ালৰ । বৰা শলাল বৰা মচাৰি দাতি কাটিলে। খলা গোভা, নেলী, চহৰী ভাগি আহি অসম পাৰত আছিলহি। দেৱত জনালত অনেক সজাতি দি ১২ হাজাৰ দাতিয়াল ধৰি নিবুকত পাতিলৈগে। পুনৰ বকতিয়ালৰ কীৰ্ত্তিচন্দ্র বৰবৰুৱা গোভা দুৱাৰ কৰিবৰ নিমিত্তে জাগীত থাকি কামদেৱ কটকীক পঠাই জয়ন্তা ৰজাক উলিয়াই আনি গোভাৰ ফুলগুৰিত পাতিলৈগে তাৰে পৰা উলটিলৈগে।

পিতৃৰ শ্ৰাৰ্দ্ধ কৰি আহো বুলি পুনৰ নাহিলে। পুনৰ কীৰ্ত্তিচন্দ্র বৰবৰুৱাদেৱে ৰহালৈ উজাই গল। ৰহাত থাকি বেবেজিয়া নকুৰি পাতিলে। ৰহাতে হাট পাতি পৰে বেবেজিয়া একুৰি লাকলেঙ্গিয়া কৰি দিলে। হাটৰ সীমা পূবে গড়ৰ চকী পশ্চিমে গোগ, উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে যমুনামুখ আত বেহা কৰে সকলো দানি পাঞ্চু ৰজাৰ ঢেকেৰী চকিয়াল আদানি, কৰালে কনচেঙ্গে কথা শুনাই চকিয়াল বৰা কৃষ্ণ গতিক হাট সেৱা পাতিলে আৰে ধন তুলি দেৱৰ চাওঁলৈ শুধাব। কড়ি আঘেৰ কুৰি মিকিৰ কছাৰীক খৰছ দিব। তিনিকুৰি কড়ি আৰু মনিপুৰীয়া, কছাৰী দুই ৰজাক উলিয়াই আনি দেৱক সেৱা কৰালেহি। আৰু ৰাজেশ্বৰ সিংহ দেৱত বোলে পুত্ৰে আহি মোক সেৱা কৰিলেহি। মইনো পুত্ৰক কি দিম সোনা ৰূপা বস্ত্ৰ অলঙ্কাৰ দিম অল্প কালে ঢুকাব। বৰুৱা ৰহাতে যে হাট খনি পাতিছা তাৰে এফালি ধন পুত্ৰৰ ঠাইলৈ দিব। বৰুৱাদেওৱে লন বৰাক পঠাই আজ্ঞা শুনাই। কছাৰি ৰজালৈ আঘেৰ কুৰি কড়ি শোধাব। চকিয়ালৰ বৰাইঁত এই আঘেৰ কুৰিৰ বাব আৰু পুনৰ মনিপুৰীয়া কুঁৱৰী আনি বিবাহ দিলেহি। ৰাজেশ্বৰ সিংহ দেৱতাক আৰু ১৮ হাজাৰ মিকিৰক আনি কৰতলীয়া কৰিলে। তাক বিল বহতা সকলো দিলে। আগলৈ মিকিৰ কছাৰী তেহে বংশ গটাই থাকিব। তেতিয়াৰে পৰা বাব বুলি কপাহ, গোমধান, আদা, সৰিস কচু কোমোৰা বছৰ সেৱা দেৱৰ চৰণত জনাইছে। আৰু পূৰ্বে তিনি ৰজাৰ মাটিৰ সীমা বলাই মৰা জানে, কাৰমৰা শিমলু, কেঠাই জৰীয়ে কোমাৰ জানে উত্তৰে বাৰভূঞাৰ আলি তাতে শেলচতে সুতা, পূবে পশ্চিমে জান মাজতে মেটেকা খাট। গাওঁ খনি চমুৱা গেনা বৰুৱা বৰুৱা তাৰে পৰা টোপা কুছিয়াৰ সীমা। হাতী বন্ধাৰ দক্ষিণে চাকুলী আশতে সুতা বাৰপুজীয়া সীমা। পুখুৰীৰ মাজতে সুতা মিকিৰৰ সীমা। বা সুতিয়ে হাতী চুণ্ডীয়াক পাতিলে কীৰ্ত্তিচন্দ্র বৰবৰুৱা। ন্যায় সোধা ফুকনে খামোনৰ বৰাক পঠাই খাইগৰৰ পৰা আনি যোগী মানুহ চাৰি ঘৰ লালুং তিনিঘৰ তাকে আনি পাতিলেহি ৰজা টোপা কুছিয়াৰ কুঁৱৰীৰ পো দাৰীয়া ৰজা। সৰা বিলৰ

কোষত পাতিলে বকৰা বৰুৱা। আৰু পূৰ্বে ৰহাত কমাৰ নাই আহিলা পৰা লাচিত বৰফুকনক বকৰা বৰুৱা পাঞ্চ ৰজা কমাৰ এঘৰ আনিলে ভঙ্গীয়া নাম। দন্দুৱা ৰজাৰ দুভাই শ্ৰীজয়ন্তা ৰজা দেশৰ নিবন্ধ ৰজাৰ পো ৰজা হব নাপাই ৰজাৰ জীয়ৰীৰ পোহে ৰজা হব পাই ৰজাৰ পো চাকৰ খাটিব পাই। ৰজাৰ জীয়েকলৈ কোঁৱৰ খুজি আনি পাই। আৰু ৰজাৰ দেশত ৪ দলৈহে মন্ত্ৰী ৪ দলৈয়ে ৰজাৰ মাদৈৰ কাঁহীখন চোৰ কৰি আনে সেই কাহীত ৰজাৰ কোঁৱৰক ভাত খুৱাই সেইটি কোঁৱৰ ৰজা হব নাপাই। শ্ৰীযাদৱ ৰাইৰ দাস লম্বো নাথ প্ৰখ্যাত লেখক মনাই বৰাৰ নাতি দৈত্য কুলে জাত মোমাই তামুলী বৰবৰুৱা দেৱে পতা চকি কমলেশ্বৰ সিংহত দশপুৰুষ শ্ৰীশ্ৰীদেৱৰ শ্ৰীচৰণৰ বিন্দত যুগে যুগে শুদ্ধ সেৱা। বঢ়া-টুতা অপৰাধ ক্ষমা কৰা। সবে বৈষ্ণৱত নমস্কাৰ। যথা দৃষ্টং তথা লিখিতং। লেখকে নাস্তি দুখনং। ভীমে চাপি ৰণে ভঙ্গ । মুনিনাঞ্চ মতিভ্ৰম। শ্ৰীশ্ৰীদেৱৰ চৰনাবিন্দত শতকোটি বাৰ কৰো নমস্কাৰ। ১৭৩৩ শকত আহিন মাহৰ ৪ দিন যোৱাত বৃহস্পতি বাৰে বুৰঞ্জী পুস্তক সমাপহি।

# 'সমিধান'ৰ সমিধান

যোৱা আহাৰৰ সংখ্যা 'বাঁহী'ত শ্ৰীযুত দ্বাৰিকানাথ গোস্বামীৰ 'সমিধানত' তেখেতে লিখিছে বোলে আমি হেনো জেঠৰ 'বাঁহী'ত, ভটীয়াপাৰৰ পুখুৰী উচৰ্গিবৰ কাৰণে কোচবিহাৰৰ পৰা যদুচৰণক পঠাই বনমালী গোঁসাইক আনি পুখুৰী উচৰ্গা কৰ্ম সমাধা কৰি জখলাবন্ধাত শাকবাৰি নামে সত্ৰ কৰি দি ৰাখিলে" বুলি লিখিছোঁ। জেঠৰ সংখ্যা 'বাঁহী'ত পাঠকসকলে দেখিব আমি সেই কথা লিখা নাই। আমি লিখিছিলো– "* * গোঁসাইক মানুহ দি অনাই কলিয়াবৰত জখলাবন্ধাত সত্ৰ কৰি থ'লে। কত দিন থাকি জতকৰত (শাকবাৰীত) সত্ৰ কৰি মহাৰজাই তাতে থ'লে।* * * "শ্ৰীযুত গোস্বামীদেৱে উদ্ধৃত কৰা কথাখিনিৰ লগত জেঠৰ সংখ্যাত বুৰঞ্জীৰপৰা তুলি দিয়া আমাৰ কথা কেইশাৰীৰ শব্দ যোজনাত বেছি অমিল নেদেখালেও অৰ্থৰ কিন্তু অনেক অমিল হৈছে। 'বাঁহী'ৰ পাঠকসকলে মিলাই চাব। আমাৰ লিখা কথাকে "দোচোৰা সাঁচত মাৰি" উদ্ধৃত কৰাৰ মানে কি সেইটো আমি ভালকৈ বুজিব পৰা নাই।

যিহওঁক আমি কিন্তু দক্ষিণপাট সত্ৰৰ এয়ে আদি বুলি ভাবিছোঁ, আৰু জয়ধ্বজ ৰজাই বনমালীদেৱক সত্ৰ কৰাই দিয়াৰ কথাও আমাৰ কথা ফাকিত ফটফটীয়াকৈ ওলাইছে বুলিহে আমাৰ বিশ্বাস। সত্ৰবিলাকৰ 'নামকৰণ' কৰি ৰজাসকলে ঢোল পিটি শুনাই দিয়া কথা বুৰঞ্জীত বৰকৈ নাই, 'চৰিত্ৰ'ত থাকিব পাৰে। বনমালীদেৱক জয়ধ্বজ ৰজাই যি সত্ৰ কৰি দিছিল, তাকে দক্ষিণপাটৰ আদি বুলিবলৈ শ্ৰীযুত গোস্বামীদেৱ কিয় 'নাৰাজ' আমি বুজিব পৰা নাই।

আচল কথা ক'বলৈ গ'লে, ৩য় বছৰৰ ৯ম সংখ্যা 'বাঁহী' ওলাওঁতেই তেখেতৰ দক্ষিণপাট সত্ৰ বিষয়ক প্ৰশ্ন কেইটি আমাৰ চকুত পৰিছিল, কিন্তু পৰৰ 'গোলাম' গতিকে নিজৰ সময়ৰ নাটনিত, তাতে আমাৰ 'আহোমৰ দিন'ত (যি কিতাপ প্ৰকাশ কৰিবলৈ বৰ্ত্তমান আমি যো-জা কৰিছোঁ) লাগি থাকিব লগা হোৱাত, বিশেষকৈ তৰ্কজালত পৰাৰ আশংকাতহে আমি মনে মনে থাকিবলৈ বাধ্য হৈছিলোঁ। এতিয়া দেখিলোঁ, আমাৰ ধাৰণা নিচেই মিছা নহয়। 'সমিধান'ৰ সামৰণিত তেখেতে যি কেইটা প্ৰশ্ন কৰিছে, তাৰ উত্তৰ দিবলৈ গ'লে, আমাৰ লিখা কথা তেখেতে আকৌ "দোচোৰা সাঁচত মাৰি" অনৰ্থক কিছুমান তৰ্কজাল বিস্তাৰ কৰিব; কিন্তু সিমানবিলাক তৰ্ক কৰিবলৈ আমি নিশ্চয় সময় উলিয়াব নোৱাৰিম। 'আউনীআটী', 'দক্ষিণপাট', 'কুৰুৱাবাহী', 'গড়মূৰ' এই চাৰি সত্ৰৰ বিষয়ে প্ৰাচীন বুৰঞ্জীৰ পৰা আমি যি জানিব পাৰিছোঁ সেইবিলাক যথাসাধ্য আমি আমাৰ 'আহোমৰ দিন'ত লিখিছোঁ।

সেইকাৰণে শ্ৰীযুত গোস্বামীদেৱ আৰু 'বাঁহী'ৰ পাঠকসকলৰ ওচৰত সম্প্ৰতি আমি Lame excuse মাগিবলৈ বাধ্য হৈছোঁ। ইয়াত অৱশ্যে আমাৰ স্বাৰ্থও আছে।

শ্ৰীযুত গোস্বামীদেৱে নাজানিব পাৰে, আমি কিন্তু কুলত আহোম। ন্যূনাধিক প্ৰায় ৩০০

বছৰ যদিও আমি হিন্দু ধৰ্ম গ্ৰহণ কৰি আহিছোঁ আৰু যদিও অনেক সত্ৰ দেৱালয় আদি আহোমৰেই স্থাপিত, তথাপি হিন্দুৰ কৰ্মকাণ্ডত এতিয়াও আমাৰ বিশেষ অভিজ্ঞতা হৈছে বুলি আমি ক'ব নোৱাৰোঁ। "পুখুৰী উচৰ্গা', 'গৃহ প্ৰতিষ্ঠা' আৰু 'বৃষোৎসৰ্গ' এনেকুৱাবিলাক কৰ্মলৈ গোঁসাই মহন্তসকলক কোনেও নামাতে" বুলি তেখেতে কৈছে, আমিও তাকে হয় বুলিবলৈ বাধ্য, কাৰণ আমি ল'ৰাকালৰে পৰা শুনি আহিছোঁ, "ব্ৰাহ্মণৰ মুখে বেদ, মোলোনাৰ মুখে ছেদ", কিন্তু ভটীয়াপাৰৰ পুখুৰী উচৰ্গোতে বনমালীদেৱক মতা সচাঁ, আৰু সেই সময়ৰ ৰজাসকলৰ দিনত (আৰু লগে লগে 'গোঁসাই', 'মহন্ত', 'পণ্ডিত', 'ব্ৰাহ্মণ', ভট্টাচাৰ্য', 'যাজক' ইত্যাদিসকলক, সেই সময়ৰ সাময়িক অৱস্থালৈ মন কৰিলেও) পুখুৰী উচৰ্গা কৰ্মলৈ গোঁসাই মহন্তক মতাটো সম্ভৱ বুলি ভাবিবলৈ যুক্তিয়ে নুই নকৰে। 'আহোমৰ দিন'ৰ যথাস্থানত আমি এই বিষয়ে বহলাই লিখিছোঁ।

'গোঁসাই' (এই খিনিতে অৱশ্যে গোঁসাই কথাটি আমিহে জোৰা দিছো) মহন্তসকলক নামগুণ ভাৱনা সবাহ ইত্যাদি কৰ্মলৈহে নিমন্ত্ৰণ কৰে" বুলি তেখেতে কৈছে, কিন্তু প্ৰাচীন কালত (শ্ৰীবিষ্ণু! আহোম ৰাজত্বৰ সময়ত!) ইয়াৰ অনেক ব্যতিক্ৰম ঘটাৰো প্ৰমাণ পোৱা যায়। 'পুখুৰী উচৰ্গা' কৰ্মলৈ গোঁসাই মহন্তক নিমন্ত্ৰণ কৰিলে শ্ৰীযুত গোস্বামীদেৱে 'অপমানসূচক' বুলি ভাৱে হ'ব পায়। জয়ধ্বজ ৰজাই কিন্তু বনমালীদেৱৰ বাহিৰেও অন্য কেইবাগৰাকী গোঁসাইকো ভটীয়াপাৰৰ পুখুৰী উচৰ্গা কৰ্মলৈ নিমন্ত্ৰণ কৰি আনি, দান দক্ষিণাদি কৰাৰ প্ৰমাণ বুৰঞ্জীত পোৱা যায়। মানুহৰ অন্তিম সময়ত শৱ পৰাচিত কৰাবলৈ পুৰোহিতকহে (যাক শ্ৰীযুত গোস্বামীদেৱে 'যাজক' বুলিছে) মাতে, গোঁসাই মহন্তক কোনেও নিবিচাৰে, আজিকালি "মহাদেৱৰ প্ৰসাদ সেৱন কৰি" কোনোৱে কেতিয়াবা বিচাৰিলেও তেওঁৰ ওপৰত defamation case হ'ব, কিন্তু জয়ধ্বজ সিংহ আৰু চক্ৰধ্বজ সিংহ এই দুগৰাকী ৰজাৰ অন্তিম সময়ত তেওঁলোকৰ 'মৃত্যু মংগল' কৰাবলৈ আৰু 'ম্ৰীয়মান সময়ত যি কৰাব লাগে' তাক কৰাবলৈ, কুকুৰাবাহীৰ ৰামকৃষ্ণ গোঁসাই আৰু বনমালীদেৱ "দুইজনা গোঁসাইকে খেদাকৈ নিওৱাৰ" কথাও বুৰঞ্জীত পোৱা যায়। অন্তিম কালত মূৰত হাত দি গোঁসায়ে নাম শুনোৱাৰ কথাও বুৰঞ্জীয়ে কয়। এইবিলাক কথা শ্ৰীযুত গোস্বামীদেৱে নুই কৰিবনে ?

এই কথা কোৱাৰ উদ্দেশ্য এই যে এজন 'যাজক' ব্ৰাহ্মণেও ৰজাৰ 'মৃত্যুমংগল' আদি কৰাব পাৰিলেহেঁতেন, অথচ বনমালীদেৱ আৰু ৰামকৃষ্ণ গোঁসাইৰ নিচিনা দুগৰাকী শীৰ্ষস্থানীয় গোঁসাইক 'খেদাকৈ' নিয়াইছিল। তাৰ নিশ্চয় কিবা কাৰণ আছিল। ৰাজকীয় ক্ষমতাৰ খাতিৰত যিসকল গোঁসাইয়ে ৰজাৰ অন্তিম কালত, চাণ্ডৰ ওপৰলৈ গৈ, 'মৃত্যুমংগল' কৰাই, মূৰত হাত দি নাম শুনাইছিল, সেই ৰজাৰ অনুৰোধক এৰাব নোৱাৰি যে বনমালীদেৱে ভটীয়াপাৰৰ পুখুৰী উচৰ্গা কৰ্মলৈ গৈছিল, বা পুখুৰী উচৰ্গিছিলগৈ তেনে কথাও আমি অবিশ্বাস কৰিব নোৱাৰোঁ। অৱশ্যে এই কথা আমি তৰ্কৰ খাতিৰতে কৈছোঁ, বনমালীদেৱে (শ্ৰীযুত

গোস্বামীদেৱে কোৱাৰ দৰে৷ "হাতত কোষা লৈ সংকল্প কৰি পুথুৰী উচৰ্গিলে নে, নাই কিবা সদস্য হৈ বহি আছিল" সেই কথা আমি কোৱা নাই আৰু বৰ্তমান নকওঁ বুলিহে থৈছোঁ ।

"জয়ধ্বজ সিংহৰ ৮/৯ জন পাছতহে ল'ৰাৰজাই দক্ষিণপাটত শৰণ লৈছিল" এনে নহয় । জয়ধ্বজ ৰজাৰ পাছত চক্ৰধ্বজ সিংহ, উদয়াদিত্য সিংহ আৰু ৰামধ্বজ সিংহও দক্ষিণপাটৰ শৰণীয়া আছিল বুলি বুৰঞ্জীত উল্লেখ আছে । এওঁলোকৰ পাছত যি চাৰিজনা ৰজা হয় (চুহুংগ, গোৰৱ, চুজিনফা আৰু চুডেকা) তেওঁলোক সম্ভৱতঃ হিন্দু হ'বলৈকে নহ'ল * । ল'ৰাৰজাৰ দিনত দক্ষিণপাট সত্ৰৰ জেউতি চৰে, তেতিয়া, "দক্ষিণপটীয়া বাপু"* সৰ্বেসৰ্বা আছিল, সেই কাৰণেই দক্ষিণপটীয়া গোঁসাই কিছুদিন ৰজা হৈছিল বুলিও মানুহে কয় । সম্ভৱতঃ এনেকুৱা কাৰণৰ ওপৰত নিৰ্ভৰ কৰিহে কোনো লোকে লৰাৰজাই দক্ষিণপাট সত্ৰ স্থাপন কৰিছিল বুলি কয় ।

---

* চাৰিওজনাৰ ৰাজত্বকাল মুঠতে তিনি বছৰ মাথোন । এই সম্পৰ্কে আমাৰ বক্তব্যৰ এয়ে শেষ বুলি ধৰিব লাগে । আমি কোৱা কথাৰ সত্যাসত্য উপলব্ধি কৰিবলৈ হ'লে, বুৰঞ্জীখন পঢ়ি চাবহি লাগিব ।

* চাৰিসত্ৰীয়া গোঁসাইসকলক 'বাপু' বুলিহে বুৰঞ্জীত উল্লেখ আছে ।

# আহোম ৰজাৰ ৰূপৰ বিষয়'ৰ ওপৰঞ্চি

ষষ্ঠ বছৰৰ ৫ম সংখ্যা 'বাঁহী'ত আহোম ৰজাৰ ৰূপৰ বিষয়ে যিটি প্ৰবন্ধ বাহিৰ হৈছে তাৰে ওপৰঞ্চি স্বৰূপে আমিও কেইআষাৰমান ক'বলৈ আগ বাঢ়িলোঁ।

শ্ৰীযুত গেইট চাহাবৰ মতে, আহোম ৰজাসকলৰ ভিতৰত পোন প্ৰথমেই চুক্লেন মুং বা গৰ্গয়াঁ ৰজাই তেওঁৰ নিজৰ নামে সোণৰূপৰ মোহৰ মৰায়। স্বৰ্গীয় কাশীনাথ তামুলীফুকনে, স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে আৰু শ্ৰীযুত পদ্মনাথ বৰুৱাই কিন্তু চুচেংফা (বা বুদ্ধি স্বৰ্গনাৰায়ণ) ৰজাকহে মুদ্ৰাৰ প্ৰথম প্ৰৱৰ্তক বুলিছে। বুদ্ধি স্বৰ্গ নাৰায়ণ ৰজাৰ কীৰ্তিকলাপলৈ মন কৰিলে অৱশ্যে যদিও তেওঁকেই মুদ্ৰাৰ প্ৰথম প্ৰৱৰ্তক বুলি ধৰিবলৈ ইচ্ছা হয়, তথাপি আমি শ্ৰীযুত গেইট চাহাবৰ কথাও দলিয়াই পেলাবলৈ সাহ কৰিব নোৱাৰোঁ, কাৰণ মিঃ গেইটৰ নিচিনা এজন প্ৰত্নতত্ত্ববিদ্ চাহাবে বিশেষ প্ৰমাণ নোপোৱাকৈ "He was the first Ahom ruler to strike coins" (আহোম ৰজাৰ ভিতৰত তেৱেঁই প্ৰথমে মোহৰ মৰায়) এই বুলি চুক্লেন মুঙৰ কথা কেতিয়াও নিলিখিলেহেঁতেন, কাৰণ আমাৰ বিশ্বাস, মিঃ গেইট "মাত নৌ ফুটোতেই নাম-ঘোষা গাবলৈ মন কৰা" মানুহ নহয়।

মুদ্ৰাৰ প্ৰথম প্ৰৱৰ্ত্তক যেইজনা ৰজাই হওক, সেইসকলৰ দিনত মৰা মোহৰৰ সংখ্যা নিচেই তাকৰ আছিল, ই নিতান্ত সঁচা আৰু সম্ভৱতঃ সেই মোহৰবিলাকো প্ৰধানকৈ সোণৰহে আছিল। 'বাঁহী'ৰ পাঠকসকলৰ ভিতৰত কোনোৱে চুক্লেন মুং আৰু চুচেংফা ৰজাৰ দিনৰ ৰূপৰ মোহৰ দেখিবলৈ পাইছে যদি আমি ক'ব নোৱাৰোঁ কিন্তু আমাৰ চকুত হ'লে, তেনে মোহৰ আজিলৈকে পৰা নাই, তেওঁৰ দিনৰ সোণৰ মোহৰ হ'লে দেখিছোঁ। সি যি হ'ক কিন্তু প্ৰাচীন বুৰঞ্জী পঢ়িলে জানিব পাৰি, যে জয়ধ্বজ সিংহ ৰজাৰ ৰাজত্বৰ পূৰ্বে অসমত সৰ্বসাধাৰণৰ ভিতৰত মুদ্ৰা প্ৰচলন হোৱা নাছিল।

ইতিপূৰ্বে চ্যুতিংফা (বা নৰীয়া ৰজাৰ) দিনত কছাৰী ৰজা ৰবিদৰ্প নাৰায়ণে আমাৰ ৰজালৈ "প্ৰীতিৰ কাৰণ কহি এক কন্যা মাগি পঠায়। কন্যাৰ কাৰণ শুনি মহাৰজা ডাঙৰীয়া সকলক সুধিলে, বোলে, দিয়া বচনখান বুলিবলৈ কোনখান বোলাইক ? ডাঙৰীয়াসকলে বোলে, পূৰ্বে কন্যা দি অসন্তোষ পোৱা গৈছে, নিওতেও অনাদৰ কৰিহে নিলে, তাকে চাই, আশা দি থ'বলৈহে ভাল, নিশ্চয় কৰি দিবলৈ ভাল নহয়। হেনজানি, স্বৰ্গদেৱৰ মনে বা কোনখন বোলে। মহাৰজা বোলে, কন্যা দি কছাৰীৰে আমাৰে কি মতে (কোনোমতে) ছল চন্দ্ৰৈকে হাট পাতিম– তাত তাৰ আমাৰ মানুহে বেচা কিনা কৰি থাকিব, চল বিচলো চাব,

চল চাই একে ৰাতিয়ে গাঁৱো মাৰি আনিম।" এই বুলি নৰীয়া ৰজাই এখন হাট পাতে। সম্ভৱতঃ এইখন হাটেই আহোম ৰজাৰ প্ৰধান হাট।

ইয়াৰ অলপ দিনৰ পাছতে তেওঁৰ পুতেক চুতাম্লা আহোম সিংহাসনত ৰজা হয়। চুতাম্লাই দেখিলে যে সৰ্বসাধাৰণৰ ভিতৰতো মুদ্ৰাৰ ভালকৈ প্ৰচলন নহ'লে, হাটৰ বেচা কিনাৰ কাম সুচলৰূপে নচলে আৰু সেয়ে নহ'লে, পূৰ্বত নৰীয়া ৰজাই যি উদ্দেশ্য লৈ সেই হাত পাতিছিল, সিও সিদ্ধি হোৱা টান। এই ভাবি তেওঁ 'সিঙ্গৰিঘৰ' উঠি হিন্দুমতে জয়ধ্বজ সিংহ নাম লৈয়েই "সিংহ পংক্তিৰে আঠ চুকীয়াকৈ বহু পৰিমাণে ৰূপৰ মোহৰ মাৰিলে"। বুৰঞ্জীত কৈছে যে "আমাৰ দেশত সেই সময়ৰ পৰাহে সামাইন লোকৰ ভিতৰতো ৰূপৰ মোহৰ চলিল।"

# সভাপতিৰ অভিভাষণ ঃ ছাত্ৰ সন্মিল

অব্যক্তং জগদাধাৰং নিৰ্মুক্তং পৰমাত্মকং ।
নমামি সচ্চিদানন্দং পুৰুষং বিশ্বকাৰণম্ ॥

যিজন অব্যক্ত, যিজন পৰমাত্মক, যিজন জগতৰ আধাৰ স্বৰূপ, যিজন নিৰ্মুক্ত, যিজন সচ্চিদানন্দ আৰু যিজন হৈছে এই বিশ্ব ব্ৰহ্মাণ্ডৰ আদি কাৰণ, সেই পৰম পিতা পৰমেশ্বৰক নমস্কাৰ কৰোঁ ।

**উপস্থিত ভদ্ৰমণ্ডলি আৰু মোৰ আদৰৰ ছাত্ৰবন্ধুসকল—**

আপোনালোকে আজি এই সন্মিলনৰ সভাপতিৰ আসন দান কৰি এই নিঃকিনক যিদৰে সন্মানিত কৰিছে মই নিশ্চয় এই সন্মানৰ উপযুক্ত পাত্ৰ নহওঁ । তথাপিও যে মই এই আসন আজি অধিকাৰ কৰিছোঁহি, তাৰ এক কাৰণ হৈছে আজি যিবিলাক ছাত্ৰ কাইলৈ সিবিলাক আমাৰ দেশৰ, আমাৰ দুখুনী জন্মভূমিৰ আৰু মাতৃভাষাৰ আশা ভাৰসাৰ স্থল, আজি যিবিলাক ল'ৰা, কাইলৈ সিবিলাক সমাজৰ নেতা আৰু যিবিলাক আজি এই সন্মিলনৰ কৰ্মী কাইলৈ সিবিলাক আমাৰ দেশ সেৱক হৈ উঠিব । সিবিলাকৰ সজ অনুষ্ঠান বিলাকত আমি বুঢ়াবোৰে উৎসাহ উদগনি দিয়াটো কৰ্তব্য বুলি মই বিবেচনা কৰোঁ । দ্বিতীয় কাৰণ হৈছে (অৱশ্যে ভালকৈ মনত নাই) গত বছৰ সম্ভৱতঃ আপোনালোকৰ সন্মিলনত সভাপতি হ'বলৈ আপোনালোকে মোক আহ্বান কৰিছিলে । সেই সময়ত কিন্তু মই নিতান্ত পীড়িত ; নিউমোনীয়া বেমাৰৰ পৰা মাত্ৰ উঠিছিলোহে । ৪/৫ ঠাইৰ পৰা সন্মিলনৰ সভাপতি হ'বলৈ মোক অনুৰোধ কৰি চিঠি লিখিছিলে, মই কিন্তু শৰীৰ নিতান্ত কাতৰ বুলি আৰু আন নানা অসুবিধাৰ কাৰণে সেই অনুৰোধ কাৰো ৰাখিব নোৱাৰিলো । সেই কাৰণে এইবাৰ আৰু আপোনালোকক বিমুখ কৰিবলৈ মই সাহস কৰিব নোৱাৰিলোঁ । তৃতীয় কাৰণ হৈছে, মৰমৰ টান বৰ ডাঙৰ টান । সেই টানতেই ছাত্ৰসকলে মতাত মই নহাকৈ থাকিব নোৱাৰিলোঁ । এইবিলাক কাৰণৰ নিমিত্তেই নিজক নিতান্ত অযোগ্য জানিও আজি মৰসাহ দি এই সভাত সভাপতি ৰূপে উপস্থিত হৈছোঁহি । উপযুক্ত পাত্ৰক আপোনালোকে এই আসন দিয়া হলে, যিবিলাক সজ বাণী শুনিবলৈ পালেহেঁতেন, জ্ঞানৰ জিলিঙনি সোমাব নোৱাৰা, অমানিশাৰ আন্ধাৰে আচ্ছন্ন কৰি থোৱা, দুখীয়া দেশৰ এচুকে চাহ বাগিছাত সোমাই থাকি কুলিৰ লগত

আজীৱন জীৱন কটোৱা এই নিঃকিন কুলি চৰ্দাৰজনৰ পৰা তেনে সজ উপদেশ, সজ পৰামৰ্শ পাবলৈ নিশ্চয় আশা কৰিব নোৱাৰে। সেইবাবে কিন্তু দোষ হলে মোৰ গাত নহব, দোষ হব যিবিলাকে ছাত্রসকলক উদগাই দি মোক এই সভাৰ সভাপতি পতাই ভুচুংপহু উলিয়াই মেলেণ্ডীয়াল ৰাইজ আৰু ছাত্রসকলক ৰং দেখুৱাবলৈ তলে তলে ষড়যন্ত্র কৰিছিল, সেইবিলাকৰহে। সি যি কি নহওক, বন্ধুসকল, মই কওঁ যে, মোৰ নিশ্চয় অলেখ ত্রুটি হ'ব, আপোনালোকে সেইবোৰ মাৰ্জনা কৰিব লাগিব।

(ক) বন্ধুসকল! প্রথমতে অর্থাৎ ছাত্রসকলক মোৰ বক্তব্য কোৱাৰ আগতে, এই সন্মিলনৰ সভাপতিৰ আসনৰ পৰা আপোনালোকক কেইটিমান অতি শোকৰ কাহিনী শুনাবলৈ হ'ল। বৰ দুখৰ কথা! এই বছৰ অসমৰ অসমীয়াৰ; আৰু অসমীয়া ভাষা-সাহিত্যৰ বৰ দুৰ্কপাল! অতি দুৰ্দিন !! অসম সাহিত্য আকাশৰ ধ্রুৱতৰা স্বৰ্গীয় সত্যনাথ বৰা ডাঙৰীয়াৰ শোক পাহৰিবলৈ নৌ পাওঁতেই এই বছৰ গোটেই অসম ভূমিক এন্ধাৰ কৰি কেইবাটিও উজ্বল নক্ষত্র অসম আকাশৰ পৰা আঁতৰি পৰিছে! সিবিলাক হৈছে ঃ- দক্ষিণপাট সত্রৰ অধিকাৰ শ্রীশ্রীযুত নৰদেৱ প্রভু, পণ্ডিত হেমচন্দ্র গোস্বামী, পদ্মাৱতীদেৱী ফুকননী আৰু কুমাৰী সুধালতা দুৱৰা M.A., B.T.। পূজ্যপাদ নৰদেৱ প্রভু, গোসাঁইসকলৰ ভিতৰত এগৰাকী বয়োজ্যেষ্ঠ আৰু বিশেষ অভিজ্ঞ পুৰুষ আছিল, অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী প্রধান পৃষ্ঠপোষক থাকি তেখেতে অসম সাহিত্যসভাৰ পুঁজিত যি দান কৰি গৈছে, সেইটো এইখিনিত উল্লেখ কৰাৰ আৱশ্যক নকৰে, কিয়নো তাক সকলোৰে জনা আছে। হেমচন্দ্র গোস্বামী অসম সাহিত্য গগণৰ এটি ভোটা তৰা আছিল, অসমীয়া ভাষা সাহিত্যৰ উন্নতিৰ অৰ্থে আৰু অসমৰ প্রত্ন-তত্ত্ব উদ্ধাৰৰ নিমিত্তে তেওঁ যি কৰি গৈছে, এইখিনিত সেইবিলাক বৰ্ণনাতীত। অসমীয়াৰ ভিতৰত বৰ্ত্তমান তেওঁৰ ঠাই পূৰাবলৈ মানুহ নাই। পদ্মাৱতী দেৱী ফুকননী চিৰস্মৰণীয় সেই স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনৰ জীয়েক আৰু আমাৰ শ্রদ্ধেয় বন্ধু ৰায়চাহাব শ্রীযুত দুৰ্গাধৰ বৰকটকীৰ শাহুৱেক। তেখেত এগৰাকী বিদুষী ৰমণী আছিল আৰু মৰিবৰ দিনলৈকে অসমীয়া ভাষাৰ সেৱা কৰি গৈছে। কুমাৰী সুধালতা দুৱৰা শ্রদ্ধাস্পদ শ্রীযুত ৰমাকান্ত বৰকাকতী BL ডাঙৰীয়াৰ সুযোগ্যা কন্যা, অসমীয়া মহিলাৰ ভিতৰত তেঁৱেই একমাত্র MA, B.T. আৰু এল্লাহাবাদৰ তিৰোতা ছোৱালী পঢ়োৱা কলেজৰ Lady Principal হৈ বিদেশত অসমীয়া তিৰোতাৰ নাম জিলিকাইছিল। এখেত সকলৰ মৃত্যুত অসমৰ, অসমীয়াৰ আৰু অসমীয়া ভাষা সাহিত্যৰ যি ক্ষতি হৈছে সেইটো শীঘ্রে পূৰণ হ'ব বুলি আশা কৰিব নোৱাৰি। সেই বুলি, ছাত্রসকলৰ হৈ মই আজি এই সন্মিলনৰ সভাপতি স্বৰূপে, বৰ্তমানৰ দক্ষিণপাট সত্রাধিকাৰ প্রভুলৈ আৰু বাকী তিনি সন্তপ্ত পৰিয়াললৈ আমাৰ সমবেদনা জনাইছো।

ছাত্ৰবিলাকৰ কৰ্তব্যৰ বিষয়ে উপদেশবাণী সুবিজ্ঞ সকলে কিতাপ-পত্ৰ, সভা-সমিতি আদিয়ে দি লৰাইঁতৰ কাণ সদায় পৰশাব লাগিছে। ইয়াৰ বাহিৰে মই কিবা নতুন বাণী শুনাব পাৰিম বুলি আপোনালোকে আশা নকৰিব, কিয়নো তাক কৰিবলৈ মনুষ্য জনমলৈ নিচেই অনভিজ্ঞ এই নিঃকিনৰ শক্তি আৰু জ্ঞান বুদ্ধিয়ে নুকুলায়। ছাত্ৰবিলাকৰ প্ৰাথমিক কৰ্তব্য সকলো সময়তে একেই, আৰু মানুহ লৈ ইয়াৰ লৰচৰ হ'ব নোৱাৰে। আজিকালি গোটেই জগত জুৰি ছাত্ৰবিলাকৰ মাজত সংঘবদ্ধতাৰ এটা আন্দোলন উঠিছে।ভবিষ্যত জন্মভূমিৰ ধৰণীস্বৰূপ আশা ভাৰসাৰ স্থল ছাত্ৰসকলে সংঘবদ্ধহৈ দেশৰ সেৱা কাৰ্যত লাগি যাবলৈ নিজে নিজে শিক্ষা কৰাটো আমাৰ বুঢ়াবোৰৰ নিশ্চয় আনন্দৰ বিষয় আৰু দেশৰ মংগলসূচনা বুলি মই ভাবোঁ। সেইকাৰণে কওঁ যে ছাত্ৰসম্মিলনবিলাকক সদায় সকলোৱে মৰমৰ চকুৰে চোৱা উচিত। ছাত্ৰ সম্মিলনবিলাকে কি কৰিছে সেইবিলাক আজি মই ইয়াত আলোচনা কৰিবলৈ নাযাওঁ, মই মাথোন ইমানকে কব খোজোঁ যে সজ উদ্দেশ্যলৈ পতা ছাত্ৰবিলাকৰ এনে সজ অনুষ্ঠানৰ কৃতকাৰ্যতাৰ কাৰণে ল'ৰা-বুঢ়া সকলোৱেই যত্ন কৰা উচিত। ছাত্ৰসকলে ভাল কৰিলে বুঢ়াসকলৰ উদগনি আৰু বেয়া কৰিলে শুধৰণী সদায় থাকিব লাগিব। মোৰ মতে সকলোবোৰ সম্মিলনতকৈ দেশত ছাত্ৰ সম্মিলনৰ প্ৰয়োজনীয়তা অনেক পৰিমাণে বেছি। এই সম্মিলনবিলাক সিবিলাকৰ ভবিষ্যত জীৱনৰ কমাৰ শাল, ছাত্ৰসকলে কেনেকুৱা দেশৰ কাৰ্যত লাগি যাব লাগিব তাৰে আখৰা কৰিবলৈ এনে সম্মিলনে ছাত্ৰবিলাকক সুবিধা দিয়ে। এই সম্মিলনেদি ছাত্ৰবিলাকে কৰ্মজ্ঞান, যুটীয়া কাৰ্যৰ উপকাৰিতা আদিৰ বিষয়ে, যথা সম্ভৱ অভিজ্ঞতা লাভ কৰি মাতৃভূমিৰ মংগলৰ অৰ্থে অন্যান্য লাগতীয়াল কাৰ্যবোৰো সুদূৰ-ভৱিষ্যতত হাতত লবলৈ শিক্ষা পায়। আজিৰ সম্মিলনৰ কৰ্মীবিলাক কাইলৈ দেশ সেৱক আৰু দুখুনী জন্মভূমিৰ আশা ভাৰসাৰ স্থল। সিবিলাকক আমি উৎসাহ উদ্গনি আদি আৱশ্যকীয় সহায়েৰে সহায় নকৰিলে মোৰ মতে আমাৰ সিবিলাকৰ প্ৰতি কৰ্তব্য কৰা নহব।

বন্ধুসকল! আজিকালি শিক্ষা মানে আমি সকলোৱে বুজোঁহঁক "লিখা পঢ়া কৰা" আৰু লিখা পঢ়াৰ আচল উদ্দেশ্য ধৰি লওঁহক চাকৰি কৰি ধন উপাৰ্জন কৰি সমাজত ধনী মানী হৈ জীৱনযাত্ৰা নিৰ্বাহ কৰা। এই উদ্দেশ্য লৈয়েই, মাইকী বাপেকীৰ তাড়নাতেই হওক, লৰাবিলাকে পুৱা টোপনিৰ পৰা উঠিয়েই ৯টা বজালৈকে স্কুলৰ পঢ়া মুখস্থ কৰে, তাৰ পাছত ১০ বাজিলেই নাকে – কাণে ভাত কেইটামান গুজি স্কুললৈ যায়, তাৰ পাছত ৪ বজাত আকৌ ঘৰলৈ আহে। ঘৰত আহিও শান্তি নাই, অৱস্থাপন্ন অভিভাবক থাকিলে প্ৰাইভেট টিউটৰ আহি উপস্থিত হয়হি, নহলেওবা সন্ধ্যা লগ্নৰ পৰাই কেৰ'চিন তেলৰ চাকি লগাই প্ৰায় ৰাতি ১০ বজালৈ কিতাপৰ শ্ৰাদ্ধ কৰিব লাগে, তাৰ পাছতহে দুটামান আহাৰ খাই ল'ৰাবিলাকে অলপ শুই বিশ্ৰাম কৰিবলৈ পায়। ইয়াৰ পৰা দেখা যায় আমাৰ ল'ৰাবিলাকৰ পুথিৰ পাত উলট-পালট কৰোঁতেই ছাত্ৰ জীৱনৰ গোটেই সময় যায়, প্ৰকৃত শিক্ষা যাক বোলে তাক

আলোচনা কৰিবৈলে অলপো সময় নাপায়। কেৱল কিছুমান অবান্তৰ বিদ্যাৰ বোজা অনাহকত সিবিলাকৰ মূৰত তুলি দিয়া হয় মাথোন আৰু সেই বোজাতুলি দিয়াৰ প্ৰথাটোও যেনে বিশ্ৰী, তাৰপৰা ল'ৰাবিলাকৰ নহয় ধৰ্মশিক্ষা, নহয় কৰ্মশিক্ষা, নিশিকে নীতি, নিশিকে ৰীতি আৰু নহয় সিবিলাকৰ চৰিত্ৰ গঠন।

মই অৱশ্যে আপোনালোকক এনে কথা কব খোজা নাই যে আমাৰ ল'ৰাবিলাকে কিতাপ পঢ়িব নালাগে বা লিখাপঢ়া কৰি B.A., M.A. হবলৈ চেষ্টা কৰিব নালাগে। ল'ৰাই B.A., M.A. উপাধি লওক, তাৰ পাছত পাৰে মুন্সিপ, সদৰামিন্, উকিল, মোক্তাৰ আদি কাম কৰোক, আৰু জীৱনত ধন উপাৰ্জ্জন কৰি সংসাৰযাত্ৰা নিৰ্বাহ কৰিবলৈ অগ্ৰসৰ হওক ; কিন্তু শিক্ষাৰ মূল উদ্দেশ্য চাকৰি কৰি ধন উপাৰ্জন কৰাটোকেই সিবিলাকৰ লক্ষ্য হ'ব নালাগিব আৰু যাৰ অভাৱত সিবিলাকে সুখ শান্তিৰে জীৱন কটাব নোৱাৰে তাঁলৈ আওকাণ কৰাটো সিবিলাকৰ পক্ষে উচিত নহব। জীৱনত সুখ শান্তিৰে দিন নিয়াবলৈ হলে অকল লিখিব পঢ়িবলৈ শিকিলেই নহব– লিখা পঢ়াৰ লগে লগে বিশেষকৈ নিজৰ স্বাস্থ্য আৰু চৰিত্ৰ গঠনৰ ফালে বিশেষ দৃষ্টি ৰাখিব লাগিব। বিশ্ববিদ্যালয়ৰ B.A. M.A. উপাধি লাভ কৰি স্বাস্থ্যহীন আৰু চৰিত্ৰহীন হৈ জীৱনত কোনেও কেতিয়াও কৃতকাৰ্য হব পৰা নাই। কোনো স্বাস্থ্যহীন আৰু চৰিত্ৰহীন B.A. M.A. উপাধিধাৰী লোকৰ জীৱন শান্তিময় হোৱা দেখা আৰু শুনা নাই। সেই হে মোৰ আদৰৰ ছাত্ৰবন্ধুসকল! লিখাপঢ়া কৰাৰ লগে লগে আপোনালোকে স্বাস্থ্যবান আৰু চৰিত্ৰবান হবলৈ চেষ্টা কৰিব। তেতিয়া হলে আপেনালোকৰ ভবিষ্যত জীৱন শান্তিময় হ'ব, আৰু শিক্ষাৰো মূল উদ্দেশ্য সাধন কৰা হ'ব।

(খ) মানুহক ফুলৰ নিচিনাকৈ ফুলাই উঠিব পৰাটোৱেই শিক্ষাৰ আচল সাৰ্থকতা। কিন্তু দুখৰ বিষয়, আপোনালোকৰ শিক্ষাৰ বিভিন্ন ক্ষেত্ৰত, কতো সেই সত্যৰ মৰ্যদা ৰাখিবলৈ ছাত্ৰসকলক চেষ্টা কৰা দেখা গৈছে বুলি কব নোৱাৰি। কৃত্ৰিমতাৰ ফালে মানুহৰ অৱশ্যে এটা স্বাভাৱিক মোহ আছে। সেই কাৰণেই দেখিবলৈ পাওঁহক যে মানুহে নিজৰ সুস্থ সবল সুন্দৰ সুঠাম দেহৰ সৌন্দৰ্যত পৰিতৃপ্তি লাভ কৰিব নোৱাৰি অনাৱশ্যকীয় নানা প্ৰকাৰ সুন্দৰ বসন-ভূষণ আৰু বিলাসৰ উপযোগী বস্তুৰে দেহটো সজাই পৰাই নিজৰ সৌন্দৰ্য উপলব্ধি কৰি তৃপ্ত হয়। আজিকালি শিক্ষাৰ ভিতৰতো তেনে এটা কৃত্ৰিমতাৰ মোহ সোমাই গৈছে। প্ৰকৃত শিক্ষাৰ ফালে আজিকালি ছাত্ৰবিল্যাকে বৰকৈ মন নিদি, কেৱল মাত্ৰ বিশ্ববিদ্যালয়ৰ B.A. M.A. উপাধি লৈ, নিজক গৌৰৱান্বিত বোধ কৰিবলৈ ধৰিছে। সেইটো কিন্তু নিশ্চয় শিক্ষাৰ শুভ লক্ষণ হোৱা নাই।

বন্ধুসকল! সুন্দৰ বসন ভূষণৰ কথা উনুকিওৱাত আপোনালোকে এনে নুবুজিব যে মই আপোনালোকক বসন ভূষণ পিন্ধিবলৈ হাক দিছো। মই এইটোহে ক'ব খুজিছোঁ যে যতদূৰ

সম্ভৱ আপোনালোকৰ সাজ পাৰবোৰ আড়ম্বৰ শূন্য হব লাগিব। আড়ম্বৰহীন ভাবে জীৱন যাপন কৰিবলৈ শিকাটোও মনুষ্য জীৱনত এটা প্ৰধান শিক্ষা বুলি ধৰিব।

আগৰ কালত শিক্ষাৰ প্ৰধান লক্ষ্য আছিল 'নিবৃত্তি'। আজিকালি জ্ঞানী সকলে মনুষ্যহৃদয়ৰ অন্তৰ্নিহিত শক্তিৰ (অৰ্থাৎ ভিতৰত লুকাই থকা শক্তিৰ) বিকাশটোকেই শিক্ষাৰ মূল উদ্দেশ্য বুলি ধৰি লয়। কথা দুয়োটাই ঠিক। নিৱৃত্তিৰ যি অৰ্থ ভিতৰত লুকাই থকা শক্তিৰ বিকাশৰ অৰ্থও সেইটোৱেই। আগৰ কালতো প্ৰাচীন সকলে ভিতৰত লুকাই থকা শক্তিৰ বিকাশৰ নিতান্ত প্ৰয়োজন আৰু শিক্ষাৰ প্ৰধান লক্ষ্য বুলি নিৰ্দেশ কৰি গৈছে। কিন্তু সেই ভিতৰত লুকাই থকা শক্তিক বিকাশ কৰিবৰ উপায় কি ? তাৰ কি পথ ? সেইটো যদি আমি বিচাৰি উলিয়াব নোৱাৰোঁ তেনেহলে শিক্ষালাভ কৰি ভিতৰত লুকাই থকা শক্তিৰ বিকাশ কেনেকৈ কৰিমহঁক ? সেই কাৰণে আগৰ আমাৰ ত্ৰিকালজ্ঞ ঋষি মুনিসকলে নিবৃত্তিকেই শিক্ষাৰ সৰ্বপ্ৰথম লক্ষ্য বুলি ব্ৰহ্মচৰ্যৰ আদৰ্শ ভাৰতত প্ৰচাৰ কৰি গৈছে। এই ব্ৰহ্মচৰ্য কি ? দেহৰ প্ৰলোভন বিলাকক জয় কৰিবৰ শিক্ষাকেই ব্ৰহ্মচৰ্য বোলে ; আৰু এই ব্ৰহ্মাচৰ্যকেই প্ৰাচীনসকলে শিক্ষাৰ প্ৰধান ভেটী বুলি ধৰিছিল। সিবিলাকে এইটো বুজিব পাৰিছিল যে মানৱ হৃদয়ৰ ভিতৰত লুকাই থকা শক্তিৰ বিকাশ কৰিবলৈ হলে শক্তিৰ প্ৰয়োজন ; আৰু সেই শক্তি নিবৃত্তি বা ব্ৰহ্মচৰ্যৰ দ্বাৰাইহে পাব পাৰি। এই খিনিতে এটা প্ৰশ্ন হ'ব পাৰে, যে ব্ৰহ্মচৰ্য নকৰাকৈ স্বাভাৱিক ৰূপে জীৱনটো পৰিচালিত কৰিলে জানো মানুহ শান্তিমন্ত হ'ব পাৰে ? আমি কওঁ, অধিক কি ? অসুৰৰ নিচিনা শক্তিও সঞ্চয় কৰিব পাৰে। তাৰ প্ৰমাণ আমাৰ দেশৰ আবৰ্, খামতি, ডফলা ইত্যাদিয়েই। কিন্তু সেই শক্তিক 'আত্মিক শক্তি' বুলিব নোৱাৰি, আৰু আত্মিক শক্তি নহলে দেহৰ ওপৰত আত্মাৰ সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিব নোৱাৰি, আৰু তাৰ অভাৱত মানৱ জীৱনত ভিতৰত লুকাই থকা শক্তিৰো বিকাশ হ'ব নোৱাৰে।

এই আত্মিক শক্তি পাবলৈ হলে নিবৃত্তি বা ব্ৰহ্মচৰ্যৰ শিক্ষাৰ নিতান্ত প্ৰয়োজন। ইয়াৰ পৰা মানুহ সংযমী হবলৈ শিকে। আগৰ কালত গুৰুৰ ঘৰত বা কোনো তপোবনত বা ঋষি - মুনিৰ আশ্ৰমত ছাত্ৰবিলাকে জীৱনৰ প্ৰাৰম্ভৰ পৰাই ব্ৰহ্মচাৰীৰ জীৱন অৱলম্বন কৰি সেৱা ব্ৰতত দীক্ষিত হৈ সংযমী হবলৈ শিকে। ল'ৰা কালৰে পৰা সিবিলাকে পৰৰ নিমিত্তে খাটিবলৈ শিকে, আৰু সেই খটাত সিবিলাকৰ কোনো লাজ বা অভিমান নাছিল, চক্ৰৱৰ্তী বজ্ৰসকলৰ কোঁৱৰবিলাকো গুৰুঘৰত বা তপোবনৰ কোনো ঋষিৰ আশ্ৰমতগৈ সেইদৰে গুৰু সেৱা কৰিছিলগৈ। গুৰুঘৰত বা তপোবনৰ ঋষিৰ আশ্ৰমত প্ৰলোভনৰ বা কোনো প্ৰকাৰ উত্তেজনাৰ নাম গন্ধও নাছিল। গতিকেই ছাত্ৰবিলাক সংযমী হবলৈ শিকি আত্মিক শক্তি লাভ কৰি সিবিলাকৰ গোটেই ভৱিষ্য জীৱনৰ এটা সুসংগত পৰিমাণ লাভ কৰিব পাৰিছিল, আৰু জীৱনত যি সত্য সুন্দৰ মহানতাৰ সৃষ্টিও এই তপোবনৰ পৰাই হৈছিল। গতিকেই শিক্ষাৰ লগত এই তপোবনৰ পূৰ্বে অতি ঘনিষ্ঠ সম্বন্ধ আছিল। এই তপোবনত লাভ কৰা আত্মিক

শক্তিৰ দ্বাৰা ছাত্ৰবিলাকে সিবিলাকৰ ভৱিষ্য জীৱনৰ সংগ্ৰাম কোলাহল আদিক আয়ত্ব কৰি সুখ-শান্তিৰে সংসাৰ যাত্ৰা নিৰ্বাহ কৰিবলৈ সমৰ্থবান হ'ব পাৰিছিল।

এইখিনিতে আপোনালোকে সুধিব পাৰে যে আজিকালিতো তেনেকুৱা গুৰুগৃহ বা তপোবনৰ ঋষিমুনিৰ আশ্ৰমত শিক্ষা দিয়া নহয়। তেনেহ'লে শিক্ষাৰ মূল উদ্দেশ্য লাভ কৰিবৰ আমাৰ উপায় ক'ত ? মই কিন্তু আপোনালোকক কৱ খোজোঁ যে যদিও পূৰ্বৰ গুৰু গৃহ আৰু মুনিৰ আশ্ৰম আজি নাই, কিন্তু আপোনালোকে ইচ্ছা কৰিলে তাক নিজে সৃষ্টি কৰি লব পাৰে। পূৰ্বতে কৈ আহিছোঁ, গুৰুগৃহ আৰু আশ্ৰমবিলাক সকলো প্ৰকাৰৰ প্ৰলোভন আৰু উত্তেজনা শূন্য আছিল। বিলাসিতা কাক বোলে, তাৰ নামগন্ধও তাত নাছিল, তাত ল'ৰাবিলাকে সেইবুলি সংযমী হবলৈ বৰ সুবিধা পাইছিল। মুঠতে কবলৈ গলে গুৰুগৃহ আৰু আশ্ৰম বিলাক সৎসংগ আৰু সদালাপৰ কেন্দ্ৰস্থল আৰু সকলো সদগুণৰ আধাৰ স্বৰূপ আছিল। আপোনালোকে এতিয়া লিখাপঢ়া কৰাৰ লগে লগে সকলো প্ৰকাৰৰ প্ৰলোভন আৰু উত্তেজনা শূন্য ভাবে থাকিবলৈ শিক্ষা কৰোক, যি সংযত প্ৰলোভনৰ বা উত্তেজনাৰ গোন্ধ মাত্ৰও থাকে তেনে সংগ পৰিত্যাগ কৰি তাৰ পৰা বহুত দূৰৈত থাকিবলৈ ধৰক, সদায় সৎলোকৰ সংগ লওক, আৰু জ্ঞানী পুৰুষসকলৰ উপদেশ শিৰোধাৰ্য্য কৰি আত্মিক শক্তি লাভ কৰিবলৈ চেষ্টা কৰক। মুঠতে কওঁ আপোনালোক সংযমী হবলৈ শিকক, সংযমী হ'ব পাৰিলেই আত্মিক শক্তি আদি সুখে সংসাৰ যাত্ৰা নিৰ্বাহ কৰিবলৈ যি বিলাক বিশেষ গুণৰ প্ৰয়োজন সেইবিলাক আপোনা আপুনি আহি আপোনালোকৰ লগ লবহি। সংযমী হওঁক, চৰিত্ৰ গঠন নিজেই হৈ উঠিব। চৰিত্ৰ গঠন হলেই, আপোনালোকৰ জীৱন শান্তিময় হ'ব। আৰু এটা কথা, নিজৰ সংসাৰ শান্তিময় কৰি নিজে সুখে কাল নিয়ালেই আপোনালোকৰ কৰ্তব্য কৰা হ'ল বুলি নাভাবিব। ওচৰ-চুবুৰীয়া, জ্ঞাতি-বৰ্গ আদি সকলোৰেই জীৱন, শান্তিময় কৰি তুলিবলৈ আপোনালোকে অহোপুৰুষাৰ্থ কৰিব লাগিব, আৰু শান্তিময় কৰি তুলিবও লাগিব, তেতিয়াহে আপোনালোকৰ কৰ্তব্য কৰা হ'ব আৰু শিক্ষাও সাৰ্থক বুলি ভাবিব।

বন্ধুসকল ! শিক্ষা আৰু জীৱন ভিন্ন নহয়, অৰ্থাৎ কোনো এটা নিৰ্দিষ্ট কালৰ ভিতৰত শিক্ষাৰ পৰিসমাপ্তি নঘটে। আপোনালোকে স্কুল কলেজৰ শিক্ষা সাং কৰিব পাৰিলেই আপোনালোকৰ শিক্ষাই সম্পূৰ্ণত্ব লাভ কৰিলে বুলি কেতিয়াও নাভাবিব। জ্ঞানীসকলে কৈ গৈছে "অজৰামৰাবৎ বিদ্যামৰ্থঞ্চ চিন্তয়েৎ।" আপোনালোকৰ শিক্ষা আৰু জীৱন শৈশৱৰ পৰা যৌৱনলৈ , যৌৱনৰ বাৰ্দ্ধক্যলৈ,আৰু জন্মৰপৰা জন্মান্তৰলৈ সমানে চলিব লাগিব। নতুন নতুন জীৱনৰ নতুন নতুন ছোগত নতুন নতুন অভিজ্ঞতা লাভ কৰি আপোনালোকৰ শিক্ষা দোপতদোপে বৃদ্ধি পাব। আপোলোকে কাইলৈ কলেজৰ পঢ়া শেষ কৰি আহি ডাঙৰ ডাঙৰ চাকৰি লৈ সংসাৰত সোমাই কিতাপ নোছোওঁ বুলি অংগীকাৰ নাখাব। তেনে কৰিলে

আপোনালোকে শিক্ষাৰ মূল উদ্দেশ্য সাধন কৰিবলৈ কেতিয়াও সক্ষম হ'ব নোৱাৰিব। গোটেই সংসাৰ খনেই বিদ্যালয় আৰু প্ৰতিমুহূৰ্ত্তই শিক্ষাৰ সময়। প্ৰত্যেক মুহূৰ্ত্ততে সংসাৰৰ ঘটনা পূৰ্ণ আৰু সেই প্ৰত্যেক ঘটনা টোৱেই মনুষ্য জীৱনত একোটা শিক্ষাপ্ৰদ পাঠ বা Lesson। সেই বিলাকৰ পৰা যি শিক্ষা হয় সেই শিক্ষাইহে আপোনালোকক মানুহ নামৰ উপযুক্ত কৰিব পাৰিব।

বন্ধুসকল! জীৱন কৰ্মক্ষেত্ৰ ; কৰ্মই হৈছে জীৱন। মানুহৰ জীৱনৰ আলোচনা হয় কৰ্মলৈ, বছৰৰ সংখ্যালৈ নহয়, অৰ্থাৎ মানুহ এজনৰ মৃত্যু হলে আলোচনা হয় তেওঁ জীৱনত কি কি কৰ্ম কৰিলে ; তেওঁ কিমান বছৰ জীয়াই আছিল ; এই প্ৰশ্ন সাধাৰণতে নুঠে। সেই কাৰণে কওঁ আপোনাসকলে কৰ্মী হৈ জগতত কিছুমান সজ কাম কৰি যাম বুলি, সদায় মনতে প্ৰতিজ্ঞা কৰিব। মানুহে এমুঠি খাই বৈ, কোনোমতে জীৱন যাপন কৰাটোৱেই যদি উদ্দেশ্য হ'লহেতেন তেনেহলে ইতৰ জন্তুৰ লগত মানুহৰ একো বিভিন্নতা নাথাকিলেহেঁতেন। সকলোৱেই আপোনালোকৰ কাম কৰিবলৈ শিকক। কামৰ সৌন্দৰ্য- জ্ঞান মাথোন থাকিব লাগিব, কিন্তু তাৰ নীচতা উচ্চতাৰ বোধ আপোনালোকে কেতিয়াও নাৰাখিব ; ৰাখিলেই আপোনালোকৰ পতন অনিবাৰ্য। কুলিৰ লগত কুলি আৰু চাকৰৰ লগত চাকৰ হ'ব লাগিব। সময়ত আৱশ্যকমতে কোৰ মাৰিব, তাত জলকীয়া, বেঙেনা ৰুব, ভাত ৰান্ধিব, ঘৰ সাৰিব, ইত্যাদি। আৰু যদি নিতান্তই প্ৰয়োজন হয়, মৰংঘৰো পৰিষ্কাৰ কৰিব লাগিব। বৰ দুখেৰে কব লগাত পৰিছে যে আজিকালি ছাত্ৰসকলে কেইটামান লিখাপঢ়া শিকি লৈ, ২০/৩০ টকীয়া চাকৰি এটি পালেই, কেঁচা জলকীয়া এটিৰ নিমিত্তেও হাতত পইচালৈ বজাৰৰ ফালে খোজ লয়, নিজৰ প্ৰয়োজন অনুসাৰে কোনো বস্তু উৎপন্ন কৰিবলৈ সিবিলাকে কোনো চেষ্টা বা অলপো মন নকৰে। ইয়াৰে পৰা যে আমাৰ অন্ন সমস্যাৰ কিবা সমাধান হৈছে, বা জাতি হিচাপে আমি খুব সভ্য বা শক্তিশালী হৈ উঠিছো, মই কিন্তু তেনে ভাবিব নোৱাৰোঁ। পূৰ্বকালত ব্ৰহ্মচৰ্যৰ আশ্ৰমত শিক্ষা কিন্তু উপৰোক্ত প্ৰণালীৰেইহে আছিল, আৰু সেই আদৰ্শৰেই প্ৰতিষ্ঠা কৰা বিশ্ব বিখ্যাত কবীন্দ্ৰৰ বোলপুৰৰ 'শান্তি নিকেতন'তো হেনো শিক্ষাৰ প্ৰণালী তেনেকুৱাই। আপোনালোকে নিজ নিজ ভবিষ্যত সকলোৱেই ভাবি চাব। মানুহৰ জীৱনৰ নিশ্চয়তা নাই। তেজপানী কৰি পিতৃয়ে অৰ্জা ধনেৰে, বিলাসিতাৰ কোলাত নিশ্চিত ভাৱে সুখভোগ কৰি, তেওঁলোকৰ বিহনে কাইলৈ (ঈশ্বৰে নকৰোক) আপোনালোক হয়তো পথৰ ভিখাৰী হ'ব পাৰে; তাৰ নিমিত্তে প্ৰস্তুত থাকিবলৈ আপোনালোকে শিক্ষা অৰ্জন কৰিব লাগিব। তেতিয়াহে আপোনালোকে প্ৰকৃত শিক্ষিত বোলাব পাৰিব।

"মানুহ মানুহলৈ" বা "মানুহ মানুহৰ নিমিত্তে" এয়েই মনুষ্য ধৰ্ম। মনুষ্য সমাজখন এই ধৰ্মৰ ওপৰতে প্ৰতিষ্ঠিত। ঘৃণা অহংকাৰ দম্ভ আদি এই ধৰ্মৰ বিৰুদ্ধ। এই বিলাকেৰে মানুহ কোনো সমাজৰ প্ৰকৃত সভ্য হ'ব নোৱাৰে ; কেতিয়াও সিবিলাক কতো সৰবৰহী নহয়।

আপোনালোক চন্দ্ৰ সূৰ্যৰ দৰে উদাৰ হ'ব লাগিব, মুক্ত আকাশৰ দৰে আপোনালোকৰ অন্তৰবোৰ মুকলি কৰিব লাগিব, আৰু মনবোৰ হিমালয়ৰ নিচিনা ওখ কৰিব। তেতিয়াহে আপোনালোকে সমাজত পৰস্পৰে আত্মীয়তা এটা ৰাখিব পাৰিব। কলেজৰ পৰা B.A., M.A. উপাধিলৈ ৰজাঘৰীয়া ডাঙৰ চাকৰি কৰি, নিজৰ ভাই-বন্ধু, আত্মীয়-কুটুম্বক মাতবোল কৰিবলৈ ঘিণ কৰি, শিক্ষাৰ নামত আপোনালোকে কেতিয়াও কলংক নাসানিব।

আৰু একেষাৰে কথা এইখিনিতে আপোনালোকৰ আগত উনুকিয়াব খোজোঁ, বোধ কৰো, অপ্ৰাসংগিক নহব। আজিকালি ভাৰতত, বিশেষকৈ আমাৰ অসমত ল'ৰাৰ শিক্ষা সম্বন্ধে বাপেকিয়েই সকলো ব্যৱস্থা কৰে, কিন্তু অলপ ভাবি চালেই বুজিব পাৰি যে বাপেকিতকৈ মাকৰ প্ৰভাৱ ল'ৰাৰ ভাল শিক্ষা হ'ব বুলি আশা কৰিব নোৱাৰি। আপোনালোক আজিৰ বাজে কাইলৈ ঘৰৰ অভিভাৱক হৈ উঠিব, মই আশা কৰোঁ, আপোনালোকে স্ত্ৰী শিক্ষা সম্বন্ধে বিশেষ ৰূপে চেষ্টা কৰি ঘৰৰ মাতৃসকলক শিক্ষিতা কৰিবলৈ চেষ্টা কৰিব।

শেহত কওঁ যে আপোনালোকে মোক সভাপতিৰ আসন দি আজি যি সন্মান দেখুৱালে তাৰ বাবে মই আপোনালোকৰ শলাগ লৈছোঁ।

# দেৰগাওঁ ছাত্ৰ-সম্মিলনত কেই আষাৰমান

**মোৰ আদৰৰ ছাত্ৰ-বন্ধুসকল!**

প্ৰায় দহ বছৰৰ পূৰ্বে ছাত্ৰসকলক উপদেশ দিবলৈ যেনে সহজ আছিল, আজি সেই দিন নাই। আজিৰ দিনত ছাত্ৰসকলক উপদেশ দিবলৈ হলে, আমাৰ নিচিনা "পুৰণি স্কুল"ৰ মানুহে ভয়ে-ভয়েহে সিবিলাকক একেষাৰে কব লাগিব। সি যি কি নহওক, মাননীয় সভাপতি ডাঙৰীয়াৰ আদেশক্ৰমে মই তোমালোকক আজি কেইআষাৰমান ক'ম। তোমালোকে তাত বৰকৈ যেন দাই দোষ নধৰাইক।

ছাত্ৰসমাজত আজি কেইবছৰমানৰ পৰা ছাত্ৰসকলৰ মাজত ৰাজনীতিৰ আন্দোলন হবলৈ ধৰিছে। এইটো সিবিলাকৰ শুভ লক্ষণ নে অশুভ লক্ষণ মই ভালকৈ বুজিব পৰা নাই। কিন্তু তোমালোকে নিশ্চয় বুজিবা, ৰাজনীতিৰ লগত মোৰ একো দ্বন্দ নাই। ছাত্ৰবিলাকে ৰাজনীতিত যোগ দিলে, সেই কাৰ্যই যদি সিবিলাকৰ বিদ্যা অৰ্জনত কিবা ৰকমে ব্যাঘাত জন্মায়, তেন্তে মই কম যে ৰাজনীতি ক্ষেত্ৰৰ পৰা ছাত্ৰসকল বহুত দূৰত থকা উচিত। ১৯২১ চনৰ হুজুগত (গণ্ডগোল) পৰি স্কুল কলেজ এৰি বহুত ল'ৰা আজি দায়িত্বশূন্য হৈ অনাই বনাই ফুৰিছে, কিছুমানে উপায় নেপাই আকৌ পটি-শুনি আহি, ওকালতি কৰি বা অন্য উপায়ে ঘৰ ধৰিছেহি, আৰু "শিক্ষিত" বুলি সমাজত অন্ততঃ একো ডোখৰ ঠাই পাইছে। সদাই মনত ৰাখিবাইক, দৃষ্টান্ত উপদেশতকৈ সদায়েই ভাল। বক্তৃতাত কোৱা মতে দৈনিক সূতা কাটি জীৱিকাৰ উপায় অবলম্বন কৰিব নোৱাৰাত উকীলসকলে ওকালতি এৰি পুনৰ ধৰিব লগাত পৰিল। গতিকে মই কওঁ, তোমালোকে খুব সাৱধানে চলিবাইক। আৰু যদি স্কুলকলেজ এৰি ৰাজনীতিত যোগ দিবলৈকে হয়, তেন্তে তোমালোকৰ চিৰ-হিতাকাঙ্ক্ষী, হিতচিন্তা কৰোঁতাসকলৰ ভিতৰত আটাইতকৈ ওপৰৰ, আৰু তোমালোক হৈছা যাৰ আশা ভৰষাৰ স্থল, তেনেকুৱা পিতৃ-মাতৃসকলক সুধি চাবাইক। দেশৰ শিক্ষা প্ৰণালী যেনেকুৱাই হক, তাৰ নিশ্চয় মূল্য আছে। তোমালোকে আজি যিসকলক দেশৰ নেতা বুলি মানি লৈছাইক, বয়সত বৃদ্ধ হোৱাৰ কাৰণে নহয় বৰ্তমান প্ৰণালীৰেই B.A., M.A. আদি শিক্ষা পোৱা সকলকহে। আৰু ভাবি চাবাইক, দেশত শিক্ষা যেনেকুৱাই হক সমাজত তাৰ মূল্য আছেই আছে। তোমালোকৰ এই সোণাময় বয়সৰ মুহূৰ্ত্ত কালো অতি মূল্যবান তাক অকাৰ্যত নষ্ট নকৰিবাইক। সদাই ভাবি চিন্তি চলিবাইক। বৰ্তমান আমাৰ দেশৰ আৰু সমাজৰ অৱস্থালৈ চাই সকলোৱেই নৈতিক, সামাজিক আৰু শাৰীৰিক স্বাধীনতাৰ কাৰণে যত্ন কৰিব লাগে ; এই ক্ষেত্ৰত হাতে হাতে দা কটাৰী লৈ নামি গলেই ছাত্ৰসকলে দেশক অনেক দূৰ সহায় কৰিব পাৰিবাইক।

## সমাজসেৱা আৰু বিলাসিতা বৰ্জন

সমাজ সেৱা এটা তোমালোকৰ প্ৰধান কাম। কিন্তু তাক কৰিবলৈ যোৱাৰ আগতে তেমালোকে "বিলাসিতা"ৰ মূৰত ব্ৰহ্মকুঠাৰ মাৰিব লাগিব আৰু বুজি লব লাগিব।

কোৰখন মাৰিবলৈ আৰু বাঁহডাল কাটিবলৈ লাজ পোৱা হলে, তোমালোকে সমাজৰ সেৱা কাৰ্য কেতিয়াও কৰিব নোৱাৰিবাইঁক। "কামেই জীৱন, জীৱনেই কাম" এই কথা সদাই মনত ৰাখিবা।

"Work Work my boy, not afraid,
Look labour boldly at the face;
Take the hammer, or the spade
And blush not for your humble place."

ল'ৰাইঁত! কাম কৰাঁ, পৰিশ্ৰমৰ আগত থিয় হবলৈ ভয় নকৰিবাইঁক। হাতুৰী, বটালী, কোৰ-কটাৰী হাতত লোৱাইঁক। এই সামান্য কামবোৰ কৰিবলৈ লাজ নকৰিবা। সদাই মনত ৰাখিবা, জীৱনৰ "জোখকাঠী" কৰ্মহে, বয়স বা বছৰ কেতিয়াও হব নোৱাৰে। মনত ৰাখিবা, "মানুহ মানুহলৈ বা মানুহৰ নিমিত্তে" এয়েই ধৰ্মৰ মূল ভিতি। এই ধৰ্মৰ ওপৰতেই মানুহৰ সমাজ প্ৰতিষ্ঠিত। পৰস্পৰৰ দুখত দুখী, শোকত সান্ত্বনাদাতা, বিপদত সহায় সাৰথি নোহোৱা হলে মানুহৰ সমাজ গৰু পহুৰ সমাজ হলহেঁতেন। পৰস্পৰতাই মানৱ সমাজৰ সৌন্দৰ্য। দাৰ্শনিক পণ্ডিতসকলৰ মতে গোটেই জগতখনেই এখন ডাঙৰ ঘৰ, জগতৰ সকলো নৰনাৰীয়েই আমাৰ ভাইভনী - মহেশ্বৰ বা পৰমেশ্বৰ আমাৰ পিতাগুৰু আৰু পাৰ্বতীদেৱী বা প্ৰকৃতিদেৱী হৈছে আমাৰ মাতৃ–

"মাতা চ পাৰ্বতীদেৰী পিতাদেবো জগদীশঃ।
ভ্ৰাতৰো মানবাঃ সৰ্ব্বে স্বদেশো ভুবন ত্ৰয়ম।"

এই বহল ভাবৰ ওপৰতেই "সমাজসেৱা" কথাটো প্ৰতিষ্ঠিত। আমি ঘৰখনৰ আই বোপাই, ভাই ককাই আৰু বাইভনীৰ কাষত আপদে বিপদে থিয় হোৱাটোতেই সেৱাকাৰ্যৰ ঢাপ - সীমা মাৰিব নেলাগে, ইয়াৰ সীমা কোনো কালে ওচৰ চাপিব নোৱাৰা দিক্‌মণ্ডলত বা আকাশ পৃথিৱীৰ চুম্বন স্থানত লাগিবগৈ লাগিব। সমাজ সেৱা সম্বন্ধে জ্ঞানীসকলৰ মত এনেকুৱাই। কাজেই ছাত্ৰবন্ধু সকলে সমাজ সেৱাত লাগি সামাজিক জীৱন গঢ়ি তুলিবলৈ আৰম্ভ কৰিবা। মানুহৰ জীৱন সামাজিক হিচাপেহে, ব্যক্তিগত হিচাপে তাৰ মূল্য নিচেই অলপমান বো নায়েই) বুলিব পাৰি। সামাজিক কৰ্মময় জীৱনেই মানুহৰ আচল জীৱন ; এই জীৱনৰ কাৰণে তোমালোক সকলোৱেই কাৰ্যকৰী উপায়ে শিক্ষা আৰম্ভ কৰা। লোকৰ আনন্দত আনন্দ কৰিবা আৰু লোকৰ দুখত সদাই প্ৰাণক কন্দুৱাবলৈ শিকিবা। সুৰমন্দিৰত বাস কৰি তোমালোকৰ নঙলা মূৰত থিয় হৈ থকা খুদমগনীয়াক খুদ চাউল মুঠিৰ পৰাও কেতিয়াও বঞ্চিত নকৰিবা। অজ্ঞানীক জ্ঞান দিবলৈ, বিপদত পৰিলে লোকক সহায় কৰিবলৈ সদাই উৰুলীকৃত হবা।

কলেৰা, আই ওলোৱা আদি মাৰিমৰকৰ দিনত গাঁৱলীয়া মানুহক উপদেশ দিয়া, নিঠৰুৱা মানুহক বেমাৰত তালাপী আদি কৰি সহায় কৰা, নিৰক্ষৰক "ক-ক-ম-ম" শিকোৱা আদি কাৰ্যবোৰ তোমালোকে হাতত লব পৰা সমাজ সেৱাৰ কাৰ্য। পাৰ্থিৱ ধনসম্পত্তিৰ তোমালোক দুখীয়া হব পৰা কিন্তু মনৰ ভাৱ, প্ৰাণৰ অনুভৱ আৰু মুখৰ মাতৰ কোনোকালে কোনো কাৰণত দুখীয়া নহবা। নহলে তোমালোকে কেতিয়াও ভগৱন্তৰ অমূল্য দান এই মনুষ্য জন্মৰ, মনুষ্যত্বৰ কোনোমতেই অধিকাৰী বোলাব নোৱাৰিবা।

## শাৰীৰিক স্বাস্থ্য

তাৰ পাছত, একেষাৰ কওঁ তোমালোকৰ শৰীৰৰ বিষয়ে। তোমালোকে সদাই তোমালোকৰ শাৰীৰিক স্বাস্থ্যৰ কাৰণে চকু ৰাখিবা। শৰীৰৰ অৱস্থা ঠিক নহলে মানসিক চৰ্চাবোৰত ব্যাঘাত জন্মিবই জন্মিব। মানসিক উন্নতিৰ সাধনা কৰিবলৈ যি স্ফুৰ্তি, ধাউতি আৰু ভিতৰুৱা উদ্‌গণিৰ আৱশ্যক হয়, মানুহৰ শাৰীৰিক অসুস্থতাই সেই সকলোবোৰবে অন্ত পেলায়।

"শৰীৰমাদ্যং খলু ধৰ্ম্ম সাধনম্"

আমাৰ হিন্দুশাস্ত্ৰ মতেও শৰীৰ চৰ্চা প্ৰথম, তাৰ পিছুতহে মানসিক চৰ্চা। যোগশাস্ত্ৰ পঢ়িলে পাবা। যম, নিয়ম, আসন, মুদ্ৰা, প্ৰাণায়াম, যোগ, সমাধি। সংসাৰী মানুহে বা যোগীয়ে মানসিক উন্নতি সাধন কৰিবলৈ হলে পালন কৰিব লাগিব প্ৰথমে "যম"। এয়ে আত্মসংযম ; তাৰ পাছুত "নিয়ম" (অৰ্থাৎ সময়ৰ কাম সময়মতে কৰিব লাগিব)। তাৰ পাছুত আসন মুদ্ৰা, আসন মুদ্ৰাবোৰ শাৰীৰিক ব্যায়াম মাত্ৰ। এই উপায়ে শৰীৰৰ চৰ্চা কৰাৰ পিছুতহে প্ৰাণায়াম যোগ আদি। শাৰীৰিক সুস্থতা মানসিক উন্নতিৰ গুৰিত সাৰ-পানী মাত্ৰ। ভগ্ন শৰীৰেৰে বিদ্যা চৰ্চা কৰিলে সকলোবোৰ অথলে যাব। এই কথা তোমালোকে সদাই মনত ৰাখিবা।

## সদ্‌গ্ৰন্থ, সাময়িক পত্ৰিকাদি পাঠ

তাৰ পাছত একেষাৰে কওঁ তোমালোকৰ পঢ়াৰ বিষয়ে। তোমালোকে স্কুলৰ পাঠ্যপুথি কেইখন পঢ়িয়েই সন্তুষ্ট নাথাকিবা। Cat কেট্ – Rat ৰেট্ বা দেবঃ দেবৌ দেবাঃ জানিয়েই, নাইবা ২ × ২ = ৪ এনেবোৰ শিকিয়েই তাকে নিতৌ মুখত আওৰাই থাকি কেৱল এনেবোৰ জ্ঞানেৰেই মগজু ভৰাই তোমালোকে উন্নত আৰু শিক্ষিত সমাজত চলন ফুৰণ কৰিব নোৱাৰিবা। ভাল ভাল লিখকৰ সদ্‌গ্ৰন্থ বিলাক্ সাময়িক পত্ৰিকা আৰু বাতৰি কাকত আদি যিমানে পাবা পঢ়ি জগতৰ খবৰ ৰাখিবা। নহলে যেনেকুৱাই হোৱা, তোমালোক কেতিয়াও প্ৰকৃত শিক্ষিতৰ শাৰীত পৰিব নোৱাৰিবা। আৰু মাত্ৰ একেষাৰহে কম। এইবাৰ তোমালোকৰ চৰিত্ৰ সম্বন্ধে।

## চৰিত্ৰ গঠন

চৰিত্ৰ গঠন এটা তোমালোকৰ অতি লাগতিয়াল কাৰ্য। তোমালোক সকলোটিয়েই এতিয়াৰে পৰা নিজ নিজ চৰিত্ৰ গঠন কৰিবলৈ ধৰা। B.A, M.A. "পাছ" কৰিব পাৰা কিন্তু চৰিত্ৰহীন হবলৈ হ'লে, তোমালোকৰ সকলোখিনি অথলত পৰিব। শিক্ষিত ডেকা আৰু আন আন মানুহৰ ডিগ্ৰিত স্বভাৱ চৰিত্ৰতকৈ বেছি শোভা দিব পৰা অলঙ্কাৰ থাকিব পাৰে বুলি মই ভাবিব নোৱাৰোঁ। মনুষ্য সমাজৰ উপযুক্ত সভ্যপদত ভৰ্ত্তি হোৱাৰ মাচুল হৈছে মানুহৰ স্বভাৱ চৰিত্ৰ। এনে অলঙ্কাৰ তোমালোকে যদি পিন্ধিব নোৱাৰাইক, তেনেহলে নিশ্চয় জানিবা, তোমালোকৰ সকলো সৌন্দৰ্যই মাটি হব। গতিকে তোমালোকে এতিয়াৰ পৰাই খুন্দি-পিটি নিজ নিজ স্বভাৱ চৰিত্ৰ গঢ়ি লৈ নিৰ্ভীক চিত্তে মনুষ্য সমাজৰ সভ্য পদৰ স্বত্ব দাবী কৰিবলৈ উদ্যত হোৱা।

মোৰ কব লগা কথাৰ ইমানতে আধ্যা পৰিল। আজিৰ এই সম্মিলনত মোক এই কেইষাৰ কবলৈ দিয়াত সভাপতি ডাঙৰীয়া আৰু তোমালোক সকলোৰে শলাগ লৈছো। ভগৱন্তৰ চৰণে তোমালোক সকলোৰে মঙ্গল কৰোঁক।

ও শান্তি! ও শান্তি!!

# কলিতা ফুকনৰ বিদ্ৰোহ

(বহু কাল হ'ল, ৰায় চাহাৰ শ্ৰীযুত পদ্মনাথ বৰুৱাৰ বুৰঞ্জীত কলিতা ফুকনৰ বিদ্ৰোহৰ কথা উল্লেখ থকা পঢ়া মনত পৰে; কিন্তু এই কলিতা ফুকন জননো কোন, আৰু তেওঁনো কি কি কাৰণত আৰু কিভাৱে বিদ্ৰোহ কৰিছিল তাক আমাৰ মানুহৰ ভিতৰতে অনেকেই একো নাজানে। সেই কাৰণে তাৰ কাৰণে তাৰ বিষয়ে আজি অলপ কবঁলৈ আগ বাঢ়িলোঁ। এই আলোচনীৰ সম্পাদক, মোৰ অতি আদৰৰ বন্ধু শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াই প্ৰবন্ধটি সংক্ষেপ কৰিবলৈ অনুৰোধ কৰাত, যত দূৰ সম্ভৱ, তাক সংক্ষেপ কৰা গ'ল।)

এই কলিতা, আদিতে বৰগোহাঁই ডাঙৰীয়াৰ মেলৰ বিলতীয়া পাইক আছিল, কুলত কলিতা। স্বৰ্গদেৱ লক্ষ্মী সিংহৰ ৰাজত্ব কালত আহোমৰ অন্তৰ্বিপ্লৱৰ সময়ত যোক সাধাৰণতে "মোৱামৰীয়া বিদ্ৰোহ" বোলে৷ এই কলিতাই ৰজাৰ পক্ষ লৈ, বিপক্ষ দলৰ লগত অনেক যুদ্ধ কৰি ৰজাক আপাহ লগায়, আৰু সেই আপাহতে ডাঙৰীয়াসকলৰ অনুৰোধত স্বৰ্গদেৱে কলিতা ফুকন পাতে। চৰুৱা ফুকন আদি অন্যান্য ফুকনবিলাকৰ দৰে তেওঁৰ কোনো নিৰ্দ্দিষ্ট বাব (Port folio) নথকাত, তেওঁক কলিতা ফুকন বোলা হৈছিল। কলিতা ফুকন মানুহ গৰাকী অতি চতুৰ আছিল আৰু ক্ৰমে তেওঁ স্বৰ্গদেৱৰ অতি প্ৰিয়পাত্ৰ হৈ উঠে, আৰু সততে তেওঁ প্ৰায় স্বৰ্গদেৱৰ লগত চাঙতে থাকিছিল।

স্বৰ্গদেৱ লক্ষ্মীসিংহ এদিন কাঁহমৰাত শেন মেলিবলৈ গৈছিল। স্বৰ্গদেৱৰ অলপ পাছতে, বকতিয়ালৰ ভদ্ৰসেন বৰবৰুৱাও সেই শেন মেলা চাবলৈকে যায়। সেই দিনা ৰামনাথ ভঁৰালী বৰুৱাও ঘোঁৰাত উঠি শেন মেলাকে চাবলৈ আহিছিল, বাটতে বৰবৰুৱাৰে ভেঁটাভেঁটি হয়। তাতে বৰবৰুৱাই বৰ অসন্তোষ কৰিলে, বোলে ই মোৰ এসময়ত ঘৰ-বনুৱা আছিল, তাক মই ভঁৰালী বৰুৱা পাতিলোঁ, সি মোৰ আগত ঘোঁৰাত উঠিব পায়নে ? বৰবৰুৱাই এই কথা কৈ স্বৰ্গদেৱত গোচৰ দিলে। পাছে স্বৰ্গদেৱে বিচাৰ কৰি চাই, ৰামনাথক দোষী পাই তেওঁৰ আৰু তেওঁৰ ভায়েকৰ দুইৰো পাঁজি-কটা পুখুৰিৰ পাৰত চকু কঢ়ালে।

কলিতা ফুকন ৰামনাথ ভঁৰালী বৰুৱাৰ সখি আছিল। সখিৰ অপমানত তেওঁ বৰ মনোকষ্ট পালে আৰু সেইদিনাৰেপৰা তেওঁৰ বৰবৰুৱালৈ পেটে পেটে নাটনি হ'ল, তেওঁ বৰবৰুৱাৰ অনিষ্ট কৰিবলৈ চল বিচাৰিবলৈ ধৰিলে। এদিন বিৰলে তেওঁ স্বৰ্গদেৱক ক'লে যে নাতি গোহাঁই দুজনাৰে গোট খাই বৰবৰুৱাই স্বৰ্গদেৱৰ দ্ৰোহ আচৰিব খুজিছে। স্বৰ্গদেৱেও তাকে বিশ্বাস কৰি, বৰবৰুৱা, তেওঁৰ দুই দদায়েক নেওগ ফুকন আৰু বগা ডেকা আৰু ভায়েক চোলাধৰা ফুকন, এই চাৰিওকে ৰংঘৰৰ ওচৰতে কটালে। এইজনা বৰবৰুৱাৰ সলনি আদাবৰীয়া সন্দিকৈৰ শিৱৰাম দিহিঙীয়া ফুকনক বৰবৰুৱা পাতিলে।

অন্তৰ্বিপ্লৱৰ উৎপাত তেতিয়াও শাম কটা নাই। বিপক্ষ দলৰ ৪০ টা মান মগলু মানুহে

তেতিয়া মতাইমৰা নামে ঠাইত কোঠ পাতি আছিল। কলিতা ফুকনৰ পৰামৰ্শমতে স্বৰ্গদেৱে সিহঁতক ধৰিবলৈ দিহিঙীয়াৰ ন্যায় সোধা ফুকনক সেনাপতি ফুকন পাতি পঠালে। কিন্তু সেনাপতি ফুকনে সিহঁতক ধৰিব নোৱাৰি উলটি আহিল। সেনাপতি ফুকনৰ লগত যোৱা তামুলী লিগিৰা এটাই সেই কথাকে কলিতা ফুকনত বিৰলে লগালে বোলে মৰাণত বৰিহে, সেনাপতি ফুকনে মগলুক নধৰি উলটি আহিল। তাকে শুনি কলিতা ফুকনে "ছাঁ টোকে বাঘটো" কৰি সেই কথা ৰজাক লগালে। স্বৰ্গদেৱেও কলিতা ফুকনকে বিশ্বাস কৰি সেনাপতি ফুকনক ধৰাই আনি, ন দুৱাৰৰ মুখত হাতীশালত লোৱা লগাই ডিঙ্গৰাত ভৰাই থৈ চাওদাঙ্গৰ হাত কাটিবলৈ দিবলৈ আজ্ঞা কৰিলে। চাওদাঙ্গেও লোৱা মেলি তেওঁক কাটিবলৈ নিবলৈ সাজু হৈছিল, কিন্তু ৰাজমাও দেউতা, পহুমৰীয়া ন গোসাঁইৰ বৰজন, আৰু শিৱৰাম বৰবৰুৱাই বৰকৈ ধৰাত স্বৰ্গদেৱে তেওঁক প্ৰাণদান দিলে, কিন্তু বিষয়া ভাঙ্গি; কং কং পামলৈ খেদিলে।

ইতিপূৰ্বে লক্ষ্মীসিংহ স্বৰ্গদেৱে তেওঁ শিঙৰি ঘৰ উঠা উৎসৱত, তেওঁ নিজে পিন্ধা কাপোৰ এসাজ কলিতা ফুকনক দিছিল। তাৰ পাছত কলিতা ফুকনে দিহিঙ্গৰ মৃদঙ্গীয়া বাপৰ জীয়েকক বিয়া কৰাওঁতে "গোটেই গাত বাখ্ৰাম কৰা" সোণৰ গাম খাৰু আৰু মকৰ কুণ্ডল স্বৰ্গদেৱৰ পৰা বঁটা ললে। এনে সম্মানিত বঁটা পাই, কলিতা ফুকন ওফন্দি গঙ্গাটোপ যেন হ'ল। ক্ৰমে তেওঁ স্বৰ্গদেৱৰ ওচৰত 'অতি প্ৰধান' হৈ পৰিল। ডাঙ্গৰীয়াসকলেও তেওঁলৈ পেটে পেটে ভয় কৰি চলে, আৰু 'পৰমেল' লৈ[১] আহোঁতে, সিবিলাক বৈ থাকি কলিতা ফুকনেৰে সম্ভাষণ কৰিহে যায়।

এনেতে এদিন জয়ন্তাৰ পৰা ধনৰাই কটকী আহি পালেহি। বৰবৰুৱাই কটকী তুলিবলৈ স্বৰ্গদেৱলৈ সুধি পঠালে। পাছে স্বৰ্গদেৱে বোলে ধনৰাই কটকী অতি চতুৰ আৰু মহা ফন্দিয়ক ; এতেকে তুমি তেওঁক তুলিব নালাগে, কলিতা ফুকনেহে তোলাটো ভাল হ'ব। বৰ বৰুৱাই সেই কথা শুনি, কলিতা ফুকনকে ধনৰাই কটকীক তুলিবলৈ কলে। কলিতা ফুকনেও বৰ বৰুৱাৰ বহা ঘৰতে, ধনৰাই কটকীক তুলি, কথাবাৰ্তা হৈ স্বৰ্গদেৱৰ আদেশমতে বিদায় দিলে।

আহোম ৰাজত্ব কালত, ৰাজ্যৰ প্ৰথম বিভাগত (মেৰঙ্গী খোৱা গোহাঁইৰ অধীনৰ প্ৰদেশৰ পৰা শদিয়ালৈকে) আন দেশৰপৰা অহা কটকী তোলা কাৰ্যটো বিশেষকৈ বৰবৰুৱাৰ গাত আছিল। ধনৰাই কটকীক বৰবৰুৱাক তুলিবলৈ নিদি, বাব নাইকিয়া এগৰাকী সাধাৰণ ফুকনক তুলিবলৈ দিয়াত বৰবৰুৱা আৰু আন ডাঙ্গৰীয়া বিষয়াসকল অতি অসন্তুষ্ট হ'ল, কিন্তু

(১) ইয়াক "বিষয়া মেল" বুলিও কয়, House of Commonsৰ লগত বিজাব পাৰি।

কলিতা ফুকনৰ হলে দুনাই জেউতিহে চৰিল। তেওঁ স্বৰ্গদেৱৰ আদৰ পাই অহঙ্কাৰত অন্ধ হৈ, কাকো তৃণ এডালৰ সমানো গণিতা নকৰা হ'ল। আৰু সঁচাই মিছাই ডাঙৰীয়াসকলৰ বিপক্ষেও নানা কথা স্বৰ্গদেৱত দিনে ৰাতিয়ে লগাবলৈ ধৰিলে। এই কথা কণাকণিকৈ শুনি, কুৰৈগীয়া ঘনশ্যাম বুঢ়া গোহাঁই, মৰাণ বৰপাত্ৰ গোহাঁই, ধাইলুঙ্গ বৰগোহাঁই এই তিনিওজনা গোট খাই, স্বৰ্গদেৱলৈ জনাই পঠালে, বোলে "আমি দেশ ৰাজ্যৰ কথা ক'ব লাগিছে; স্বৰ্গদেৱক আমি লগ পাব লাগে।" সেই কথা শুনি স্বৰ্গদেৱে বৰবৰুৱাক ডাঙৰীয়াসকলক মতাই আনিবলৈ ক'লে। বৰবৰুৱাই মজিন্দাৰক অনাই, কটকী দিয়াই তিনিওজনা ডাঙৰীয়াক অনালত, প্ৰথমতে বৰগোঁহাই ডাঙৰীয়াই গোচৰ দিলে বোলে স্বৰ্গদেৱে সিবিলাকক চাঁঙলৈ নিয়ালে। স্বৰ্গদেৱৰ আমি পাইকবোৰ এদিনীয়া পাইক নহওঁ, চুকাফা স্বৰ্গদেৱ নামি অহা কালৰে পৰা আমি স্বৰ্গদেৱৰ ঘৰৰ পাইক। সেই কাৰণে, আমি স্বৰ্গদেৱক আমাৰ মনৰ দুখ নিবেদন কৰিছোঁ। এই কলিতা ফুকনে আমাক অনেক নিন্দা বিতন্দা; কৰে অধিক কি মাৰিবলৈকো মন কৰেহে। বিশেষত, ই মোৰ মেলৰ বিলতীয়া পাইক আছিল, আমাৰ ই নিন্দা কৰিব নাপায়। এই কলিতা মহা বেশ্যা, মদপী, ই স্বৰ্গদেৱক পৰ্শিব নাপায়। তাৰ জাতি কুল নাই, এনে মানুহ স্বৰ্গদেৱৰ লগত থাকিব নাপায়। বৰগোহাঁই ডাঙৰীয়াৰ কথা শুনি, স্বৰ্গদেৱে বোলে– মই কলিতাক নিচিনোঁ, নাজানোঁ। পূৰ্বে তোমালোকেই বুলিলা, বোলে কলিতা ভাল মানুহ আমাৰ হকে মৰাণৰ লগতো যুঁজিছে, এতেকে ইয়াক ভাল মানুহ পাতিব লাগে। সেই কাৰণেহে মই তাক ফুকন পাতিলোঁ। এতিয়া যদি ডাঙৰীয়াসকলে তাক দুষ্ট বুলিছে, বাৰু মই সেইটো বিচাৰ কৰি চাম, আৰু যদি দোষ পাওঁ, তাক যথোচিত দণ্ড বিহিম। ডাঙৰীয়াসকলে বোলে, স্বৰ্গদেৱে এই কলিতাক চাঙৰ পৰা নমাই আমাৰ হাতত দিব লাগে, নহলে আমাক পাইকহঁতক ভাঙ্গি ঘৰলৈ খেদক। স্বৰ্গদেৱে কিছুপৰ নামাতি থাকি, পাছত ক'লে বোলে ডাঙৰীয়াসকলে যে ধৰিছা, বাৰু আজিলৈ তোমালোক যোৱাহঁক কাইলৈ মই এই কথা সুধিম। এই বুলি মজিন্দাৰক তামোল পাণৰ বঁটা দিব লাগে।[২] মজিন্দাৰে বঁটা দিয়ালে ;ডাঙৰীয়াসকল চাঙৰ পৰা বিদায় হৈ নামি আহিল।

চাঙৰ পৰা নামি আহি ডাঙৰীয়াসকল বৰ চ'ৰাত ৰ'লহি আৰু তাৰেপৰা পুনৰ মজিন্দাৰক পঠাই স্বৰ্গদেৱলৈ কৈ পঠালে, বোলে আমি আহি বৰ চ'ৰাতে বৈ আছোঁহি, স্বৰ্গদেৱে আমাক কলিতাক দিয়ক। সেই কথা মজিন্দাৰে গৈ স্বৰ্গদেৱত জনালেগৈ। তেনেতে ৰাজমাও দেউতাও তাত আহি স্বৰ্গদেৱক "পূৰ্বাপৰ বুজাই" কলে বোলে, বোপাদেও, তিনিজনা ডাঙৰীয়াই যেতিয়া ধৰিছে, কলিতা ফুকনক দিয়াহে ভাল। আইতাকৰ কথা শুনি, স্বৰ্গদেৱে

---

(২) ৰজাৰ চাঙত তামোল পাণৰ বটা দিয়ালেই বিদায় দিছে বুলি জানিব লাগে। মুখেৰে বিদায় দিয়াৰ প্ৰথা নাছিল। তামোল পাণৰ বটা দিলেই, তাত এক মুহূৰ্ত্তও থাকিব নাপায়।

মজিন্দাৰৰ আগত ডাঙৰীয়া সকলে কৈ পঠালে বোলে, ডাঙৰীয়াসকল আজিলৈ ৰহাঘৰলৈকে যাওক, মই কাইলৈ ইয়াৰ এটা বিচাৰ কৰিম ; যদিহে কলিতাৰ গাত দোষ পাওঁ তাক যথোচিত ৰূপে দণ্ড দিম। মজিন্দাৰে সেই কথা ডাঙৰীয়াসকলক জনালেহি আৰু চাঙৰপৰা বৰ চ'ৰাতে আকৌ তামোল-পাণৰ বঁটা দিয়ালে। ডাঙৰীয়াসকলো তাৰপৰা বিদায় হৈ ৰহা ঘৰলৈ গ'ল।

ডাঙৰীয়াসকলে যেতিয়া চাঙত স্বৰ্গদেৱৰ লগত কথা-বাৰ্তা হয়, কলিতা ফুকন তেতিয়া চাঙতে লুকাই আছিল। ডাঙৰীয়াসকল বৰ চ'ৰাৰপৰা যেতিয়া আপোন আপোন ৰহা ঘৰলৈ গ'ল, তেতিয়া কলিতা ফুকনে বেশ ছুম্ম কৰি দৰিকা দুৱৰাৰ ভিতৰৰ পৰা ওলাই মজিন্দাৰে লৈতে বৰবৰুৱাৰ পালি আহিল পাছে বৰবৰুৱাই কলিতা ফুকনক বৰবৰুৱাৰ ৰহা ঘৰলৈ পঠাই দিলে। তাতে কলিতা ফুকন সাতদিন পলাই আছিল। পাছত এদিন মজিন্দাৰে কলিতা ফুকনক বৰ চ'ৰালৈ মতাই আনি, বৰবৰুৱাৰ সাক্ষাতে স্বৰ্গদেৱৰ আদেশ শুনালে বোলে, ফুকন তুমি আৰু স্বৰ্গদেৱৰ চাঙলৈ যাব নোৱাৰিবা, এদিন 'পৰত' থাকিবা এদিন ৰহা ঘৰতে থাকিবা। ৰজাৰ চাঙলৈ যাব নোৱাৰাটো কলিতা ফুকনৰ পক্ষে এটা দণ্ডৰ নিচিনা হৈছিল যদিও, ডাঙৰীয়াসকল কিন্তু তাত সন্তুষ্ট নহ'ল। এই কথা গম পাই, কলিতা ফুকনে ডাঙৰীয়াসকলৰ ঠাইত অষ্টাঙ্গে পৰিলগৈ, কিন্তু সিবিলাকে ক্ষমা নিদিলে। অৱশেষত কলিতা ফুকনৰ নিমিত্তে স্বৰ্গদেৱে নিজে ডাঙৰীয়াসকলক মাতিলে বোলে, মই তোমালোকক মাতিছোঁ, কলিতাক বিষয়া ভাঙি, তামোলবাৰীৰ ঘৰলৈ খেদি পঠোৱাহক, সি উত্তৰ পাৰতে থাককগৈ। ৰজাই মতাত, ডাঙৰীয়াসকল তাতে মান্তি হ'ল ; আৰু ১৬৯৪ শকৰ বহাগ মাহত নাও মানুহ দি দোলাষৰীয়া বৰা দুটা আৰু চাওডাঙৰ বৰা দুটাই সৈতে কলিতা ফুকনক তামোলবাৰীত থোৱালে।

কলিতা ফুকনে তামোলবাৰীত স্বয়ঙ্গে ইফাল সিফালৰপৰা অনেক মানুহ গোটাই লৈ অস্ত্রশস্ত্র ধৰাই 'স্বয়ং ৰজা' বুলি ঘোষণা কৰিলে, আৰু কেচামাটি পৰ্বতত এটা কোঠ মাৰি আহোম ৰজাৰ বিপক্ষে থিয় দিবলৈ যো-জা কৰিলে। কোনো ভগা বৰুৱা ফুকনৰ ল'ৰা বা ৰাজদণ্ড পোৱা মানুহ পলাই গৈ তাত সোমালেগৈ, ইয়াৰপৰা বৰবৰুৱাৰ টেকেলা গৈ কাকো আনিব নোৱাৰে, সিবোৰক কলিতা ফুকনে এৰি নিদিয়ে। কলিতা ফুকনৰ এনেবিলাক কাৰ্যত ক্রমে স্বৰ্গদেৱ নিজেও বৰ অসন্তুষ্ট হ'ল, আৰু সেই শকৰে জেঠ মাহত দিহিঙীয়া ফুকন লেধাইকে, লাহনৰ ডেকা ফুকনকে, দেওবিলীয়া নেক ফুকনকে, কোঁৱৰ সেনাপতি আৰু বৰগোহাঁইৰ লবি গোহাঁই, এই সকলক গা-মানুহে সৈতে কলিতা ফুকনক ধৰি আনিবলৈ পঠালে। সিবিলাকেও বান্দৰ ডেৱা ঘাটে দিহং পাৰ হ'ল আৰু মৰঙীখোৱা গোহাঁই আৰু স'লাল গোহাঁই দুয়োজনে লুইতেদি উজাই আহি লগ ললেহি। পাছে সকলোৱে গৈ কলিতা ফুকনক বেৰি ধৰিলে। কলিতা ফুকনৰ লগৰ মানুহ ভাগি পলাল, কলিতা ফুকন আৰু পুতেক দুয়ো গৈ কেচামাটি পৰ্বতৰ কোঠত সোমালগৈ। পাছে আমাৰ কোঁৱৰ সেনাপতিয়ে খেদি গৈ, বাপেক পুতেক দুয়োকে ধৰিলে। কিন্তু সিহঁতক সাঙুৰি নগৰলৈ আনিব খোজোতে, বাটতে বান্তি

চোৰে কাটিলে। কোনোৱে কয় কলিতা 'স্বয়ং বজ্ৰাক' ধৰাই আনি আমাৰ স্বৰ্গদেৱে শালত দিয়াই মাৰিলে ; কিন্তু সেইটো সঁচা নহয়। কুকুৰাচোৱা বৰাৰ পুতেক সতৰামৈলে চন্দ্ৰকান্তসিংহৰ যেনে মৰম, লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৰম কলিতা ফুকনলৈ তাতকৈ কোনো অংশে হীন নহয়। স্বৰ্গদেৱে কলিতা ফুকনক ধৰি আনিবলৈহে আদেশ কৰিছিল ; মাৰিব কাটিবলৈ একেবাৰে নিষেধ আছিল। কৌৰৱ সেনাপতিয়ে নগৰ পাই যেতিয়া কলিতা ফুকনক বাটত আনোতে বাতি চোৰে কটা কথা স্বৰ্গদেৱত জনায়হি, স্বৰ্গদেৱে তেতিয়া তেওঁক দায় ধৰি জিজিৰি লোৱা লগাইছিল ; চাবিমাহৰ মূৰতহে অনেকে বুজুৱা মেলাত সেই লোৱা মেলিবলৈ স্বৰ্গদেৱে আদেশ কৰিছিল।